# উপলা নদীৰ দৰে

মহেন্দ্ৰ বৰা



অসম বুক ডিপো
গুৱাহাটী-৭৮১০০১ । কলিকতা-৭০০০০৯

'Upala Nadir Dare' Like a Pebbled River, an autobiography written in Assamese by Dr. Mahendra Bora, Professor of Assamese, Lakshminath Bezbarua Chair, Dibrugarh University and Ex-President, Asam Sahitya Sabha. Published by Sri Bipul Kumar Guha, Assam Book Depot, 21, Patuatola Lane, Calcutta-9. First Edition, 1990. Price Rs. 75'00 only.

প্ৰকাশক ঃ
শ্ৰীবিপুল কুমাৰ গুহ
অসম বুক ডিপো
২১, পটুৱাটোলা লেন
কলিকতা—৯

প্ৰথম তাঙৰণ ঃ ১৯৯০

মূল্য ঃ ৭৫˙০০ টকা

[illegible] ঃ
শ্ৰীনিশীথকুমাৰ ঘোষ
দি সত্যনাৰায়ণ প্ৰিণ্টিং ওৱাৰ্কছ
২০৯এ, বিধান সৰণী
কলিকতা—৬

……মোৰ ওৰেটো জীৱন যাৰ পৰা পালোঁ
আটাইতকৈ বেচি মৰম
মোৰ ওমলাঘৰৰ শেষ-পদূলিৰ পৰা
বৰ-পঢ়াশালিৰ শেষ ডেওনাখন পাৰ হৈ
উভতি অহাৰ পাচৰ দিনবোৰলৈকে
অথচ যাৰ মৰমৰ ঋণ
কোনোদিনে শুজিব নোৱাৰিম
সেয়া মোৰ
**ৰ'জ মামী**

—সেই মামীৰ হাততে দিলোঁ
এৰি অহা দিনবোৰৰ
সোঁৱৰণী-ভৰপূৰ এই কথাৰ পাচিটো……

# ॥ কৈফিয়ৎ ॥

খাঁটি আত্ম-জীৱনী নহয় এইখন। তেনেকুৱা কিবা এখন লেখাৰ অভিলাষো মোৰ নাই। চেষ্টা কৰিছো মাথোন মই পাৰ হৈ অহা সময়ছোৱাৰ পৰিক্ৰমাটো বন্দী কৰি থোৱাৰ। সামাজিক দুৰৱস্থা, অৰ্থনৈতিক দুৰৱস্থা ইত্যাদি ডাঙৰ কথাবোৰৰ ওচৰেদি যোৱাৰ চেষ্টা কৰা নাই। মই লেখি গৈছো, যেনেকৈ মনলৈ আহিছে তেনেকৈয়ে, জীৱনৰ বাটত লগপোৱা ডাঙৰ মানুহ, সৰু মানুহ বহুতৰে কথা। লেখি গৈছো, সৰুসুৰা ইটো-সিটো ঘটনাৰ কথা, যিবোৰে মোক স্পৰ্শ কৰি গৈছিলহি, মোৰ সমকালৰ অনেক বন্ধুৰো জীৱন স্পৰ্শ কৰি যোৱাৰ দৰেই।

সেয়া এখনৰ পাচত এখনকৈ শিলনিৰ ওপৰেদি বাগৰি যোৱা নদীৰ দৰে। পোনতে সিখনৰ এটা থমকিব নজনা জিৰজিৰণি আছিল। তাৰ পাচত লোকোজ-টকা প্ৰবাহ; মাজে মাজে তাৰ পাক-ঘূৰণিত শূন্য হৈ পৰা দুয়োটা পাৰৰ আৱৰ্জনা। এতিয়া যেতিয়া জীৱনৰ আবেলি হৈছেহি, সিখনৰ পানীৰ ধাৰত আছে মাথোন বৈ আহিব পৰাৰ ধীৰ প্ৰশান্তি। ইপাৰৰ পৰা সিপাৰ নমণি— মাজত মাথোন এডৰা পানী, লাহিয়াবলৈ লোৱা বেলিটোৱে তাক সেন্দুৰীয়া কৰি তুলিছে, তাৰ পাতল যেনুভিৰীয়া ঢৌবোৰৰ ওপৰত সিঁচি দিছে মুঠি মুঠি সোণৰ মণি। মই বৰ্ণনা কৰিছো, অতীতলৈ দেখি অহা দুটা নৈ-ডাঁৱৰলিৰ কথা, কোনটো ডাঁৱৰলিয়েদি উঠি জীৱনৰ কঁহুৱাভৰাৰ হাতবাউলটোক সঁহাৰি জনাওঁ—সেই মোৰ দোধোৰমোধোৰ লহমাবোৰৰ কথা। মাথোন সেইটো অৰ্থতেই এইখন এখন আত্ম-জীৱনী। প্ৰাত্যহিকতাৰ তুচ্ছ অভিজ্ঞতা, অনাৱশ্যকীয় অশ্লীল কথা—এইবোৰ সেইখন জগতৰ ঘৰলৈ সোমাই অহা নাই। গতিকে, সিবোৰৰ ডেওনা গচকি পাৰ হোৱাৰ ভাললগা কাহিনীয়েও এই আত্ম-জীৱনীত ভুমুকি মাৰি ইয়াক নীতিকথাৰ চোতাল কৰি তোলা নাই। ইয়াত আছে কেৱল জীৱন নামৰ নেলেখা কবিতাটো বুজা-নুবুজাকৈ পঢ়ি চোৱাৰ এটা থাউনি। পাচত লেখিবলৈ ল'লে আলোচ্য বহুতো কথা পাহৰণিৰ দুৱৰাটোৰে সৰকি হেৰাই যায়, সেইকাৰণেই এই আবেলিতে উভতি চোৱা!

আৰু মই ক'ব নোৱাৰাকৈয়ে, সিবোৰৰ লগতে যোগ হৈ গ'লহি এক বিদেশ-ভ্ৰমণৰ কাহিনী। আপোনাআপুনি কলমৰ আগেদি ওলাই আহিল যেতিয়া, তাৰো সৌৰৱণীৰে ভৰপূৰ চাৰি-পাচটা অধ্যায়ৰ কাৰণেও ঠাই আজৰাই দিলোঁ। নাইবা ক'ব পাৰো, এক খাঁটি ভ্ৰমণ-কাহিনীয়ে লেখি গৈ থকা আত্মাৰ ভ্ৰমণ-কাহিনীৰ লগতে টিকেটবিহীন যাত্ৰী হৈ পৰিলহি আচল যাত্ৰীৰ কাষত নকৰাকৈ।

এটা ভয়। সেইটোৱেই মোক সেই সৌৰৱণীবোৰ ভালকৈ জাপি-কুচি সজাই থবলৈ প্ৰেৰণা যোগালে। তাহানিখনৰ মৰবাৰ ভয়, যিটো আজিও শেষ হোৱা নাই। মনে মনে গুণগুণাই গান গাই পাচত লাজ পোৱাৰ ভয়। অনাহক নিন্দা-অপকীৰ্তিৰ ভাৰ পাচ-চোতালত থৈ গুচি যোৱাৰ ভয়।

জীৱনটো যাপন কৰিলোঁ, যৰ বোঁচ অকোৱা-পকোৱা নকৰাকৈ—প্ৰায় এডাল সৰল ৰেখাৰ গতিৰে। তাতে যে কত খুন্দা-খুন্দালি খালোঁ। মই মচ খাই নোহোৱা হৈ যোৱাৰ ভয়ে মোক কিন্তু অকণো আমনি কৰা নাই। মৃত্যুৰ ভয় মোৰ নিজৰ ৰবীয়াটোৰ কাৰণে নহয়—মোৰ আপোন মানুহবোৰৰ ভাগত সমূহীয়াকৈ পৰাটোৰ কাৰণেহে। তাহানি শিৱসাগৰত হাইস্কুলীয়া জীৱনৰ দিনবোৰ যাপন কৰি থাকোঁতে, এদিন সুৰশিল্পী কীৰ্তিনাথ বৰদলৈৰ মুখত এষাৰ কথা শুনিছিলোঁ।

মনত পৰে, সেই কথাষাৰ। তেখেতে কৈছিল, "বোপাইহঁত, তোমালোকক কৈ থৈ যাওঁ। আৰু ডেৰ কুৰিমান বছৰৰ পাচত শৰৎ গোঁসাইৰ ভূগোলখনৰ সলনি যিখন ভূগোল পঢ়িব তোমালোকৰ ল'ৰা-ছোৱালীবোৰে, সেইখনত সিহঁতে কি পঢ়িবলৈ পাব জানা? পঢ়িব—উত্তৰ-পূৱ সীমান্ত প্ৰদেশঃ ইয়াত এবিধ জগা-খিচৰিৰ মানুহ বাস কৰে। সেই আদিম অধিবাসীবোৰক এসময়ত অচমিয়া বুলি কৈছিল। সিহঁতৰ প্ৰধান বৈশিষ্ট্য—সিঁহত বৰ চকু-চৰহা।" আমাৰ বৰ লাজ লাগিছিল। ধেৎ, আমাৰ দেখোন বিয়াই হোৱা নাই, আমাৰ আকৌ ল'ৰা-ছোৱালীৰ কথা কৈছে! আৰু যে কিমান বছৰ আছে, সেইবোৰৰ গৰাকী হ'বলৈ! তেতিয়া ভয় খোৱা নাছিলোঁ। আজিহে ভয় খাইছোঁহি—জীৱনৰ এই আবেলিপৰত।

সেই তাহানিয়েই—৭ম শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতেই, মোৰ সহপাঠী এজনৰ বিয়ালৈ আমাক নিমন্ত্ৰণ কৰিছিল। বিয়ালৈ মই যাব নোৱাৰিলোঁ - কি কাৰণত, পাহৰিলোঁ। অৱশ্যে আমাৰ সকলোৰে হৈ প্ৰীতি-উপহাৰখন ময়েই লিখি দিছিলোঁ। বিয়াৰ পাচদিনা প্ৰধান শিক্ষক বাজেন বৰুৱাই এজন-এজনকৈ বিয়া খাবলৈ যোৱা গোটেই জাককে এঘণ্টা বেঞ্চৰ ওপৰত থিয় কৰাই থৈছিল। তেনেকুৱা কত যে স্মৃতিৰে ঠাহ খাই আছে মনৰ কুঠৰী!

সেইবোৰ যত দোখোৰমোখোৰ, ভয়-শংকা, নিয়ম-অনিয়ম আৰু স্বপ্ন-বাস্তৱৰ স্মৃতি। সেইবোৰকে লৈয়েই এইখন আত্ম-জীৱনীৰ আধাৰত মাথোন এক আত্মাৱলোকন। তাকে কৰোঁতে, সময়-ৰেখাডালে মাজে মাজে উজনি-ভাটি কৰিছে। ক'ৰবাৰ কাহিনী ক'ৰবাত সোমাই পৰিছে লেখি যোৱা কাহিনীৰ আঁচল ধৰি।

'অসম বুক ডিপো'ৰ তৰুণ স্বত্বাধিকাৰী শ্ৰীবিপুলকুমাৰ গুহৰ হাতত দিলোঁ, এইখন ছপাই-বন্ধাৰ উলিওৱাৰ সকলো ভাৰ। কাৰণ, তেওঁ মোক কুটুৰি আছিল এইখন লেখি দিব লাগে। মই তেওঁক কৈছিলোঁ, সময় হোৱা নাই।

জীৱন ফুকন নগৰ
ডিব্ৰুগড়। ৩০. ১২. ৮৯

# সূচীপত্ৰ

## আত্মকুল



## পৰিশিষ্ট



উত্তৰ মহাসাগৰৰ পাৰত



লর্ড বায়ৰণৰ ঘৰৰ সমুখত

## ॥ সুদূৰ অতীতলৈ ॥

Nothing begins, and nothing ends,
That is not paid with moan ;
For we are born in other's pain
And perish in our own.'

—A. E. Housman

ওচৰ-অতীতৰ কথাবোৰ মোৰ মনত আছে। কম বেছি মনত নাই, সুদূৰ-অতীতৰ কথা। যিখিনি মনত আছে, সেইখিনিও মনত আছে খেলিমেলিকৈ।

ওচৰ-অতীতলৈ উভতি চাওঁতেও চন-তাৰিখৰ আউল লাগি যায়। কাৰণ, মোৰ জীৱনত এটা বস্তু ৰাখিব নেজানিলোঁ। সেয়া হ'ল, দিনলিপি। কেইবাবাৰো চেষ্টা কৰিছিলোঁ। কি লিখি থ'ব লাগে, কেনেকৈ লিখি থ'ব লাগে—একোৱেই নেজানিলোঁ। দিনলিপি বুলি যদি অন্ততঃ দুটামান ঘটনাৰ তাৰিখকেইটাকে ক'ৰবাত টুকি থ'লোহেঁতেন, তেতিয়া হ'লে সেইবোৰে খেও ধৰি ঘটনাবোৰৰ ইকালে-সিকালে থকা কথাখিনিকে গাঁথি উলিয়াব পাৰিলোহেঁতেন।

জীৱনৰ এই আবেলি পৰত দুই-এঠাইৰ পৰা সাধনি পাইছোঁ, আত্মজীৱনীৰ নিচিনা কিবাকিবি লিখি পঠিয়াব লাগে। নিচিনা কিবাকিবি লিখি উলিয়াবলৈহে বহিছোঁ। খাটি আত্মকথা নহয়। আৰু এটা কথা। মোৰ কেইমাহমান ধৰি পণ্ডিত নেহৰুৰ 'আত্মকথা'খনৰ বাচকবনীয়া অংশবোৰ ভাঙি আছোঁ 'আকাশবাণী'ৰ যোগেদি নিয়মীয়াকৈ প্ৰচাৰ কৰিবৰ কাৰণে। গতিকে, লিখি উলিওৱাৰ পটিটো বিচাৰি পাইছোঁ। কিন্তু মোৰ নিজৰ জীৱনৰ কথা লিখিবলৈ একো নাই। লিখিব লাগিব, এৰি অহা দিনবোৰৰ কথা—যিবোৰ দিনৰ ধ্যান-ধাৰণা আৰু বাতাবৰণে মোৰ প্ৰজন্মৰ বহুতকে জীৱনৰ গতি-বাটটো দেখুৱাই দি আহিছে, মাথোন সেইবোৰৰ কথা।

আহানি আমাৰ নিয়ম এটা আছিল, বিহুৰ দিনাখন শৰাইত গামোচা এখন লৈ শিক্ষকৰ ঘৰলৈ গৈ সেৱা কৰি আহিবগৈ লাগে। জীৱনত মই প্ৰথমতে যিগৰাকী লোকক এইদৰে সেৱা কৰি আহিছিলোঁগৈ, সিগৰাকীৰ নামটো আছিল—কনকচন্দ্ৰ গোঁহাই।

আছানি হৈছেখাৱা প্ৰাথমিক স্কুলৰ সহকাৰী শিক্ষক। সিজনাৱেই মোক বাৰেমতৰা শিকাইছিল। ধৰক্ত শিকাইছিলহি। চৰকাৰী ঘৰৰ কাষতে দেউতাই এচলীয়া টিনৰ সক ঘৰ এটা সজাই দিছিল। তাতে এদিন—যিমানদূৰ মনত পৰে, মাধমহীয়া কুঁৱলীৰ মাজত বুৰ গৈ থকা ৰাতিপুৱা এটা—আমাৰ পঢ়া-শুনা আৰম্ভ হৈছিল। আমাৰ মানে মোৰ আৰু মোৰ পাচতে ওপজা ভাইটোৰ। হৈছেখাৱাতে তাৰ অকাল মৃত্যু ঘটিছিল, তিনিদিনীয়া জ্বৰ এটাতে। পাচত গম পাইছিলোঁ, অসুখটোৰ নাম 'চেৰিব্ৰেল মেলেৰিয়া'। আজিও মনত পৰে, তাৰ মৃতদেহটো ব্ৰহ্মপুত্ৰৰ হৈছেখাৱা নামৰ সুঁতিটোৰ সিপাৰে থকা চাপৰিত সমাধিস্থ কৰি থৈ আহিবলৈ উলিয়াই নিয়াৰ দৃশ্যটো। মৃতদেহটো চাঙী এখনত তুলি কঢ়িয়াই নিছিল, আমাৰ শিক্ষক কনকচন্দ্ৰ গোঁহাই আৰু কোনোবা কেইজনমানে।

দেউতাক সেইদিনাই প্ৰথম কন্দা দেখিছিলোঁ। মা আৰু দেউতা তাৰ গা'ত ঢলি পৰিছিল, তাক সাৱটি ধৰি। ডাক্তৰজন বাবাগুৱালৈ ওলাই আহিছিল। মোক মা আৰু দেউতাই বাহিৰত ফুৰি আহিবলৈ পঠিয়াই দিছিল। মই আমাৰ চৰকাৰী ঘৰটোৰ বাটিৰ ফালৰ চুক এটাত থকা কৰবী গছ এজোপাত উঠি বহি আছিলোঁগৈ। ওচৰতে থকা চৰাইঘৰটোত কেতিয়াবা নিশা জাকে জাকে মিছিমি থাকেহি; দুদিনমান থাকি গুচি যায়গৈ। সেইদিনাও আছিল। এজনী মিছিমি বুঢ়ীয়ে মোৰ ওচৰলৈ আহি মৰমকৈ কিবাকিবি কৈছিলহি। মই একো বুজি পোৱা নাছিলোঁ। কেৱল বুজিছিলোঁ, আনদিনা মিছিমিবোৰৰ মুখত শুনা কৰ্কশ আৰু দীঘলীয়া মাতেৰে সেই মানুহজনীয়ে কথা কোৱা নাই। তাই মোৰ কাণে চাই ৰব মৰমকৈ জিভাৰে টিক্‌টিকাই উঠিছিল। আনকালে মই চৰাইঘৰলৈ অহা মিছিমি আলহীবোৰৰ দুটা বস্তু চাই ৰব বং পাইছিলোঁ। এটা হ'ল, মুকলিত খাবলৈ বহি পাতত বাঢ়ি লোৱা ধৰধৰীয়া বগা ভাতৰ দ'মবোৰ। আজিও ক'ব নোৱাৰোঁ, সেইবোৰ কি চাউলৰ ভাত আছিল। আনটো হ'ল, জোনাক ৰাতি সিহঁতে চৰাইঘৰৰ চোতালত খেলা তৰোৱাল-যুঁজৰ খেল। তৰোৱাল মানে দীঘলীয়া মিছিমি দা।

মোৰ সেই সমনীয়া ভাইটোৰ নাম আছিল, বাছা। ভাল নামটো অমূল্য। হৈছেখাৱাত আমি দুয়োটাই একেলগে খ-শ্ৰেণীলৈকে

পঢ়িছিলোঁ। ধুঁৱলিকুঁৱলীকৈ মনত পৰে, তাতে ছুবিনমান ১ম শ্ৰেণীলৈ উঠিও পঢ়িছিলোঁ। সেইহোৱাত মই অকলশৰীয়া—সি মোক বাদ দিবলৈ নাছিল। সি মোতকৈ পঢ়াত ভাল আছিল। কথাই-কথাই আমাৰ শিক্ষকে দেউতাক কোৱা শুনিছিলোঁ: "দীনেশতকৈ অমূল্য অলপ বেচি ভাল। অমূল্যৰ ভাল আখৰকেইটা, আৰু দীনেশৰ ভাল মনত থকাটো।"

মনত পেলালে হাঁহি উঠি যায়, সেই দীনেশটো যে মোৰেই নাম আছিল। নামটো থৈছিল, নলবাৰীৰ সামুদ্ৰিকাচাৰ্য জয়কান্ত মেধী বেদব্যাকৰণতীৰ্থই মোৰ জন্ম-পত্ৰিকাৰ শিতানত। নামটো মোৰ পচন্দ হোৱা নাছিল। মাকুমলৈ আহি যেতিয়া ২০২ নং মাকুম প্ৰাথমিক স্কুলত নাম লগাবলগীয়া হৈছিল, তেতিয়া ময়েই সেই স্কুলৰ প্ৰধান শিক্ষক তিলেশ্বৰ চাংমাইৰ সাক্ষাতত দেউতাক কথাষাৰ ক'লোঁ। শিক্ষকে মোক সুধিছিল, মোৰ নো পচন্দৰ নামটো কি? মই ক'লোঁ, মহেন্দ্ৰ। তেখেতে ঘপৰাই ক'লে, "ওঁ, সেইটোৱেই ভাল। সিংহ ৰাশি হয়গৈ। দ-চ মীন—ভয়াতুৰ।" মোৰ মনটো ফৰকাল লাগি গ'ল। সময়ৰ যুৰকত মাকুম স্কুলৰ হাজিৰা বহীত এতিয়াৰ নামটো উঠিল—সমানে আপচু। আগৰটো আছিল কেচেমাকেচেম; এতিয়াৰটো কিবা ঘেৰ্ঘেৰীয়া। হ'লেও এটা সান্ত্বনা—নতুন নামটোৰ চলন্তি বেচি। ১৯৫৫ চনৰ পৰা ১৯৫৮ চনলৈকে মই যেতিয়া গুৱাহাটীৰ চেনিকুঠিত কমলাকান্ত ভট্টাচাৰ্য বোডত আছিলোঁ, তেতিয়া আমি তিনিজন মহেন্দ্ৰ বৰা ওচৰাওচৰিকৈ আছিলোঁ। চিঠিবোৰ পিয়নে আমাৰ যেই-সেই একজনৰ ঘৰতে দি যায়হি। কেতিয়াবা গধূলি একলগে বহি থিৰাং কৰিবলগীয়া হয়, কোনটো কামৰ গৰাকী কোনজন! চুবুৰীৰ ল'ৰাই আমাৰ তিনিজনৰ তিনিটা আয়া-তোলাং নাম থৈছিল। এজন ঋষি মহেন্দ্ৰ বৰা—বৰ বেচি ওলাই-সোমাই নুফুৰে, তবলা বজাই ৰেওৱাজ কৰি থাকে, আৰু যোগাসন কৰে; এজন বামধেনু মহেন্দ্ৰ বৰা—'বামধেনু' কাকতলৈ প্ৰবন্ধ-কবিতা লিখে; আৰু শেষৰজন ইঞ্জিওৰেন্স মহেন্দ্ৰ বৰা—অৰিয়েণ্টেল ইঞ্জিওৰেন্সৰ সৰবৰাহী এজেণ্ট। শেষৰ গৰাকীৰ আৰু এটা নিকুট চোৰাং নাম আছিল—চেনিগুটি মহেন্দ্ৰ বৰা। কাৰণ, সিজন অলপ চুটি-চাপৰ আছিল, মাতটোও মিঠা।

তিনিজনীয়া মহেন্দ্ৰ বৰাই আজিও লগ এৰা নাই। এজন অসম কৃষি বিশ্ববিদ্যালয়ৰ এসময়ৰ ডীন ড° মহেন্দ্ৰ বৰা—মোতকৈ হেজাৰ গুণে যশস্বী। অন্য এটা পৰিচয়, তৰুণ ঔপন্যাসিক ডাঃ ধ্ৰুৱজ্যোতি বৰাৰ দেউতাক। তেওঁৰ কিবা ভাল খবৰ থাকিলেই, ভুলতে বহুতে মোকেই সংবৰ্ধনা জনায়—মই কৈফিয়ৎ দি মৰোঁ। এজন ড° মহেন্দ্ৰ বৰা—গুৱাহাটী বিশ্ববিদ্যালয়ত পদাৰ্থ-বিজ্ঞানৰ অধ্যাপক। তাহানি কটন কলেজত মোৰ ছাত্ৰ আছিল। তেওঁৰ 'বিদেশৰ বতৰা'খন পঢ়ি উঠি বহুতেই মোক কৈছিলহি, "আপোনাৰ কিতাপখন পঢ়ি বহুত কথা জানিলোঁ।" মই যে সেইবোৰ কথা নেজানোৱেই, জানিবও নোৱাৰোঁ—সেই কথাষাৰ বহুতেই নেজানে। তাহানি তিনিওজন মহেন্দ্ৰ বৰাৰ একেটা চুবুৰীৰ তিনিটা ঘৰৰ ভিতৰত মোৰ ঘৰটো মাজতে আছিল, চিনাকি দিবলৈয়ো সুবিধা আছিল। সেই জাপানী ঘৰটো ; 'প্ৰি-ফেব্ৰিকেটেড্ হাউচ'—মানে নট-বল্ট্ সোলোকাই ঠাই সলনি কৰি তুলি নিব পৰা ঘৰ আছিল সেইটো। এতিয়াও তেনেকুৱা সুবিধা এটা কৰি থৈছোঁ। কাণে-কাণে কৈ থওঁ। সাধাৰণতে মই মোৰ নামৰ আগৰ 'ডক্টৰ'টো সোলোকাই থওঁ। আৰু যদি প্ৰকাশকৰ মজি হয়, তেনেহ'লে মই লেখা কিতাপৰ পাতনিখনৰ তলতে মোৰ চহী এটা ওলোমাই থওঁ।

উপজিছিলোঁ ককাদেউতাৰ ঘৰত। কি মন গৈছিল জানো মোৰ মা'ৰ ফালৰ ককাদেউতাৰ, বাগ্মীবৰ নীলমণি ফুকনৰ লগত একেলগে টিংখঙত এখন নতুন চাহবাগিচা খুলিছিলগৈ ১৯২৮ চনমানত। পাচত দুয়ো দেউলীয়া হ'লগৈ। দুয়োজনৰে উমৈতীয়া বঙলাটোতে মই ক'লা বৰণ ল'বা এটা হৈ ককাদেউতাৰ জামুকলীয়া বংটোৰ চান্ কাঢ়ি উপজিছিলোঁ, ১৮৫১ শকৰ ৬ ভাদ বৃহস্পতিবাৰে কৃষ্ণপক্ষৰ মাজনিশা। ইংৰাজীলৈ তৰ্জমা কৰি দিলে তাৰিখটো হয়গৈ ১৯২৯ চনৰ ২২ আগষ্ট বৃহস্পতিবাৰ। ভাগ্য ভাল, কোনেও মোৰ নামটো লগে লগে থৈ নিদিলে, ভদীয়া নাইবা বিৰচতীয়া !

আমি ককাই-ভাই আটাইকেয়োটা কিন্তু ককাদেউতাৰ মুখৰ বং লৈ ওপজা নাই। দেউতাৰ মুখৰ বংটো আছিল বগুচুৱা বগা। সেই বংটো লৈছিল, মোৰ মাজু ভাইটোৱে। এতিয়া জীৱন-যুঁজত জুকলা হৈ তাৰ মুখৰ বং জঁয় পৰি অলপ ক'লা-চানেকীয়া হৈছে। সি হ'ল,

ৰবীন্দ্ৰ বৰা। তাৰ ওপৰৰ ভাইটো শুশীল বৰা। শিও ক'লা, কিন্তু মোতকৈ অলপ পাতলীয়া। পাচৰ দুটা ভাই বৰা—অনিল আৰু প্ৰভাত বৰা। ভনী তিনিজনীৰ ভিতৰতো দুজনীয়ে নিইজৰ গা'ত ককাদেউতাৰ মুখৰ ৰং সানিলে, এজনীয়ে মাথোন দেউতাৰ গা'ৰ ৰংটো পালে। পোনৰজনী ননী—মোতকৈয়ো আস্তাৰ ; মাজৰজনী নিৰু—কিছু পোহৰ ; শেষৰজনী অঞ্জু—আটাইতকৈ পোহৰ। অনিলৰ ওপৰতে মোৰ আৰু এটা ভাই আছিল—অতুল। সি আকৌ টাইফয়েডত ঢুকাল—সাত বছৰমান বয়সত। সি পোহৰ আৰু আন্ধাৰৰ মোনোজাত আছিল—আমাৰ মুখত পৰা ৰঙৰ চিটিকনিবোৰৰ লুকাভাকু খেলখনৰ বিচাৰত। বগা হোৱাৰ হেঁপাহত মাকুমত থাকোঁতে এবাৰ মই আধাবাল্টি গাখীৰেৰে গা ধুই চাইছিলোঁ। কিন্তু, গা'ৰ ৰং সলনি নহ'ল।

দেউতাৰ ককায়েক দুগৰাকীও সমানে বগা আছিল। ডাঙৰজন উমাচৰণ, মাজুজন সোণেশ্বৰ আৰু সৰুজন ইন্দ্ৰেশ্বৰ—মোৰ দেউতা। দেউতাৰ বায়েক-ভনীয়েক কেইগৰাকীও ৰঙচুৱা বৰ্ণীয়েই আছিল। দেউতাৰ ফালৰ পৰা ককাদেউতা আছিল লক্ষ্মীৰাম বৰা। ককাদেউতা মই ওপজাৰ বহুদিন আগতেই ঢুকাইছিল। আইতাক মই হেনো দেখিছিলোঁ। মোক বোলে কোলাতো লৈছিল। আইতাৰ নামটো আছিল ৰাঙলী। তাৰো উজনিত কোনোবা এগৰাকীৰ নাম আছিল ৰঙালাও। মোৰ বিয়াৰ সময়তে ন-পুৰুষৰ শ্ৰাধ কৰিবলৈ দেউতাই মোক বংশলতিকাখন দিছিল। এটা নাম বিণিকি-বিণিকিকৈ মনত পৰে, তামু—ককাদেউতাৰ দেউতাক। বংশলতিকাখন হেৰুৱালোঁ। হেৰুৱায়ো অনুতাপ কৰিবলৈ নাই। সেইফালৰ পৰা যহ পাবলৈ একো নাই। মই মুঠতে কাঁড়ী-পাইকৰ নাতি। দেউতাৰ উপৰি-পুৰুষৰ আটাইবোৰেই খেতি-বাতি কৰিয়েই জীৱন কটাই গুচি গ'ল। মাথোন মাটি-বাৰীৰ গৰাকী হিচাপে বৰ নিছলা নাছিল। এবাৰ ককাদেউতাই হেনো কোনোবা এজন ভায়েকক সিজনে বিয়া কৰি উঠি সেৱা কৰোঁতে শিৱসাগৰৰ ৰূপহী পথাৰৰ মাটি এবিঘা আশীৰ্বাদ বুলি উপহাৰ দিছিল। অথচ, সেইদিনৰ অৱস্থাটো আছিল এনেকুৱা, ভায়েকে আৰু ভাই-বোৱাৰীয়েকে এদিন শৰাই এখন লৈ ককাদেউতাক সেৱা কৰি কৈছিলহি, মাটিডৰা ওভোতাই লৈ তাঁৰিব লাগে। নহ'লে খাজানা বিচাৰি টেকেলাই জুলুম কৰিছেহি।

দেউতাইহঁতৰ খাচ ঘৰ আছিল, শিৱসাগৰৰ বংঘৰৰ কাষত তুলীয়াপাৰত। মানুহৰ মুখ বাগৰি ফুৰা গল্প এটা আছে। শিৱসাগৰ পুখুৰীটোৰ বোলে চাৰিটা পাৰৰ নামকেইটা এনেকুৱা: উত্তৰে কাথপাৰ, পূবে জয়ৰাপাৰ, দক্ষিণে চেবেকাপাৰ আৰু পশ্চিমে তুলীয়াপাৰ। সেই কালেদি নামেৰে গগন ফাটিলেও গাঁওখন কিন্তু কালি-পৰহিলৈকে বৰ পাচ পৰি আছিল। ইমানেই পাচ পৰি আছিল যে, দেউতাই গাঁওখনৰ প্ৰথম মেট্ৰিকুলেট্: তাৰ পাচত দ্বিতীয়জন মেট্ৰিকুলেট্ মই। মাজত সেইটো এটা বিৰাট বৰছিগা। দেউতা সেইদিনৰ মেট্ৰিকুলেটেই নাছিল—প্ৰথম বিভাগত উত্তীৰ্ণ হৈ দুটা নে তিনিটা 'লেটাৰ'ৰো অধিকাৰী হৈছিল। দেউতাই যিবোৰ মচাবিদা কৰিছিল, সেইবোৰ কেতিয়াবা মোক শুধৰাবলৈ দিছিল— এনেয়েই। এটা আখৰো সলাব নোৱাৰিছিলোঁ। অথচ, তেতিয়া মই কটন কলেজত ইংৰাজীৰ অধ্যাপক! দেউতাক হেনো প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাচত চৰকাৰৰ ঘৰৰ পৰা জলপানি যাচিছিল, মেডিকেল স্কুলত পঢ়িবৰ কাৰণে। পৰিয়ালৰ কোনেও পঢ়িবলৈ অনুমতি নিদিলে, জাত যাব বুলি! মৰা মানুহ কটা-ছিঙা কৰিব লাগিব। তাৰ পাচতো কাবোবাৰ জানো জাতটো নোযোৱাকৈ থাকিব!

দেউতা চৰকাৰী চাকৰিত সোমাল। পোষ্ট-মাষ্টৰৰ চাকৰি। টেলিগ্ৰাফ প্ৰশিক্ষণ লোৱাৰ পাচত সেই বিষয়ৰ পৰীক্ষাত দেউতা প্ৰথম হৈছিল। গতিকে, সেইদিনৰ ইংৰাজ গৱৰ্ণৰবোৰ ক'ৰবাত চক্কৰ ফুৰিবলৈ ওলালেই খাঁজিখোৱা ঠাইত কাম চলাবলৈ দেউতাৰ সঘনে ডাক পৰিছিল। কাৰণ, গৱৰ্ণৰ য'লৈকে গৈছিল, গৱৰ্ণৰৰ গোটেই অফিচটোও ত'লৈকে লগে লগে গৈছিল। মনত আছে, এবাৰ অসমৰ গৱৰ্ণৰ ছাৰ ৰবাৰ্ট নীল ৰীড্ শদিয়ালৈ গৈছিল, ছৈখোৱা হৈ। নৈ পাৰ হয় মানে টেলিগ্ৰামৰ চল বৈছিল, ছৈখোৱা ডাকঘৰত। টেলিগ্ৰামবোৰ নৈ-ঘাটৰ ডাকবঙলাত দি আহিছিলগৈ, দুজন বিশেষ পিয়নে। মূৰত ইস্ত্ৰি কৰা খাকী কাপোৰৰ পাগুৰী। মিনিটে মিনিটে অহা-যোৱা। আজিকালিৰ সোলোক-ঢোলোক প্ৰশাসনৰ বাবে তেতিয়াৰ সেই কট্‌কটীয়া প্ৰশাসনৰ কণটো ঢুকি পোৱাৰ অতীত।

ছৈখোৱাৰ সময়ছোৱাৰ দুটা স্মৃতি আজিও মনৰ ফলিৰ পৰা মচিব পৰা নাই। এটা হৈছে, ডাকঘৰটোৰ ওচৰতে থকা এঘৰ নেপালী

আজিও মনত পোৱা মাখনৰ স্মৃতি। যিদিনা মাখন তোলে, সেইদিনা দুপৰীয়াই মোক আৰু মোৰ ভাইটোক গোৱালনী মাহীয়ে আবেলি মাখন খাই আহিবৰ বাবে যাবলৈ মাতি থৈ যায়হি। গোৱালনী মাহীয়ে যেতিয়া মথনীডাল মেৰিয়াই পোৱা জৰীগছ টানি আনি সাউৎকৈ এৰি এৰি দিয়ে, তেতিয়া গাখীৰৰ পাত্ৰটোত ঘৰোঁৎ-ঘৰোঁৎকৈ শব্দ উঠিছিল। সেয়া শুনি শুনি চকুহাল গধুৰ হৈ অহা যেন পাইছিলোঁ। তাৰ পাচত, নেপালী গোৱালনীজনীয়ে আমাৰ দুজনৰ হাতত এচপৰাকৈ মাখন তুলি দিছিল। শুধ্ বৰফৰ দৰে বগা সেই মাখনৰ চপৰাটো কলপাতত লৈ আমি হেঁপাহ পলুৱাই খাইছিলোঁ। ক'লে কোনেও বিশ্বাস নকৰিব, সেই মাখনৰ একো বৈয়ামৰ দাম আছিল মাথোন পাঁচ অনা! মানে আজিকালিৰ হিচাপত ত্ৰিশ পইচা। আনটো স্মৃতি স্কুললৈ যোৱাৰ বাটত পোৱা হাতী বান্ধি থোৱা পিলখানাটো। মাজে মাজে বনৰীয়া হাতী ঘৰচীয়া কৰা দৃশ্যবোৰ মনত পৰে। বশ নমনালৈকে যাঠিৰে খোচ একোটা মাৰি গাত পানী ঢালি দিয়া দৃশ্যবোৰ অতি করুণ। পোৱালি হাতীবোৰৰ চকুৰেদি চকুলো বৈ গৈছিল।

এই ছৈখোৱাতে মোৰ ব্ৰহ্মপুত্ৰৰ লগত প্ৰথম চিনাকিটো ঘটিছিল। অশোকাষ্টমীৰ দিনা। দেউতা ব্ৰহ্মপুত্ৰত পা ধুবলৈ যাব। ময়ো ওলালো। ছৈখোৱা নৈ, যিখন আমাৰ ঘৰৰ কাষেদি বৈ গৈছিল, সেয়া খোজ কাঢ়ি পাৰ হ'লোঁ। তাৰ পাচত চাপৰি। আমলখি গছেৰে উপচি আছিল। সেয়া পাৰ হৈ আৰু এটা সুঁতি। এইদৰে কেইবাটাও সুঁতি পাৰ হৈ সমুখত দেখা পালোঁ, এখন শান্ত নদী। সিমান বহল নদী তেতিয়ালৈকে মই দেখা পোৱা নাছিলোঁ। আৰু সেইদিনা দুপৰীয়াৰ গোটেইখন নীলা আকাশ যেন নৈখনৰ ওপৰত দোঁ খাই পৰিছিল। পাৰৰ বালিবোৰ সৰু সৰু আয়নাৰ গুৰিৰ নিচিনাকৈ চিক্‌মিকাই আছিল। উভতি আহোঁতে দেউতাক কত কথা যে সুধি আহিছিলোঁ। দেউতাই সেইদিনাই বাটে বাটে মোক পৰশুৰামৰ কাহিনীটো কৈ শুনাইছিল। গল্প বোলা বস্তুটোৰ লগত সেইদিনাই মোৰ প্ৰথম পৰিচয় ঘটিছিল।

এইবোৰ সহজ স্মৃতিৰ লগতে আৰু এটা স্মৃতি মনৰ কোণত খুঁচকৈ লাগি আছে। মোৰ ভাইটো চুকাৰ কেইদিনমানৰ

আগৰ কথা। ক'বলৈ পাহৰিছোঁ, হৈখোৱা ডাকঘৰটো আছিল আঠকোণীয়া; তাতে একাংশত আমাৰ থকা ঘৰ। সমুখৰ কাললৈ এখন তিনিকোণীয়া বাৰাণ্ডা। তাৰ বেলিঙতে আমি মাজে মাজে খোৰা উঠোঁ। সেইদিনাও তাকে কৰিবলৈ ওলাই আহিছিলোঁ। দেখিলোঁ, বাৰাণ্ডাত দুৰ্গা গোঁসানীৰ অসুৰটোৰ লেখীয়া দুটা মানুহ এখন ভৰি থিয়কৈ আৰু এখন ভৰিৰে আঁঠুকাঢ়ি কান্ধত তৰোৱাল লৈ বৈ আছে। মই দৌৰি ভিতৰলৈ গৈ মা'ক লগ ধৰিলোঁ, ভাওনাৰ অসুৰ দুটা চাবলৈ। মা'ই মোক কেইবাবাৰো সুধিলে, মই ভয় খালোঁ নেকি? মই ক'লোঁ, ভয় খাবলৈ কিটো আছে? সেই দুটা মাটিৰেহে সজা। সঁচাসঁচিকৈয়ে মই ভাবি লৈছিলোঁ, সেই দুটা কোনোবাই থৈ যোৱাহি বুলি। মা'ই দেউতাক ক'লে। দেউতাই চাই আহি ক'লেহি, নাই। তাৰ পাচত, মা আৰু দেউতাক বৰ চিন্তিত দেখিছিলোঁ।

দুদিনমানৰ পাচতে আমাৰ ঘৰলৈ অৰবিন্দ মামা আহিছিল। আচলতে সেই মামাজন আমি পাতি লোৱা মামাহে আছিল। খোৱাঙৰ ওচৰৰ কোটোহাত ঘৰ। শদিয়ালৈ যাবলৈ আহিছিল। কোনোবা এজনে ইয়াৰ ভিতৰতে বাচনি মাৰি চাইছিল। তেওঁ বোলে আমি থকা ঘৰটোৰ তলতে এটা কুঁৱাৰ ভিতৰত এখন দুৰ্গা গোঁসানীৰ প্ৰতিমা আৰু সোণ-ৰূপেৰে উপচি থকা কেইবাটাও পেৰা দেখা পাইছিল। কিবা চুম্বক দি টানি উলিওৱাৰ কথা কৈছিল। দেউতাই সেইবোৰ তন্ত্ৰ-মন্ত্ৰৰ কাৰবাৰ কৰিবলৈ নিদিলে। মানুহজন গ'লগৈ। অৰবিন্দ মামা আহি ওলালহি। কেইদিনমান যোৱাৰ পাচতে দেউতা, মা আৰু মই—তিনিও একেদিনাই জ্বৰত পৰিলোঁ। ডাক্তৰে ক'লে, তিনিওজনৰে টাইফয়েড্। ডাক্তৰৰ অক্লান্ত চিকিৎসা আৰু অৰবিন্দ মামাৰ অবিশ্ৰান্ত শুশ্ৰূষাত আমি তিনিও আনবিয়া হ'লোঁ।

সঁচা-মিছা আজিও নেজানো। মই বাৰু মোৰ চকু দুটাক অবিশ্বাস কৰোঁ কেনেকৈ? অতিমানৱীয় কিহবাৰ ছাঁয়াময়া ৰূপ বুলি ক'বলৈয়ো টান পাওঁ। আৰু মোৰ সেইটো বয়সত কিবা এটা ৰূপ কল্পনাতে সাজি উলিয়াইছিলোঁ বুলিও ক'ব নোৱাৰোঁ। পাচত বেতিয়া হাইস্কুলীয়া ছাত্ৰ অৱস্থাত এবাৰ বাঙমাইৰ পৰা ঢুলীয়াপাৰলৈ গৈছিলোঁ, তেতিয়া ৰেলগাড়ী অহাত পলম হোৱাৰ বাবে মাজনিশাহে

ওলাইছিলোঁগৈ। বং ঘৰৰ কাষেদি শ্মশানৰ দাঁতিয়েদি খোজকাঢ়ি গৈছিলোঁ, সেই নিশা। মোৰ বতাহী বৰমা'ক ক'লোঁহে ক'লোঁ, ওঁ-হো মই ক'তো একো দেখা নাই—বৰমা'ই কিন্তু বিশ্বাস নকৰিলে। বৰমা'ই মোক মাজৰাতিখন তুলোটা পানীৰে গা ধুৱাইহে এৰিলে। ভাত-পানী, জা-জলপান একোকে খাবলৈয়ো নিদিলে— জানোচা মই ক'ব নোৱাৰাকৈয়ে মোৰ গা'ত লাগি যোৱা ভূতটোৰহে পেট পূৰ হয়। কিন্তু ভূত বোলা বস্তুটোৰ অস্তিত্বত মই আজিও পতিয়ন যোৱা নাই। তেনেহ'লে সেয়া বাৰু কি দেখিছিলোঁ? মা'ই বহুত দিনলৈকে কৈ আছিল, কিবা জগৰ নলগা হ'লে মোৰ ভাইটো ঘোলে মুচুকালেহেঁতেন!

ছৈখোৱাতে চাবলৈ পাইছিলোঁ, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ 'জয়মতী' বোলছবি। তেতিয়াৰ দিনত ছবিঘৰ নাছিল। ছৈখোৱাৰ গধূলি-বজাৰখনৰ কাষতে যিটো থিয়েটাৰ ঘৰ আছিল, তাতে 'জয়মতী' দেখুওৱা হৈছিল। মোৰ মনৰ পৰা মচ যোৱা নাই, তাৰো ভূমিকা হিচাপে দেখুওৱা পিতলৰ দাপোণত ওলোৱা অসুৰটোৰ নাচ আৰু তাৰ লগত হোৱা মানুহ এটাৰ যুঁজখন। বহুদিন লাগিছিল গম পাবলৈ, সেয়া যে সংস্কৃতি আৰু দুষ্কৃতিৰ চিৰকলীয়া কাজিয়াৰে এখন প্ৰতীকী ছবি! মোৰ মনত আছে, গদাপাণি নগাপাহাৰলৈ পলাই যোৱাৰ দৃশ্যটো, ৰজাৰ চাওদাঙে ধৰি নিবলৈ আহোঁতে সিহঁতক উচাট্ মাৰি বগৰাই থৈ যোৱাৰ দৃশ্যটো। মনত আছে, "দেউতা, বন্দীৰ আগৰ আগফালে আৰু দেউতাৰ পাচৰ পাচফালে" বুলি গদাপাণি পলোৱাৰ সম্ভেদটো দিয়েই ঘোৰাটোৰ মুখৰ ফালৰ পৰা পিঠিত উঠিব খোজা বাওনা মানুহজনৰ দৃশ্যটো। জ্যোতিপ্ৰসাদ মানুহজনকো সেইদিনাই দেখিছিলোঁ। মুখৰ ছবিখন কিন্তু মনত নাই। দেউতাই মোক অলপ আঁতৰৰ পৰা দেখুৱাই দিয়া কথাষাৰ মনত আছে, "সেই মানুহজনেই কৰিছে, আজিৰ টকীখন।" ওচৰতে জেনেৰেটৰটো ঢেৰ্ ঢেৰাই আছিল। লগতে জ্বলি আছিল, কেইটামান বিজুলী-চাকি। মোৰ এটা আৰ্ চোচ্ থাকি গৈছিল, আমাক আগৰ পৰা চাবলৈ নিদি পিচফালে বহুৱালে; আৰু দেউতা যে কি, তাকে লৈয়েই ফূৰ্তি।

তেনেকুৱা বুৰ্বক হৈ থকা শৈশৱৰে স্মৃতি এইবোৰ। মাথোন মনৰ গোপন চুমহিৰ পৰা ভাপ হৈ উৰি নোযোৱাখিনিৰ স্মৃতি।

ছৈখোৱাৰ এটা স্মৃতিয়ে মাজে মাজে এতিয়াও মোৰ মনৰ খিৰিকিৰে ভুমুকি মাৰি যায়হি। এদিন ডাকঘৰৰ পিয়নজনৰ ঘৰলৈ এজন আলহী আহিছিল। ময়ো আলহী কাক কয়, চাবৰ কাৰণে পিয়নজনৰ ঘৰত সোমালোঁগৈ। দেখিলোঁ, মানুহজনে সন্মুখত গাখীৰ এবাটি লৈ নলীয়া কটাৰী এখনেৰে কাঠৰ টুকুৰা এটাত পাণ এবিৰা মেৰিয়াই চুমৈকৈ কুটি আছে। কুটাৰ ধৰণটো দেখি মোৰ বৰ ভাল লাগিছিল। তাৰ পাচত, জোলোঙাৰ ভিতৰৰ পৰা সৰু টেমী এটা উলিয়ালে। তাৰ পৰা এচিকটা লৈ সৰিয়হটোৰ সমান বড়ি এটা কৰিলে। অৱশেষত, মানুহজনে সেই বড়িটো পাণখিনিৰে সৈতে গাখীৰত থৈ মধ্যমা আঙুলিটোৰে পিহিবলৈ ধৰিলে। চাওঁতে চাওঁতে গাখীৰবাটি চিকচিকীয়া ক'লা হৈ উঠিল। মোৰ কিবা মেজিক-মেজিক লাগিছিল। মানুহজনে মোৰ পিনলৈ চাই হঠাৎ শোহা মাৰি সেই ক'লা গাখীৰখিনি গিলি থ'লে। মোক ক'লে, "মইনা, ঘৰত নক'বাগৈ।"

ওঁ-হো নকওঁ। কানি খোৱাৰ পাচত সেই মানুহজন বাঁহৰ চাংখনত কেনেকৈ লাং খাই শুই পৰিছিল, সেইবোৰ কথা নকওঁ। ছৈখোৱাৰ বাকী ভগা-ছিগা স্মৃতিবোৰৰ কথাও আৰু বেচি নকওঁ।

## ॥ ওমলাঘৰৰ সোঁৱৰণি ॥

"হাত মেলি চোতালৰ পৰা
'আহাঁ' বুলি মাতোঁ জোনাবাই ;
বাটতে থমকি ৰৈ
জোনায়ে উত্তৰ কৰি
দুৰৱিত পোহৰৰ প্ৰাণ সিচি যায়।"

—চৈয়দ আবদুল মালিক

ছৈখোৱাত আমি থকা সময়ছোৱাৰ আৰম্ভণি নিশ্চয় ১৯৩৫ চন আছিল। কাৰণ, সেই চনটোৱে সামৰি থোৱা এটা ঘটনা মোৰ মনত আছে, মোৰ শিশু-মনে ঢুকি পাব পৰা অন্য এটা ঘটনাৰ আঁত ধৰি। সেই ঘটনাটোৱেই মোৰ বাবে ছৈখোৱাৰ সুদূৰতম স্মৃতি। মই দেখিছিলোঁ, ডাক-টিকটত অতদিনে দেখি অহা বুঢ়া ৰজাটোৰ ছবিখনৰ সলনি এজন ডেকা মানুহৰ ছবি লাহে লাহে সৰহীয়া হৈ আহিছে! সেই তেতিয়াৰে কথা। এদিন দেউতাৰ পানীলগা জ্বৰ হওঁতে মা বৰ ব্যস্ত-অধৈৰ্য হৈ পৰিছিল। তেতিয়াই কেনেবাকৈ কাৰ মুখৰ পৰা শুনিছিলোঁ জানো, অলপতে যে ৰজা ৫ম জৰ্জ মৰিল, সেই পানীলগা জ্বৰতে মৰিল! গতিকে, মা তেনেকৈ অধৈৰ্য হৈ পৰাটো মুঠেই ভুল কথা নহয়! ছৈখোৱাত থাকোঁতে আমি সেইকাৰণে পানীলগা জ্বৰ হ'লেই 'এমন কুইনাইন' নামৰ এবিধ জুলীয়া ঔষধ খাইছিলোঁ। ঔষধখিনিৰ ৰংটো আছিল ৰঙচুৱা ; কিন্তু তাৰ দুটোপমান পানীত দিলেই পানীখিনি গাখীৰৰ দৰে বগা হৈ পৰে। সোৱাদটোও আছিল পোনতে জলা-জলা মিঠা আৰু কিছুপৰৰ পাচত তিতাৰ আভাস এটা আনি দিয়া।

ছৈখোৱালৈ অহাৰ আগতে আমি নকছাৰিত আছিলোঁ। তাৰ আগতে মুমলীগড়ত। মুমলীগড়ৰ কথা ধূঁৱলিকুঁৱলীকৈয়ো মনত নপৰে। ডিব্ৰুগড়ৰ পৰা গুৱাহাটীৰ ফালে অহা-যোৱা কৰোঁতে, ধনশিৰী নৈৰ দলংখন পাওঁতে গড়টোলৈ আবেগভৰে চাই পঠিয়াওঁ। জানোচা ক'ৰবাত শৈশৱৰ সোণোৱালী ধূলিৰ এমুঠি চিনাকি-চিনাকিকৈ

পাওঁ। এতিয়াৰ আবেগখিনিৰ বাহিৰে তেতিয়াৰ একোকে বিচাৰি নেপাওঁ। মাথোন আন্ধাৰতে এনেয়ে খেপিয়াই ফুৰা।

নকছাৰিৰ ছুটামান কথা মনত আছে। প্ৰথমতে, সেই বিৰাট ভূমিকম্পটো—যিটো ভূমিকম্পই বিহাৰখন ধুনি পেলাইছিল। আমি থকা ডাকঘৰৰ লগালগি ঘৰটোৰ দেৱালৰ মাটিৰ লেওবোৰৰ এচটাও লাগি থোৱা নাছিল। বাঁহৰ গাধৈবোৰ মৰা গৰু-ম'হৰ জঁকাবোৰৰ লেখীয়াকৈ উদং হৈ পৰিছিল। অন্য এটা কথা মনত পৰে, জীৱনত প্ৰথমবাৰৰ কাৰণে বায়স্কোপৰ ছবি দেখা কথাষাৰ। ছবিখন আমাৰ ওচৰতে থকা ৰেল-ষ্টেচনটোত মালগাড়ীৰ ডবা এটাত পৰ্দা এখন আঁৰি তাতে পোহৰ পেলাই দেখুওৱা হৈছিল। ছবিখন ছকল ইংৰাজী আছিল। গোটেইবোৰ চাহাব-মেম। মেম এজনীৰ কোলাৰ পৰা পুখুৰী এটাৰ পাৰত কেঁচুৱা এটা টুলুপ্‌কৈ সৰি পৰিছিল। তাই ভাবি লৈছিল, কেঁচুৱাটো পানীত পৰিলগৈ। ময়ো ভাবিছিলোঁ। কাৰণ, পুখুৰীৰ পানীত এটাৰ পাচত এটাকৈ ঢৌৰি আঙঠি বিৰিঙি পাৰলৈকে বিয়াপি গৈছিল। তাৰ পাচত, মেমজনীয়ে লগৰ চাহাবটোক মাতি আনিলেগৈ। হালেই ফেকুৰি ফেকুৰি কেঁচুৱাটো বিচাৰি গোটেইখন চলাথ কৰিলে। শেষত কুকুৰ এটা ওলাইছিল। তাৰ লগতে গৈ মেমজনীয়ে কেঁচুৱাটো বননিৰ মাজতে বিচাৰি পালেগৈ। এইখিনি কথা ফট্‌ফটীয়াকৈ মোৰ মনত পৰে।

নকছাৰিত থাকোঁতেই দেখিছিলোঁ, পোন প্ৰথমবাৰৰ কাৰণে আকাশেদি উৰি যোৱা আকাশী-জাহাজ। এদিন আবেলি ছুইমান বজাত দেখিছিলোঁ, আকাশৰ ভালেমান ওপৰেদি লাহে লাহে গৈ থকা আকাশী জাহাজখন। বহুত পৰলৈকে চাই আছিলোঁ, চিলনী এজনীৰ লেখীয়া সেই বিমানখন। তাৰ পাচত আৰু এদিন পুৱাৰ ফাললৈ দেখিছিলোঁ সেইখন। সেইবাৰ অলপ তলেদি গৈছিল। পাখি ছুখন সেইদিনা ভালকৈ দেখিছিলোঁ; ছুতৰপীয়া পাখি—থৰ্‌ হৈয়ে থাকে। ছয়োদিনা দেউতা আৰু দেউতাৰ কেইবাজনো বন্ধুৱে অনেক আলোচনা কৰিছিল। আকাশী জাহাজৰ বিষয়ে আৰু চাহাবিলাকৰ বুদ্ধি-বৃত্তিৰ বিষয়ে। পাচত 'আৱাহন'ত পঢ়িছিলোঁ কোনোবা এজনে লিখা—কোনে লিখিছিল, পাহৰিলোঁ—প্ৰবন্ধটো 'আউনিআটী সত্ৰাধিকাৰ প্ৰভুৰ লগত বিমান-বিহাৰ'! পোহৰ

মিনিট উঠিছিল হেনো। তাৰ বাবে, অধিকাৰগৰাকীয়ে দুয়োজনৰ হৈ ধন দিছিল, সেইদিনতে মুঠ চাৰি-শ টকা। বৰ্ণনাটো এতিয়া পঢ়িলে হাঁহি উঠি যাব। লেখকজনে আওৰাইছিল 'ৰুক্মিণীহৰণ কাব্য'ৰ পৰা বেদনিধি বাপুৰ দুৰৱস্থাৰ বৰ্ণনা থকা এহালিচা পদ।

নকছাৰিৰ এটা মধুৰ স্মৃতি হ'ল, খেলী নামৰ এজন নগা ডাক-বাণাৰ। নিতৌ তেওঁ হাতত এডাল জুমুকা থকা যাঠি লৈ পিঠিত ডাকৰ থৈলাটো বান্ধি মোকক্চাঙৰ পৰা নকছাৰিলৈ আহিছিল আৰু পাচবেলা মোককৃচাঙলৈ উভতি গৈছিল। মোক তেওঁ খুব মৰম কৰিছিল। মোককৃচাঙৰ পৰা সদায় তেওঁ মোলৈ কল নাইবা নাচপতি এটা আনিবলৈ নেপাহৰিছিল। তেওঁ মোৰ দেউতাক দুবাৰ দুডাল নগাযাঠি উপহাৰ দিছিল। এডাল নোমৰ গোঁথনিৰ খাঁজকটা আগজোঙা লাখুটিৰ লেখীয়া যাঠি—টুপ্‌টো হাতীদাঁতৰ আছিল। ইডাল উকা আৰু দীঘলীয়া চিকাৰৰ যাঠি। তাৰে এবাৰ এটা ডাঙৰ চিকাৰ হৈছিল, আমাৰ ঘৰলৈ সোমাই অহা মস্ত এডাল শংখচূড় সাপ। আমাৰ ঘৰত কাম কৰা লগুৱা এটাই একে খোচতে গতি লগোৱা দেখা পাইছিলোঁ, সেই সাপডাল।

সেই বৃটিছ যুগৰ চৰকাৰী আইন-কানুনৰ জুঁই এটা দেখা পাইছিলোঁ, নকছাৰিত থাকোঁতেই। এদিন এজন দাৰোগা লগত দুটা চিপাহী লৈ দেউতাৰ ওচৰ পাইছিলহি। তেওঁলোকে কাৰোবাৰ পৰা গম পাইছিল, এজন পিয়নে—নামটো আছিল নীল · হেনো ডাকত যোৱা চিঠি-পত্ৰৰ খামৰ পৰা টিকট এৰুৱাই আন মানুহক ৰেহাই দামত বিক্ৰী কৰে। দেউতাৰ অনুমতি বিচাৰিলে, পিয়নজনৰ চৰকাৰী ঘৰ খানাতালাছ কৰিবৰ কাৰণে। তেওঁ সৰালৰিকৈ সেই টিকটৰ বাকচকেইটা লুকুৱাবলৈ লওঁতেই পুলিচ তেওঁৰ ঘৰত সোমালগৈ। পুলিচে আমাৰ চকুৰ আগতে তেওঁক মৰিয়াই-খুঁটিয়াই বান্ধি লৈ গ'ল। তেওঁৰ ঘৰত হেনো পুলিচে কুৰি-পঁচিশ টকাৰ এক অনীয়া টিকট বিচাৰি পাইছিল। কিছুদিনৰ মূৰত শুনিছিলোঁ, তেওঁৰ হেনো ছমাহ কাৰাদণ্ড হ'ল। তাতকৈয়ো ডাঙৰ কথা হ'ল, চোৰ বুলি তেওঁক হেনো গাৱঁৰ সমাজেও সমাজৰ পৰা এঘৰীয়া কৰিলে। এতিয়া ভাবি চাইছোঁ, এতিয়াৰ দৰে লাখে লাখে ক'লা টকা ঘটা মানুহবোৰৰ দুজনমানক লগ পোৱা হ'লে চৰকাৰে চাগৈ নিজেই

লাজ পালেহেঁতেন, লঘু পাপত গুৰু শাস্তি বিহি উত্তোলি কৰাৰ কাৰণে!

নকছাৰিৰ অন্য এটা স্মৃতি হ'ল, মোককৃচাঙলৈ যোৱা বাটটোৰ কাষতে থকা মৌজাদাৰজনৰ ঘৰৰ চোতালত দেখা বিচিত্ৰানুষ্ঠান এখন। বিচিত্ৰানুষ্ঠান বুলি নকৈ বাৰু কি বুলি ক'ম! ভীম-দুঃশাসনৰ ৰণ চালোঁ। বোধকৰোঁ ভাওনাৰ একাংশ আছিল। তাৰ পাচত, কেইটামান মেজিক। অৱশেষত, এটা ৰাক্ষসে এটা পাৰ চৰাই কেঁচাই কেঁচাই খোৱাৰ দৃশ্য। বোধকৰোঁ, মধ্যবিৰতিৰ পাচত সেয়া ভাওনাৰ পাচৰ ছোৱা আছিল—দুঃশাসনৰ ৰক্তপান! যিয়েই কি নহওক, সেই ৰাক্ষস যেন লগা মানুহটোক দেখি ভীষণ ভয় খাইছিলোঁ। তাৰ কঁকালত খোবোচা লগাই থোৱা জৰীডালত ধৰি পাঁচোটা নে দু'টা মানুহে পাচপিনলৈ টানিও তাক ৰাখিব পৰা নাছিল। তাৰ ফোৰোহনি-গোজৰণিত গোটেইখন তলমল্ লাগিছিল। এতিয়া ভাবিছোঁ, ছৈখোৱাত দেখা মায়াবী-অসুৰ দুটা বাৰু সেই নকল অসুৰটোৰে সাঁচতীয়া ছবিখনৰ পুনৰ্নিৰ্মাণ নেকি! নহ'লে দেখোন ব্যাখ্যা বিচাৰি নেপাওঁ—নকল অসুৰ দেখিয়েই ভয় খোৱা একেটা ময়েই জলজল্-পটপটকৈ দেখা পোৱা সঁচা-সঁচা যেন লগা দুটা আচল অসুৰ দেখিও ভয় নেখালোঁ!

ছৈখোৱাৰ পৰা দেউতাই বদলি লৈছিল, মাকুমলৈ। তেতিয়াৰ মাকুম এতিয়াৰ মাকুমতকৈ বেচিহে ৰহৰহীয়া, বেচিহে গমগমীয়া আছিল। বন বিভাগৰ অফিচটো আছিল বেচ ডাঙৰ—মাকুমৰ ব্যস্ত জীৱনৰ কেন্দ্ৰস্থল। অফিচৰ সমুখৰ খেল-পথাৰখন আছিল আটকধুনীয়া। সেউজীয়া ঘাঁহনিৰে ভৰা সেই খেল-পথাৰখন বন বিভাগে ৰব আপ্‌ডাল্ কৰি ৰাখিছিল। ছৈখোৱাৰ ফাললৈ যোৱা বাটটোৰ কাষতে আছিল চীনা কাঠ-ব্যৱসায়ীৰ দুটা কাঠফলা বিয়াগোম কাৰখানা। ঘাই চীনা মানুহজনৰ নাম আছিল হুপ্‌ কুইন। মানুহজন ৰব সৰবৰহী আছিল। মানুহে তেওঁক মিস্ত্ৰি-চাহাব বুলি কৈছিল। উজনি অসমৰ চাহ বাগিচাবোৰৰ কলঘৰ-পাতঘৰবোৰ তেওঁৰেই পোহপাল দিয়া চীনা মিস্ত্ৰিবোৰৰ হাতৰ কীৰ্তি আছিল। মাকুম বুলিলেই আজিও দুটামান কথা ফট্‌ফটীয়াকৈ মনত পৰে। হাতীজান পাৰ্বৰ সুমথিৰা টেঙা আৰু কামিনীৰঞ্জন দে' নামৰ এজন বঙালী ব্যৱসায়ী

মানুহে ঘৰে ঘৰে যোগান দি ফুৰা বৰফৰ বাকচত অহা জাপানী ইলীহি মাছ। দুয়ো বিধৰে দাম দুটা ক'লে আজি আৰু কোনেও বিশ্বাস নকৰিব। সুমথিৰা টেঙাবোৰৰ দাম আছিল টকাত এশটা; আৰু ইলীহি মাছৰ দাম আছিল জোৰাত পাঁচ অনা!

পাহৰিব নোৱাৰোঁ, আৰু ভালেমান কথা। মাকুম স্কুলৰ কাষতে এজোপা বনপিঠাৰ গছ আছিল। মোৰ সহপাঠী গগনচন্দ্ৰ সোণোৱালৰ কাম আছিল, সুবিধা পালেই তালৈ গৈ বনপিঠা পাৰি লগে-ভাগে সেইবোৰৰ সোৱাদ লোৱা। মই গছত উঠিব নেজানিছিলোঁ—আজিও নেজানো—গতিকে তাৰ লগত মোৰ যথেষ্ট খাতিৰ-বাতিৰৰ সম্পৰ্ক এটা আছিল। আৰু মনত পৰে, স্কুলখনৰ প্ৰধান শিক্ষক গোবৰ্ধন কুৰ্মীৰ কথা। তেখেত আগৰজন প্ৰধান শিক্ষকৰ সম্পূৰ্ণ বিপৰীত আছিল। আগৰজনে সোকাৰেহে কথা কৈছিল। ল'ৰা-ছোৱালী ভয়তে পেপুৱা লাগিছিল। কিন্তু, নতুনজনে মৰমৰ বান্ধোনেৰে গোটেইখনকে বান্ধি পেলাইছিল। ল'ৰা-ছোৱালীক যে ইমান মৰম কৰি পঢ়ুৱাব পাৰে কোনোবাই—সেয়া আজিকালি সপোন! মই যিদিনাখন মাকুম স্কুল এৰিছিলোঁ, সেইদিনা দেখোন তেখেতৰ চকুহাল চলচলীয়া হৈ পৰা দেখিছিলোঁ। এই মানুহজনেই মোক মৰম কাক বোলে, তাৰ উমানটো দিছিল প্ৰথমতে। মোৰ নিজৰ ধাৰণা, মই যে অলপ স্পৰ্শকাতৰ—সেই বস্তুটো মোৰ জীৱনলৈ এই মানুহজনৰে দান!

মাকুমতে মই অসমীয়া সাহিত্যৰ এগৰাকী ডাঙৰ সাহিত্যিকক কেইবাদিনো দেখা পাইছিলোঁ—খুব ওচৰৰ পৰা। দুষাৰ-এষাৰ মুখৰ কথাও শুনিছিলোঁ। তেখেত আছিল, হেভেদা চাহবাগিচাৰ স্বত্বাধিকাৰী আৰু অসমীয়া উপন্যাসৰ গঢ়দিওঁতা ৰজনীকান্ত বৰদলৈ। দেউতা প্ৰায়েই গধূলি হেভেদা বাগিচাৰ পিনলৈ যায়, দেউতাৰ এগৰাকী বন্ধুৰ ঘৰত ফুৰিবলৈ। সিজনৰ নামটো আছিল, ফটিক বৈৰাগী। দেউতাৰ লগতেময়ো যাওঁ। বৰদলৈ ডাঙৰীয়া যেতিয়া বাগিচাৰ ঘৰত থাকেহি, তেতিয়া প্ৰায়েই আমি তেখেতক আধা-বাটতে লগ পাওঁ। তেখেতো অকলশৰীয়াকৈ ফুৰিবলৈ ওলায়। দেউতাই তেখেতক নমস্কাৰ জনায়। তাৰ পাচত, আমাৰ লগতে তেখেত উভতি যায়গৈ। মোৰ মনত আছে, তেখেতে অতিপাত তামোল খাইছিল।

কোৱাৰিয়েদি সেলেঙী বৈ গৈছিল। সাজপাৰত একেবাৰে সৰল আছিল। তেতিয়া গমেই পোৱা নাছিলোঁ, উপন্যাস কি।

উপন্যাস বস্তুটোৰ লগত চিনাকি হৈছিল, কেইখনমান অপুষ্টতীয়া পুথিৰে। দেউতাৰ ১৮ খণ্ড নে ২০ খণ্ডৰ এখন ৰহস্যোপন্যাস আছিল —নাম 'লণ্ডন ৰহস্য'। কোনে লেখিছিল, কোনে ভাঙি উলিয়াইছিল বাংলালৈ—মোৰ মনত নাই। মোৰ মাথোন এটা চৰিত্ৰৰ নাম স্পষ্টকৈ মনত আছে – এমা। লুকাই-চুৰকৈ পঢ়িছিলোঁ। এনেতে সোণটি মামা থাকিবলৈ ল'লেহি, আমাৰ লগতে। সোণটি মামাৰ বাকীবোৰ কথা পাচত ক'ম। সোণটি মামা পাঁচকড়ি দে'ৰ ভীষণ ভক্ত। পি. এম. বাক্‌চিৰ 'ডাইৰেক্টৰী পঞ্জিকা'ত ওলোৱা জাননী চাই মামাই কিতাপ আনে ; মামা কামলৈ গ'লেই মামাৰ কোঠাৰ দুৱাৰ মাৰি সেই কিতাপবোৰ পঢ়ো—পৰিমল, হত্যাৰহস্য, মৃত্যু-বিভীষিকা, নীলবসনা সুন্দৰী, হত্যাকাৰী কে ইত্যাদি। পাঁচকড়ি দে'ৰ গোটেইবোৰ ডিটেক্‌টিভ উপন্যাস তেতিয়াই পঢ়িছিলোঁ। সেইবোৰ কিতাপ পঢ়ি থোৱাৰ কাৰণে পাচত কনেন ডয়েলৰ 'হাউণ্ড অৱ বাস্কাৰভিলে'ৰ লেখীয়া কিতাপবোৰ পঢ়িবলৈ সুচল পাইছিলোঁ। মামাৰ কোঠাতে চিনাকি হৈছিলোঁ, শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ মৰ্মস্পৰ্শী উপন্যাসবোৰৰ লগত। 'বড়দিদি'খনে মোৰ মনত এটা গভীৰ সাঁচ বহুৱাই গৈছিল। এইবোৰৰ লগতে ছেগা-চোৰোকাকৈ আমাৰ গোলাই চোৰৰ কথা থকা কুমুদেশ্বৰ বৰঠাকুৰৰ কিতাপবোৰো পঢ়িছিলোঁ। এটা কথা ঠিক, এই কিতাপবোৰ নিশ্চয় মই ভালকৈ বুজি পোৱা নাছিলোঁ। বুজি পোৱা হ'লে, নিশ্চয় মই লাইনচ্যুত ৰেলৰ দৰে হৈ পৰিলোহেঁতেন সেই তাহানিখনেই।

এদিন ধৰা পৰি গলোঁ, মা'ৰ হাতত। 'চৰিত্ৰহীন'খনৰ দুটামান পাত লুটিয়াবলৈ লওঁতেই মা সোমাইছিলহি মামাৰ কোঠাত। কথাটো মা'ই চাগৈ দেউতাক কৈছিল। সেইদিনা গধূলি দেউতাই মোক অংক কৰিবলৈ দিলে। পাৰিলোঁ। দেউতা হাতত এছাৰি লৈয়েই বহিছিল। পাছদিনা দেউতাই 'আৱাহন' এখন আনি মই দেখাকৈ থৈ দিলেহি। মই সেইখন পঢ়িলোঁ। তাৰ পাচৰ পৰা মাহে মাহে 'আৱাহন' পঢ়িবলৈ পোৱা হ'লোঁ। মা'ই পঢ়ে আৰু ময়ো পঢ়োঁ—

ললনাসলনিকৈ। ২য় শ্ৰেণীৰ ছাত্ৰ মই সেইবোৰ কি বুজি পাইছিলোঁ, ঈশ্বৰেই জানে।

সোণটি মামাই আমাৰ ঘৰতে থাকি লাইনোফোন নামৰ গ্ৰামফোন কোম্পানী এটাৰ এজেন্সি চলাইছিল। কেতিয়াবা মামাৰ ঘৰটো ঢেৰ গ্ৰামফোনেৰে উপচি পৰিছিল। মোৰ মনত আছে। আটাইতকৈ কম দামী গ্ৰামফোনটোৰ দাম আছিল, ৩০ টকা। এতিয়া তেনেকুৱা এটা গ্ৰামফোনৰ আটকধুনীয়া উদং বাকচ এটাৰে দাম ৩০০টকা হ'ব। আৰু আটাইতকৈ দামী গ্ৰামফোনটোৰ—তলত এটা আলমাৰীৰে সৈতে —দাম আছিল পূৰা ২০০ টকা। দুজন চৌখীন মানুহৰ নাম দুটা শুনিছিলোঁ, যি দুজনে তেনেকুৱা দুটা দামী গ্ৰামফোন মামাৰ পৰা কিনিছিল। এজনৰ নাম আছিল, পৰশুৰাম দত্ত—বন বিভাগৰ ডি. এফ. অ'. ; আনজন বসুধৰ বৰুৱা—ৰাজগড়ৰ ওচৰৰ বাহাদুৰ বাগানৰ মেনেজাৰ।

মামাহঁতৰ ঘাই দোকানখন আছিল লাহোৱালত। অৰুণ মামাই চলাইছিল। লগত আছিল এখন চাইকেলৰ দোকান। ৰেকৰ্ড কোম্পানী আটাইকেয়োটাৰে এজেন্সি লৈছিল। চেনোলা, মেগাফোন, কলম্বিয়া, হিজ মাষ্টাছ' ভয়েছ আৰু নিউ থিয়েটাছ'। নতুন ৰেকৰ্ড আহিলেই সেইদিনা বহু ৰাতিলৈকে গান শুনা আমাৰ অভ্যাস আছিল। অসমীয়া গানৰ ৰেকৰ্ড পোনতে শুনিছিলোঁ, গংগাধৰ বৰঠাকুৰৰ 'গৰখীয়া হেৰ' গৰখীয়া' আৰু আনটো পিঠিৰ 'বহাগী লুইতৰে' গান দুটা থকা ৰেকৰ্ডখন। পাচৰ গানটো শুনি সংগীত চৰ্চা কৰিবলৈ লওঁতে মোৰ ট্ৰেজেডী এটা হৈছিল। সেয়া আন এঠাইত লিখিছো— পুনৰাবৃত্তি নকৰোঁ। যি কি নহওক, পাচত লাহোৱালত থাকোঁতে মই এই গায়কগৰাকীক দৰাৰ সাজ পিন্ধি মোৰ বাল্য-বন্ধু তৰুণ ফুকনৰ বায়েক এগৰাকীক বিয়া কৰাবলৈ আহোঁতে মুগ্ধ দৃষ্টিৰে চাইছিলো। মোৰ কাৰণে সেয়া এক স্মৰণীয় অভিজ্ঞতা! তাৰ পাচতে শুনিছিলোঁ, লাবণ্যপ্ৰভা হাজৰিকাৰ 'পৰ্বতৰ নাগিনী আঁজলী হৰিণী' গীতটো থকা ৰেকৰ্ডখন। সিটো পিঠিত আছিল বোধকৰোঁ 'অ' মইনা ভোৰে উৰণীয়া চিত' বোলা গীতটো। মেগাফোনৰ ৰেকৰ্ড আছিল সেইখন। এওঁৱেই প্ৰথম অসমীয়া ৰেকৰ্ড-গায়িকা। কি লাজৰ কথা, ছোৱালীয়েও এনেকৈ সকলোৱে শুনিব পৰাকৈ গান গায়!

—চাৰিওপিনে ধিক্কাৰৰ ধ্বনি উঠিছিল হেনো! পাচত মই ছুলীয়াজানত এওঁক লগ পাইছোঁ। মই খুব দুখ অনুভৱ কৰিছিলোঁ, একালত এটা যুগৰ পাতনি মেলা এগৰাকী কোকিল-কণ্ঠী গায়িকাৰ নাম এটাইবোৰে পাহৰি গ'ল! ঘৰ-সংসাৰৰ জুমুৰিত এগৰাকী শিল্পী হেৰাই গ'ল!

সোণটি মামা আছিল ৰসৰ পূজাৰী, নিজে নজনাকৈয়ে সংস্কৃতিৰ আচহুৱা পূজাৰী। মাজে মাজে নাটকত মহিলাৰ ভাও লৈছিল। মাকুমতে মামাৰ নিচিনা একেধৰণৰ আৰু এজন মানুহ আছিল। দেউতাৰ বন্ধু আহমদ হুচেইন—বন বিভাগৰ ৰেঞ্জাৰ। বিৰাট আকাৰৰ মানুহ। এবাৰ দেউতাক ক'লেহি, মাকুমত অসমীয়া মানুহৰ এখন স্বকীয়া দুৰ্গা পূজা পাতিব লাগে। কাৰণ, তেওঁৰ মতে, বাকীবোৰে দুৰ্গা গোঁসানীৰ মূৰ্তিটো শাড়ী পিন্ধাই বঙালী ৰমণী কৰি পেলাইছে! দুৰ্গা গোঁসানীক অসমীয়া কৰি সজাব নোৱাৰি জানো? শাড়ীৰ সলনি ৰিহা-মেখেলা পিন্ধাই মূৰ্তি গঢ়াব লাগে। কথামতেই কাম। 'পিন্ধি শাড়ী খোণ্টাজালি' আওৰাই কোনেও জানিবা আগচি নধৰিলে! খেল-পথাৰখনৰ উত্তৰ ফালে থকা বন বিভাগৰ ক্লাবঘৰটোতে পূজাঘৰ হ'ব। সমুখতে ৰভা তৰি সপ্তমীৰ পৰা দশমীলৈকে চাৰিখন নাটক কৰিব। প্ৰথমবাৰৰ নাটক কেইখনৰ নাম মনত আছে: কনৌজ কুঁৱৰী, চন্দ্ৰকান্ত সিংহ, কাশ্মীৰ কুঁৱৰী আৰু কুৰুক্ষেত্ৰ। হুচেইন চাহেবৰ নিৰ্ভেজাল কথা, যাই ভাওকেইটা তেওঁকেই দিব লাগিব আৰু তেওঁ ক'তো কেতিয়াও মৰিব নেলাগিব! শকুনি যেয়ে হয় হৈ থাকিব, কিন্তু ভীমৰ ভাওটো তেওঁকেই দিব লাগিব! তেওঁৰ মতে, ধৰ্ম আটাইবোৰ একে—'মাকুম ষ্টোৰ্চ'ৰ সমুখৰ তিনি-আলিটোৰ লেখীয়া; তিনিও পিনৰ পৰা মাকুমলৈকে আহিব পাৰি! পূজাৰ খৰচৰ তিনি ভাগৰ এভাগ তেওঁ অকলেই দিছিল—বাকী দুভাগহে বাকীবোৰে চান্দা তুলি যোগান ধৰিছিল।

নাটকৰ কাৰণে প্ৰত্যেকৰে বচনবোৰ বেলেগে বেলেগে দীঘলীয়া কাকতৰ টুকুৰাত লিখি প্ৰত্যেককে মুখস্থ কৰিবলৈ বিলাই দিয়াৰ ভাৰটো আছিল সোণটি মামাৰ। যি কি নহওক, ৰিহা-মেখেলা পিন্ধা দুৰ্গা গোঁসানী দেখি স্কুলৰ সৰস্বতী গোঁসানীজনাও তেতিয়াৰে পৰা অসমীয়া ছোৱালীকৈ সজোৱা হ'ল। সেয়া আমাৰ শিক্ষক গোবৰ্দ্ধন কুৰ্মীৰ সিদ্ধান্ত আছিল।

গোঁসানী অসমীয়া হ'ল হয়, সোণটি মামাৰ লোকাল কিন্তু দেউতীয়া হ'ল। মামা বোলে ডিগবৈৰ কালে কোনোবা এগৰাকী নেপালী ছোৱালীৰ প্ৰেমতো পৰিছিল। নাটকৰ বাগী আৰু প্ৰেমৰ বাগী দুয়োটা মিলি মামাৰ ব্যৱসায়ত মনযোগ কমাই আনিছিল। কথাবাৰ ককাদেউতাৰ কাণত পৰিছিলগৈ। সেইবাবে কথাবাৰৰ চৰজমিন তদন্ত কৰিবলৈ ককাদেউতা নিজেই মাকুম পালেহি। সেই নিশা মামা ওচৰৰে কোনোবা এখন বাগিচাত নাটক লৈ ব্যস্ত আছিল। ককাদেউতা আৰু দেউতা দুয়ো সেই বাগান পালেগৈ। মামাই দুয়োকো দেখি প্ৰমাদ গণিলে। অভিনয় শেষ হোৱাৰ লগে লগে মামা উধাও হ'ল। ককাদেউতা আৰু দেউতা দৰ্শকৰ মাজত খাপ পাতি বহি থাকোঁতেই গ'ল। মামাক বিচাৰি নেপালে। দেউতাৰ এখন বিলাতী 'হাম্বাৰ' চাইকেল আছিল। ঘৰলৈ উভতি আহি দেখিলে, সেইখনো নাই। মামা কোন বাটেৰে কেনি গ'ল, কোনেও ক'ব নোৱাৰিলে। বহুত দিনৰ মূৰত খবৰ পাইছিল, ৰেংগুনত আছিলগৈ। মাকণ মাহীদেউৰ বিয়াৰ দিনা প্ৰায় সাত-আঠ বছৰৰ মূৰতহে ঘূৰি আহি ঘৰ ওলাইছিল। সোণটি মামাই জীৱনত আৰু বিয়া-বাৰু নকৰালে। ঘূৰি আহি লাহোৱালৰ মটক বাগিচাতে কাম কৰিছিলহি। আকৌ মোৰ বিয়াৰ দুবছৰমানৰ পাচতে নিৰুদ্দেশ হ'ল। এবাৰ গুৱাহাটীত অসুস্থ হৈ মেডিকেল কলেজত পৰি থাকোঁতে চকু মেলিয়েই সোণটি মামাক দেখা পাইছিলোঁ, ১৯৭৭ চনত। মই আৰোগ্য হৈ উঠা যেন দেখিয়েই য'ৰ মানুহ ত'লৈ গুচি গ'ল। ১৯৮৪ চনত খবৰ পাইছিলোঁ, মামা হেনো 'বেওৱাৰিছ লাছ'হে ঢেকীয়াজুলিৰ ওচৰৰ কোনোবা এখন ঠাইত এই পৃথিৱীৰ পৰা বিদায়ী হ'ল। মামাই মোক এবাৰ লাহোৱালত কৈছিল, পৃথিৱীৰ ভিতৰত আটাইতকৈ ডাঙৰ ঔপন্যাসিক শৰৎচন্দ্ৰ আৰু আটাইতকৈ ভাল উপন্যাস তিনিখন হ'ল—শ্ৰীকান্ত, দেবদাস আৰু গৃহদাহ। সোণটি মামাই নিজৰ ওপৰতে সেই তিনিখন উপন্যাসৰ পোহৰতে জীৱনৰ পৰীক্ষা চলাইছিল, ঠিক যেনেকৈ বৈজ্ঞানিক জে. বি. এছ. হালডেনে নিজৰ গাটোকে ব্লে'ডেৰে কাটি-কুটি জীৱবিজ্ঞানৰ পৰীক্ষা চলাইছিল—তাৰে দূৰ-সুদূৰৰ প্ৰতিধ্বনিৰ লেখীয়াকৈ!

সোণটি মামা আমাৰ ঘৰত থকাৰ কাৰণেই মই আৰু এটা বস্তুৰ লগত চিনাকি হোৱাৰ সুযোগ পাইছিলোঁ, যিটো সুযোগ মোৰ

সময়ৰেয়ৰ বহুতৰে, ভাগ্যত সিমান উত্তেজনাকৈ ঘটা নাছিল। সেয়া হ'ল, অসমীয়া নাটকৰ 'পালা' শুনিবলৈ পোৱাৰ সৌভাগ্য। এই 'পালা'বোৰ আছিল কেইবাখনো ৰেকৰ্ড গোট খুৱাই সম্পূৰ্ণ কৰা একোখন নাটকৰ বাণীবদ্ধ ৰূপ। তেনেকুৱা একোটা 'পালা'ত সচৰাচৰ চাৰি-পাঁচখন ৰেকৰ্ড আছিল। সেই সময়ত একোখন ৰেকৰ্ডৰ দাম আছিল, ছুটকা চাৰি অনা; আৰু মুকীয়া বাকচত যোগান ধৰা একোটা 'পালা'ৰ দাম দহ-বাৰ টকা। মই শুনিবলৈ পাইছিলোঁ, চেনোলা কোম্পানীয়ে যোগান ধৰা এইবোৰ নাটকৰ 'পালা': শোণিত কুঁৱৰী, বেউলা, জয়মতী কুঁৱৰী, জন্মাষ্টমী, বিহুৱতী, নৰকাসুৰ ইত্যাদি। ইবিলাকৰ প্ৰযোজক আছিল, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণু ৰাভা। মেগাফোন কোম্পানীয়ে যোগান ধৰিছিল, তিনিখন নাটকৰ তিনিটা বিখ্যাত 'পালা': মনোমতী, লাচিত আৰু জেৰেঙাৰ সতী। প্ৰথমখনৰ প্ৰযোজক আছিল, ব্ৰজনাথ শৰ্মা; এই 'পালা'টো বেচ দীঘলীয়া—আঠখন ৰেকৰ্ডতহে সম্পূৰ্ণ। পাচৰ 'পালা' দুটাৰ নাট্যকাৰ-প্ৰযোজক আছিল, গণেশ গগৈ। ইবিলাকৰ বাহিৰেও আৰু কেইবাখনো নাটকৰ 'পালা' শুনিছিলোঁ; কিন্তু সিবিলাকৰ নামবোৰ পাহৰি থাকিলোঁ। এখনৰ নামটো ৰিণিকি ৰিণিকিকৈ মনত আছে—'দক্ষযজ্ঞ'! যি কি নহওক, এই সকলোবিলাক 'পালা'ৰ লগতে গোটেইখন ৰেকৰ্ড-নাটিকাৰ লিখিত ৰূপৰ একোখন ছপাপুথিও যোগান ধৰা হৈছিল। সেই নাটিকাবোৰৰ যোগেদিয়েই মই চিনাকি হৈছিলোঁ, অসমীয়া সাহিত্যৰ কেইজনমান শ্ৰেষ্ঠ লেখকৰ নামৰ লগত, অসমীয়া নাট্যজগতৰ কেইজনমান ক্ষণজন্মা নাট্যকাৰৰ নাট্যপ্ৰতিভাৰ লগত। উভতি চাই ভাবিছোঁ, সেই নাটিকাবোৰ একেলগে থ্‌পাই সাঁচি থোৱাৰ প্ৰয়োজনীয়তাৰ কথাষাৰ যদি জানিলোহেঁতেন!

মাকুম যদিও চহৰ হিচাপে তেনেই সৰু আছিল, তথাপি গৰুৰ খোজতো আকাশ দেখাৰ দৰে সেই চহৰখনতো সমকালৰ ভাৰতীয় ৰাজনীতিৰ ছবিখনৰ ছিল্‌মিল্‌ আভাস এটা জাঁহি উঠিছিল। ডিগবৈলৈ যোৱাৰ পথত পণ্ডিত নেহৰু এবাৰ মাকুমতো থমকি গৈছিল। কুৰি মিনিটমানতকৈ বেচি নহয়। জনসভা বোলা বস্তুটোৰ লগত সেয়ে মোৰ প্ৰথম পৰিচয়। নেহৰুক দেখাৰ আঁত ধৰিয়েই মই ভাৰতৰ

স্বাধীনতা আন্দোলন সম্পৰ্কে তুষাৰ-এৰাৰ কথা জানিব পাৰিছিলোঁ। তাৰ পাচৰ পৰা মাকুমত বহুত দিনলৈকে যেনিয়ে-তেনিয়ে শুনাত অভ্যস্ত হৈ পৰিছিলোঁ, 'বন্দে মাতৰম' ধ্বনিটোৰ সুৰীয়া আহ্বান। কিছুদিনৰ পাচতে মাকুমত দেখা দিছিলহি, মুছলিম লীগৰ নেতা মহম্মদ আলি জিন্নাই। সঁচা-মিছা ক'ব নোৱাৰো, ক'তো বিজাই মেলিও চোৱা নাই, মাকুমত বোলে সেইবাৰ নিখিল ভাৰত মুছলিম লীগৰ বছৰেকীয়া অধিবেশন বহিছিল। প্ৰায় পোন্ধৰ দিনমান জাকে জাকে ট্ৰাকত উঠি ঘূৰি ফুৰা ভলন্টিয়াৰবিলাকে হাতত সৰু সৰু লাঠি লৈ চিঞৰত গগন ফালিছিল—'পাকিস্থান জিন্দাবাদ'!

এদিন কথা নাই বতৰা নাই, ছুটিৰ পাচত স্কুলৰ পৰা উভতি অহাৰ পথত হঠাতে দুদল ছাত্ৰৰ মাজত কিবা কথা লৈ তুমুল কাজিয়া লাগিল। মই তাত ভাগ নোলোৱাকৈ পাচলৈ চাই চাই ঘৰমুৱা হৈছিলোঁ। ইয়াৰ ভিতৰতে কাজিয়াখন শিল দলিয়াদলিলৈ ৰূপান্তৰিত হৈছিল। হঠাৎ এটা মস্ত শিলগুটি আহি মোৰ মূৰৰ ওপৰত পৰিলহি। তেজেৰে ৰঙা-বাঙলী হৈ মই কণা-মুনা লাগি দৌৰিবলৈ ধৰিলোঁ। আগ-পিচ নোচোৱাকৈয়ে মই ৰে'লৰ লাইন পাৰ হৈ গ'লোঁ। সেই সময়তে তিনিচুকীয়াৰ ফালৰ পৰা এখন যাত্ৰীবাহী ৰেলগাড়ী আহি আছিল। মাথোন পাঁচ-দহ মিনিটৰহে ব্যৱধান। মই যদি অকণমান পলম কৰিলোহেঁতেন, তেনেহ'লে নিশ্চয় গাড়ীৰ চকাৰ তলত সোমোলোহেঁতেন! মোৰ চিঞৰ শুনি দেউতা-মা'হঁত ওলাই আহিল। লৰালৰিকৈ মোক ওচৰৰ ৰেল কোম্পানীৰ চিকিৎসালয়লৈ লৈ গ'ল। ডাঃ সুবোধ চক্ৰৱৰ্তী নামৰ ডাক্তৰজনে মোৰ মূৰটোৰ ঘা লগা ঠাইবোৰ ধুই উঠি তিনি ঠাইত চিলাই কৰি কপাহ-আয়োডিনৰ তাপলি মাৰিলে। প্ৰায় পোন্ধৰ দিনমান বেণ্ডেজ বন্ধা মূৰটো লৈ বিচনাতে শুই থাকিবলগীয়া হৈছিল।

ইতিমধ্যে, মোলৈ শিলগুটি দলিওৱা ল'ৰাজনক বিচাৰি পাই কোনোবা এজনে ধৰি আনিলেগৈ। ল'ৰাজনৰ নামটো মনত আছে, লখীৰ আলি। তাৰ দেউতাকো লগতে আহিল। দেউতাকে পুতেকৰ হতুৱাই মোৰ দেউতাক ক্ষমা খোজালে, নিজেও ক্ষমা খুজিলে। দেউতাই ক'লে, "তাৰ একো দোষ নাই। ল'ৰাই ল'ৰাই কাজিয়া-পেঁচাল লাগেই। ভগৱানৰ অসীম দয়া, মোৰ ল'ৰা যে আজি

ৰেলগাড়ীৰ চকাৰ তলত পৰি কটা নগ'ল ! সেয়ে মোৰ কাৰণে বহুত ।”
মই দেউতাৰ এই মহৎ দৃষ্টিভংগীটোৰ কথা আজিও মনত পেলাওঁ। জিন্না আছি যোৱাৰ পৰিপ্ৰেক্ষিতত, গোটেইখন অসমৰ কথা ক'ব নোৱাৰোঁ, কিন্তু সেই সক চহৰখনত এজাক বেয়া বতাহ বলিছিল। দেউতাৰ দৃষ্টিভংগীত অকণমান সংকীৰ্ণতাৰ ছুঁ পৰা হ'লেই, ল'ৰাই পানী পেলোৱা মজিয়াতে ডাঙৰ পিছলি পৰাৰ অৱস্থা এটাৰ সৃষ্টি হ'লহেঁতেন !

দেউতা অতি দূৰদৰ্শী আছিল যেনেকৈ, খঙালো আছিল তেনেকৈ। কোনোবাই অনাহকতে অপমান কৰিবলৈ আহিলে, দেউতাই এনেয়ে এৰি নিদিছিল। মনত আছে, এবাৰ জি. এম. ৰেণি নামৰ চাহাব এটাক দেউতাই হাতত এডাল কলমাৰি লৈ খেদি নি ৰাজআলিত থৈ আহিছিলগৈ। চাহাবটো ৰাজগড় নে কোনোবা এখন বাগিচাৰ মেনেজাৰ আছিল। পাচত শুনিছিলোঁ, দেউতাৰ তেনেকৈ খং উঠাৰ কাৰণটো। - চাহাবে হেনো কাৰোবালৈ ৫০ টকাৰ এখন মনি-অৰ্ডাৰ পঠাবলৈ আহিছিল। টকাৰ পৰিমাণটো লিখি আনিছিল, Rupees Fitties only ! দেউতাই Fifties শব্দটো কাটি Fifty কৰি দিবলৈ কৈছিল। চাহাবে ইংৰাজী ব্যাকৰণৰ জ্ঞান জাহিৰ কৰি ক'লে, “সেইটো বহুবচন, তুমি নেজানা নেকি ?” দেউতাই তাক কিছুপৰ ধৰি বুজালে, টকাটোহে বহুবচন—তাৰ লেখ দিয়া সংখ্যাটো বহুবচন নহয়। পঞ্চাশটো বহুবচন হ'বলৈ হ'লে, কেইটা পশ্চাশ হ'ব, সেয়াও লিখিব লাগিব। চাহাবে বিশেষ্য-বিশেষণৰ আউল ভাঙিব নোৱাৰি এবাৰ গুজৰি উঠিল, “আমি ইংৰাজ। আমি ইংৰাজী নেজানো, আৰু তোমালোকে ইংৰাজৰ গোলাম হৈ আমাতকৈ বেচি ইংৰাজী জানা ?” গোলাম বুলি কোৱাৰ লগে লগে দেউতাই হাতত কলমাৰি ডাল তুলি ল'লে।

চাহাব পিটিবলৈ লোৱা বুলি—সেই পৰাধীন ভাৰতত—দেউতাৰ অলপ যেলেগ খ্যাতি হৈছিল, মাকুমৰ মানুহখিনিৰ মাজত। যি কি নহওক, দেউতাৰ অন্যবোৰ গুণৰ উত্তৰাধিকাৰী হ'ব নোৱাৰিলেও, এই গুণটো মই সেই তেতিয়াই বুটলি লৈছিলোঁ। কোনো অন্যায়-অপমান সহিবলৈ নাই। তাৰ দামটো দিবলগীয়া হৈছিল, ১৯৬০ চনত। তাৰ পাচতো আৰু বহুতবাৰ। তেনেকৈয়ে—তেনেকৈয়ে মই এই যুগৰ চাটুকাৰৰ ভীৰৰ মাজত অপ্ৰাসংগিক হৈ উঠিলোঁ।

## ॥ শেষ-শৈশৱৰ শেলুৱা পাৰ ॥

"কখনো আমার মাকে কোনো গান গাইতে শুনিনি
সেই কবে শিশুবাতে ঘুম পাড়ানিয়া গান গেয়ে
আমাকে কখনো ঘুম পাড়াতেন কিনা
আজ মনেই পড়ে না।"

—সামশ্মুর রহমান

দেউতা চাবুৱালৈ বদলি হ'ল। মাকুমৰ পৰা চাবুৱালৈ যোৱাৰ আগতে দেউতা কিছুদিনৰ কাৰণে অস্থায়ী ইন্সপেক্টৰ নিযুক্ত হ'ল। গতিকে, মোৰ পঢ়া-শুনা জানোচা ক্ষতি হয় বুলি মোক ককাদেউতাৰ ঘৰ লাহোৱালত থ'লেহি। ককাদেউতা তেতিয়া লাহোৱাল ৰে'ল-ষ্টেচনৰ গা'তে লাগি থকা মটক বাগিচাৰ বৰমহৰী।

ককাদেউতাৰ নামটো আছিল চিদানন্দ দত্ত। বংশসূত্ৰে উপাধিটো হ'ব লাগিছিল, হাজৰিকা। সেই সময়ত দত্ত উপাধিটো লোৱাৰ উজান উঠিছিল। যিটো মনোবৃত্তিৰ চাকনৈয়াত পৰি মণিৰাম বৰভাণ্ডাৰী বৰুৱাই তেওঁৰ এত্‌লাখনত মণিৰাম দত্ত বুলি স্বাক্ষৰ কৰিছিল, সেইটো মনোবৃত্তিয়েই ককাদেউতাকো হাজৰিকা গুচাই দত্ত কৰিছিল। যি কি নহওক, ককাদেউতা সেই সকলো চহৰখনৰ অতি প্ৰতিপত্তিশালী লোক আছিল। চখ আছিল চিকাৰৰ। চিকাৰ কৰিবলৈ গৈ কিন্তু পশু-পক্ষী হত্যা কৰাতকৈ সংগ্ৰহ কৰাতহে অধিক আগ্ৰহী আছিল। ঘৰতে সৰু-সুৰা চিৰিয়াখানা এটা আছিল। বিবিধ ধৰণৰ চৰাই-চিৰিকতি আৰু জন্তু-জানোৱাৰৰ লগতে দুটা বাঘ-পোৱালি পুহিবলৈ লৈছিল। পোৱালি দুটা ককাদেউতাৰ সহচৰ বলচু গোঁড়ে ককাদেউতাৰ লগত চিকাৰলৈ গৈ বাঘিনীজনী অলপ আঁতৰলৈ যাওঁতেই বন্দী কৰি লৈ আহিছিল। কিন্তু, সিহঁতক পোহ মনাব নোৱাৰিলে। দু'মাহমানৰ পাচতে এটা পলাল আৰু এটা মৰিল।

ককাদেউতাৰ আন দুটা চখ আছিল, ঘোঁৰাত উঠা আৰু ধপাত খোৱা। পাচলৈ ঘোঁৰাত উঠা এৰিছিল; কিন্তু ধপাত খোৱাৰ বিলাসটো বাঢ়ি গৈছিল। খামিবাখিনি কৰোঁতে লালীৰ লগত কত

ৰকমৰ আঁতৰ-গোন্ধতেলেই যে মিহলি নকৰিছিল। তেতিয়াহে ধপাতখিনি ককাদেউতাৰ চিলিমৰ উপযোগী হৈছিল। দীঘল নলিচা লগোৱা মোগ্‌লাই গুৰ্‌গুৰীত চিলিমটো সজাইহে সেই ধপাত খাইছিল। চিলিম সজোৱা কামটোৰ ভাৰ যিটো লগুৱাৰ ওপৰত আছিল, তাৰ নামটো আছিল বিৰ্‌ছা ওৰাং।

ককাদেউতাক মোৰ আঠজন মামা আৰু তিনিজনী মাহীয়ে যিমান ভয় কৰিছিল, তাতকৈ বহু বেচি ভয় কৰিছিল ককাদেউতাৰ 'প্ৰধান মন্ত্ৰী' বলচুক। মষেয়া সমীহ কৰি চলিছিলোঁ বলচুক। বলচুৰ পুতেকৰ নাম আছিল ফাকু। সি আমাৰ লগতে একেলগে পঢ়িছিল—স্কুলতো, ঘৰতো। বলচুৱে চকুহাল ঘোপা কৰি ক'লেই হ'ল, "অমুক অমুক, তহঁত পঢ়িবলৈ বহিলি নে?" লগে লগে প্ৰত্যেকেই অন্য কাম এৰি পঢ়িবলৈ বহি যায়। বলচুৰ সেই ঘোপা চকুৰ চাৱনি-মিহলি নিৰ্দেশ শুনিবলগীয়া নহৈছিল, মাথোন মই আৰু কনবাপ মামাই। কনবাপ মামাৰ স্কুলীয়া নামটো আছিল, চন্দ্ৰ। যোগেশ দাসৰ সহপাঠী-বন্ধু আছিল। কনবাপ মামাই প্ৰাথমিক স্কুলৰ বৃত্তি পৰীক্ষাত পাছ কৰি তিনি বছৰলৈ তিনিটকীয়া জলপানি পাইছিল। পাচৰ বছৰ মইনা মামাই সেই জলপানিটো পাইছিল। তাৰ পাচৰ বছৰ মই। কনবাপ মামাৰ চখ আছিল মাহে মাহে ডিব্ৰুগড়ৰ 'ওজা ষ্টোৰ্চ'ৰ পৰা কিতাপ কিনা। পঢ়িবলৈ বহি আচল কিতাপ নপঢ়ি কনবাপ মামা আৰু মই গল্পকিতাপ পঢ়ো। ইপিনে বলচুৱে ভাবে, আমি দুটাই খাটি 'জুৱেল'। ককাদেউতাই শুনি ভাল পায়। ·বাকীকেইটাই ককাদেউতাৰ ধমক খায়। এদিন ডাঙৰ মামাই জুমি চাই দেখিলে, ভাল ল'ৰা দুটাই আচলতে কি পঢ়িছে! ডাঙৰ মামা মনে মনে হাঁহি গুচি গ'ল। বহুত দিনৰ পাচতহে গম পালোঁ, মা'ৰ মুখৰ পৰা। মা'ক কৈছিলগৈ, "ই বৰ বদমাচ্‌! কিতাপৰ তলত 'ৰেগনাৰৰ সাধু' লৈ পঢ়ে, 'বেতাল পঞ্চবিংশতি' লৈ পঢ়ে।"

ময়ো ডাঙৰ মামাৰ কথা এবাৰ গম পাইছিলোঁ। নিজৰ কথাটো তল পেলাবলৈ ময়ো মা'ক কথাটো জনাই থ'লো—ইকালে-সিকালে অলপ বহল সানি, "মামা জানিছা 'লাভ'ত পৰিছে। মামাই চিঠি লিখি থাকে। লিখি উঠি 'চেন্ট্‌' লগাই লেফাফাত ভৰায়। ওপৰত ঠিকনা লিখে, মিচ্‌ ৰ'জ বৰুৱা। মোহনাঘাট, ডিব্ৰুগড়।" মামা

সাৱধান হৈ গ'ল। কিছুদিনৰ পাচত ককাদেউতা মামাৰ কাৰণে মামীক চাবলৈ গ'ল। মামীৰ মামাকইঁতে বিয়াৰ বিষয়ত অলপ অগা-ডেৱা কৰিছিল। সেইদিনত মামীয়ে কিন্তু নিজ মুখেৰে ককাদেউতাক খাটাংকৈ কৈ দিলে, মামী ককাদেউতাৰেই বোৱাৰী হ'ব। ককাদেউতা হ'বলগীয়া বোৱাৰীয়েকৰ নৈতিক সাহসৰ উমান পাই বৰ সন্তুষ্ট হ'ল। কিন্তু অভিভাৱকৰ অমতে বিয়া পাতে কেনেকৈ? বলচুৱে ডাঙৰ মামাৰ ফালে চাই ক'লে, "তুমি কিকিৰ্ নকৰিবা। মই বন্দুক লৈ যাম। কোনে বাধা দিয়ে, চাম। তুমি খালি সময় আহিলে পাচ মুহুঁহকিবা।" মামা লাজতে বলচুৰ সমুখৰ পৰা পলাল। বলচুৱে মন্তব্য দিলে, "লাজ কৰিলে নহ'ব। বিয়া কৰাব খুজিছা, নিজে পচন্দ কৰি। তাৰ পাচত, খাটি পচন্দ চাই খাটি কাম কৰিবা।" মইনা মামা আৰু মই খুব হাঁহিলো, বলচুৰ কথা শুনি। লগতে গম পালোঁ, ঘৰখনত বলচুৰ কিমান অধিকাৰ!

বিয়াৰ পাচত ডাঙৰ মামাই মোক এটা ৰূপৰ দোৱাতদানী আৰু দুটা ধুনীয়া কলম দিছিল। দোৱাতদানীটোত একাষে এটা সিংহৰ মূৰ্তি আছিল। অকণ মামাই সেইটো দেখি মোক ক'লে, "তই এইটোৰে কি কৰিবি? মোক দে, বেচি দিম। বহুত পইচা পাবি। কমেও পঁচিশ টকা।" অকণ মামাই মোক ফুচুলাই-মেলি সেইটো লৈ গৈ দোকানৰ আলমাৰী এটাত সজাই থ'লেগৈ। মই মাজে মাজে মামাৰ দোকানত চাই আহোঁগৈ—আছে, বিক্ৰী যোৱা নাই! তাৰ পাচত, এদিন দেখিলোঁ—সেইটো নাই! অকণ মামাক সুধিলোঁ। উত্তৰ পালোঁ, কোনোবা এজনে ঘৰত দেখুৱাবলৈ নিছে। অকণ মামাই এইদৰে মোক কেইবাদিনো বহুত ডাল-পাতজোৰা কথা কৈ ভুৰুকিয়ালে। লাহে লাহে দোৱাতদানীটো অতীতৰ এটা মাথোন স্মৃতি হৈ পৰিল। মোৰ এটা দুখ বৈ গ'ল, ডাঙৰ মামাই দিয়া সেই ধুনীয়া দোৱাতদানীটো কোনো কামতে লগাব নোৱাৰিলোঁ। তাৰ কলম দুডালেৰে একো লিখিব নোৱাৰিলোঁ।

আজি-কালি ঘৰে ঘৰে থকা ডাইনিং-টেবুলৰ দুগুণ কি আঢ়ৈগুণ দীঘল আমাৰ পঢ়া-মেজখন। সমুখত এটা এটাকৈ আমাৰ প্ৰত্যেকৰে পেকিং বাকচেৰে সজা দুখলপীয়া-তিনিখলপীয়া কিতাপৰ আলমাৰী-কেইটা। কনবাপ মামাবটো সেউজীয়া ৰং কৰা, তাৰ পাচতে মইনা

মামাকটো, তাৰ পাচত মোৰটো, শেষৰ তিনিটা যথাক্রমে খুড়ু মামাৰ, বাধা মাহীদেউৰ আৰু কাকুৰ। আলমাৰীবোৰৰ চাবি প্রত্যেকৰে নিজৰ ৰখীয়া—আনে খুলিব নোৱাৰে। গাইপতি একোটা হাৰিকেন লেম্প —বাগিচাৰ ভাষাত 'লালটেম্'। গধূলি তেল ভৰাই থোৱাৰ ভাৰ আছিল বিৰ্ছাৰ। চিম্‌নি চাফা কৰি ৰখাৰ দায়িত্ব কিন্তু আমাৰ প্রত্যেকৰে নিজৰ। কেৱল বাধা মাহীদেউৰটো, বয়সত যেতিয়া তেওঁ আটাইতকৈ সৰু, আন কোনোবাই চাফা কৰি দিছিল।

ককাদেউতাৰ খাৱনটো আছিল বেচ তেজী। ভাত খাইছিল এখন ধুনীয়া বিয়াগোম বানকাঁহীত; কাষত লৈছিল কেইবাটাও হাতীখুজীয়া বাটিত কেইবাখনো আঞ্জা। কাঁহী-বাটি থোৱা ঠাইখিনি আছিল মজিয়াখনতকৈ ওখ এটা চাৰিচুকীয়া মাটিৰ টিপ। ককাদেউতা বহা পীৰাখনো আছিল আমাৰ পীৰাবিলাকতকৈ পূৰা চাৰিগুণ আহল-বহল। আমি বহা পীৰাবিলাকো আছিল দীঘে-পথালিয়ে ডুফুটকৈ আৰু তলৰ খুৰা-কেইটাও বাককৈয়ে ওখ। যি কি নহওক, ককাদেউতাই নিজৰ কাঁহীৰ পৰা ইটো-সিটো ভাল বস্তু প্রায়েই মোৰ কাঁহীলৈ চালান দিছিল। এইটো বিষয়ত ময়েই আটাইবোৰৰ ব্যতিক্রম আছিলোঁ। কাৰণ, মই ককাদেউতাৰ ডাঙৰ নাতি। বিহুৰ সময়ত আৰু পূজাৰ সময়ত ককাদেউতাই আমাৰ আটাইবোৰকে একো-জোৰকৈ হাফচার্ট আৰু হাফপেণ্ট নিয়মীয়াকৈ চিলোৱাই দিছিল। মোৰ ভাগত মামাহঁততকৈ এটা চোলা নাইবা এটা পটলুং ওপৰঞ্চিকৈ পৰিছিল। মোৰ মাহী-আইতাক মামাহঁতৰ নিচিনাকৈয়ে বৌ বুলি মাতিছিলোঁ। মাহী-আইতা মানে ককাদেউতাৰ দ্বিতীয় পক্ষৰ সহধর্মিনী। মাহী-আইতাই বিহুৰ সময়ত নিজে মুগাৰ কাপোৰ বৈ উলিয়াইছিল। মোক তেনেকৈ এবাৰ দুটা চোলা দিয়া দেখি মাহী-আইতাই কৈছিল, "নালাগে তাক দুটা দিব। দেউতাকেও দিব নহয়!" মাথোন সেইদিনাই ককাদেউতাক অলপ অপ্রসন্ন হোৱা মন কৰিছিলোঁ। ককাদেউতাই অলপ কঠিন মাতেৰে কৈছিল, "নহয়, তাক মই দুটাই দিম বুলি ভাবিছোঁ।" সেয়া উত্তৰ নাছিল, হুকুমেই আছিল। দুয়োটা চোলা খলিফা-দৰ্জীয়ে আনি দিয়াৰ দিনাখনেই মোৰ নামত ককাদেউতাৰ মাৰফতত এটা জাপানী চিল্কৰ চোলা পার্চেল হৈ আহিছিল। মা'ই পাচত এদিন মই সেই চোলাটো পিন্ধি

থাকোঁতে, এনেয়ে কৈছিল, "বজাৰৰ আটাইতকৈ দামী চোলা! পুৰা দহ অনা।" গম পোৱা নাছিলোঁ, সেই জাপানী চিল্ক যে মুগাতকৈ অধইচ্। গম পাবলৈ আমাৰ বহুত দিন লাগে। গোৱালপাৰাত থাকোঁতে, সস্তীয়া যেন পাই খনে ১৬ টকাকৈ তিনিখন মুগাৰ মেখেলা মোৰ পৰিবাৰক এনেয়ে কিনি দিছিলোঁ। তেওঁ আটাইকেয়োখন ইজনী-সিজনীক বিলাই দিলে। এতিয়া তেনেকুৱা মুগাৰ মেখেলা ক'ৰবাত দেখা পালে, পিটিকি-মুচৰি চায়! সেই সময়তে মোৰ পৰিবাৰৰ এগৰাকী ওচৰ-সম্পৰ্কীয়া মেম ভাই-বোৱাৰীক এজোৰ মুগাৰ মেখেলা-চাদৰ কিনি বিলাতলৈ পঠাই দিছিলোঁ। তেওঁ বোলে এতিয়াও সেইজোৰ আলফুলকৈ সাঁচি থৈছে।

ককাদেউতাৰ প্ৰথম পক্ষৰ পৰিবাৰ মা'ৰ বিয়াৰ আগতেই স্বৰ্গী হৈছিল। সেইকাৰণেই, মা'ক হেনো সোনকালে বিয়া দিছিল—পোন্ধৰ বছৰ হওঁতে-নহওঁতেই। আৰু সেইটো কাৰণেই, বৈষয়িক বুদ্ধিত মা বাৰুকৈয়ে অপটু—জীৱনৰ বহু কথাতেই মা সম্পূৰ্ণ অনভিজ্ঞা; তাতকৈয়ো বেচি অনভিজ্ঞা জীৱিকাৰ কথাত—প্ৰায় অনাখৰী বুলিয়েই ক'ব পাৰি। যি কি নহওক, মোৰ নিজৰ আইতাৰ ল'ৰা আছিল চাৰিজন আৰু ছোৱালী দুজনী: যথাক্ৰমে ডাঙৰ মামা মাণিক দত্ত, তাৰ পাচতে মোৰ মা--নামটো এইখিনিতে কৈ থওঁ, লীলাৱতী বৰা; অকণ মামা ওৰফে নিত্যা দত্ত, সোণটি মামা ওৰফে গোপাল দত্ত, যোগেন মামা—যাৰ ঘৰুৱা নাম বুলিবলৈ বাকী কেইজনৰ দৰে একো নাছিল, আৰু অৱশেষত মাকণ মাহীদেউ ওৰফে চিত্ৰলতা ভূঞা। দ্বিতীয় পক্ষৰ পৰিবাৰ গৰাকীও সমানসংখ্যক ল'ৰা-ছোৱালীৰ মাতৃ। তেওঁলোক হ'ল, যথাক্ৰমে কনবাপ মামা ওৰফে চন্দ্ৰ দত্ত, মইনা মামা ওৰফে সুৰেন দত্ত, খুহু মামা ওৰফে ধৰ্মেশ্বৰ দত্ত, ৰাধা মাহীদেউ ওৰফে তোযেশ্বৰী বৰা, অৰুণ মামা আৰু নীৰদা মাহীদেউ। ককাদেউতাৰ কোনো পক্ষপাতিতা নাছিল!

মাহী-আইতাই মোক যে মৰম কৰিছিলেই, ককাদেউতাৰ আটাইকেয়োজন জোঁৱাইৰ ভিতৰত দেউতাকেই আটাইতকৈ বেচি মৰম কৰিছিল। মাহী-আইতাৰ আগত দেউতাৰ বিষয়ে কোনেও এৰাৰ বেয়া কথাৰ আভাস দিব নোৱাৰিছিল। মই মন কৰিছিলোঁ, দেউতা কেতিয়াবা ককাদেউতাৰ ঘৰলৈ আহিলে, উভতি যোৱাৰ দিনা

তামোল-পাণৰ বটা এখন থৈ ককাদেউতাক কৰাৰ দৰে আইতাকো পৰম ভাৰস্থিৰে সেৱা কৰি গৈছিল। মই পিচে আইতাক এদিন নক'বলগীয়া কথা এষাৰ কৈছিলোঁ—মোৰ ফালৰ পৰা কোনো কাৰণ নথকা সত্বেও। এদিন মাকণ মাহীদেৱে আৰু আইতাই পিঠাগুৰি খুন্দি আছিল। আইতাই ঢেঁকীত চাব দিছিল আৰু মাহীদেৱে খুবলিত চাউলখিনি চপাই দিছিল। এবাৰ পিঠাগুৰিখিনি কাঢ়োঁতেই মাহীদেউৰ হাতখন কেনেবাকৈ খুন্দিলে। কথাবাৰ গম পাই মই আইতাক পোনপটীয়াকৈয়ে উকটিলোঁ, "তেজীমলাৰ মাক তেনেহ'লে তোমাৰ নিচিনাই আছিল!" দুদিনমানৰ আগতে 'বুঢ়ী আইৰ সাধু'খন পঢ়িছিলোঁ। মই ক'লোঁ, "মাহীদেউৰ হাতখন খুন্দি উঠি মুৰটো যে মুখুন্দিলা!" আইতা থৰ লাগিছিল!

সাধু শুনিছিলোঁ, ফুলমতীৰ মুখৰ পৰা। ফুলমতী আছিল বলচুৰ শাহুৰেক—দিলমতীৰ মাক। একোটা সাধু কৈছিল. সাদিন-দহদিন ধৰি। একোটা সাধু কৈ যায়, সেইটো এদিন-দুদিন কওঁতেই তাৰে পৰা পোখা মেলি ওলায় আৰু দুটামান সাধুৰ গঁজালি; সেই গঁজালিকেইটা ঠন ধৰি উঠোঁতে-নৌ-উঠোঁতেই তাৰ পৰাও ভুমুকি মাৰি যায়হি আৰু দুটামান নাতি-সাধুকথাই। ফুলমতীৰ ডিঙিত আছিল এধাৰ নিভাঁজ সোণৰ গলপতা। ফুলমতী যেতিয়া দেশত আছিল, তেতিয়া তেওঁ হেনো তেওঁলোকৰ ৰজাৰ আগত 'কিচ্চা'—মানে সাধুকথা—কৈ শুনাব লাগিছিল। সাধু শুনি সন্তুষ্ট হৈ ৰজাই পুৰস্কাৰ দিছিল, সেই সোণৰ গলপতাধাৰ। ফুলমতীয়ে যি কেইদিন আমাক সাধু শুনায়হি, সেই কেইদিন ৰাতি এক বজালৈকে আমাৰ চকুত টোপনিয়েই নাহিছিল। পাচদিনা আকৌ শুনিবলৈ লৈছিলোঁ. ভাত-পানী খাই উঠি ৰাতি ন বজাৰ পৰা—যেনিবা সেয়া 'আৱাহন'ত পঢ়িবলৈ পোৱা উপন্যাস তিনিখনৰ—'পশ্চিম সীমান্তত পূৰ্ণ শান্তি' অথবা 'মাতৃ' নহ'লেবা 'নগৰ দুখনৰ কথা'—'আগৰ সংখ্যাৰ পাচৰ পৰা'! অনাখৰী ফুলমতীৰ মুখৰ সেই সাধুবোৰৰ গাঁথনিটো আছিল ধ্বনি-কবি বিনন্দ বৰুৱাই ভাঙি উলিওৱা 'আৰব্যোপন্যাস'খনৰ লেখীয়া। হয়তোবা তাতকৈয়ো ধুনীয়া—কাৰণ ফুলমতীয়ে গাই শুনাইছিল, সাধুবোৰৰ কেঁকুৰিয়ে-কেঁকুৰিয়ে থকা চুটি গানবোৰ! এতিয়া মনে মনে অনুতাপ কৰোঁ, সেই সাধুবোৰ যদি লিখি

থ'লোহেঁতেন! মোৰ 'এনিশা বুমুৰ' নামৰ কবিতাটোত থকা বলচু, কুলমতী, মধুমতী, কাকু আৰু বামু—এই সকলোবোৰ সেই অতীতৰে মধুৰ সোঁৱৰণীৰ সেতু পাৰ হৈ অহা মানুহ। মোৰ কল্পনাত সিহঁত মই নমৰা দিনলৈকে জীয়াই থাকিব।

লাহোৱালৰ যিজন মানুহৰ ওচৰত মই আটাইতকৈ বেচি ঋণী, যাৰ ঋণ এশ ভাগৰ এভাগো শুজিব নোৱাৰিলোঁ, সেই মানুহজন আছিল লোকনাথ দত্ত—৬নং লাহোৱাল প্ৰাথমিক স্কুলৰ প্ৰধান শিক্ষক। সেই তাহানিখনেই তেখেতে যিবোৰ নিয়মেৰে আমাৰ স্কুলীয়া জীৱনটো পৰিচালনা কৰিছিল, আজিও যদি সেইবোৰ নিয়ম অসমৰ স্কুলবোৰত চলি থাকিলহেঁতেন! আমাৰ সেই স্কুলখনত বহিবলৈ বেঞ্চ্ নাছিল—আছিল প্ৰত্যেকৰে একোখন নিজৰ বৰীয়া ঢাৰি। সমুখত এখন আধা ফুটমান ওখ ডেস্ক্। সেই ডেস্কবোৰৰো খুৰা বোলা বস্তুটোৰ সঁচ নাছিল—আছিল মাথোন দুয়োমূৰে দুচটামানকৈ ইটা! কিন্তু চৌখীন ডেস্ক্-বেঞ্চৰ নাটনিটো পূৰাই দিছিল, সেই স্কুলত থকা এবিধ মনৰ ভোক গুচাব পৰা সম্পদে। প্ৰাথমিক স্কুল হ'লেও তাত এটা ধুনীয়া পুথিভঁৰাল আছিল। সেই পুথিভঁৰালটোত বৰ বেচি কিতাপ নাছিল; কিন্তু যিখিনি আছিল, সেই আটাইখিনি বাচক-বনীয়া আৰু আমাৰ বয়সৰ উপযোগী। সেই সৰু আলমাৰীটোৰ কথা—মাথোন তিনি ফুটমান ওখ আৰু ডেৰ ফুটমান বহল—আজিও মনত পৰে। তাৰ পৰাই আনি আনি পঢ়িছিলোঁ, হৰিপ্ৰসাদ বৰুৱাৰ 'মইনা', সাহিত্যৰথী বেজবৰুৱাৰ 'ককাদেউতা আৰু নাতিল'ৰা', শৰৎচন্দ্ৰ গোস্বামীৰ 'অসমীয়া সাধুকথা', ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানীৰ 'সন্ধিয়াৰ সাধু', নবীনচন্দ্ৰ বৰদলৈৰ 'হাতেম তাই' ইত্যাদিৰ লেখীয়া পুথিবোৰ। ক'ব নোৱৰাকৈয়ে সিবোৰৰ ভাষাৰ ঠাঁচবোৰে মোৰ মন জয় কৰি পেলাইছিল।

সেই স্কুলখনত ছাত্ৰ-ছাত্ৰীৰ লাগতিয়াল সকলোখিনি—কাগজ, কলমৰ হেণ্ডেল আৰু নিব্, চিয়াঁহীৰ বড়ি, কাঠ-পেন্সিল, ৰঙীন পেন্সিল, আখৰ মোহৰা ৰবৰ, ছুৰি-কটাৰী, পেন্সিল জোঙা কৰা কল ইত্যাদি—এখন দোকান পাতি যোগান ধৰা হৈছিল। মই যেতিয়া ২য় মানৰ পৰা ৩য় মানলৈ উঠিলোঁ, তেতিয়া সেই দোকানখন চলোৱাৰ ভাৰ মোৰ ওপৰত পৰিল। প্ৰতিটো শনিবাৰে নগদ

পইচাখিনি আৰু বাকচত জমা থকা বস্তুবোৰৰ হিচাপ শিক্ষকগৰাকীক বুজাই দিব লাগে। ঢুকাব খোজা বস্তুবোৰ পাইকাৰী দৰত ডিব্ৰুগড়ৰ-পৰা তেখেতে কিনি আনেগৈ। সেই বস্তুবোৰৰ পাইকাৰী দামবোৰ চাই প্ৰতিটোৱে খুচুৰা দৰবোৰ নিৰূপণ কৰাৰ ভাৰটোও মোৰ ওপৰতে পৰিছিল। এইবোৰ কৰি তেতিয়াৰ দিনৰ বৃত্তি পৰীক্ষাৰ আটাইতকৈ টান অংকটো—মানে জমা-খৰচৰ হিচাপ লিখা কামটো—হাতে-কামে শিকি পেলাইছিলোঁ। সেইটোৱেই আছিল দোকানখনৰ গোমস্তা মোৰ নিয়মীয়া বানচ।

অৱশেষত, লাহোৱাল স্কুলৰ পৰা আমি দুজনে—মই আৰু যতীন্দ্ৰনাথ আগমাচাৰ্যই—ডিব্ৰুগড়ত বৃত্তি পৰীক্ষা দিলোঁহি। পৰীক্ষা শেষ হ'লত, লোকনাথ দত্ত ছাৰে মোক ক'লে, "বৃত্তি তই পাবিয়েই। জিলাখনতো ১ম হ'বি। এই কেইদিন আহি থাকিবিচোন। মই ইংৰাজী আখৰকেইটা আৰু ইংৰাজী ব্যাকৰণখন শিকাই দিম। তেতিয়া ক্লাচ 'থ্ৰী'ত নাম লগাব নালাগে। একেকোবে ক্লাচ ফ'ৰত লগাবগৈ পাৰিবি। এটা বছৰ লাভ হ'ব।" সেইমতে মই নিতৌ স্কুললৈ অহা-যোৱা কৰি থাকিবলৈ ধৰিলোঁ। ইৰাজী বৰ্ণমালাৰ পৰা সৰু বাক্য সজালৈকে শিকিলোঁ, ইংৰাজী ব্যাকৰণৰ দুৱাৰদলিও গচকিলোঁ। লগতে তেখেতে মোক অন্য এটা বস্তুৰ জ্ঞান দিলে, যিটো বস্তু সম্পৰ্কে মই একো নেজানিছিলোঁ। ছাৰে মোক শিকালে, কবিতা কেনেকৈ সাজিব লাগে! কেনেকৈ লেখিব লাগে, সেয়া কোনেও কাকো শিকাই দিব নোৱাৰে। সেইকাৰণে, তেখেতে মোক তিনিবিধ কবিতা সাজিবলৈ শিকাই দিলে—দুলড়ী, ছবি আৰু পয়াৰ। এইদৰেই এই মানুহজনে মোৰ সমুখত অন্য এখন দিগন্তৰ ছবি উদঙাই ধৰিলে, অন্য এখন পঢ়াশালিৰ প্ৰথম পাঠকেইটা শিকাই দিলে। হয়তো তাহানি-খনেই সেই পাঠকেইটা নোপোৱা হ'লে, পাচত বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষাটো পাৰ হৈ লৈ অসমীয়া কবিতা সজাৰ নিয়মবোৰৰ বিষয়ে গৱেষণা নকৰি অন্য কিহবাৰ বিষয়হে গৱেষণা কৰিবলৈ ল'লোহেঁতেন!

সময়ত বৃত্তি পৰীক্ষাৰ ফলাফল ওলাল। মই যদি লাহোৱাল স্কুলৰ পৰীক্ষাৰ্থী নহৈ অন্য কোনোবা এখন স্কুলৰ পৰীক্ষাৰ্থী হলোহেঁতেন, নাইবা সেই নিয়মটো নেথাকিলহেঁতেন যে একেখন স্কুলৰ পৰা এখনতকৈ বেচি ছাত্ৰই বৃত্তি পাব নোৱাৰে, তেনেহ'লে মোৰ লগত

পৰীক্ষা দিয়া সিজন ছাত্ৰয়ো বৃত্তি পালেহেঁতেন। কাৰণ, তেওঁ মোতকৈ মাথোন কেইটামান নম্বৰহে কম পাইছিল। যি কি নহওক, সেই সময়ত এজন ছাত্ৰই বৃত্তি পালে, সংশ্লিষ্ট স্কুলখনৰ শিক্ষকজনৰ মাহিলি দৰমহা সেই বছৰৰ পৰা আৰু এটকাকৈ বাঢ়ে। মই বৃত্তি পোৱাৰ লগে লগে ছাৰৰ দৰমহা বাঢ়ি ১৮ টকা হৈছিলগৈ, যিটো বস্তু সেইকালত এনেয়ে বঢ়াৰ নিয়ম নথকা বাবে টকীয়া দৰমহাৰ প্ৰাথমিক স্কুলৰ পণ্ডিতৰ কাৰণে স্বপ্নবো অধিক আছিল। দৰমহাটোৱে কৈ দিয়ে, লোকনাথ দত্ত ছাৰৰ হাতেৰে গঢ়া বৃত্তি পোৱা ছাত্ৰবিলাকৰ ভিতৰত মই ছয় নম্বৰৰ জন আছিলোঁ!

তেখেতৰ এখন চাইকেল আছিল। সেইখন চায়েই বোধকৰোঁ কোনোবাই ৰসৰ পোহাৰ মেলিছিল কোনোবা এখন চাইকেলৰ বিষয়ে এইটো বৰ্ণনা দি—'চাইকেলখনৰ টিলিঙাটোৰ বাহিৰে গোটেইবোৰ বস্তুৱেই বাজে'! তেতিয়াৰপৰা ১৩ বছৰৰ পাচত সেই চাইকেলখন মই আকৌ এবাৰ দেখা পাইছিলোঁ। অবিশ্বাস্য কাণ্ড সেইটো। কেইদিনমানৰ আগতে মই এম এ. পৰীক্ষা পাছ কৰাৰ খবৰটো পাইছোঁ। মই সেইদিনা শিৱসাগৰৰ গাৱঁৰ ঘৰৰ পদূলিতে থিয় হৈ আছোঁ। মুগা কোট এটা পিন্ধি মূৰত সোলোক-ঢোলোক পাগুৰী এটা মাৰি অহা মানুহজন চাইকেলৰ পৰা নামিল। মোৰ ওচৰ চাপি সুধিলেহি, "হেৰি, মহেন্দ্ৰ বৰাৰ ঘৰ কোনটো?" মই চিনি পালোঁ, মানুহজনক। ঘূৰি সুধিলোঁ, "ছাৰ, আপুনি মোৰ চিনটো পাহৰিছে। ময়েই মহেন্দ্ৰ বৰা।" তেখেতে হাঁহি হাঁহি ক'লে, "এৰা অ', ধৰিবই পৰা নাছিলোঁ। তোকে চাই যাবলৈ আহিলোঁ, তা'ৰ মদাৰখাটৰ-পৰা। তয়েই মোৰ প্ৰথম ছাত্ৰ, যি এম. এ. পাছ কৰি মোৰ মান বঢ়ালি।" মই অভিভূত হৈ পৰিলোঁ, তেখেতক পদূলিতে সেৱা এটা কৰি ঘৰৰ ভিতৰলৈ আগবঢ়াই আনিলো। নিজকে নিজেই কোৱাৰ দৰে তেখেতে মোক কৈ গ'ল, "তহঁতকে মানুহ কৰাৰ পুণ্যফল নেকি! মই অলপতে এখন বাগিচাৰ এটা নতুন স্কুলত সোমাইছোঁ। মোক মাতি লৈ গ'লহি। দৰমহা দিছে ১২০ টকা। তাহানি কামত সোমাওঁতে পোৱা দৰমহাটোৰ দহ গুণ! তই বৃত্তি পোৱাৰ বেলি ১৮ টকা হৈছিল। তাৰ পাচত বছৰি খুন-খতি নোহোৱাকৈ টকাটোকৈ বাঢ়ি বাঢ়ি ত্ৰিছত হৈছিলগৈ। এতিয়া মোহনবাৰী স্কুলত

আছোঁ। কল্পনাই কৰিব পৰা নাছিলোঁ, কাহানিবা যে এইদৰে গ্ৰন্থ'ৰ স্তেওনা চেৰাই যোৱা ইমানখিনি মোৰ ভাগ্যত ঘটিবগৈ!"

এবাতি তেখেত আমাৰ ঘৰতে আলহী হৈ থাকিল। পাচদিনা দেউতাই তেখেতক জেপ-ঘড়ী এটা কিনি উপহাৰ দিছিল। ভাবিছোঁ, তাহানি এইটোৱেই সম্পৰ্ক আছিল—শিক্ষক, ছাত্ৰ আৰু অভিভাৱক —তিনিওজনৰে মানত। আজিকালি কোনেও কাৰো খবৰ নেৰাখে। মোৰ নিজৰ কথা ক'ব পাৰোঁ, এনেকুৱা পুৰণি ছাত্ৰও লগ পাইছোঁ, যিজনে মোৰ লগত থকা পুৰণি সম্বন্ধটোৰ সকলো সোঁৱৰণী মচি মোক 'মিষ্টাৰ বৰা' বুলি কৈ নতুনকৈ বন্ধুৰ সম্পৰ্ক এটা স্থাপন কৰিব খোজে। তেনেকুৱা পুৰণি ছাত্ৰবিলাকৰ মাজত কাকো লগ পোৱা নাই, যি জীৱনৰ চোতালত ভৰিব সাঁচ এটা থ'ব পাৰিছে। অথচ, এনেকুৱা বহুতকে লগ পাইছোঁ, যিবিলাকে হেজাৰ মানুহৰ ভীৰৰ মাজতো আগবাঢ়ি আহি নিজকে মোৰ পুৰণি ছাত্ৰ বুলি চিনাকিটো মেলি ধৰিছে। তেওঁলোকৰ সকলোকে দেখিছো, দেশ আৰু জাতিৰ জীৱনৰ লগত সম্পৰ্কটো অত্যন্ত গভীৰ আৰু নিজেও খ্যাতিৰ উচ্চ শিখৰত প্ৰতিষ্ঠিত হৈছে। তেওঁলোকৰ প্ৰত্যেকেই মানুহ হোৱাৰ দুৱাৰদলি গচকি জীৱনৰ গোঁসাইঘৰ পাইছেগৈ। মোৰ মনত পৰিছে, কেইখনমান মুখ—তাহানি মোৰ কটন কলেজৰ ছাত্ৰ : দিনেশ গোস্বামী, মদন বেজবৰুৱা, জিতেন বৰপূজাৰী, ড° হীৰেন গোঁহাই, ড° নৰেন কলিতা, অপূৰ্ব শৰ্মা। বেচি নাম উল্লেখ নকৰোঁ। এওঁলোক জাতীয় জীৱনৰ বিভিন্ন স্তৰত বিয়পি পৰিছে। তেওঁলোকৰ নিৰহংকাৰ বিনয়ী মনৰ দীপ্তিয়ে মোৰো মনৰ আন্ধাৰ কুঠৰী পোহৰাই তোলে। যদি ঠিক তেনেকৈয়ে মোৰো সামান্য সফলতাই মোৰ পঢ়াশলীয়া জীৱনৰ শিক্ষকজনক অকণমান আনন্দৰ আভাস দিছিল, সেয়া সঁচাসঁচিকৈয়ে আমাৰ দেশৰ গুৰু-শিষ্য সম্পৰ্কৰ আদৰ্শ পৰম্পৰাৰে দূৰ-সুদূৰৰ প্ৰতিধ্বনি। সেই বস্তুটোকেই আমি হেৰুৱাই পেলাইছোঁ; তাৰ পাচত হেজাৰটা শিক্ষা-ব্যৱস্থাৰ উন্নতি সাধনৰ প্ৰচেষ্টা কেৱল বন্ধ্যা নাৰীৰ গৰ্ভত সন্তানৰ স্বপ্ন দেখাৰ দৰেই নিষ্ফল হ'বলৈ বাধ্য।

অলপ দূৰলৈ আঁতৰি আহিলোঁ। আকৌ উভতি যাওঁ, লোকনাথ দত্ত ছাৰৰ কথালৈ। বহুত দিনৰ পাচত তেখেতৰ জীৱনৰ অন্ত এটা দিশৰ কথা। তেখেতে হেনো স্কুলৰ নামত এবাৰ এটা লটাৰীৰ টিকট

কিনিছিল, নিজৰ জেপৰ টকা এটা ভাঙি। কিনিছিল, জানোচা ভাগিছিগি যোৱা স্কুলঘৰটো অলপ মেৰামতি কৰিবৰ জোখাৰে পুৰস্কাৰৰ ধন সেইটো টিকটৰ ভাগ্যতে আছে। আচৰিত কথা, সেই টিকটটোতে দহ হেজাৰ টকাৰ পুৰস্কাৰটো উঠিল। টিকটটো নিজৰ বুলি কোৱা হ'লেও, কোনেও গম নেপালেহেঁতেন। কিন্তু, তেখেতে সেইবুলি নক'লে। সেই টকাৰেই স্কুলঘৰটো মেৰামতি কৰি উলিওৱা হ'ল। এতিয়া সেই স্কুলটোৰ দেৱালকেইখন আধাখিনিলৈকে পকী, দুৱাৰ-খিৰিকিবোৰো কাঠৰ—সেইপিনেদি আহোঁতে-যাওঁতে মোৰ চকুত পৰে। বছৰি কেইটা ল'ৰাই বৃত্তি পায়—সেয়া নেজানো। আজিকালি আকৌ তাহানিখনৰ 'অঁৰিয়াঅৰিৰ জলপানি' বোলা বস্তুটো অলপ জঁয় পৰিল। স্বাধীনতাৰ পাচত ইংৰাজী অভিধানত থকা 'স্কলাৰশ্বিপ্' আৰু 'ষ্টাইপেণ্ড্' বোলা দুয়োটা শব্দকে একাকাৰ কৰি পেলোৱা হ'ল। গতিকে, নিশ্চয় তাৰ ল'ৰাই 'বৃত্তি' পায়।

সেই স্কুলটোৰ ওচৰতে আজিকালি এটা থানা বহিল। সেই থানাটো যদি তাহানিও থাকিলহেঁতেন! নাছিল। এদিন দেখিবলৈ পোৱা সেই দৃশ্যটো মোৰ আজিও মনত পৰে। দেখিছিলোঁ, লোকনাথ দত্ত ছাৰ তেখেতৰ ভগা চাইকেলখনত উঠি প্ৰাণপণে পেডেল মাৰি পলাইছে। পিচে পিচে বিপিন দত্ত নামৰ মোৰে এজন সহপাঠী হাতত এডাল টাঙোন লৈ গৈ আছে। কোনেও তেওঁক আগচি ধৰা নাছিল। চেঁচা দলঙতহে বোলে বিপিন থমকি ৰৈছিলগৈ। তাৰ পাচত তেখেত ছাত্ৰৰ ভয়তে সম্পূৰ্ণ এসপ্তাহ স্কুললৈ অহা নাছিল। বিপিনে কিবা এটা কথাত মোকো কাটিব বুলি কৈ কাষলতিৰ তলত দা এখন লৈ বজাৰত ঘূৰি ফুৰিছিল। কথাটো আছিল, ছাৰে কেতিয়াবা মোকে ২য় শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ পাঠ ল'বলৈ দিছিল। সেয়া মোৰ মাষ্টৰ হোৱাৰ প্ৰথম পাঠ আৰু ছাৰৰ কাৰণে ডেল্টন প্ৰণালীৰে শিক্ষাদানৰ এটা অনুশীলন। কোনোবা এজনী ছোৱালীয়ে পাঠ দিওঁতে উজুটি খোৱাত ছাৰৰ নিৰ্দেশমতে তেওঁৰ হাতৰ তলুৱাত চেকনিডালেৰে এবাৰ লাহেকৈ চুই দিছিলোঁ। সেইকাৰণেই মোতকৈ বয়সত ডাঙৰ কিন্তু পঢ়া-শুনাত এক শ্ৰেণী তলৰ বিপিনৰ খং উঠিছিল। উভতি চাই ভাবিছোঁ, সেয়াই কিজানি সেই বস্তুটো আছিল, যাৰ নাম শৈশৱৰ প্ৰেম, যাৰ এটা প্ৰতিধ্বনি পোৱা যায় মেটাৰলিংকৰ 'মন্না ভান্না' খনত।

লাহোৰালৰ পুৰণি কথাবোৰ সুঁৱৰি শেষ পেলাব নোৱাৰোঁ। কত কথা সেইবোৰ! মনত পৰে, ককাদেউতাৰ পোহনীয়া ভাটৌ দুটাৰ কথা। সিহঁত দুটায়েই সদায় আমাৰ টোপনিটো ভাঙি দিছিল— পুৱতীৰ লগে লগে। সিহঁতে আমাৰ প্ৰত্যেকৰে নাম ধৰি কুহুলিয়াইছিল, "অমুক, উঠ। কিতাপ ল'বৰ হ'ল।" অৱশেষত, ককাদেউতাক মাত দিছিল, "দেউতা, উঠক। সময় হ'ল।" অবিকল মানুহৰ মাত আছিল, সেই ভাটৌ দুটাৰ! আৰু এটা দৃশ্য পাহৰিব নোৱাৰোঁ। ককাদেউতাৰ দুখন বাৰী আছিল। এখন ভিতৰৰ বাৰী—তাত মাথোন শাক-পাচলিৰ খেতি কৰিছিল। তাৰ পিচফালে আৰু এখন বাহিৰৰ বাৰী। তাত কইছিল, ফল-মূলৰ গছ-গছনি। লগতে এখন প্ৰকাণ্ড বন্ধাকবি-ফুলকবিৰ বাৰী। মানুহ লগাই খেতি কৰিছিল। বলচুৱে সেই বাৰীখনৰ কাম-কাজ চাইছিল। সেই বাৰীখনলৈ প্ৰায়েই বান্দৰৰ আহ-যাহ হৈছিল। বলচুৰ লগত থকা মইনা মামাৰ কুকুৰটোৱে বান্দৰ দেখিলেই ভুকুভুকাবলৈ ধৰিছিল। লগে লগে বান্দৰবোৰ পলাই পত্ৰং দিছিল। এদিন ছেগ চাই এটা বান্দৰে তাক চোঁচোৰাই নি ওচৰৰ এজোপা গছত তুলিলেগৈ। আন এটা বান্দৰ বাঁহৰ কামী এডাল লৈ গছজোপাত উঠিলগৈ। আগৰ বান্দৰটোৱে কুকুৰটোৰ নেজডালত ধৰি তাক তলমুৱাকৈ ওলোমাই ধৰিলে। সিটো বান্দৰে আন এটা ডালত বহি লৈ কুকুৰটোক উৰাই-ঘূৰাই কোবাবলৈ লাগি গ'ল। কুকুৰটোৱে আক্ষৰিক অৰ্থত চিঞৰত গছৰ পাত সৰুৱালে। কিন্তু সিহঁতে তাক হেঁপাহ পলুৱাই কোবালে। অৱশেষত, সি যেতিয়া লবেজান হৈ পৰিল, তেতিয়াহে তাৰ নেজডাল ধৰি থকা খামোচটো এৰি দিলে। তাৰ পাচত, সেই কুকুৰটো ভুলতো সেইখন বাৰীত নোসোমোৱা হ'ল।

লাহোৰালত আমাৰ শোৱনি-কোঠাটো আছিল মস্ত এটা বাজহুৱা হল। শাৰী পাতি থোৱা প্ৰত্যেকৰে বিচনাৰ কাষে কাষে এডাল আলনা ওলমি থকা কাপোৰ-কানিবোৰেৰে প্ৰতিখন আলনা যেনিবা একোখন পৰ্দা! মই য'ত শুইছিলোঁ, তাৰ সিপাৰে শুইছিল মাকণ মাহীদেউ। আৰু আলনাখনৰ ওচৰতে বিচনাখনতে মোৰ নিজৰ ৰবীয়া এটা টিনৰ চুটকেচ্—ওপৰত এপাহ ৰংচঙীয়া গোলাপ ফুল আঁকা। মোৰ লগৰীয়া মামাকেইজনৰ কাৰো মোৰ দৰে নিজৰ

ৰবীয়া চুটকেচ্ এটা নাছিল। মাহীদেউৰো এটা একেধৰণৰ চুটকেচ্ আছিল। মোৰ চুটকেচ্টোত এটা চিগাৰেটৰ খালী টিন আছিল। তাতে মোৰ গোটেইখিনি সাঁচতীয়া ধন—খুচুৰা পইচাৰ পৰা সিকি-আধলিলৈকে থৈ দিছিলোঁ। মোৰ লগৰীয়া মামাকেইজনে আকৌ তেওঁলোকৰ সাঁচতীয়া পইচাখিনি থৈছিল, ঘৰৰ অলপ আওহতীয়া চুকবোৰত থকা বাঁহৰ খুটাবিলাকৰ বিন্ধা লগা আটাইতকৈ ওপৰৰ পাবটোত। ওপৰেদি বিন্ধা থকা সেই খুটাবিলাকৰ পাবটোৰ তলৰ গাঁঠিটোৰ ওচৰতে আৰু এটা বিন্ধা কাটি ফুলিয়ালে তাৰ এটা পইচাও উলিয়াই নিয়াৰ উপায় নাছিল। তাৰ মাজতে অৰুণ মামাই কেতিয়াবা ইটো-সিটো খুটাত কলম-কটাৰীৰে বিন্ধা উলিয়াই হৰণ-লুকীৰ মায়া দেখুৱাইছিল। ধৰা পৰিলে কৈছিল, "ময়ো সেইটো খুটাতে মোৰ পইচা থৈছিলোঁ। মইতো নেজানো, আন কোনোবায়ো যে তাতে তেওঁৰ পইচাও সমুৱাই থৈছিলহি। যি হ'বলগীয়া আছিল, হ'ল। মই বাৰু ডেৰটামান টকা মোৰ ভাগৰ পৰাই দি দিম।" অৰুণ মামাৰ সেই বদান্যতাৰ কথা শুনিয়েই সন্তুষ্ট বুলি কৈ মোৰ সৰু ফৈদৰ সংশ্লিষ্ট মামাজনে মন আমোলাইছিল। যি কি নহওক, মোৰ সাঁচতীয়া পইচাখিনিত সেই ধৰণৰ কোনো হৰণলুকীৰ মায়াই ছাঁ পেলাবহি নোৱাৰিছিল। বৰং, মোৰ সাঁচতীয়া ধনে পোৱালিহে দিছিল। মাহীদেউক কেতিয়াৱা দুঅনা-চাৰিঅনা ধাৰলৈ দিছিলোঁ। কিন্তু, তাৰ সুদৰ হাৰ ভাবিব নোৱাৰাকৈ চৰা আছিল। মাহীদেৱে প্ৰতিটো সপ্তাহত প্ৰায় শতকৰা এশৰ হাৰত সুদ দিবলগীয়া হৈছিল। মাহীদেৱে হাঁহি হাঁহি সেইটো হাৰতে সুদৰ পইচা মূলখিনিৰ লগতে যাচি বং চাইছিল। মই গমেই পোৱা নাছিলোঁ, যি কোনো কাবুলীও যে মোৰ লগত হাৰি যোৱাৰ সম্ভাৱনা এটা আছিল।

এৰাতি মই এটা শব্দ শুনি সাৰ পাই গ'লোঁ। দেখিলোঁ, মোৰ ভৰি-পথানৰ ফালে মাহীদেৱে দেখোন তাঁত মেলি লৈছে। মুখখন পাচফালৰ পৰা স্পষ্টকৈয়ে দেখিছিলোঁ। তাঁতৰ শালখনৰ আধাখিনি পোহৰত জিলিকি আছিল, আৰু আধাখিনি আন্ধাৰত ঢাক খাই আছিল ছিলমিলকৈ। মই বিচনাতে বহি থৰ লাগি চাই ৰ'লোঁ। অৱশেষত এবাৰ মাত দিলোঁ, "মাহীদেউ!" মুহূৰ্ততে তাঁতখন সামৰি

মাহীদেউ নম্রতা-নোবোলাকৈ উঠি গুচি গ'ল। মোৰ বিচনাৰ দাঁতিত থকা আলনাখনৰ কাপোৰ-কানিবোৰ দাঙি ভালকৈ জুমি চাই দেখিলোঁ, মাহীদেউ শুই আছে—সঁচা নে মিছা! মাহীদেউক পাচদিনা একো নক'লোঁ। ৰাতি যেতিয়া আটাইবোৰ শুলে, মই শুই থকাৰ ভাও জুৰি কাণ উনাই সাৰ পাই থাকিলোঁ। হঠাৎ কাণত পৰিল মাকোৰ শব্দ। মই বিচনাতে বহি লৈ চাই ৰ'লোঁ। বাঁহৰ জাপখন গুচাই থোৱা খিৰিকিখনেদি সৰকি অহা জোনাকতে মাহীদেৱে তাঁতৰ শালত বহি কাপোৰ বৈ আছে! মোৰ অসহ্য হ'ল, কিহে পায় মাহীদেউক ওৰেটো দিন অতবোৰ কামৰ জঁাজ মাৰি ৰাতিও এইখন মেলি ল'বলৈ? মাত দিলোঁ, "মাহীদেউ! আপোনাক নো বাক— ?" মুখৰ কথা মুখতে ৰ'ল, মাহীদেউ দেখোন সাউৎকৈ গুচি গ'লগৈ। পাচদিনা মাহীদেউক সুধিলোঁ, কিহে পাইছিল টোপনি খতি কৰি তাঁত বৈ থাকিবলৈ? মই মাহীদেউক মনত পেলাই দিছিলোঁ, জাৰকালি ৰাতি নৌ-পুৱাওঁতেই উঠি কাম কৰিবলৈ লোৱাৰ কাৰণে ভৰি দুখন উখহি উঠাৰ কথা। মাহীদেউৰ ভৰি দুখন কলাফুল-লৈকে ফাটিছিল—গোটেই ভৰিতে যেন সেইবোৰ মেকুৰীৰ হাতোৰাৰ আঁচোৰ! মাহীদেউৰ তথাপি জ্ঞান নহ'ল, ৰাতি তাঁত ব'লেহে মন জুৰ পৰে!

মোৰ কথা শুনি মাহীদেৱে হাঁহি সামাৰিব নোৱাৰিলে। ক'লে, "তোমাৰ ভৰি-পথানত আকৌ ক'ত বিচাৰি পালা তাঁতৰ শালখন?" তাৰ পাচত লাহে লাহে ক'লে, "সেয়া জানিছা, মই নহওঁ। তুমি একো নক'বা, সেয়া নিশ্চয় ঘৰজেউতি!" সেই ৰাতি ঘৰজেউতিক জানোচা আকৌ দেখিবলৈ পাওঁ বুলি বহুপৰলৈকে চকু মুদি শোৱা নাছিলোঁ। দুনাই আৰু মোৰ ভৰি-পথানত কাকো দেখা নেপালোঁ। মোৰ 'জাতিস্মৰ'টোকে ধৰি কেউবাটাও কবিতাত ঘৰজেউতিৰ উল্লেখ কৰিছোঁ। এঠাইত লিখিছোঁ,

> শুনিছিলোঁ ইয়াতেই টোপনিতে জাগৰ কাণেৰে
> ঘৰজেউতিয়ে বয় মাজৰাতি বিহুৰ গামোচা
> মোৰে মূৰ শিতানত
> মাকো মাৰে নেদেখা সূতাৰ
> ছঁয়ামগ্না তাঁতৰ শালত

শুনিছিলোঁ শব্দ তাৰ দেখিছিলোঁ ছবি
পৃথিৱীৰ আৰু ক'তো নাই কোনে ক'ব আছে
দিঠকেৰে সপোনৰ এইবোৰ সাৰটাসাৰটি

মোৰ কল্পনাত ঘৰজেউতি অশৰীৰী কোনো নহয়। মাথোন বুদ্ধিৰ জগতখনৰ সিপাৰে থকা কোনোবা। আৰু যদি কোনোবাই কয়, সেয়া কেৱল মোৰ জধলা কল্পনাৰ বদ্ধ জলাশয়ত ভাঁহি উঠা খেলিমেলি ছবি —মই সেই কথাষাৰ মানি ল'ম। কিন্তু মানি নলওঁ, সেইখন ছবিত কিবা কুসংস্কাৰৰ চিটিকনি আছিল!

যাওক বাৰু সেই কথাবোৰ। লাহোৱালত থকা সময়ছোৱাতে পৃথিৱীখনত এটা ডাঙৰ ঘটনা ঘটিছিল। মোৰ মনৰ খিৰিকিয়েদি সেই ঘটনাটোৰ প্ৰথম খবৰ কিদৰে সোমাই আহিছিল, সেই কথাষাৰ কওঁ। এদিন শুনিলোঁ, বাগানৰ দুজন চাহাব—মেনেজাৰ আৰু এচিষ্টেণ্ট মেনেজাৰৰ বঙলাত বিৰাট কন্দা-কটা। দুয়োজন চাহাবেই হেনো নিজৰ নিজৰ মেমৰ ডিঙিত ধৰি প্ৰায় ৰাজহুৱাকৈয়ে কান্দিছে! সেই সময়ত চাহাব-মেমৰ তেনেকুৱা ৰাজহুৱা কান্দোন নোহোৱা-নোপজা ঘটনা। ৰাজহুৱা কান্দোনহে নেলাগে, মেমৰ চকুত নিৰলাত ওলোৱা চকুৰ পানীও অকল্পনীয় আছিল। ককাদেউতা লৰালৰিকৈ কামৰ পৰা উভতি আহি ক'লেহি, যুদ্ধ লাগিছে! সেয়া ১৯৩৯ চনৰ চেপ্তেম্বৰ মাহৰ ৯-১০ তাৰিখৰ কথা। মই ককাদেউতাক সুধিলোঁ, কিন্তু চাহাব-মেমবোৰে কান্দিছে কিয়? উত্তৰ পালোঁ, ডেকাবয়সীয়া চব চাহাবেই যুদ্ধলৈ যাব লাগিব!

সেইদিনা গধূলি দেখিছিলোঁ, ডিব্ৰুগড় জিলাৰ—তেতিয়া মহকুমা —আটাইবোৰ চাহাবেই লগত মেম লৈ দলে দলে ডিব্ৰুগড়ৰ 'য়ুৰোপীয়ান ক্লাব'লৈ ঢাপলি মেলিছিল। আমি পদূলিমুখৰ পৰা চাই আছিলোঁ, মটৰ-গাড়ীবোৰৰ ভীৰ। সিমানবোৰ মটৰগাড়ী একেলগে যোৱা তাৰ আগতে কোনোদিনা দেখা নাছিলোঁ। পাচদিনা ককাদেউতাই কাম কৰা বাগানখনৰ সহকাৰী মেনেজাৰ পামাৰ চাহাব বিলাতমুৱা হ'লেই। যোৱাৰ আগতে গাড়ীখন লাহোৱালৰ এগৰাকী মাৰোৱাৰীক ৭০০ টকাত বিক্ৰী কৰি থৈ গ'ল। গাড়ীখনৰ ওপৰত পানী কাপোৰৰ চৈ এখন আছিল। মই সেই গাড়ীখনত এবাৰ একেবাৰে কেইবাদিনো উঠিবলৈ পাইছিলোঁ। সেইখনত উঠিয়েই

মই ডিব্ৰুগড়ৰ গ্ৰেহেম বজাৰ মাইনৰ স্কুলত নিম্ন প্ৰাইমেৰী স্কুলৰ বৃত্তি পৰীক্ষা দিছিলোঁগৈ। গাড়ীখন ককাদেউতাকো যাচিছিল। কিন্তু, ককাদেউতাই নল'লে। অথবা ল'ব নোৱাৰিলে। হয়তো ককাদেউতাৰ হাতত মাথোন চখ মিটাবলৈ সিমান টকা নাছিল। মোৰ কিন্তু সেই তেতিয়াই এটা ধাউতি উপজিছিল, যেতিয়া ডাঙৰ হ'ম, তেতিয়া এখন মটৰগাড়ী কিনি চলাই ফুৰিম! সেই অনা ধাউতিটো ক'ত শেষ হ'লগৈ, পাচত ক'ম। যি কি নহওক, পামাৰ চাহাব গ'লগৈ। এমাহমানৰ পাচত বাগানৰ মেনেজাৰ লিয়নাৰ্ড চাহাবো গ'লগৈ। বাগানবোৰত ৰ'লগৈ মাথোন কিছুমান বুঢ়া-বুঢ়া চাহাব!

লাহে লাহে আমি যুদ্ধৰ খবৰ জনা হৈ আহিলোঁ। আৰু জনা হৈ আহিলোঁ, কংগ্ৰেছৰ কথা—মহাত্মা গান্ধীৰ কথা। আমাৰ শিশু-বুদ্ধিৰে আমি আটাইবোৰ হিটলাৰৰ ফলীয়া আছিলোঁ।

গধূলি -সময়ত সদায় ককাদেউতাৰ দৰবাৰ বহে, বাগানৰ চৰ্দাৰ-সকলক লৈ। ককাদেউতাই গুৰ্‌গুৰীৰ ধোঁৱা খাই খাই কামজাৰীবোৰ বুজাই উঠি তেওঁলোকক যুদ্ধৰ খবৰ শুনাবলৈ আৰম্ভ কৰে—হিটলাৰৰ দপদপনিৰ কথা, বেলিৰ পোহৰতে জোন হৈ পৰা মুছোলিনীৰ কথা, আৰু বেচেৰা চাহাববোৰৰ দুৰৱস্থাৰ কথা। যুদ্ধৰ খবৰ শেষ হৈ যোৱাৰ পাচত, সেই খবৰৰ ভাগ ল'বলৈ অহা বলচুৰে ককাদেউতাক সোধে, "দেউতা, আৰু আমাৰ খংৰাজৰ অৱস্থা কেনেকুৱা?" বলচুৰে হেজাৰ চেষ্টা কৰিও 'কংগ্ৰেছ' শব্দটো উচ্চাৰণ কৰিব নোৱাৰে, বোলে খংৰাজ! ককাদেউতাই কৈ যায়, মহাত্মা গান্ধীৰ অনশন, সত্যাগ্ৰহ ইত্যাদিৰ কথা। মনত পৰে, দুদিনমান সেয়াও কৈছিল—হিটলাৰক লগ ধৰিবলৈ যোৱা সুভাষ বসুৰ কথা। আমাৰ পচন্দ হৈছিল, সেইখিনি কথা!

অৱশেষত, ককাদেউতাই চিলিমৰ অঙঠাকেইটা চেঁচা হৈ অহাৰ লগে লগে দৰবাৰ ভাঙি গুচি যায়। মইনা মামা আৰু মই সেই ভগা সবাহত উকলি দিওঁগৈ, গুৰ্‌গুৰীটোৰ নলিচাডাল হুপি হুপি। গুৰগুৰীটোৰ পানীখিনি গোৰগোৰাই উঠে। সেইটোতে আমাৰ ফূৰ্তি। এদিন মইনা মামাৰ মুখলৈ সোমাই আহিছিল, গুৰগুৰীটোৰ মদকৰা পানী এজোলোকা। হোপাটো দীঘলকৈ মাৰিছিল—সেইবাবেই! আৰু এদিন কি হ'ল জানো, মই ঠেৰেঙা লাগিলোঁ। ৰ'জ মামীয়ে

—ডাণ্ডৰ মামাৰ অব্যৰ্থ প্ৰেম—কিবা এটা গম পাই লৰালৰিকৈ আহি মোৰ মুখৰ পৰা নলিচাডাল একৰাই দিলে। গোটেইখন ধোঁৱাময় হৈ গৈছিল। মামীয়ে মোৰ চকুৱে-মুখে পানীৰ ছাটি মাৰি দিলে। মই যেতিয়া সুস্থিৰ হৈ পৰিলোঁ, মামীয়ে মোৰ কাণে চাই বৰ মৰমকৈ হাঁহিলে। সুধিলে, "আজি বাৰু কি হ'লহেঁতেন!" ককাদেউতাই সেইদিনা চিলিমটোৰ অঙঠাকেইটা হুমুৰাবলৈ পাহৰিছিল।

## ॥ জৰ্জ স্কুলৰ পদূলি চ'ৰাত ॥

"I am like a tree,
From my top boughs I can see
The footprints that led up to me."

—R. S. Thomas

তাৰ পাচত ডিব্ৰুগড় জৰ্জ স্কুলৰ ছাত্ৰ হৈ পৰিলোঁ। একে কোবেই ৪ৰ্থ শ্ৰেণীৰ ছাত্ৰ। প্ৰাথমিক স্কুলৰ বৃত্তি পৰীক্ষাৰ পাচতো যে স্কুললৈ অহা-যোৱা কৰি ইংৰাজী আখৰকেইটা চিনি লৈছিলোঁ, সেইটো পুণ্যৰেই ফল। তাৰ ফলতেই ৩য় শ্ৰেণীত এটা বছৰ এনেয়ে কটোৱাৰ পৰা ৰেহাই পাইছিলোঁ।

নিতৌ লাহোৱালৰ পৰা ডিব্ৰুগড়লৈ কনবাপ মামা আৰু মইনা মামাৰ লগত ট্ৰেইনেৰে অহা-যোৱা কৰোঁ। মাহেকীয়া 'ছিজন টিকেট' লৈছিলোঁ—মাহেকত চৈধ্য অনা তিনি পইচা দিব লাগে। এনেয়ে হ'লে এবাৰতে দুই অনা তিনি পইচা দিব লাগিলহেঁতেন। গৈ উভতি অহা মানে তাৰ দুগুণ। তেতিয়া ডিব্ৰু-শদিয়া ৰেলৱে'ৰ ট্ৰেফিক্ মেনেজাৰ আছিল, ডব্লিউ. ডব্লিউ লৰি নামৰ এজন চাহাব। তেওঁৰেই ছাত্ৰ-ছাত্ৰীবিলাকৰ কাৰণে ভাবিব নোৱৰা পৰিমাণৰ ৰেহাই দি 'ছিজন টিকেট'ৰ সেই ব্যৱস্থাটো কৰি দিছিল। তেওঁৰ নিজৰ ৰবীয়াকেয়ো এটা চুটি ৰে'লৰ ডবা আছিল। তাৰে একোঠালীত তেওঁৰ খানচামাই ৰন্ধা-বঢ়া কৰিছিল। বাকী দুটা কোঠালীত তেওঁ আৰু তেওঁৰ মেমৰ বৰঘৰ আৰু চলন্ত অফিচঘৰ। তেওঁৰ এটা ধুনীয়া নাহৰফুটুকীৰ লেথীয়া কুকুৰ আছিল—তাকো লগত লৈ ফুৰিছিল।

ডিব্ৰু-শদিয়া ৰেলৱে' অসমৰ পোনপ্ৰথম ৰে'লপথ। আসাম-বেংগল ৰেলৱে' তাৰ তিনি বছৰৰ পাচতহে প্ৰতিষ্ঠিত হৈছিল। ১৯০১ চনত প্ৰতিষ্ঠিত ডিব্ৰু-শদিয়া ৰেলৱে'ৰ সকলোবোৰ বিধি-ব্যৱস্থা বহু বেচি চিকুণ আৰু নিয়াৰি আছিল। ক'লে কোনেও বিশ্বাস নকৰিব, পুৱা ছয় বজাৰ পৰা ৰাতি বাৰ বজালৈকে নিতৌ সেই পথেদি যাত্ৰীবাহী ছ'খন ট্ৰেইন আহিছিল আৰু ছ'খন ট্ৰেইন গৈছিল—এটা মুৰৰ পৰা

আনটো মূৰলৈ। ডিব্ৰুগড়ৰ লকোমটিভ্ ৱৰ্কশ্বপত—চমুকৈ, লকো—ৰে'লৰ ইঞ্জিনৰ পৰা আৰম্ভ কৰি ৰে'লৰ ডবালৈকে সকলো নিৰ্মিত হৈছিল। স্বাধীন ভাৰতত অসমৰ অৰ্থনীতিৰ প্ৰথম বলি হৈছিল, সেই স্বয়ং-সম্পূৰ্ণ আৰু স্বয়ংনিৰ্ভৰ কাৰখানাটো। স্বাধীনতাৰ আগতে সেই কাৰখানাটোত সৰ্বমুঠ ৩৬টা ৰে'লৰ ইঞ্জিন নিৰ্মাণ কৰা হৈছিল। তদুপৰি, ট্ৰামগাড়ীৰ আৰ্হিৰে পেট্ৰোলেৰে চলোৱা দুখন 'ৰে'ল-কাৰ'ও গঢ়ি উলিওৱা হৈছিল। সেইবোৰৰ উপৰিও আৰু বহুত ধৰণৰ সূক্ষ্ম যন্ত্ৰ-পাতি নিৰ্মাণ কৰা হৈছিল, সেই সৰু কাৰখানাটোত। ৰেলপথটোৰ পৰা কোম্পানীক গুচাই গোটেইবোৰ চৰকাৰী কৰি পেলোৱাতে সেই কাৰখানাটো ডোখৰ-ডোখৰকৈ অসমৰ বাহিৰলৈ লৈ যোৱা হ'ল। আমাৰ ৰাজনীতিবিদ্‌সকল শুই থাকোঁতেই গ'ল। কোনেও খবৰ নেৰাখিলে, সেই যন্ত্ৰ-পাতিবোৰৰ লগতে যে আমাৰ ডেকাল'ৰাবোৰৰ বাবে প্ৰয়োজনীয় চাকৰি-বাকৰিবো কেইজনী খীৰতী গাই কোনোবাই লৈ গুচি গ'ল!

যাওক বাৰু সেইবোৰ জাতীয় জীৱনৰ জটিলগা কথা। নিজৰ কথা কওঁ। তিনি মাহমানৰ পাচতে মাকণ মাহীদেউৰ বিয়া হৈ গ'ল, লেংৰাই বাগিচাৰ কলঘৰৰ দ্বিতীয় মহৰী ভোগেশ্বৰ ভূঞাৰ লগত। কিছুদিনৰ পাচতে মোৰ সেই মহাদেউগৰাকী বৰ মহৰী হ'লগৈ। দেউতাও চাবুৱালৈ বদলি হৈ আহিল। গতিকে, ময়ো চাবুৱালৈ স্থানান্তৰিত হ'লোঁ। সেই একে 'ছিজন টিকেট'—দামটো মাথোন তুলনাত অলপ বেচি, মাহে দুটকা সাত পইচা। মোৰ অহা-যোৱাৰ সংগী দুজন—ছলমগীৰ খান আৰু হনুমানবক্স আগৰৱালা। ছলমগীৰ আৰু মই পঢ়োঁ ৪র্থ শ্ৰেণীত; হনুমানে পঢ়ে ৩য় শ্ৰেণীত।

ট্ৰেইনত এনে কিছুমান দুঃসাহসিক কাম কৰিছিলোঁ, এতিয়া মনত পৰিলে গা'ৰ নোমবোৰ শিয়ঁৰি উঠে। প্ৰথমতে একেটা ডবাতে থকা ইটো কোঠাৰ পৰা সিটো কোঠালৈ খিৰিকিৰে সৰকি পাৰ হৈছিলোঁ—চলন্ত গাড়ীত। সিমানতে থমকি ৰোৱা নাছিলোঁ, চলন্ত গাড়ীৰ ইটো ডবাৰ পৰা সিটো ডবালৈয়ো অহা-যোৱা কৰিছিলোঁ। ডবাবোৰৰ ইমূৰে-সিমূৰে থকা লোহাৰ টেমুনা দুটাত ভৰি থৈ, পোনতে যাব খোজা ডবাটোৰ খিৰিকিখনৰ শলাডাল খামুচি ধৰি আৰু তাৰ পাচতে সিটো ডবাৰ খিৰিকিখনত ধৰি থকা আনখন হাতৰ খামোচটো

এৰি দি। ছলমগীৰেও সেই দুঃসাহসিক কামটো কৰিছিল। আমাৰ জেপে-জেপে আছিল, গাড়ীৰ বন্ধ দুৱাৰ খুলিব পৰা একোটা কাঠৰ চাৰিশিৰীয়া চাবি। সেই চাবিবোৰ কলমৰ হেণ্ডেলৰ ওভোতা ফালটো কাটি নিজেই তৈয়াৰী কৰি লৈছিলোঁ। আমি কেতিয়াবা সেই চাবিটোৰে সহায় লৈ প্ৰথম শ্ৰেণীৰ কোঠাৰ দুৱাৰ খুলি আমাৰ কাৰণে নিষিদ্ধ ভ্ৰমণবো জুতি লৈছিলোঁ। ভাগ্য ভাল, আমাৰ সেইবোৰ নিষিদ্ধ কামৰ কোনো প্ৰায়শ্চিত্ত কৰিবলগীয়া নহ'ল, প্ৰথম শ্ৰেণীত ভ্ৰমণ জৰি জৰিমনা ভৰি, আৰু ইটো ডবাৰ পৰা সিটো ডবালৈ বগাই মৃত্যুৰ দুৱাৰ খুলি!

পাচলৈ কিন্তু ট্ৰেইনত পঢ়া-শুনা কৰা অভ্যাস এটা কিয় কেনেকৈ গঢ় লৈ উঠিছিল, নিজেই ক'ব নোৱাৰোঁ। মোৰ লগত যোৱা ওপৰ শ্ৰেণীৰ কোনোবা ছাত্ৰ লগ পালে, তেওঁৰ কিতাপৰ জাপৰ মাজৰ পৰা সাহিত্যৰ পুথিখন টানি লৈ পাত লুটিয়াবলৈ লাগি গৈছিলোঁ। এবাৰ এখন কিতাপত—বোধকৰোঁ ৮ম শ্ৰেণীৰ পাঠ্যপুথি 'সাহিত্য ৰত্নাৱলী' আছিল—পঢিবলৈ পাইছিলোঁ, 'কলীয়াপানীৰ বন্দী' গল্পটো। গল্পটো লেখিছিল, সেই একেটি মাথোন গল্প লেখা বিপিনচন্দ্ৰ বৰুৱা নামৰ লেখক এজনে। পঢ়ি মুগ্ধ হৈ গৈছিলোঁ। মোৰ জীৱনত প্ৰথমতে পঢ়া চুটিগল্প আছিল, সেইটোৱেই। এইদৰেই মই এজন ৯ম-১০ম শ্ৰেণীৰ সহযাত্ৰী ছাত্ৰৰ কিতাপৰ জাপত পোৱা সত্যনাথ বৰাৰ 'সাৰথি'খন ট্ৰেইনতে পঢ়িছিলোঁ। সেই কিতাপখনৰ প্ৰতি তাৰ ভাষাটোৰ লগতে অন্য এটা ওপৰঞ্চি আকৰ্ষণ উপজিছিল, লেখকজনৰ বৰা উপাধিটোৰ কাৰণে। মোৰ কিবা আপোন-আপোন লাগিছিল, সেই লেখকজন!

লাহে লাহে মই বহুত লেখকৰ লেখাৰ লগত চিনাকি হৈ পৰিছিলোঁ। এদিন মোতকৈ পাঁচোটা শ্ৰেণীৰ ওপৰৰ ছাত্ৰ মথুৰা গোস্বামীৰ কিতাপৰ জাপত এখন কিতাপ দেখিলোঁ—ৰবীন্দ্ৰ ৰচনাৱলী, অচলিত সংগ্ৰহৰ ২য় খণ্ড। ডিব্ৰুগড়ৰ পৰা লাহোৱাললৈ যোৱাৰ সময়ছোৱাতে পঢ়ি ল'লোঁ এখন ৰচনা—নামটো আজিও মনত আছে, 'ডি প্ৰোফেণ্ডিছ্'! ৰচনাখনৰ কথাবোৰ সেই বয়সত যে একো বুজা নাছিলোঁ, সেয়া স্বীকাৰ কৰাৰ প্ৰয়োজনেই নাই। কিন্তু চিনাকি হৈ গৈছিলোঁ, একেটা সময়তে দুজন লেখকৰ লগত—এজনৰ নামটোৰে

সৈতে, আনজনৰ লেখাৰ ধৰণটোৰে সৈতে ; প্ৰথমজন অস্কাৰ ৱাইল্ড, দ্বিতীয়জন ৰবীন্দ্ৰনাথ। তাৰ কেইদিনমানৰ আগতে 'আনন্দবাজাৰ পত্ৰিকা'ত পঢ়িবলৈ পাইছিলোঁ, গোটেই প্ৰথম পৃষ্ঠা জোৰা ৰবীন্দ্ৰনাথৰ ছবিখনেৰে সৈতে বাংলাত লিখা বাতৰিটো—'৮০ বছৰ বয়সত ৰবি অস্তমিত'। সেই কাকতখন এতিয়াও মোৰ ট্ৰাংকৰ তলত পৰি থাকিব লাগে! যি কি নহওক, সেই কাকতখনত প্ৰকাশিত কবিগুৰুৰ জীৱনপঞ্জী, প্ৰথম কবিতাটো আৰু প্ৰবন্ধ-পাতিবোৰ পঢ়িয়েই মই সিজনাৰ বিষয়ে প্ৰাথমিক চিনাকিটো গোটাই লৈছিলোঁ। মই তেতিয়া জৰ্জ স্কুলৰ ৪ৰ্থ শ্ৰেণীৰ ছাত্ৰ। মোৰ কাৰণে নিশ্চয় 'ৰবীন্দ্ৰ ৰচনাৱলী'ৰ সেই গ্ৰন্থখন সমুদ্ৰতকৈয়ো বিৰাট আছিল। তথাপি, মোৰ সমুখত এখন নতুন দুৱাৰ মুকলি হৈ গ'ল। এই মথুৰা গোস্বামী মোৰ মনৰ গোপন দেউলৰ এটি মাটিৰ চাকি আছিল। কথাবাৰ তেওঁক কোৱাৰ সুযোগটো আজিলৈকে পোৱা নাই। সৰুৰে পৰা এওঁ আমাৰ মামাইঁতৰ ঘৰৰ প্ৰতিবেশী আছিল। এওঁৰ ভায়েকহঁতৰ লগত —হৰি গোস্বামী আৰু অশ্বিনী গোস্বামীৰ লগত ফাকুৱাৰ সময়ত বোকা খেলা আৰু ৰং খেলাৰ কথা মনত পৰে। কিন্তু, মথুৰা গোস্বামীক আমি শ্ৰদ্ধাৰ চকুৰেই চাইছিলোঁ। পঢ়া-শুনাত মগ্ন হৈ থকা মথুৰা গোস্বামীৰ মুখত ফাকু সানি আমনি দিবলৈ মই ওচৰ চপা নাছিলোঁ। মোৰ বাবে তেওঁৰ আটাইতকৈ লোভনীয় বস্তুটো আছিল —ধুনীয়া চকুযুৰিত পিন্ধি থকা চশ্‌মাজোৰ! ভাবিছিলোঁ, ময়ো যদি তেওঁৰ দৰে পঢ়ি পঢ়ি চকু নষ্ট কৰি এজোৰ চশ্‌মা ল'ব পৰা হ'লোহেঁতেন! ক'ব নোৱাৰাকৈয়ে, এওঁ মোক উদ্বুদ্ধ কৰি তুলিছিল। তেতিয়াৰে পৰা এওঁ গাড়ীখনৰ যিটো ডবাতে উঠে, ময়ো সেইটো ডবাতে উঠো। লোভ তেওঁৰ কিতাপৰ জাপত থকা বাহিৰা কিতাপবোৰ। লাহোৱালত তেওঁ নামি গুচি যায়। বাকী দুটা ষ্টেছন মই অকলশৰীয়া হৈ পাৰ হওঁ। ডিকম পাৰ হ'বৰ সময়ত নাহৰতলি বাগিচাৰ পিনে যোৱা বাটটোলৈ চাওঁ, গোটেই বাগিচাখনৰ এন্ধাৰৰ মাজত সেই বাটটো হেৰাই গৈছে। তাৰ পাচত, ৰে'ল-লাইনৰ কাষেদি যোৱা টেলিগ্ৰাফৰ তাঁৰবিলাকলৈ চকু দিওঁ, ত্ৰিনেও্‌ চাহাবৰ বঙলাৰ সমুখৰ বিৰাট খেল-পথাৰখনৰ গা'তে লাগি থকা খুটাকেইটাৰ পৰা দোঁ খাই ওলমি যোৱা টোকোৰা চৰাইৰ বাঁহবোৰ

এন্ধাৰৰ লগত একাকাৰ হৈ পৰিছে। সেইখিনিতে ট্ৰেইনখনৰ বিজুলী-চাকিবোৰ জ্বলি উঠে। তাৰ পাচত চাবুৱা পাওঁগৈ।

ইয়াৰ ভিতৰতে মই 'ৰবীন্দ্ৰ ৰচনাৱলী'ৰ প্ৰথম দুটা খণ্ডৰ গৰাকী হৈ পৰিলোঁ। কলিকতাৰ পৰা মই ডাকযোগে সংগ্ৰহ কৰিছিলোঁ! মই সেই ৰচনাৱলীৰ গ্ৰাহক হৈ পৰিলোঁ। মোৰো যে দুঃসাহস, এটা গল্প লিখিছিলোঁ! গল্প মানে সাধুকথাৰ দুৱাৰদলিটো পাৰ হোৱা কিবা এটা। ভয়ে ভয়ে মাণিক বৰ্মা ছাৰক দিছিলোঁগৈ, স্কুলৰ তিনিমহীয়া আলোচনা 'জ্যোতি'ত প্ৰকাশ কৰিবৰ কাৰণে। ছপা হৈ ওলাইছিল। মাণিক বৰ্মা ছাৰে মোক এটা কপি নিজ হাতেৰে দিছিল। সকলোবোৰ ছাত্ৰৰ মাজত তেতিয়া এষাৰ কথাৰ চলন্তি আছিল তেখেতৰ বিষয়ে—ভীষণ খঙাল বুলি। সেই 'জ্যোতি'ৰ কপিটো পোৱাৰ পাচত মোৰ ধাৰণা উপজিছিল, কথাষাৰ সম্পূৰ্ণ সঁচা নহয়। কাৰণ, মোৰ লগৰ সকলোবোৰ ছাত্ৰকে 'তই' বুলি সম্বোধন কৰা সেই মানুহজনে মোক কৈছিল, "আৰু দিবা।" তেখেতৰ মুখৰ সেই 'তুমি' সম্বোধনটোৱেই মোৰ বাবে যেন এটা সোণৰ পদকহে আছিল। তাৰ পাচৰ সংখ্যা দুটাতো 'জ্যোতি'ৰ কনিষ্ঠতম লেখক মোৰ কাপৰ পৰা ওলোৱা দুটা জীৱনীৰ লেখীয়া প্ৰবন্ধ ছপা হৈ ওলাইছিল। 'জ্যোতি'ৰ কথা মনত পেলালেই, এবাৰ তাৰ বেটুপাততে ছপা হোৱা এখন পোহৰ-ছবি আৰু তাৰ কাষতে থাপি থোৱা এটা কবিতা-স্তৱকৰ কথা মনত পৰে। পোহৰ-ছবিখন আছিল সেইবাৰ কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত ১ম স্থান অধিকাৰ কৰা কৈলাস ভট্টাচাৰ্যৰ। আৰু কবিতাটো আছিল,

"নীল আকাশত লক্ষ্য ৰাখি
জুৰিব যি বীৰে ধনুত কাঁড়;
মহান সি লক্ষ্য হ'লেও ব্যৰ্থ
তুষ্টতো হ'ব আত্মা তাৰ!"

কিয় ক'ব নোৱাৰোঁ, এই কবিতাটো মোৰ মনত নজহা-নপমাকৈ ৰৈ গ'ল। হয়তোবা মোৰ ভৱিষ্য-জীৱনৰ সম্ভাৱনীয় ব্যৰ্থতাবোৰৰ আগতীয়া সান্ত্বনাৰ মাজুলীটো তাতেই আছিল।

এটা কথা মনত পৰে। সেই তাহানিতে দেখা পোৱা মোৰ এগৰাকী অত্যন্ত শ্ৰদ্ধাৰ কবিৰ কথা। ৰবীন্দ্ৰনাথৰ মৃত্যুৰ দিনাখন

ডিব্ৰুগড়ৰ আটাইবোৰ স্কুলৰ সম্মিলিত শোকসভাখন অনুষ্ঠিত হৈছিল, চৰকাৰী হাইস্কুলৰ চোতালত। সভাত সভানেত্ৰীত্ব কৰিছিল, মহিলা-কবি নলিনীবালা দেৱীয়ে। এগৰাকী বঙালী শিক্ষকে—নামটো যদিও মনত আছে, নকওঁ—সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি কৈ পেলাইছিল, "আজি বংগদেশৰ অতি দুখৰ দিন। আজি বাংলা সাহিত্যৰ শ্ৰেষ্ঠ কবি ৰবি অস্তমিত।" কবি নলিনীবালা দেৱীয়ে সভানেত্ৰীৰ ভাষণ দিছিল। কি অপূৰ্ব সুন্দৰ যাদুকৰী ভাষা শুনিছিলোঁ মহিলা-কবিৰ মুখৰ পৰা সেইদিনা! তেওঁ কৈ গৈছিল, জলপ্ৰপাতৰ শিখৰলোকৰ পৰা খহি অহা জলধাৰাৰ দৰে অনৰ্গল বাক্যৰ ধাৰেৰে, "তেখেতে কৈছে আজি বাংলাৰ শ্ৰেষ্ঠতম কবিৰ জীৱন-অৱসান ঘটিছে। ৰবীন্দ্ৰনাথক আমি মাথোন বাংলাৰ কবি বুলিবলৈ নিদিওঁ। আনেও নিদিয়ে আমাকো তেনেকৈ ৰবীন্দ্ৰনাথ কেৱল ভাৰতৰে কবি বুলি ক'বলৈ। বিশ্বকবি ৰবীন্দ্ৰনাথ গোটেই পৃথিৱীখনৰে কবি। স্কুল কলেজৰ দুৱাৰদলি মই গচকি পাৰ হোৱা নাই। অথচ, জীৱনৰ গৈৰিক ব্ৰতৰ পথত যিখিনি শান্তিৰ শংখ-শামুক বুটলি লৈছোঁ, সেইখিনিকে লৈয়েই হয়তোবা মই সেইজন, যাক আপোনালোকে কবি বুলি সম্বোধন কৰিছে। কবিৰো কবি, কবিগুৰু ৰবীন্দ্ৰনাথ বিশ্বখনৰে কবি। কোন সিংহাসন-আসনৰ পৰা নামি আহিছিল তেওঁ এই ধৰাতললৈ—তোৰ মুখৰ মোৰ মুখৰ হেজাৰ কথাক কবিতাৰ ৰূপ দিবলৈ। তেওঁ স্বপ্ন দেখিছিল, 'এইসব মূক-মৌনমুখে দিতে হবে ভাষা / এইসব ৰুদ্ধ বুকে ধ্বনিয়া তুলিতে হবে আশা'।" সেই অপূৰ্ব বাচনভংগীৰ অনুপম কথাৰ মালাধাৰৰ পৰা এটা মণিও মোৰ স্মৃতিৰ কোঠাৰ পৰা আজিলৈকে সুলকি পৰা নাই। অলপ আত্মশ্লাঘাৰ অপবাদ মূৰ পাতি লৈয়ো মই এযাৰ কথা ক'ব পাৰোঁ, মই ভালপোৱা কথাবোৰ, গদ্যই হওক অথবা কবিতাই হওক—বৰং গদ্যবোৰ বেচি—মোৰ স্মৃতিৰ কোঠাৰ পৰা সহজে নিৰুদ্দেশৰ ৰূপ লৈ সুলকি নপৰে। এটা কথা মন কৰিছোঁ, মোৰ নিজৰ কবিতাবোৰৰ এটা চৰণো মোৰ মনত নাই। কাৰণ, দাপোণত আপোন মুখৰ ছবি চাই মুগ্ধ হৈ পৰা আত্মৰতিৰ সুখ-তৃপ্তিটো মোৰ বাবে অচিনাকি। তাৰ বিপৰীতে, মোৰ এটা ডাঙৰ দুৰ্বলতা আছে। সেই দুৰ্বলতাটো হ'ল, মই ভালপোৱা মানুহবোৰৰ ৰচনাৱলী খৰচি মাৰি পঢ়ি চোৱাৰ হেঁপাহ।

নলিনীবালা দেৱীৰো কবিতা-পুথি 'সন্ধিয়াৰ সুৰ'খন সেই বক্তৃতাটো শুনাৰ কেইদিনমান পাচতে গোটাই আনি পঢ়ি ল'লোঁ। কবিতাৰ প্ৰতি মোৰ আকৰ্ষণটো এনেকৈয়ে সেই স্বনামধন্যা কবিগৰাকীয়েই মোৰ কিশোৰ-মনৰ কোমল মাটিত রুই দিলে। সময়ত সেয়ে লহপহকৈ বাঢ়ি উঠিল।

সদায় এইদৰে ট্ৰেইনেৰে অহা-যোৱা কৰি জ্বালোচা মই কষ্ট পাইছোঁ আৰু তাতকৈয়ো অধিক জ্বালোচা ক'ৰবাত কোনোবা বেয়া ল'ৰাৰ সংগত পৰোঁ, তেনেকুৱা ভালেমান সঁচা-মিছা কথা ভাবিয়েই দেউতাই মোক সেই ৪ৰ্থ শ্ৰেণীত পঢ়ি থাকোঁতেই জৰ্জ স্কুলৰ ছাত্ৰাবাসত ৰখাৰ ব্যৱস্থা কৰিলে। এদিন মই মোৰ পুৰণি চুটকেচ্‌টো লৈ ছাত্ৰাবাসৰ আবাসিক হৈ পৰিলোঁ। আগৰে পৰা মোৰ কনবাপ মামাৰ বন্ধু যোগেশ দাসৰ লগত সম্পৰ্কটো ঘনিষ্ঠ হৈ পৰিল। যোগেশ দাস তেতিয়া ৬ষ্ঠ শ্ৰেণীৰ ছাত্ৰ। প্ৰথম যিদিনাখন মই সেই ছাত্ৰাবাসৰ বাসিন্দা হৈছিলোঁগৈ, সেইদিনা গধূলি মোৰ চকুৰ পৰা চকুপানী সৰিবলৈ ধৰিলে। মই নিজকে বৰ অকলশৰীয়া যেন অনুভৱ কৰিছিলোঁ—সেইকাৰণেই। যোগেশ দাসে কথাটো মন কৰিলে। মোৰ ওচৰলৈ আহি মোক গালে-মূৰে হাত ফুৰাই সান্ত্বনা দিলেহি। মোৰ উচুপনিটো মাৰ যোৱাৰ পাচত দাসে মোক মুখখন ধুই আহিবলৈ ক'লে। মুখখন ধুই উঠি যোগেশ দাসৰ ধেমেলীয়া কথাবোৰ শুনি হাঁহি দিলোঁ। তাৰ পাচত, দাসে মোক এখন গল্পৰ কিতাপ পঢ়িবলৈ দিলে। নামটো কি আছিল, মোৰ মনত নাই।

সেইদিন ধৰি মই মোৰ ঘৰত প্ৰবাসী হৈ পৰিলোঁ। জীৱনৰ বাকী তেৰটা বছৰ মাথোন দুই-চাৰিমাহৰ মধ্যবিৰতি লৈ ছাত্ৰাবাসৰ বাসিন্দা হৈয়েই শেষলৈকে কটাই দিলোঁ। চাকৰি-জীৱনতো ঘৰৰ ভাত খাই জীৱিকা আৰ্জন কৰাৰ সুবিধাটো নেপালোঁ। সেইবাবেই—অকল সেইবাবেই মোক মোৰ ভাই-ভনীকেইটাই কেতিয়াবা অপৰিচিতৰ দৰে লগ পায়। আৰু সেইবাবেই মোৰ পৰিবাৰে চিৰদিন ধৰি মোক ঘৰ-সংসাৰৰ বিষয়ে সম্পূৰ্ণ অনভিজ্ঞ মানুহ হিচাপেই পাই আহিছে। সেই চৈধ্য বছৰৰ বনবাসে মোৰ জীৱনটো মদকুৱা কৰি থৈ গ'ল। মই যেন চিৰকাল ধৰি কাষৰ মানুহজনৰ আশ্ৰয়প্ৰাৰ্থী। অকলশৰীয়াকৈয়ে খোজ দিবলৈ শিকিলোঁ; কিন্তু লগৰ মানুহজনৰ হাতখন খামুচি

কেনেকৈ গৈ থাকিব লাগে, সেই কথাবাৰ একেবাৰে নিশিকিলোঁ। কাৰোবাৰ প্ৰতি যেতিয়া মই মোৰ কৃতজ্ঞতা নিবেদন কৰোঁ হৃদয়ৰ গভীৰ তলিৰ পৰা তেতিয়া সিজনে ভাবি ল'বলৈ বাধ্য হয়—সেয়া কেৱল কৃত্ৰিম সৌজন্য এটা। তাৰ বিনিময়ত মই এটা বস্তু উভৈনদীকৈ পালোঁ, যি কোনো অপৰিচিত পৰিৱেশটোও মুহূৰ্ত্ততে মোৰ বাবে চিৰপৰিচিত হৈ পৰে।

সেই তেতিয়াৰ ছাত্ৰাবাসৰ জীৱনটো আছিল, শতকৰা শতাংশই বৈচিত্ৰ্যহীন। যিমান দূৰ মনত পৰে, আমি মুঠতে ওঠৰজন আবাসিক আছিলোঁ। আমি শুইছিলোঁ, প্ৰকাণ্ড এটা হলঘৰত শাৰী শাৰীকৈ পাতি থোৱা বিচনাবোৰত। দুখনকৈ থকা বিচনাবোৰৰ দুয়োমূৰে আছিল, এখনকৈ মেজ। সম্পত্তি বুলিবলৈ সেইখিনিয়েই আছিল। বিচনাখনত বহি বহিয়েই লিখা-পঢ়া গোটেইখিনি চলাবলগীয়া হৈছিল। দেউতাৰ পৰা প্ৰতি মাহে দহোটাকৈ টকা আহে। বৃত্তিৰ টকা পাওঁ, মাহিলি তিনি টকাকৈ। খোৱা-বোৱাৰ বাবে মেচৰ মাচুল দিছিলোঁ, মাহে তিনি টকাতকৈ কেই অনামান কম। জলপান বুলিবলৈ কাটা বিস্কুট পাওঁ, এক পইচাত চাৰিটা; 'কুকি' নামৰ চেপেটা বিস্কুটটো— যাৰ জনপ্ৰিয় নামটো আছিল. কুকুৰ বিস্কুট—এক পইচাত দুটা; নহ'লেবা ঘিলাপিঠাৰ লেখীয়া এবিধ সৰু সৰু ঘূৰণীয়া বিস্কুট—এক পইচাত যোলটা। কাপোৰ-কানি ঘৰৰ পৰাই আহে। মোৰ মনত পৰে. হাইস্কুলত নাম লগোৱাৰ দিনাখনেই দেউতাক মোক বাটা কোম্পানীৰ দোকানৰ পৰা এজোৰ চামৰাৰ জোতা কিনি দিছিল। দাম লৈছিল, দুটকা পোন্ধৰ অনা। দুবছৰমানৰ আগতে সেই একেখন দোকানৰ পৰা একে ধৰণৰ জোতা এজোৰ কিনিছিলোঁ, দুশ পোন্ধৰ টকাত। দোকানৰ চে'লছমেন জনক তাহানিখনৰ দামটো ক'লত, তেওঁ উত্তৰ দিছিল, "আমি তেতিয়া জন্মই হোৱা নাছিলোঁ।" যাওক বাৰু প্ৰসংগান্তৰৰ সেই কথা। অন্যান্য খৰচ বুলিবলৈ খৰচ কৰাৰ উপায়েই নাছিল। মাথোন মাজে মাজে এবটল কেৰাচিন তেল কিনিব লাগিছিল। দামটো মনত নাই—এবটলত তিনি পইচা আছিল নেকি! গতিকে, বাকী থকা পইচাখিনিৰে বাহিৰা-কিতাপ কিনি আনিছিলোঁ নিয়মীয়াকৈ 'ভট্টাচাৰ্য এজেন্সী'ৰ পৰা নাইবা 'ওজা ষ্টোৰ্চ'ৰ পৰা। কিতাপৰ দামো আছিল সস্তা—মই কিনা কিতাপবোৰৰ একোখনত

দুই-তিনি অনাতকৈ বেচি দাম নপৰিছিল। সেই কিতাপবোৰৰ দুটা-এটা নাম আজিলৈকে মনত আছে, কিছুমান সোঁ-শৰীৰেৰে ভালে-কুশলেই আছে; 'ছোৰাব-ৰুস্তম', 'মদালসা', 'কেঁকো ডাঙৰীয়াৰ অদ্ভুত কাহিনী', 'নৱৰত্ন', 'গজমুকুতা' ইত্যাদি। এবাৰ এখন কিতাপ কিনি আনিছিলোঁ—'মথি, মার্ক, লূক আৰু যোহনে লিখা শুভবার্তা'। দাম লৈছিল, পাঁচ পইচা। মই নিহালিখন গা'ত লৈ শুই শুই পঢ়ি আছিলোঁ। এনেতে ছাত্ৰাবাসৰ অধীক্ষক তথা স্কুলৰ প্ৰধান শিক্ষক গোবিন্দচন্দ্ৰ শৰ্মা ছাৰ সোমাই আহিল। মোৰ পৰা কিতাপখন হাতত লৈ সুধিলে, "শুই শুই কিয় পঢ়িছ? আৰু এইখন কি কিতাপ?" মই লৰালৰিকৈ বিচনাতে বহি লৈ ক'লোঁ, "টেবুলখনত পোহৰ নপৰে, সেইকাৰণে।" তেখেতে চাই দেখিলে, মই কোৱা কথাষাৰ সঁচা—দুৱাৰখনেদি সোমাই অহা পোহৰখিনিয়ে মেজখন নোচোৱেহি। কিতাপখন লিৰিকি-বিদাৰি চাই তেখেতে আকৌ সুধিলে, "কেনৈ, কাইলৈ জানো তোৰ ইংৰাজীৰ পৰীক্ষা নাই?" মোৰ উত্তৰটো শুনি সদায় মই যিজনক দেখা পালেই দূৰতে কঁপিবলৈ লওঁ, সেই মানুহজনে প্ৰসন্ন হাঁহি এটা মাৰি ক'লে, "পঢ় বাৰু এইখনকে। পিচে শুই শুই নপঢ়িবি, চকু বেয়া হ'ব।"

৫ম শ্ৰেণীলৈ প্ৰমোশ্যন পালোঁ। মোৰ সহপাঠী ভবানীভূতি ভট্টাচাৰ্য আৰু মই—দুয়োজনেই বন্ধনীভুক্ত প্ৰথম হৈছিলোঁ। ভবানীভূতিয়েই কলিকতাত থাকোঁতে মোক 'নতুন কবিতা'খনৰ বেটুপাতটো আঁকি দিছিল। ভিতৰৰ অলংকৰণখিনিও। যি কি নহওক, এইখিনি সময়তে মই আমাৰ শ্ৰেণীৰ হাতেলিখা আলোচনী এখনৰ সম্পাদক হ'লোঁ। আলোচনীখনৰ নাম আছিল, 'প্ৰদীপ'। তাৰ বেটুপাত আঁকিছিলোঁ মই; ভিতৰৰ ছবিবোৰ আঁকি দিছিল, মোৰ সহপাঠী ব্ৰজেশ্বৰ সন্দিকৈয়ে। সেইখনত যে মই কি লিখা নাছিলোঁ! ভাবিলে হাঁহি উঠে। সেইখিনি সময়তে যোগেশ দাসৰ সম্পাদনাত আন এখন হাতেলিখা আলোচনী নিয়মীয়াকৈ ওলাই আছিল। নাম থৈছিল, 'কণিকা'। মই তাৰে দুটামান সংখ্যা পঢ়িবলৈ পাইছিলোঁ। এটা কথাত দুখ লাগিছিল, মোৰ খনত লিখিবলৈ লেখকেই নাই! গতিকে, অনুবাদ কৰিবলৈ লাগি গ'লোঁ। মনত আছে, জাপানৰ বিশ্বজয়ৰ সপোন-দেখোঁতা তানাকাৰ স্মাৰকলিপিখন

ভাঙি উলিয়াইছিলোঁ। এদিন সাবদাশংকৰ প্ৰসাদ কৰুই মোক লগ পাই উৎসাহ দি কৈছিল, "লেখি থাকা। লেখাবোৰ ভাল হৈছে। তানাকাৰ স্মাৰকলিপি পঢ়িলোঁ।" প্ৰবন্ধটো কোনখন ইংৰাজী কাকতত পাইছিলোঁ, ক'ৰ পৰা ভাঙিছিলোঁ, আৰু তাৰ বাই কথাখিনি কি আছিল—আজি মোৰ মনত নপৰে।

এয়া সেইছোৱা সময়, যেতিয়া বিয়াল্লিছৰ বিপ্লৱৰ শেষ ঢৌকেইটা আহি অসমৰ মাটিতো ঠেকা খাইছিলহি। এদিন শুনিলোঁ, ডিব্ৰুগড় ৰে'ল ষ্টেছনত অসমৰ পঞ্চম সত্যাগ্ৰহী দেবেন কাকতি গ্ৰেপ্তাৰ হৈছে। এদিন শুনিলোঁ, আমাৰ স্কুলৰ ৰাষ্ট্ৰভাষা হিন্দুস্থানীৰ শিক্ষক কেশৱ চন্দ্ৰ শৰ্মাক ৰাতিয়েই ঘৰৰ পৰা গ্ৰেপ্তাৰ কৰি নিলেহি। এদিন শুনিলোঁ, ৰাতি কোনোবা ভাৰতৰ স্বাধীনতাকামী 'ভূগৰ্ভ দল'ৰ মানুহ জৰ্জ স্কুলত জুই দিবলৈ আহিছিল! চকিদাৰৰ সতৰ্ক চকুক ফাঁকি দিব নোৱাৰিলে। কেৰাচিন তেলৰ গেলন এটা আৰু আধাপোৰা খৈলাৰ কাপোৰ অলপমান ৩য় শ্ৰেণীৰ দুৱাৰমুখতে থৈ পলাল। দুৱাৰমুখ বুলি কৈছোঁ যদিও, তেতিয়ালৈকে ৩য় শ্ৰেণীৰ পৰা ৫ম শ্ৰেণীলৈকে কোঠা দু'টাৰ দুৱাৰেই নাছিল—মাথোন চৌকাঠকেইটাহে আছিল! তাৰ পাচত আহিল, সাম্যবাদী দলৰ আৰু ছাত্ৰ ফেডাৰেশ্যনৰ 'জনযুদ্ধ'ৰ শ্লোগান। দুদিনমান মোকো তেওঁলোকে তেওঁলোকৰ অফিচলৈ লৈ গৈছিলহি। এজনৰ নামটো বিণিকি-বিণিকি মনত পৰে—উমেশ বৰুৱা। তেওঁ হাতত এপাট তামৰ খাৰু পিন্ধিছিল। তেওঁলোকৰ অফিচটোত এটা সৰু পুথিভঁৰাল আছিল। তাৰ পৰা এখন কিতাপ আনি পঢ়িবৰ সুযোগ পাইছিলোঁ, 'মাৰ্কো প'লোৰ ভ্ৰমণ-কাহিনী'। বাকী কিতাপবোৰ ৰাজনীতিৰ গোন্ধ থকা দলীয় সাহিত্য—সেইবোৰে মোক কোনো আকৰ্ষণৰ বন্দী কৰিব নোৱাৰিলে। ভাল পাব নোৱাৰিলোঁ, সিবিলাকৰ বিজতৰীয়া ভাষা—যাক বোলে 'শৰপোৰা মৰাদাহৰ ভাষা'—সেই ভাষাটো। উমেশ বৰুৱাই এখন হাতেলিখা সাপ্তাহিক বাতৰি-কাকত উলিয়াইছিল। নাম 'নয়া বিপৰ্ট'। সিখনৰ শিতানত আঁকি থৈছিল, এখন যুঁজাৰু বিমান—বজাৰৰ পেট্ৰোল ডিপোটোৰ ওচৰতে আঁৰি থোৱা কাঠৰ ফলিখনত যুদ্ধ-প্ৰচেষ্টাত সহায় কৰা দান-বৰঙণিৰ আভাস থকা চাপমান যন্ত্ৰটোৰ মুখচত অঁকা যুঁজাৰু বিমানখনৰে লেখীয়া। সেইখিনিত কহু শ্ৰমিক জনসাধাৰণৰ হিটলাৰৰ

বিপক্ষে চলোৱা বীৰত্বপূৰ্ণ সংগ্ৰামৰ কাহিনী প্ৰচাৰিত হৈছিল। এনেতে কোনোবা এখন কাকতত পঢ়িবলৈ পালোঁ, কাৰাগাৰৰ ভিতৰত মহাদেৱ দেশাইৰ মৃত্যুৰ কাহিনী। সেই কাহিনীটো পঢ়াৰ পাচত 'জনযুদ্ধ'ৰ ধ্বজা আৱাজৰ প্ৰতি মোৰ অন্তৰমতে ঘৃণা উপজিছিল। অহা-যোৱা বন্ধ কৰি দিলোঁ, সেই অফিচটোলৈ। এই জন্মৰ কাৰণে ৰক্ষা পৰি গ'লোঁ, জ্যামিতিক চিন্তাৰ মৰীচিকা খেদি খেদি চিৰদিনলৈ বাট হেৰুৱাই পেলোৱাৰ পৰা।

লাহোৱালৰ পৰা চাবুৱালৈ, চাবুৱাৰ পৰা ছাত্ৰাবাসলৈ বাগৰি ফুৰা সময়খিনিতে কেইবাটাও মনৰ ফলিৰ পৰা সহজে মচ নোখোৱা ঘটনা ঘটিছিল। পোনতে মনত পৰে, ব্ৰহ্মদেশৰ পৰা বাট নথকা বাটেৰে পলাই অহা ভাৰতীয় 'ইভাকুয়ি'বোৰৰ কথা। ডিব্ৰুগড়ৰ ৰোমান কেথলিক গীৰ্জাৰ সমুখত আশ্ৰয়-শিবিৰ খোলা হৈছিল। আমাৰ স্কুলটো তেওঁলোকৰ কাৰণে এটা সম্প্ৰসাৰিত আৰু সাময়িক শিবিৰ খোলা হৈছিল, জহৰ বন্ধৰ কালছোৱাত। পণ্ডিত নেহৰু আহিছিল, সেই আশ্ৰয়প্ৰাৰ্থী মানুহখিনিক সান্ত্বনা দিবলৈ অথবা ককৰ্থনা কৰিবলৈ। 'ইভাকুয়ি'বিলাকে গভীৰ অৰণ্যৰ মাজৰ পৰা লগত লৈ আহিছিল, এবিধ সোঁচৰা বেমাৰ। আঁঠুৰ তলৰছোৱা ভৰিত বকলাবকলে মঙহৰ কাঁট মেলা ঘাঁ। মোৰ এটুকুৰা হৈছিল। মোৰ পাচৰ ভাইটো মণিৰো হৈছিল। তাৰ দুয়োখন ভৰিতে হৈছিল—পাঁচ নে ছ'ডোখৰ। ৰাতি বিৰত থাকিব নোৱাৰি কান্দে। চাবুৱা বাগিচাৰ ডাক্তৰ নগেন ভাদুড়ীয়ে আমাৰ দুয়োটাকে ঔষধ-পাতি দি চিকিৎসা কৰিলে। মণিৰ ঘাঁ কেইডোখৰ শুকাবলৈ প্ৰায় দুমাহমান লাগিছিল।

চাবুৱাতে মোৰ বাওঁ হাতখন ভাগিছিল, ঘৰৰ কাষৰ টিনৰ জেওৰা খনৰ পৰা পৰি। তাৰ লগত এটা আমোদজনক কথাও জড়িত হৈ আছিল। মকৰালৈ মোৰ এটা ব্যাখ্যাহীন ভয় আছে। সেই ভয়টো লাহোৱালত থাকোঁতে বাঢ়ি বাঢ়ি কোনোবাখন পাইছিলগৈ। পোনতে কেনেবাকৈ গম পালোঁ, আটাইবোৰ মকৰাই ঘৰ-মকৰা নহয়। তাৰে কিছুমান বাঘ-মকৰা—গা'টোত হালধীয়া আঁচোৰ থাকে; আৰু কিছুমান ভালুকী-মকৰা—দেখিবলৈ কেটোৰ ক'লা। পাচৰ বিধে কাৰোবাক আক্ৰমণ কৰিলে, পোনতে কামুৰি লৈ কামোৰা ঠাইত নিজৰ

গা'ৰ পৰা বিহ উলিয়াই চালি দিয়ে। এইবোৰ কথাৰ সত্তেৰ দিছিল, ককাদেউতাৰ ঘৰত থকা বিব্‌হা নামৰ ভেকোল'বাজনে। তাৰ কিছুদিন পাচতে, বাংলা 'প্ৰবাসী' কাকতত এটা প্ৰবন্ধ পঢ়িবলৈ পাইছিলোঁ, অষ্ট্ৰেলিয়াৰ 'টাৰাণ্টোলা' আৰু আমেৰিকাৰ 'ট্ৰেপ্‌-ডোৰ' নামৰ দুবিধ ভয়ানক মকৰাৰ বিষয়ে। পাচত, মকৰাৰ বিষয়ে মোৰ জ্ঞানৰ টোপোলাটো আৰু বেচি নোদোকা হৈ পৰিছিল। কোনোবা এজন চিকাৰীয়ে লেখা চিকাৰ-কাহিনীত পঢ়িবলৈ পাইছিলোঁ, হাবিৰ মাজত হঠাৎ তেওঁৰ চকুত পৰা এটা 'টাৰাণ্টোলা' মকৰাৰ কাহিনী। তেওঁৰ চামৰাৰ জেকেটটোৰ ওপৰত বুকুৰ ওচৰতে মকৰাটো বহি আছিল। তেওঁ হাতত থকা দীঘলীয়া চিকাৰী-কটাৰীখনেৰে সেই নোমাল মকৰাটো কাটি পেলাইহে তাৰ খামোচটোৰ পৰা মুকলি হ'ব পাৰিছিল। ঘৰলৈ উভতি গৈ চিকাৰীজনে দেখিছিল, তেওঁৰ বুকুৰ ওচৰত এটা অতিপাত ক'লা দাগ! বহুতদিনৰ মূৰত শুকান ছালৰ মামৰীবোৰ লাহে লাহে এৰাই যোৱাৰ পাচতহে তেওঁ হেনো নিৰাময় হোৱা অনুভৱ কৰিছিল। পঢ়ি-শুনি পোৱা কথা সেইখিনি। তাৰ লগতে মিহলি হৈছিলহি, লাহোৱালত দেখা পোৱা এটা বাঘ-মকৰাৰ লগত এটা ঘনচিৰিকাৰ এখন অদ্ভুত যুঁজ। মকৰাটোৱে তাৰ জালত পৰা চৰাইটোক দূৰৰ পৰাই জালৰ সূতাবোৰ পকাই পকাই বান্ধি পেলাইছিল। বাহিৰ ফুৰিবলৈ গৈয়েই দেখিছিলোঁ, সেই ঘটনাটো। তাৰ পাচত, বহুত দিনলৈকে বাহিৰ ফুৰিবলৈ যোৱা সেই বাটটো এৰি আন এটা ব্যৱস্থা কৰি লৈছিলোঁ। এইখিনিয়েই হ'ল, মোৰ চাবুৱাত ঘটা দুৰ্ঘটনাটোৰ পটভূমি।

আচল দুৰ্ঘটনাটো ঘটিল কেনেকৈ, সেয়া কওঁ। সেইদিনা পূৰ্ণিমাৰ ৰাতি। হঠাৎ মোৰ চকুত পৰিল, সোণচলা জোনটোৰ গোটেইখিনি পোহৰ সেই টিনৰ জেওৰাখনৰ ওপৰেদি নিগৰি আহি আমাৰ বাৰাণ্ডাত পৰিছেহি। মূৰ তুলি চাই দেখিলোঁ, জেওৰাখনৰ ওপৰৰ কাঠেৰে সজা পথালি-খুটাটোৰ ওপৰত মস্ত এটা মকৰাই নাচি আছে! মই সজাগ হৈ উঠিলোঁ—তাক কাইলৈ যেনে তেনে তাৰ পৰা আঁতৰাই পঠিয়াব লাগিব। পাচদিনা হাতত এডাল লাঠি লৈ কাঠৰ খুটাটোত উঠিলোঁগৈ। চাৰিওপিনে চালোঁ, সি বাৰু ক'ত আছে? হঠাৎ

চকুত পৰিল, সি এটা চেপাৰ মাজত সোমাই আছে। হঠাৎ যদি সেই মকৰাটো—কোনে জানে, 'টাৰাণ্টোলা'ওতো হ'ব পাৰে—মোৰ গা'ৰ ওপৰত জঁপিয়াই পৰেহি। লগে লগে মই প্ৰায় অজ্ঞানৰ দৰে সেই সাত ফুট ওখ জেওৰাখনৰ ওপৰৰ পৰা সৰি মাটিত পৰিলোঁহি। ঠিক সেই সময়তে এফ. ডব্লিউ. মেকস্থি নামৰ এজন চাহাব-ডাক্তৰ দেউতাক লগ পাবলৈ আহি গাড়ীখন ৰখাই আমাৰ পদূলিতে নামিছিলহি। তেওঁ দৌৰি আহি মোক মাটিৰ পৰা তুলি দিলেহি। তেওঁ পৰীক্ষা কৰি দেখিলে, মোৰ বাওঁ হাতখন বেয়াকৈ ভাগিছে! ইতিমধ্যে, ডাঃ ভাদুড়ীকো কোনোবাই মাতি আনিলেগৈ। ডাঃ মেকস্থিয়ে ডাঃ ভাদুড়ীকে মোৰ হাতখন প্লাষ্টাৰিং কৰি দিবলৈ ক'লে। কিলাকুটিৰ ওচৰৰ জোৰাটো স্থুলকি হাতখনৰ আগটো ভিতৰলৈ সোমাই গৈছিল। কেইদিনমানৰ পাচত—বোধকৰোঁ ২১ দিন পাৰ হোৱাৰ পাচত—চাবুৱাৰ চেণ্ট্ লূক হস্পিটেলত এক্স-ৰে' কৰা হ'ল। ডাঃ মিচ্ টমচনে মোক এক্স-ৰে' কৰা কোঠাটোলৈ মাতি নিলে। দুদিনৰ পাচত তেওঁ জনালে, কিলাকুটিৰ জোৰাটো ভালকৈ খাপ খাই পৰিছে! লগতে আৰু এটা খবৰ দিলে, বাহুৰ ওচৰৰ আগপিনৰ হাড়ডালো অসম্পূৰ্ণকৈ ভাগিছিল—সেইডালৰ বাবে চিন্তা কৰিব নালাগে। ডাঃ টমচনৰ কথা-বতৰাবোৰ মোৰ বৰ ভাল লাগিছিল। মোৰ লগত তেওঁ খুব সহজ ইংৰাজীৰে কথা পাতিছিল ঠিক এনেদৰে, মই যেন বে'চ্ ডেকাল'ৰা এজন! মোৰ জীৱনত ইংৰাজীৰে কথা পতাৰ অভিজ্ঞতা সেয়েই প্ৰথম। ডাঃ টমচন সেই সময়ৰ এগৰাকী বিখ্যাত অস্ত্ৰচিকিৎসক আছিল। দূৰ-দূৰণিৰ পৰা বহুত ৰোগী চাবুৱালৈ আহিছিল, মাথোন তেওঁৰ হতুৱাই অস্ত্ৰচিকিৎসা কৰাবলৈ। এতিয়া কেতিয়াবা সেই হস্পিটেলটোলৈ চকু গ'লে, মনটো বিষাদে আৱৰি ধৰে। আমি বাৰু ধুনীয়া বস্তুবোৰ নষ্ট কৰি পেলোৱাত পৃথিৱীৰ ভিতৰতে প্ৰথম স্থান অধিকাৰ কৰিছোঁ নেকি!

আৰু এষাৰ কথা। সেই যে মকৰা দেখিলে উচপ্ খাই উঠাৰ স্বভাৱটো, সেইটো আজিও তেনেকৈয়ে আছে। সেই ভয়টো বহু চেষ্টা কৰিও জয় কৰি ল'ব পৰা নাই। ডাক-বঙলাবিলাকত মই অকলে এইটো কাৰণেই থাকিবলৈ ভয় কৰোঁ। যেনিয়ে-তেনিয়ে কেনেবাকৈ এটা মকৰা দেখা পাই যাওঁ। লগে লগে মোৰ গা'টো

শিয়ঁৰি উঠে। এবাৰ এটা ডাক-বঙলাত ৰাতি খপিঅলনীয়া হৈছিল। চকিদাৰে মোক কৈছিলহি, "আমাৰ এই ঘৰটোৰ এটা বদনাম আছে। পিচে এনেয়েই। কাকো অপকাৰ নকৰে। মাথোন কেতিয়াবা দুৱাৰত টকৰিয়াই যায়হি।" মই সুধিছিলোঁ, "মকৰা-টকৰা আছে নেকি?" তেওঁ অলপমান ডঁৰক লৈ উত্তৰ দিলে, "নাই, ছাৰ! পোক-পৰুৱা এটাও থাকিব নালাগে। সদায় ভালকৈ জাৰি-জোকাৰি চাফাকৈ ৰখা হয়।" মই লগে লগে ক'লোঁ, "তেনেহ'লে কোনো অসুবিধা নেপাওঁ।" ৰাতি কোনোবাই দুৱাৰত যদি চকিয়াইছিলহি, গম নেপালোঁ।

আৰু এবাৰৰ কথা। গুৱাহাটীত থাকোঁতে, কেনেবাকৈ মোৰ শোৱনিকোঠাত সেই আঠঠেঙীয়া প্ৰাণীটোৱে ভুমুকিয়াই গৈছিলহি। সেইটো মাৰিবলৈ লৈ মোৰ ডাঙৰ-মাজুটো ভাই মনিয়ে শোটাটোৱে তাৰ এটা ঠেংহে ছিঙিব পাৰিলে। বাকী সাতোটা ঠেঙেৰেই জঁাপ এটা মাৰি ক'ৰবাত সোমালগৈ। মই ভীষণ ভয় খালোঁ, এতিয়া কি হ'ব! কাৰণ, তাৰ যে এটা ঠেং ছিগিল, সেই খংটো জানো ৰাতি ছেগ চাই মোৰ ওপৰত নেসাৰিব! অৱস্থা দেখি মোৰ পৰিবাৰে মণিক বুদ্ধি এটা দিলে, আন এটা মকৰা মাৰি তাৰ ঠেং এটা ছিঙি মৰা মকৰাটো দেখুওৱাৰ বাহিৰে উপায় নাই। মণিয়ে তাকে কৰিলে। সি মৰা মকৰাটোৰ সাতোটা ঠেং গণি দেখুৱাই ক'লে, "মহা বদমাচ্ এই মকৰাটো! গা ধোৱা ঘৰৰ চুকত সোমাই আছিলগৈ।" মই তাৰ সাহসৰ প্ৰশংসা কৰিলোঁ। মোৰ পৰিবাৰেও তাৰ নিৰ্ভুল দৃষ্টিৰ শলাগ ল'লে। বহুত দিনৰ মূৰত মই আচল কথাষাৰ গম পালোঁ। মোৰ পৰিবাৰে ভুলতে কৈ পেলালে, নাইবা কৈ ৰং চালে।

আগতে পঁইতাচোৰালৈয়ো তেনেকুৱা এটা ভয়ৰ ভাব আছিল। আজি-কালি তাৰ পৰা মুকলি হ'লোঁ। এবাৰ মা'ই মোৰ সমুখতে কাৰোবাক সদৰিকৈ কৈছিল, "ই এই দুটা বস্তুকেই ভয় কৰে। এবাৰ সৰুতে সি বগাই ফুৰোঁতে পুৰণি কিতাপ থকা বাকচ এটাত হাত ভৰাইছিলগৈ। লগে লগে তাক পঁইতাচোৰাৰ জাকে আগুৰি ধৰিলে। সি সেইপিনেই ঠেৰেঙা লাগিল। তেতিয়াৰে পৰা সি পঁইতাচোৰা দেখিলেই ভয় খায়।" সেই যে মা'ৰ মুখত মোৰ

শৈশৱৰ অৱদমিত ভয়ৰ কাৰণটো জানিবলৈ পালোঁ, সেই দিন ধৰি মোৰ মনৰ পৰা পঁইতাচোৰাৰ প্ৰতি থকা ভয়ৰ ভাবটো নোহোৱা হৈ গ'ল। ফ্ৰয়েডৰ তত্ত্বকথাবোৰ পঢ়ি উঠি মা'ক মই সুধিছিলোঁ, মকৰাৰ ক্ষেত্ৰতো মোৰ তেনেকুৱা কিবা অৱদমিত ভয়ৰ স্মৃতি থাকিব পাৰে নেকি ? মা'ই একো ক'ব নোৱাৰিলে। ক'লে, "মনতে নপৰে দেখোন।"

জৰ্জ স্কুলৰ ছাত্ৰাবাসটোত মকৰা-পঁইতাচোৰা—এইবোৰ বস্তু মুঠেই নাছিল।

## ॥ মহাযুদ্ধৰ ছায়াসীমান্তত ॥

"A seagull raced through the window
Knocking over the lamp in the room,
And in the following darkness lost its senses,"

—Maruyama Kaoru.

কিছুদিনৰ আগৰ পৰা মই ৰাষ্ট্ৰভাষা হিন্দুস্থানী শিকিবলৈ লৈছিলোঁ। স্কুলীয়া পাঠ্যক্ৰমৰ ওপৰঞ্চিকৈয়ে শিকিছিলো। তাৰ অন্তৰালত আছিল, জৰ্জ স্কুলৰ প্ৰধান শিক্ষক গোবিন্দ চন্দ্ৰ শৰ্মাদেৱৰ ৰবপুত্ৰ কেশৱ চন্দ্ৰ শৰ্মাৰ অনুপ্ৰেৰণা। দুটা বছৰতে মই তিনিটা পৰীক্ষা দিছিলোঁ। ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিয়ে পৰিচালনা কৰা প্ৰাৰম্ভিক পৰীক্ষাত, সঁচা-মিছা আজিও খাটাংকৈ নেজানো, মই বোলে ভাৰতত ৩য় স্থান অধিকাৰ কৰিছিলোঁ! প্ৰৱেশ পৰীক্ষাত ১ম বিভাগ পাইছিলোঁ। তাৰ পাচৰ পৰিচয় পৰীক্ষাটোতো একেটা কৃতিত্বই লাভছিলোঁ। হয়তো কোবিদ পৰীক্ষাও দিলোহেঁতেন। কিন্তু, তাৰ পাচতে কেশৱ চন্দ্ৰ শৰ্মা বৃটিছ চৰকাৰৰ কাৰাগাৰৰ আলহী হ'লগৈ। অকল সেয়ে নহয়, এটা সময়ত স্কুলো বন্ধ হৈ গ'ল। স্কুল বন্ধ হৈ থোৱাৰ সময়তে তিনিচুকীয়াৰ পৰা হিন্দী কিতাপৰ এটা চলন্ত পুথিভঁৰাল পৰিচালিত হ'বলৈ ধৰিছিল। মই তাৰ পাঠক হৈ লৈছিলোঁ। মাহিলি ৰবগুণি আছিল, মাথোন চাৰি অনা। এজন মানুহে এটা কাঠৰ বাকচত কিতাপৰ জাপ লৈ সপ্তাহত এবাৰকৈ আহিছিল। কোনোদিনা তাৰ ব্যতিক্ৰম ঘটা নাছিল। ভাবিলে হাঁহি উঠি যায়, মই যে সেইবোৰ কিতাপ হিন্দীৰ মাধ্যমতে পঢ়িছিলোঁ। সেই সময়ৰ বিখ্যাত গ্ৰন্থ হিটলাৰৰ 'মেইন কাম্ফ্'খনো হিন্দীতে পঢ়িছিলোঁ; হিন্দীত তাৰ শিৰোনামাটো আছিল, 'মেৰা জীৱন সংগ্ৰাম'! যেতিয়া সেইখন ইংৰাজীতে পঢ়িব পৰা হৈছিলোঁগৈ, তেতিয়া আৰু সেইখন পঢ়িবলগীয়া পুথি হৈ থকা নাছিল। পণ্ডিত নেহৰুৰ বিয়াগোম 'আত্মকথা'খনো মই পোনতে হিন্দী ভাষাতে পঢ়িছিলোঁ। আৰু পঢ়িছিলোঁ, 'সৰস্বতী লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত

কৈঁচাবন্ধা সংস্কৰণৰ মৌলিক হিন্দী উপন্যাসবাজি। সিবিলাকৰ ভিতৰত এখন উপন্যাস মোৰ খুব ভাল লাগিছিল—নামটো 'আৰতী' লেখকজন কোন আছিল, পাহৰিলোঁ।

ইয়াৰ ভিতৰতে যুদ্ধৰ সংকট ঘন হৈ আহিছিল। সেই সংকটৰ ছাঁ আমাৰ স্কুলীয়া জীৱনৰ ওপৰতো পৰিছিল। তেতিয়ালৈকে আমি আমাৰ বহীবোৰৰ এটা পিঠিতে লিখিছিলোঁ। হঠাৎ কাগজৰ নাটনি ঘটিবলৈ ল'লে। তেতিয়া চৰকাৰৰ পৰা নিৰ্দেশ আহিল, সকলো ছাত্ৰ-ছাত্ৰীয়ে কাগজৰ দুয়োটা পিঠিতে লিখিব লাগিব—মাথোন এপিঠিত লিখি কোনেও কাগজ নষ্ট কৰিব নোৱাৰিব। আমাৰ মাজত যিবোৰে তলত আঁক পৰা কাগজ এখিলা লৈহে লিখা-মেলা কৰিছিল, সিবোৰৰ হাতৰ আখৰবোৰ হঠাৎ বেয়া হৈ আহিবলৈ ধৰিলে। তাতকৈয়ো ডাঙৰ কথা হ'ল, অংকৰ সংখ্যাবোৰে দহক-শতকৰ জেওৰা ভাঙি উত্তৰবোৰত খেলিমেলি লগাই দিছিল।

তাৰ পাচত, বহুত স্কুল সামৰিক বাহিনীৰ চাউনী পাতিবলৈ চৰকাৰে অধিগ্ৰহণ কৰিলে। ডিব্ৰুগড়ৰ চৰকাৰী হাইস্কুলটোও তেনেকৈ অধিগ্ৰহণ কৰিলত, আমাৰ স্কুলতে পুৱাৰ ভাগত সেই স্কুলটোৰো শ্ৰেণীবোৰ বহুওৱাৰ ব্যৱস্থা কৰা হ'ল। গতিকে, আমাৰ স্কুলৰো শ্ৰেণীবোৰত পিৰিয়ডৰ সংখ্যা নিতৌ এটাকৈ টুটিল। কিছুদিনৰ পাচত আমাৰ স্কুলটোও মাজে মাজে বিৰাম দি সৈন্য বাহিনীয়ে ব্যৱহাৰ কৰিবলৈ ল'লে। লগে লগে আমাৰ পঢ়া-শুনাও ঢিমা তেতালা ছন্দতহে চলিবলৈ ধৰিলে।

পোনতে অষ্ট্ৰেলিয়ান সৈন্যবোৰ বৃটিছ সৈন্যবোৰৰ লগতে পাতলীয়াকৈ মিহলি হৈ থকা দেখা পাইছিলোঁ। অষ্ট্ৰেলিয়ান সৈন্যবোৰ বৰ ভদ্ৰ আছিল। তেওঁলোকে কোনো মহিলাৰ প্ৰতি অশোভন ব্যৱহাৰ কৰা কোনেও কেতিয়াও দেখা পোৱা নাছিল। এদিন এজন অষ্ট্ৰেলিয়ান সৈন্যই দেউতাক গান্ধীজীৰ স্বাস্থ্যৰ কথা সুধিছিল। গান্ধীজীয়ে সেই সময়ত অনশন কৰি আছিল। সেই সৈন্যজনে কেইবাবাৰো এটা শব্দ উচ্চাৰণ কৰা শুনিছিলোঁ—গ্ৰে'ট্ !

কিছুদিনৰ পাচত অষ্ট্ৰেলিয়ান সৈন্যবোৰ নোহোৱা হৈ পৰিল।

স্কুল বন্ধ হৈ গ'লত মই চাবুৱালৈ গুচি আহিলোঁ। ইয়াৰ ভিতৰতে চাবুৱাখন সামৰিক বাহিনীৰ এক গুৰুত্বপূৰ্ণ ঘাটিলৈ ৰূপান্তৰিত হৈ

পাৰিল। মাজে মাজে সেই সক চহৰখন ভাৰতীয় সৈন্যেৰে উপচি পৰিছিল। তেনেকুৱা দিনবোৰত আমাৰ ঘৰৰ সমুখতে থকা পাণ-দোকানখনত বিৰাট ভীৰ হৈছিল। ময়ো কেতিয়াবা পাণ-দোকানীজনক পাণ সজাই দিয়াত সহায় কৰি দিছিলোঁ। তেওঁ মোক সুন্দৰকৈ কমালী কটিৰ লেখীয়া টিকিবা তৈয়াৰী কৰি খাবলৈ দিছিল। যি কি নহওক, সেই সৈন্য চলাচলৰ ঘাই কেন্দ্ৰ আছিল, পানীতোলাৰ ওচৰত গঢ়ি তোলা দিনজান বিমানকোঠ। তাৰ পাচতে, চাবুৱাৰ ওচৰতো নাহৰাত আৰু এটা বিমানকোঠ গঢ়ি তোলাৰ কাম খৰতকীয়াকৈ আগুৱাবলৈ ধৰিলে। লাহোৱালৰ ওচৰত মোহনবাৰীতো তৃতীয় এটা বিমানকোঠ গঢ়াৰ কাম হাতত লোৱা হ'ল। এইদৰে গোটেই ডিব্ৰুগড় মহকুমাটোৱেই সামৰিক মানচিত্ৰৰ এক অগ্ৰৱৰ্তী এলেকাৰ অন্তৰ্ভুক্ত হৈ পৰিছিল।

জাপানী সৈন্য-বাহিনীয়ে সমগ্ৰ ব্ৰহ্মদেশ অধিকাৰ কৰি লোৱাৰ পাচৰ ঘটনা। দেউতাই সিদ্ধান্ত কৰিলে, আমাক কিছুদিন অন্য ক'ৰবাত ৰখাটোৱেই ভাল হ'ব! জাপানীবিলাক যিদৰে আগুৱাই আহিছে, ক'ত কেতিয়া কি হয়—কোনেও ক'ব নোৱাৰে। দেউতাৰ লগৰ বঙালী বন্ধুবোৰৰ সকলোৱেই তেওঁলোকৰ পৰিয়ালবোৰ বংগদেশলৈ পঠিয়াই দিলে। মোল্লাৰ দৌৰ মছজিদ্ পৰ্যন্ত—আমাক পঠোৱা হ'ল, যোৰহাটলৈ! কামৰ পৰা অৱসৰ লৈ মোৰ ককাদেউতাই নিজৰ জন্মভূমি হাতীগড় কমাৰগাওঁত মস্ত এটা ঘৰ বান্ধিছিলগৈ। ককাদেউতাৰ স্বপ্ন আছিল, পুতেক-জোঁৱায়েক, জীয়েক-নাতিয়েক সকলোবোৰ তাতে থাকিবগৈ! গতিকে, আমাক তালৈকে পঠিয়াই দিলে—যেন জাপানীবিলাকৰ কোনোৱেই তাত ওলাবগৈ নোৱাৰে! ওলালেও ক্ষতি নাই, সুভাষ বসুও যেতিয়া লগতে আহিব! কথাবাৰ সঁচা, দেউতাহঁতে ক'ৰবাত অনাতাঁৰ যোগে প্ৰচাৰিত সুভাষ বসুৰ বক্তৃতা শুনিছিল। আৰু এটা কথা, তেতিয়ালৈকে সিজনাৰ নেতাজী উপাধিটোৰ চলন্তি হোৱা নাছিল।

ছ'মাহমান তাতে কটালোঁ। ভালেই লাগিছিল। ককাদেউতাহঁতৰ চুবুৰীটোত একেটা ঘাই-পদূলিৰ কাষে কাষে মোৰ পাঁচজন ককাদেউতাৰ ঘৰৰ পদূলি। প্ৰত্যেকৰে পদূলিৰ সমুখত একোটাকৈ পুখুৰী। সেই পুখুৰীবোৰতে নামি নামি সাঁতুৰি মোৰ সম্বন্ধীয় মামা-

মাহীয়েবোৰে গা ধোৱে। প্ৰথম দিনাই দেখিছিলোঁ, সুৱৰ্ণ মাহীদেউক গা ধুই উঠি ৰবলৈ সোমাই যোৱা। সুৱৰ্ণ মাহীদেউৰ গোটেই গা'তে সি চৰতি হৈ পৰিছিল, সৌন্দৰ্যৰ চিটিকনি। গা'ৰ ৰংটোও আছিল, কেঁচা সোণৰ লেখীয়া উজ্জ্বল হালধীয়া। তেতিয়া তেনেকৈ কোৱা হ'লে নিশ্চয় মোক পৰাচিত কৰালেহেঁতেন, মই আধাআধি সুৱৰ্ণ মাহীদেউৰ প্ৰেমতে পৰিছিলোঁ। মোৰ সেই মাহীদেউগৰাকীক দেখি পৃথিৱীৰ অপূৰ্ব বিস্ময় যেন লাগিছিল! লাহে লাহে মোৰ বাকী চাৰিজন ককাদেউতাৰ পৰিয়ালকেইটাৰ লগত চিনাকি হ'লোঁ। মা'ৰ ডাঙৰ-গৰাকী দদাইদেউ এসময়ত ডিকম বাগিচাৰ বৰ কেৰেণী আছিল। অৱস্থাটো তেতিয়া লাহে লাহে পৰি আহিছিল। গতিকে, অলপ হতাশাৰ ভাব এটাই জুমুৰি দি ধৰিছিল। মাজে মাজে মোক মাতি নি মোৰ লগত ইংৰাজীৰ কথা পাতিছিল। সুন্দৰ ইংৰাজী কৈছিল বিশুদ্ধ বিলাতী উচ্চাৰণেৰে সেইজন ককাদেউতাই। মোৰ ইংৰাজীত সন্তুষ্ট হ'লে, লৰালৰিকৈ আইতাক আদেশ দিছিল—মোক এটা 'ছোট হাজিৰী' মানে ব্ৰেকফাষ্ট্ খুৱাব লাগে! মই সেইজন ককাদেউতাক বৰ ভাল পাইছিলোঁ। এবাৰ মোক 'বল-ডান্স্' নাচি দেখুৱাইছিল—ক'ত কেতিয়া কেনেকৈ ভৰিৰ 'পদক্ষেপ'বোৰ দিব লাগে, সেয়াও কৈছিল।

তাৰ পাচত, বৈচিত্ৰ্যহীন জীৱন! পঢ়া-শুনা কৰিবলৈয়ো কিতাপ-পত্ৰ বিচাৰি পাবলৈ নাই। তাৰ ভিতৰতে এজন ঢোলৰ ওজাৰ ওচৰত ঢোলৰ ছেও কেইটামান শিকিছিলোঁ। এনেদৰে তাত বহি থাকোঁতেই পলম হ'ল—সময়ে দোভাগ-নিশাৰ ঘৰ চুলেগৈ। সোণটি মামা মূৰত বিয়াগোম পাগ এটা মাৰি তাতে ওলালগৈ। মইনা মামা, খুহু মামা আৰু মই সোণটি মামাক সেইটো মূৰ্তিত দেখা পায়েই কাঁহি ছিটিকা দি পলালোঁ। অৱশেষত, সেই অনাও ভেলে।

ৰিবা বজাদিনীয়া গড়টো আছিল, তাতো ফুৰিবলৈ যোৱাৰ উপায় নাই। মানুহ কেৱল বাহিৰ ফুৰিবলৈহে যায়! উভতি আহি গা ধুব লাগে। দৃশ্যশোভাৰ ভিতৰত মনত আছে, পুৱতী বেলা কুঁৱলীয়ে ছাটি থোৱা কঁকিলামুখলৈকে মাজৰ পাথৰখন। আৰু ক'ৰবাত ৰঙচুৱা ক'লাবোৰ কাঁটি কাঁটি ওলোৱা শুধ্ ৰঙা কপাহেৰে ছুজোপা-এজোপা অকলশৰীয়া শিমলু গছ। মনত আছে, পথাৰৰ বকিয়া গচকি গচকি

বাহনাৰে যেন্তনৰ নিয়ম আনিৰলৈ যোৱা দুটা-এটা সৰুসুৰা অভিজ্ঞতাৰ কথা। মোৰ আমনি লাগি আহিছিল।

দেউতাৰো চাগে আমনি লাগিছিল, থমকি বৈ থোৱা যুদ্ধৰ ধৰ লগা পৰিস্থিতিটোত থাকি থাকি। এদিন আমাৰ সকলোকে চাবুৱালৈ লৈ আহিল। আমাৰ লগতে আহিছিল নবেন মামা—মা'ৰ ভাওৰ দদাইদেউৰ ডাঙৰ ল'ৰা। নবেন মামা চাবুৱাতে বৈ গ'ল—বিমানকোঠ নিৰ্মাণ কৰা কোনোবা এজন ঠিকাদাৰৰ মহৰী কাম এটা গোটাই ল'লে। সেইবাৰ আহি দেখিলোঁ, চাৰিওপিনে কেৱল ওখ-পাখ মাৰ্কিন সৈন্যবোৰৰ উখলমাখল। লগত আহি ওলাল, জীপ গাড়ী। বাট বুলি ক'বলৈ কেনিবাদি পটি এটা থাকিলেই হ'ল—জীপ গাড়ীয়ে মহটিয়াই নিয়ে। একোদিনা ৰাতিপুৱা শুই উঠিয়েই দেখা পাওঁ, গাড়ীৰ পিচত গাড়ী আহি আছে। দহচকীয়া গাড়ীৰ সেই 'কনভয়'বোৰ আহিলে, বাট পাৰ হোৱাৰ উপায় নাথাকে। ধূলিৰে গোটেইখন ধোৱাকোঁৱা হৈ পৰে। সেই ধূলিৰ মাজেদিয়েই ঘণ্টাৰ পাচত ঘণ্টা ধৰি গাড়ীবোৰ গৈ থাকে। ল'ৰা-ছোৱালীবোৰে হাত জোকাৰি সিহঁতক সংবৰ্ধনা জনালে, সৈন্যবোৰৰ জাকেই কিৰিলিয়াই উঠিছিল। কেতিয়াবা চকোলেটৰ পেকেটবোৰ দলিয়াই দিয়ে। এদিন বৰ মজাৰ ঘটনা এটা ঘটিছিল। চাবুৱাৰ ডাকঘৰত দেবেন গগৈ নামৰ এজন টেলিগ্ৰাফৰ পিয়ন আছিল। তেওঁ বৰ ফুৰ্তিবাজ আৰু তজবজীয়া আছিল। দেউতায়েই তেওঁক সেই নতুনকৈ ওলোৱা কামটোত মকৰল কৰিছিল। মানুহজন বেচ গাঠলু আৰু কঁটীয়া আছিল যদিও, খোজ কাঢ়িছিল বাটলুগুটিটোৰ বেগেৰে। চাহাব দেখিলেই সৈনিকৰ কায়দাৰে চেলাম দিছিল—'গুড্ মৰ্ণিং, ছাৰ!' সেইদিনা 'কনভয়'ৰ গাড়ী এখনে গাই-গৰু এজনী খুন্দিয়াই মাৰিলে। মানুহ গোট খাই জুম বান্ধিলে। তাৰ পাচত, আৰু এটা নতুন 'কনভয়' আহিবলৈ লওক। প্ৰথম গাড়ীখন মানুহৰ জুম দেখি থমকি বৈ গ'ল। তাৰ পৰা দুজনমান সৈন্য নামি আহি সুধিলে, কথাটো কি? দেবেনে চেলাম এটা মাৰি সকলোৰে মুখিয়ালজন হৈ ক'লে, "ছাৰ, এ গাই ইজ্ মাৰ্ডাৰ্ড্।" লগে লগে বাকীবোৰ গাড়ীৰ পৰাও জাকে জাকে সৈন্য নামি আহি সুধিবলৈ ধৰিলে, "What, a guy is murdered? What for?" সিহঁতে ভাবিছিল, সিহঁতৰে কোনোবা এটাক

বখিলে, বেটাৰ আৰু বাচনীত সাৰি ! গতিকে, সিহঁত পৰিস্থিতিটোৰ সন্মুখীন হ'বলৈ সাজু হৈ গ'ল। দেবেনে দেখিলে, চাহাবে তেওঁৰ কথাবাৰৰ কিবাটোহে অৰ্থ কৰিছে। সেইপিনেদি যোৱা দমৰা-পোৱালি এটালৈ আঙুলিয়াই দেখুৱাই 'গাই' বোলা প্ৰাণীটোনো কি—তাৰ অৰ্থটো ভাঙি দিলে, "অ' ছাৰ, ৱাইফ্ অব ডেট্ জেণ্টলমেন !" তেতিয়াহে মাকিন সৈন্যবোৰে উৰহী গছৰ ওৰটো পালে, "Ah, you mean a cow ?" দেবেনে সঁহাৰি জনালে, "ইয়েছ্ ছাৰ, ভেৰি ভেৰি ফৰ্‌গট।" তেওঁলোকে হাঁহি হাঁহি দেবেনৰ পিঠিত চপৰিয়াই এটা মাছ নে মঙহৰ টিন দি থৈ গুচি গ'ল। গুচি গ'ল সেইটো বাটেৰে, যিটো বাট মিহলি হৈ হেৰাই গৈছিল চীন দেশৰ চুংকিং নগৰলৈকে বান্ধি উলিওৱা 'ষ্টীলৱেল ৰোড'টোৰ লগত।

'ষ্টীলৱেল ৰোড'টোৰ কথা ওলাওঁতেই অন্য এটা কথা মনত পৰি গ'ল। মাৰ্কিন সৈন্য বাহিনীৰ গড়কাপ্তানী বিভাগটোৱে কেনেকৈ থাউকতে একোটা বাট পকী কৰি উলিয়াইছিল—সেই কথাবাৰ। বাটটো পোনতে গাড়ীৰ পাচত গাড়ীবোৰ চলিবলৈ দি আৰু বেচি ধূলিয়ৰি হৈ উঠিবলৈ দিছিল। তাৰ পাচত, আজিকালিৰ পেট্ৰোল-টেংকাৰবোৰৰ লেখীয়া গাড়ী কিছুমান ওলায়হি। সেই গাড়ীবোৰৰ পৰা পিচফালে থকা জালিকটা পাইপৰ মুখেৰে ওৰে বাটটোত এবিধ তেল ধূলিবোৰৰ ওপৰত সিঁচি দিছিল। লগে লগে ধূলিয়ৰি বাট বোকাৰ বাটৰ লেখীয়া হৈ পৰিছিল। পাচদিনা দেখা পাইছিলোঁ, ওৰেটো বাট কঁকাল বান্ধি নিমজ-কঠিন পকী হৈ উঠিছিল। ধাৰণা হয়, মানুহৰ স্বভাৱেই এইটো—যুদ্ধ-বিগ্ৰহৰ সময়তহে বাট-পথ বিচাৰে, শান্তিৰ সময়ত নিবিচাৰে। 'ষ্টীলৱেল ৰোড'বোৰ তেতিয়া পৃথিৱীৰ বুকুৰ পৰা মচ খাই যায়, সকস্তুৰা বাট-পথবোৰো বননিয়ে ছাটি ধৰে, মেৰামতি কৰিবলৈ ধনৰ নাটনি ঘটে !

মাকিন সৈন্যবোৰ—বগা চামৰাখিনিৰ কথা কৈছোঁ—বাৰুকৈয়ে উৎপতীয়া আছিল। ডকা-হকা নিদিছিল। কিন্তু, য'তে-ত'তে ছোৱালী জোকাই ফুৰিছিল। মাজে মাজে সীমা চেৰাই যাবলৈয়ো নেপাহৰিছিল। তেনেকুৱা এবাৰ কথা মই বুজি পোৱাৰ বয়স নৌ-হওঁতেই মোৰ কাণতো পৰিছিলহি। পানীতোলা ষ্টেচনৰ কাষৰে কোনোবা এজনৰ কোনোবা এজনী তিৰোতা মানুহলৈ চোঁচা মাৰোঁতে

তাইৰ গিৰিয়েকে হেনো সিহঁতক আগচি ধৰিছিল। লগে লগে সিহঁতে সেই মানুহজনক গুলীয়াই হত্যা কৰিছিল। সেইটো বয়সতে মই অনুভৱ কৰিছিলোঁ, যুদ্ধ বোলা পৰিস্থিতিটোৱে সাধাৰণ নাগৰিকক কিদৰে নিৰাশ্ৰয় কৰি তোলে! ঘটনাটো ঘটাৰ দিনাখন মই মন কৰিছিলোঁ, আচল ঘটনাস্থলীৰ পৰা দূৰত থকা চাবুৱা চহৰতো এটা থমথমীয়া পৰিৱেশ বিয়পি পৰিছিল। তেনেকুৱা এটা পৰিৱেশ আকৌ এবাৰ বিৰাজ কৰা দেখিছিলোঁ শিৱসাগৰত—তাৰ দুবছৰমানৰ পাচত, সিহঁতে যেতিয়া ফুলেশ্বৰী ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী এগৰাকীক ৰাজবাটৰ পৰাই সিহঁতৰ গাড়ীত বলেৰে তুলি লৈ গৈছিল—সেইদিনা। দুয়োটা ঘটনাতে জনসাধাৰণক অলপ সান্ত্বনা দিব পাৰিছিল, মাথোন এম পি.—মিলিটেৰী পুলিচ—বিলাকে। তেতিয়াৰে পৰা মই সেই সামৰিক পুলিচবিলাকক যথেষ্ট শ্ৰদ্ধাৰ চকুৰে চাবলৈ লৈছিলোঁ। আৰু আমাৰ চৰকাৰী পুলিচ বাহিনী নিষ্ক্ৰিয় দৰ্শক হৈ থকাৰ বাহিৰে অন্য কোনো ক্ষমতাৰ অধিকাৰী নাছিল। শুনিছিলোঁ নে ক'ৰবাত পঢ়িছিলোঁ, বোম্বাইত ঘটা তেনেকুৱা এটা ঘটনাৰ বিষয়ে গান্ধীজীয়ে খোদ্ চাৰ্চিলক জনাইছিল; উত্তৰত চাৰ্চিলে হেনো লিখিছিল, সেয়া বোলে সকুমুৰা 'নিৰ্দোষ ধেমালি' (fun) বুলি আওকাণ কৰাই ভাল —দুদিন পাচতে সিহঁতে হয়তো মৃত্যুক সাৱটি ল'ব, কোনে জানে কোন অজ্ঞাত মুলুকত!

মোৰ নিজৰ চকুৰে দেখা এটা ঘটনা। আমাৰ ঘৰৰ সমুখতে গাড়ীখন ৰখাই থিয় দি ৰৈছিলহি, ডাঃ মিচ্ টমচন—তেওঁৰ এগৰাকী বান্ধৱীৰ সৈতে। এনেতে এখন দহচকীয়া গাড়ীত উঠি এজাক মাকিন সৈন্য সেইপিনেদিয়েই পাৰ হৈ গৈছিল। দুগৰাকী ধুনীয়া তিৰোতা দেখি সিহঁতে কিৰিলি পাৰিবলৈ ধৰিলে। মিচ্ টমচনে হাঁহি হাঁহি হাত জোকাৰি সিহঁতক ওলগ জনালে। সিহঁতে সেইখিনিতে ভুল কৰিলে। গাড়ীখন ৰখাই সিহঁতৰ কেইটামান নামি আহিল। সিহঁতে দস্তুৰমতে তেওঁৰ লগত অশোভন ব্যৱহাৰ আৰম্ভ কৰি দিলে। মিচ্ টমচনে মৃদু প্ৰতিবাদ জনোৱা যেন লাগিল। তাৰ পাচত, মন কৰিলোঁ, বাকবিতণ্ডা নহয় — বাককৈয়ে উত্তাপৰ সৃষ্টি হ'ল। মিচ্ টমচনে উৰাই-ঘূৰাই সিহঁতক গালি পাৰিলে; অৱশেষত, সিহঁতৰ পিনে খেদা মাৰি গ'ল। সিহঁতে তেওঁৰ ৰুদ্ৰমূৰ্তি দেখা পাই দৌৰ মাৰি গাড়ীতে উঠিলগৈ। মই

দেখিছিলোঁ, খং আৰু লাজত মিচ্ টমচনৰ মুখখন পুৰাৰ বেলিটোৰ দিচিনা তেজ-ৰঙচুৱা হৈ উঠিছিল। তাৰ দুদিনমানৰ পাচৰ পৰা চাবুৱাৰ বাটত প্ৰায়েই এম. পি. বিলাক টহল দি ফুৰা দেখিবলৈ পাইছিলোঁ। মিচ্ টমচনে চাগৈ সৈন্য-বাহিনীৰ ওপৰ মহলাৰ কাৰোবালৈ লিখি সিহঁতৰ উদ্ভণ্ডালিৰ শোধ লৈছিল।

লাহোৱালৰ ওচৰৰ গাঁও এখনত পিচে এগৰাকী অসমীয়া গাভৰুৱে নিজৰ ৰবীয়াকৈয়ে তেনেকুৱা এটা উদ্ভণ্ডালিৰ শোধ লৈছিল। ছোৱালী-জনীয়ে হেনো আলিৰ কাষৰ ধাননিখনত ধান দাই আছিল—প্ৰায় অকলশৰীয়াকৈ। এনেতে এখন সামৰিক বাহিনীৰ গাড়ী আহি সেইখিনিতে থমকিলহি। ছোৱালীজনীয়ে দেখিলে, তাইৰ পিচফালে দুটা মাৰ্কিন সৈন্য সেই গাড়ীখনৰ পৰা নামিছে। তাৰে এটা বাটতে ৰ'ল; আনটো জপং জপংকৈ তাইৰ পিনে আগবাঢ়ি আহিল। তাই নিৰ্বিকাৰভাৱে ধান দায়েই থাকিল। অৱশেষত সৈন্যটোৱে তাইক পিচপিনৰ পৰা গৰা মাৰি ধৰিলেহি। সি তাইক কিবা এটা কওঁতেই তাই তাইৰ কান্ধৰ ওপৰেদি কাঁচিখনেৰে তাৰ কোৱাৰিটোতে বেপ মাৰি দিলে। মেলা মুখ মেলা ভাগেই থাকিল—চিঞৰিবও নোৱৰা হ'ল। তাৰ পাচত, তাই ৰিং এটা মাৰি দূৰত থকা ডেকাল'ৰা এটাক ঘটনাটো ক'লে। লগে লগে গাঁৱৰ মানুহ জাঙুল খাই উঠি আহিল। সৈন্য দুটা পলাল। গোটেই ঘটনাটো সোণটি মামাই নে নৰেণ মামাই দেউতাক কৈছিলহি। তাৰ পাচত কি হ'ল, কাৰো মুখৰ পৰা শুনিবলৈ পোৱা নাছিলোঁ।

পোনতে খবৰটো দেবেন পিয়নেই আমাক দিছিলহি। নাজিৰা বিমানকোঠত কেইখনমান টেলিগ্ৰাম বিলাই দি থৈ উভতি আহিছিল। মা'ই আগবঢ়াই দিয়া চাহৰ গিলাচটো হাতত লৈয়েই ক'লে, "আইদেউ, আপোনাক কি ক'ম। গোটেই খন সেই আগ্ৰু নে পাগ্ৰুৱে ভৰি পৰিছেহি। দেখিলেই চুলিৰ আগেদি জীৱ উৰি যায় যেন লাগে। যিহে ফেলেকৃকৈ হাঁহি একোটা মাৰে। দাঁতবোৰ দেখিলেই এনেকুৱা লাগে, যেন কেঁচাই কেঁচাই চোবাই থ'ব।" দুদিনমানৰ পাচতে ক'লা লাহদাং নিগ্ৰো সৈন্যবোৰ দেখা পায়েই গম পালোঁ, দেবেন পিয়নে সিহঁতৰ কথাই কৈছিল। দেখাত যদিও সিহঁত বৰ ভয়াবহ আছিল, আচলতে সিহঁত বগা মাৰ্কিন

সৈন্যবোৰতকৈ অনেক বেচি সদাচাৰী আছিল। তদুপৰি, সিহঁতে এম. পি. দেখিলেই সুৰ্‌সুৰ্‌কৈ আঁতৰ হৈ গুচি গৈছিল। সিহঁতৰ মুখত কথাই পতি সেই শব্দটো শুনা গৈছিল—অ. কে'.। আমি প্ৰথমতে ভাবিছিলোঁ, সেইটো ইংৰাজী অভিধানত থকা okay শব্দটোৱেই। পাচত গম পালোঁ—অৰ্থটো যদিও মিলি যায়, তথাপি সেইটো নহয়। কাৰণ, সেইটো ক্ৰিয়াপদ; আৰু এইটো যেনেগ এটা বস্তু—যাক বোলে অব্যয় শব্দ! প্ৰথমতে শুনিছিলোঁ, এইটো হেনো oll korrect মানে all correct ৰেই সংক্ষিপ্ত ৰূপ। বহুত দিনৰ পাচত—যুদ্ধ শেষ হৈ যোৱাৰ পাচত—কোনোবা এখন কিতাপত পঢ়িবলৈ পাইছিলোঁ, বোলে আমেৰিকাৰ বোষ্টন চহৰৰ Obedian Kelly নামৰ এজন ৰেলৰ কেৰেণী [ মাল বাবু! ] য়ে মালবস্তুৰ বাকচৰ ওজনটো ঠিক পালেই থোৰতে চহী এটা মাৰি দিছিল সেই বাকচটোৰ ওপৰত—O.K.! সেয়া বোলে ১৮৩৮ চনৰ ঘটনা। তেতিয়াৰে পৰা নিগ্ৰো মুটিয়াবোৰৰ মুখ বাগৰি বাগৰি সেইটো এটা সৰ্বজনপৰিচিত শব্দ হৈ উঠিছিলগৈ।

কথাৰ লাচতে কোনোবাখিনি পালোঁহি। আচল কথাষাৰলৈ উভতি যাওঁ। নিগ্ৰোবিলাকৰ প্ৰতি মোৰ এটা সহজ সহানুভূতিৰ ভাব এনেয়ে কেনেবাকৈ উপজিছিল। এদিন শুনিছিলোঁ, নাহুৰা বিমানকোঠত হেনো বিমান-বিধ্বংসী বৰতোপবোৰৰ ৰখীয়া কৰি নিগ্ৰো সৈন্যবোৰক ভৰিত শিকলি লগাই বান্ধি থোৱা হয়, যাতে জাপানী বিমানে বোমা পেলালেও সিহঁত পলাই যাব নোৱাৰে আৰু উপায়বিহীন হৈ নিজে ৰক্ষা পৰাৰ প্ৰয়োজনতে বৰতোপবোৰ চলায়েই থাকে। মোৰ চাঁটকৈ মনত পৰি গৈছিল, লাহোৱাল স্কুলৰ পুথিভঁৰালৰ পৰা আনি পঢ়া 'আংকল্‌স টম্‌চ কেবিন'ৰ ভাঙনিখনৰ কথা। এটা কথা মন কৰিছিলোঁ, নিগ্ৰো সৈন্যবোৰৰ লগতো যেয়ে সেয়ে কাম চলি যোৱাকৈ ইংৰাজীৰে কথা পাতিব পাৰে! অৱশ্যে, নক'লেও হ'ব, সেয়া কি ধৰণৰ ইংৰাজী! সকলো কথাৰে ওৰ পৰিছিল—হয় এটা অ'. কে'. ৰে নহ'লেবা এটা নো. কে'. ৰে!

এই আটাইবোৰ খদমদমনিৰ মাজতে আমাৰ বছৰেকীয়া পৰীক্ষাটো কেনেকৈ যে হৈ গৈছিল—এতিয়া সুঁৱৰিবলৈকে টান লাগিছে। মুঠতে, সেই পৰীক্ষাটো সময়ৰ লগত খাপ খোৱাকৈ তেনেই সংক্ষিপ্ত

ৰূপৰ আছিল। কপাল ভাল, ৬ষ্ঠ শ্ৰেণীলৈ প্ৰমোচনটো ঘটি থ'লোঁ। তাৰ পাচত, স্কুল একেবাৰে বন্ধই হৈ গ'ল। গোটেই ৬ষ্ঠ শ্ৰেণীৰ বছৰটো ঘৰতে পঢ়া-শুনা কৰিলোঁ বুলি ক'ব পাৰি। দেউতাই কামৰ মাজতো ইংৰাজীখিনি মাজে-সময়ে দেখুৱাই-মেলি দিছিল। ধাৰণা উপজিছিল, স্কুল বোলা বস্তুটো আৰু জীৱনটোলৈ তাৰ চিনাকি মূৰ্তিটোৰে লগেই নেপাম। গতিকে, এখন নাটক লিখি উলিয়ালোঁ। বিষয়বস্তু কি আছিল, নামটো কি থৈছিলোঁ—সেইবোৰ কথা কোন কাহানিবাই পাহৰি থাকিলোঁ। পঢ়ি চাই দেখিলোঁ, একেবাৰেই নহ'লগৈ। অৱশেষত, এদিন সেই পকাবন্ধা বহীটো জুহালৰ জুইত সুমুৱাই দিলোঁ। মা'ই সুধিছিল, সেইখন কি? মই উত্তৰ দিছিলোঁ, নলগা বহী! সেয়া মোৰ জীৱনৰ প্ৰথম ব্যৰ্থতা। আচলতে সেইখন 'আৰ ছিগা চুলি, তাৰ ছিগা চুলি, বান্ধি যাওঁ নেঘেৰী খোপা'ৰ লেখীয়া লেখা আছিল।

তাৰ পাচত, ১৯৪৩ চনৰ এটা দেওবাৰৰ কথা। বৰদিনৰ সময়। তাৰিখটো মোৰ স্পষ্টকৈ মনত আছে, ২৬ ডিচেম্বৰ। দেউতাই ভাত খাই উঠি আৰামী চকীখনত বহিছেগৈ, মই মুখ ধুইছোঁহে, মা আৰু ননীয়ে খাই অঁতাইছে, আৰু মণি তেতিয়াও খাই উঠাই নাই। এনেতে আমাৰ কাণত পৰিলহি, এটা বিৰাট হো-হোৱনি—যেনিবা এজাক তীব্ৰ বেগেৰে বৈ অহা ধুমুহা। পোনতে ধৰিবই পৰা নাছিলোঁ, শব্দটো কিহৰ। এনেতে দেবেন পিয়নে আমাৰ ঘৰৰ ভিতৰফালে থকা টিনৰ চকোৱাৰ দুৱাৰখনত টকিয়াবলৈ আৰম্ভ কৰিলে। তেওঁক মা'ই সেইদিনা আমাৰ ঘৰতে ভাত খাবলৈ মাতি থৈছিল। ময়েই উঠি গৈ দুৱাৰখন মেলি দিলোঁগৈ। তাৰ আগতেই তেওঁ টিনৰ চকোৱাখন বগুৱা বাই পাৰ হৈ আহিল! তেওঁ মোক দেখি মোৰ ঘৰুৱা নামটো কাঢ়ি চিঞৰি উঠিল, "পোনা, পলোৱা। বেগেতে গাঁতত সোমোৱাগৈ।" দেউতাৰ ফালে চাই আতুৰ কণ্ঠেৰে ক'লে, "দেউতা, জাপানী—।" ক'বলৈ নেপালেই, আমাৰ সকলোৰে চকুত পৰিল—পূবৰ ফাললৈ অলেখ বিমান; আমাৰ মূৰৰ ওপৰতো কেইখনমান—ডেউকা দুখনত একোটাকৈ বঙা বেলিৰ ছবি, সদায় দেখি থকা বিমান-বোৰৰ লেখীয়াকৈ ক'লা ৰেৰ এটাত থকা বগা তৰাটোৰ ছবি নহয়। তেতিয়ালৈ আমাৰ বিমানবোৰৰ নাম-ধামৰ লগত চিনাকি হৈ গৈছিল

—হাৰিকেন, স্পিট্‌ফায়াৰ, লিবাবেটৰ ইত্যাদি। সেই চিনাকি বিমানবোৰ নহয়। যি কি নহওক, আমি আমাৰ ঘৰতে থকা গাঁতটোত সোমালোঁগৈ। মা'ই মণিক ভাতৰ পাতৰ পৰাই তোটোৰাই লৈ গ'ল—সি শেষবলৈকে সাঁচি থোৱা মাছৰ চকলাটো খাবলৈকে নেপালে। আমাৰ লগতে গাঁতত সোমাইছিলগৈ, মুকুন্দ নামৰ আন এজন পিয়নৰ সক পৰিয়ালটো।

গাঁতৰ ভিতৰৰ পৰাই কাণত পৰিছিল, 'মেচিন-গান'ৰ গুলীবৰ্ষণৰ শব্দ—বিমানে-বিমানে যুঁজ লাগিছে। মই অকণমান আলবাঢ়ি দুৱাৰমুখৰ পৰা মূৰ উলিয়াই চাইছিলোঁ। লগে লগে দেউতা আৰু মা'ই মোক গালিত তিথগতি দেখুৱালে। সেইকণ সময়তে বিমান-যুঁজখনৰ এচমকা দেখা পালোঁ—স্পষ্টকৈ। জাপানী বিমানখনক মাৰ্কিন স্পিট্‌ফায়াৰ এখনে খেদি নিছিল। হঠাৎ জাপানী বিমানখন যেন টুলুপ্‌কৈ সৰিহে পৰিছিল! পিচে নহয়, সেইখনে মুহূৰ্ত্ততে খৰ-বাগৰ এটা মাৰি সিখনতকৈ ওপৰলৈ উঠি গ'ল আৰু দুজাঁইমান গুলী বৰষি দিলে। মাৰ্কিন বিমানখন ভমক্‌কৈ জ্বলি উঠিল। মই আকৌ গাঁতৰ মাজ-মজিয়া পালোঁগৈ।

প্ৰায় এঘণ্টা সময় সেই যুঁজ চলিল। এখন জাপানী বিমান আমাৰ ঘৰৰ পিচফালে থকা ইটাভটা এটাৰ পৰা কিছু দূৰতে পৰিছিল। তাৰ আগতে বিমানখনৰ পৰা পাইলট আৰু দ্বিলৈধাৰী দুয়োজন হেনো পেৰাচুটেৰে নামি আহিছিল। তেওঁলোক দুয়ো হেনো ছোৱালী আছিল। নাহৰৱা আৰু দিনজান দুয়োটা বিমানকোঠ সেইদিনাৰ বোমাবৰ্ষণে খান্তাং কৰি পেলাইছিল। অৱশেষত, জাপানী বিমানবোৰ উভতি গ'লগৈ। যাওঁতে সেই বিমানবোৰে আকাশত ইংৰাজী 'ভি' আখৰটোৰ লেখীয়া ছবি এখনৰ আৰ্হিটোৰে উভতি গৈছিল। বিমানবোৰ বেতিয়া গ'লগৈ, তেতিয়া ৰে'ল-ষ্টেছনটোত থকা চাইৰেনটোৱে থমকি থমকি বজা 'সকলো নিকা' ধৰণৰ সংকেতটো বজাই শুনালে। সেইদিনা কিন্তু একেবাৰে বজা 'শত্ৰু আহিছে'ৰ উমান দিয়া সংকেতটো বজাবলৈকে পাহৰিছিল।

সকলোৱেই গাঁতত সোমাইছিলগৈ। মাথোন চাবুৱা ৰে'ল-ষ্টেছনৰ ষ্টেছন-মাষ্টৰজনে কপালৰ আগত হাতখন থৈ গোটেই যুঁজখন

উপভোগ কৰিলে। সকলোৱেই জানিছিল, মানুহজন অলপ অদ্ভুত প্ৰকৃতিৰ। মানুহজনৰ মূৰত কিবা এটা ভাবনাই বাহ ল'লে, সহজতে তাক এৰি নিদিছিল। এটা কথা মনত পৰে, এবাৰ তিনিচুকীয়াত ৰে'লৰ পৰা নামি মটৰ-গাড়ীৰে ডিব্ৰুগড়লৈ অহাৰ কথা, হিন্দু মহাসভাৰ সভাপতি বীৰ বিনায়ক দামোদৰ ছাভাৰকৰৰ। ডিব্ৰুগড়ৰ লকো খেল-পথাৰত হিন্দু মহাসভাৰ এক জন-সমাবেশৰ আয়োজন কৰা হৈছিল। চাবুৱাৰ বহুতো মানুহেই ডিব্ৰুগড়ৰ অভ্যৰ্থনা সমিতিক খট-বাজ লগাইছিল, যোলে ডিব্ৰুগড়লৈ যোৱাৰ পথত চাবুৱাতো খন্তেক বৈ যাব লাগে। কিন্তু, তেওঁলোক মান্তি নহ'ল। কথাষাৰ ষ্টেছন-মাষ্টৰৰ কাণত পৰিলগৈ। তেওঁৰ মৰ্যাদাত লাগিল—চাবুৱানো ইমান সৰু ঠাই নে, এজন সৰ্বভাৰতীয় নেতা খন্তেক থমকি গ'লেই মহাভাৰত অশুদ্ধ হৈ পৰিব? এই পালি-পহৰীয়াবোৰেই জননেতা-সকলক জনতাৰ ওচৰ চাপিবলৈ নিদিয়ে। তেওঁ মানুহখিনিক ক'লে, "এটা কাম কৰক। আপোনালোকে এখন মেজত কিছু ফল-মূল সজাই বাটৰ মাজত থৈ দিব। ছাভাৰকৰ মাৰাঠী বামুণ মানুহ। ফল-মূলৰ পাহাৰ দেখা পালে বৈ যাব। চাওঁচোন বাৰু, ছাভাৰকৰ চাহেবক কোনে চাবুৱাত গাড়ী ৰখাবলৈ নিদিয়ে।" সেইটোকে সকলোৱে থিৰাং কৰিলে। ছাভাৰকৰক সকলোৱে দেখা পালে। ময়ো দেখিলোঁ, বৃটিছৰ জাহাজৰ পৰা ২৩ মাইল সাগৰ সাঁতুৰি পলাই গৈ ফ্ৰান্সৰ মাটিত বৃটিছ পুলিচৰ হাতত বন্দী হৈ আন্তৰ্জাতিক সমস্যাৰ সৃষ্টি কৰা সেই নেতাজনক। ষ্টেছন-মাষ্টৰজনে যদিও টেলিফোনেৰে খবৰ লৈ ছাভাৰকৰ পানীতোলা পাওঁতেই সকলোকে সকীয়াই দিছিল, তথাপি সময়ৰ মূৰকত তেওঁ আঁতৰি পৰিছিল। কাৰণটো তেওঁ এইদৰে ক'লে, "মই যে মুছলমান!" এটা কথা অতদিনে বুজি পাইছোঁ অসমখন যে আজিলৈকে সাম্প্ৰদায়িক বিৰোধ-সংঘৰ্ষৰ পৰা অভাবিতৰূপে মুক্ত, তাৰ কাৰণটো হ'ল—মাকুমৰ সেই বনবিভাগৰ ৰেঞ্জাৰজনৰ দৰে, চাবুৱাৰ এই ষ্টেছন-মাষ্টৰজনৰ দৰে উদাৰমনা মুছলমানৰ সংখ্যাটো চেৰ। আৰু তেনেকুৱা উদাৰমনা হিন্দুৰ সংখ্যাও সমানে চেৰ।

সেই ২৬ ডিচেম্বৰৰ আকাশী-যুঁজখনৰ কথালৈ ঘূৰি আহোঁ। সেই যুঁজখন ভালকৈ চাই লোৱাৰ সুযোগ নেৰা ষ্টেছন-মাষ্টৰগৰাকীয়ে মন্তব্য

দিছিল, "জাপানৰ লগত ইহঁতে নোৱাৰে। সাহস আছে, কেৱল এই নিগ্ৰো কেইটাৰ। খেদি খেদি মাটিৰ পৰাই গুলীয়ালে। উকি-গানেৰেই জাপানী প্লেনটোৰ 'ডাক' কৰিছিল ফুল নোজোৱাকৈ। বাপৰ বেটা সিহঁত।"

হেগ চাই মই তেখেতক সুধিলোঁ, "খুৰা, আপুনি ট্ৰেন্টাৰত নোসোমালেই নেকি!" তেখেতে উত্তৰ দিছিল, "মৰিবতো লাগিবই —চব মানুহেই মৰে। মৰিলে নিগনি-এন্দুৰ হৈ মৰিবা কেলৈ?" অলপ বৈ হাঁহি হাঁহি ক'লে, "কাইলৈ চাবা। আৰু ধুনীয়া জমিব!" পাচদিনা সঁচাসঁচিকৈয়ে জমিছিল।

সেইদিনা আবেলি ৰে'ল-ষ্টেছনৰ প্লেটফৰ্ম লোকে লোকাৰণ্য হৈ পৰিছিল। সৰহভাগেই আছিল নাহৰা বিমানকোঠত কাম কৰা বিহাৰী বন্ধুৰা। লোটা-ঘটী আৰু চাদৰ-কম্বল লৈ সকলোবোৰ পলাইছিল। কেনেকৈ যে সেই হেজাৰ-হেজাৰ মানুহ একেখন ট্ৰেইনতে উঠি গুচি গৈছিল, ভাবিলে আচৰিত লাগে। পথুলি আমাৰ ঘৰতো সোণটি মামা, ডাঙৰ মামা আৰু মহাদেউ গোট খালেহি। সোণটি মামা সেইদিনা হেনো মোহনবাৰী বিমানকোঠতে আছিল। মামাৰ ওচৰতে এটা বোমা পৰিছিল। মামা ক'ৰ নোৱৰাকৈয়ে মাটিত পেট পেলাই পৰি গ'ল। মামাৰ পিঠিটোৰ এবকলা তীখাৰ টুকুৰাই চুঁচি নিলে। বহুত পৰৰ মূৰত চেতনা পাই ডাক্তৰৰ ওচৰ চাপিছিল; ডাক্তৰে অলপ দৰৱ সানি দিলে ঘা-ডোখৰত, আৰু বোলে বেজী এটা দিলে। সকলোৱে আলোচনা কৰি আমাক কেইদিনমান লেংবাই বাগিচাত থকা মহাদেউৰ ঘৰলৈ পঠিওৱাৰ সিদ্ধান্ত ল'লে। ৰাতিয়েই আমি লেংবাই পালোঁগৈ। লেংবাই পোৱাৰ পাচত মা'ই কিবা ভাবি মোক দেউতাৰ লগতে থাকিবলৈ ওভোতাই পঠালে। ময়ো দেউতাৰ ওচৰত কণাৰ লাখুটি হৈ থাকিবলৈ উভতি আহিলোঁ। উভতি আহি দেখিছিলোঁ, দেউতা গভীৰ চিন্তাত মগ্ন।

পাচদিনা—২৭ ডিচেম্বৰৰ দিনা—ওৰেদিন ধৰি জাকে জাকে জাপানী বিমান আহি বোমাবৰ্ষণ কৰিছিল। হেগা-জোনোকাকৈ দুখন-এখন বিমান-যুঁজ লাগিছিল—সিমানেই। ষ্টেছন-মাষ্টৰজনে আবেলিৰ কালৈকে দেউতাক ক'লে, "আজি পথুলি অলপ খেলিবগৈ আপোনাৰ আছে।

কাইলৈ চাব, সিহঁতে জিৰণি ল'ব। পৰহি কিন্তু সিহঁত নামি যাবহি। বেংগুনত সিহঁতে সেইটোৱেই কৰিছিল।" খেলা মানে পাশাখেল। দেউতা বৰ নামজ্বলা পাশা-খেলুৱৈ আছিল। সেইকাৰণেই বোধকৰোঁ দেউতাৰ গা'ত যুধিষ্ঠিৰৰ লক্ষণ কেইটামান আছিল। দেউতাক দেখিছিলোঁ, বহু কথাতেই নিৰ্বিকাৰ; আৰু সঁচা কথাষাৰ ক'বলৈ কোনোদিনা পাচ হুহঁকিছিল।

সঁচাসঁচিকৈয়ে, ২৮ ডিচেম্বৰৰ দিনা জাপানী বিমানবোৰে জিৰণি ল'লে। কিন্তু, ষ্টেছন-মাষ্টৰজনে কোৱাৰ দৰেই, ২৯ ডিচেম্বৰৰ দিনা জাপানী বিমান এখন নাতুৱা বিমানকোঠত খন্তেকৰ কাৰণে নামি গ'লহি; আৰু দুৱাৰ খুলি লৈ ভিতৰৰ পৰা মেচিন-গানেৰে কেইবাটাও লক্ষ্যবস্তু ধ্বংস কৰি থৈ গ'ল। তাৰ পাচত, জাপানী বিমানবোৰ জাকে জাকে আহি সকসুৰা ছুটামান বোমা পেলাই উভতি গৈছিল। সেই বিমানবোৰ আকাশত চিলনীৰ দৰে বনাই ফুৰিছিল। আকাশখন যেন সিহঁতৰেই! সেইদিনা এবাৰ 'সকলো নিকা'ৰ সংকেতটো পোৱাৰ পাচত আমি গাঁতৰ পৰা ওলাই আহিছিলোঁ। দেউতাই চকীখনত বহি লৈ তামোল এখন মুখত সুমুৱাইছিলহে। এনেতে এটা কাণ তাল মাৰি যোৱা প্ৰবল বিস্ফোৰণৰ শব্দ শুনিলোঁ। লগে লগে গোটেই ঘৰটো ভূমিকম্পৰ সময়ত কঁপাৰ দৰে কঁপি উঠিল। দেউতা চকীখনত পৰা উফৰি পৰিল; আৰু মযো হামখুৰি খাই পৰিলোঁ। একে কোবেই আমি সকলোবোৰ চেণ্টাৰত সোমালোঁগৈ। ওপৰলৈ চাই দেখিলোঁ, সঁচাসঁচিকৈয়ে দেখোন 'সকলো নিকা'!

ইফালে নাতুৱা বিমানকোঠত এটা বৰ হাঁহি উঠা অথচ অতি করুণ ঘটনা ঘটিছিল। এজন বিহাৰী ঠিকাদাৰ আছিল—নামটো পাহৰিলোঁ। তেওঁ সেইদিনা জাপানী বিমান আগদিনাখনৰ দৰেই নাহিব বুলি ভাবি বিমানকোঠৰ গেৰিছন ইঞ্জিনিয়াৰৰ পৰা এক লাখ টকাৰ এখন বিলৰ ধনখিনি আনিবলৈ গৈছিল। তেওঁ ধনখিনি লৈ উঠি গেৰিছন ইঞ্জিনীয়াৰজনক ধন্যবাদ দিওঁতে নৌ দিওঁতেই বিমান আক্ৰমণৰ সতৰ্ক-ধ্বনি চাইৰেনত বাজি উঠিল। তেওঁ দৌৰ মাৰি এটা 'ট্ৰেঞ্চ'ত সোমালগৈ। কিছু সময়ৰ পাচত যেতিয়া চাইৰেনত 'সকলো নিকা'ৰ সংকেত বাজি উঠিল, তেতিয়া তেৱোঁ সেই গাঁতটোৰ পৰা

ওলাই আহিবলৈ সাজু হৈছিল। তথাপি, মানুহজন হয়তো বৰ বেছি তজবজীয়া নোহোৱাৰ কাৰণেই থিতাদঁহে ওলাব পৰা নাছিল। এনেতে সেই সময় বাদ্ধি থৈ পেলাই বোৱা বোমাটো প্ৰবল বিস্ফোৰণেৰে বিস্ফোৰিত হ'ল। ঠিকাদাৰজনক 'ট্ৰেন্স'ৰ কেউকাষৰ পৰা খহি অহা মাটিয়ে পুতি পেলালে। ইঞ্জিনীয়াৰজনে তাক পুতেকক মাতি পঠিয়ালে। পুতেকে গৈ পাই দেখিলে, দেউতাকৰ বুকুৰ জেপটোত এক লাখ টকাৰ নোটৰ জাপটো কোনো খণ্ডি-খুন নোহোৱাকৈ আছে; কিন্তু বুকুৰ ভিতৰত কলিজাৰ ধপ্‌ধপনিটো নাই।

সেই সময়তে ময়ো এবিধ আচহুৱা নোটৰ সৰু জাপৰ গৰাকী হৈ উঠিছিলোঁ। জীৱনটোৰ ওপৰেদি বহুতো বছৰ পাৰ হৈ গ'ল। কিন্তু সেই নোটৰ জাপটো এতিয়াও মোৰ হাতত আছে। সেই নোটবোৰ জাপানী দখলদাৰী সৈন্যবাহিনীয়ে নিজৰ দখললৈ নিয়া ভাৰতীয় এলেকাবোৰত চলোৱা নোট। সেই জাপটোত এখন এহেজাৰ টকীয়া নোট আছে। সিখনত সুভাষচন্দ্ৰ বসুৰ নিজৰ হাতৰ চহী এটা আছে। তদুপৰি, এটা বেচ গধুৰ ওজনৰ ৰূপৰ টকাও আছিল। তাত থকা ছবিখন আছিল, জৱাহৰলাল নেহৰুৰ। টকাটো হেৰাল। নোট কেইখন আছে। হেজাৰ টকীয়া নোটখনো। মহাযুদ্ধৰ স্মৃতি হিচাপে সেইখনৰ মূল্য মোৰ বাবে সেই মৃত বিহাৰী ঠিকাদাৰজনৰ জেপত বিচাৰি পোৱা গোটেই জাপ নোটৰ মূল্যতকৈ কম নহয়।

## ॥ শিৱসাগৰত হাইস্কুলৰ উত্তৰার্ধ ॥

"I can hear the river on its long journey to the sea.
I shall reach the capital on the morrow;
I shall dream of the fisherman and the woodcutter."

—Hsii Hun.

তাৰ পাচত, দেউতা ৰাজমাইলৈ বদলি হ'ল। দেউতাই চৰকাৰক জনাইছিল, কামৰ হেঁচাত দেউতাই স্নায়ৱিক দুৰ্বলতা অনুভৱ কৰিছে। গতিকে, অলপ শান্ত ঠাই এডোখৰলৈ বদলি পালে সুখী হয়। ৰাজমাই সঁচাসঁচিকৈয়ে শান্ত ঠাই। সেইবুলি ক'লেও যথেষ্ট নহয়, দস্তুৰমতে নিমাওমাও ঠাই। ওচৰতে এঘৰ সোণাৰি, এঘৰ নাপিত, এখন তামোল-পাণ আৰু শাক-পাচলিৰ দোকান, আৰু গা'তে লাগি থকা হাজী চাহেবৰ দোকান—য'ত হাৰিকেন-লেম্পৰ চিমনিৰ পৰা টিউব-ওৱেলৰ ভিজাথনলৈকে লামলাকটু বস্তু প্ৰায় গোটেইবোৰেই পোৱা যায়। যাই পণ্যবস্তুটো আছিল নিতৌ তৈয়াৰী কৰা পাওৰুটি! তাৰ সিপাৰে এখন দৰ্জীৰ দোকান আৰু তাৰ লগতে এঘৰ দোকান লোহোৱা মাৰোৱাৰী। মানুহ বুলিবলৈ সেইখিনিয়েই।

ৰাজমাইত স্কুল বুলিবলৈ আনকি প্ৰাথমিক স্কুল এটাও নাছিল। ৰাজমাই চাহ-বাগিচাত এটা স্কুল আছিল। কিন্তু নামতহে স্কুল—কামত নহয়। গতিকে, দেউতাৰ আগ্ৰহতে অসমীয়া ল'ৰা-ছোৱালী কেইটামান লৈ ডাকঘৰৰ চৌহদতে এখন সাময়িক স্কুল প্ৰতিষ্ঠিত হ'ল। তাতে মোৰ ভাই-ভনীকেইটাক পঢ়িবলৈ দিয়া হ'ল। তাৰ পাচত, ননী আৰু মণি দুয়োকে দেউতাই চাৰি মাইল দূৰৈৰ ডিমৌ মাইনৰ স্কুলত নাম লগাই দিলে। নিতৌ সিহঁতে আঠ মাইল বাট অহা-যোৱা কৰি স্কুল কৰোঁতেই সিহঁতৰ পঢ়া-শুনাত বাৰুকৈয়ে আউল লাগিল। ইফালে ছাত্ৰ-ছাত্ৰীৰ অভাৱত ডাকঘৰৰ চৌহদত পতা স্কুলটো আপোনাআপুনি উঠি গ'ল।

মোৰ নিজৰ কথা কওঁ। মোক শিৱসাগৰ চৰকাৰী হাইস্কুলত ৭ম শ্ৰেণীত নাম ভৰ্তি কৰি দিয়া হ'ল। পোনতে মই দুলীয়াপাৰৰ

ডাঙৰজন খুৰাদেউতাৰ ঘৰত থাকিবলগীয়া হ'ল। মই প্ৰায় আঠ-মাহমান তাত আছিলোঁ। জীৱনৰ নতুনা কথা বহুখিনি তাতেই শিকিলোঁ, তাতেই জানিলোঁ। তাৰ আগলৈকে আমি যেতিয়াই চুলীয়াপাৰলৈ আহিছিলোঁ, তেতিয়াই আমি সৰুজন খুৰাদেউতাৰ ঘৰতে উঠিছিলোঁগৈ। এবাৰ মনত আছে, আমি নামতি আহি ৰেল-ষ্টেচনত নামিছিলোঁ। তাৰ পৰা শিৱসাগৰলৈ চৈ দিয়া গৰু-গাড়ী এখনত উঠি আহিছিলোঁ। সেইবেলি বিহুৰ সময়ত ডাঙৰমাবাকী বৰ-মাই মোক সান্দহ-জলপান খুৱাইছিল ; আৰু সেই সান্দহমুঠি ইমান টকাসি পাৰি খাইছিলোঁ যে য'তে ত'তে মাথোন সান্দহ-জলপান বিচাৰি ফুৰিবলৈ ধৰিছিলোঁ। তাৰ পাচত, এবাৰ শিমলুগুৰি-শিৱসাগৰ ৰে'ল-লাইনেৰে আহি শিৱসাগৰ চহৰত নামি, তাৰ পৰা গাঁৱৰ ঘৰলৈ ঘোঁৰা-বাগীত উঠি গৈছিলোঁ। ঘোঁৰা-বাগীখনৰ দুপিনে দুখন চৈ মুখামুখিকৈ আছিল। মোৰ মনত পৰে, সেইবাৰ মই সৰুমাবাকী বৰ-মাৰ লগত পথাৰত ধান দোৱা চাবলৈ গৈছিলোঁ। আটাইবোৰকে ডাঙৰি কঢ়িওৱা দেখি মোৰো মন গৈছিল, ডাঙৰি কঢ়িয়াবলৈ। বৰ-মাই মোৰ কাকুতি-মিনতি পেলাব নোৱাৰি পখিলা বাইদেউক জেওৰা-খুঁটি এটা আনি দিবলৈ কৈছিল। তাৰে দুয়োমূৰে দুটা সৰুকৈ ডাঙৰি বান্ধি দিছিল। তাকে কঢ়িয়াই আনি মই অসীম আনন্দ উপভোগ কৰিছিলোঁ। কিন্তু, পথাৰৰ বকিয়াবোৰ গচকি আহি থাকোঁতে কেইবাৰ যে উজুতি খাইছিলোঁ—তাৰো সীমা-সংখ্যা নাছিল। তেতিয়াৰ চুলীয়াপাৰত এতিয়া থকাৰ দৰে পকীঘৰবোৰ নাছিল। আটাইবোৰ খেৰীঘৰ আছিল। ঘৰৰ বাংকাবোৰতো চূণকামৰ সঁচটোকে নাছিল। ঘৰৰ ভিতৰতো সেইদৰে খাট-পালেং চকী-মেজ বুলিবলৈ একো নাছিল। আছিল মাথোন ভিন ভিন ধৰণৰ চাৰি, ভুখৰি-পীৰা আৰু তামুলীপীৰা। শোৱনি কোঠাবোৰ ঘৰৰ ভিতৰতে কেউপিনে বাঁহৰ বেৰেৰে ঘেৰি থোৱা আহল বহল চাং-ঘৰৰ লেখীয়া আছিল।

সেইবাৰ বিহুৰ সময়ত আছিলোঁগৈ। সেই বিহুটো আৰু দুনাই বিচাৰি নেপাওঁ। যি কি নহওক, দেউতাই সেইবাৰেই নিজৰ বৰীয়াকৈ নিজৰ ভাগত পৰা মাটিভাগত এটা টিনৰ বঙলা-ঘৰ সজাবলৈ থিৰাং কৰিলে। দেউতাই সৰুমাবাকী খুৰাদেউতাক ঘৰটো

সজাবলৈ লাগতিয়াল ধনখিনি পঠাই দিলে। সময়ত টিনৰ ঘৰটো হৈ গ'লগৈ ; কিন্তু ঘৰটো দেউতাৰ ভাগত পৰা খাচ মাটিত বহুওৱা নহ'ল। দেউতাই অসন্তোষ কৰিলে। সেইবাবে, ঘৰটো আকৌ সজাবলগীয়া হ'ল। সেইটো পটভূমিতেই মই ডাঙৰ ককাৰ ঘৰত থাকিবলগীয়া হৈছিল। ডাঙৰ ককাদেউতাৰ দুজন ল'ৰা—সভাৰাম ককা আৰু ভদ্ৰেশ্বৰ ককা। সভাৰাম ককাইদেৱে তেতিয়া পাইকাৰী ঠিকাদাৰৰ তলত খুচুৰা ঠিকা কৰিছিল—সামৰিক বাহিনীৰ শাক-পাচলিৰ যোগান ধৰে। পাচত, হোমিওপেথি শিকি গৌৰীসাগৰত বহিলগৈ। ভদ্ৰেশ্বৰ ককাইদেউ তেতিয়া বেজবৰুৱা স্কুলত ৬ষ্ঠ শ্ৰেণীৰ ছাত্ৰ। মোতকৈ এক শ্ৰেণী তলত থকাৰ কাৰণটো হ'ল তেওঁ তাৰ আগতে এম. ভি. স্কুলত পঢ়িছিল। এইজন মোৰ প্ৰায় সমনীয়া ককাইদেউ দিখৌ দলঙৰ ওপৰতে এটা দুৰ্ঘটনাৰ বলি হৈ অকালতে ঢুকাল। যি কি নহওক, মোৰ দুয়োজন ককাইদেৱে ককাদেউতাৰ খেতি-পথাৰৰ কামত সুন্দৰকৈ সহায় কৰিছিল।

সেই যে আঠ মাহমান সময় ঢুলীয়াপাৰত আছিলোঁগৈ, সেইখিনি সময়তে গাঁৱৰ জীৱনটোৰ লগত গভীৰভাৱে পৰিচিত হৈছিলোঁ। দুটা বস্তুৱে মোৰ মনত এটা স্থায়ী সাঁচ বহুৱাইছিল। পৰম দাৰিদ্ৰ্য আৰু নিৰ্ভেজাল সৰলতা। দাৰিদ্ৰ্যৰ প্ৰতিটো লক্ষণেই মোৰ চকুত পৰিছিল ; অথচ, কাকো কোনোদিনা তাৰ বাবে অভিযোগ কৰা শুনা নাছিলোঁ। সকলোকে দেখিছিলোঁ, দাৰিদ্ৰ্যক জয় কৰি ল'বৰ বাবে চেষ্টা আৰু শ্ৰমৰ ক্ৰুটি কৰা নাই। আৰু সেই সৰলতা-বোধ! কোনেও কাকো কৃত্ৰিম আচৰণেৰে প্ৰৱঞ্চনা কৰিবৰ বাবে সামান্যতম প্ৰৱণতা দেখুওৱাৰ কথা মোৰ মনত নপৰে। মোৰ কেইবাজনো দদাইদেউ আছিল, এজন এতিয়াও আছে—সকল'বা দদাইদেউ ; সেই কেইজনে মোক যিমানখিনি মৰম কৰিছিল—তাৰ তুলনা নাই। তাহানিৰ সেই দাৰিদ্ৰ্যৰ ঐশ্বৰ্য আজিও একেদৰে আছে নে নাই, ক'ব নোৱাৰোঁ। হয়তো তাৰ সলনি আছে, সমুখৰ ৰূপহী পথাৰত পনীয়া সোণৰ প্ৰবাহত উটি অহা ঐশ্বৰ্যৰ দাৰিদ্ৰ্য।

যাওক বাক সেইবোৰ ভাবপ্ৰৱণতা। ঢুলীয়াপাৰত তেতিয়া দুঘৰ নে এঘৰতহে টিউব-ওৱেলৰ ব্যৱস্থা আছিল। বাকী আটাইবোৰেই দিখৌ নৈৰ পানী খাইছিল। এটা কথা মন কৰিছিলোঁ, জীয়নী-

বোৱাৰীবিলাকৰ প্ৰত্যেকৰে সোঁ বাহুটোত একোডোখৰকৈ ভকান ঘাৰ-ৰ সাঁচ আছিল। সেয়া পানী অনা কলহৰ কানৰ ঘঁহনি লাগি লাগি সৃষ্টি হোৱা দৈনন্দিন কষ্টৰ দাগ। ঢুলীয়াপাৰৰ সকলোবোৰ অতীত-স্মৃতিৰ ভিতৰত মোৰ আটাইতকৈ ভাল লগা স্মৃতিটো হ'ল, নৈৰ ঘাটলৈ গৈ গা ধুই অহা মুহূৰ্তবোৰ। যদিও নৈখনৰ এটা যাউতিযুগীয়া বদনাম আছিল 'দিখৌ নৈৰ গৰা পাৰতে পিছলি মৰা' বুলি, তথাপি মই সদায় সেই খিয়গৰাতে খোপনি লৈ বুৰ মাৰি গা ধুইছিলোঁ। সাঁতুৰিবলৈ হ'লে শিকিব নোৱাৰিলোঁ। আনোচা কোনোবাই মোক পানী-ছুনি খাই সাঁতোৰ শিকি থকা দেখা পায়, সেইটো লাজতে একঁকাল পানীত নামিও হাত-ভৰি আঁছাৰিবলৈ নহ'ল।

ঢুলীয়াপাৰত বোধকৰো তেতিয়া সাঁতোৰ নজনা ল'ৰা মোৰ বাহিৰে দ্বিতীয় এটা নাছিল। সাঁতোৰ যেনেকৈ নেজানিছিলোঁ, কাপোৰ-কানি নিজে ধুই ল'বও তেনেকৈ নেজানিছিলোঁ। মোৰ কাপোৰ-কানিবোৰ মৰমকৈ ধুই দিছিল, সুমলা বাইদেৱে। সুমলা বাইদেউ এতিয়া নাই—বিয়াৰ এবছৰৰ পাচতে ঢুকাল। এই সুমলা বাইদেউৰ অকাল মৃত্যুৰ সোঁৱৰণীটোৱেই ভুমুকিয়াই গৈছেহি মোৰ 'চিনাকি গাঁৱৰ বাট' কবিতাটোত :

ঘৰলে' উভতি আহে সোণতৰা উত্থলিমুত্থলি
মাথোন সুমলা নাহে যদিও অহাৰ কথা
আইতাকে চাই থাকে দুৰণিত চকু থাপি
চকুলো মলচি চায় বাট কিয় ধুঁৱলিকুঁৱলী

এটা কথা কৈ থওঁ, ঢুলীয়াপাৰত যদি সেই কেইমাহ কটাই আহিবলৈ নেপালোহেঁতেন, তেনেহ'লে 'চিনাকি গাঁৱৰ বাট' কবিতাটো মই লেখিব নোৱাৰিলোঁহেঁতেন। মোৰ নিজৰ ফালৰ পৰা ক'বলৈ হ'লে, মই লেখা কবিতাবোৰৰ ভিতৰত সেইটো যেন পাগত উঠিছিল।

সেই সুমলা বাইদেউৰ কথা মনত পেলালেই, সুমলা বাইদেউৰ ওচৰত মোৰ এটা কীৰ্তিৰ কথা মনত পৰি যায়। ঘৰৰ বাকীবোৰ যেতিয়া শুই নিঃপালি দিয়ে, মই তেতিয়া বাইদেউক 'কুম্ভৰ হৰণ' পঢ়ি শুনাব লাগে। দোভাগ-ৰাতিলৈকে সেই বাইদেৱে ঢেঁকীশালত গৈ ধান বানে নাইবা পিঠাগুৰি খুন্দে। মই পদবোৰ উকা মাতেৰে পঢ়ি

বাওঁ," আৰু বাইদেৱে তাতে গুনগুননি এটা সাদি তুৰাৰ-প্ৰথাৰ আওৰাই মনত থৈ যায়। এনিশা মই সেইকেইটা পদ পালোঁ টোঁ, যত উৰা আৰু অনিৰুদ্ধৰ মধুচন্দ্ৰিকাৰ ৰাতিটোৰ ঢাকোন নোহোৱা বৰ্ণনাখিনি আছে। মই পঢ়ি গ'লোঁ, বাইদেউক চাকিৰ পোহৰতে দেখিলোঁ—বঙা-ছিঙা পৰি গ'ল! বাইদেৱে সেই পদকেইটা নৰবা যেন দেখি, মই তুনাই পঢ়ি শুনাব খুজিলোঁ। বাইদেৱে ক'লে, "হ'ব। সেইখিনি এৰি যোৱা।" মই তেতিয়াহে মন কৰিলোঁ, সেইখিনি দেখোন মৱেই এৰি থৈ যাব লাগিছিল। বাইদেৱে মোৰ অজলা গিয়ানৰ কথা গম পাই ক'লে, "তুমি একো নজনা হৈয়েই আছা।"

সঁচাসঁচিকৈয়ে মই একো নজনা হৈয়েই আছিলোঁ।

এদিন বতাহী বৰ-মাৰ ওচৰতো একে ধৰণৰ অজলা জগৰ এটা লগাইছিলোঁ। বৰ-মাই সেইদিনা ঢেঁকীশালত এডাল গোটা বাঁহত জৰী বান্ধি ওলোমাই থোৱা এথোপা মুনি গছৰ পাতত জোৰা পাতি থকা পলুবোৰলৈ চাই আছিল। হঠাৎ, সেই দৃশ্যটো দেখা পাই বৰ মাক সুধি দিলোঁ, "বৰ-মা? ইহঁতে যে এনেকৈ থৰ লাগি ইটোৱে-সিটোক কামোৰাকামুৰি কৰি আছে, মৰি নেযাব নে?" মোৰ প্ৰশ্নটো শুনি বৰ-মাই অলপ তভক্ মাৰি মোলৈ পোন্দোৱা-পোন্দিকৈ চালে—মুখেৰে একো নক'লে। মই বুজি নেপালোঁ, কিয় কি হ'ল। ৰাতি বৰ-মাই টাকুৰীত সূতা কাটি থাকোঁতে, মোক অকলশৰীয়াকৈ পাই ক'লে, "অথনি যে মোক তুমি কথাটো সুধিছিলা, নেপায় নহয় সেইবোৰ সুধিব।" এক মুহূৰ্ত্ততে কথাটো আপোনাআপুনি পৰিষ্কাৰ হৈ গ'ল। মই শুকান কণ্ঠেৰে ক'লোঁ, "বৰ-মা! মই নেজানিছিলোঁ।" বৰ-মাই ক'লে, "মই তোমাৰ কথাযাৰ শুনিয়েই গম পাইছিলোঁ, তুমি যে নেজানা। আনবোৰ ল'ৰাই কঁকালত গামোচা পিন্ধিয়েই নিজে নিজে জানি যায়। সিহঁতে বহু খাইছিল। মুকলিকৈ ক'ব নেপায়।" একো নজনা মই এটা কথা জানি গ'লোঁ এক মুহূৰ্ত্ততে—অসমীয়া ভাষাটো সঁচাসঁচিকৈয়ে কিমান আবুৰ থকা! ক'ব নোপোৱা কথাবাবো দেখোন বৰ-মাই মোক কৈয়েই দিলে—সিহঁতে বহু খাইছিল!

মোৰ সেই ডাঙৰগৰাকী বৰ-মা নামে-কামে বতাহীয়েই আছিল। তুঁই বোৱা, জাকৈ বোৱা, নাম গোৱা, পিঠা পোৱা, তাঁত বোৱা, আৰু

আনকি কান্দিয়া কৰি কাবোবাক এশিকনি দিয়া—বৰকলাতে বৰ-মা কাজী আছিল। অথচ, বৰ-মাই লেখা-পঢ়া একো নেজানিছিল। কিন্তু, 'কীৰ্ত্তন পুথি' গোটেইখন মুখতে আছিল। মাজে মাজে মোক কৈছিল, "তুমি সেইডোখৰ চাই দিয়াচোন। মোৰ কথাত আউল লাগিছে নেকি!" বৰ-মাই উমানতে হয়তো পুথিখনৰ মাজৰ কোনোবা এটা পৃষ্ঠা মুকলি কৰি ক'লে, "চাই দিয়াচোন 'স্যমন্ত হৰণ'ৰ এই আধ্যাটো। মই গাই গৈছোঁ, তুমি মিলাই যোৱাঁ। নিমিলিলে ক'বা।" পুথিখন হাতত লৈ চাওঁ, সঁচাসঁচিকৈয়ে সেয়া দেখোন 'স্যমন্তক হৰণ'ৰ অষ্টম অধ্যায়! ভাবোঁ, বৰ-মাই বাৰু ডাঙৰ আখৰেৰে ছপোৱা ঘোষাটো পঢ়ি লৈছিল নেকি? কিন্তু পঢ়িব কেনেকৈ, বৰ-মা দেখোন একেবাৰে যাক বোলে 'অনাখৰী'! অথচ, বৰ-মাই ক'তোৱেই উজুতি নেখায়। কথাত হয়তো অলপ থমকি বৈ মোক কয়, "এইডোখৰ চাই দিবাচোন। যেমেচীৰ মাকে এইদৰে বুলি কৈছিল। আৰু আমাৰ হাঁহচবাৰ ফালে এইদৰে গায়—।"

তাৰ পাচত, শিৱসাগৰ চৰকাৰী হাইস্কুলৰ হিন্দু ছাত্ৰাবাসলৈ আহিলোঁ। এতিয়া য'ত নতুনকৈ সজোৱা স্কুলটো আছে, তেতিয়া সেইখিনিতে সেই ছাত্ৰাবাসটো আছিল, পূবৰ ফাললৈ মুছলিম ছাত্ৰাবাসটো আৰু সমুখত আলিটোৰ সিপাৰে 'বোৰ্ডিং ফিল্ড' নামৰ খেল-পথাৰখন; তাৰো সিপাৰে এম. ভি. স্কুলটো। আমাৰ ছাত্ৰাবাসত আবাসী-ছাত্ৰ আছিলোঁ মুঠতে দহজন। পোনতে আমাৰ মেচৰ খৰচ বাবদ দিবলগীয়া হৈছিল, মাহিলি মাথোন ছ'টকা আৰু সাত টকাৰ ভিতৰত। বাঢ়ি বাঢ়ি সেয়া থমকিছিলগৈ, চৌত্ৰিশ টকাত। ৭ম শ্ৰেণীৰ পোনবছোৱা সময় হাফপেণ্ট আৰু হাফছাৰ্ট পিন্ধিয়েই কটাই দিলোঁ। আমাৰ সৰহভাগৰে সেইটোৱেই সাজ আছিল। আমাৰ ছাত্ৰাবাসৰ ছাত্ৰকেইজন বাকীবোৰৰ তুলনাত অলপ বিলাসী আছিল। সকলোৱেই ধুতি পিন্ধিছিল। মাথোন মোতকৈ দুই শ্ৰেণী তলত পঢ়া মৰাণৰ চন্দ্ৰকমল ফুকনেহে মোৰ দৰে হাফপেণ্ট পিন্ধিছিল। মোৰ কমমেট মৰাণৰে চিত্ত দুৱৰাৰ অনুযোগত ময়ো ধুতি পিন্ধিবলৈ ল'লোঁ। ওপৰত কিন্তু পাঞ্জাবী-ছাৰ্ট পিন্ধিবলৈ নহ'ল—বহুকাললৈকে, এম. এ. পৰীক্ষা দি ছাত্ৰ-জীৱন ওৰ নপৰালৈকে। এইখিনি কথা ক'লোঁ এই

কাৰণেই, যাতে পাকে-প্ৰকাৰে বুজাই দিব পাৰোঁ—মোৰ সময়ৰ ছাত্ৰবোৰৰ সৰহভাগেই কিমান বেচি জধলা আছিলোঁ। যি কি নহওক, আমাৰ ছাত্ৰাবাসৰ প্ৰত্যেকৰে নাম আছিল, ধুনীয়াকৈ ধুতি পিন্ধিব জানো বুলি। আমাৰ লগৰ বহুতো ছাত্ৰ আহিছিল, আমাৰ ওচৰলৈ—ধুতি পিন্ধিবলৈ শিকাই দিব লাগে। ধুতি পিন্ধাত বিখ্যাত আছিল দুজন—নামদাঙৰ ওচৰৰ দেবীপ্ৰসাদ গোঁহাই আৰু লংকাকৰ লম্বিত চেতিয়া। চেতিয়া মোৰ সহপাঠী আছিল ; গোঁহাই মোতকৈ এক শ্ৰেণী ওপৰত। ছাত্ৰাবাসৰ মনিটৰ আছিল নৰনাথ দেউৰী। সেই সূত্ৰে তেওঁৰ ককায়েক এফেৰা দেউৰী আমাৰ সকলোৰে উমৈহতীয়া ককাইদেউ হৈ পৰিছিল। ককাইদেউ কেতিয়াবা দিহিংমুখৰ ঘেলঘেলীৰ পৰা শিৱসাগৰলৈ আহিলে আমি খুব ভাল পাইছিলোঁ। কাৰণ, আমাৰ সকলোৰে বাবে এটোপোলা পছুৰ মাংস লৈ আহিবলৈ নেপাহৰিছিল। অসমত তেতিয়া হাতীৰে হাল বোৱা মানুহ বোধকৰোঁ এজনেই আছিল। ডাঙৰিও কঢ়িয়াইছিল হাতীৰ গাড়ীৰে সেই এজনেই। সেইজনেই সেই এফেৰা দেউৰী। মোতকৈ এক শ্ৰেণী ওপৰত পঢ়িছিল, কুল গগৈয়ে। কুল গগৈৰ ককায়েক বীৰেণ গগৈ আছিল গোটেই ছাত্ৰাবাসৰে আৰু এজন উমৈহতীয়া ককাই-দেউ। ভাল ভলীবল খেলুৱৈ আৰু বেহেলাবাদক আছিল সেই ককাইদেউ। টেঙাপানীৰ দুৰ্গাধৰ দেউৰী আছিল মোৰ দ্বিতীয়জন ৰুমমেট—যোগসাধনা কৰিছিল নিতৌ। ইন্দ্ৰেশ্বৰ দেউৰী আছিল আমাৰ সকলোৰে উমৈহতীয়া ভাইটি। এই ন'জন গোট খায়েই আমাৰ ছাত্ৰাবাসটো আছিল সৰু এটা পৰিয়াল।

শিৱসাগৰ চৰকাৰী হাইস্কুল তেতিয়া অসমৰ ভিতৰতে এখন বিখ্যাত হাইস্কুল। মোৰ জীৱনৰ শেষ মুহূৰ্তলৈকে নেপাহৰোঁ, এই স্কুলখনৰ কথা। পাহৰিছোঁ, কোনটো সঁচা—শিৱসাগৰ চৰকাৰী হাইস্কুলৰ ঘৰটো আগতে সজা নে গুৱাহাটীৰ কলেজিয়েট স্কুলৰ ঘৰটো আগতে সজা। যিমান দূৰ মনত পৰে, শিৱসাগৰৰটোৱেই আগতে সজা। সেইটোৱেই অসমৰ প্ৰথম হাইস্কুল। ঘৰটো এতিয়া ব'ত বজাৰখন আছে, ত'তেই আছিল। ঘৰটো ভাঙি পেলালে। আমাৰ দেশত আমি কোনোটো ঐতিহাসিক বস্তুৱেই সংৰক্ষণ কৰিব নেজানো। এই কালৰ পৰা চালে, আমি প্ৰত্যেকেই একোটা কালা-

পাহাৰ। ইংলেণ্ডত দেখিছিলোঁ, কবি বায়ৰণে বিখন খাঁহনিৰ ওচৰৰ বাটটোৰেদি খোজ কাঢ়িছিল, সেই বাটটো আৰু সেই খাঁহনি-জোপা আজিও তেতিয়াৰ দৰে কৰি থৈ দিছে। ওচৰতে এখন জাননী-ফলি—'বায়ৰণছ্ ৱাক্' !

শিৱসাগৰ চৰকাৰী হাইস্কুলত হয়তো মই পঢ়িবলৈকে নেপালো-হেঁতেন, যদি সেই সময়তে সেই স্কুললৈ প্ৰধান শিক্ষক ৰাজেন বৰুৱা বদলি হৈ নাহিলহেঁতেন। তেখেত মোৰ দেউতাৰো শিক্ষক আছিল। একালে হাইস্কুলত ৭ম শ্ৰেণীত এটাও 'ছিট্' খালী নাছিল ; আনকালে মোৰ বদলিৰ চাৰ্টিফিকেটখনত লিখা আছিল ৬ষ্ঠ শ্ৰেণীৰ পঢ়া শেষ হ'ল বুলি। আচল কথা, জৰ্জ স্কুলত বছৰেকীয়া পৰীক্ষা পাতিবলৈ ঘৰটোৱেই স্কুল কৰ্তৃপক্ষৰ হাতত নাছিল, যুদ্ধৰ ধামখুমীয়াত শিক্ষক-ছাত্ৰ কোন ক'ত উফৰি আছিলগৈ—তাৰো ঠিকনা নাছিল। কেইদিন-মানৰ আগতে আগৰজনা প্ৰধান শিক্ষক ভৰত চলিহাই স্পষ্টকৈ কৈ দিছিল, 'ছিট' নাই ; তদুপৰি, ৭ম শ্ৰেণীত কি বুলি 'ছিট' দিব ? আমাৰ দেশত সৰহভাগ মানুহেই ভাবে, আইনৰ কাৰণেহে মানুহ—মানুহৰ কাৰণে আইন নহয় ! ৰাজেন বৰুৱা কিন্তু সেই ধৰণৰ মানুহ নাছিল। মই তেখেতক শিৱসাগৰত কাম চম্‌জি লোৱাৰ পাচদিনা-খনেই লগ ধৰিলোঁগৈ। মোৰ লগত যোৱা সভাৰাম ককাইদেউ বাহিৰতে থিয় দি আছিল। মই ৰাজেন বৰুৱা ছাৰক যেতিয়া মোৰ সকলোখিনি কথা ক'লোঁ, তেখেতে তেতিয়া মোক ক'লে, "তুমি মোৰ নাতি-ছাত্ৰ। তোমাক তো 'ছিট' এটা দিবই লাগিব। বাৰু কোৱাচোন Baker's dozen বস্তুটো কি ?" ভাগ্য ভাল, উত্তৰটো মই জানিছিলোঁ। মোৰ উত্তৰটো শুনি তেখেত সন্তুষ্ট হ'ল। মোক ক'লে, "কাইলৈ আহিবা। নাম লগাই ল'বাহি।" সহকাৰী প্ৰধান শিক্ষক আছিল হিমধৰ বৰুৱা। তেখেত ওচৰতে বহি আছিল। তেখেতে কথাটো আঙুলিয়াই দিলে, "কিন্তু ৭ম শ্ৰেণীত তো অতিৰিক্ত ছিট্ নাই !" প্ৰধান শিক্ষকে খপৰাই উত্তৰ দিলে, "But I will have to create a seat for him. He happens to be the son of an ex-student of mine." মই মুগ্ধ হৈ গ'লোঁ, মানুহজনৰ কথা শুনি। এটা কথা পাচতো লক্ষ্য কৰিছিলোঁ, তেখেতে কোনো ছাত্ৰকেই 'তই' বুলি সম্বোধন নকৰিছিল।

মানুহ হিচাপে বাজেন বৰুৱাৰ তুলনা নাই। তেখেতে এবাৰ এজন ছাত্ৰক মস্ত কিবা এটা ডাঙৰ অপৰাধত বেতেৰে কোবোৱাৰ শাস্তি ঘোষণা কৰিলে। যেতিয়া শাস্তিটো কাৰ্যকৰী কৰাৰ সময় আহিল, তুবেত দি উঠিয়েই তেখেত নিজৰ কোঠাত সোমালগৈ। পাচত গোটেইখন স্কুলে গম পালে চকিদাৰৰ মুখৰ পৰা, তেখেতে বোলে কমাল উলিয়াই চকুপানী টুকিছিল। বেত খোৱা ছাত্ৰজনক আমি সুধিছিলোঁ, কেইবেত মাৰিলে কি কথা। তেওঁ ক'লে, "ধেৎ, সেই ছুবেতো কথাৰ কথা নেকি? লাহেকৈ—খালী চুলেহে। মই উস্-আস্ কৰি দেখুৱাই সন্মানটো ৰাখি দিলোঁ আৰু।" তেখেতৰ আগৰজন প্ৰধান শিক্ষক ভৰত চলিহা আছিল সাক্ষাৎ যম; আৰু পাচৰজন প্ৰধান শিক্ষক জোনেশ্বৰ গগৈ আছিল সিজনতকৈ একেৰিহে কম। কিন্তু, গণিতৰ শিক্ষক হিচাপে তেখেত বৰ নামজ্বলা শিক্ষক আছিল। আচলতে ভবিৰ নখৰ পৰা মূৰৰ চুলিলৈকে তেখেত গণিতৰেই মানুহ আছিল। তেখেতৰে পুত্ৰ বুদ্ধীন গগৈ—এগৰাকী মুখ্য অভিযন্তা আৰু মোৰ পাতি লোৱা 'মোমাইদেউ'!

আৰু এজন গণিতৰ শিক্ষক আছিল। সিজন আকৌ বেলেগ এটা সাঁচত গঢ়া। নামটো আছিল—লক্ষ্মীপ্ৰসাদ দত্ত। তেখেতৰ বিখ্যাত উপনামটো আছিল, ডা মাষ্টৰ। এই ডা সেই দা নহয়। এইটো ইংৰাজী the শব্দটোৰ তেখেতে সততে কৰা উচ্চাৰণটোৰ প্ৰতিধ্বনি। তেখেতে কঠিনতকৈয়ো কঠিন অংকটো এনেদৰে পানী কৰি বুজাব জানিছিল যে, সকলোৰেই পতিয়ন গৈছিল—অংক বিষয়টোতকৈ সহজ বিষয় পৃথিৱীত আৰু একেবাৰেই নাই। সঁচাসঁচিকৈয়ে, সেই সময়ত আমাৰ কাৰণে আটাইতকৈ আকৰ্ষণীয় শ্ৰেণীটো আছিল, তেখেতৰ অংকৰ শ্ৰেণী। অংক নহয় জানিবা সাধুকথাৰহে শ্ৰেণী! হয়তোবা সেইদিনা ছমহীয়া পৰীক্ষাৰ অংকৰ বহীবোৰ ওভোতাই দিছে। দুখন বহী আঁতৰাই থৈ দিলে। এজনক বহীখন ওভোতাই দি ক'লে, "পাৰিবা—তুমি পাৰিবাগৈ। চেষ্টা কৰি থাকাঁ। আৰু অলপমান ধৈৰ্য ধৰিব জানিলেই হৈ যাব।" ল'ৰাজনে হয়তো ক'লে, "ছাৰ, এই এক নম্বৰটো! এশৰ ভিতৰত এই এক নম্বৰটো দি মোক লাজ নিদিয়া হ'লেই আছিল।" লগে লগে তেখেত চকীখনৰ পৰা জাঁপ মাৰি উঠিল, "কি ক'লা, তুমি মোৰ চাকৰীটো

পাব বুলিছা ? তোমাক শূন্য কি মই দিম নেকি ? অংকটোত সেই পাঁচ লাইন—নম্বৰো সেই পাঁচ। তুমি সুন্দৰকৈ লিখিছা—এজন মানুহে এটা কাম ১২ দিনত কৰে। হ'বই তো—সেইটোৱেই লিখিব লাগে। পৃথিৱীৰ কাৰো সাধ্য নাই, সেই শুদ্ধ লাইনটো লিখা কাৰণে তোমাক শূন্য নম্বৰ দিব। উঃ, তুমি যদি বাকী চাৰিটা লাইনো শুদ্ধকৈ লিখি দিলাহেঁতেন। তাৰ পাচৰটোতো সেই একেবাৰে ; আৰু তাৰো পাচৰটো—।" আকৌ, সিখন বহী হাতত লৈ হুমুনিয়াহ কাঢ়ি ক'লে, "বৰ আশা কৰিছিলোঁ। ভাবিছিলোঁ, ১০০ পাবই পাব। পাচত কি হ'ল ? এওঁ এইবোৰ বজৰুৱা নোট পঢ়ি শিকিলে। এইটো কি ? তুমি অসমীয়া মাধ্যমত অংক কৰিছা—কলিকতা বিশ্ববিদ্যালয়ক আগে-ভাগে লিখি দিছা, অসমীয়াতে আটাইবোৰ উত্তৰ কৰিবা বুলি। A, B, C বুলি লিখাত কোনো অপৰাধ নাই। কিন্তু, A, B আৰু Cই এটা কাম ১২ দিনত কৰে বুলি লিখোঁতে Cৰ পাচত 'হ্ৰস্ব-ই'টো কিয় লিখিলা ? অসমীয়া ভাষাত ই-কাৰান্ত শব্দৰ পাচত প্ৰথমা বিভক্তিৰ কি চিন বহিব লাগে ? য়ে নহয় জানো ? এই ব্যাকৰণৰ ভুলটোৰ কাৰণে মই ৩ নম্বৰ কাটি দিলোঁ। স্বয়ং ডি. পি. আই য়ে ও তোমাক এই ৩ নম্বৰ ঘূৰাই দিব নোৱাৰে। এইদৰে ভুল ব্যাকৰণেৰে অংকৰ উত্তৰ লিখি থাকোঁতে কি হ'বগৈ ? বিশ্ববিদ্যালয়ত 'ষ্টেণ্ড' কৰাৰ কথা আছিল ! গ'ল সেইটো—হাতৰ মুঠিৰ পৰা পিছলি।" সেই ছাত্ৰজন আছিল, মোৰ সহপাঠী ড° শৈলধৰ গগৈ। প্ৰবেশিকা পৰীক্ষাত অংকৰ বহীত ১০০ৰ ভিতৰত ১০০ই পাইছিল। পৰীক্ষকে যে ব্যাকৰণৰ ভুল-ভ্ৰান্তি চাইছিল—সেই বিষয়ে কিন্তু সন্দেহ !

হাইস্কুলীয়া জীৱনত তলৰ শ্ৰেণীকেইটাত যেনেকৈ হিন্দী বিষয়টোৰ প্ৰতি মোৰ এটা বিশেষ অনুৰাগ আছিল, ওপৰৰ শ্ৰেণীকেইটাত তেনেকৈ মোৰ সংস্কৃত বিষয়টোৰ প্ৰতি এটা বিশেষ অনুৰাগ উপজিছিল। তাৰ কাৰণটো হ'ল, দুগৰাকী সংস্কৃতৰ শিক্ষক। ৭ম আৰু ৮ম শ্ৰেণীত আমাৰ সংস্কৃত শিক্ষকজন আছিল, মাধৱচন্দ্ৰ দেৱগোস্বামী—যিজন পৰৱৰ্তী কালত গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ প্ৰধান অধ্যাপক হৈছিলগৈ। তেতিয়া তেখেত একেবাৰে ডেকা মানুহ আছিল। তেখেতে ব্যাকৰণতকৈ সংস্কৃত সাহিত্যৰ বিপুল ভাণ্ডাৰটোৰ প্ৰতিহে আমাৰ মনযোগ আকৰ্ষণ কৰিছিল। অকল এই

কাৰণেই মই সংস্কৃতৰ কেইখনো কিতাপ নিজৰ খবীয়াকৈ পঢ়িবলৈ লৈছিলোঁ। মোৰ ভাল লাগিছিল, সংস্কৃত সাহিত্যৰ আচল ৰূপটো বহুতে ভবাৰ দৰে ধৰ্মীয় কথা কিছুমান লৈয়েই ব্যস্ত নহয়। এটা সময়ত যেতিয়া গোস্বামীদেৱ আমাৰ ছাত্ৰাবাসৰ অধীক্ষক হৈ আছিল, সেই সময়ত মই তেখেতক সংস্কৃতৰ বিষয়ে মই নজনা অনেক কথা সুধি আমনি কৰিছিলোঁ। তাৰ পাচৰ শ্ৰেণী দুটাত আমাৰ সংস্কৃতৰ শিক্ষকগৰাকী আছিল, গোলাপচন্দ্ৰ গোস্বামী। ইজনে আকৌ সংস্কৃতৰ প্ৰতি মোৰ আকৰ্ষণটো আৰু বেচি গভীৰ কৰি দিছিল, সংস্কৃত শ্লোকবোৰৰ সুন্দৰ আবৃত্তিৰে। বহুত দিনৰ মূৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ এখন সভাত অধ্যাপিকা মালিনী গোস্বামীৰ মুখত 'মেঘদূত'ৰ আবৃত্তি শুনিছিলোঁ—একে শ্ৰৱণৰ মধুৰ ধ্বনিৰূপময়! যি কি নহওক, মোৰ সেই সংস্কৃত ভাল পোৱা মনটোৰে সংস্কৃতত সদায় শতকৰা ৯০ নম্বৰ লৈ পৰীক্ষাবোৰত উত্তীৰ্ণ হৈছিলোঁ। মাথোন প্ৰবেশিকা পৰীক্ষাত তাৰ ব্যতিক্ৰম ঘটিছিল। অন্য এটা কাৰণত। কাৰণটো পাচত ক'ম।

ইংৰাজী আৰু অসমীয়া বিষয় দুটা সমানে ভাল পাইছিলোঁ—হাইস্কুলীয়া জীৱনৰ পুৰতীৰে পৰা। তাৰ কাৰণটো হ'ল, মোৰ ওৰেটো জীৱন এই দুটা বিষয়ৰ এজনো এনেকুৱা শিক্ষক নেপালোঁ, যিজনক মই অকণমান অশ্ৰদ্ধাৰ চকুৰে চাবলগীয়া হৈছিল। এবাৰ এটা বঢ়িয়া ঘটনা ঘটিছিল। ৭ম শ্ৰেণীৰেই কথা। এদিন এজন শিক্ষকে বাকীবোৰক কিবা এটা লিখিবলৈ দি মোক মেজৰ ওচৰলৈ মাতি নিলে। তেখেতৰ হাতত দেখিলোঁ, আমাৰ ছমহীয়া পৰীক্ষাৰ উত্তৰ-বহীবোৰ। ক'লে, "তই প্ৰত্যেকখন বহীৰ উত্তৰবোৰ পঢ়ি যাচোন। তাৰ পাচত, মই কোৱা মতে নম্বৰ দি যাবি।" তেখেতে নিয়ম বান্ধি দিলে, প্ৰত্যেকটো প্ৰশ্নৰ মুঠ নম্বৰবোৰ আধা কৰি লৈ তাৰ ভিতৰতে পাবলগীয়া নম্বৰ দি গ'লেই হ'ব ; অৱশেষত, গোটেইবোৰ সৰু সৰু নম্বৰ যোগ কৰি দুগুণ কৰি দিলেই সৰ্বমুঠ ১০০ নম্বৰৰ ভিতৰত পাবলগীয়া নম্বৰটো ওলাই যাব! ওলালেহেঁতেন ঠিকেই, কোনো সন্দেহ নাছিল। কিন্তু, এবাৰ কথাই আগচি ধৰিলে। তাৰে এটা প্ৰশ্নত পাঠ্যপুথিত থকা কোনোবা এটা কবিতাৰ দৈৰ্ঘ্য শাৰী মুখস্থ লিখিবলৈ দিছিল। প্ৰশ্নটোৰ মুঠ নম্বৰ আছিল দৈৰ্ঘ্য। গতিকে, বিজ্ঞানটো

শাৰীত ভুল ওলায়, সিমানটা নম্বৰ কাটিবলৈ নির্দেশ দিলে। ফলত, কোনোবাই হয়তো চৈধ্যৰ আধা সাত নম্বৰৰ ভিতৰতে দহ পালে, নাইবা এঘাৰ পালে। মই শুধৰাই দিব খুজিছিলোঁ। মোক গোজোৰা মাৰি ধৰিলে, "কেইশাৰী ভুল? প্রশ্নকাকতখনত মুঠ নম্বৰ কিমান আছে? তেনেহ'লে—?" মই মনে মনে থাকিলোঁ— লাভটো মোৰ সহপাঠীবোৰৰেই হ'ব! মাজতে মোৰ বহীখন ওলাল। তেখেতে মোক ক'লে, "নম্বৰ দিয়াত ভুল নকৰিবি। পঢ়ি যা।" সেই চৈধ্য নম্বৰ থকা প্রশ্নটোৰ বিপৰীতে চৈধ্য নম্বৰেই পালোঁ। ইটো-সিটো প্রশ্নত মুঠতে চাৰি নম্বৰ কটা গ'ল। অৱশেষত ক'লে, "যোগ কৰ।" মই যোগ কৰি উঠি ক'লোঁ, "ছাৰ, ৫৩ হৈছেগৈ —যোগত ভুল হোৱা নাই।" তেখেতৰ খবৰ নাই। ক'লে, "ওঁ; এতিয়া দুগুণ কৰ।" মই ক'লোঁ, "ছাৰ! ১০৬।" ছাৰে বহীখন নিজৰ হাতলৈ নি গভীৰভাৱে পৰীক্ষা কৰি চালে। ক'তো একেটা প্রশ্নৰ বিপৰীতে দুবাৰ নম্বৰ দিয়া নাই। যোগ কৰি চালে, তাতো ভুল নাই। চশ্‌মাজোৰ নাকৰ ওপৰলৈ টানি অৱশেষত ক'লে, "ছয় বিয়োগ কৰি দে।" মই সেইমতে ১০০ লিখি দেখুৱালোঁ। তেখেতে নির্বিকাৰ কণ্ঠেৰে ক'লে, "অহাবাৰো ভালকৈ লিখিবি।"

আমাক ভূগোল পঢ়ুওৱা শিক্ষকগৰাকীয়ে আকৌ মানচিত্র নোহোৱাকৈ ভূগোলৰ শ্রেণী কস্মিনকালেও নলৈছিল। তাৰ পাচত, কোনোবা এজনক হয়তো ক'ব, "অমুক, দেখুৱাচোন ভৰ্খয়ানস্ক্।" বিচাৰি পোৱা নাই বুলি শুনিলে ক'ব, "চাচোন, ইমান ডিগ্রী পূব-দ্রাঘিমা আৰু ইমান ডিগ্রী উত্তৰ-অক্ষাংশৰ ৰেখা দুডালে কটাকটি কৰা ঠাইডোখৰত। ওচৰতে আছে।" তথাপি যদি কোনোবাই ক'লে, ভৰ্খয়ানস্ক্ বিচাৰি নেপালে বুলি, তেনেহ'লে তেখেতে সুধিব, "কোন কোম্পানীৰ মেপ সেইখন? বুজিছোঁ, মে'ড্ ইন জাপান—মে'ড্ ইন জার্মানী নহয়। ফালি পেলা। যা, লৈ আহগৈ লাইব্রেৰীৰ পৰা এছ. কে. লাহিড়ী এণ্ড কোম্পানীৰ মেপ।" পাচত, সঁচাসঁচিকৈয়ে সেই ঠাইতে ওলাব—১৪০ ডিগ্রী পূব-দ্রাঘিমা আৰু ৬৫ ডিগ্রী উত্তৰ-অক্ষাংশৰ ৰেখা দুডালে কটাকটি কৰা ঠাইখিনিতে—বিচাৰি হাবাথুৰি খোৱা ভৰ্খয়ানস্ক্। তেতিয়া তেখেতে গভীৰ আত্মপ্রসাদৰ ক্ষীণ আভাস থকা হাঁহি এটা মাৰি ক'ব,

"ৰৈকেছিলোঁ, তাতে ওলাব বুলি। তাত থাকিলে ঠেৰেঙা লাগি মৰিলিহেঁতেন। পৃথিৱীৰ ভিতৰত আটাইতকৈ বেচি জাৰ লগা ঠাই সেইখন।"

যদিও ভূগোলৰ বাঘ, তথাপি তেখেত অদ্ভুত ধৰণেৰে নিৰহংকাৰী মানুহ আছিল। নাম দুৰ্গানাথ বৰগোঁহাই। আমাৰ সকলোৰে দেউতাকবোৰৰ নাম তেখেতৰ মুখস্থ আছিল। প্ৰত্যেককে মাতিছিল, অমুকৰ পুতেক বুলি। অন্য এটা বৈশিষ্ট্য আছিল, সদায় তেখেতে ৩য় পুৰুষতহে কথা কৈছিল। এবাৰ তেখেতে শ্ৰেণীত সোমায়েই লক্ষ্য কৰিলে, এজন নতুন ল'ৰা বদলি হৈ আহিছে। তেখেতে সুধিলে, "আজি এখন নতুন মুখ দেখা গৈছে। কাৰ মুখ সেইখন?" আমি সেইজনক সকীয়াই দিলোঁ, "তোমাৰ নামটো কোৱাঁ।" তেওঁ থিয় হৈ ক'লে, "ছাৰ, মোৰ নাম ৰেইছদ্দৌলা।" তেখেতে সুধিলে, "আগেয়ে বা কোন স্কুলত পঢ়া হৈছিল?" তেওঁ ক'লে, "ছাৰ, যোৰহাট চৰকাৰী হাইস্কুলত পঢ়িছিলোঁ।" তেতিয়া তেখেতে তেওঁক শপত খুৱাই ল'লে, সঁচা কথা ক'ব বুলি। তাৰ পাচত তেখেতে এফালৰ পৰা সবিস্তাৰে কৈ গ'ল, কোনোবাই কিবা নোৱাৰিলে, তেখেতে কি কি শাস্তি দিয়ে। অৱশেষত সুধিলে, "এইবিলাকৰ বাহিৰেও যোৰহাট স্কুলত কোনোবাই কিবা বেলেগ ধৰণৰ শাস্তি দিয়াৰ কথা মনত আছে নেকি?" তেৱোঁ উৎসাহত উৎফুল্ল হৈ ক'লে, "আছে, ছাৰ! আমাৰ অংকৰ ছাৰে কোনোবাই কিবা নোৱাৰিলে, অংকটো বোৰ্ডত লিখি দিয়ে। তাৰ পাচত, ভুল কৰা ছাত্ৰজনক মাতি আনি নাকেৰে মচিবলৈ দিয়ে।" গোটেইবোৰ ছাত্ৰই গিৰ্জনি পাৰি হাঁহি শেষ নৌ-পেলাওঁতেই তেখেতে ক'লে, "কোৱাচোন বাৰু, বৃটিছ দ্বীপপুঞ্জ আৰু জাপান দ্বীপপুঞ্জৰ মাজত প্ৰাকৃতিক পৰিৱেশৰ কি কি মিল আছে, আৰু কি কি অমিল আছে?" তেওঁ ক'ব নোৱাৰিলে। লগে লগে তেখেতে ক'লে, "বোৰ্ডলৈ আহিব লাগে। বাৰু লিখি দিয়াচোন।" গোটেইখন বোৰ্ড ওপচাই তেওঁৰ হতুৱায়েই উত্তৰটো লিখাই লৈ ক'লে, "এতিয়া দেখুওৱাচোন, নাকেৰে কেনেকৈ মচিব লাগে।" এইদৰে ৰেইছদ্দৌলাক বৰগোঁহাই ছাৰে প্ৰথম অ'ভাৰতে ষ্টাম্প-আউট কৰি পঠিয়ালে। তেওঁৰ নাকটো চাবলগীয়া হৈছিল— যেনিবা এটা মিৰিকা টেঙা।

মোৰ নিজৰো এটা হাহি উঠা অভিজ্ঞতা আছে। এদিন মই দিখৌ দলঙৰ ওপৰেদি চাইকেল চলাই এচলীয়া বাটটোৰে নামি আহি আছোঁ। হঠাৎ চকুত পৰিল, বৰগোঁহাই ছাৰ খোজকাটি আহি আছে সমুখৰ ফালৰ পৰা দলঙৰ ফাললৈ। মই তৎক্ষণাৎ চাইকেলৰ ব্ৰে'ক ধৰি নামি দিলোঁ। মোৰ নমস্কাৰটোলৈ বাটেই নেচালে; আকাশৰ ফাললৈ চাই আৰম্ভ কৰিলে, "জনা আছে, অতিভক্তি চোৰৰ লক্ষণ। সিফালে হয়তো দেউতাকৰ টান—দৰৱ কিনিবলৈ পঠাইছে। ইফালে এগৰাকী চাইকেলৰ ব্ৰে'ক মাৰি গুৰুভক্তি দেখুৱাই ক'ৰবাত হামখুৰি খাই পৰিছে! বোলে, আবৈতকৈ উথুৱাবহে চাব হ'ল। গতিকে, কাণত ধৰি এবাৰ উঠা-বহা কৰিব লাগে।" চকু-কাণ মুদি দলঙৰ নামনিতে নিৰ্দ্দেশটো পালন কৰিলোঁ।

মোৰ অন্য এজন বন্ধু, আবিদ আলিয়ে পৰীক্ষাত সেইবাৰ অলপ বেয়া কৰিছিল। কেইবাটাও প্ৰশ্নৰ উত্তৰত ইটো-সিটো আঁৰ থাকি গ'ল। অৱশেষত, তেওঁ ছাৰৰ ঘৰ ওলালগৈ। পদূলিতে থকা কাঠৰ কুন্দা এটাত বহি আছিল। অলপ পাচতে তেখেত ওলাই আহিছিল, বুলনী-চ'ৰালৈ। মোৰ বন্ধু জপনাখন গুচাই বুলনী-চ'ৰাত উঠিলগৈ। ক'লে, ঘৰুৱা জঞ্জালৰ কাৰণেই পৰীক্ষাটো অলপ বেয়া হ'ল। তাকে চাই তেখেতে যেন বৰ কোবামুঠীয়াকৈ নধৰে! লগে লগে তেখেতে উত্তৰ দিলে, "ঘৰলৈ কিয় অহা হৈছে? এতিয়া কাণত ধৰি চাৰিবাৰ উঠা-বহা কৰিব লাগে।" যেই কথা সেই কাম। লগে লগে পৰ্দাখন ঠেলি তেখেতৰ ছোৱালীজনী ওলাই হাতত এপিয়লা চাহ লৈ কৈছিলহি "দেউতা! চাহ।" ছোৱালীজনীয়ে ঘটনাটো দেখি লাজ পাই চাহপিয়লা থৈয়েই ভিতৰলৈ দৌৰ মাৰিলে। তেতিয়া তেখেতে ক'লে, "ঠিক আছে। জীয়ৰী ছোৱালীৰ আগতে যেতিয়া লঘু হ'লা, তোমাক বাক পাছ কৰি দিম।" বন্ধুৱে পাচদিনা আমাক ক'লে, "ভাই, তোমালোকক কি ক'ম। নিজে বহুৱাকৈ এপিয়লা চাহ খালে। আৰু মোক খুৱাই পঠিয়াই দিলে, পুৰা একবাটি লহৰ।"

মোৰ এইসকল শিক্ষকৰ মধুৰ স্মৃতিবোৰ আজিও মনৰ কুঠৰীত জীৱন্ত হৈ আছে। সময়ৰ হাতে মলচিব পৰা নাই সেইবোৰ স্মৃতি। আজিও সঁজাল হৈ আছে, মোৰ সেই তাহানিৰ বুৰঞ্জীৰ শিক্ষক

যোগেন বুঢ়াগোঁহাইৰ কথা। তেখেতৰ মুখত সেইবোৰ শুনি থাকোঁতে পাহৰিয়েই গৈছিলোঁ, সেয়া বুৰঞ্জীৰ শ্ৰেণীত পাঠ্যপুথিৰ কথা শুনিছোঁ নে নাটঘৰত বহি নাটকৰ দৃশ্য চাইছোঁ। হয়তোবা টাইমুৰৰ ভাৰত-আক্ৰমণ ; নহ'লেবা সংযুক্তাৰ স্বয়ংবৰ-সভাৰ ঘটনা-বৰ্ণনা। কাহিনীটো যে মনত থাকি যায়েই, চন-তাৰিখবোৰো কাহিনীৰ হাত ধৰি নাটকৰ পাৰ্শ্ব-চৰিত্ৰ হৈ সমান উলাহেৰে মনৰ ভিতৰলৈ সোমাই আহিছিল— কোনোকালেই উভতি নেযাবলৈ বুলি।

সঁজাল হৈ আছে, ইংৰাজী পঢ়ুওৱা দুজন শিক্ষকৰো স্মৃতি। এজন তাৰা গগৈ, আনজন হিমধৰ বৰুৱা। প্ৰথমজনে গোটেইটো বছৰ ধৰি পঢ়ুৱাইছিল মাথোন এটা পাঠ। কিন্তু, সেই গৰুৰ খোজটোৰ এচমকা পানীতে ইংৰাজী ভাষাৰ গোটেইখন আকাশ দেখা পাইছিলোঁ। প্ৰতিটো অনুচ্ছেদৰ প্ৰতিটো বাক্য। তাৰে আঁত ধৰি ইংৰাজী ব্যাকৰণৰ সূত্ৰবোৰ দুৰ্গৰ ভিতৰৰ পৰা যুদ্ধলৈ ওলাই অহা সৈন্য-বাহিনীৰ দৰে ওলাই আহিছিল। জীৱনলৈ আৰু ইংৰাজী ব্যাকৰণৰ চাল-চলনত ক'তো উজুতি খাব নালাগে। শুনিছোঁ, সংস্কৃতৰ 'ভট্টিকাব্য' পঢ়িলে হেনো সংস্কৃত ব্যাকৰণৰ আৰু একো কথা বেলেগে শিকিব নালাগে। তাৰা গগৈ ছাৰৰ ইংৰাজী শ্ৰেণীটোত পঢ়িবলৈ পালেও তেনেকৈ ইংৰাজী ব্যাকৰণৰ পাঠ বেলেগে ল'ব লগা নহৈছিল।

আনজন শিক্ষকৰ কথা কওঁ। সিজনে পঢ়াইছিল অন্য এটা ধৰণেৰে। যি কোনো এটা ভাষা শিকিবলৈ লওঁতে, শব্দৰ ভাণ্ডাৰটো চহকী কৰি ল'ব লাগে। অকল সেয়ে নহয়, শব্দবোৰৰ ইটো-সিটোৰ সূক্ষ্ম পাৰ্থক্যবোৰ জানি থ'ব লাগে। Refuse শব্দটোৰ পৰা deny শব্দটোলৈ বহু দূৰৰ বাট, ঠিক যেনেকৈ suspect শব্দটোৰ পৰা doubt শব্দটোলৈ! তেখেতে আমাক এষাৰ লাখটকীয়া কথা কৈছিল ; যি কোনো ভাষাতে এটা ভাব কঢ়িয়াবলৈ মাথোন এটাহে শব্দ থাকে, ইটোৰ লগত সিটো সলনি কৰিব নোৱাৰি। একেই বৰষুণ, তাৰে কত প্ৰকাৰ। কেতিয়াবা মাথোন কণিয়ায়, কেতিয়াবা এজাক বৰষে, কেতিয়াবা আকাশখনকে উবুৰিয়ায়, আৰু কেতিয়াবা ভৰাপিটাকৈ দিয়ে। সিবোৰৰ প্ৰত্যেকৰে ইংৰাজী ৰূপান্তৰবোৰ ভিন ভিন। বোলে কেতিয়াবা it drizzles, কেতিয়াবা it was a

downpour, আৰু কেতিয়াবা it rains cats and dogs ইত্যাদি। একেটা মুখৰ মাত! সেয়ে বাঘৰ মুখত গোজৰে ( roars ), ভালুকৰ মুখত জঁাজৰে ( howls ), গাহৰীৰ মুখত নোক্‌নোকায় ( grunts ), কপৌৰ মুখত কুৰুলিয়ায় ( cooes ), সাপৰ মুখত ফোচ্‌ফোচায় ( hisses ) ইত্যাদি। আকৌ, মানুহ চাই মৃত্যুও ঘটে ভিন ভিন ধৰণেৰে। বোলে অৱতাৰী পুৰুষে নৰনাট সামৰে ( shuffles off mortal coils ), অধিকাৰ-প্ৰভু ইচ্ছা হয় ( crosses the Rubicon ), ৰায়বাহাদুৰ ঢুকায় ( passes away ), মাষ্টৰজন মৰে ( expires ), আৰু মোলোকা জহনীত যায় ( dies )! সেইজনে এইদৰেই সিবোৰৰ ৰূপভেদ শিকাই ইংৰাজ ভাষাৰ কালিকাটো ক'ত, তাৰ উম-ঘাম দিছিল। সেইটোকে চাগৈ ইংৰাজীত 'ষ্টাইল' বুলি কয়, যিটোৰ অসমীয়া নামটো হ'ল ঠাঁচ্।

মোৰ হাইস্কুলীয়া জীৱনত মই দুগৰাকী শিক্ষকৰ ওচৰত বেলেগ একোটা ঋণৰ বান্ধোনেৰে বন্দী। এজনে মোক দুসাজ খাই-বৈ জীয়াই থকাৰ বাবে লাগতিয়াল গুণখিনিৰ সন্ধান দিলে। আনজনে মোক জীৱনৰ এটা নিৰ্ঘাত ছন্দপতনৰ অনিবাৰ্যতাৰ পৰা ৰক্ষা কৰিলে। প্ৰথমজন হ'ল, কীৰ্তিচন্দ্ৰ বৰবৰুৱা—আমাৰ ছাত্ৰাবাসৰ অধীক্ষক আৰু এসময়ৰ বিপ্লৱী ৰাজনৈতিক নেতা খগেন বৰবৰুৱাৰ ডাঙৰজন ককায়েক। বৰবৰুৱা ছাৰে মোক বজাৰ-সমাৰ কৰিবলৈ আৰু ব্যৱহাৰিক জীৱনৰ সৰুসুৰা সমস্যাবোৰৰ মুখামুখি হ'বলৈ শিকাইছিল : বৰং শিকি ল'বৰ কাৰণে বাধ্য কৰিছিল। হয়তো মোৰ লগৰ কাৰোবাৰ অসুখ হ'ল, চৰকাৰী চিকিৎসালয়লৈ গৈ কেইপালিমান দৰৱ আনি দিব লাগে। অন্য কোনোবাজন যাব খুজিলেও, সিজনক যাবলৈ নিদি মোকহে পঠিয়াব : "গৈ আহকচোন বাৰু তেওঁৱেই!" কেনেকৈ ক'ত কি কৰিব লাগিব, তেখেতে তাৰ বিন্দুমাত্ৰ আভাস নিদিছিল। ভাবটো এনেকুৱা আছিল—'তেওঁ নিজে দেখি-শুনি উপায় উলিয়াই কামটো কৰি আহকচোন'! তেতিয়ালৈকে মই এইবোৰ বিষয়ত বাৰুকৈয়ে ওদা আছিলোঁ। অকল ওদাই নহয়, লাজো কৰিছিলোঁ। এই শিক্ষকজনে মোৰ সেই কাৰণবিহীন লাজটোৰ জইন মাৰি দিলে। তেতিয়ালৈকে মই সদায় মেচ-মেনেজাৰৰ দায়িত্ব লোৱাৰ পৰা আঁতৰি ফুৰিছিলোঁ। তেখেতে মোক ক'লে, "ওঁ-হো, এই মাহত তুমি

মেনেজাৰ হ'বই লাগিব। নহ'লে পাচত বাৰু তোমাৰ জীৱনটো কোনে চলাই দিবহি ?" অগত্যা সেই ভাৰ ল'বলৈ বাধ্য হৈছিলোঁ। হেগ চাই তেখেতে মোৰ বাকীবোৰ সহ-আবাসিক বন্ধুক মনে মনে মন্ত্ৰণা দি থৈছিল, "তোমালোকে দেখাদেখিকৈ একো শিকাই নিদিবাচোন। তেওঁ নিজে নিজে শিকি লওকচোন, কোনখন আঙ্গাত কি পাচলি লাগিব! কেনেকৈ কোনটো কিনিলে ৰাহি হ'ব!" সঁচাসঁচিকৈয়ে সেইবোৰ কথা লাহে লাহে শিকি গ'লোঁ। শিকি পেলালোঁ খাই কথাষাৰ—মনে মনে কবি হৈ উঠাৰ স্বপ্ন এটা পুহিবলৈ আৰম্ভ কৰিছোঁ যদিও, মাথোন ফুল আৰু নিয়ৰ খাই ভৱিষ্যতে জীয়াই থাকিব নোৱাৰিম। এইগৰাকী বৰবৰুৱা ছাৰেই মোক খেলা-ধূলাৰ জগতখনৰ লগতো চিনাকি কৰি দিলে। কিবা নহয় কিবা এটা খেল খেলিবই লাগিব। অৱশেষত, মই হোষ্টেলৰ চৌহদতে নিতৌ চলা ভলীবল খেলাত যোগ দিবলৈ ললোঁ। মোক তেখেতে কৈছিল, "নহ'লে ছোৱালীৰ লেখীয়া হৈ পৰিবা।"

দ্বিতীয়জন আছিল আমাৰ ইংৰাজীৰ শিক্ষক ফুকন আলি। তেখেতৰ পৰা পোৱা জীৱনলৈ ঋণী হৈ থকাৰ কথাখিনি সোঁৱৰাৰ আগতে অন্য এজনৰ অকণমান অপ্ৰশংসা কৰি লওঁ। জানো, গুৰুনিন্দা মহাপাপ। মোৰ উদ্দেশ্য গুৰুনিন্দা নহয়, বৰং অসতৰ্ক পাপৰহে চৰ্চা কৰা। গুনাত প্ৰছন্ন নিন্দাৰ দৰে লাগিলেও, দৰাচলতে মই মোৰ সতীৰ্থ শিক্ষকসকলকহে সতৰ্ক কৰি থ'ব খুজিছোঁ—শিক্ষক হৈ এই কামটো কৰিলে যে ক'ব নোৱৰাকৈয়ে কাৰোবাৰ ভৱিষ্যত সম্ভাৱনাটোকেই খুন কৰাৰ পাপে স্পৰ্শ কৰে। সেই শিক্ষকজন আছিল আমাৰ গণিতৰ শ্ৰেণীৰ শিক্ষক। কোনোকালেই তেখেতক মই বহি থকা চকীখনৰ পৰা উঠি ব্লেকবোৰ্ডলৈ যোৱা নেদেখিলোঁ। বিৰাট একোটা অংক মুখেৰে কৈয়েই বুজাই যায়। জ্যামিতিৰ উপপাদ্যবোৰ বুজাবলৈ গৈ ত্ৰিভুজ-চতুৰ্ভুজবোৰ হাতৰ ভংগীৰেই দেখুৱাই যায়; থুঁতৰিটো হাতৰ কোনোবা এটা ভাঁজত লগাই মুখেৰে উচ্চাৰণ কৰে, এইটো কোণ সেইটো কোণৰ সমান অথবা অসমান! অতি জঘন্য আছিল সেই জ্যামিতি বুজোৱাৰ ধৰণটো। সুধিবলৈয়ো সুবিধা নাছিল; কাৰণ মানুহজন আছিল একেবাৰে কোদোৰ বাঁহ! জৰ্জ স্কুলৰ পৰা আহোঁতে অংকৰ জ্ঞানটো মোৰ ভালেই আছিল—

কেতিয়াবা পৰীক্ষাৰ বহীত ৯০-ৰ ডেওনা দেবাই গৈছিল। কিন্তু এইজন মানুহে মোৰ মনলৈ অংকৰ শ্ৰেণীটোৰ প্ৰতি এটা বিৰাগ আৰু অভক্তি আনি দিছিল। অকল মোৰেই নহয়, আমাৰ গোটেইটো শাখাৰে প্ৰত্যেকজনৰে। অথচ মই মনে-প্ৰাণে অনুভৱ কৰিছিলোঁ, বীজগণিত আৰু জ্যামিতি অংকশাস্ত্ৰৰ দুখন ধুনীয়া দুৱাৰ। সেই দুৱাৰ দুখনেদি ওলোৱা-সোমোৱা কৰিব জানিছিল, একেটা শ্ৰেণীৰ আনটো শাখাৰ আমাৰ লগৰীয়া ছাত্ৰ প্ৰায় প্ৰত্যেকেই। কাৰণ, সেইটো শাখাত অংকৰ শিক্ষক আছিল, আগতে কৈ অহা ডা-মাষ্টৰজন। পাচৰ বছৰ তেখেত আমাৰ শাখাত পৰিছিলহি। কিন্তু ইতিমধ্যে আমি— অন্ততঃ মই—সৰ্বনাশৰ গেলিলিত ক্ৰুচবিদ্ধ হৈ গলোঁ। কেৱল যীচুখৃষ্টৰ পক্ষেই সম্ভৱ আছিল, তাৰ পাচতো পুনৰ্জাগৰণৰ ঘটনা।

মোৰ বেলা অংকৰ মাপকাঠিত পাৰাস্তম্ভ নামি নামি আহি ৯ম শ্ৰেণীৰ বছৰেকীয়া পৰীক্ষাত নিম্নতম প্ৰয়োজনীয় নম্বৰৰ দুৱাৰদলিত থমকি ৰ'লহি। মোৰ ৰেকৰ্ড-বহীটোত চহী দিবৰ সময়ত দেউতাই কৈছিল, "মই আগেয়েই কৈছিলোঁ নহয়, মিছামিছিকৈয়ে তই স্কুলৰ ইউনিয়ন চেক্ৰেটাৰী হ'ব নালাগে।" আচলতে, সেই দোষটো সেই বাৰ লোৱাৰ গা'ত মুঠেই নাছিল। বৰং তাৰ পৰা মোৰ লাভ এটাহে হৈছিল। সেইকালৰ নিয়মেৰে সভাৰ কামবোৰ ইংৰাজী মাধ্যমেৰে চলাবলৈ শিকিছিলোঁ। যি কি নহওক, বাচনি পৰীক্ষাত মোৰ অৱনতিটো ফট্‌ফটীয়া হৈ উঠিল। অংকত নম্বৰ পালোঁ মাথোন ১৮, যদিও বাকীবোৰ বিষয়ত ৮০।৯০ পৰ্যন্ত চুইছিলেগৈ। ফুকন আলি ছাৰে মোক শিক্ষকৰ জিৰণি-কোঠালৈ মাতি নিলে। তাৰ পাচত, তেখেতৰ স্বাভাৱিক মৰমমিহলি মাতটোৰে ক'বলৈ লাগিল, "তইতো সমস্যাত পেলালি। কলিকতা বিশ্ববিদ্যালয়ে জানো এইবাৰ কথা বিবেচনা কৰিব—তই যে অমুক-তমুক বিষয়ত ইমান-সিমান দেখাৰ মাৰ্ক পাইছ! এটাত যেতিয়া নম্বৰটো বগা চিয়াঁহীৰে ঘেৰি পেলাব, তেতিয়া সেই ঘেৰটো মুঠ নম্বৰৰ ঘৰটোলৈকে জঁপিয়াই যাব। বুজিছ নহয়?" মোৰ চকুহাল চলচলীয়া হৈ উঠিল। তেখেতে আকৌ আৰম্ভ কৰিলে, "মই যদিও ক'ব নেপাওঁ, তথাপি কৈছোঁ। তই এটা কাম কৰ। দুখন Sure Success in Mathematics কিনি আন। এখন প্ৰসাদ লাইব্ৰেৰীৰ, আনখন নিউ বুক চিণ্ডিকেটৰ। দুয়োখনতে

কৰি থোৱা অংকবোৰ একালৰ পৰা মুখস্থ কৰি যা। প্ৰথমতে যিবোৰ দেখিবি কেইবাটাও চনৰ পৰীক্ষাত আহিছে, কিন্তু যোৱা বছৰৰ পৰীক্ষাত অহা নাই, সেইবোৰ উধাই-মুধাই মুখস্থ কৰি পেলা। তাৰ পাচত, দুই-তিনবাৰ অহা অংকবোৰ ধৰিবি। অংক মানে বীজগণিত, পাটীগণিত জ্যামিতি—আটাইবোৰ। বুজিছ নহয়? তেতিয়াহ'লে, প্ৰত্যেকটোৰে পৰা ১০কৈ আহিলেও তোৰ ৩০ হৈ যাব। জ্যামিতিত বেচি জোৰ নিদি বাকী দুটাত বেচি জোৰ দিবি। আৰু এটা কথা শুন। বাকী বিষয়কেইটাৰ কিতাপবোৰ বান্ধি-কুন্ধি থৈ দে। পৰীক্ষাৰ আগৰাতি মেলি মেলি এবাৰ চাই লবি। এই কেইমাহ নপঢ়িলেও ৪০।৫০ মানকৈ পাই যাবি। ভাবিছিলোঁ, 'ষ্টেণ্ড' কৰিব নোৱাৰিলেও 'ষ্টাৰ' এটা জকল পাবি। পিচে অংকত তই যি বিদ্যু দেখুৱাইছ— কোনোমতে তাত ৩০ পালেই ৰক্ষা। যাগৈ যা ভয় নকৰিবি।''

তেখেতৰ সেই দীঘলীয়া উপদেশ আখৰে আখৰে পালন কৰিলোঁ। ৰাজনৈতিক পৰিস্থিতিৰ কাৰণে সেইবেলি আমাৰ প্ৰবেশিকা পৰীক্ষাৰ তাৰিখ তিনবাৰ হুঁহকিল। গতিকে, মোৰ অংক মুখস্থ কৰাৰ সুবিধা হ'ল। অনুশীলনীৰ অংকবোৰো শুদ্ধকৈ কৰিব পৰা হ'লোঁ। এটা অংক পাই বিচূৰ্তি মানিছিলোঁ। তাত বোলে বীজগণিজ, পাটীগণিত, জ্যামিতি—তিনিওটা লাগে। অংকটো আছিল—'এপাহ পদুম ফুল পানীৰ ওপৰত ২ ফুট ওলাই আছে। বতাহ লাগিলে ফুলপাহ হালি তাৰ আগটোৱে ৩ ফুট আঁতৰত পানীৰ ওপৰ চোৱেগৈ। এতিয়া তুমি উলিয়াই দিয়া, পদুম ফুলজোপাৰ ঠাৰিডাল পানীৰ তলত কেইফুট বুৰ গৈ আছে!' মই লক্ষ্মী দত্ত ছাৰক সুধিলোঁগৈ। তেতিয়া তেখেতে ছাত্ৰাবাসৰ ওচৰৰ ঘৰ এটা ভাৰা লৈছিলহি। তেখেতে হাঁহি হাঁহি ক'লে, "পোনতে পানীৰ তলত ১৫ ফুট আছিল বুলি ধৰি লোৱাঁ। তেতিয়া খুব সহজতে এটা সমকোণী ত্ৰিভুজ পাই যাবা। সেইটোৱেই তোমাৰ পিথাগোৰাচৰ উপপাদ্যটো। চিনি পোৱা নহয়, পিথাগোৰাচৰ উপপাদ্যটো?'' মই ইতিমধ্যে সেই উপপাদ্যটোৰ লগত চিনাকি হৈ উঠিছিলোঁ। মোৰ মনত পৰি গ'ল সেই উপপাদ্যটো, যত প্ৰমাণ কৰি দেখুৱাব লাগে এটা ত্ৰিভুজৰ এচলীয়া ৰেখাডালত থৈ দিয়া ডাঙৰ বাকচটো বাকী দুডাল ৰেখাৰ গা'ত ওলমি থকা সৰু বাকচ দুটাৰ সমান বুলি। আৰু জানিছিলোঁ,

আৰু হাঁহি উঠা নাম এটা আছে—গাধাৰ দলং। সেই দলংখন যোগে গাধায়ো অনায়াসে পাৰ হ'ব পাৰে, ইমানেই সহজ! যি কি নহওক, সেই অপুৰ্বতীয়া অংকটো কৰিব পৰাৰ পাচত মনলৈ অসীম সাহস আহিছিল।

অৱশেষত, আমি এনেকুৱা এটা পৰিস্থিতিৰ মুখামুখি হৈছিলোঁ যে আমাৰ পৰীক্ষা কেতিয়া হ'ব—কোনেও ক'ব নোৱৰাত পৰিলগৈ। দুবাৰ তাৰিখ হুঁহকিল। কাৰণ, খাচ কলিকতা তেতিয়া তেজৰ নদীত গা ধুই আছিল। শেষৰ বাৰ তাৰিখ ঘোষণা কৰা হৈছিল, ৩ জুন। কেইদিনমানৰ পাচতে গম পালোঁ, বোলে সেই দিনাখনেই ভাৰতৰ ভাগ্য নিৰ্ণয় কৰা হ'ব, লৰ্ড মাউণ্টবেটেন শেষ কথাষাৰ ক'ব! নিৰ্দিষ্ট দিনত আমাৰ পৰীক্ষা আৰম্ভ হ'ল। সেই নিশাই যোৰহাটত মই যিজন মামাৰ ঘৰত উঠিছিলোঁগৈ, সেই নকুল মামাৰ মুখে গম পালোঁ 'মাউণ্টবেটেন প্ৰস্তাৱ'ৰ কথা। ভাৰত হেনো দুটুকুৰা হ'ল—ভাৰত আৰু পাকিস্থান! ক'লোঁ নে নক'লোঁ জানো, আমাৰ পৰীক্ষা সেইবেলি যোৰহাট কেন্দ্ৰত হৈছিল। কাৰণ, তাৰ আগৰ বছৰ শিৱসাগৰ পৰীক্ষা-কেন্দ্ৰৰ ভাৰপ্ৰাপ্ত বিষয়া ইন্দীবৰ গগৈক পৰীক্ষাৰ্থী-বোৰে মাৰধৰ কৰাৰ বাবে বিশ্ববিদ্যালয়ে পৰীক্ষা-কেন্দ্ৰটো বাতিল কৰি দিছিল।

যিদিনা আমাৰ অংকৰ পৰীক্ষা, সেইদিনা প্ৰশ্নকাকতখন লৈ দেখিলোঁ, দুটা-মানৰ বাহিৰে বাকী সকলোবোৰ দেখোন মোৰ চিনাকি। সিবিলাকৰ প্ৰতিটো শাৰী মোৰ মুখস্থ। অংকবোৰ এফালৰ পৰা লিখি নিলোঁ—ক'তো এটা সংখ্যাও কটাকুটা কৰিবলগীয়া নহ'ল। এজন নিৰীক্ষক কৌতূহলবশতঃ মোৰ আগত থিয় দিলেহি। মোৰ উত্তৰ লিখাৰ খৰ গতিটো চাই সিজনে নিশ্চয় ভাবি লৈছিল, এই ল'ৰাটো দেখোন অংকৰ একুৰা জুই! অলপ অবাক লাগিয়েই চাই আছিল: ল'ৰাটোৱে অংক কৰিছে ইমান অনায়াস ধৰণেৰে, যেনিবা সি অংক কৰা নাই—বীণৰ তাঁৰতহে আঙুলি বুলাইছে! এবাৰ অস্ফুট কণ্ঠেৰে কৈ উঠিছিল, 'বাঃ!' সেই শব্দটোৱে মোক অনুপ্ৰাণিত-আশ্বস্ত কৰি তুলিছিল—তেনেহ'লে মই এই যাত্ৰালৈ ৰক্ষা পৰিলোঁ!

সময়ত যেতিয়া 'মাৰ্ক ছিট্'খন পাইছিলোঁ, তেতিয়া চকু ফুৰায়েই দেখিছিলোঁ অংকৰ ঘৰত নম্বৰ উঠিছে ৭৮—'লেটাৰ-মাৰ্ক'তকৈ মাথোন

২ নম্বৰহে কম। বাকীবোৰ বিষয়ত নপঢ়ি-শুনি—কেইবামাহো তিনিবিলাকৰ লগত সম্পৰ্ক নৰখা সত্ত্বেও—আশা কৰাতকৈ অলপ-অচৰপ বেছিয়েই পাইছিলোঁ। সাতে-পাঁচে সকলোবোৰ মিলি ১ম বিভাগতে উত্তীৰ্ণ হৈছিলোঁ। লগতে ১ম খলপাৰ জলপানি এটাও পাইছিলোঁ। তেতিয়া তাৰ মূল্য আছিল, মাথোন ২৫ টকা। মই সেইবোৰ খবৰ পাবলৈ বাট চোৱা নাছিলোঁ—তাৰ আগতেই কটন কলেজত পঢ়িমগৈ বুলি ৰাওনা দিছিলোঁ।

এদিন গুৱাহাটীৰ পৰা শিমলুগুৰি হৈ শিৱসাগৰলৈ আহিছোঁ। ট্ৰেইনতে মোৰ পুৰণি স্কুলৰ নতুনকৈ সকলৰ হোৱা প্ৰধান শিক্ষক জ্ঞানেশ্বৰ গগৈ ছাৰক লগ পালোঁ। মই তেখেতৰ ওচৰ চাপি মাত এষাৰ দিলোঁ। সাধাৰণতে বেচি কথা নোকোৱা মানুহ তেখেতে মোক ক'লে, "এদিন স্কুললৈ পাক এটা মাৰি যাবাচোন।" মই বৰ শ্ৰদ্ধাৰ চকুৰে চোৱা অথচ সমীহ কৰি চলা সেই মানুহজনৰ মুখত অত্যন্ত 'তই'টোৰ পৰা 'তুমি'ৰ মূৰ্তি লভি হাতত সৰগ ঢুকি পালোঁ। চিন্তা কৰিলো, কিয় মাতিলে বাৰু! দুদিনমানৰ পাচতে তেখেতক লগ ধৰিলোঁগৈ। তেখেতে মোক কাগজ এখন পঢ়িবলৈ দি ক'লে, "তুমি আউনিআটী সত্ৰাধিকাৰৰ সোণৰ পদকটো পাইছা—অসমীয়াত বিশেষ নৈপুণ্য দেখুওৱাৰ কাৰণে। তাতে চহী এটা কৰাঁ আৰু এইটো ধৰা।" এইবুলি কৈ উঠিয়েই মোৰ হাতত এটা সৰু বাকচ দিলে। ১৯৭৩ চনত সেই বাকচটো প্ৰায় হেৰুৱাইছিলোঁৱেই। ডিব্ৰুগড়লৈ আহোঁতে মোৰ মাকণ মাহীদেউৰ ঘৰত উঠিছিলোঁহি। তাতে মাহীদেউৰ সৰু-মাজু ছোৱালী জ্যোতি ভূঞা ( এতিয়া ডাক্তৰ )-ৰ কোঠাতে কেনেবাকৈ থাকি গৈছিল। তেওঁ পাই ধুনীয়াকৈ থৈ দিছিল। আন কোনোবা ছোৱালীয়ে পোৱা হ'লে, সেই ভৰি সোণ গলাই কাণৰ কিবা এপাট গঢ়াই ল'লেহেঁতেন। পাচৰ বাৰ ডিব্ৰুগড়লৈ আহোঁতে, জ্যোতিয়ে হাঁহি হাঁহি মোক সেই বাকচ আৰু সোণৰ পদকটো আনি দিলেহি। মই ভাবি থৈছিলোঁ, সেই নিৰ্মালিধাৰ অন্য ক'ৰবাতহে হেৰুৱালোঁ বুলি!

হেৰোৱাৰ কাহিনীটো কৈ থাকোঁতেই অন্য এজনে অন্য ধৰণেৰে অন্য কিবা এটা হেৰুওৱাৰ কাহিনী এটা মনত পৰি গ'ল। যদিও মই তাৰ লগত অসংশ্লিষ্ট, কাহিনীটো যিহেতু সময়ৰ কালৰ পৰা মোৰ হাইস্কুলীয়া

জীৱনৰ অন্তিম কালছোৱাৰ অন্তৰ্ভুক্ত, গতিকে মনলৈ অহা সেই কাহিনীটো এইটো অধ্যায়তে থাঁজি থওঁ। সেই করুণ অথচ হাঁহি উঠা কাহিনীটোৰ নায়ক আছিল মোৰ এজন শিক্ষক মণিরুল হক। আমাৰ গাঁতে গা লাগি থকা মুছলিম ছাত্ৰাবাসৰ অধীক্ষক। যদিও তেখেতে গঢ়াইছিল খুবেই ভাল, তথাপি মাজে মাজে চুটা-এটা অপ্ৰাসংগিক আৰু ৰাজনীতিৰ গোন্ধ থকা কথা ক'বলৈ নেপাহৰিছিল। আমি তেতিয়া ১০ম শ্ৰেণীৰ ছাত্ৰ। সেই সময়তে চৰকাৰী চাকৰিয়াল-বোৰলৈ এখন প্ৰশ্ন-পত্ৰ আহিছিল, বৃটিছে ভাৰত এৰি যোৱাৰ পাচত সিজনৰ ক'ত থাকিবৰ মন—ভাৰতত নে পাকিস্থানত? আমাৰ দেউতাহঁতলৈয়ো আহিছিল সেই প্ৰশ্ন-পত্ৰখন। সকলোৱে মুখে মুখে কথাষাৰ বাগৰি ফুৰিবলৈ ধৰিলে বোলে মণিরুল হক ছাৰে পাকিস্থানতহে থাকিব বুলি লিখি দিছে। এদিন তেখেতে নিজেই ক'লে কথাষাৰ—আমাৰ শ্ৰেণীত। আমি সুধিলোঁ, "তেনেহ'লে ছাৰ! আপুনি যাবগৈ?" তেখেতে ওভোতাই ক'লে, "বুজা নাই কথাষাৰ? অকল ময়েই থাকিম ইয়াত। বাকীবোৰহে যাব লাগিব—বিহাৰলৈ, মধ্যপ্ৰদেশলৈ। তহঁতে হবলা ভাবিছ, অসমখন জৱাহৰ-লালক দি থৈ যাব!" কিন্তু, সময়ৰ মূৰকত—আমি পৰীক্ষা দি উঠাৰ পাচতে গম পালোঁ, বোলে শিৱসাগৰতো পাকিস্থানৰ পতাকা উৰুৱাব খোজা সেই মানুহজন পূৰ্ববংগৰ কোনোবা এখন স্কুললৈ বদলি হ'ল! সকলোৱে ভাগ্য ভাল, হক ছাৰৰ দূৰদৰ্শিতা সত্বেও অসম পাকিস্থানলৈ নগ'ল—অসমীয়া এজনহে তালৈ যাবলগীয়া হ'ল।

## ॥ লেখক হোৱাৰ সপোন বুটলি ॥

"First we look at the hills in the painting,
Then we look at the painting in the hills."

—Li Liwens.

ক'ব নোৱাৰোঁ, কোনে কাৰ মূৰটো চোবাই শেষ কৰিছিল—অংকই মোৰ মূৰটো, নে ময়েই অংকৰ মূৰটো! কিন্তু এটা কথা ক'ব পাৰোঁ, সেই একেছোৱা সময়তে মোৰ বুকুখন নহ'লেও মগজটো নিগনিয়ে কুটাৰ নিচিনাকৈ কুটি কুটি খাবলৈ অন্য কিনা এটা মোৰ ওচৰ চাপিছিল—যিটোৰ ৰঞ্জনগুনা নামটো হ'ল কবিতা। ছাত্ৰাবাসত থাকোঁতেই সিবোৰ লিখিবলৈ আৰম্ভ কৰি দিছিলোঁ, যিবোৰ কবিতা যে নহয়েই, আনকি পদ্য আখ্যা পোৱাৰো অযোগ্য! তেতিয়ালৈকে গমেই পোৱা নাছিলোঁ. কোনটো বস্তু কিহে কেনেকৈ চুলে সি কবিতা হৈ উঠেগৈ। আখৰ গণি গণিয়েই লিখিছিলোঁ, শেষৰ শব্দটো আগৰ শাৰীৰ শেষ শব্দটোৰ শেষ আখৰটোৰে যেনে তেনে মিলি যোৱাকৈ। চকুৰে দেখা আখৰকেইটা অবিকল একে হ'লেও কেতিয়াবা উমান পাইছিলোঁ, পঢ়ি যাওঁতে দেখোন দুয়োটাকে অমিল যেন লাগে! ততুপৰি, সিবোৰত অনুভূতি-কল্পনাৰ চাঁট্‌টোও নাছিল। তথাপি, সেইবোৰকে আমাৰ শ্ৰেণীৰ হাতেলিখা আলোচনীলৈ যোগান ধৰিছিলোঁ। সম্পাদক আছিল ৰামপ্ৰসাদ বৰঠাকুৰ। আমাৰ একেটা শ্ৰেণীৰ সিটো শাখাৰ হাতেলিখা আলোচনীখনৰ সম্পাদক আছিল হৰেন ফুকন। মই মন কৰিছিলোঁ, তেওঁলোকৰ আলোচনীখন আমাৰ খনতকৈ বেচি পাগত উঠা আছিল। আমাৰ খনৰ লেখক আছিল—তিলক ভাগৱতী, আনোৱাৰ বৰা, ফণীধৰ গগৈ আৰু কেইজনমান। এদিন ফণীধৰ গগৈৰ কবিতা এটা পঢ়ি বৰ মিঠা জুতি এটা পালোঁ। আজিও তাৰ কেইটামান চৰণৰ সুৰটো মোৰ কাণত বাজি আছে:

দিনতে নোলায় ৰূপহী জোনাই
তৰায়ো নেপাতে ধুনীয়া থূল;
অসময়তেই পূজা দিব আহি
কোনেও নকৰে ইমান ভুল।

মই নিজকে নিজেই সুধিলোঁ, এইটো বাৰু কি—হুলড়ীও নহয়, ছবিও নহয়? আৰু এটা কথা, তেওঁৰ কবিতাবোৰত এনে এটা বস্তু আছে, যিটো বস্তু মই লেখা কবিতাবোৰত নাই। সিটো শাখাৰ আলোচনী-খনৰ কবি হৰেন ফুকনৰ কবিতাবোৰতো মই যেন সেই একেটা বস্তু বিচাৰি পাওঁ। কিন্তু দুয়োজনৰ কাকোৱেই তো ক'তো কাৰো প্ৰেমত পৰাৰ কথা শুনা নাই! আৰু দুয়োজনৰ প্ৰকৃতি দুটাও আছিল বেলেগ। ফণীধৰ গগৈ আছিল গহীন গম্ভীৰ, মোৰ লগত সম্বন্ধটো আছিল আপুনি-আপোনাৰ। হৰেন ফুকন আছিল ভংভঙীয়া, মোৰ লগত, তাৰ একেদিনাই 'তই-তোৰ সম্বন্ধ'টো গঢ়ি উঠিছিল। তাৰ কথা জানিছিলোঁ, 'পাপৰি'। 'স্বপ্নভংগ' দুয়োখন তাৰ মুখস্থ। এদিন গগৈক সুধিলোঁ, তেখেতে কাৰ কবিত পঢ়ি ভাল পায়, আৰু কাৰ নিচিনাকৈ লেখিব খোজে! উত্তৰটো সুন্দৰকৈ দিছিল, "মই বহুতৰে কবিতা পঢ়ি ভাল পাওঁ। আৰু মোৰ নিজৰ নিচিনাকৈ লেখোঁ। ভাব নাহিলে নেলেখোঁ।" মোৰ খুব ভাল লাগিছিল, সেই উত্তৰটো শুনি। জীৱিকাৰ আন্ধাৰ বাটত এই কবিজন আজি হেৰাই গ'ল! তেওঁ লেখা একাঁজলি কবিতা যদি ছপাৰ আখৰত পোহৰলৈ ওলালহেঁতেন—সেই তাহানিখনেই, যেতিয়া শিৱসাগৰ বেজবৰুৱা স্কুলৰ দুজন ছাত্ৰ-কবিয়ে দুখন কবিতাৰ পুথি ছপাই উলিয়াইছিল। দুয়োজন কবি তেতিয়া মোৰ দৰে ৭ম শ্ৰেণীৰ ছাত্ৰ আছিল। এজন টোকেন্দ্ৰনাথ চেতিয়া পাটৰ; আনজন হৰেন কোঁৱৰ।

ফণীধৰ গগৈয়ে কথা-প্ৰসংগত মোক কৈছিল, দুজন কবিৰ কবিতাবোৰ পঢ়ি ভাল লাগে—নলিনীবালা দেৱীৰ আৰু যতীন্দ্ৰনাথ দুৱৰাৰ। মোৰে এই দুজন কবিৰ কবিতা ভাল লাগিছিল। জৰ্জ হাইস্কুলত পঢ়া দিনৰে পৰা ভাল লাগিছিল। মোৰ তেতিয়াৰ সহপাঠী-বন্ধু ভবানীভূতি ভট্টাচাৰ্যই এবাৰ মোক 'ওমৰ তীৰ্থ'খন পঢ়িবলৈ দিছিল। মই সেই কোন-কাহানিবাই সেইখন নিজৰ হাতেৰে নকল কৰি থৈছিলোঁ। ওস্তাদী কৰি নিজৰ হাতেৰ পকাবন্ধাও কৰি থৈ দিছিলোঁ। এতিয়া—মানে সেই ৭ম শ্ৰেণীত পঢ়ি থাকোঁতে—সেইখন উলিয়াই আকৌ পঢ়িলোঁ। কিছুমান চৰণ নজহা-নপমাকৈ মনত বৈ গ'ল। কিন্তু, তাৰ ছবিৰ এছোৱা আৰু একাৱলীৰ এছোৱা মিহলাই গঢ়ি তোলা ছন্দৰ সাঁচটো মোৰ মগজুৰে ঢুকি নেপালোঁ। আৰু ভাব বোলা

বস্তুটো যেখোন মোৰ কল্পনাৰ আঙুলিৰ কাকে কাকে সৰকি মাজ-বাটতেই হেৰাই যায়!

এইখিনি সময়তে মোৰ হৰেন ফুকন আৰু ভায়েক ভবেন ফুকনৰ ঘৰুৱা মেচটোলৈ প্ৰায় নিতৌ অহা-যোৱা চলিবলৈ ধৰিছিল। তাৰ কাৰণটো আছিল, আমি আটাইকেয়োজনেই গণেশ গগৈৰ ভক্ত হৈ পৰিছিলোঁ। লগতে মাধৱ বেজবৰুৱাৰ সম্পাদনাত পুনৰ নিয়মীয়াকৈ প্ৰকাশ হ'বলৈ ধৰা 'বাঁহী'ৰ প্ৰতি আমাৰ উমৈহতীয়া আকৰ্ষণ। সেইখনৰ ঘাই আকৰ্ষণ আছিল চৈয়দ আবহুল মালিকৰ চুটি-গল্পবোৰ। পোনতে মই এখন উপন্যাস লিখি উলিয়ালোঁ, সেই গল্পবোৰৰ ভাষাৰ আঁত ধৰি। নামটো থৈছিলোঁ, 'মুবুজে যেতিয়া' নে তেনে ধৰণৰ কিবা এটা। প্ৰায় আঢ়ৈ শ পৃষ্ঠাৰ উপন্যাস আছিল সেইখন। তাৰ মাজতে বিশিষ্ট কথা-সাহিত্যিক শ্ৰীৰামচন্দ্ৰ দাসৰ লগত অলপ ঘনিষ্ঠভাৱেই চিনাকি হ'লোঁ। তেখেতে কেনেকৈ গম পালে, সেই উপন্যাসখনৰ কথা। তেখেতে পঢ়ি চাব খুজিলে। দুই-এঠাইত ব্যাকৰণত ভুল শুধৰায়ো দিলে। মোক উৎসাহ দি ক'লে, ছপাই উলিয়াব পাৰিলে ভাল হয়। ক'ব নোৱাৰোঁ, কিয় মোৰ ধাৰণা উপজিল—সেইখন নছপোৱাই ভাল হ'ব। গতিকে, দুঃসাহসৰ বাট নধৰিলোঁ। ভালেই কৰিলোঁ, লাজৰ সীমা নেথাকিলহেঁতেন আজি। ভাষাৰ ফুলজাৰী আৰু লেহুকা গল্প এটাৰ বাহিৰে তাত একোৱেই নাছিল। তাত আছিল মাথোন কিতাপ পঢ়ি ঢুকি পোৱা প্ৰেমৰ এক অগভীৰ চিত্ৰণ। আৰু সেয়া ভাল গন্ধ মুঠেই নাছিল।

ইয়াৰ ভিতৰতে মই এখন কবিতাৰ কিতাপ লিখিবলৈ ল'লোঁ। তেতিয়া মোক গণেশ গগৈৰ 'ৰূপজ্যোতি'খনৰ নিচাই পাইছিল। সেইখন যে জীৱনৰ অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰিহে লেখা—সেই অচল কথাষাৰেই পাহৰি পেলাইছিলোঁ। চানেকি-পুথি চাই লিখাৰ দৰে তাত লিখিছিলোঁ, এনেকুৱাবোৰ এতিয়া ভাবিলে নিজেই লাজ পোৱা কথাবোৰ :

চাহাৰাৰ মৰুভূমি দেখা নাই কেতিয়াও
সপোনে-সচিতে ক'তো দেখা নাই তুমি।
শুকান বালিৰে ঢকা মোৰ ই অন্তৰখিনি
কলিজাৰ কাকে কাকে চাই যাবা জুমি।

আৰু এটা বেলেগ তৰংগৰ অংগ কৰি অন্য এটা স্তৱক, ঠিক এইদৰে :

হিয়াৰ কস্তুৰী মোৰ হিয়াতে মলঙি যাব
যদিওবা তুমি তাৰ নেপাবা সন্ধান :
চিতা-জুই শেষ হ'ব থাকিব এমুঠি ছাই
সুখ-দুখ হাঁহি-অশ্রু দুয়োটা সমান।

সেয়া যে কি আনন্দ, কথাবোৰ আপনা-আপুনি মিলি গৈছিল! ক'বকে পৰা নাছিলোঁ, সেয়া যে গণেশ গগৈৰ লগত দেৱকান্ত বৰুৱাৰ —'ৰূপজ্যোতি'ৰ লগত 'সাগৰ দেখিছা'ৰহে মিল! দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা'খন তাৰ কিছুদিনৰ আগতহে ওলাইছিল। তদুপৰি, 'সৰস্বতী ষ্টোৰ্চ' নামৰ দোকানখনৰ পৰা তাৰ আগে আগে ৰঘুনাথ চৌধাৰীৰ 'কেতকী'খন কিনি আনিছিলোঁ। সেইখন পুথিৰ একেটা কবিতাৰে পাঁচটো তৰংগত ভাগ হৈ থকা কথাষাৰে মোক এটা বেলেগ কথাৰ উমান দিছিল। ময়ো লিখিব খুজিছিলোঁ; পঁচিশটা তৰংগত ভাগ কৰি প্ৰেম বোলা বস্তুটোৰ পঁচিশটা বিভিন্ন মেজাজৰ আচলতে একোটি ৰূপৰ কথা। মই মনে মনে ধাৰণা কৰিছিলোঁ, অৱশেষত মই লেখা-লেখা খেলাৰ ঘৰটো নেওচি লেখাৰ জগতৰ বাহিৰ-চোতালখন গচকিলোঁহি! কিন্তু, সেয়া যে ডাঙৰ ভুল, জানিবলৈ বেচি দিন নেলাগিল।

দেউতাক ক'লোঁ, মই এখন কিতাপ লিখি উলিয়াইছোঁ—ছপাব খুজিছোঁ। দেউতাই পঢ়ি চাব খুজিলে। লাজ-মান কাতি কৰি দেউতাৰ হাতত কিতাপখন দিলোঁ। এটা সাহস আছিল, মাকুমত থাকোঁতে জীৱেশ্বৰ দুৱৰা নামৰ ৭ম শ্ৰেণীৰ ছাত্ৰ-কবি এজনে এখন কবিতাৰ কিতাপ ছপাই উলিয়াওঁতে দেউতাই তেওঁক প্ৰশংসা কৰিছিল—বিশেষকৈ যেতিয়া 'আৱাহন'ৰ কোনোবা এটা সংখ্যাত সেই কিতাপখনৰ বিষয়ে সক এটা সমালোচনা প্ৰকাশিত হৈছিল। দেউতা নিজে লেখকো নাছিল, সমালোচকো -াছিল—কিন্তু কোনোবাই কিবা এটা সাহিত্য বুলি অসমীয়াত লিখি উলিয়ালে বৰ সন্তুষ্ট আছিল। নিলিখিবলগীয়া কথা লিখি, ল'ৰা যে অধঃপাতে যাবলৈ ওলাইছিল, দেউতাই সেই নলটোৰ পিনে চকুৱেই দিয়া নাছিল। দেউতাক মোক আশ্বাস দিলে, ছপাই উলিয়াবলৈ চাৰি-পাঁচ

শ লিখিনি পৰে, সেইখিনি দিব! তদুপৰি, মোৰ তাহানিতে পোৱা তিনিটকীয়া বৃত্তিৰ টকাকেইটা ডাকঘৰত সুদে-মূলে জমা হৈ আছিল। সেইখিনিৰ লগতে হেনো মই দিবলগীয়া হোৱা মাহিলি মাচুলৰ টকাকেইটাও দেউতাই নিয়মীয়াকৈ থৈ গৈছিল! গতিকে, ছ'পাখানাৰ খৰচটো ওলাব!

কিতাপখন শিৱসাগৰৰ 'ৰংপুৰ প্ৰেছ'ত ছপাবলৈ দি আহিলোঁ। প্ৰেছৰ গৰাকীয়ে মোক মাজে মাজে আৰ্হি-কাকত চাই দি যাবলৈ ক'লে। আৰ্হি-কাকত শব্দটো মই প্ৰথম শুনিলোঁ। বস্তুটোৰ সম্বন্ধে ধাৰণা এটা লৈ উভতিলোঁ। এসপ্তাহমানৰ পাচত গ'লোঁ। ম'ন্নুহজনে মোৰ মুখলৈ ৰহস্যময় হাঁহি এটা মাৰি চালে। তাৰ পাচত ছেগ চাই মোক সুধিলে, "ভাইটি, তুমি যে প্ৰেমত পৰিছা, কথাটো কি? বৰ সোনকালে প্ৰেমত পৰি গ'ল,!" তেতিয়ালৈকে মই ভাবিয়েই চোৱা নাছিলোঁ, প্ৰেমত নপৰাকৈ যে প্ৰেমৰ কবিতা লিখিব নোৱাৰি! সিজনে আৰ্হি-কাকত আনিবলৈ ভিতৰ-কোঠাটোত সোমাল কি নোসোমাল, মই পলালোঁ। তাৰ পাচৰ পৰা আৰু মই সেই ছপাখানা থকা বাটটোক এৰিলোঁ। কিতাপখনৰ নামটো কি থৈছিলোঁ জানো!

কবিতা লিখাৰ কাৰবাৰটো কিছুদিনলৈ চাঙত তুলি থলোঁ। তাৰ সলনি কালিপ্ৰসাদ স্মৃতি ভৱনত প্ৰতি দেওবাৰে বহা 'জ্ঞানোদ্দীপিকা সভা'ৰ বৈঠকবোৰলৈ নিয়মীয়াকৈ যাবলৈ ধৰিলোঁ। তাত প্ৰায়েই কিবাকিবি এটা পঢ়ি শুনাব লাগিছিল—সাধাৰণতে কোনোবা এটা বিষয়-সম্পৰ্কীয় এখন ৰচনা। কেতিয়াবা আকৌ তৰ্ক-সভাত ভাগ ল'বলগীয়া হৈছিল; নহ'লেবা কাৰোবাৰ এটা কবিতাৰ আবৃত্তি কৰি শুনুওৱাতে সীমাবদ্ধ অংশগ্ৰহণ। মোৰ মনত পৰে, এইখন সভাৰ তিনিজন সম্পাদকৰ কথা। পোনতে তাৰিণীচৰণ শৰ্মা; তাৰ পাচৰ বছৰ জিতেন দুৱৰা; শেষৰ বছৰ প্ৰফুল্ল বেজবৰুৱা। সভাৰ বাৰ্ষিক অধিবেশনবোৰ যথেষ্ট উলহমালহকৈ পতা হৈছিল। এবাৰ মুখ্য অতিথি আছিল কবি যতীন দুৱৰা; এবাৰ কবি শৈলধৰ ৰাজখোৱা; মাজৰ বাৰ জগন্নাথ বৰুৱা কলেজৰ তুলসী নাৰায়ণ শৰ্মা। তদুপৰি, মাজে-সময়ে অনুষ্ঠিত বিশেষ অধিবেশনত অতিথি-বক্তা হৈ উপস্থিত হৈছিলহি বুৰঞ্জীবিদ-কথাশিল্পী বেণুধৰ শৰ্মা। কিছুমান মানুহৰ

সংস্পৰ্শলৈ আহিলে শিলো সোণ হৈ পৰে। এইসকল জ্ঞানোদ্দীপিকা সভা'ৰ দ্বাৰা আমন্ত্ৰিত অতিথিৰ বিৰত সান্নিধ্যলাভে আমাৰ বহুতকে অভাবিতৰূপে অনুপ্ৰাণিত কৰিছিল। ওপৰাওপৰিকৈ তিনি বছৰ মই সভাৰ দ্বাৰা আয়োজিত ৰচনা প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰিছিলোঁ। মোৰ নিজৰো ধাৰণা, সেই ৰচনা কেইখন যথেষ্ট অধ্যয়ন পুষ্ট আছিল। তাৰে এখন মুহিবুল হুছেইন নামৰ মোতকৈ এটা বছৰৰ জ্যেষ্ঠতৰ শ্ৰেণীৰ সমকালীন বন্ধুৱে 'পয়গম' নামৰ চৈয়দ আব্দুল মালিকৰ দ্বাৰা সম্পাদিত কাকতখনত প্ৰকাশ কৰিছিল। সকলোৱে জানিছিল, সেইখন তেওঁ মোৰ পৰা পঢ়িবলৈ নিয়েই কামটো কৰিছিল। সেইখনৰ শিৰোনামটো 'অসমীয়া সংস্কৃতিত সমন্বয়ৰ ৰূপ' ধৰণৰ কিবা এটা আছিল—পাহৰিলোঁ। যি কি নহওক, মোৰ বন্ধুজনৰ সেই নিন্দনীয় ব্যৱহাৰ সত্বেও মনে মনে সন্তুষ্টি লভিছিলোঁ, মোৰ লেখা চৈয়দ আব্দুল মালিকৰ দৰে এগৰাকী বৰণীয় লেখকৰ দৃষ্টিত উত্তীৰ্ণ হৈ সিজনৰ দ্বাৰা সম্পাদিত কাকতখনত প্ৰকাশিত হৈছিল।

এই সময়ছোৱাতে মই গণেশ গগৈৰ কবিতা সম্পৰ্কে দীঘলীয়া সমালোচনামূলক প্ৰবন্ধ এটা লেখি বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ এ. এছ. এল. ক্লাবৰ দ্বাৰা অনুষ্ঠিত এক ৰচনা-প্ৰতিযোগিতাত ১ম পুৰস্কাৰ লাভ কৰিছিলোঁ। ঘোষণা কৰা হৈছিল, পুৰস্কাৰৰ মূল্য নগদ ২০০. টকা। যি কোনো কাৰণতে নহওক, ঘোষণাটো মাথোন কৰ্পূৰৰ সুবাস হিচাপে পালোঁ। একে সময়তে তেজপুৰৰ সদৌ অসম পাৰিজাত সংঘৰ দ্বাৰা অনুষ্ঠিত ৰচনা-প্ৰতিযোগিতা এটাতো ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ বিষয়ে এখন ৰচনা লিখি ১ম পুৰস্কাৰ লাভ কৰিছিলোঁ। সেইটো সূত্ৰেই চিনাকি হ'লোঁ, পাৰিজাত সংঘৰ উদ্যোক্তা-সম্পাদক তাৰিণীচৰণ বৈশ্যৰ লগত—যিটো সম্পৰ্ক আজিও অটুট হৈয়েই আছে। তেখেতে মোক এবাৰ কথা জনাইছিল, ৰচনাখনৰ পৰীক্ষকজন হেনো আছিল দণ্ডিনাথ কলিতা। তেখেতৰ হেনো সন্দেহ উপজিছিল, ৰচনাখন এজন হাইস্কুলীয়া ছাত্ৰই লেখা জানোচা নহয়! মই সেই সন্দেহটোৰ কথা জানিবলৈ পাই সুখী হৈছিলোঁ। পাৰিজাত সংঘৰ দ্বাৰা আয়োজিত সেই বছৰৰ প্ৰতিযোগিতাত আৰু কেইবাটাও ১ম পুৰস্কাৰ পাইছিলোঁ। তাৰিণীচৰণ বৈশ্যই পুৰস্কাৰবোৰ কিছুদিনৰ

পাচতে ডাকযোগে পঠিয়াই দিছিল। তাৰ পাচৰ বছৰতে আগতে কৈ অহা সেই বাৰাণসীৰ এ. এছ. এল. ক্লাবৰ প্ৰতিযোগিতাটোত যোগ দিয়াৰ ধেমালিটো কৰিছিলোঁ।

মোৰ সাহিত্য-সাধনাৰ ধৃষ্টতাটো বাঢ়ি গৈছিল ১৯৪৪ চনত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনখনৰ পাচৰ পৰা। আমাৰ হোষ্টেলৰ সমুখতে থকা খেলপথাৰখনৰ সিপাৰে থকা এম. ভি. স্কুলখনৰ চোতালতে বহিছিল সভাখন। সেই সভাতে মই প্ৰথম আৰু শেষবাৰৰ কাৰণে দেখা পাইছিলোঁ, কবি মফিজুদ্দিন আহমদ হাজৰিকা আৰু পাৰ্বতিপ্ৰসাদ বৰুৱা—এই দুজনাক। দুয়োজনৰে নিজস্ব কথনভংগী আৰু ব্যক্তিত্বই মোৰ মনত অতি গভীৰ সাঁচ বহুৱাইছিল। তেতিয়াৰ সাহিত্য সভা এতিয়াৰ দৰে মাথোন মেলা নাছিল। মঞ্চৰ ওপৰতো তেনেকৈ ডা-ডাঙৰীয়াসকলৰ হেঁচা-ঠেলাও সিমান বেচি নাছিল। মঞ্চৰ ওপৰত যিকেইজন বহিছিলগৈ, সেইসকলে সভাঘৰত যিটো সাঁচ বহুৱাইছিল—সেয়া আছিল সাহিত্য-আকাশৰ তৰাৰ এটা অকণমানি থুলটোৰ লেখীয়া। গতিকে, আলোচনা-সমালোচনায়ো পটিটো বিচাৰি পাইছিল মাথোন সাহিত্যৰ কথাত। কবি মফিজুদ্দিন আহমদ হাজৰিকাই কথাবোৰ কৈ গৈছিল অনায়াস ওজস্বিতাৰে। ঈশ্বৰ, জগত আৰু সাহিত্য সম্পৰ্কে তেখেতে যি ধৰণেৰে নিজৰ ধ্যান-ধাৰণাবোৰ মুকলিকৈ মেলি ধৰিছিল তাৰ সৌন্দৰ্য আজিও পাহৰিব পৰা নাই। সেই সময়ত এটা জনৰৱ প্ৰচাৰিত হৈছিল, বোলে 'জ্ঞানমালিনী'খন সিজনাই লেখা নহয়—আন কোনোবাইহে লেখা! কিন্তু, হাজৰিকাদেৱৰ আয়াসবিহীন ভাৱবিস্তাৰণৰ বক্তৃতাটো শুনি উঠি মই নিজকে নিজে কৈছিলোঁ সেইখন কবিতা-পুথি পৃথিৱীৰ আন কোনোৱেই লেখিব নোৱাৰে।

তেতিয়া এতিয়াৰ দৰে অসম সাহিত্য সভাৰ অধিবেশনসমূহৰ গাতে আঁউজি কোনো 'গ্ৰন্থ-মেলা'ৰ আয়োজন কৰা নহৈছিল। তথাপি, দুখনমান সৰুসুৰা কিতাপৰ দোকান বহিছিলহি। কলিকতাৰ কোনোবা এটা প্ৰতিষ্ঠানে বাচকবনীয়া ইংৰাজী আৰু বাংলা পুথিৰ দোকান এখন দিছিল। মোৰ বন্ধু কুল গগৈ আৰু মই যথেষ্ট পৰিমাণৰ কিতাপ কিনিছিলোঁ সেই দোকানখনৰ পৰা। মই তিনিখন কিতাপ কিনিছিলোঁ—'কাৰ্লমাৰ্ক্স', 'ডাৰুইন' আৰু 'চিগমুণ্ড ফ্ৰয়েড'।

এই তিনিখন কিতাপে মোক আধুনিক কালৰ জীৱনবোধৰ ধাৰণা দিব পৰা তিনিখন দুৱাৰ মুকলি কৰি দিছিল। আৰু এখন কিতাপ কিনিছিলোঁ—বিনয় সৰকাৰৰ 'নূতন সাহিত্য ও সমালোচনা'। দামটো লৈছিল, মাথোন ছ'টকা। এতিয়াৰ দৃষ্টিতহে সেয়া মাথোন! তেতিয়াৰ দৃষ্টিত সেয়া ভীষণৰ ওচৰাওচৰি। সেই কিতাপখনে মোক আধুনিক সাহিত্যৰ লগত চিনাকি কৰি দিছিল; তদুপৰি, মাৰ্ক্সীয় নন্দনতত্ত্বৰ প্ৰাথমিক কথাবোৰৰ লগত। অসমীয়া কিতাপ যিকেইখন কিনিছিলোঁ, তাৰ ভিতৰত আছিল; যতিনাৰায়ণ শৰ্মাৰ 'চেনেহী', হিমলা বৰুৱাণীৰ 'বিননি' আৰু কমলেশ্বৰ চলিহাৰ 'দীনবন্ধু এণ্ড্ৰুজ'! প্ৰথম দুখন কবিতাৰ পুথি পঢ়ি অসমীয়া ভাষাৰ মাধুৰীটোৰ লগত চিনাকি হ'লোঁ। শেষৰখন এখন অকণমানি জীৱনী-গ্ৰন্থ। কিন্তু, সেইখনৰ ভাব আৰু ভাষা দুয়োটাই মোক গভীৰভাৱে প্ৰভাৱিত কৰিছিল। এই কিতাপখন যদি পঢ়িবলৈ নেপালোহেঁতেন, তেনেহ'লে মই জীৱনবোধ সম্পৰ্কীয় একো কথাই নেজানিলোহেঁতেন! যি কি নহওক, এইবোৰ কথা শুনিয়েই, এইবোৰ কিতাপ পঢ়ি উঠিয়েই মই অংক-আস্কৰ প্ৰতি পিঠি দি সৰ্বনাশৰ শেষ-উপকূলটোত থিয় দিছিলোঁগৈ।

কালিপ্ৰসাদ স্মৃতি-ভবন মোৰ বৰ প্ৰিয় গন্তব্য-স্থান আছিল। এবাৰ আৰ চি. পি. আই.-ৰ বাৰ্ষিক অধিবেশন অনুষ্ঠিত হৈছিল, সেই ভবনতে। তাতে প্ৰথম বিষ্ণু ৰাভাক দেখা পাইছিলোঁ। অসমীয়া কৃষ্টি সম্পৰ্কীয় তেখেতৰ অনন্য ভংগীৰ বক্তৃতা এটা শুনিছিলোঁ, আৰু স্বৰচিত গান এটা শুনিছিলোঁ—যিটো তাৰ পূৰ্বে ক'তো শুনা নাছিলোঁ। সভালৈ 'শৰাই'ৰ কবি পদ্মধৰ চলিহাও গৈছিল—শ্ৰোতা হিচাপে। তেতিয়া আজিকালিৰ দৰে ইটো দলৰ মানুহৰ লগত সিটো দলৰ মানুহৰ সম্পৰ্ক মুঠেই মলিন নাছিল। মতান্তৰ আৰু মনান্তৰৰ মাজত বহু মাইলৰ বাট আছিল। কাৰণ, সকলোৰে লক্ষ্যটো আছিল উমৈহতীয়া—দেশখনৰ স্বাধীনতা আৰ্জন। যি কি নহওক সেই সভাত হঠাৎ চলিহাদেৱে থিয় হৈ অনুৰোধ কৰিলে, ৰাভাদেৱে এটা গান গাই শুনাব লাগে। যিমান দূৰ মনত পৰে, সেইদিনাৰ সভাখন আছিল কৃষ্টি শাখাৰ; আৰু সিখনৰ পৌৰোহিত্য কৰিছিল কলাগুৰু বিষ্ণু ৰাভাই। ৰাভাদেৱে তাৰ আগতে নিজৰ দীঘলীয়া অভিভাষণ প্ৰদান

কৰি সকলোকে কৃতাৰ্থ কৰি থৈছে। তথাপি, কৰি চলিহাৰ অনুৰোধ ৰাখি ৰাভাদেৱে 'হাৰমনিয়ম'টো গা'ৰ ওচৰলৈ টানি লৈ গাবলৈ আৰম্ভ কৰিলে, "এটুপি চকুৰ লো সেয়ে মোৰ তাজমহল!" কি অপূৰ্ব সেই কণ্ঠস্বৰ! আৰু কি অনন্তসুন্দৰ আছিল তাৰ সুৰৰ ইন্দ্ৰজাল!! সেয়া বৰ্ণনা কৰিবলৈ মোৰ ভাষাৰ নাটনি। লগতে এষাৰ কথা কৈ থওঁ, কোনো সভাৰ সভাপতিকে মই সেইদৰে গান গাই শুনোৱা দ্বিতীয়বাৰ আৰু ক'তো দেখা নাই। সেয়েই প্ৰথমবাৰ, সেয়েই শেষবাৰ তেনেকুৱা এটা বিৰল দৃশ্য দেখাৰ সৌভাগ্য ঘটিছিল—মোৰ জীৱনত সেইদিনা।

শিৱসাগৰত পঢ়ি থাকোঁতে বন্ধৰ দিনবোৰত ৰাজমাইলৈ আহিছিলোঁ। ৰাজমাইত মোক দুজন মানুহে বহুত ভাল ভাল কিতাপৰ যোগান ধৰিছিল। এজন আছিল ৰাজমাই বাগিচাৰ সহকাৰী মেনেজাৰ আৰু আমাৰ স্কুলৰ প্ৰধান শিক্ষক ৰাজেন বৰুৱাদেৱৰ পুত্ৰ বীৰেন্দ্ৰনাথ বৰুৱা। আনজন আছিল এগৰাকী মাৰোৱাৰী ব্যৱসায়ী ভুৰামল আগৰৱালা। দুয়োজন তেতিয়া চফল ডেকা আছিল। কিয় ক'ব নোৱাৰো, দুয়োজনে মোক প্ৰাপ্যতকৈ অধিক মৰমৰ চকুৰে চাইছিল। সেই সৰু চহৰখনত অলপ চমকপ্ৰদৰূপেই দুয়োজনে আজৰিৰ সময়খিনি পঢ়া-শুনাত খৰচ কৰিছিল। পোনৰজনে মোক চিনাকি কৰি দিছিল এই যুগৰ দুজন শ্ৰেষ্ঠ চিন্তানায়ক ৰাছেল আৰু ৰাধাকৃষ্ণণৰ লঘু কিতাপবোৰৰ লগত। মোৰ মনত পৰে, মই দুখন কিতাপ পঢ়িবলৈ পাইছিলোঁ—সৰ্বপল্লী ৰাধাকৃষ্ণণৰ 'দ্য কল্কি অৰ্ ফিউছাৰ অৰ্ চিভিলিজেশ্যন' আৰু বাৰ্ট্ৰাণ্ড ৰাছেলৰ 'দ্য কংকুৱেষ্ট্ অৰ্ হেপীনেছ'। মোৰ বয়সে তাৰ সিপাৰৰ কথাবোৰ ঢুকিও নেপালেহেঁতেন। মোৰ বাবে এইখিনি বুজাই যথেষ্ট আছিল—পৃথিৱীত এনেকুৱা দুজন মানুহ আছে, যি দুজনে জীৱন সম্পৰ্কে অলপ প্ৰশান্ত মনেৰে চিন্তা কৰিবলৈ এখন যুদ্ধ-জৰ্জৰিত পৃথিৱীৰ মানুহক উদ্বুদ্ধ কৰিব পাৰে। বৰুৱা মানুহজনে মোক ভালেমান পঢ়িবলগীয়া কিতাপৰ একোখন তালিকা প্ৰস্তুত কৰি যোগান দিছিল। তেখেতে মোক চিনাকি কৰি দিছিল, লুই ফিচাৰৰ 'এ উইক্ উইথ গান্ধীজী' আৰু ডি. এফ. কাৰাকাৰ 'আউট অৰ্ ডাষ্ট্' নামৰ কিতাপ দুখনৰ লগত। কিতাপ দুখন মই নিজৰ ৰবীয়াকৈ সংগ্ৰহ কৰিছিলোঁ, কিন্তু কিছু দিনৰ

পাচতে হেৰুৱালোঁ। যি কি নহওক, সেই দুখন কিতাপ পঢ়ি মই যথেষ্ট মুগ্ধ হৈছিলোঁ। তেখেতে মোক এগৰাকী লেখিকাৰ উপন্যাসবোৰৰ লগত চিনাকি কৰি দিছিল। সেই লেখিকা গৰাকী হ'ল, পাৰ্ল বাক। সিজনাৰ ইংৰাজীবোৰ মোৰ কাৰণে অত্যন্ত সহজ-বোধ্য আছিল। পাৰ্ল বাকৰ লেখাত মই ক'তোৱেই এনেকুৱা এটা ইংৰাজী শব্দ পোৱা নাছিলোঁ, যিটো শব্দৰ অৰ্থ ইংৰাজী অভিধানৰ পোহৰতহে ধৰিব পাৰি। এইবোৰ লেখক-লেখিকাৰ লগত চিনাকি কৰি মোৰ মানস-দিগন্ত অলপ বহল কৰি দিয়াৰ বাবে এই মানুহজনৰ ওচৰত গভীৰ ভাৱে ঋণী। আৰু এটা কথা, এই মানুহজনে মোক আৰু এটা বস্তুৰ সন্ধান দিছিল। সেয়া হ'ল, এখন ভাল কিতাপৰ দোকান। সেই দোকানখন আচলতে কিতাপৰ দোকান নাছিল, কিন্তু যিবোৰ কিতাপ ৰাখিছিল সেইবোৰ বাচকবনীয়া। সেই দোকানখন আছিল, পাৰ্বতিপ্ৰসাদ দত্তৰ 'দত্ত ব্ৰাদাৰ্ছ'। মানুহজন নিজে যেনেকৈ বৰ চৌখীন আৰু পৰিপাটি আছিল, দোকানখনৰ প্ৰদৰ্শনীও আছিল তেনেকৈ আটোমটোকাৰী আৰু নিয়াঁৰিকৈ সজাই থোৱা।

দ্বিতীয়জন মানুহে মোক যোগান ধৰিছিল, আজৰি সময় কটাব পৰা লঘু স্বাদৰ কিতাপ। আগৰৱালা মানুহজন আছিল, বাংলা ভাষাত প্ৰকাশিত যতমানে সাঁচত ঢলা চোৰাংচোৱা-উপন্যাসৰ নিয়মীয়া গ্ৰাহক। তেখেতৰ পৰা আনি পঢ়িছিলোঁ, শশধৰ দত্তৰ 'মোহন ছিৰিজ'ৰ কিতাপবোৰ। মই প্ৰায় ৮০ খনমান সেই ছিৰিজৰ কিতাপ পঢ়িলোঁ। আচলতে সেইবোৰ চোৰাংচোৱা-উপন্যাস নাছিল, বৰং তাৰ বিপৰীত বিধৰ উপন্যাসহে আছিল, হিন্দীত যিবোৰৰ নাম হ'ল—'জাসুসী-উপন্যাস'। চোৰাংচোৱালৈ নহয়—চোৰ-ডকাইতৰ প্ৰতিহে সহানুভূতি বেচি। সেই সময় কটাব পৰা উপন্যাসবোৰৰ বাহিৰেও মই সিজনৰ পৰা কিছুমান হিন্দী উপন্যাস আনি পঢ়িছিলোঁ। বিশেষকৈ, মুন্সী প্ৰেমচাঁদৰ উপন্যাসবোৰ আৰু গল্প-চয়নিকাবোৰ। এই মানুহজনৰ ঘৰটো আছিল ৰাজমাও পুখুৰীটোৰ পাৰতে, কলঘৰটোৰ সমুখতে। এটা কথা মনত পৰে, সেই পুখুৰীটো তেতিয়া বৰ চাফচিকুণকৈ ৰখা হৈছিল। বাগিচাৰ মেনেজাৰ পি চি. গ্ৰে' চাহাবে নিজে তাৰ ওপৰত চকু ৰাখিছিল। তেওঁ তাৰ চাৰিওকালে এখন

ধুনীয়া লোহাৰ জেওৰা দিয়াই থৈছিল। পুখুৰীটোত এখন আচহুৱা ধৰণৰ টিনপাতৰ নাও থৈ দিয়া হৈছিল। তলত চাৰিটা উদং পিপা বান্ধি ওপৰত এখন টিনপাতৰ চাং পাৰি সেই নাওখন সাজি উলিওৱা হৈছিল। আচলতে সেইখনক নাও বুলি বগীতামৰ ভুৰ বুলি কোৱা হ'লেহে শুদ্ধ হ'লহেঁতেন। আগৰৱালাৰ লগত ময়ো সেই ভুৰখনত কেইবাদিনো উঠিছিলোঁ। গ্ৰে' চাহাবো বিলাত পালেগৈ, ৰাজমাও পুখুৰীৰ চকু চাঁট্ মাৰি ধৰা ৰূপটোও জহি-খহি তেনেই নোহোৱা হৈ পৰিলগৈ। তাৰ দুটা পাৰত বাবুসকলৰ ঘৰ উঠিল। ঘৰকেইটাও যদি অলপ ঠগ-বগ থকাকৈ সাজিলেহেঁতেন। অলপ চকুত লগাকৈ সজালেহেঁতেন।

১৯৪৫ চনৰ ৬ আগষ্টৰ দিনা হিৰোছিমা মহানগৰ পৰমাণু বোমাৰ আঘাতত বিধ্বস্ত হ'ল। দুদিনমানৰ পাচতে নাগাচাকি মহানগৰৰো পাল পৰিল পৃথিৱীৰ বুকুৰ পৰা মচ খাই যোৱাৰ। যুদ্ধ শেষ হ'ল। ভাৰতীয় নেতাসকল কাৰামুক্ত হৈ ওলাই আহিল। লাহে লাহে গম পালোঁ, তথাকথিত জাপানী সৈন্যৰ ভাৰত আক্ৰমণ নেতাজী সুভাষ বসু আৰু আজাদ হিন্দ্ ফৌজৰ কীৰ্তিকলাপেৰেও উজ্জ্বল। সোণটি মামা হেৰোৱাৰ দৰে অকণ মামাৰো হেৰোৱাৰ পাল পৰিছিল। সোণটি মামা উভতি আহিছিল যুদ্ধ আৰম্ভ হোৱাৰ আগে আগে; আৰু অকণ মামা উভতি আহিছিল যুদ্ধ শেষ পৰাৰ পাচে পাচে। অকণ মামাই যোগ দিছিল নৌ বাহিনীৰ চাকৰী এটাত—যাক বোলে পেট্ৰি অফিচাৰ! নামটো কিয় জানো সলাই কৰি লৈছিল নৱকুমাৰ দত্ত, যদিও আচল নামটো আছিল নিত্যা দত্ত।

দেশখনতে সলনিৰ বা বলিবলৈ ধৰিলে। সেই সময়তে পণ্ডিত জৱাহৰলাল নেহৰু অসম ভ্ৰমণৰ সূচী লৈ আহিছিল। শিৱসাগৰত আমাৰ হোষ্টেলৰ সমুখতে বিৰাট জনসভা হৈছিল। পণ্ডিত নেহৰুৰ সেই ভ্ৰমণত শিৱসাগৰ নগৰত এটা সৰু ঘটনাই য'তে-ত'তে হাঁহিৰ খোৰাক গোটাইছিল। কোনোবা এজন স্থানীয় নেতাই পণ্ডিত নেহৰুক সুধিছিল, তেওঁ দুপৰীয়াৰ 'লাঞ্চ্' ক'ত কেইবজাত খাবলৈ ভাল পাব? তেওঁ উত্তৰ দিলে, 'লাঞ্চ্' খাবলৈ তেওঁৰ আজৰি নাই; ক'ৰবাত বাটৰ দাঁতিতে খাব পৰাকৈ অলপ 'হাই টি'ৰ ব্যৱস্থা কৰিলেই হ'ব। স্থানীয় নেতাসকলৰ মাজত মহা-পয়মাল লাগিল, 'হাই টি'

বস্তুটো কি? ভুক্তনমানে শুণা-গঁথা কৰি উলিয়ালে, নিশ্চয় ফিকা চাহ। বিশ্বাস নহ'ল। যদি অন্য কিবা হয়, তেনেহ'লে যমদগ্নি জৱাহৰলালে তেওঁলোকৰ মূৰকে চোবাব! ইংৰাজী অভিধান চোৱা হ'ল, তাতো নোলাল। অৱশেষত, জানিবা পাৰ্বতিপ্ৰসাদ দত্তই আশ্বাস দিলে, ব্যৱস্থাটো বাৰু তেওঁৰ পৰিবাৰেই কৰি দিব! যাবৰ সময়ত এক ফ্লাস্ক্ চাহ আৰু এটা জলপানৰ টোপোলা আহিল দত্তৰ ঘৰৰ পৰা। কোনোবা এজনে ফ্লাস্কৰ সাঁফৰখন খুলি দেখিলে, চাহ দেখোন গাখীৰ-মিহলিয়েই। জলপানৰ টোপোলাত কেইচকলমান পাওৰুটি যঁজাকৈ জাপি দিয়া—চকলবোৰৰ মাজে মাজে মাছ আৰু মঙহৰ তৰপ। তাৰ পাচৰ পৰা শিৱসাগৰত 'হাই টি' খোৱাৰ ধুম আৰু ধুন চৰিছিল। কালিপ্ৰসাদ স্মৃতি ভৱনৰ সমুখত থকা 'ৰিফ্ৰেছমেণ্ট টি ষ্টলখনত আবেলি চাহ খাবলৈ গ'লে গৰাকী ইন্দ্ৰেশ্বৰ দত্তই হাঁহি এটা মাৰি সুধি যায়হি, "দিম নেকি? আছে, হাই টি খাব খুজিলে খাব পাৰিব।"

## ॥ কটনৰ ৰ'দ কাঁচলিত ॥

"চিৰযৌৱনা কটন কলেজ, তিৰিশৰ ভালপোৱা
নালাগে তোমাক, চিৰ ওঠৰৰ লগত তোমাৰ প্ৰেম।
আজিও তোমাৰ দুৱাৰদলিত ওঠৰৰ অহা-যোৱা
আজিও তোমাৰ হাঁহিয়ে ভাঙিছে শুকান তপৰ ভেম।"

—অমলেন্দু গুহ

এদিন মোৰ পৰিবাৰ এঘৰত ফুৰিবলৈ গৈছিল। কিছুদিনৰ আগতে মানুহঘৰৰ লৰা'টোৱে ন-কৈ বিয়া কৰাইছিল। কথা-প্ৰসংগত মোৰ পৰিবাৰে লৰা'ৰ মাকক ক'লে, "আপোনাৰ চাগৈ এতিয়া সুখ—হৈছে—বোৱাৰীয়ে নিশ্চয় চাহৰ খোলাটো চন্তালি আপোনাক অলপ সকাহ দিছে।" মানুহগৰাকীয়ে মোৰ পৰিবাৰক উত্তৰ দিলে, "ওঁ-হো, তাই আকৌ কটনত পঢ়ি অহা ছোৱালী নহয়, তাই সেইবোৰ নেজা নেই।" মোৰ পৰিবাৰ থৰ লাগিল।

সেই কটন কলেজতে ময়ো পঢ়িছিলোঁগৈ। মোৰ পৰিবাৰেও। আমাৰ দিনত এতিয়াৰ প্ৰাক-স্নাতক পৰ্যায়টোক 'ইণ্টাৰমিডিয়েট' বুলি কৈছিল। সেই শব্দটোৰ পাৰিভাষিক প্ৰতিশব্দ এটাও কোনোৱেই নেসাজিলে; কাৰণ, শিক্ষাৰ মাধ্যমটোও সম্পূৰ্ণকৈ ইংৰাজীয়েই আছিল। মই আমাৰ প্ৰবেশিকা পৰীক্ষাৰ ফলাফল ওলোৱাৰ আগতেই গুৱাহাটীমুৱা হৈছিলোঁ। গৈয়েই পোনতে পুৰণি ছাত্ৰাবাসৰ ১নং ব্লকত দুদিনমান ওফৰা-জেং হৈ থকাৰ পাচত ৫নং ব্লকত মহেশ ভূঞাৰ আলহী হৈছিলোঁগৈ। তাৰ পাচত, পৰীক্ষাৰ ফলাফল ওলাল—সেই বছৰ বহুত বেলিকৈ। মই কলা বিভাগত নাম লগালোঁ। দেউতাই আশা কৰিছিল, মই বিজ্ঞান বিভাগতহে নাম লগাম। মোৰ জন্ম-পত্ৰিকাত কথা এষাৰ লিখা আছিল: "ভৱিষ্যতে জাতকক ডাক্তৰী পঢ়িবলৈ দিলে বিশেষ সুনাম অৰ্জন কৰাৰ সম্ভাৱনা। মই সেই সুনাম-সম্ভাৱনাৰ বিতোপন হাঁহিটো পদূলিমুখতে কাঢ়ি থৈ দিলোঁ। বিজ্ঞানৰ ছাত্ৰ নহ'লে ডাক্তৰী পঢ়াৰ দুৱাৰখন বন্ধ। কিন্তু, মুখস্থ কৰি অংকত উত্তীৰ্ণ হোৱা ল'ৰাৰ বাবে বিজ্ঞানৰ ছাত্ৰ হোৱাটো শোভা নেপায়। দেউতাই অৱশেষত মোৰ দুৰৱস্থাটো মানি ল'লে।

কটন কলেজৰ ছাত্ৰ হৈ উঠিয়েই কটন ছাত্ৰাবাসৰ আবাসিক হোৱাটো দ্বিতীয় পদক্ষেপ। যথাসময়ত ৪নং আৰু ৫নং ব্লক গোট খাই হোৱা ৩নং মেচৰ অধীক্ষক ফণীধৰ দত্তদেৱৰ ওচৰত দৰ্খাস্ত দাখিল কৰিলোঁ—মোক ছিট্ এটা লাগে। মোক তেখেতে সুধিলে "তোমাক ৫নং ব্লকত লাগে নে ৪নং ব্লকত?" মই খপ্‌কৈ উত্তৰ দিলোঁ, "৪নং ব্লকত।" তেখেতে অলপ বৈ ক'লে, "উজনিৰ শিৱসাগৰৰ ফালৰ লৰা'বোৰ ৫নং ব্লকতহে থাকে। আৰু ৪নং ব্লকত থাকে নামনিৰ নলবাৰী-বৰপেটাৰ ফালৰবোৰ। মিলি-জুলি থকাৰ কথা। গতিকে, অলপ ভাবি-চিন্তি পচন্দ কৰি ক'বা।" মই সেইবাৰ উত্তৰ দিলোঁ, "ছাৰ, মই ভাবি-চিন্তিয়েই কৈছোঁ। মোৰ ৪নং ব্লকটোৱেই পচন্দ হৈছে।" ফুটাই কথাষাৰ নক'লোঁ: শিৱসাগৰৰ ল'ৰা বিচাৰি মই নো কিয় গুৱাহাটীলৈ ঢপলিয়াই আহিব লাগে? দেখোন শিৱসাগৰৰ ল'ৰা যোৰহাটতে পালোহেঁতেন! তেতিয়ালৈকে উজনি অসমত অন্য কোনো কলেজ নাছিল যদিও যোৰহাটৰ জগন্নাথ বৰুৱা কলেজখন আছিল। মোৰ উত্তৰ শুনি দত্ত ছাৰে মোৰ মুখলৈ চালে। তাৰ পাচত মনে মনে 'তথাস্তু' বুলিলে। অৱশেষত জাননী ওলাল, মোৰ ৪নং ব্লকৰ ৭নং কোঠাত থাকিবলৈ দিয়া হৈছে। মোৰ ৰুমমে'ট হিচাপে পালোঁ, তেজপুৰৰ দুজন বিজ্ঞানৰ ছাত্ৰক: পূৰ্ণ শৰ্মা আৰু হেমন্ত বৰাক। আগৰজন মোতকৈ দুটা খলপা ওপৰৰ, পাচৰজন মোৰ লগৰ। সেইদিনই মোৰ জীৱনৰ কেঁকুৰি সলনি হ'ল। আজি উভতি চাই ভাবিছোঁ, সেইদিনাখনেই মই মোৰ নিৰ্ভুল 'পচন্দ' (choice) এটাৰ উমান দিছিলোঁ নেকি! সেই 'পচন্দ'টোত অকণমান ভুল কৰা হ'লেই খুব সম্ভৱ উত্তৰ-জীৱনত মই এটা 'কূপমণ্ডুক'ৰ ভাল নমুনা হৈ পৰিলোহেঁতেন। শিৱসাগৰৰ ল'ৰাৰ লগ বিচাৰি গুৱাহাটীলৈ যোৱাৰ প্ৰয়োজনটো কোনখিনিত—মই বুজি নেপাওঁ। অসমীয়া ল'ৰাৰ লগ বিচাৰি অসমৰ বাহিৰলৈ যোৱাৰ অপ্ৰয়োজনীয়তা, অথবা ভাৰতীয় মানুহৰ লগ বিচাৰি ভাৰতৰ বাহিৰলৈ যোৱাৰ অপ্ৰয়োজনীয়তাও ঠিক তেনেকুৱাই। মানুহ বাহিৰলৈ ওলাই যোৱাৰ সাৰ্থকতাটো এইখিনিতেই যে, সি আনৰ জীৱনধাৰাৰ পৰা কিছু কথা বিচাৰি ল'ব, আৰু আনকো সেইদৰে অজানিতেই কিছু কথাৰ সন্ধান যাচিব!

মোৰ সেই 'পচন্দটো'ৰ অন্তৰালত মোৰ যিটো মনোভংগীয়ে কাম কৰিছিল, সেয়া হ'ল মোৰ প্ৰকৃতিৰ লগত খাপ খোৱা পৰিৱেশ-অন্বেষণৰ এক সচেতন প্ৰৱণতা। মই কোনো অতিৰঞ্জনৰ আশ্ৰয় লৈ, মোৰ সেই সচেতন প্ৰৱণতাটোক কোনো গুৰু-গম্ভীৰ ৰূপ প্ৰদান কৰিব খোজা নাই। ছাত্ৰাবাসৰ আলহী হৈ থকা দিনকেইটাতে মোৰ চকুত পৰিছিল, দুয়োটা ব্লকৰ মাজত পৰিৱেশৰ দুস্তৰ ব্যৱধান। ৫নং ব্লকটোত বিৰাজ কৰিছিল এনে এক গভীৰ নিস্তব্ধতা, যাৰ ফলত কোনোবা এটা চুকৰ মজিয়াত সৰু এটা আলপিন সৰি পৰিলেও সকলোৰে কাণত পৰিছিল তাৰ শব্দটো। সকলোৱে গম পাইছিল, সেয়া কোনেও ইচ্ছা কৰি কৰা শব্দ নহয়। আৰু, সেয়া যদি ইচ্ছা কৰি কৰা শব্দ হ'লহেঁতেন, তেনেহ'লে দুয়োকাষৰ কোনোবাটো কোঠাত কোনোবা নহয় কোনোবা এজনে মেজৰ ওপৰত পেন্সিলৰ ভোটা মূৰটোৰে টকৃটকাই দিলেহেঁতেন! তাৰ ইংগিতটো সকলোৱে বুজি পাইছিল, "বন্ধ কৰাঁ, বন্ধু! বন্ধ কৰাঁ তোমালোকৰ শব্দ প্ৰহাৰেৰে মোৰ তপোভংগৰ প্ৰচেষ্টা।" ছাত্ৰাবাসৰ 'জিৰণি কোঠা'টোত আলহী হৈ সোমাই থকা আমি তিনি-চাৰিজনে সন্ধিয়াৰ পাচৰ সময়খিনি এনেদৰে কটাইছিলোঁ যে তাৰ ভিতৰতে আমাৰ সৰুসুৰা অভিজ্ঞতা এটা হৈ গৈছিল, গান্ধীজীয়ে সপ্তাহত এদিনকৈ অৱলম্বন কৰা মৌনব্ৰতৰ। আমি নোৱাৰিছিলোঁ। সেইবাবে ঠাই লৈছিলোঁগৈ ৪নং ব্লকত থকা উদং টেবুল-টেনিচৰ বোৰ্ডখনত বহি সেই মৌনব্ৰত ভংগ কৰিবলৈ। মনে মনে কেতিয়াবা প্ৰশংসাত মূৰ দোঁ খাইছিল ৫নং ব্লকৰ ল'ৰাবোৰৰ আচল কামটোৰ প্ৰতি ধাউতি দেখি। দেখিছিলোঁ তেওঁলোকৰ প্ৰত্যেকৰে পঢ়াৰ মেজ আৰু টুলখনৰ চাৰিওপিনে একোখন বিচনা-চাদৰ আৰু বিচনা-ঢাকনিৰ ঘেৰ। শুনিছিলোঁ, দেধাৰ গল্প—কোনে কেনেকৈ ৰাতিটো উজাগৰে কটায়! কোনোবা এজন আছিল, যিজনে আঁঠুৱাখনৰ চিলিঙিত এবাটি পানী থৈ দিছিল আৰু নিজৰ মূৰৰ চুলিকোছা বান্ধি থৈছিল সেই চিলিঙিৰ পৰা ওলমি থকা এডাল ৰছীৰে। চকুহাল মুদ খাই মূৰটোৱে জোকাৰ এটা মাৰিলেই পিঠিত উচাল্ খাই উঠা বাটিটোৰ পানী নিগৰি পৰিছিল। সন্দেহ নাই, গল্পটোত কল্পনাৰ মাত্ৰাধিক্য ঘটিছিল। যি কি নহওক, ৮নং ব্লকটোৰ পৰিৱেশ আছিল ইয়াৰ সম্পূৰ্ণ বিপৰীত।

সকলো সময়তো সি হাইউৰুমি আৰু হাঁহি-কলৰৱেৰে মুখৰিত। সেইটো ব্লকৰ ল'ৰাবোৰৰ কাম চেৰ : কোঠাই-কোঠাই আড্ডা মৰা, গান-বাজনা কৰা, ওৰেটো দিন টেবুল-টেনিচ আৰু কেৰম খেলি থকা, আবেলি ভলীবেল খেলা আৰু ৰাতিৰ ফাললৈ অলপ পঢ়া-শুনা কৰা। এজন আছিল, ৰাতিটো তেওঁৰ পুৱাবেলাহে আৰম্ভ হয়—ৰে ৰা'তি বাহিৰতে কটায়গৈ। অৱশ্যে, কোনো নিষিদ্ধ ঠাইলৈ নগৈছিল। তেওঁৰ লগত আৰু এজন– যেনিবা গা আৰু ছাঁ। লুকাই-চুৰকৈ আমি নাম থৈছিলোঁ, নন্দী-ভৃংগী। কোনো কোনোৱে তাকে সলাই নাম থৈছিল, কালফুৰা-সফুৰা! হোষ্টেলৰ জীৱনৰ কাহিনী পাচত কম।

কলেজলৈ নিয়মীয়াকৈ অহা-যোৱা কৰিবলৈ লোৱাৰ আগতেই, আনকি প্ৰবেশিকা পৰীক্ষাৰ ফলাফল ওলোৱাৰ আগতেই মোৰ স্কুল-ছাত্ৰাবাসৰ বন্ধু কুল গগৈ আৰু দেৱী গোঁহাইৰ লগত কলেজৰ শ্ৰেণী এটাত ভুমুকিয়াই আহিছিলোঁগৈ। শ্ৰেণীটো আছিল অসমীয়া দ্বিতীয় ভাষাৰ। শ্ৰেণীটোত চুচুক-চামাককৈ সোমাই শেষৰ ফালৰ বেঞ্চ্ এখনত বহিলোঁগৈ। দুয়ো বন্ধু মোৰ দুয়োফালে আৰু দুয়োজনৰ মাজতে মই। চাৰিওপিনে চাই দেখিলোঁ, সকলোৰে মুখত এমোকোৰাকৈ হাঁহি। অলপ পাচতে সোমালহি হাতত হাজিৰা বহীখন লৈ অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা। মোৰ মুখস্থ আছিল, তেখেতৰ 'দেৱদাসী' কবিতাটো। মই বহুত পৰলৈকে চাই ৰ'লোঁ, তেখেতৰ ৰেহৰূপ। তাহানি প্ৰত্যেকজন কবিৰেই একোটা বিশেষণ-সূচক নাম আছিল—বিহগী কবি ৰঘুনাথ চৌধাৰী, বিৰহী কবি যতীন্দ্ৰনাথ দুৱৰা, বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধাৰী, মৰমী কবি পাৰ্বতিপ্ৰসাদ বৰুৱা, দৰদী কবি অতুলচন্দ্ৰ হাজৰিকা ইত্যাদি। মই চিন্তা কৰিবলৈ লৈছিলোঁ, মোৰ সমুখত বহি থকা সেই দৰদী কবিজনৰ দৰদটো কোনখিনিত। হঠাৎ, মোৰ সেই তন্দ্ৰামগ্ন অৱস্থাতে এটা বিৰাট বিস্ফোৰণৰ দৰে কবি-অধ্যাপক খণ্ডত ফাটি পৰিল। পোনতে মই ধৰিবই পৰা নাছিলোঁ, কি হ'ল আৰু কিয় হ'ল! কোনোবা এজন ছাত্ৰই অতি বিনয় দেখুৱাই সুধিছিল, "ছাৰ, এই কবিতাকাঁকি চেষ্টা কৰিও বুজি নেপালোঁ। বৰ টান পাইছোঁ, ছাৰ! ব্যাখ্যা কৰি দিব নেকি? কবিতাটো বোৰ্ডত লিখি থোৱা আছে—আপোনাৰ

পিচফালে।” মোৰ চকুত পৰিছিল সেই কবিতাটো। মোৰ স্মৃতিয়ে যদি বিশ্বাসঘাতকতা কৰা নাই, চৰণকেইটা আছিল :

নীলিমাৰ বুকু ফালি  পোহৰৰ ৰেখা ঢালি
হিমানী-কিৰণ সানো বুলি লওঁতেই—
ভানুক অঞ্জলি দিলে  উষাই ওৰণি টানি
দলিতৰ ক্ষুধাবোৰ নৌ গুচোঁতেই।

বাকী ছাত্ৰবোৰৰ মাজৰ পৰা আৰু দুজনমানে সৰৱে সমৰ্থন জনালে, “হয় ছাৰ! আমিও বুজা নাই।” বুজি পাবলৈ একো নাছিল তাত। পাচত গম পালোঁ, সেই শ্ৰেণীটোৰ আঠগৰাকী ছাত্ৰীৰ নাম থাঁজি থোৱা আছিল ‘কবিতা’ নামৰ সেই টেঁটকুটীয়া পদ্যফাঁকিত। সেইবাবেই দৰদী কবিৰ সেই বিস্ফোৰণ। গলিত তিধগতি দেখুৱালে আটাইবোৰকে। নিবোকা চামোনৰ পৰা পঘাখোৱা দগধালৈকে একো আখ্যা দিবলৈ বাকী নেৰাখিলে। ছাত্ৰবোৰে হজম কৰি ল’লে কবি-অধ্যাপকৰ সেই আশীৰ্বাদ। তাৰ পাচত, পঢ়া আৰম্ভ হ’ল। কোনোবা এটা কবিতাৰ বিষয়ে এটা নাতিদীৰ্ঘ ‘নোট’ দিলে। সকলোৱে লিখি গ’ল, “পুৰণিবো পুৰণি আওপুৰণি এই পৃথিৱীত—।” কোনোবা এজনে মাজতে সুধি দিলে, “ছাৰ! পুৰণিবো পুৰণি আৰু কি, ছাৰ?” তেখেতে গলগলীয়া মাতেৰে আকৌ ক’লে, “আওপুৰণি।” ল’ৰাজনে দোহাৰিলে, “আও। ভয়ংকৰ পুৰণি।” সেই ‘নোট্’টোৰ কথাখিনি আজিও মনত আছে। সেইটো নিশ্চয় ‘জনমভূমি’ কবিতাৰ —যিটো কবিতা ৬ষ্ঠ শ্ৰেণীৰ পৰা স্নাতকোত্তৰ শ্ৰেণীলৈকে সকলোৱে পঢ়িব লাগে।

অকণো অতিৰঞ্জিত নহয়, কটন কলেজেই তেতিয়া অসমৰ বিশ্ব-বিদ্যালয়! তৰাৰ থূলৰ দৰে পণ্ডিত-বিদ্বানৰ সমাগম সেই কলেজত। এদিনৰ কথা। তেতিয়াও মোৰ কলেজত নাম লগোৱা পৰ্বটো শেষ হোৱা নাই! ৫নং ব্লকৰ বাৰাণ্ডাৰ আৰামী বেঞ্চ্ এখনত বহি সমুখৰ কলেজটোলৈ চাই আছোঁ। এনেতে এজন মানুহক গাত এখন খনীয়া কাপোৰ লৈ খট্‌খটিয়েদি তললৈ নামি অহা দেখা পালোঁ। মোৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ-বন্ধু—তাহানি জৰ্জ স্কুলৰ ছাত্ৰাবাসত একেলগে থাকি অহা প্ৰফুল্ল বৰুৱাই মোক সুধিলে, “সেই মানুহজনলৈ চোৱাচোন। সিজনক ক’ৰবাত দেখিছানে বাৰু?” মই ক’লোঁ,

"নাই দেখা।" তেওঁ তেতিয়া আকৌ সুধিলে, "কোন বাক সেইজন? কোৱাচোন।" মই উত্তৰ দিলোঁ, "কোনোবা ঠিকাদাৰ নেকি!" তেওঁ তেতিয়া হাঁহি এটা মাৰি ক'লে, "সেইজনেই বাণী-বাবু—ড° বাণীকান্ত কাকতি।" মোৰ বিস্ময়ৰ সীমা নেথাকিল। সেই সহজ-সৰল পৰিচ্ছদৰ মানুহজন যে ইমান ডাঙৰ মানুহ এজন হ'ব পাৰে—সেয়া মোৰ ধাৰণাৰ অতীত আছিল।

কেইদিনমানৰ পাচতে সেই মানুহজনেই হৈ পৰিল, কটন কলেজৰ অধ্যক্ষ। আগৰজনা অধ্যক্ষ মুহিবুল্লা চাহেবৰ বিদায়-সভাত ড° কাকতিয়েই সভাপতিত্ব কৰিছিল। সেইখন মই মোৰ জীৱনত দেখিবলৈ পোৱা এখন স্মৰণীয় সভা। সেই সভাখন বহিছিল, কলেজৰ প্ৰশাসনিক ভৱনটোৰ পূবফালে থকা এটা খেৰীঘৰত, য'ত পিচলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ কেইটামান শ্ৰেণী বহিছিল, যিটো ঘৰ ভাঙি পেলোৱাৰ পাচত এতিয়া কলেজ ইউনিয়নৰ প্ৰেক্ষাগৃহটো নিৰ্মিত হ'ল। যদিও সেইখন বিদায়-সভা আছিল, তথাপি সেইদিনা দুয়োজন অধ্যক্ষৰ অতীত স্মৃতি-ৰোমন্থনে ছাত্ৰ-ছাত্ৰীসকলক আক্ষৰিক অৰ্থত বাগৰি বাগৰি হাঁহি-কিৰিলিয়াই ভাগৰি পৰিবলৈ বাধ্য কৰিছিল। অধ্যক্ষ মুহিবুল্লা চাহেবে কৈছিল, "ই মোৰ কথা কৈ ফূৰ্তি কৰিছে। তাৰ কথাবোৰ মই কওঁ, শুনা। ই ৰে'লৰ আলিৰ দাঁতিয়ে দাঁতিয়ে ফুৰিবলৈ যায়। ই এদিন এড়ি চাদৰখন গা'ত লৈ ফুৰিবলৈ গৈছিল। এটা ইঞ্জিন আহিছিল। কপাল ভাল, তাক ধাক্কা নেমাৰিলে, খালি তাৰ চাদৰখন উৰুৱাই লৈ গ'ল। কেনি উৰি গ'ল, সি ক'বই নোৱাৰিসে। ঘৰত আহি মস্ত ধমকি খালে। সি ক'লে—নহয়, ৱৰ্ডচৱৰ্থৰ কথা ভাবি আছিলোঁ। এইৰকম মানুহ সি!" আৰু কৈছিল, "ই বাকীচব কথা ক'বই নোৱাৰে। ই বিড়ি খায়। কাগজত বাহিৰ হৈছে, বিড়ি খাই ক'ৰবাত মানুহ এটা মৰিছে। মই তাক কৈছোঁ, বিড়ি ফুকুঁ কিৰি···চিগাৰেট চুৰট খাবি। সি নুশুনে। দাম বৰ বেচি তো! মই কৈছোঁ, লেম মাৰ্কাটোকে খাবি—এক পেকেটত তিনি পইচা। তোমালোকে তাক ক'বা।" জীৱনত দুখ এটা থাকি গ'ল, 'এইৰকম মানুহজন'ৰ ভৰিৰ তলত বহি দুটামান শ্ৰেণীৰ জুতি লব'লৈ নেপালোঁ। কটনৰ অধ্যক্ষই শ্ৰেণী ল'বলৈ সময়েই নেপায়। আমাৰ দেশৰ

নিয়মেই সেইটো—ভাল ডাক্তৰ চিভিল-চাৰ্জন হৈ যায়, ভাল অধ্যাপক অধ্যক্ষ।

সেই নোপোৱাৰ ক্ষতিপূৰণ পাইছিলোঁ, অৱশ্যে সম্পূৰ্ণ অন্য ধৰণেৰে, অধ্যাপক হৰেন চৌধুৰীৰ ইংৰাজীৰ শ্ৰেণীবোৰত। তেখেতে আমাক পাঠদান কৰিছিল, ইংৰাজী কবিতাৰ। তেখেতৰ পঢ়ি যোৱা ধৰণটোৱেই আধাখিনি অৰ্থ যেন উদঙাই ধৰিছিল। অত্যন্ত সহৃদয় সেই আবৃত্তিসুলভ পাঠ! বি এ. মহলাত 'টিণ্টাৰ্ণ এবি' পঢ়াইছিল; কলিকতা বিশ্ববিদ্যালয়ৰ এম. এ. শ্ৰেণীতো সেই একেটা কবিতাৰ পাঠ শুনিবলৈ পাইছিলোঁ এগৰাকী স্বনামধন্য পণ্ডিত—অধ্যাপকৰ মুখত। অত্যন্ত বিদগ্ধ আছিল সিজনাৰ ব্যাখ্যা-বিস্তাৰণ। কিন্তু, তুলনা নহয় সেয়া, অধ্যাপক চৌধুৰীৰ মধুময় পঠনভংগী আৰু মৰ্মস্পৰ্শী ব্যাখ্যাৰ লগত। আই. এ মহলাত মাথোন কেইদিনমানহে পঢ়াবলৈ পাইছিল। মোৰ মনত আছে, আমাক পঢ়ুওৱা এটা কবিতাৰ কথা। শ্বেলীৰ 'টু এ স্কাইলাৰ্ক' কবিতাটোৰ পাঠ শুনি যাওঁতে ধাৰণা হৈছিল, সেয়া যেন উপমাৰ এধাৰ মালা। আৰু তাৰ উৰ্মিমুখৰ সংগীতময় ধ্বনি বাজি উঠিছিল, কাণৰ কুহৰত। মই যেতিয়া পৰৱৰ্তী কালত 'ৰমন্যাসবাদ' কিতাপখন লেখাত ব্যস্ত আছিলোঁ, তেতিয়া মোৰ মনৰ চকুত বাৰে বাৰে ভাঁহি উঠিছিল—এই মানুহজনৰ মুখচ্ছবিখন! আৰু এটা কথা, এই মানুহজনৰ মনৰ নিভৃত গুহাইদি বৈ গৈছিল, স্বদেশপ্ৰেমৰ এক গোপন ফল্গুধাৰা। সি যেন ফেকুৰি উঠিছিল মাজে মাজে একো কৰি যাব নোৱৰাৰ গোপন জ্বালাত। এবাৰ আমাৰ কলেজলৈ আহিছিল আচাৰ্য কৃপালনী। বক্তৃতাৰ মাজতে তেওঁ তেওঁৰ জাবালিসুলভ ভংগীৰে কৈ পেলাইছিল, "The Assamese people specialize in speaking bad English." কোনেও যেতিয়া সেই কথাষাৰৰ প্ৰতিবাদ কৰা নাছিল, তেতিয়া অধ্যাপক চৌধুৰীয়ে জঁাপ মাৰি উঠি সৰোষে প্ৰতিবাদ কৰিছিল, "May be, you've missed hearing Late Tarun Ram Phukan. But you ought not have missed hearing Mr. Rohini Kumar Chowdhury" আমি হাতচাপৰি দি উঠিছিলোঁ। সেইটো দিশৰ কথা পাচত ক'ম। যি কি নহওক, আই. এ. মহলাত আমাক য'ত এৰিছিল, তাৰ পাচৰছোৱা ইংৰাজী কবিতা পঢ়াইছিল, অধ্যাপক চাইমনে। খাচি

জনগোষ্ঠীৰ মানুহ আছিল সিজন—উচ্চাৰণবোৰ আমি উপভোগ কৰিছিলোঁ। 'গ' আখৰটো তেওঁৰ জিভাত মুফুটিছিল; গতিকে, আমাৰ প্ৰিয় কবিতাটো হৈ পৰিছিল, 'ছাৰ কালাহাড্', আমিও সেইদৰে উচ্চাৰণ কৰি কিবা সুধিলে, তেওঁ মিচিককৈ হাঁহিছিল।

ইংৰাজী গদ্য-সাহিত্য পঢ়াইছিল, অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্যই। তেখেতৰ কথাবোৰ আছিল অত্যন্ত বুদ্ধিদীপ্ত। মনোভংগীটো আছিল সহজগ্ৰাহ্য আধুনিক। মোৰ ভাল লাগিছিল, মানুহজনৰ মন-পখিলাটোৱে যে একেপাহ ফুলতে বহি থাকিব নেজানিছিল; বিষয়ৰ পৰা বিষয়ান্তৰলৈ গুচি গৈছিল অতি অনায়াস গতিৰে। মই সেই সময়তে আচিবল্ড গেইকীৰ ৰচনা এখন পঢ়িছিলো 'দ্য আইডিয়েলচ্ অব্ এডুকেশ্যন', যিখন ৰচনা বি এ. মহলাৰ বাবে নিৰ্দিষ্ট আছিল। তাত এবাৰ কথা পাইছিলোঁ, "The aim of modern education is to know something of everything, and to know everything of something." অধ্যাপক ভট্টাচাৰ্যক গেইকীৰ সেই মনৰ মানুহজনৰ লেখীয়া ই লাগিছিল। অকল সেয়ে নহয়, তেখেতে যিহকে ক'ব খুজিছিল, তাকে সুন্দৰকৈ জুকিয়াই লৈ সজাই-পৰাই ক'ব জানিছিল। আই. এ. মহলাৰ আৰম্ভণিৰে পৰা বি. এ মহলাৰ শেষ দিনলৈকে ইংৰাজী শ্ৰেণীবোৰৰ কথা মনত পেলালে, এটা দিনৰ সোঁৱৰণী উজ্জ্বল হৈ আছে। সেয়া হ'ল, অধ্যাপক চন্দ্ৰনাথ কলিতাৰ এটা 'প্ৰক্সি' মৰা শ্ৰেণীৰ কথা। দেইদিনা তেখেতে আন কোনোবা এজনৰ শ্ৰেণী ল'বলগীয়া হৈছিল। প্ৰসংগক্ৰমে কৈ থওঁ তেতিয়াৰ দিনত সেইটোও এটা নিয়ম আছিল—কোনোবাই সাময়িক ছুটি ল'লে সিজনৰ ঠাইত অন্য কোনোবা এজনে দায়িত্ব পালন কৰি আহিব লাগে! সেইটোকে আমি নাম দিছিলোঁ, 'প্ৰক্সি মৰা ক্লাছ'—আমি ছাত্ৰবোৰে যেনেকৈ আনৰ সলনি 'প্ৰক্সি' মাৰোঁ, অধ্যাপকসকলেও 'প্ৰক্সি' মাৰে তেনেকৈ! আচলতে তাৰ নামটো হ'ল; ল'কাম্ ( locum )। অধ্যাপক কলিতাৰ ইংৰাজী উচ্চাৰণ যথেষ্ট পৰিমাণে অসমীয়া সাঁচৰ আছিল। কিন্তু সেইদিনা, কিয় ক'ব নোৱাৰোঁ, তেখেতৰ ইংৰাজী উচ্চাৰণে তাৰ অসমীয়া চামনিটো তেনেই খতাই পেলাইছিল—আখৈ ফুটাদি ফুটিছিল প্ৰতিটো বাক্যৰ প্ৰতিটো শব্দ। আমি তবধ মানিছিলোঁ।

তেখেতৰ কথাবোৰে আমাক যেন খামোচ মাৰি ধৰিছিল। আনকালে নপঢ়ুওৱা কবিতা বিষয়টোত তেখেতৰ গোটেইখিনি বৈদগ্ধ্য উজাৰ কৰি দিছিল সেইদিনা। পঢ়াইছিল কীট্‌ছৰ সেই অমৰ কবিতাটো—'অ'ড্‌ টু অটাম্‌'। সেইদিনা তেখেতৰ ব্যাখ্যাত প্ৰত্যেকটো চিত্ৰকল্প যেন সাৰ পাই উঠিছিল, প্ৰত্যেকখন ছবি যেন জীৱন্ত হৈ উঠিছিল—জীৱনৰ স্পন্দনেৰে! এই মানুহজনে ইংৰাজী কাব্যৰ ৰমন্যাসিক যুগৰ শেষলৈকে নপঢ়া কিতাপ নাছিল বুলিয়েই ক'ব পাৰি। খুব কম মানুহেই আছে ইংৰাজী কাব্যৰ অনুৰাগী পাঠকসকলৰ মাজত, যি স্পেন্সাৰৰ 'Faeric Queene'খনৰ আটাইকেয়োটা খণ্ড পঢ়িছে। এদিন আমাৰ 'অনাৰ্চ'ৰ শ্ৰেণীত তেখেতে অতি অন্তৰংগতাৰে অথচ যথেষ্ট বিনয়েৰে সৈতে কৈছিল, তেখেতে কাব্যখনৰ গোটেইকেইটা খণ্ড পঢ়িছিল—কলেজত ছাত্ৰ হৈ থকা সময়তেই!

অন্য এদিনৰ কথা। সেইদিনা অধ্যাপক চৌধুৰীয়ে আমাক সেই একেটা শ্ৰেণীতে একেটা ভংগীৰেই যথেষ্ট বেদনামিহলি কণ্ঠেৰে কৈছিল, "It is said that Mathew Arnold could quote from memory the whole of **Paradise Lost**, a fact that is mentioned in the history of English literature not without great admiration. And this humble self of mine can quote from memory the whole of **Paradise Lost** plus **Paradise Regained**, and his name has travelled not even to the footnotes of any such history." দুখৰ কথা, সন্দেহ নাই। কিন্তু মনত পেলাই আনন্দ লাগে, এইবোৰ মানুহকে লৈ গৌৰৱ কৰিব পাৰিছিল, এসময়ত কটন কলেজৰ ইংৰাজী বিভাগটোৱে!

আৰু এজন ইংৰাজী বিভাগৰ অধ্যাপকৰ কথা সুঁৱৰিলে, মোক পাপে চুব। সেইজন হ'ল, অধ্যাপক ৰায়হান শ্বাহ। তেখেতে আমাক নাটক পঢ়াইছিল। কিন্তু তেখেত ডাঙৰ কোঠাৰ শ্ৰেণীবোৰতকৈ সৰু কোঠাৰ শ্ৰেণীবোৰত অধিক সফল শিক্ষক আছিল। মানুহজন আছিল ত্ৰুটিপূৰ্ণভাৱে নিখুঁতবাদী। বহুতৰে মুখত শুনিছিলোঁ, তেখেতে হেনো ওমৰৰ 'কবায়ত'খনৰ বহুতো স্তৱক ভাঙি থৈছিলে, মূল কাটীৰ পৰা। ছেগ চাই এদিন তেখেতক সুধিছিলোঁ, কথাষাৰৰ শাহটো

ৰাক কি? তেখেতে কৈছিল, ভাঙনি কৰিছিল সঁচা; পিচে, সেয়া খাচ ফাৰ্চীৰ পৰা নহয়—হুইনাফিল্ডৰ ইংৰাজী অনুবাদখনৰ পোহৰতহে ফাৰ্চীৰ পৰা। আৰু বোলে, হুইনাফিল্ডৰ লগত ফিট্‌জাৰেল্ডৰ কোনো মিল নাই! পাচত সেইখন এটা সময়ত পঢ়ি চাইছিলোঁ। কথাষাৰ সঁচা, ফিট্‌জাৰেল্ড খায়ামৰ নিলগৰহে ৰিং; সেয়া বিলাতী ওমৰ! যি কি নহওক, সেইবোৰ সময় পালে শুধৰাই-মেলিহে পোহৰলৈ আনিব বুলি থৈ দিওঁতেই আন্ধাৰে সামৰি থ'লে। আচলতে সেইবোৰ মানুহেই পৰম ভাগ্যবান, যিবোৰে ভাবিব পাৰে 'জীৱনৰ ধন একোকে নেযায় অকণো পেলনি'! মোৰ ৰিণিকি-ৰিণিকি মনত আছিল—আজিও আছে—এইবোৰ চৰণ:

পাপ-পুইন কোনে সখী কৰেনো বিচাৰ
দহজনে আজি যিটো কয় পুণ্য বুলি,
আৰু দহে পাপ বুলি থয় তাকে ঠেলি।
মানুহৰ তুলাচনী সদায় বিজোখা,
দেৱতাৰ বিচাৰক কোনে পায় দেখা।

সেয়া ৰায়হান শ্বাহেই ভাঙি উলিওৱা ব্ৰাউনিঙৰ 'ৰাব্বি বেন এজৰা'ৰ এছোৱা নহয় জানো? নিখুঁত হওক-নহওক, ওমৰৰ ভাংনিবোৰো যদি পোহৰলৈ আনি থৈ গ'লহেঁতেন, তেনেহ'লে সিজ অসমীয়া সাহিত্যৰ ইতিহাসত নিশ্চয় এটা স্থায়ী স্বাক্ষৰ থৈ যাব পাৰিলেহেঁতেন!

কটন কলেজৰ অসমীয়া বিভাগটো তেতিয়া আছিল ৰসৰ ৰহঘৰা। মুৰব্বী অধ্যাপক আছিল অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু। অতি নিৰ্বিকাৰ মানুহ; কিন্তু সিজনৰ প্ৰতিটো কথাতে আছিল চোকা কটাৰীৰ ধাৰ। এবাৰ কোনোবা এজনে তেখেতেক 'জব্দ কৰোঁ' বুলিয়েই মাজতে মাত লগালে, "ছাৰ, আপুনি কি পঢ়াইছে, একো বুজা নাই; ইকাণে সোমাই সিকাণে ওলাই গৈছে!" তেওঁ সেইদৰে কৈ শেষ কৰিবলৈ নেপালেই, লেখাৰু ছাৰে উত্তৰ দিলে, "মাজত কিবা থাকিলেহে!" কিন্তু, অকণো থমকি নোৰোৱাকৈ তেখেতে 'মনোমতী' উপন্যাসৰ বাকীখিনি প্ৰেমৰ সংলাপ জঁাপ মাৰি গৈ সামৰি থ'লে, "মনোমতীয়ে ইত্যাদি-ইত্যাদি বহুত কথা ক'লে।" তেখেতে যেতিয়া 'ইত্যাদি-ইত্যাদি' বুলি কোনোবাটো অধ্যায় সামৰে, তেতিয়াই আমি জানিছিলোঁ, ঠিক সেইখিনিতে কিবা বেচি মধুৰ কথা আছে!

সেইদিনা আমাৰ লগৰ সেই বান্দৰামি কৰা ল'ৰাজনে ঠিক তেতিয়াই গম পাইছিল, ছাৰৰ উত্তৰটো যে এলেপা জোকৰ মুখৰ চুণ আছিল।

ড° সত্যেন্দ্ৰনাথ শৰ্মা তেতিয়া ধুনীয়া ডেকা মানুহ। ডক্টৰেট উপাধিটো তেতিয়ালৈকে তেখেতে পিন্ধা নাই। আই. এ. মহলাত আমাক পঢ়ুৱাইছিল কবিৰাজ চক্ৰৱৰ্তীৰ 'শকুন্তলা কাব্য'খন। কামকলাৰ অদৰ্কাৰী আখ্যানটোৰে সৈতে গোটেইখন কাব্যই আছিল আক্ষৰিক অৰ্থত কামসিক। শৰ্মা ছাৰে সেইখন পঢ়াবলৈ বাৰুকৈয়ে আহুকাল পাইছিল। অলপ আদৰ নোহোৱা কিবা কথা পালেই তেখেতে ঘনেপতি চকুহাল মোহাৰিছিল আৰু সেই কথাখিনি যিমান পাৰি সিমান শ্লীলতাপূৰ্ণ ৰূপলৈ আনি ক'বলৈ চেষ্টা কৰিছিল। কেতিয়াবা আমনি পাই স্পষ্টকৈয়ে কৈ দিছিল, "এ' এইবোৰ নপঢ়িবাহঁে। পঢ়িবৰ মন থাকিলে, আচলখনকে পঢ়িবা—সংস্কৃতৰ খন।" আমিও লগে লগে উজান দিছিলোঁ, "হয় ছাৰ, এইখন বৰ বেবেৰিবাং।" তেখেতৰ হাহি উঠি গৈছিল আমাৰ মন্তব্যবোৰ শুনি। তাৰ মাজতে বুদ্ধিমান কোনোবা এজনে প্ৰস্তাৱ দিছিল, "ছাৰ, দুটামান নোট্ দিয়াই ভাল। পুথিখন দোকানে-পোহাৰেও পাবলৈ নাই।" তাৰ পাচত, তেখেতে যিখন কিতাপ পঢ়াবলৈ লৈছিল, সেইখনো তেনেই মকৰাজাল। নীলমণি ফুকনৰ 'সাহিত্য-কলা'! সঁচাসঁচিকৈয়ে, নোট্ নেপালে উপায়েই নাছিল—কোনোখন কিতাপেই ক'তো পাবলৈ নাছিল। মই নিজে কেইবাখনো কিতাপ অ'ৰ-ত'ৰ পৰা বিচাৰি আনি নকল কৰি লৈছিলোঁ। সেই 'শকুন্তলা কাব্য খন, হিতেশ্বৰ বৰবৰুৱাৰ 'যুদ্ধক্ষেত্ৰত আহোম-ৰমণী', আৰু কোনোবা এখন—মুঠতে তিনিখন নিজৰ হাতেৰে লিখি লৈছিলোঁ—মোৰ মনত পৰে। কাৰণ, নগে গড়গাৱঁৰ বতৰা দিবলৈ টান! আমাৰ দিনত অসমীয়া সাহিত্যৰ বুৰঞ্জী বুলিবলৈয়ো আছিল মাথোন দুখন—দেবেন্দ্ৰনাথ বেজবৰুৱাৰ খন আৰু ডিম্বেশ্বৰ নেওগৰ এভূমুকি খন! তাকো বজাৰত পাবলৈ নাছিল।

মোৰ আটাইতকৈ প্ৰিয় বিষয়টো আছিল, লজিক—ন্যায়শাস্ত্ৰ! মোৰ ধাৰণা, কলা বিভাগৰ গোটেইটো মাধুৰী লজিকতে থূপাই থোৱা আছে। কটনত লজিকৰ অধ্যাপক পাইছিলোঁ তিনিজন—গোপালচন্দ্ৰ শৰ্মাবৰুৱা, আবদুল জেলিল, আৰু কণকচন্দ্ৰ দাস।

তিনিওজন তিনিটা বেলেগ সাঁচৰ মানুহ আছিল। প্ৰথমজন আছিল ক্ষুৰধাৰ বুদ্ধিৰ মানুহ—লজিকৰ শ্ৰেণীটো হাঁহিমুখৰ কৰি ৰাখিছিল। দ্বিতীয়জন আছিল বিষন্নমধুৰ প্ৰকৃতিৰ মানুহ। মাত্ৰাচেতনা আছিল প্ৰখৰ। পাঠবোৰ দিবৰ সময়তো এষাৰ কথাও ৰাহি হোৱাকৈ নকৈছিল এষাৰ কথাও নাটনি পৰাকৈ নকৈছিল। মুখেৰে গোটেইখিনি কথা কৈ উঠি বোৰ্ডৰ ওচৰলৈ গৈছিল আৰু অতি চমুকৈ সূত্ৰৰ নিচিনাকৈ কথাখিনি লিখি দিছিল। শেষৰজন আছিল ভৰিৰ নখৰ পৰা মূৰৰ চুলিলৈকে সদালাপী মানুহ। কোনো কথাতেই প্ৰয়োজনৰ অধিক গুৰুত্ব নিদিছিল।

বাকীসকলৰ কথা নকওঁ। কাৰণ, কাহিনী আমনি লগাকৈ দীঘল হৈ পৰাৰ সম্ভাৱনা। মাথোন এটা কথা কওঁ—আজিৰ সময় আৰু তেতিয়াৰ সময়ৰ পাৰ্থক্যটো আঙুলিয়াই দেখিবলৈ। আমাৰ সময়ৰ অলিখিত নিয়মটো আছিল এনেকুৱা : যি বিষয়ৰে অধ্যাপক নহওক লাগিলে, কলা বিভাগৰ হওক বা নহওক, প্ৰত্যেকজনেই আমাৰ কাৰণে সমান মৰ্যাদাৰ গুৰু। তেখেতসকলৰ চকুতো আমাৰ কোনোৱেই আপোন অথবা পৰ নাছিলোঁ। তেখেতসকলৰ ওচৰত আমাৰ পৰিচয় মাথোন এটাই আছিল—আমি সকলোবোৰেই তেখেতসকলৰ ছাত্ৰ-ছাত্ৰী। অকল কটন কলেজৰেই নহয়, বি বৰুৱা কলেজ আৰু সন্দিকৈ ছোৱালী কলেজৰ অধ্যাপক-অধ্যাপিকাসকলৰ লগতো আমাৰ সেইটো সম্বন্ধই আছিল। তাৰে আঁত ধৰি হোষ্টেলবোৰত অনুষ্ঠিত ইখন-সিখন সভালৈ—নবাগত আদৰণি সভা, মহাপুৰুষৰ তিথি-উদ্‌যাপনৰ সভা, বিতৰ্ক সভা, বিদায় সভা ইত্যাদিবোৰলৈ তেখত-সকলো ইজন-সিজনকৈ নিয়ন্ত্ৰিত হৈছিল।

এটা দিনৰ কথা মোৰ মনত আছে। সেই দিনাই মই অধ্যক্ষ হেম বৰুৱাৰ লগত প্ৰথম চিনাকি হৈছিলোঁ। উপলক্ষ্যটো আছিল, আমাৰ ৩নং ছাত্ৰাবাসৰ বাৰ্ষিক তৰ্কসভা। উভতি চাই ভাবিছোঁ, সেইদিনা মই যথেষ্ট দুঃসাহস প্ৰকাশ অথবা ধৃষ্টতা বুলিয়েই ক'ব পাৰি —প্ৰকাশ কৰিছিলোঁ। কথাখিনি ক'বলগীয়া হৈছিল ইংৰাজীত। বিষয়টোও আছিল যথেষ্ট কঠিন—ভাৰতবৰ্ষ কমনৱেলথৰ পৰা ওলাই আহিব লাগে-নালাগে এনেকুৱা ধৰণৰ কিবা এটা। তাতে আকৌ লটাৰীত মোৰ নামটোৱেই উঠিছিল, সেই ভুৱা সদনৰ নেতা হ'বলৈ।

যি কি নহওক, মই মোৰ ভূমিকা পালন কৰিলোঁ। পালন কৰিলোঁ অখ্যাতিৰে নহয়—খ্যাতি প্ৰদৰ্শন কৰিয়েই। সিদিনাৰ তৰ্কসভাৰ অধ্যক্ষ আছিল, অধ্যক্ষ হেম বৰুৱা। তেখেতৰ ভাষা আৰু বৈদগ্ধ্যই মোক মুগ্ধ কৰি দিলে। মনে মনে ভাবিলোঁ, কটন কলেজলৈ অহা মোৰ সাৰ্থক হ'ল ; আৰু বেচি সাৰ্থক হ'লহেঁতেন, যদি এই মানুহজন কেনেবাকৈ কটন কলেজৰে ইংৰাজীৰ অধ্যাপক হৈ থাকিলহেঁতেন! সভা ভংগ হোৱাৰ পাচত তেখেতৰ লগত আটায়ে ঘৰুৱা ধৰণেৰে কথা পাতিবলৈ ল'লে। মই কেৱল কথাবোৰ শুনি ৰ'লোঁ। মোৰ লগতো কথা পাতিলে। মই অনুভৱ কৰিলোঁ, এই মানুহজন এক অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী ; অদ্ভুতভাৱে মানুহক অনুপ্ৰাণিত কৰিব পাৰে। বোধকৰোঁ, সেই কাৰণেই আমাৰ সময়ৰ কটন কলেজৰ সকলোবোৰ ছাত্ৰ সিজনৰ নামত বলিয়া হৈ পৰিছিল।

তাৰ কেইদিনমানৰ পাচতে মহা-সমাৰোহেৰে 'কলেজ-সপ্তাহ' উদ্‌যাপিত হ'ল। দুটামান প্ৰতিযোগিতাত ময়ো অংশ গ্ৰহণ কৰিলোঁ। সেইবাৰ কিন্তু তৰ্ক-প্ৰতিযোগিতাত মই কোনো পাৰদৰ্শিতা দেখুৱাব নোৱাৰিলোঁ। নীলমণি সিং, নীলকান্ত সিং, সুচেন ভূঞা, কমলা বৰঠাকুৰ প্ৰভৃতি মোৰ ওপৰ খলপাৰ ছাত্ৰ-ছাত্ৰীসকলৰ তাৰ্কিক প্ৰতিভা দেখি মই ভয়তে পেঁপুৱা লাগিলোঁ। সাহিত্য বিষয়ৰ প্ৰতিযোগিতা কেইটামানত ২য়-৩য় এনেকুৱা কিবাকিবি হৈছিলোঁ নেকি! মনত আছে, এটা আচহুৱা প্ৰতিযোগিতাত মই কেনেবাকৈ ১ম স্থান অধিকাৰ কৰি পেলাইছিলোঁ। প্ৰতিযোগিতাটো আছিল, স্মৃতিশক্তি আৰু বুদ্ধিৰ পৰীক্ষা। ১ম বাৰ্ষিকৰ ছাত্ৰ হিচাপে মই অনুভৱ কৰিছিলোঁ, এই সকলোবোৰ সৰুসুৰা স্বীকৃতিৰে কটনে মোক সাৱটি ল'লে! কটন কলেজৰ প্ৰতি মোৰ ভালপোৱা আজিও শেষ হোৱা নাই। কিন্তু, কটনে মোক কোন কাহানিবাই পাহৰি গ'ল। ক্ষীণ যোগসূত্ৰ এটা ৰাখি থৈছে মাথোন দুজনে : ড° হেমন্ত কুমাৰ শৰ্মা আৰু ড° ৰামচৰণ ঠাকুৰীয়াই। মাজে-সময়ে এই দুজনৰ পৰাই দুখন-এখন চিঠি পাওঁ। তাৰে এজন মোৰ সমসাময়িক, আনজন মোৰ ছাত্ৰস্থানীয়।

এই কটন কলেজত ১ম বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোঁতেই, চাৰ্চ ফিল্ডত অনুষ্ঠিত অসম ছাত্ৰ সন্মিলনৰ বাৰ্ষিক অধিৱেশনৰ গা'তে আঁউজি পতা

কৃষ্টি-সমাবোহত মই ভালকৈ মনত থকাৰ ধৰণেৰে প্ৰথম বাৰলৈ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাক দেখা পাইছিলোঁ। তাৰিখটো আছিল ২৪ নৱেম্বৰ ১৯৪৭ চন। সেইদিনা তেখেতে নিজৰ মুখেৰে প্ৰদান কৰা সেই বক্তৃতাটো আজিও মোৰ কাণত বাজি আছে। সেই বক্তৃতাটোৱেই সভাৰ শেষত শ্ৰোতাসকলৰ মাজত বিলাই দিয়া সেই পুস্তিকাখন. শিৰোনামাটো যাৰ—'পোহৰলৈ'। সেই পুস্তিকাখন আজিলৈকে মই সাঁচি থৈছোঁ। ৰূপকোঁৱৰ আগৰৱালাৰ আনটো বিখ্যাত বক্তৃতা 'শিল্পীৰ পৃথিৱী'ও মই নিজৰ কাণেৰে শুনাৰ সৌভাগ্য হৈছিল শিৱসাগৰত, তাৰ কেইমাহমানৰ পাচতে জহৰ নে পূজাৰ বন্ধৰ সময়ত। সেইবাৰ তেখেতে পুস্তিকাখনৰ বহু কথা এৰি এৰি সিবিলাকৰ সাৰাংশবোৰ কৈ গৈছিল; কিন্তু কবিতাৰ অংশবোৰ হুবহু একেদৰে আওৰাই গৈছিল।

ক'ৰবাৰ পৰা আহি কোনোবাখন পালেঁাগৈ! অতুল হাজৰিকা ছাৰে আমাক এষাৰ কথা বাহিৰে-ভিতৰে য'তে-ত'তে সোঁৱৰাবলৈ নেপাহৰিছিল: "গুৱাহাটীৰ বজাৰ চাৰিখন—উজান বজাৰ, পাণ বজাৰ, ফাঁচী বজাৰ আৰু পল্টন বজাৰ। পঢ়া-শুনা কৰিবলৈ আহিছা, পঢ়া-শুনা কৰিবা। বজাৰ বোৰত ঘূৰি মুফুৰিবা। কেনি ক'ত পিছলি পৰিবা, গমেই নেপাবা।" মই সেই বজাৰ চাৰিওখন ঘূৰি-পকি চালোঁ। দেখিলোঁ, সেই বজাৰ কেইখনতকৈ পিছলি পৰাৰ সম্ভাৱনা ঘৰৰ মজিয়াতে বেচি। ছাত্ৰাবাসত থাকিবই নোৱাৰি, যি কোনো মুহূৰ্তত সোপাধৰা ওলায়হি। বোলে, ছাত্ৰ কংগ্ৰেছৰ সভ্য হোৱাঁ; নহয় বোলে, ছাত্ৰ ফেডাৰেশ্যনৰহে সভ্য হোৱাঁ! মোৰ লগৰ এজনে অতিষ্ঠ হৈ আটাইবোৰকে তুষ্ট কৰিলে। মই থিৰাং কৰিলোঁ, কোনোটো দলৰে সভ্য নহওঁ। কিন্তু, মই সৰ্বভাৰতীয় ছাত্ৰ-নেতা-সকলৰ বক্তৃতা থকা সভাসমূহ দল-নিৰ্বিশেষে শুনিবলৈ গৈছিলোঁ। মই দেখিছিলোঁ, তেওঁলোকৰ বক্তৃতাৰ মানদণ্ড এতিয়াৰ সকলতকৈ বহু বেচি ওপৰ খাপৰ আছিল। আই. এ. মহলাত পঢ়ি থাকোঁতেই দুজন তেনেকুৱা ছাত্ৰ-নেতাৰ বক্তৃতাই মোৰ মনত গভীৰ সাঁচ বহুৱাইছিল। দুজনৰ দুটা নাম মনত পৰে: কমৰেড্ এ. পি. বৰ্ধন আৰু ছাত্ৰ কংগ্ৰেছৰ ৰবি বৰ্মা। দুয়োজনৰে ৰাজনৈতিক পৰিস্থিতি-বিশ্লেষণৰ অন্তৰালত গভীৰ অধ্যয়নৰ চাব্ আছিল। মোৰ মনত পৰে,

এইবিলাক সভালৈ যাতায়াত কৰোঁতে, মই সংগী হিচাপে পাইছিলোঁ মোতকৈ এটা খলপা ওপৰৰ বন্ধু জিতেন বৰঠাকুৰক।

২য় বাৰ্ষিকত পঢ়ি থাকোতে ঘটা দুটা ঘটনাৰ কথা মোৰ মনত পৰে। দুয়োটা ঘটনা বোমা বিস্ফোৰণ সম্পৰ্কীয়। প্ৰথমটো ঘটনা ঘটিছিল, আমাৰ কলেজৰ 'নিউ আৰ্টছ বিল্ডিঙ'ৰ কাষতে থকা 'মানি মেকিং ফাৰ্মেচী'খনৰ সমুখত। সেইদিনা ৭নং কোঠাত আমাৰ এটা 'টিউটৰিয়েল ক্লাছ' চলি আছিল। সময় দুপৰীয়া। একমান বাজিছিল। হঠাৎ আমাৰ কাণত পৰিল এটা প্ৰচণ্ড বিস্ফোৰণৰ শব্দ। মই সমুখৰ খিৰিকিখনেৰে দেখিলোঁ, গোটেইখন ধোঁৱাৰে ধুৱঁলিকুঁৱলা। কেইবাজনো মানুহ ভয়তে ফাঁহি-ছিটিকা দি পলাইছে। আৰু এখন জীপ গাড়ী কিছু বেগেৰে নৈৰ ফাললৈ গুচি গৈছে আৰু অলপ পাচতে তিনি আলিটো পাই পশ্চিম ফাললৈ বেগ বঢ়াই চকুৰ আঁতৰ হৈ পৰিছে। অলপ পাচতে গম পালোঁ, পাণবজাৰৰ বেংক এটাত এক লাখ টকা লুট হৈছে। পাচদিনাই নতুন খবৰ পালোঁ, সেয়া হেনো আৰ চি পি. আই-ৰ সশস্ত্ৰ বিপ্লৱৰ ভিতৰুৱা কথা!

তাৰ কেইদিনমান পাচৰ কথা! সেইদিনা আকৌ আমাৰ ৰাজনীতি বিজ্ঞান বিষয়ৰ শ্ৰেণী এটা লৈ আছিল ৭নং কোঠাত অধ্যাপক ইক্ৰাম আলি শইকীয়াদেৱে। সেইদিনা মোৰ উজান বজাৰৰ সহপাঠী দলটোক অলপ বেচি ব্যস্ত হৈ থকা দেখা পাইছিলোঁ। মই শেষৰ বেঞ্চত বহি আছিলোঁ আৰু মোৰ কাষত আছিল দ্বিজেন বৰুৱা, যিজন পাচত মণিপুৰ ৰাজ্যৰ মুখ্য সচিব হৈছিলগৈ। আজি নামটো ক'ব পাৰি—পদ্মিনী দাস। সেই সময়ত এখন বাংলা উপন্যাস ওলাইছিল, লালিমা পাল (পুং)! কথাটো তেনেকুৱাই—পদ্মিনী দাস আমাৰ নিচিনাই পুৰুষ-ছাত্ৰ আছিল। মাজতে তেওঁ উঠি বাৰাণ্ডা পালেগৈ। অলপ পাচতে প্ৰবল বিস্ফোৰণ এটা হ ল। অধ্যাপক শইকীয়াৰ মঞ্চৰ তলতে সেই বিস্ফোৰণ। বিৰাট মঞ্চখন শুধ্ শাল কাঠৰ নহৈ অন্য কিহবাৰ হোৱা হ'লে, তেখেতৰ অৱস্থা সাংঘাতিকেই হ'লহেঁতেন। পূবফালে থকা দেৱালখনৰ কেইবাচটাও ইটা ভাগি ওলাই পৰিল। নক'লেও হ'ব, সমুখত থকা আটাইবোৰ ছাত্ৰ-ছাত্ৰী আৰু অধ্যাপক শইকীয়া যি যেনেকৈ আছিল, তেনেকৈয়ে দৌৰ মাৰিছিল। ধুৱঁলিকুঁৱলী

ধোৱাঁৰ মাজতে কামটো কোনে কৰিছিল, দেখা নেপালোঁ—জাপ হৈ থকা শ্লাইডিং-বোৰ্ডৰ তলৰ খন ওপৰলৈ উঠি তাৰ লেখাখিনিৰে ফট্‌ফটীয়াকৈ জিলিকি পৰিল: "Communist Party raided public meeting addressed by Professor E. Saikia. None killed, several injured and one lady lost her fountain pen." জানিবা সেইখিনি বাতৰি-কাকতৰহে শিৰোনামা অংশটো! ৰাজনীতি-বিজ্ঞানৰ পাঠ দিবলৈ অহা অধ্যাপক গৰাকীয়ে সেইখিনি পঢ়ি উঠি স্বস্তিৰ নিশ্বাস পেলালে আৰু হাঁহিলে। অলপ পাচতে পুলিচৰ মানুহ আহিল তদন্ত কৰিবলৈ। পদ্মিনী দাসে সকলোকে সতর্ক কৰি দিলে, কোনেও যেন কথাটো নকয়। দেৱালৰ ফাট জুখি-মাখি লৈ কিবাকিবি টোকা কেইটামান লিখি লৈ পুলিচ বিষয়াকেইজন গ'লগৈ! তেওঁলোকে গমেই নেপালে, সেয়া যে চাৰ্কাছত ব্যায়ামবীৰে দেখুৱাই যোৱা খেলাটোৰ পাচতে ক্লাউনটোৱে দেখুওৱা নকল খেলাটোতকৈ অকণো বেলেগ নাছিল। বিশেষকৈ তাৰ আগদিনা মাথোন দেৱালীটো উকলিছিল। সেইটো বোমা নাছিল —আছিল এটা ডাঙৰ ফট্‌কা!

নির্দোষ ধেমালি কৰাত পদ্মিনী দাস দস্তুৰমতে বিখ্যাত আছিল। আৰু সেই ধেমালিবোৰৰ মৌলিকতা আছিল যথেষ্ট। ১ম বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোঁতেই এবাৰ তেওঁ কলেজ ক্ৰীড়া-প্ৰতিযোগিতাত 'স্লো চাইকেল ৰে'চ'ত যোগ দিছিল। আমি ভাবিছিলোঁ, তেৱোঁ নিশ্চয় আনবোৰৰ দৰেই একে ধৰণৰ প্ৰতিযোগী হৈ আহিছে। দেখা পালোঁ, সুহুৰিটো বজোৱাৰ লগে লগে আনবোৰৰ চাইকেল মন্থৰ গতিৰে সমুখলৈ আগবাঢ়িছে। কিন্তু তেওঁৰখন দেখোন পিচলৈহে হুঁহকিছে! যিমানে আগলৈ বুলি 'পেডেল' মাৰিছে, সিমানে চাইকেলখন পিচ-হুঁহকিছে। সকলোবোৰে হাঁহিবলৈ ধৰিলে। আচলতে তেওঁ পাচ-চকাত থকা ফ্ৰী-হুইলটোৰ ভিতৰত থকা কুঠাৰখন ওলোটাই লগাই লৈছিল। বিচাৰকমণ্ডলীয়ে ঘোষণা কৰিলে, পদ্মিনী দাসক এটা বিশেষ পুৰস্কাৰ দিয়া হৈছে! আৰু এবাৰৰ কথা। চুড়মাৰ্চন হলত কলেজৰ সংগীত-সন্ধিয়া সেইদিনাখন। সেই সন্ধিয়াৰ বিশিষ্ট অতিথি আছিল কলাগুৰু বিষ্ণু ৰাভা। মাজতে ঘোষিত হ'ল, পদ্মিনী দাসৰ 'সৰ্প নৃত্য'ৰে অনুষ্ঠানৰ সামৰণি পৰিব। আচলতে তেওঁ কোনোদিনা

আথবালৈ নহ্য সত্বেও তেওঁৰ কথা শুনিয়েই শেষ মুহূৰ্তত সেই বিষয়টো কাৰ্যসূচীত সুমুৱাই দিবলৈ সংগীত বিভাগৰ সম্পাদক গৰাকী বাধ্য হৈ পৰিছিল। তেওঁৰ পাল পৰিলত এক মিনিটমান নটৰাজৰ নৃত্যৰ অনুকৰণ এটা দেখুৱাই অৱশেষত সাপৰ অংগভংগী দেখুৱাবলৈ লাগি গ'ল। মই দূৰৰ পৰা ৰাভাৰ মুখৰ হাঁহিটো উপভোগ কৰিলোঁ। সেই হাঁহিটো, যিটো হাঁহি 'এৰাবাটৰ সুৰ'ত দেখিছিলোঁ তাৰ বহুদিনৰ পাচত। মুখ্য অতিথিৰ ভাষণ দিবলৈ উঠি তেখেতে শিল্পীসকলক প্ৰশংসা কৰি কৈ যাবলৈ ধৰিলে,—"শ্ৰীমতী তুলতুল [ তেখেতে তুলতুলী বুলি কৈছিল ] ভৰালীৰ ·চেতাৰবাদন শুনিলোঁ। তেওঁৰ আঙুলিকেইটা বৰ মিঠা। শ্ৰীমান পদ্মিনী দাসৰ 'সৰ্প নৃত্য' চালোঁ। ভাৰতবৰ্ষৰ বহু ঠাইত বহু নৃত্য দেখিছোঁ। কিন্তু এনে নৃত্য ক'তোৱেই দেখা মোৰ মনত নপৰে। তেওঁ ধুনীয়াকৈ গা'টো ভাঙি দেখুৱাব জানে।" আৰু ক'লৈ যায়? পদ্মিনী দাসে সংগীত-সম্পাদকক ক'লেগৈ, "শুনিলে নহয়, বিষ্ণু ৰাভায়ো দুনিয়াত দেখা নাই! আৰু আপুনি ওস্তাদী মাৰি কয় মোৰ নাচ নহ'ব!" অন্য এদিনৰ কথা। সেইদিনা আকৌ তেওঁ ছাত্ৰীসকলৰ কাৰণে সংৰক্ষিত বেঞ্চ এখনত বহি আছিল—লজিকৰ শ্ৰেণীটোত। অধ্যাপক শৰ্মাবৰুৱা সোমালহি। কথাটো মন নকৰাৰ দৰে দেখুৱাই তেখেতে বক্তৃতা আৰম্ভ কৰিলে। সেইদিনাৰ বিষয়টো আছিল, 'ব্যক্তিনামবোৰ গুণবাচক নহয়' ( Proper names are non-connotative )। মাজে মাজে তেখেতে ওচৰতে থকা পদ্মিনী দাসলৈ কেৰাহিকৈ চাই দেখিছিল, তেওঁ নোট্ কৰি যোৱাত গভীৰভাৱে ব্যস্ত! বক্তৃতাটো শেষ কৰি উঠি অধ্যাপক গৰাকীয়ে পোনপটীয়াকৈয়ে সুধিলে, "তুমি কিয় ইয়াত বহিছা? এইবোৰ যে ছোৱালীৰহে আসন, নেজানা নেকি?" পদ্মিনী দাসে উত্তৰ দিছিল, "হয় ছাৰ! মই ইমানদিনে ভাবি আছিলোঁ, ব্যক্তিনামবোৰ গুণবাচক!"

মই মন কৰিছিলোঁ, কটন কলেজলৈ প্ৰত্যেক বছৰেই তেনেকুৱা একোজন বতিয়াল মনৰ ছাত্ৰই কলেজখনক জীৱন্ত কৰি ৰাখিছিলহি। প্ৰথম বছৰটো সেইদৰে নিৰ্দোষ ধেমালিত ব্যস্ত থাকে, পাচৰ বছৰটো পঢ়া-শুনা কৰি কটায় আৰু অৱশেষত সফল হোৱাৰ কৃতিত্বটো লৈ গুচি যায়। আমাৰ আগৰ বছৰত আছিল তেনেকুৱা এজন ছাত্ৰ—গণেশ

শৰ্মা। পাচৰ বছৰতো আছিল অন্য এজন—আৰ্‌ফান আলি। নাম দুটা কোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ।

মোৰো তো কিবাকিবি ব্যস্ততা লাগিব। এদিন আমাৰ ৩নং মেচৰ এখন সভাত থিৰাং হ'ল, আমাৰ মেচৰ পৰা এখন হাতেলিখা আলোচনী উলিয়াব লাগে। সকলোৱে ক'লে, কিয় ক'ব নোৱাৰোঁ, মোতকৈ দুখলপা আগৰ শ্ৰেণীৰ বন্ধু মেদিনী চৌধুৰী আৰু মই যুটীয়া সম্পাদকৰ বাব ল'ব লাগে। মই মান্তি হৈ গ'লোঁ। হাতেৰে লিখি উলিওৱাৰ দায়িত্ব ময়েই গোটেইখিনি বহন কৰিবলগীয়াত পৰিছিলোঁ। আলোচনীখনৰ নামটো আছিল—যিমান দূৰ মনত পৰে—উল্কা। সিখনৰ ছবি অঁকা অলংকৰণৰ দায়িত্ব পৰিছিল আনন্দ শৰ্মাৰ ওপৰত। সময়ত আলোচনী ওলাল। সেইখনত মই এটা দীঘলীয়া প্ৰবন্ধ লেখিছিলোঁ, কবি গণেশ গগৈৰ 'ৰূপ-জ্যোতি'খনৰ বিষয়ে। পাচত সেইখন সেইবাৰৰ 'কটনিয়ান'ৰ সম্পাদক ঘনকান্ত চেতিয়াফুকনে নি ছপাৰ আখৰত উলিয়ালেগৈ! বহুতৰে পৰা সিখনৰ নামতে অভিনন্দন পাইছিলোঁ। মোৰ নিজৰ ধাৰণা, প্ৰবন্ধটো পাগতে উঠিছিল আৰু তেনেই পেলনীয়া হোৱা নাছিল। এটা কথা স্পষ্টকৈয়ে ক'ম, আজি আৰু তেনেকৈ লেখিব নোৱাৰিম। তাত মই প্ৰথম যৌৱনৰ সমস্ত মাদকতাৰ সুৰভিখিনি ঢালি দিছিলোঁ। জীৱনৰ বাটত সেই মাদকতা হেৰুৱাই পেলাইছোঁ, সেই সুৰভি উৰি শেষ হৈ গৈছে!

সেই ১ম বাৰ্ষিকৰে আৰু এক ব্যস্ততাৰ কথা মনত পৰে। সেই সময়ছোৱাত মোৰ অগ্ৰজতুল্য বন্ধু যোগেশ দাসে কটন কলেজত কিছুমান নতুন কামৰ পাতনি তৰিছিল। কটনত দাসৰ উদ্যোগতে এ. এছ. এল. ক্লাব এটা প্ৰতিষ্ঠিত হৈছিল। পোনতে তেখেতে—যিমানদূৰ মনত পৰে সৰস্বতী পূজা উপলক্ষে—এখন সাংস্কৃতিক প্ৰদৰ্শনী পতাৰ কথা চিন্তা কৰিলে। কথাটো সকলোৱে সমৰ্থন কৰিলে। দাসৰ এই কামটোত সহযোগিতা কৰিবলৈ ল'লো, আমি দুজনে—দাসৰ সহপাঠী সংগীতশিল্পী মুনীন বৰুৱাই আৰু মই। গুৱাহাটীৰ বহু ঠাই ফুৰি ফুৰি আমি তিনিজনে প্ৰদৰ্শনীত দেখুৱাব পৰা নানা বস্তু সংগ্ৰহ কৰিলোঁ। আমি কেনেবাকৈ গম পালোঁ, বিহগী কবি চৌধুৰীৰ হাতত ভালেমান দুষ্প্ৰাপ্য বস্তু আছে। আমি তেখেতৰ ঘৰ ওলালোঁগৈ। আমাক বস্তুখিনি দিয়াৰ উপৰিও নিজৰ কবি-জীৱনৰ ভালেমান কথা

শুনালে। সেইবোৰ কথা টুকি থ'বলৈ নহ'ল। ভাবিলে মনত অনুশোচনা জাগে। ৰিণিকি-ৰিণিকি মনত পৰে, সেইদিনা তেখেতে 'কেতেকী' কাব্যখনৰ অনুপ্ৰেৰণা ক'ৰ পৰা কেনেকৈ পাইছিল, সেইখিনি আমাক বিস্তাৰিতভাৱে কৈছিল। ওচৰতে 'ভিখাৰী' কবিতা-পুথিখনৰ কবি জমিৰুদ্দিন বহি আছিল। আমাক চিনাকি কৰি দি কৈছিল, "মানুহজনক দেখিছাঁহে তেনেই নিৰীহ শান্ত-শিষ্ট ; ভিতৰি ভিতৰি এওঁ কিন্তু ভয়ানক ফায়াৰী।" মই ধৰিব পৰা নাছিলোঁ। দাসে মোক টিপতে ক'লে, "বুজিছা নহয়—ফায়াৰী, মানে একুৰা জুই।" উভতি আহোঁতে বাটে বাটে কথাষাৰ পাগুলি লৈ হাঁহিলোঁ। আমি সেই ৰাতিয়েই থিৰাং কৰিছিলোঁ, বিহগী-কবিৰ ৭০ বছৰীয়া জয়ন্তী-উৎসৱ পাতিব লাগিব—অলপ ধূমধাম কৰিয়েই। পাচৰ বছৰ ডিচেম্বৰ মাহত আমি সঁচাসঁচিকৈয়ে কবিৰ জন্মতিথি পাতিছিলোঁ চুড্‌মাৰ্চন হলত মহা সমাৰোহেৰে। চৈয়দ আব্দুল মালিকে আমাৰ অনুৰোধত এটা গান লেখি দিছিল—"হে কবি, তুমি গালা গান" বোলা প্ৰথম কলিটোৰে। সুৰ দিছিল অতি মিঠাকৈ সুৰশিল্পী ব্ৰজেন বৰুৱাই। গানটো উজান বজাৰৰ ফালে ইমান জনপ্ৰিয় হৈ উঠিছিল যে, ৰাতি কেতিয়াবা কবিৰ ঘৰৰ আগেদি কোনো কোনোৱে গাই থৈ গৈছিল, তাৰে পেৰডী এটা উলিয়াই—"হে কবি, তুমি খালা জান"! সেইদিনাৰ সেই ৰঘু-জয়ন্তীত মুখ্য অতিথিৰ ভাষণ দিছিল, কলিকতাৰ পৰা হঠাৎ আহি ওলোৱা হলীৰাম ডেকাই। কবিক ছাত্ৰীসকলে কপালত চন্দন সানি ফুলৰ থোপা যাচি সংবৰ্ধনা জনাইছিল।

আচল কথাষাৰ ক'বলৈ পাহৰিলোঁৱেই। আমি পতা প্ৰদৰ্শনীখন ইমান সফল হৈছিল যে, তাৰ এটা আনুপুংখিক বিৱৰণ আৰু এখন ফটো কলিকতাৰ 'ষ্টেট্‌ছমেন' কাকততো ওলাইছিল। আমাৰ শ্ৰম সাৰ্থক হৈছিল।

অৱশেষত আই. এ. পৰীক্ষাৰ কাৰণে প্ৰস্তুত হ'লো। সেইবাৰ জহৰ বন্ধত ঘৰলৈ নাহিলোঁ। অলপ পঢ়া-শুনা নহয় দেখি বৈ গ'লোঁ। তাৰ আগতে দুখন হেণ্ডাৰ পাৰ হ'বলগীয়া হৈছিল। হেণ্ডাৰ দুখন প্ৰাক্-বাচনি পৰীক্ষাৰ আৰু বাচনি পৰীক্ষাৰ। বাচনি পৰীক্ষা দিওঁতে ঘটনা এটা ঘটিছিল। সেইটোৰে জেৰ টানি চূড়ান্ত পৰীক্ষাত বহিবলৈ অতিৰিক্ত বিষয় হিচাপে ইতিহাস পঢ়িবলৈ বাধ্য হৈছিলোঁ।

মাজতে এটা সিদ্ধান্ত কৰি পেলাইছিলোঁ, ইতিহাসৰ পৰীক্ষা নিদিওঁ। গতিকে, প্ৰাক্-বাচনিত ইতিহাসৰ পৰীক্ষা নিদিলোঁৱেই। কিন্তু, বাচনি পৰীক্ষাত ভুলতে দিবলগীয়া হ'ল। মই পৰীক্ষাৰ তালিকাখন ভুলকৈ চাইছিলোঁ নে অন্য কিবা খেলিমেলি কৰিছিলোঁ—মনত নাই। ভাবিছিলোঁ, সেইদিনা আবেলি অসমীয়া ২য় ভাষাৰ পৰীক্ষা আছে। গতিকে, আগবেলা মোৰ বন্ধু মেদিনী চৌধুৰীৰ লগত ৰে'ল-ষ্টেছনৰ ফালে ফুৰিবলৈ ওলাই গ'লোঁ। ফুৰি-চাকি ঘূৰি আহোঁ মানে পাচবেলা পৰীক্ষা-হলত সোমাৱাৰ ঘণ্টা পৰিলেই। মোৰ মনত আছিল, নিশ্চয় পূবৰ ফালৰ গেলেৰীটোতে মোৰ 'ছিট্'টো পৰিছে। চৌধুৰীয়ে ল'ৰালৰিকৈ জাননী-ফলিখন চাবলৈ গ'ল। ইতিমধ্যে মই হলৰ ভিতৰত সোমাই পৰিলোঁ। চৌধুৰীয়ে বাহিৰৰ পৰা ইংগিত দিলে—ভুল হোৱা নাই, তাতেই পৰিছে। সোমায়েই মোৰ চকুত পৰিছিল, সেইদিনা নিৰীক্ষকৰ দায়িত্বত আছে, ৰসায়ন বিভাগৰ অধ্যাপক ইন্দুভূষণ সৰকাৰ। কামিজৰ ওপৰত ধুতি পিন্ধি ওপৰত এটা বগা কোট পিন্ধা সেই অধ্যাপকজন অলপ অশিথিল মেজাজৰ নিৰীক্ষক বুলি সকলো ছাত্ৰৰ মাজতে জনাজাত আছিল। তেখেতে মোক কিয় পলম হ'ল বুলি ধমক এটা মাৰি প্ৰশ্ন-কাকতখন দিলে। কাকতখনৰ শিৰোনামাটো দেখিয়েই মোৰ চকু থিৰ হৈ গ'ল। মোৰ মুখৰ পৰা অফুট মাতেৰে ওলাই গ'ল এটা শব্দ, "হিষ্ট্ৰী!" অধ্যাপক সৰকাৰে মোৰ ফালে কট্‌মট্‌কৈ চাই লৈ সুধিলে, "আৰ্টছ নে চায়েন্স?" মই উত্তৰ দিলোঁ, "আৰ্টছ।" তেখেতে এইবেলি সতৰ্ক কৰি দিলে, "কোনো কথাবাৰ্তা নেপাতিবা।" মই দেখিলোঁ, মোৰ সমস্যাটো তেখেতক ক'বলৈ হ'লে, জ্বলা জুইত ঘিঁউ ঢলা হ'ব। গতিকে, মই মোৰ 'ছিট'ত বহি ল'লোঁগৈ। পঢ়ি দেখিলোঁ, প্ৰশ্নবোৰৰ এভাগ বৃটিছ বুৰঞ্জীৰ—শেষৰ ফালৰ, যিখিনিৰ বাবে কৰিবলগীয়া শ্ৰেণীবোৰ কোন কাহানিবাৰে পৰা কৰা নাই, আনটো ভাগ গ্ৰীক আৰু ৰোমান বুৰঞ্জীৰ—যিটো ভাগৰ শ্ৰেণী মই এটাও কৰা নাই আৰু কিতাপ দুখনো লুটিয়াই চোৱা নাই!

বৃটিছ বুৰঞ্জীৰ এটা প্ৰশ্নৰ উত্তৰটো লিখি উলিয়ালোঁ, প্ৰবেশিকা মহলাতে পঢ়ি থোৱা জ্ঞানেৰে। বাকী দুখন বুৰঞ্জীৰ প্ৰশ্নবোৰ পঢ়ি নিলোঁ, আটাইবোৰ অচিনাকি। এঠাইত থমকি ৰলোঁগৈ। প্ৰশ্নটো

আছিল, ‘আলেকজেণ্ডাৰৰ কাৰ্যকলাপেই ৰজা ফিলিপৰ কৃতিত্বৰ নিদৰ্শন’—কথাষাৰ প্ৰতিপন্ন কৰি দিব লাগে। বহুত দিনৰ আগতে ‘ছিকন্দৰ’ নামৰ হিন্দী বোলছবি এখন চাইছিলোঁ। জানিছিলোঁ, হিন্দী ছিকন্দৰেই আলেকজেণ্ডাৰ। মোৰ মনত পৰিল, যুদ্ধলৈ ওলাওঁতে আলেকজেণ্ডাৰক এৰিষ্টোট্‌লে বাহু তুলি আশীৰ্বাদ দিয়াৰ দৃশ্যটো। মই লিখি গ’লোঁ, এৰিষ্টোট্‌লৰ গুণ-গৰিমাৰ কথা। আৰু লিখিলোঁ, সেই মানুহজনকে আলেকজেণ্ডাৰৰ গৃহশিক্ষক নিযুক্ত কৰা কথাষাৰেই ৰজা ফিলিপৰ অসাধাৰণ দূৰদশিতাৰ প্ৰমাণ। আৰু মনত পৰিল, ক’ৰবাত যেন পাইছিলোঁ, ‘ফেলাংক্স’ নামৰ ৰণকৌশলটোৰ কথা। মই লিখিলোঁ, সেই বস্তুটো কি! যুক্তি দাঙি ধৰিলোঁ, সেইটোৰ উদ্ভাৱকজন যে আন কোনো নহয়—ৰজা ফিলিপ। তাৰ পাচত মনত পৰিল, মাউন্ট টেগাচ্‌ নামৰ সোণৰ খনিৰ পাহাৰটোৰ কথা। তাৰো সামৰিলোঁ। এটা প্ৰশ্নৰ উত্তৰ তেনেকৈয়ে যোগান ধৰিলোঁ। তাৰ পাচত আকৌ অন্ধকাৰ। হঠাৎ চকুত পৰিল, জুলিয়াছ চীজাৰ নামটো। সেই নামৰো বোলছবি এখন চাইছিলোঁ—কেতিয়াবাই। সেই প্ৰশ্নটোৰো উত্তৰ লিখিলোঁ, নানা ডাল-পাত জোৰা দি। বাহিৰলৈ ওলাই আহি গম পালোঁ, ২য় ভাষাৰ পৰীক্ষাটো আগবেলাই হৈ গৈছে!

তথাপি, কেনেকৈ কি হ’ল মোৰ মনত নাই, মোক বাচনি পৰীক্ষাত উত্তীৰ্ণ বুলি ধৰা হ’ল। ইতিহাসৰ অধ্যাপক চৈয়দ মজহৰ ইছলামে মোক এদিন সুধিলে, “তুমি কেলৈ ইমান কম প্ৰশ্নৰ উত্তৰ লিখিলা?” মই তেখেতক সকলোখিনি কথা ভাঙি-পাতি ক’লোঁ। তেখেতে ক’লে, “ৰ’বাচোন, তুমি ফাইনেলত বুৰঞ্জী নিদিওঁ বুলি ভাবিছা নেকি? ওঁ-হো, সেইটো ভুল নকৰিবা। চাৰি নম্বৰ বিষয়টো ৰখা ভাল। ষ্টেণ্ড্‌ কৰাত সহায় কৰিব। তুমি দেখোন সেইকেইটা প্ৰশ্নতে বহুত নম্বৰ পাইছা! ফাইনেললৈকে পঢ়াচোন। কিবা টান পালে আমাক ক’বা।” কথাটো ভাবি চালোঁ, নম্বৰ কেইটা কামত আহিব! সঁচাসঁচিকৈয়ে কামত আহিছিল। গ্ৰীক আৰু ৰোমান বুৰঞ্জী দুখনৰ উত্তৰ-বহীখনত মই বহুত নম্বৰ সংগ্ৰহ কৰিছিলোঁ—আশীৰ ডেওনা চেৰাই গৈছিল। লজিকতো পাইছিলোঁ বহুত নম্বৰ: ১ম খন কাকতত মানে Deductive Logic-ত মই এটা অভিলেখ সৃষ্টি

কৰিব পৰা নম্বৰ পাইছিলোঁ। মই নিজেই বিশ্বাস কৰিবলৈ টান পাওঁ, ৯৭ পাইছিলোঁ! যি কি নহওক, সকলোবোৰ মিলি বিশ্ব-বিদ্যালয়ত মই ৩য় স্থান অধিকাৰ কৰিছিলোঁ। মোৰ অংক বোলা বিষয়টো নাছিল, যিটো বিষয়ত শতকৰা ১০০ নম্বৰ পোৱাৰো সম্ভাৱনা থাকে। এতিয়া মই অংকৰ প্ৰসংগ থকা কিতাপবোৰ পঢ়ি বৰ আনন্দ পাওঁ। হগবেনৰ 'Mathematics for Millions' আৰু গেমোভৰ 'One Two Three Infinity-'ৰ লেখীয়া কিতাপবোৰ। যাক বোলে 'গাখীৰৰ সোৱাদ ঘোলেৰে লোৱা'—সেইটোৱেই। কিন্তু বুৰঞ্জীৰ ওচৰত, মোৰ সেই ভুলটোৰ ওচৰত—মই কৃতজ্ঞ! সেয়ে নোহোৱা হ'লে, অতিৰিক্ত বিষয়টোৰ বাহি হোৱা নম্বৰকেইটা যোগ হৈ সকস্থুৰা বুৰঞ্জীটো সৃষ্টি কৰাৰ বাটটোও মুকলি নহ'লহেঁতেন। তাতকৈয়ো ডাঙৰ কথা, এই যুগৰ দুখন শ্ৰেষ্ঠ গ্ৰন্থ স্পেংলাৰৰ 'Decline of the West' আৰু টয়নবীৰ 'Study of History'-ৰ একো কথাই মোৰ মূৰত নোসোমালেহেঁতেন! আৰু বুজি নেপালোহেঁতেন সেই লাখটকীয়া কথাষাৰৰ মূল্য—'বুৰঞ্জী কেৱল তাৰিখ আৰু চেঁচা ঘটনাৰ সমষ্টি নহয়। ই হ'ল, তথ্যেৰে পৰিপূৰ্ণ এক মূৰ্তিমান দৰ্শন'! তদুপৰি, গ্ৰীক আৰু ৰোমান বুৰঞ্জীক হাতধৰী লিগিৰী হিচাপে নেপালে, য়ুৰোপীয় সাহিত্যৰ জগততো প্ৰৱেশ কৰিব নোৱাৰি।

মই যদি তেতিয়াই জানিলোহেঁতেন, পিচত লাহে লাহে জানি অহা এই কথাবোৰ! তেতিয়াহ'লে, বি. এ. মহলাত মই 'ইতিহাস' বিষয়টোহে ল'লোহেঁতেন 'ইকনমিক্স'ৰ সলনি : 'ইকনমিক্স' দেখোন মোৰ মূৰতে নোসোমায়!

## ॥ কটনতে আৰু এছোৱা ॥

"Then, welcome each rebuff
That turns earth's smoothness rough."
—Robert Browning

সেইবাৰেই মই দীঘলীয়াকৈ কটাইছিলোঁহি ঢুলীয়াপাৰৰ গাৰঁৰ ঘৰত। ইতিমধ্যে, দেউতা শিৱসাগৰ নগৰৰ ডাকঘৰলৈ বদলি হৈ আহিল। লগে লগে দেউতাই আমাৰ নিজৰ ঘৰটো সজাই ল'লে। গতিকে, আই. এ আৰু বি. এ. মহলাৰ সংক্ৰান্তি-সময়ছোৱা তাতে কটালোঁহি। সময়ত যেতিয়া আই. এ. পৰীক্ষাৰ ফলাফল ঘোষিত হ'ল, মই বিশ্ববিদ্যালয়ত প্ৰথম পাঁচজনৰ ভিতৰত এজন হৈ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ খবৰটো ওলাল, দেউতাৰ বন্ধু-বান্ধৱে দেউতাক অভিনন্দন জনালে। খবৰটো ময়ো পালোঁ। ইকাণ-সিকাণকৈ আমাৰ গাৰঁৰো বহুতেই পালে। মোৰ এজন সম্পৰ্কীয় খুৰাদেৱে মা'ক ক'লেহি, "বৌ, পানী এটোপা খুৱাব লাগে। পুতেকে ৩য় বিভাগত পৰীক্ষা 'পাছ' কৰিছে! কথাটো জিলাতো শুনি আহিছোঁ। হওক, সিয়েই আমাৰ বংশটোৰ নাম উজলালে।" মা'ই ব্যাখ্যা কৰি ক'লে, "নহয়, সি ৩য় বিভাগত 'পাছ' কৰা নাই—১ম বিভাগতে 'পাছ' কৰিছে। তাৰ স্থানটোহে তৃতীয়।" মোৰ খুৰাদেৱে মা'ক সান্ত্বনা দি ক'লে, "আপুনি দুখ নকৰিব। ফেইল-টেইল হৈ বৈ থকাতকৈ সি যে একেচাটেই ৩য় বিভাগত 'পাছ' কৰি পেলালে, সেইটোকে মোৰ বুলি লওকচোন।" মই খুব ফূৰ্তি পালোঁ, কথাষাৰ শুনি। মা'ই হাৰ মানি সিজনক চাহপানী এটোপা খুৱালে।

বি. এ মহলাত নাম লগাবলৈ গৈ মোৰ চিনাকি ৪নং ব্লকটোত ভৰি দিয়েই হোষ্টেলৰ বৰ ঠাকুৰ, পুঠিমাৰী আৰু মৌজাৰ গঞ্জনা শুনিলোঁ, "কি হ'ল দিয়ক, শেষত এই কল্লে? আমি ভাব্‌ছিলোঁ, পৰ্‌থম হৈ নামটো ৰাখ্‌বো! অ' বুলে থাৰ্ডহে হলাক। হষ্টেলৰ নামটোই ডুবইহে সাধ্‌ মিট্‌ছি!" কাৰণটো যুক্তিযুক্তই আছিল, মোক সেইদৰে সংবৰ্ধনা জনোৱাৰ। তাৰ আগৰবাৰ আমাৰ সেই ৩নং

ছাত্রাবাসৰে তাৰিণীচৰণ বৈশ্যই ১ম স্থান অধিকাৰ কৰিছিল। স্বাভাৱিকতে মেচৰ নামত কলংক সনাৰ অপৰাধত অপৰাধী হৈ পৰিছিলোঁ। কোনো কোনোৱে আকৌ তাতকৈয়ো ডাঙৰ জগৰৰ জগৰীয়া কৰিলে, "আপুনি কটনৰ বদনাম আনিলে।" কাৰণ, সেইবাৰ ১ম আৰু ২য় স্থান পোৱা দুগৰাকী জগন্নাথ বৰুৱা কলেজৰ আছিল। ভাগ্য ভাল, আই এচ্.চি.-ত কটনৰ সুনাম অটুট থাকিল। মোৰ সহপাঠী শৈলধৰ গগৈয়ে ১ম স্থান অধিকাৰ কৰিছিল। যি কি নহওক, কেইদিনমান যোৱাৰ পাচত গঞ্জনা-অভিনন্দন পৰ্বৰ ওৰ পৰিল।

বি.এ. মহলাত নাম লগালোঁ। এইবেলি বিষয় বাচি ল'লোঁ: ইংৰাজীত অনাচ আৰু 'পাছ' পাঠ্যক্ৰমৰ দৰ্শন আৰু অৰ্থনীতি। সেই সময়ত অৰ্থনীতি বিষয়টোৰ মাথোন চাৰি অনাহে এতিয়াৰ কালৰ অৰ্থনীতিৰ লেখীয়া আছিল, বাকী বাৰ অনা সামৰি থৈছিল এতিয়াৰ ধৰণৰ ৰাজনীতি-বিজ্ঞানে। যোৱা প্ৰায় ডেৰ কুৰি বছৰত ভাৰতীয় বিশ্ববিদ্যালয়বিলাকত কলা শাখাটোৰ যদি কিবা উল্লেখযোগ্য পৰিৱৰ্তন ঘটিছে, সেয়া হৈছে স্বতন্ত্ৰ বিষয় হিচাপে ৰাজনীতি-বিজ্ঞানৰ স্বীকৃতি আৰু তথাকথিত অৰ্থনীতি বিষয়টোৰ অৰ্থবিজ্ঞানলৈ উত্তৰণ।

১৯৪৯-৫০ চনটো কটন কলেজৰ কাৰণে বিদ্যায়তনিক দিশত এক ডাঙৰ পৰিৱৰ্তনৰ সময়। তাৰ প্ৰতিফলনটো ঘটিছিল, কেইবাজনো নতুন অধ্যাপকৰ আগমনত। ইংৰাজী বিভাগলৈ এজন নতুন অধ্যাপক আহিছিল। নাম সুৰেন্দ্ৰমোহন চৌধুৰী। তেতিয়া তেখেত ডেকামানুহ—দেখাত ধুনীয়া, চুলিৰ ভাঁজে ভাঁজে ঢৌ-ৰ খেলা, আৰু সাজপাৰত পৰিপাটি। অধ্যাপক হিচাপে তেখেত আছিল, অধ্যাপক ৰায়হান শ্বাহৰ সম্পূৰ্ণ বিপৰীত--সৰু শ্ৰেণীৰ কোঠাবোৰতকৈ বৰং ডাঙৰ শ্ৰেণীৰ কোঠাবোৰতহে অধিক সফল। মানুহজন তেতিয়া মনোভংগীৰ ফালৰ পৰা আছিল একেবাৰে একুৰা জুই! তেখেতে সাধাৰণ শ্ৰেণীত পঢ়াবলগীয়া কিতাপখনেও তাতে সঁহাৰি জনাইছিল। সেইখনৰ শিৰোনামাটো আছিল—"Shelley Godwin and their Circle." বিষয়বস্তু যেনেকৈ সমাজবাদৰ উকমুকনি সম্পৰ্কীয় বৈপ্লৱিক, ভাষাও তেনেকৈ জুই-ফিৰিঙতিৰ লেখীয়া আছিল। আমাক সেইখনৰ পাঠদান কৰোঁতে কৰোঁতে সেই ধেমেলীয়া মানুহজন নিজেও

এজন বিপ্লৱী হৈ উঠিল। অৱশেষত, আমাৰ বি এ পৰীক্ষা শেষ হোৱাৰ পাচতে 'চৰকাৰী চাকৰি নকৰোঁ' বুলি কটন কলেজৰ পৰা পদত্যাগ কৰি সমাজবাদী দলৰ টিকট লৈ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ গুচি গ'ল। মই এই মানুহজনক চিৰদিন ধৰি স্মৰণ কৰি থাকিম এটা কথাৰ কাৰণে—তেখেতে মোৰ মনৰ পৰা ডাঙৰ কিতাপৰ প্ৰতি থকা মোৰ ভয়টো আঁতৰাই দিলে।

ৰাজনীতি-বিজ্ঞানলৈয়ো তেনেকৈ আমাৰ—অন্ততঃ মোৰ নিজৰ কথা ক'ব পাৰোঁ—মন আকৰ্ষণ কৰি তুলিছিল এজন নতুন অধ্যাপক—ড° পদ্মেশ্বৰ গগৈয়ে। মোৰ মনত গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল, বিশেষকৈ এটা কথাই। সেই কথাটো হ'ল, তেখেতে আমাক উমান দিছিল—প্ৰায়োগিক ৰাজনীতিৰ পৰা তাত্ত্বিক ৰাজনীতিলৈ বহু দূৰৰ বাট। যি কি নহওক, তেখেত জগন্নাথ বৰুৱা কলেজৰ পৰা কটনলৈ আহি দুমাহমানৰ পাচতে কটন কলেজৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ বিভাগত যোগ দিবলৈ গুচি গ'ল! আচলতে কৃষ্ণকান্ত সন্দিকৈদেৱৰ প্ৰিয় শিক্ষকজন আকৌ তেখেতৰ ওচৰলৈ উভতি গ'ল। আমি ছেগা-চোৰোকাকৈ গম পাইছিলোঁ, কটনৰ চৰকাৰী চাকৰিৰ ঘেৰটো তেখেতৰ ৰুচিৰ অনুকূল হোৱা নাছিল।

তেখেত আহি কটনত যোগ দিয়াৰ কিছুদিন আগতে আৰু এগৰাকী জগন্নাথ বৰুৱা কলেজৰ অধ্যাপকে কটনত যোগ দিছিলহি। সিগৰাকী আছিল দৰ্শনৰ অধ্যাপক প্ৰফুল্লপ্ৰাণ চাংকাকতি। অগাধ ব্যুৎপত্তি আছিল দৰ্শনৰ ওপৰত সিগৰাকীৰ। তেখেতৰ এটা অভ্যাস আছিল, বক্তৃতা আৰম্ভ কৰিয়েই কয়—"Last time I told you." কৈয়েই নেৰে, যোৱাবাৰ কোৱা কথাখিনিৰ একেবাৰে চমু সাৰাংশ এটাও কয়। প্ৰথমদিনা কামত সোমায়েই আমাৰ শ্ৰেণীটো ল'বলৈ আহিও সেইবুলিয়েই আৰম্ভ কৰিছিল। আমি উচপ্ খাই উঠিছিলোঁ. জানোচা আমি ক'ব নোৱৰাকৈয়ে আগদিনাৰ শ্ৰেণীটো তেখেতে লৈ থৈয়েই গৈছিল! পাচতহে গম পালোঁ, তেখেতে সেয়া যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত শেষ শ্ৰেণীটোত কৈ অহা ফিলছফিৰেই কথা-খিনিৰ সাৰাংশ।

অধ্যাপক চাংকাকতি যে অবিশ্বাস্যধৰণে আপোন ভোলা মানুহ আছিল, সেই বিষয়ে কোনো সন্দেহ নাছিল। এবাৰ এটা জনৰৱ

শুনাইছিল, যিটো জনবৱ সকলোৱে বিশ্বাস কৰিছিল—ময়ো নকৰাৰ কাৰণ নাছিল—তেখেতক হেনো এজন কোনোবা ছাত্ৰই এদিন গুৱাহাটী ডাকঘৰৰ সমুখৰ চিঠিৰ ঢোল এটাৰ কাষত চিন্তিতভাৱে বৈ থকা দেখা পাইছিল। আচলতে তেখেতে হেনো বৈ আছিল চিঠিৰ ঢোলটো খোলা পিয়নজনলৈ অপেক্ষা কৰি। কাৰণ, তেখেতে বোলে চিঠি পোষ্ট কৰিবলৈ গৈ ভুলতে ফাউণ্টেন পেʼনটোকে ঢোলটোত সুমুৱাই দিলে—চিঠিখন জেপতে থাকিল! জনবৱটো হয়তো সাজি উলিওৱাই আছিল, নাইবা হয়তো একেবাৰে সঁচাই আছিল। কিন্তু তেখেতে আমাক যিটো ধৰণেৰে দৰ্শনৰ কথাবোৰ পৰিষ্কাৰকৈ ব্যাখ্যা কৰি দিছিল, সেয়া ৰীতিমতে অতুলনীয় আছিল। এদিন তেখেতক কৈছিলোঁ, "ছাৰ, কাণ্টৰ দৰ্শন একো বুজি নেপালোঁ।" তেখেতে একেষাৰ কথাৰে তাৰ উত্তৰ দিছিল, "Kant is dichotomy—অন্য একো নহয়।" মই যেন সেই মুহূৰ্ত্ততে এটা সোণৰ সঁচাৰকাঠি হাতৰ মুঠিত পাই গৈছিলোঁ, যাৰে য়ুৰোপীয় দৰ্শনৰ আটাইতকৈ ডাঙৰ দুৱাৰখন বাহুলিটো তৎক্ষণাৎ খুলি পেলাব পাৰি।

এইসকল নতুন অধ্যাপকৰ আগমনেৰে কটনৰ বিদ্যায়তনিক পৰিৱেশটো যেতিয়া আগতকৈয়ো চহকী হৈ পৰিছিল, সেইটো সময়ত মোৰ বি.এ. মহলাৰ পঢ়া-শুনা এটা অতি সুষম ৰূপেৰে আৰু যথেষ্ট একাগ্ৰতাৰে চলি গৈছিল। মাজে-সময়ে ভাল ছবি আহিলে, চাবলৈ গৈছিলোঁ। ইটো-সিটো অনুষ্ঠানতো ভাগ লৈছিলোঁ। মোৰ সেইটো সময়ৰ আটাইতকৈ ডাঙৰ বন্ধু আছিল দুজন—অমূল্য চক্ৰৱৰ্ত্তী আৰু দেৱপ্ৰসাদ বৰুৱা। দুয়োজনেই ইংৰাজী 'অনাৰ্চ'ৰ ছাত্ৰ আছিল। ভাবিলে আনন্দ পাওঁ, আজি দুয়োজন অসমৰ দুজন বিখ্যাত মানুহ। এজনে য়ুৰোপীয় সাহিত্যৰ তিনিওখন চিৰায়ত গ্ৰন্থ—'ইলিয়াড', 'ওডিছী' আৰু 'ইনীদ'—অসমীয়ালৈ ভাঙি উলিয়াই অসমীয়া সাহিত্যৰ ৰবপুখুৰীটোৰ পাৰত তিনিটা সোণৰ দেউল গঢ়িলে। আনজন তাহানি ছাত্ৰাৱস্থাতেই 'কম্যুনিষ্ট ইণ্টেলেকচুৱেল'ৰ শাৰীলৈ উঠিছিল, আৰু এতিয়া আঁৰৰ পৰাই অসমৰ জাতীয় জীৱনলৈ বুদ্ধিজীৱীয়ে আগবঢ়াব পৰা অৰিহণাখিনি আগবঢ়াই থকাই নহয়, অসমৰ সৰ্ববৃহৎ শিক্ষাকেন্দ্ৰ গুৱাহাটী বিশ্ববিদ্যালয়খনৰ কৰ্ণধাৰ হৈ আছে। মোৰ এদিনৰ কথা মনত পৰে। সেইদিনা আছিল ভাৰত

চৰকাৰে ভাৰতীয় টকাৰ অৱমূল্যায়ন কৰাৰ পাচৰ দিনাখন। স্বাভাৱিকতে, সেইদিনা অৰ্থনীতিৰ শ্ৰেণীত ছাত্ৰসকলে অধ্যাপক আজ্ৰফ আলিক অৱমূল্যায়ন সম্পৰ্কে প্ৰশ্নৰ পাচত প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰি তুলিছিল। অধ্যাপক আলিয়ে তেতিয়া মোৰ সহপাঠী-বন্ধু বৰুৱালৈ চাই ধেমেলীয়াকৈ ক'লে, "কওকচোন বাৰু আমাৰ কমৰেড-নেতা বৰুৱায়েই ডিভেলুৱেশ্যনটো সম্পৰ্কে কি ভাবিছে।" বৰুৱা আগবাঢ়ি গ'ল আৰু অৱমূল্যায়ন সম্পৰ্কে অনৰ্গল ভাষাৰে আৰু কৰিংফুটা বিশ্লেষণেৰে প্ৰায় আধা ঘণ্টা ধৰি বক্তৃতা এটা দিলে। মোৰ স্পষ্টকৈ মনত আছে তেখেতৰ বক্তৃতাৰ প্ৰথম বাক্যটো "For a long time the economic barometer of the world had been recording merrilessly a bad weather of Indian Rupee." তাৰ পাচত আৰু অধ্যাপক গৰাকীয়ে ব্যাখ্যা কৰিবলৈ একো নেথাকিল। তাঁৰ কিছুদিন পাচতে বৰুৱা অন্তৰ্ধান হ'ল। সেই অৱস্থাত এদিন বৰুৱাক মুখামুখিকৈ লগ পাইছিলোঁ। নৰ্থব্ৰুক তোৰণখনৰ ওচৰৰ ৰাজপথতে—গধূলি সময়ত। বৰুৱাৰ মূৰত আছিল এটা খাকী টুপী আৰু চকুত এজোৰ পাতল কজলা ৰঙৰ চশ্‌মা। মই তেখেতক এদিন সুবিধা চাই ৰাতিলৈ মোৰ কোঠাত ভাত এসাজ খাই যাবলৈ ক'লোঁ। বৰুৱাই ক'লে, "দেওবাৰে আহিম বাৰু।" দেওবাৰে আহিছিল, ভাত খায়েই গ'লগৈ।

তাৰ পাচতে মই জহম্মামে গ'লোঁ। মোৰ এদল বন্ধুৱে খট-বাৰ্দ্ধ লগালেহি, কলেজ-ইউনিয়নৰ নিৰ্বাচনত মই প্ৰতিদ্বন্দ্বিতা কৰিব লাগে। সেই সময়ত কটন কলেজৰ নিৰ্বাচন হৈছিল এক জটিল প্ৰক্ৰিয়াৰ ভোট গ্ৰহণ পদ্ধতিৰে। তাৰে নাম হ'ল, Proportional representation by means of single transferable Vote! ২১জন প্ৰতিনিধি সেইদৰে নিৰ্বাচিত হোৱাৰ পাচত সংখ্যাগৰিষ্ঠৰ ভোটাধিক্যত বিষয়ববীয়াসকল তেওঁলোকৰ মাজৰ পৰাই নিৰ্বাচিত হয়। যথেষ্ট উথলমাথলৰ সৃষ্টি হয়। চূড়মাৰ্চন হ'ল আৰু নিউ আৰ্টচ্‌ বিল্ডিঙৰ মুখামুখিকৈ দুটা ছাত্ৰ-সংগঠনৰ উমৈহতীয়া ষ্টল আৰু স্বতন্ত্ৰ প্ৰাৰ্থীসকলৰ ব্যক্তিগত ষ্টলবোৰেৰে গোটেইখন উপচি পৰে। মাইকৰ সমুখত দুয়োটা সংগঠনৰ নেতাসকলৰ ইংৰাজী বক্তৃতাৰ গোজৰণি-কোবোহানি আৰু সবিৰাম শ্লোগান-ধ্বনিৰ সানমিহলি শব্দত কাণ

খোলা হৈ যাব খোজে। তদুপৰি, প্ৰত্যেকৰে নামে নামে হুলোৱা কাৰ্ড আৰু বেনি তেনি আঁৰি থোৱা দেখাৰ পোষ্টাৰ। আমি ২য় বাৰ্ষিক পাওঁতে, ছাত্ৰ-সংগঠন তথা যুৱ-সংগঠনৰ সংখ্যা এটা বাঢ়িছিল। সেইটো আছিল ইয়ং ছছিয়েলিষ্ট্ লীগ। তেওঁলোকে বিটো নতুন বস্তু প্ৰৱৰ্তন কৰিছিল, সেয়া আছিল ইংৰাজী বক্তৃতাৰ সলনি অসমীয়া বক্তৃতাৰ ব্যৱহাৰ। নিৰ্বাচনৰ দিনাখন দীঘলী পুখুৰীৰ পৰা পাণবজাৰলৈকে গোটেইছোৱা বাটত বিভিন্ন প্ৰাৰ্থীৰ পৃষ্ঠপোষক, দলীয় নেতা-উপনেতা সকলৰ ঘন ঘন গমনাগমন ঘটিছিল। আনকি, দুজন-এজন মন্ত্ৰী-উপমন্ত্ৰীয়েও দেখ-নেদেখকৈ সেইপিনেদি পাক মাৰি গৈছলহি। বহুত প্ৰাৰ্থীসকলৰ কোনো কোনোৱে আকৌ ষ্টল পতাৰ সলনি ভেৰোণীয়াকৈ লোৱা গাড়ী লৈ মাইকত জয়ধ্বনি দি তালফাল লগাই ফুৰিছিল। ২য় বাৰ্ষিকত থাকোঁতে মই দেখিছিলোঁ, এখন গাড়ীত এজন প্ৰাৰ্থীৰ লগত ১২।১৩ জনমান সমৰ্থকে জয়ধ্বনি দি ফুৰিছিল। ৰাতিলৈ যেতিয়া ভোট গণনা চলিল, তেতিয়া দেখা গ'ল মাথোন তিনিটাহে ভোট সিজনৰ নামত পৰিল। এটা ভোট যে তেওঁ নিজেই দিছিল—সেইটো তেওঁ বিশ্বাস কৰিলে। কিন্তু বাকী দুটা ?—তেওঁ কেৱল গাড়ীত উঠি ফুৰা সমৰ্থক বন্ধুকেইজনলৈ কেৰাহিকৈ চালে। তেওঁলোকৰ প্ৰত্যেকেই তেওঁলৈহে সপ্ৰশ্ন দৃষ্টিৰে চালে—"পাহৰিলা নেকি, তোমাৰ ভোটটো দিবলৈ ?"

এটা কথা মন কৰিছিলোঁ। ছাত্ৰ-নেতাসকলৰ মাজত যদিও মতান্তৰৰ অভাৱ নাছিল, মনান্তৰ বোলা বস্তুটো কিন্তু একেবাৰে অচিনাকি আছিল। মোৰ মনত পৰে, ১নং ব্লকৰ একেটা কোঠাতে একেলগে আছিল সেই সময়ৰ চাৰিজন ছাত্ৰ-নেতা—ছাত্ৰ কংগ্ৰেছৰ বিজয় শৰ্মা, ৱাই এছ.এল.-ৰ গোলোক ৰাজবংশী আৰু বীৰেণ বৰকটকী, আৰু ছাত্ৰ ফেডাৰেশ্যনৰ সুচেন ভূঞা নে কণ সিং। চাৰিওজনকে একেলগে বিহু গীত গাই বিহু নাচ নাচি কোঠাটো মুখৰিত কৰি থকা দেখিছিলোঁ। অথচ, সেই কোঠাটো জানিবা ছাত্ৰ-ৰাজনীতিৰ আটাইকেয়োটা দলৰ সদৰ কাৰ্যালয়হে আছিল। আচৰিত কথা, কোনোদিনা তাত ৰাজনৈতিক কথাৰ তৰ্ক-বিতৰ্কৰ ধুমুহা কাৰো চকুত পৰা নাছিল। মোৰ মনত পৰে, সেই সময়ৰ এই তিনিওটা ছাত্ৰ-সংগঠনৰ লক্ষণবৈশিষ্ট্য। ছাত্ৰ-কংগ্ৰেছৰ বৈশিষ্ট্য প্ৰকাশ পাইছিল

স্বাধীনতা-সংগ্ৰামৰ আনুপাংখিক অতীত-কথনত। ইয়ং ছছিয়েলিষ্ট লীগৰ বৈশিষ্ট্য আছিল নানা সমস্যাৰ পৰিসংখ্যা-পৰিৱেশনত। আক-ছাত্ৰ ফেডাৰেশ্যনৰ বৈশিষ্ট্য আছিল চমকপ্ৰদ প্ৰাচীৰ-লিখনত। মাজে মাজে ধাৰণা হয়, সেই বৈশিষ্ট্যবোৰৰ এটা সুদূৰপ্ৰসাৰী প্ৰতিসৰণ অথবা ভগ্নাৱশেষ বৰ্তমান কালৰ ৰাজনীতিতো আছে।

মোৰ কথালৈ উভতি আহোঁ। মোৰ বন্ধু টংকেশ্বৰ ৰৰাই মোক কুটুৰিলেহি, "আপুনি সেইবোৰ একো কৰিব নালাগে। কাৰ্ড ছপাবও নালাগে, প্ৰচাৰকাৰ্যও কৰিব নালাগে। আমাক মাথোন এজন ইংৰাজী ক'ব জনা ইউনিয়ন চেক্ৰেটাৰী লাগে। দেখিলে নহয়, সেইদিনা আচাৰ্য কৃপালনীয়ে গোটেইবোৰ অসমীয়াকে কি বুলি মুখৰ আগতে গালি পাৰি থৈ গ'ল!" মোৰো মনত পৰিল, আচাৰ্য কৃপালনীক সংবৰ্ধনা জনাওঁতে, অসমীয়া মানুহে ইংৰাজী ক'ব নেজানে বোলা কথাষাৰ। আমাৰ কোনো কোনোৱে যে মাজে মাজে ইংৰাজীৰ পানীশৰাধ নকৰাকৈ নাছিল সেই কথাষাৰ সঁচা। আমি শুনিছিলোঁ, এবাৰ এগৰাকী অসমৰ পৰা যোৱা সংসদী সদস্যক পণ্ডিত নেহৰুৱে "How do you do?" বুলি সোধোঁতে সিগৰাকীয়ে "Sir, I am doing nothing." বুলি কৈ হাঁহিৰ খোৰাক যোগাইছিল। পণ্ডিত নেহৰুৱে হেনো সিগৰাকীক "Then, you do something." বুলি কৈ তাৰ পৰা হাঁহি এটা মাৰি আঁতৰ হৈছিল। পাচত সিজনক লগ পাইছিলোঁ। নিজেই মোক কৈছিল—কথাষাৰ সঁচা! কিন্তু, আমাৰ মানুহে তুলনামূলকভাৱে যে আনবোৰতকৈ বেচি বেয়া ইংৰাজী কয়—সেইষাৰ অকনো সঁচা নহয়। আচল কথা হ'ল, আমাৰবোৰে জধেমধে ভুলে-শুদ্ধই আনৰ ভাষা এটা ক'বলৈ ভাল নাপায়! যি কি নহওক, মই মোৰ বন্ধুৰ কথাষাৰ মানি ল'লোঁ। ইউনিয়নৰ নিৰ্বাচনত ময়ো এজন নিৰ্দলীয় প্ৰাৰ্থী হ'লোঁ। প্ৰাৰ্থী হিচাপে মই যে কি এক ক'লা ঘোঁৰা আছিলোঁ, তাৰ দুটা প্ৰমাণ দিওঁ। প্ৰথম, আনকি ৫নং ব্লকত থকা মোৰ ৰংপুৰীয়া বন্ধুবোৰৰ পৰা মই এটাও 'প্ৰথম পচন্দ'ৰ ভোট নেপালোঁ। তাৰ বিপৰীতে অৱশ্যে মই যিবোৰৰ লগত হুলিগালি কৰি ফুৰিছিলোঁ, সেই কামৰূপীয়া বন্ধুবোৰৰ পৰা তেনেকুৱা ভোট বহুত পাইছিলোঁ—যাৰ ফলত প্ৰথমটো গণনাতে মই নিৰ্বাচিত হৈছিলোঁ। দ্বিতীয়, আনকি মোক মোৰ ভৱিষ্যত পৰিবাৰেও 'পঞ্চম

পচন্দ'ৰ ভোটটোহে দিছিল। তেওঁৰ লগত তেতিয়ালৈকে মোৰ চাচিনাকিয়েই নাছিল; মোৰ অগ্ৰজপ্ৰতিম বন্ধু মহেশ ভূঞাই মোৰ হৈ এবাৰ কৈছিল বুলিয়েই সেইটোকে পাইছিলোঁ। মোৰ হৈ দুজন-এজনক কৈছিল বুলিয়েই যে ভূঞাই মোক 'প্ৰথম পচন্দ'ৰ ভোটটো দিছিল—সেইটো সৌভাগ্যও মোৰ হোৱা নাছিল!

অৱশেষত, টংকেশ্বৰ বৰাৰ সাংগঠনিক-প্ৰতিভাৰ বলতে এটা অৰাজনৈতিক দল গঢ় লৈ উঠিল; আৰু সেই দলৰ ভোটাধিক্যৰ ফলতে মই ১৯৪৯-৫০ বছৰটোৰ কাৰণে কটন কলেজ ইউনিয়ন চোচাইটিৰ সাধাৰণ সম্পাদকৰূপে নিৰ্বাচিত হ'লোঁ। মোক সমৰ্থন কৰি বিভিন্ন বিভাগীয় সম্পাদক হৈছিল মোৰ এইসকল বন্ধু-বান্ধৱী: গিয়াছুদ্দিন আহমদ, ঠাণুৰাম দাস, চৈয়দ মেৰাজ হুছেইন, টংকেশ্বৰ বৰা, টেম্‌চুজুংবা আও, দেৱেন শৰ্মা, সৌম্যেন মুখাৰ্জী, নিলয় দাস, নীহাৰ লস্কৰ, প্ৰতুল বৰকটকী, মতিলাল দাস আৰু অনিমা দাস। এতিয়া ভাবিলে গৰ্ব অনুভৱ কৰোঁ, উত্তৰকালত এইসকলৰ প্ৰায় প্ৰত্যেকেই আমাৰ জাতীয় জীৱনৰ বিভিন্ন ক্ষেত্ৰত উল্লেখনীয় ভূমিকা গ্ৰহণ কৰিবলৈ সমৰ্থ হ'ল।

ইউনিয়নৰ সাধাৰণ সম্পাদক হৈ মোৰ এটা ডাঙৰ বিপদেই হৈছিল। গৰম কাপোৰ বুলিবলৈ পিন্ধিব পৰা মোৰ প্ৰায় একোৱেই নাছিল। আনহাতে, ইউনিয়নৰ সভা-সমিতিবোৰৰ সৰহভাগেই ৰাতিহে হৈছিল। টংকেশ্বৰ বৰাৰ দুটা গৰম কোট আছিল। তাৰে এটা উপযাচি মোক পিন্ধিবলৈ দিলে। তলত পিন্ধো এটা হাফ-চাৰ্ট আৰু এটা পায়জামা। সেই সময়ত আমাৰ কটনিয়ান মানদণ্ডেৰে মোৰ সেই সাজটো বাৰুকৈয়ে বিলাসী ধৰণৰে হৈ পৰিছিল। বৰাৰ গৰম কোটটো মোৰ গা'ত ধুনীয়াকৈ খাই পৰিছিল। মুঠৰ ওপৰত, সেইটো সাজেৰেই 'কলেজ সপ্তাহ'টো পাৰ কৰি দিলোঁ। সেই 'কলেজ সপ্তাহ'তে মই অধ্যক্ষ হেম বৰুৱাক বৰ ওচৰৰ পৰা লগ পালোঁ। তেখেতৰ কথা-বাৰ্তা আৰু চলন-ফুৰনে—তাতকৈয়ো বেচি, জীৱন সম্পৰ্কে এটা সুসংলগ্ন দৃষ্টিভংগীয়ে—মোৰ মনৰ ওপৰত এক আসন্নশীল প্ৰভাৱ বিস্তাৰ কৰি পেলালে। একেটা সময়তে মানুহজনৰ অন্তৰ্লীন সমাহিত ধ্যানমগ্নতা আৰু বহিৰ্মুখী উচ্ছলিত দায়বদ্ধতাৰ অপূৰ্ব সমন্বয়ে মোক গভীৰভাৱে মুগ্ধ কৰি পেলালে। ক'ব নোৱাৰাকৈয়ে

মোৰ মনে সিজনাক মোৰ জীৱনৰ গুৰু বুলি বৰণ কৰি ল'লে। অথচ সেই সম্বন্ধটো নিতান্তই গুৰু-শিষ্যৰ প্ৰাচীন পৰম্পৰাটোৰ ওপৰত প্ৰতিষ্ঠিত নাছিল। উত্তৰকালতো এই মানুহজনক মই মোৰ চিগাৰেট-কে'চৰ পৰা এটাৰ পাচত এটাকৈ চিগাৰেট উলিয়াই দিওঁতে সামান্যতম আড়ষ্টতা অনুভৱ কৰা নাছিলোঁ। কেতিয়াবা তেখেতেও মোক চিগাৰেটৰ পাচত চিগাৰেট যাচিছিল, ময়ো বিনাদ্বিধাই সেই চিগাৰেটৰ ধোৱাঁ উৰাইছিলোঁ, অথচ, সিজনকেই মনেৰে সৈতে মোৰ ভক্তিৰ অঞ্জলি যাচিছিলোঁ।

সেই সম্বন্ধটোৰ আৰম্ভণি সেই তেতিয়াৰ 'কলেজ সপ্তাহ'তে ঘটিছিল। এদিনৰ কথা মোৰ স্পষ্টকৈ মনত পৰে। সেই সপ্তাহটোৰ অন্তৰ্ভুক্ত সংগীত প্ৰতিযোগিতাত এজনী ছোৱালীয়ে আধুনিক গীত এটা গাই আছিল; আৰু মই সেই অনুষ্ঠানটোৰ সভাপতি হেম বৰুৱাৰ কাষতে বহি আছিলোঁ। সেই গীতটোৰ কথা আৰু সুৰৰ মাধুৰ্যৰ লগত কণ্ঠস্বৰৰো গভীৰতাৰ কিবা এক ত্ৰিবেণী-সংগম ঘটিছিল। গীতটো শেষ হৈ যোৱাৰ পাচত মই তেখেতক ক'লোঁ, "ছাৰ, মোৰ ধাৰণা—এই ছোৱালীজনীয়েই প্ৰথম পুৰস্কাৰটো পাব!" তেখেতে সঁহাৰি জনাই ক'লে, "তোমাৰ ধাৰণাটো ঠিকেই যেন লাগিছে। ছোৱালীজনীয়ে চৰ্চা কৰে। নেদেখিলা নে, কিমানবোৰ গানত প্ৰতিদ্বন্দ্বিতা কৰিলেহি এতিয়ালৈকে!" অলপ থমকি ৰৈ মোৰ ফালে চাই হাঁহি এটা মাৰি ক'লে, "তোমাৰো তো ভালেই লাগিছে!" মই ভয় খাই গলোঁ, জানোচা মোৰ কথাষাৰত অনাৱশ্যকীয় উলাহৰ আভাস প্ৰকাশ পাইছিল! সেয়া মচিবৰ কাৰণেই মই ক'লো, "ছাৰ, ছোৱালীজনী কিন্তু অলপ খেপেচী যেন লাগিছে।" তেখেতে সেইবাৰ আৰু বেচি খেমেলীয়া সুৰত ক'লে, "বৰ বেচি লাহী হ'লে জিভাও পাতল হয়।" সেই ছোৱালীজনীয়ে যিটো গীত সেইদিনা যিটো সুৰেৰে পৰিবেশন কৰিছিল, সি মোৰ কাণত আজিও বাজি আছে— "মাধৱী ৰাতি দীপালীৰ মালা গাঁথি···।" কথাখিনি আছিল নলিনীবালা দেৱীৰ, সুৰটো আছিল মুকুল বৰুৱাৰ। ক'ৰবাৰ পৰা আহি ক'ৰবাত ওলালোঁহি। মই ক'ব খুজিছিলোঁ, হেম বৰুৱা আছিল চিৰ তৰুণ, যিজনৰ লগত কথা পাতিবৰ সময়ত কোনো ধৰণৰ আড়ষ্টতা অনুভৱ কৰিব নেলাগিছিল। সেই যে এজন ডেকাল'ৰাই

লগৰ হোৱালী এজনীৰ গানত বিভোৰ হৈ হোৱালীজনীৰ দেহ-সৌন্দৰ্য সম্পৰ্কে অসতৰ্ক মন্তব্য কৰি নিজৰ আচল প্ৰশংসাৰ মনোভাবটো লুকুৱাব খুজিছিল। সেয়া অন্ত কোনো সভাপতিৰ আসনত বহি থকা মানুহৰ লগত সম্ভৱ নহ'লহেঁতেন।

১৯৪৯ চনত অসমৰ ঠায়ে পূব পাকিস্তানৰ পৰা অহা শৰণাৰ্থীবিলাকৰ আগমনৰ লগে লগে অসমৰ ঠায়ে ঠায়ে সাম্প্ৰদায়িক অশান্তিয়ে দেখা দিছিলহি। গুৱাহাটীৰ লাখটকীয়া অঞ্চলতো পাণ্ডু-মালিগাঁৱৰ পৰা ৰে'লত উঠি অহা কিছুমান হিন্দু শৰণাৰ্থীয়ে উপদ্ৰৱ কৰি গৈছিলহি। স্বাভাৱিকতে, সেই অঞ্চলত এটা সন্ত্ৰাসৰ পৰিস্থিতি সৃষ্টি হৈছিল। কথাষাৰ ইউনিয়নৰ সাধাৰণ সম্পাদক হিচাপে মোৰ কাণত পৰিলহি; লগে লগে মই কটন কলেজৰ ছাত্ৰসকলক লৈ নিশা সেই অঞ্চলটো পহৰা দিয়াৰ কথা চিন্তা কৰিলোঁ। কাৰণ, এনেবোৰ কথাত কেৱল পুলিচী-ব্যৱস্থাই যথেষ্ট নহয়গৈ। মোৰ ধাৰণা আছিল, পুলিচৰ মানুহবোৰৰো অনেক সময়ত নানাধৰণৰ আনুগত্য থাকে যিবোৰে সমস্যাটো বেচিহে জটিল কৰি তোলে। যি কি নহওঁক, মই অনুমতি বিচাৰি কটন কলেজৰ অধ্যক্ষ শ্ৰীনাথ চক্ৰৱৰ্তীৰ ওচৰ চাপিলোঁ। তেখেতে প্ৰথমতে চিন্তিত ভাৱেৰে ক'লে, "সেয়া পুলিচৰ কাম। তোমালোকে তাত শুদা হাতেৰে—খুব বেচি দুই-এডাল লাঠি লৈ—কি কৰিবাগৈ? গুণ্ডাবোৰ তো শুদা হাতেৰে খেমালি কৰিবলৈ নাহে।" মই ক'লোঁ, "ছাৰ, আমি সেই বিষয়ে ভবা নাই। হয়তো কেনেবাকৈ আমাৰ দুজন-এজন মৰিব। কিন্তু, তাৰ এটা ভাল প্ৰভাৱ পৰিব গোটেইখন অসমৰ ওপৰত। মুছলিম-প্ৰধান অঞ্চল এটাত শান্তিৰক্ষা কৰিবলৈ গৈ হিন্দু গুণ্ডাৰ হাতত হিন্দু ল'ৰা দুটামান মৰিব—সি জানো জুইকুৰা বিয়পি যোৱাৰ পৰা সৰ্বলোক ৰক্ষা নকৰিব!" মোৰ লগতে চৈয়দ মেৰাজ হুচেইনো আছিল। তেওঁ মাত লগালে, "ছাৰ, আমি জানো তেওঁলোকক মৰিবলৈ এৰি দিম? কোনোবা দুটামান মৰাৰ আগতে সিহঁতে আমাৰ লগত শেষ-যুদ্ধখন দি ল'ব লাগিব। আৰু এটা কথা, ছাৰ! আমি তালৈ হিন্দু ল'ৰা মুছলমান ল'ৰা হিচাপে নেযাওঁ। আমি যাম কটন কলেজৰ ছাত্ৰ হিচাপে। আপুনি ভয়েই নকৰিব।" অৱশেষত, অধ্যক্ষ চক্ৰৱৰ্তী আমাৰ কথাত পতিয়ন গ'ল। বিনা দ্বিধাই অনুমতি

দিলে। মাথোন মোক এবাৰ কথা ক'লে, "দেখিবা, তোমালোকৰ কাৰো যেন একো ক্ষতি নহয়। মই তোমালোকৰ মা-দেউতাৰ হৈ এটা ভাল কাম কৰিবলৈ অনুমতি দিছোঁ।"

মোৰ মনত আছে, প্ৰথম দিনাখন আমি এটা বিৰাট শান্তি-শোভাযাত্ৰা উলিয়াইছিলোঁ। তাৰ পাচত, ওপৰাওপৰিকৈ কেইবানিশাও আমি লাখটকীয়াত পহৰা দিলোঁ। আগৰ কেইদিন লাখটকীয়াৰ ওচৰত থকা ৰেল-ক্ৰচিঙৰ গে'টখন পোৱাৰ লগে লগে উজনিলৈ যোৱা ৰাতিৰ গাড়ীখন হেনো থমকি ৰৈছিল। তাৰ পৰাই হেনো কিছুমান দুষ্ট প্ৰকৃতিৰ মানুহ আন্ধাৰত গা লুকুৱাই নামি পৰিছিল। তাৰ কিছুপৰৰ পাচতে সিহঁতে একোটা গোলমালৰ সৃষ্টি কৰিছিল। প্ৰথমদিনা আমাৰ পহৰীয়া দলটো থকাৰ উমান পাই তেনেকুৱা এজাক মানুহ আকৌ গাড়ীত উঠিলগৈ। সেই নিশা লাখটকীয়াৰ মানুহখিনিয়ে সুখে-শান্তিৰে শুব পাৰিলে। এইদৰে কেইবানিশাও ওপৰাওপৰিকৈ আমি পহৰা দিয়াৰ পাচত সেই অমংগলীয়া গাড়ীখন সেইখিনিত নোৰোৱা হ'ল। উত্তেজনাৰো শাম কাটিলে। আচলতে আমি একো ডাঙৰ কাম কৰা নাছিলোঁ। কিন্তু, আমি যিটো কৰিছিলোঁ, সেয়া হৈছে এটা পুৰণি ধাৰণা ভাঙি দিছিলোঁ: 'পঢ়ে পঢ়ুৱায় বোৱে পাণ। এই তিনিয়ে নিচিন্তে আন॥' আমি বিশ্বাস কৰিছিলোঁ, জাতীয় জীৱনৰ কৰা আঁতৰত থাকি ছাত্ৰৰ সাধনা পূৰ্ণ কৰিব নোৱাৰি।

জহৰ বন্ধটো ঘৰত কটাই যথাসময়ত কলেজলৈ উভতিছোঁ। মাজনিশা চাপৰমুখত আমাৰ কোঠাত আৰু কেইজনমান কটনিয়ান উঠিলহি। তেওঁলোকৰ মাজতে সোমালহি মোৰ সহপাঠী হীৰা শইকীয়া। সংস্কৃত 'অনাৰ্চ'ৰ ছাত্ৰ হীৰা শইকীয়াক মই সেইনিশা অন্য এটা মূৰ্তিত দেখা পালোঁ। সদায় 'অভিজ্ঞান শকুন্তলম্' ধৰণৰ পুথিবোৰত দাগ মাৰি পঢ়াত ব্যস্ত, অসময়ত তেওঁৰ কোঠালৈ গ'লে চশ্‌মাযোৰ নাকৰ আগলৈ টানি আনি আমনি পোৱাৰ ভাৱটো ঢাকিব নজনা সেই চুটি-চাপৰ ডেকাজন দেখোন একুৱা জুই! পাচতহে গম পালোঁ, উৰহী গছৰ ওৰ! তেওঁ সেইবাৰ ঘিলাধাৰীত চলা কৃষক আন্দোলনত ভাগ লৈয়েই কটাই দিলে—গোটেইটো জহৰ বন্ধ। কোঠাটোত সোমায়েই মোক দেখা পাই তেওঁ উগ্ৰ মূৰ্তি ধৰি ক'বলৈ

ধৰিলে, "হেৰা, তুমি কিন্তু এইবেলি টগৰ-বগৰ কৰিলে নহ'ব। শুনিছা নহয়, চৰকাৰৰ কাৰবাৰবোৰৰ কথা। এমুঠি মানুহে মাছে-মঙহে, ঘিঁউৰে-মৌৰে দকচি খাব, আৰু বাকী গোটেইমখাই পেটত গামোচা বান্ধি দিনৰ পাচত দিন কটাব লাগিব। তুমি ভয় নকৰিবা, আমি সমস্ত ত্যাগ কৰিবলৈ প্ৰস্তুত।"

মই পোনতে একো ধৰিব পৰা নাছিলোঁ। খবৰটো ময়ো পাইছিলোঁ যদিও, মই তাৰ ওপৰত প্ৰয়োজনতকৈ অধিক গুৰুত্ব দিয়া নাছিলোঁ। আমাৰ জহৰ বন্ধৰ ভিতৰতে অসম চৰকাৰে কটন কলেজক চুই কেইটামান নল'বলগীয়া সিদ্ধান্ত লৈছিল। এক, কটন কলেজত মাহেকীয়া পঢ়ুৱৈ মাচুলৰ হাৰ প্ৰতিটো খণ্ডপাতে শতকৰা ৫০ ভাগকৈ বঢ়াই দিয়া হ'ব। দুই, কটন কলেজত কলা আৰু বিজ্ঞান দুয়োটা শাখাকে ধৰি ছাত্ৰ-ছাত্ৰীৰ আসনৰ সংখ্যা কমাই মাথোন ১৫০০ত ধাৰ্য কৰা হ'ব। তিনি, ছাত্ৰাবাসবিলাকতো ছাত্ৰ-ছাত্ৰীবোৰে মাহিলি দিবলগীয়া মাচুলৰ হাৰ ৮ টকাৰ পৰা বঢ়াই ১২ টকাত ধাৰ্য কৰা হ'ব। হীৰা শইকীয়াই মোক ক'লে, "বুজিছা, আপিৰাম গগৈয়ে কৈছে— ভোটোক এনেয়ে গ'ল!" মই একো বুজি নেপালোঁ। তেওঁ কথাষাৰ ভাঙি ক'লে, 'কুশল কোঁৱৰৰ ঘৰুৱা নামটো আছিল ভোটোক। কোঁৱৰৰ ককাকৰ নাম আপিৰাম গগৈ। খিলাধাৰী আন্দোলনৰ সময়ত সিজনেই হুমুনিয়াহ কাঢ়ি কৈছিল—'মোৰ ভোটোক এনেয়ে গ'ল!' অৱশেষত, এটা সময়ত তেওঁ প্ৰস্তাৱ দিলে, "অলপ শোৱা ভাল নেকি! ইয়াৰ পাচত কতদিন উজাগৰে থাকিব লাগে— কোনে জানে! পুলিচ-মিলিটেৰীও লগাব—ইহঁতৰ কোনো বিশ্বাস নাই।" মই তেওঁক ক'লোঁ, "শুবলৈ লৈ লাভ নাই। গুৱাহাটী পাবলৈ নো আৰু কেইটা ষ্টেছন আছে বুলি ভাবিছা?" তেওঁ বাহিৰলৈ মূৰ উলিয়াই চালে। ময়ো চালোঁ। চকুত পৰিল, পূবেদি এচাটি মেঘধূলীয়া পোহৰ সিঁচৰতি হৈ পৰিছিল সমুখৰ পথাৰখনত।

কলেজ খোলাৰ দিনাখনেই ছাত্ৰ-দলবোৰৰ সভা-সমিতি বহিল। সকলোৱে একেটা দাবী। মাথোন উগ্ৰতা-নম্ৰতাৰ হেৰফেৰ। ময়ো ইউনিয়নৰ কাৰ্যকৰী সমিতিৰ বৈঠক পাতি পোনতে এটা সঁজাতী দল ৰাজধানী শিলঙলৈ পঠিওৱাৰ সিদ্ধান্ত ল'লোঁ। সেই অনুক্ৰমে

আমি তিনিজন শ্বিলং পালোঁগৈ—মই, টংকেশ্বৰ বৰা আৰু চৈয়দ মেৰাজ হুছেইন। আমি প্ৰথমতে শিক্ষা সচিব এম. চুলতানৰ দপ্তৰত এনেয়ে এটা সৌজন্যসূচক দৰ্শন দি চৰকাৰৰ মনোভাৱ সম্পৰ্কে প্ৰাথমিক কথাখিনি জানি ল'লোঁ। তাৰ পাচত, শিক্ষামন্ত্ৰী শ্বিলঙত নথকা বুলি জানি শিক্ষা বিভাগৰ সংসদী সচিব মহেন্দ্ৰমোহন চৌধুৰীক লগ ধৰিলোঁগৈ। তেখেতে তেতিয়া বাকচ-যঁতৰত সূতা কাটি আছিল। আমাৰ কথাবোৰ শুনিলেহে—সমাধান দিয়াৰ ভাৰ শিক্ষা-মন্ত্ৰী মতিৰাম বৰাৰ গালৈ ঠেলি দিলে। বৰা ডাঙৰীয়াই কিন্তু আমাৰ লগত দীঘলীয়াকৈয়ে আলোচনা কৰিলে। মই কেইটামান কথা আঙুলিয়াই দিলোঁ। পঢ়ুৱৈ মাচুলৰ হাৰ বঢ়াই দিয়াটো কল্যাণকামী ৰাষ্ট্ৰাদৰ্শৰ পৰিপন্থী। কেইটকা বঢ়োৱা হ'ল, সেয়া ডাঙৰ কথা নহয়—কিন্তু তাৰ অন্তৰালত প্ৰচ্ছন্ন হৈ থকা শিক্ষা-সংকোচনৰ মনোভংগীটোহে ডাঙৰ কথা। দ্বিতীয়তে, মই আঙুলিয়াই দেখুৱালোঁ, চৰকাৰৰ সেই মনোভংগীটো স্পষ্টকৈ প্ৰকাশ পাইছে কটন কলেজত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা মাথোন ১৫০০জনতে সীমা বান্ধি দিব খোজা নীতিটোত। তেখেতে তাৰ মাজতে ক'লে, "চৰকাৰে কি কৰিব! অলপতে প্ৰকাশিত ৰাধাকৃষ্ণণ আয়োগৰ প্ৰতিবেদনত কোৱা হৈছে. কোনো কলেজত ১৫০০জনতকৈ বেচি ছাত্ৰ-ছাত্ৰী থাকিব নালাগে।" মই তেতিয়া তেখেতক ক'লোঁ, ৰাধাকৃষ্ণণ আয়োগে তেনেকুৱা কথা কতোৱেই কোৱা নাই। আচলতে, আয়োগে কোৱা কথাষাৰৰ এটা অপব্যাখ্যাহে দাঙি ধৰা হৈছে। মই ভাঙি-পাতি ক'লোঁ, কোনবোৰ কলেজত ছাত্ৰ-সংখ্যা সীমিত হ'ব—সেই কথাষাৰ কোৱাৰ আগতে আয়োগে 'কলেজ' শব্দটোৰ আগত এটা বিশেষণ পিন্ধাই লৈছে। সেই তাৎপৰ্যপূৰ্ণ বিশেষণটো হ'ল "Unitary"। সেই শব্দটোৰ অভিধানগত অৰ্থ দুটা হ'ব পাৰে। এক, তাৰ মানে হ'ব পাৰে Regional বা আঞ্চলিক। সেইটো অৰ্থত কটন কলেজ Unitary নহয়। কাৰণ, ৰাজ্যখনত দ্বিতীয় এটা চৰকাৰী কলেজ নাই। গতিকে, অসম চৰকাৰক কোনেও ক'ব নোৱাৰে—কটন কলেজটো বিশেষ কোনোবা Unit-ৰ কলেজ! দুই, শব্দটোৰ অন্য এটা অৰ্থ হ'ব পাৰে, One that teaches in a single unit or faculty of knowledge। সেই

অৰ্থাৎ কটন কলেজ Unitary নহয়। কাৰণ, ইয়াত আৰ্টছ আৰু চায়েন্স নামৰ 'দুটা ফেকাল্টি বা ইউনিট' আছে। আৰু সেই-ফালৰ পৰা বিবেচনা কৰিলে কটন কলেজত আসনৰ সংখ্যা বঢ়াই ৩০০০ কৰিলেহে প্ৰতিবেদনখনৰ সন্মান ৰক্ষা পৰিব! মোৰ কথাখিনি শুনি তেখেতে বৰ আমোদ পালে। তেখেতে হাঁহি হাঁহি ক'লে, "তুমি বৰ ভাল উকীল হ'ব পাৰিবাহেঁ। তুমি বি.এ. পাছ কৰি ওকালতী পঢ়িবা।" তাৰ পাচত তেখেতে ক'লে, "মই বাৰু তোমাৰ এই দুটা কথা মানি ল'লোঁ বুলি ধৰি লোৱাঁ। তোমালোকে আকৌ মানিয়েই ল'লোঁ বুলি নাভাবিবা। কিন্তু হোষ্টেলৰ মাচুলটোৰ কথা? গুৱাহাটীৰ ক'ৰবাত জানো ইমান কম ভাৰাত কোনোবাই তোমালোকক থাকিবলৈ দিব?" মই ক'বলৈ সুবিধাই পালোঁ, হোষ্টেল আৰু হোটেল একে ধৰণৰ ঘৰ নহয়। হোষ্টেলৰ 'ছিট-ৰেণ্ট' বোলা বস্তুটো মাথোন ৰাতি শুই থাকিবলৈ খাট এখন পোৱাৰ কাৰণে দিয়া এটা ৰেহাই মূল্যৰ ভাৰা নহয়। সেয়া তাত থকা ছাত্ৰজনৰ দৈহিক, বৌদ্ধিক আৰু নৈতিক সুস্থতা অব্যাহত ৰক্ষণৰ দায়িত্ব লোৱাৰ বাবে অভিভাৱকে কলেজ কৰ্তৃপক্ষক দিয়া এটা অৰিহণাহে। আৰু সেই অৰিহণা গ্ৰহণ কৰি, কলেজখন যিহেতু চৰকাৰী, চৰকাৰে আচলতে দেশৰ প্ৰতি থকা দায়িত্ব পালন কৰিব বুলি এক অদৃশ্য চুক্তিতহে আৱদ্ধ হয়। তেখেতে আকৌ এবাৰ হাঁহি হাঁহি ক'লে, "তোমাৰ নিচিনা ল'ৰাবোৰক বৃত্তি দি বিলাতত বেৰিষ্টাৰী পঢ়িবলৈ পঠাব লাগে। পিচে, কি হ'ল জানা? চৰকাৰে যেতিয়া একোটা নীতি ঘোষণা কৰি দিয়ে, চৰকাৰে সেইটো কোনোপধ্যে সলাব নোৱাৰে। চৰকাৰৰ মৰ্যাদাৰক্ষাৰ প্ৰশ্নটো আহি পৰে। তোমালোক যোৱাগৈ। পঢ়া-শুনা কৰাগৈ।" কথাষাৰত যদি প্ৰচ্ছন্ন কিহবাৰ ইংগিত আছিল, মই ক'ব নোৱাৰোঁ। মই তেতিয়া গোটেইখিনি কথা সামৰি ক'লোঁ, "আপুনি নিশ্চয় আমাৰ কথাত পতিয়ন গৈছে, আপোনালোকৰ তিনিওটা ঘোষণাই অগণতান্ত্ৰিক আৰু চৰকাৰৰ দ্বাৰা বহুঘোষিত শিক্ষা-বিস্তাৰণ নীতিৰ সম্পূৰ্ণ পৰিপন্থী। গতিকে, আপোনাসকলে ইয়াৰ সংশোধনৰ বাবে কি ব্যৱস্থা ল'ব—কওক।" তেখেতে তেতিয়া অলপ গহীন হৈ লৈ ক'লে, "তোমালোকক দেখোন ক'লোঁৱেই। এটা সিদ্ধান্ত লোৱাৰ পাচত সেইটো তেনেকৈ নাকচ কৰি দিব নোৱাৰি।"

মন্ত্ৰো ভেতিয়া আমাৰ কাণৰ পৰা স্পষ্ট কথা জনাই থৈ আহিলোঁ,
"তেনেহ'লে আপোনাসকলে আমাক আন্দোলনৰ বাটলৈ ঠেলি দিছে।"

সেই আন্দোলনটোৰ কথা অলপ দীঘলীয়াকৈয়ে ক'ম বুলি ভাবিছোঁ। কাৰণ ভাৰত স্বাধীন হোৱাৰ পাচত সেইটোৱেই অসমত সংঘটিত প্ৰথম এক গুৰুত্বপূৰ্ণ ছাত্ৰ-আন্দোলন।

## ॥ ছাত্ৰ-আন্দোলনৰ জোৱাৰত ॥

"Life is a flame that is always burning itself out ;
but it catches fire everytime a child is born.
Life is greater than death, and hopethan despair.
I will do the work that comes to
me only if I know that is good work."

—George Bernard Shaw.

তেতিয়ালৈকে মই ব্যস্ত আছিলোঁ, মোৰ চিনাকি জগতখনৰ লগত আৰু বেচি চিনাকি হ'ব খোজা কথা এটাৰ লগত। অধ্যাপক ৰায়হান শ্বাহে মোক এটা নতুন খবৰ দিছিল। চেক্সপীয়েৰৰ প্ৰায়বোৰ নাটকৰ 'ভেৰিয়ৰাম সংস্কৰণ'বোৰৰ আস্তিত্বৰ কথা মোক পোনতে সেই অধ্যাপকজনেই দিছিল। পঢ়ি গম পাইছিলোঁ, কত যে বিচিত্ৰ কথাই পোৱা যায় সেই সংস্কৰণৰ নাটকবোৰত! 'মাৰ্চেণ্ট অৱ ভেনিচ'খনৰ সেই সংস্কৰণটোত পাইছিলোঁ এটা বৰ আমোদজনক তথ্য। আমেৰিকাৰ কেইজনমান ইহুদী নাগৰিকে সেই দেশৰ সৰ্বোচ্চ আদালতত কোন কাহানিবাই মৰি ভূত হোৱা চেক্সপীয়েৰৰ বিৰুদ্ধে এটা গোচৰ তৰিছিল, বোলে চেক্সপীয়েৰে ইহুদী জাতিটোক অন্যায় কৰিছে! বিচাৰৰ সময়ত ফৰিয়াদীৰ পক্ষে এজন কচায়ে সাক্ষী দিছিল, তেওঁৰ দোকানৰ পৰা হেনো মাংস কিনিবলৈ অহা কোনো মানুহেই তেজৰ চিন-মোকাম নোহোৱা শুকান খৰ্খৰীয়া মাংস কিনিবলৈ নাহে। ইহুদী পক্ষৰ উকীলে তাৰে খেও ধৰি কৈছিল, চেক্সপীয়েৰে তেজ আৰু মঙহ দুটা বেলেগ বস্তু বুলি এটা অপ্ৰাসংগিক যুক্তি উলিয়াই ছাইলকক ইচ্ছা কৰিয়েই হাঁহিয়াতৰ পাত্ৰ কৰি থৈ গ'ল! কিতাপখনত আদালতৰ ৰায়টোও আছে। ৰায়টো হ'লগৈ—মৰ্কিন যুক্তৰাষ্ট্ৰত চেক্সপীয়েৰৰ সেই নাটকখন কিতাপৰ বজাৰত বিক্ৰী কৰাত কোনো বাধা নাই ; কিন্তু কোনেও সেইখন নাটঘৰত তুলিব নোৱাৰে! চেক্সপীয়েৰীয় সমালোচনা-সাহিত্যৰ এইটো এটা অনতিজ্ঞাত দিশ। 'কিং লিয়েৰ' আৰু 'হেমলেট'বো ভেৰিয়ামৰ সংস্কৰণ দুটা পাঢ়ি উঠি চেক্সপীয়েৰৰ লগত

আৰু বেচি গভীৰভাৱে চিনাকি হৈছিলোঁ। হয়তো সেইটো বাটেৰেই গৈ থাকিলোঁহেঁতেন!

কিন্তু, সময়ৰ চোৰে মোক উটুৱাই নি অন্য এখন জগতৰ লগতহে চিনাকি কৰি দিলেগৈ। অথচ, সেই জগতখনত আজিও মই প্ৰবাসী হৈয়েই ৰৈ গ'লোঁ। অস্বস্তিটো প্ৰবাসীৰ নহ'লেও অনাখৰীৰ।

শিলঙৰ পৰা উভতি আহি মই কলেজ ইউনিয়নৰ সভাপতি অধ্যাপক করুণানন্দ দত্তক সংজাতী দলৰ নিষ্ফল যাত্ৰাৰ কথাখিনি কলোঁহি। তেখেতে সকলো কথা শুনি উঠি মোক পৰামৰ্শ দিলে, কাৰ্যকৰী সমিতি পাতি লাভ নাই—বৰং সাধাৰণ সভা আহ্বান কৰাই ভাল। প্ৰসংগক্ৰমে কৈ থওঁ, এইগৰাকী অধ্যাপকো কটন কলেজৰ এজন অতি স্বনামধন্য লোক আছিল। কলিকতা বিশ্ববিদ্যালয়ৰ স্বৰ্ণপদকপ্ৰাপ্ত ইতিহাসৰ এম.এ. আছিল অধ্যাপক দত্ত। আচাৰ্য যদুনাথ সৰকাৰ তেখেতৰ সহপাঠী আছিল; আৰু এম.এ. পৰীক্ষাত অধ্যাপক দত্তই সিগৰাকীক পৰাভূত কৰি ১ম শ্ৰেণীৰ ১ম স্থান অধিকাৰ কৰিছিল। দুৰ্ভাগ্য, অধ্যাপক দত্ত অসমীয়া হৈ উপজিছিল। সেই কথাষাৰ থাকক। আমাৰ ইউনিয়নৰ সভাপতি হিচাপে তেখেতে তেখেতৰ দায়িত্ব ক্ৰুটিহীনভাৱে সম্পাদন কৰি আমাৰ সকলোৰে শ্ৰদ্ধা আৰ্জন কৰিছিল। এদিনৰ কথা মোৰ মনত পৰে। কিবা এটা কথাত চূড়ান্ত মীমাংসাৰ বাবে সভাপতিৰ ফেৰ মৰা ভোটটোৰ প্ৰয়োজন হৈ পৰে। তেখেতে তাকে নকৰি সিকি এটা জেপৰ পৰা উলিয়াই চিত-পট খেলি চূড়ান্ত সিদ্ধান্ত দিবলৈ ল'লে। প্ৰশ্ন উঠিল, সেইটো বৈধানিক কাম হ'বনে নহয়। তেখেতে তেতিয়া একালৰ পৰা কৈ যাবলৈ ধৰিলে—পৃথিৱীৰ কোন কোন ৰাষ্ট্ৰৰ সংবিধানত চিত-পট খেলি চূড়ান্ত মীমাংসা দিয়াটো কেনেদৰে বৈধানিক ৰূপ দিয়া আছে, আন্তৰ্জাতিক ফুটবল সংঘ 'ফিফা' প্ৰভৃতি বিভিন্ন শ্ৰদ্ধেয় অনুষ্ঠানবোৰৰ ক'ত ক'ত চিত-পট খেলৰ যোগেদি চূড়ান্ত মীমাংসা দিয়াৰ ব্যৱস্থা কেনেদৰে সিবিলাকৰ সংবিধানত সংকলিত হৈছে। সেই দীঘলীয়া আলোচনাৰ অন্তত তেখেতে তেখেতৰ 'ৰুলিং'টো দিছিল—সভাপতিয়ে ফেৰ মৰা ভোট নিদি চিত-পট খেলিও সমানে বৈধ শেষ-সিদ্ধান্ত দিব পাৰে; আৰু বৰং সেইটোহে বেচি বাঞ্ছনীয়। সেই বিদগ্ধ 'ৰুলিং'টো লিখি থ'ব পৰা হ'লে, এটা সুন্দৰ প্ৰবন্ধ থাকি গ'লহেঁতেন। মোৰ

সকলোৰে মনত আছে; তেখেতে কৈছিল হলেণ্ডৰ ওৱেমেঞ্চাৰ সংবিধানত এই ব্যৱস্থটো পৰিপূৰ্ণৰূপে স্বীকৃত।

নিৰ্দিষ্ট দিনত অধ্যাপক দত্তৰ সভাপতিত্বত চুউমাৰ্চন হলত সাধাৰণ সভা বহিল। মই যেতিয়া সঁজাতী দলৰ টোকাটো দাঙি ধৰিলোঁ, তেতিয়া ভালেমান ছাত্ৰই চৰকাৰৰ মনোভাৱ তীব্ৰ ভাষাৰে সমালোচনা কৰিলে। দুই-এজনে সেই সমালোচনা আগচি ধৰিবলৈ গৈ যেনিবা কেঁচা বৰলৰ বাঁহটোহে জোকাই ল'লে। এনে সময়তে, ৰাই.এছ.এল.-ৰ ছাত্ৰ-নেতা মোৰ সহপাঠী-বন্ধু অনিলেন্দ্ৰ শৰ্মাই চৰকাৰে অবিলম্বে জনতা-বিৰোধী শিক্ষা-সংকোচনৰ ব্যৱস্থা কেইটা প্ৰত্যাহাৰ কৰি নল'লে কটন কলেজ অচল কৰি দিয়াৰ প্ৰস্তাৱ এটা উত্থাপন কৰিলে। লগে লগে ছাত্ৰ ফেডাৰেশ্যনৰ নেতা মোৰ সহপাঠী-বন্ধু দুলাল খাউণ্ডে প্ৰস্তাৱটো জ্বালাময়ী ভাষাৰে সমৰ্থন কৰিলে। কিন্তু, সেই প্ৰস্তাৱটো সভাপতি অধ্যাপক দত্তই ইউনিয়নৰ সংবিধানবিৰোধী বুলি নাকচ কৰি দিলে। ছাত্ৰসকল জাঙুৰ খাই উঠিল। লগে লগে সভাপতিয়ে সভা ভংগ হ'ল বুলি ঘোষণা কৰি সভা-কক্ষ এৰি গুচি গ'ল। মোৰ সহপাঠী বন্ধু দুজনে সভা ভংগ বুলি সভাপতিয়ে ঘোষণা কৰা কথাষাৰ অবৈধ বুলি সৰৱে ঘোষণা কৰি অৱস্থাটো আয়ত্তলৈ আনিলে। তেওঁলোকে সাধাৰণ ছাত্ৰ-ছাত্ৰীৰ হৈ মোকেই সেই সভাখন চলাই নিবলৈ অনুৰোধ কৰিলে। লগে লগে আগতে উত্থাপিত প্ৰস্তাৱটো সৰ্বসম্মতিক্ৰমে গৃহীত হ'বলৈ বেচিপৰ নালাগিল। প্ৰস্তাৱটো কাৰ্যকৰী কৰিবৰ কাৰণে এখন সৰ্বোচ্চ-ক্ষমতাসম্পন্ন 'সংগ্ৰাম পৰিষদ' গঠিত হ'ল। সেই সংগ্ৰাম পৰিষদ ( Council of Action )-ৰ ভালেকেইজন সদস্যৰ নাম আজিও মোৰ মনত আছে। তেওঁলোক আছিল : অনিলেন্দ্ৰ শৰ্মা, দুলাল খাউণ্ড, চৈয়দ মেৰাজ হুছেইন, দুলাল বৰুৱা, দিলীপ বৰুৱা, হীৰা শইকীয়া, ভবেশ খাউণ্ড, ভূপেন শৰ্মা, সদা শইকীয়া, তৰুণ বৰুৱা, মহেশ্বৰ শৰ্মা, গীতা দাস আৰু কেইজনমান, যিকেইজনৰ নাম মোৰ সোঁৱৰণীৰ কোঠাটোৰ পৰা পাহৰণিয়ে গিলি নিলে। সেই সভাতে থিৰাং হ'ল, জৰুৰীকালীন পৰিস্থিতিত আৱশ্যকীয় ব্যৱস্থা লোৱাৰ সকলো ক্ষমতাৰে সৈতে সংগ্ৰাম পৰিষদৰ আহ্বায়কৰূপে থাকিব লাগে মই।

পোনতে আমি কলেজতে খুচুৰা ধৰ্মঘট কৰিলোঁ—এদিনীয়াকৈ আৰু তিনিদিনীয়াকৈ। কোনো সঁহাৰি নাই। অসমৰ বিভিন্ন কলেজলৈ—মাথোন সাত নে আঠখনহে আছিল সেই সময়ত—আমাৰ কটকী পঠিয়ালোঁ। নিৰ্দিষ্ট দিনত আটাইবোৰ কলেজৰ ছাত্ৰ-ছাত্ৰী-সকলে আমাক সমৰ্থন জনাই ধৰ্মঘট কৰিলে। কিন্তু, কাৰো কোনো সঁহাৰি নাই।

ধৰ্মঘট, শ্ৰেণী বৰ্জন ইত্যাদি এবিধ কথাৰ গোন্ধ পালেই এবিধ ছাত্ৰ শিঁয়ৰি উঠে। লক্ষ্য কৰিছিলোঁ, সেই সকলৰ সৰহভাগেই ছাত্ৰ কংগ্ৰেছৰ সদস্য। অথচ, আমাৰ সংগ্ৰাম পৰিষদত সেইটো ছাত্ৰ-অনুষ্ঠানৰ সভ্যায়ো সদস্য পদ লৈ নিষ্ঠাৰে সৈতে কাম কৰি গৈছিল। আৰু এটা কথা লক্ষ্য কৰিছিলোঁ, যিকেইজন দৰাচলতে মেধাবী ছাত্ৰ আছিল, তেওঁলোকৰ কোনেও আমাৰ আন্দোলনৰ বিৰোধিতা যে কৰা নাছিল, আনকি সৰহভাগেই আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। মোৰ মনত পৰে, প্ৰশান্ত বেজবৰুৱা আৰু প্ৰতুল শৰ্মাৰ কথা। দুয়োজনে ক্ৰমে আই.এছ চি. আৰু আই এ. পৰীক্ষাত ৫ম স্থান অধিকাৰ কৰিছিল ; দুয়ো সৰ্বস্ব পণ কৰি আমৰণ অনশনতো ভাগ লৈছিল। মোৰ মনত পৰে, ননী কলিতাৰ কথা—যিজনে প্ৰবেশিকা পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত ১ম স্থান অধিকাৰ কৰিছিল। তেৱোঁ সেই আন্দোলনত সৰ্বান্তঃকৰণেৰে যোগ দিছিল। আনহাতে, পঢ়া-শুনাত শেষৰ শাৰীত থকা ছাত্ৰকেইজনৰে চিঞৰ-বাখৰ শুনিছিলোঁ বেচি : বোলে 'ছাত্ৰানাং অধ্যয়নং তপঃ'। স্বাধীনতা আন্দোলনৰ সময়তো এইসকলকে আন্দোলন আগচি ধৰা দেখিছিলোঁ। স্বাধীনতাৰ পাচতো প্ৰতিটো আন্দোলনত প্ৰতিক্ৰিয়াশীল ভূমিকা লোৱা ছাত্ৰ এইমুঠিকেই দেখি আহিছোঁ। যি কি নহওক, গণতান্ত্ৰিক সমাজ এখনত এনেবোৰ মানুহৰ, এনেবোৰ ছাত্ৰৰ কণ্ঠস্বৰ উপেক্ষা কৰিব নোৱাৰি। সেইবোৰ কথা ভাবি-গুণিয়েই মই এটা বেচৰকাৰী সূত্ৰৰ যোগেদি আমাৰ সমস্যাটোৰ সমাধান সন্ধান কৰি চাব খুজিলোঁ। দুলাল খাউণ্ডে মোক সকীয়াই দিছিল, নিষ্ফল হ'ব। ময়ো জানিছিলোঁ। নেজানিছিলোঁ মাথোন কবি কালিদাসে বিৰহী যক্ষৰ মুখত দিয়া সেই কথাষাৰ : "যাচ্ঞা মোঘা বৰমধিগুণে নাধমে লব্ধকামা।"—বোলে, মহৎজনক খুজি বিফল

হ'বা—সিয়ো ভাল : অধম কাবোবাক খুজি সফল হৈয়ো সেই আনন্দ নাই !

সেই সময়ত বজ্ঞা ভণ্ডা-পতা কৰিব পৰা মানুহ বুলিবলৈ এজনেই আছিল—ডাঃ ভুবনেশ্বৰ বৰুৱা। ইকাণ-সিকাণকৈ বাগৰি আহি আমাৰ কাণতো পৰিছিলহি সেই কথাষাৰ—ডাঃ বৰুৱাই হেনো সমস্যাটো সমাধান কৰি দিয়াত নিজৰ শুভেচ্ছাখিনি প্ৰয়োগ কৰিবলৈ আগ্ৰহী ; সঙ্ক কথা কেইটামান লৈয়েই ইমানখন কুৰুক্ষেত্ৰ হৈ পৰাটো তেখেতে বাঞ্ছা নকৰে ! ক্ষতি কি, এবাৰ এই 'আপুনি বজা নহ'লেও বজায়ো যাক ডৰায়' বোলা মানুহজনৰ ওচৰলৈ এবাৰ যোৱাত ! আমি প্ৰায় ২৫।৩০ জনমানৰ দল এটা তেখেতৰ ওচৰলৈ গ'লোঁ। তেখেতে আমাৰ কথা যে মুশুনিলেই, আমাক বহুত কটু কথা শুনাই দিলে। বৰং ক'ব পাৰি, তেখেতে আমাক দস্তুৰমতে খেদাই দিলে। আমাৰ মাজত ভবেশ খাউণ্ড আছিল ছাত্ৰ কংগ্ৰেছৰ সভ্য ; গতিকে, তেওঁ সেই কালৰ অসমৰ এই বিধান বাবুজনৰ কিছু আসৈ পাই থৈছিল। তাকো ব্যৱহাৰ কৰি চালে ; কিন্তু তেওঁক ডাঃ বৰুৱাই সেইদিনা গালিত ভিধগতি দেখুৱালে। ডুলাল খাউণ্ডে মোৰ পিনে খংমুৱাকৈ চালে। চালে, 'পালানে এতিয়া' ধৰণৰ সপ্ৰশ্ন চাৱনি এটাৰে। মই তেওঁক ক'লোঁ, "নৰক-দৰ্শনৰো এটা প্ৰয়োজন আছে।"

আমাৰ সংকল্প দৃঢ়তৰ হৈ উঠিল।

নানা ঘাত-প্ৰতিঘাতৰ ফলস্বৰূপে, ইয়াৰ ভিতৰতে কথাষাৰ স্পষ্ট হৈ উঠিল—চৰকাৰ বোলা বস্তুটো এটা হাতী। বেজীৰ খোঁচেৰে তাক লৰাব নোৱাৰি। ডুই-এটা খুচুৰা ধৰ্মঘটেৰে একো কাম নহ'ব। আন্দোলনটো আমি বৃহত্তৰ চোতাললৈ লৈ যোৱাৰ কথা চিন্তা কৰিলোঁ। তাৰে প্ৰথম পদক্ষেপ হিচাপে গুৱাহাটীৰ আটাইকেয়োখন কলেজৰ ইউনিয়ন কেইটাক সামৰি এখন যুটীয়া কৰ্ম পৰিষদ গঠন কৰা হ'ল। নামত যদিও কৰ্ম পৰিষদ আছিল, দৰাচলতে সেইখন আমাৰ বাবে পৰামৰ্শ সমিতিৰ লেখীয়াহে আছিল। সিখনৰ সভাপতি নিৰ্বাচিত হৈছিল, তেতিয়াৰ আৰ্ল ল কলেজ ইউনিয়নৰ সাধাৰণ সম্পাদক আৰিফ আলি। বি. বৰুৱা কলেজ ইউনিয়নৰ সাধাৰণ সম্পাদক গৰাকীৰ সমৰ্থন আমাৰ বিচাৰত কিয় জানো অলপ কুহুমীয়া আছিল। তুলনাত সন্দিকৈ ছোৱালী কলেজ ইউনিয়নৰ সাধাৰণ

সম্পাদিকা অনুপাল দাস ( বৰ্তমান ৰায়চৌধুৰী )-ৰ উমাল সঁহাৰি আমাৰ সকলোৰে কাৰণে অনুপ্ৰেৰণাৰ কাৰণ আছিল। পৰৱৰ্তী পদক্ষেপত আন্দোলনটো আমি ৰাজপথলৈ লৈ গ'লোঁ। ৰাজহুৱা সভা-সমিতি পাতি আমি সৰ্বসাধাৰণ ৰাইজক বুজাবলৈ ল'লোঁ—সমস্যাটো মাথোন দুই-চাৰি টকা মাচুল বৃদ্ধিত সীমাবদ্ধ নহয়; ইয়াৰ লগত জড়িত হৈ আছে এটা প্ৰমূল্য-সম্পৰ্কীয় প্ৰশ্ন। প্ৰশ্নটো হ'ল, অসম চৰকাৰে কাৰ প্ৰতিনিধিত্ব কৰে আৰু নিজকে মাথোন এমুঠি মানুহৰ স্বাৰ্থৰ লগত জড়িত কৰি ৰাখিছে নে দেশখনৰ সৰ্বস্তৰৰ সকলো মানুহৰ স্বাৰ্থৰ লগত জড়িত কৰিবলৈ ওলাইছে? প্ৰশ্নটো হ'ল, সুদূৰ ভৱিষ্যতৰ কাৰণেও চৰকাৰে এইটো নীতিৰ প্ৰথম খুঁটিটো পুতিছে নেকি, বজাৰ-মূল্য বৃদ্ধিৰ নামত শিক্ষা-ব্যৱস্থাটো ইয়াৰ প্ৰতিটো দিশতে মহঙা কৰি নি গৈ থাকিব আৰু সেইদৰে অৱশেষত উচ্চতৰ শিক্ষা সৰ্বসাধাৰণৰ হাতে ঢুকি নোপোৱাত থ'বগৈ! চি.পি আই. আৰু সমাজবাদী দল—এই দুটা দলৰ বহুতো কৰ্মী আৰু নেতাই ব্যক্তিগত পৰ্যায়ত আমাক সহায়-সহানুভূতি দেখুৱাবলৈ আগবাঢ়ি আহিল। মোৰ মনত পৰে, ৰেলৱে' মজদুৰ ইউনিয়নৰ জনপ্ৰিয় নেতা প্ৰিয় গুপ্তৰ অকুণ্ঠ সহানুভূতিৰ কথা। তাকে দেখি কংগ্ৰেছৰো এদল কৰ্মী আৰু নেতা আমাৰ আন্দোলনৰ বিষয়ে কুৎসা ৰটনা কৰিবলৈ ওলাই আহিল।

কৰ্তৃপক্ষৰ ফালৰ পৰা আমাৰ সকলোৰে প্ৰতিযোগিতামূলক বৃত্তিবোৰ বন্ধ কৰি দিয়া হ'ল। আমাৰ ফালৰ পৰা আমিও তেনেকৈ মাহিলি পঢ়ুৱৈ মাচুল আৰু ছাত্ৰাবাসৰ আসন-মাচুল আদায় কৰা বন্ধ কৰি দিলোঁ। কেৱল এগৰাকী ছাত্ৰীয়ে সকলোৰে স্বাৰ্থ উপেক্ষা কৰি মাচুল দি বীৰত্ব প্ৰদৰ্শন কৰিছিলগৈ। ভবেশ খাউণ্ডে ছাত্ৰসকলৰ সভাত তেওঁক 'গেলা আলুগুটি' আখ্যা দি সেইটো বাচি পেলোৱাৰ কথা কৈছিল। তেতিয়াৰে পৰা সিগৰাকীক বহুত দিনলৈ কটনিয়ান সকলে সমাজিকভাৱে বৰ্জন কৰি থৈছিল। যি কি নহওক, পৰৱৰ্তীকালৰ সিগৰাকীয়ে ৰাজনৈতিক জীৱনত নতুন ভূমিকা গ্ৰহণ কৰি জনসেৱাৰ বিশিষ্ট দৃষ্টান্ত দেখুওৱাটো যথেষ্ট তাৎপৰ্যপূৰ্ণ। আজি উভতি চাই ভাবিছোঁ, ডঃ ৰাধাকৃষ্ণণে কি সুন্দৰ কথাষাৰ কৈ থৈ গৈছে: "সন্ন্যাসীৰো অতীত আছে, হত্যাকাৰীৰো ভৱিষ্যত।"

সেই সময়তে আৰু এটা ঘটনা ঘটিছিল। প্ৰায় একে ধৰণৰে। প্ৰথম ঘটনাটোৰ দুদিনমান পাচতে অন্য এগৰাকী ছাত্ৰীও তেনেকৈ মাচুল দিবলৈ গৈছিল। কেইবাগৰাকী ছাত্ৰই দুৱাৰমুখত শুই বাধা দিয়া দেখি উভতি গৈছিলগৈ। এনেতে এজন অধ্যাপকে তেওঁৰ পৰা টকাকেইটা লৈ শুই থকা ছাত্ৰ এজনৰ—যিমানদূৰ মনত পৰে সদা শইকীয়াৰ—বুকুত ভৰি থৈ ভিতৰলৈ সোমাই মাচুল আদায় দি আহিছিলগৈ। কোনোবা এজনে খেদা মাৰি সেই গভাইত অধ্যাপক-জনক দীঘলীপুখুৰীৰ পাৰৰ এটা দুই মহলীয়া ঘৰৰ ওপৰ-মহলাত থৈ আহিছিলগৈ। মই পাচত সেই বন্ধুজনক নিৰলে সুধিছিলোঁ, "তোমাৰ বাৰু ইমান খং উঠিছিল কিয়? হেজাৰ হওক, পৰিচয়টো অধ্যাপক বুলি নহয় জানো?" তেওঁ তেতিয়া উত্তৰ দিছিল, "তাকো তুমি অধ্যাপক বুলি কোৱা নে? সি তো মানুহেই নহয়—এটা পাষণ্ড! তেনেকুৱা পাষণ্ড ক্ষমাৰ অযোগ্য।" সেইদিনা সদা শইকীয়াই মোক মাথোন কামিজৰ বুতামকেইটা খুলি বুকুখন উদঙাই দেখুৱাইছিল—মুখেৰে একো ক'ব পৰা নাছিল। ভাবিলে আচৰিত হওঁ, এই স্বাৰ্থান্বেষী অধ্যাপকজনে আকৌ শেষ-জীৱনত সাহিত্যিকৰ মুখা পিন্ধিছিল! নিতৌ কপালত জুইশলা-কাঠিটোৰ মূৰেৰে লোৱা চন্দনৰ ফোট এটা পিন্ধিছিল, আৰু ডিঙিত এডাল টাই! পৰৱৰ্তী জীৱনত আকৌ লগ পাইছিলোঁ, সহকৰ্মী হিচাপে। আবেলি কলেজতে বেডমিণ্টন খেলি উঠি একাপ গাখীৰ খায়। এদিন মোক কৈছিল, "ঘৰত খাব নোৱাৰি। ল'ৰা-ছোৱালীবোৰকো দিব লাগিব, নহয়।" ভাগ্য ভাল, চৰকাৰে তেওঁক অশোক-চক্ৰ এটা পিন্ধাবলৈ বিচাৰি নেপালে।

পৰৱৰ্তী পদক্ষেপত কৰ্তৃপক্ষই আমাৰ সকলোকে, যিহেতু কোনেও ছাত্ৰাবাসৰ আসন-মাচুল দিয়া নাছিলোঁ, হোষ্টেল এৰি গুচি যাবলৈ নিৰ্দেশ দিলে। আমিও সেই নিৰ্দেশ অমান্য কৰি ক'লোঁ, আৱশ্যক হ'লে তেখেতসকলৰ কাৰণে পুলিচ মাতি পঠিওৱাৰ পথ মুকলি আছে। তেখেতসকলে অন্য এটা উপায় বিচাৰি পালে। এদিন আমাৰ আটাইবোৰ হোষ্টেলতে ভাত-জলপানৰ মেচ বন্ধ কৰি দিলে, যদিও আমি সকলোৱে মেচ-খৰচৰ মাচুল নিয়মীয়াকৈ দিয়েই আছিলোঁ। ওৰেদিনটো আমি নোখোৱা-নোবোৱাকৈয়ে কটাই দিলোঁ বুলিয়েই ক'ব

পাৰি। মাজতে মাধোন জিস্কাৰাম দাসৰ দোকানত আমি চাহ-জলপান খাই আহিছিলোঁগে—আমাৰ গাঁঠিৰ ধন ভাঙি। গধূলি খবৰ পালোঁ, কস্মপলিটান হোষ্টেলত মিটিং কৰি থাকোঁতে এনো কলেজৰ অধ্যক্ষ আৰু সকলোবোৰ হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্টক ছাত্ৰসকলে ঘেৰাও কৰি থৈছে। ঘেৰাও শব্দটো তেতিয়ালৈকে অপ্ৰচলিত; গতিকে খবৰ দিওঁতাজনে 'আটক' শব্দটোহে প্ৰয়োগ কৰিছিল। উভতি চাই ভাবিছোঁ, অসমৰ ৰাজনৈতিক ইতিহাসত সেইটোৱেই 'ঘেৰাও'ৰ প্ৰথম নিদৰ্শন নেকি! যি কি নহওক, মই কস্মপলিটান হোষ্টেললৈ ঢাপলি মেলিলোঁ।

গৈ দেখিলোঁ, বিৰ দি সন্ধি পাবলৈ নোহোৱা হৈ আছে। চুপাৰিণ্টেণ্ডেণ্টৰ অফিচৰ দুৱাৰমুখত গুই আছে—তৰুণ বৰুৱা, মহেশ্বৰ শৰ্মা প্ৰমুখ্যে তিনি-চাৰিজন; বাকী বহুতেই মজিয়াত বহি আছে, দেৱালৰ গা'ত আঁউজি লৈ। বাহিৰত দুলাল বৰুৱাই চিঞৰি চিঞৰি কৈ আছে, "কাইলৈ যেতিয়া কথাষাৰ প্ৰচাৰ হৈ যাব—আমি আজি গোটেই দিনটো নোখোৱা-নোবোৱাকৈ আছোঁ, তেতিয়া কি ঘটনা ঘটিব কোনোবাই ভাবি চাইছে নে? মোৰ দেউতাৰ কথা ক'ব পাৰোঁ। হাতত মেচি-দা লৈ ওলাবহি!" মই বুজাই-বঢ়াই তেওঁক শান্ত কৰিলোঁ। সকলোৰে মুখত দেখিলোঁ, অৱদমিত ক্ৰোধ আৰু অপৰিসীম তিতিক্ষাৰ মিশ্ৰিত প্ৰকাশ। মোক তেওঁলোকে কেনেকৈ কি হ'ল—সকলোখিনি ভাঙি-পাতি ক'লে। মই ভিতৰলৈ সোমাই গ'লোঁ।

আটক হৈ থকা ছাত্ৰাবাসৰ অধীক্ষক-অধ্যাপককেইজনে মোক গধূলিৰে পোৱা যন্ত্ৰণাখিনিৰ কথা ক'লে। মই তেখেতসকলক ক'লোঁ, "ছাৰ, যদি কোনোবাখিনিত আমাৰ কিবা দোষ হৈছে, আপোনাসকলে আমাক নিজৰ ল'ৰা বুলি ভাবি ক্ষমা কৰি দিব। কিন্তু আমাৰ একান্ত অনুৰোধ, চৰকাৰে হুকুম দিলেই আপোনালোকে আপোনালোকৰ বিবেকৰ বিৰুদ্ধে সেয়া তামিল নকৰিব। চৰকাৰ পাঁচ বছৰৰ মূৰে-মূৰে সলনি হয়। কিন্তু আপোনালোক য'তেই নেথাকক কিয়, সদায় আমাৰ হৃদয়ত সন্মানৰ আসনতে বহি থাকিব, গোটেই জাতিটোৰ পৰা সন্মানৰ অঞ্জলি পায়েই থাকিব। মই জানো, আজি আমি নোখোৱা-নোবোৱাকৈ দিনটো কটাবলগীয়া হোৱাৰ কাৰণে আপোনা-

লোকেই কষ্ট পাইছে আটাইতকৈ বেচি। কাৰণ, বিবেকৰ দাহনতকৈ কোনো কষ্টই বেচি দুঃসহ হ'ব নোৱাৰে। আমি ডেকাল'ৰা, এইখিনি পেটৰ ভোক আমি সহ্য কৰিব পাৰিম। আপোনালোক যাওকগৈ। মাথোন যাবৰ সময়ত আমাক আশীৰ্বাদ কৰি থৈ যাব, যাতে আমি জয়ী হ'ব পাৰোঁ।" লগে লগে মই বাহিৰলৈ ওলাই গৈ সকলোকে অনুৰোধ কৰিলোঁ, তেখেতসকলক বাট এৰি দিবৰ কাৰণে। তেওঁলোকে প্ৰসন্নচিত্তেৰে ঘেৰাও উঠাই ল'লে। কোনেও সুসুধিলে, "আমাক তেখেতসকলে ভাত খাবলৈ দিবনে নিদিয়ে?"

তেখেতসকলক খবৰটো দিলোঁগৈ। কোনোবা এজন অধীক্ষকে মোক ক'লে, "প্ৰিন্সিপালে কৈছে আজি ৰাতিৰ সাজ কেৱল ডাইল-ভাত হ'লেও যেনে তেনে খুৱাবলৈ। তাকেই কৰিব লাগিব। কাৰণ এতিয়া বজাৰ কৰিবলৈ সময়েই নহ'বগৈ। কাইলৈৰ পৰা মেচ চলি থাকিবলৈ দিয়া হ'ব।" মোৰ যিমানদূৰ মনত পৰে, সেই অধীক্ষক-গৰাকী অধ্যাপক দণ্ডেশ্বৰ গগৈ আছিল। অধ্যক্ষ শ্ৰীনাথ চক্ৰৱৰ্তীয়ে মোক ওচৰলৈ মাতি মূৰত হাতখন থৈ আশীৰ্বাদ কৰিলে। জানিলোঁ, সেয়া আমাৰ সকলোৰে নিয়ম-নিষ্ঠাৰ এক পৰিপূৰ্ণ স্বীকৃতি!

আন্দোলন চলি থাকিল। চৰকাৰৰ নিষ্ক্ৰিয়তা দেখি আমি শেষ অস্ত্ৰ প্ৰয়োগৰ সিদ্ধান্ত ল'বৰ বাবে প্ৰস্তুত হ'লোঁ। এনেতে এদিন জাননী ওলাল, চৰকাৰে কটন কলেজ অনিৰ্দিষ্ট কাললৈ বন্ধ কৰি দিছে। আমি তাৰ প্ৰতি কোনো আক্ষেপ নকৰিলোঁ। আমিও চৰকাৰক জনাই দিলোঁ, যেতিয়ালৈকে আমাৰ দাবীবোৰ বিবেচনা কৰা নহয়, তেতিয়ালৈকে আমাৰ অনশন অনিৰ্দিষ্ট কাললৈ চলি থাকিব।

সঠিক তাৰিখটো মনত পেলাব খুজিও মনত পেলাব পৰা নাই। সেইদিনা বোধকৰোঁ ১৭-১৮ আগষ্ট আছিল। দুটা কথা মোৰ মনত আছে, যাৰ ওপৰত নিৰ্ভৰ কৰি এই সম্ভাব্য তাৰিখটো নিৰ্ধাৰণ কৰিছোঁ। ১৪ আগষ্টৰ নিশা ডনবস্কো হোষ্টেলত Eve of Independence Day Anniversary পাতিছিল। ডনবস্কো হোষ্টেলৰ দুজন বন্ধু—মোৰ সহপাঠী ৰমেশ ফুকন আৰু অনুজপ্ৰতিম নিত্যা ভূঞাই মোক সেই উৎসৱলৈ মাতি লৈ গৈছিল। মুখ্য অতিথি আছিল জ্ঞানদাভিৰাম বৰুৱা। সেইনিশা মোৰ সৌভাগ্য হৈছিল, সেই অবিস্মৰণীয় মানুহজনৰ ইংৰাজী বক্তৃতা শুনাৰ। তেখেতে ইংৰাজী

শব্দবোৰৰ প্ৰৱন (accent) সদাই ভাৰতীয় ধৰণেৰে উচ্চাৰণ কৰি পাচ মুহূৰ্ততে সেয়া শুদ্ধকৈ খাচ ইংৰাজী ধৰণেৰে উচ্চাৰণ কৰি অপূৰ্ব হাস্যৰসৰ সৃষ্টি কৰিছিল। ডনবস্কোৰ ফাদাৰ কেইগৰাকী হাঁহি হাঁহি ঢলি পৰিছিল। এটা সময়ত সমজুৱাৰ ফালৰ পৰা মই ক'বলগীয়াত পৰিলোঁ। মই কৈ থাকোঁতেই ভূমিকম্পটো আহিছিল বৈ বৈ। মই মোৰ আধৰুৱা কথাখিনি কৈ ডুশাৰীমান শেষ কৰিছিলোঁহে— আকৌ সেই জোকাৰণিটো। শেষ নহয়হে নহয়—যেনিবা ভৰিৰ তলৰ মজিয়াখন সুলকি পৰিব। তাৰ পাচত, তৃতীয়বাৰো একেটা ঘটনাই ঘটিল। মোৰ বক্তৃতাটো তাতে সামৰিলোঁ। আনটো কথা হ'ল, অনশন কৰি বহি থাকোঁতেই দ্বিতীয় নে তৃতীয় দিনা মই এখন কলিকতীয়া ইংৰাজী বাতৰি-কাকতত শিৰোনামাটো পঢ়ি তবধ লাগিছিলোঁ: 'ৰঙা নদী নীলা হৈ গ'ল'! আৰু এটা বৰ্ণনা পাইছিলোঁ: ব্ৰহ্মপুত্ৰৰ পানীত গন্ধকৰ গোন্ধ বিয়পি পৰিছে। মাছ-পুঠিবোৰে কমাই ফুৰিবলৈ এৰিছে। ভূমিকম্পটোৱে যে সেই নোহোৱা-নোপোজা ঘটনাবোৰ ঘটাই দেশখনৰ সিমান ক্ষতি কৰিছে—সেয়া জনা হ'লে আমি হয়তো অনশন কৰিবলৈ নোলালোহেঁতেন। গতিকে, তাৰিখটো পৰিছিল এই দুয়োটা অভিজ্ঞতাৰ মাজৰ লাহী সময়ছোৱাতে।

সেইদিনা আবেলি চাৰি বজাৰ আগতে আমি ২৮জন ছাত্ৰ গাইপতি বিছনা-পত্ৰ লৈ কলেজৰ প্ৰশাসনীয় ভৱনৰ সমুখত থকা বাৰাণ্ডাখনত সমবেত হ'লোঁগৈ। আমি কোনেও কাৰো লগত কথা পতা নাই। চাৰি বজাৰ লগে লগে আমাৰ কোনোবা এজনে কেইটামান ধ্বনি লগাই দিলে। মই মন কৰিলোঁ, আটাইবোৰৰে মুখবোৰ আনন্দত উজ্বল হৈ পৰিছে। ধ্বনি দিয়াৰ পাচতে আমি নিজ নিজ বিছনাত বহি পৰিলোঁ। অলপ পাচতে এজন ডেকা সমাজকৰ্মীয়ে—যিমানদূৰ মনত পৰে, তেখেত হৰেশ্বৰ গোস্বামীদেৱৰ ভায়েক বীৰেণ গোস্বামী আছিল—ডঃ নলিনী শৰ্মাৰ হতুৱাই আমাৰ হৃদ্‌পিণ্ড আৰু দেহৰ ৰক্তচাপ পৰীক্ষা কৰোৱালে। আন এজনৰ হতুৱাই আমাৰ প্ৰত্যেকৰে দেহৰ ওজনবোৰ লোৱালে। সকলোখিনি কথা গোস্বামীয়ে টোকা বহী এখনত লিখোৱাই থ'লে। অলপ পাচতে তেখেতে আমাক সকীয়াই গ'লহি, "আপোনালোকে জানে নহয়, অনশন কেনেকৈ

কৰিব লাগে। ইজনে-সিজনে কথা পাতি শক্তি ক্ষয় নকৰিব। খোৱাৰ ভিতৰত মাথোন নিম্বখ-পানী খাব পাৰিব।" মই সুধিলোঁ, "পঢ়া-শুনা কৰিব পাৰিম নহয় ?" তেখেতে উত্তৰ দিলে, "নিশ্চয়। কিন্তু ফিল্ম-ষ্টাৰবোৰৰ ছবি থকা আৰু উৎকট প্ৰেমৰ কাহিনী থকা কিতাপবোৰ নপঢ়িব।"

মই উলিয়াই ল'লোঁ, ড° ৰাধাকৃষ্ণণৰ 'Religion and Society' নামৰ বিখ্যাত কিতাপখন। দুটামান পৃষ্ঠা পাৰ হৈয়েই মোৰ চকু দুটা থমকি ৰ'লগৈ সেই অবিস্মৰণীয় কথাফাঁকিত—"Periods of creation are the periods of suffering". চকুহাল মুদি সুঁৱৰিলোঁ, কথাষাৰ যেন অন্য ক'ৰবাত পাইছিলোঁ। হঠাৎ মনত পৰিল, ড° ৰাধাকৃষ্ণণেই কৈছিল গুৱাহাটীৰ ৰাজহুৱা সভাত তাৰে লগৰীয়া কথাফাঁকি: "Without Crucifixion there can be no resurrection". কিছুপৰৰ পাচত মই উঠি গৈ চাই আহিলোঁ, বাকীসকলৰ কোনে কি কিতাপ পঢ়িছে। আচৰিত হৈ গ'লোঁ, হৃদয়ানন্দ চৌধুৰীৰ ওচৰ চাপি। মই জানিছিলোঁ, তেওঁ কমিউনিষ্টত-কৈয়ো একাঠি চৰা—আৰ. চি. পি. আই-ৰ সক্ৰীয় কৰ্মী। আৰু সেই বিপ্লৱী কমিউনিষ্ট ছাত্ৰজনে পঢ়িবলৈ লৈছে—এনি বেচাণ্টৰ ইংৰাজী অনুবাদ থকা "দ্যা ভাগৱদগীতা"খন। বাকীসকলৰ কোনে কি পঢ়িছিল, মোৰ মনত নাই। আনকি, তেওঁলোকৰ কেইবাজনৰো নামবোৰো পাহৰি গ'লোঁ—অতদিনৰ দীঘলীয়া বাটত। মোৰ মনত থকা নামবোৰ হ'ল: দুলাল খাউণ্ড, দুলাল বৰুৱা, দিলীপ বৰুৱা, সদা শইকীয়া, কেশৱ হাজৰিকা, তৰুণ বৰুৱা, ভূপেন দাস, নিত্যা ভূঞা, হৃদয়ানন্দ চৌধুৰী, প্ৰশান্ত বেজবৰুৱা, প্ৰতুল শৰ্মা, ৰোহিণী দত্ত, সমৰ ব্ৰহ্মচৌধুৰী, অৰুণ তামুলী, ধীৰেণ বৰুৱা, নীহাৰ লস্কৰ, সৌম্যেন মুখাৰ্জী, শোভা ব্ৰহ্ম, সুৰেন বৰুৱা, নিলয় দাস, পৰেশ শৰ্মা, প্ৰবোধ শৰ্মা, ৰোহিণী কাকতি, চৈয়দ মেৰাছ হুচেইন, হীৰা শইকীয়া, ৰণেন বৰুৱা, মহেশ্বৰ শৰ্মা, মহেশ শৰ্মা। মই অবাক হৈ গৈছিলোঁ, যিবোৰক অতদিনে বৰ নিমাখিত বুলি জানিছিলোঁ—তেওঁলোকো অনশন কৰিবলৈ অহা দেখি। পাচদিনা আৰু ওজনে যোগ দিলেহি। মুঠতে, আমি ৩১জনে আমৰণ অনশন আৰম্ভ কৰিলোঁ।

'বাতি গোটেই বাবাণ্ডাখনত শক্তিশালী বিজুলী-পোহৰৰ ব্যৱস্থা কৰা হ'ল যাতে কোনেও কোনো গুজৱৰ প্ৰচাৰ কৰিব নোৱাৰে যে, ৰাতিৰ আন্ধাৰত আমি কিবাকিবি মনে মনে খাইছোঁ। ক'বতো পাৰে। কৈছিলেও হেনো। ঘৰুৱা আড্ডাতো কৈছিল, আনকি ৰাজহুৱা সভাতো। লক্ষ্যধৰ চৌধুৰীদেৱে হেনো এখন সভাত তেনেকুৱা ধৰুৱা নেতা কেইটামানক বাককৈয়ে ঘটালিছিল। মোৰ মনত আছে, তেখেতেই প্ৰথম বাইজৰ মানুহ, যিজনে আমাৰ খবৰ লৈছিলহি।

আৰু বহুতেই আমাৰ খবৰ লৈ আমাক নৈতিক সাহসৰ যোগান ধৰি গৈছিলহি। মোৰ স্পষ্টকৈ মনত পৰে, মহিলা কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কথা। ঠিক তেনেকৈয়ে মনত পৰে, 'আৱাহন'ৰ সম্পাদক ড° দীননাথ শৰ্মা আহি আমাৰ লগত কথা-বাৰ্তা পাতি যোৱা ছবিখন। এই যুগৰাকী স্বনামধন্য ব্যক্তিৰ লগত সেয়ে মোৰ প্ৰথম পৰিচয় আৰু শেষ দৰ্শন।

তৃতীয় দিনা বাতিপুৱা চৈয়দ মেৰাছ হুচেইনৰ অৱস্থা শোচনীয় হৈ পৰিল। তেওঁক কটন কলেজ চিকিৎসালয়লৈ স্থানান্তৰিত কৰা হ'ল। মোৰ অৱস্থাটো আকৌ ভালহে হৈ উঠিছিল। ওজনো বাঢ়িছিল, ৰক্তচাপটোও নিয়মীয়া হৈ পৰিছিল। কাৰণটো অন্য একো নাছিল—বহুত দিনৰ মূৰকত যে অলপ জিৰণিৰ সোৱাদ পাইছিলোঁ, সেইটোৱেই। পাচতো দেখিছোঁ, মনে ভালপোৱা কামবোৰত মই মোৰ শৰীৰটোৰ ওপৰত যিমানেই কি অত্যাচাৰ নকৰোঁ, মই বৰ স্বস্তি অনুভৱ কৰোঁ। সেই জুতিটো পাইছিলোঁ, অসম সাহিত্য সভাৰ হাইলাকান্দি অধিবেশনৰ সময়ত। বিষয়-বাছনি সভাৰ গুৰি-ব'ঠা ধৰিছিলোঁ, আবেলিৰ পৰা শেষ-নিশালৈকে ; কিন্তু মই অকণো ক্লান্তি বোধ কৰা নাছিলোঁ। তাহানিও সেইটোৱেই ঘটিছিল। তদুপৰি, লগত আছিল মোৰ যৌৱন।

তৃতীয় দিনা ৰাতিৰ পৰা কিন্তু গা'টো ৰমৰমাবলৈ লৈছিল। ভৰি-হাতবোৰ কুট্‌কুটাইছিল। উজান বজাৰৰ এজন ছাত্ৰই মোৰ হাত-ভৰিকেইটা পিটিকি দিছিলহি। তেওঁৰ হাতখন মোৰ বৰ মিঠা লাগিছিল। এনেতে অনিলেন্দ্ৰ শৰ্মাই মোক এটা মন তিতা লাগি যোৱা বাতৰি দিলেহি। কিছুমানে বোলে অপপ্ৰচাৰ আৰম্ভ কৰি

দিছে, আমি ৰাতি কিবাকিবি খাইহে দিনত এইবোৰ চং দেখুৱাইছোঁ। সুতাডাল ধৰি আছে, হেম বৰুৱা আৰু কেইটামান ছ'ছিয়েলিষ্টে। তাতে উজান দিছে, কমিউনিষ্ট্ মখাই। ক'বলৈ পাহৰিছোঁ, অনিলেন্দ্ৰ শৰ্মাক আমি বাহিৰত থৈছিলোঁ। মোৰ মনত নপৰে, কাক বা কি আমি তেওঁৰ লগৰীয়া কৰি দিছিলোঁ। মই শৰ্মাক ক'লোঁ "আমি দেখোন ইয়াতে আটাইবোৰ গুই-বহি কটাইছোঁ। আমাৰ নিমখ-পানীৰ গিলাচবোৰো সমুখতে ৰাজহুৱাকৈ কলৰ পানী ধৰি পূৰ কৰি ভৰোৱা হৈছে। আৰু কি কৰিব লাগে! সিহঁতৰ কেইটামানক টাঙোন লৈ ইয়াতে পৰ দি থাকিবলৈ মাতি আনা।"

চতুৰ্থ দিনা বহুতৰে অৱস্থা শোচনীয় হৈ পৰিল। ময়ো অলপ দুৰ্বল যেন অনুভৱ কৰিলোঁ। সেইদিনা আকৌ ৰণেন বৰুৱা হঠাৎ অজ্ঞান হৈ পৰিছিল। এনেতে দুজনমান ভাল মানুহৰ বেশধাৰী চৰকাৰী দালাল লগত এজন ডাক্তৰ লৈ ওলালহি। ডাক্তৰজনে বৰুৱাক অলপ পৰীক্ষা কৰি উঠি এটা ইঞ্জেকশ্যন দিবলৈ 'চিৰিঞ্জ'টো প্ৰস্তুত কৰি ল'লে। এনেতে বৰুৱাৰ জ্ঞান ঘূৰি আহিল। তেওঁ আকাৰে-ইংগিতে সুধিলে, ইঞ্জেকশ্যনটো কিহৰ? তাৰে এজনে জনালে, গ্লুকোজ! লগে লগে ৰণেন বৰুৱাই ডাক্তৰক এনেদৰে আছাৰ মাৰি পঠিয়ালে যে. ডাক্তৰজন বহুত দূৰত কৰ্ফাল খাই পৰিলগৈ। কথা বিষম যেন দেখি চৰকাৰী দালালকেইটা পলাই ফাঁট মাৰিলে। আৰু ডাক্তৰজনো লৰালৰিকৈ তাৰ পৰা আঁতৰিল।

পঞ্চম দিনা তেতিয়াৰ 'কাৰ্জন হল' আৰু এতিয়াৰ 'নবীন বৰদলৈ হল'ৰ বাকৰিত ৰাজহুৱা সভা বহিল। মাজে মাজে ইজন-সিজনৰ মুখে সভাৰ অগ্ৰগতিৰ বিষয়ে ভগা-ছিগা টুকুৰা খবৰবোৰ পাই থাকিবলৈ ধৰিলোঁ। কিছু সময় যোৱাৰ পাচতে সভাত তুমুল বিতৰ্ক আৰম্ভ হ'ল। অধ্যক্ষ হেম বৰুৱা আৰু লক্ষ্য চৌধুৰীয়ে ৰাজ্যখনত শিক্ষা-সংকোচন নীতি অৱলম্বন কৰাৰ কাৰণে কংগ্ৰেছ চৰকাৰক জগৰীয়া কৰিলে। লগে লগে কংগ্ৰেছৰ কেইজনমান নেতা-পালিনেতাই বামপন্থী দলবোৰক দোষাৰোপ কৰিলে, তেওঁলোকেই ছাত্ৰসকলক আন্দোলন কৰিবলৈ উচটাই দিছে, যাৰ ফলত ৩১জন ছাত্ৰৰ 'মূল্যবান প্ৰাণ' বিপন্ন হৈ পৰিছে। মুঠৰ ওপৰত, তেওঁলোকে ঘৰিয়ালৰ চকুপানী

টুকি ৰাজনৈতিক মুনাফা আদায় কৰাত মনোনিৱেশ কৰিলে। সেই দিনা হেনো তেতিয়া ফৰোৱাৰ্ড ব্লকৰ নেতা হৈ থকা দেবেন্দ্রনাথ শৰ্মাই এটা বৰ চমকপ্রদ বক্তৃতা দিছিল। তেখেতে কৈছিল, "কোনো কথা নাই, ছাত্রসকলক উচটনি দিয়া প্রত্যেকৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা লওক। হেম বৰুৱাক এই মুহূর্ততে এই সভাতে গ্রেপ্তাৰ কৰা হওক। লক্ষ্যধৰ চৌধুৰীক হাতকেৰেয়া লগাই পাণ বজাৰেদি খোজকঢ়াই নি চৰকাৰে নিজৰ লক্ষ্য পূৰণ কৰক। আৰু দেবেন শৰ্মা? তেওঁ ফৰোৱাৰ্ড ব্লকৰ মানুহ; নিজেই খোজকাঢ়ি কাৰাগাৰত সোমাই দিবগৈ। মাথোন কাৰাগাৰৰ দুৱাৰখন খোলা ৰাখিলেই হ'ল। কিন্তু কাকো কোনো উচটনি নিদিয়া নেতাকেইজনে সঁহাৰি দিবলৈ ওলাই আহক। তেখেতসকলে এই ছাত্রকেইজনৰ প্রাণ ৰক্ষা কৰাৰ দায়িত্ব লওক। আজি ৰাতিয়েই চৰকাৰৰ হতুৱাই অন্যায় সিদ্ধান্ত উঠাই লোৱাওক।"

ৰাতি তেতিয়া এক বাজিছে। হঠাৎ মোৰ টোপনি ভাগিল। চকু মেলিয়েই দেখা পালোঁ, অসংখ্য মানুহ। কোনোবা এজনে মোৰ লগত চিনাকি কৰি দিলে, অসম কংগ্রেছৰ বিশিষ্ট নেতা সিদ্ধিনাথ শৰ্মাক। তেখেতে মোৰ সমুখত বহি ক'বলৈ ধৰিলে, "বাপা, তোমালোকৰ ওচৰলৈ আহিছোঁ, ৰাইজৰ অনুৰোধ এটা লৈ। তোমালোকে অনশন ভংগ কৰি সকলোকে দুশ্চিন্তাৰ পৰা মুক্ত কৰিব লাগে।" মই সুধিলোঁ, "আমাৰ দাবীবোৰ চৰকাৰে মানি ল'লে জানো?" এইখিনি সময়তে কেইবাজনেও মোক চৰকাৰৰ ভিতৰ-মহলত সিদ্ধিনাথ শৰ্মাৰ প্রভাৱ-প্রতিপত্তি সম্পৰ্কে খোৰতে ক'লে। তেখেতে নিজে কৈছিল, "বাপা, সেইবোৰ বিষয়ে তোমালোক নিশ্চিন্ত থাকিব পাৰা। কথাটো হৈছে, চৰকাৰে কিবা এটা ঘোষণা কৰাৰ আগতে মন্ত্রীসভা বহুৱাব লাগিব, আলোচনা কৰিব লাগিব ইত্যাদি বহুত কথা। সিমান দিনলৈ তো তোমালোকক কষ্ট খাবলৈ ৰাইজে দিব নোৱাৰে।" তাৰ পাচত আৰু কিছুপৰ তেখেতে আমাক কুটুৰিলে। মাজতে এবাৰ স্পষ্টকৈ ক'লে, "তোমালোকৰ এই ন্যায়-সংগত দাবীবোৰ প্রতিকাৰ কৰাৰ সকলো দায়িত্ব মোৰ হৈ থাকিব। মই সেই দায়িত্ব পালন কৰিবই লাগিব।"

মই তেতিয়া অনশন নকৰাকৈ থকা সংগ্রাম পৰিষদৰ সভ্য কেইগৰাকীমানৰ লগত লৰালৰিকৈ আলোচনা কৰিলোঁ। তেওঁলোক

প্ৰত্যেকেই ক'লে, "ইয়াণ্ডকৈ বেছি নো আমি কি আশা কৰিব পাৰোঁ? বৰদলৈ থকা হ'লে কথাটো বেলেগ আছিল। তেখেত গুৱাহাটীলৈ আহিছিল আমাৰ সমস্যাটো সমাধান কৰোঁ বুলিয়েই। কিন্তু, সেই ৰাতিয়েই তেখেত ঢুকাল। এতিয়া তেওঁলোকৰ ধৰণীয়েই নোহোৱা হৈছে। এইজন এতিয়া পাৰ্টিৰ প্ৰেচিডেণ্ট। গতিকে, এওঁৰ ওপৰত নিৰ্ভৰ কৰাটো ভুল নহ'ব। মান্নুহজন আজিৰ সভাৰ সভাপতি আছিল। তেওঁ নথকা হ'লে, আজিৰ সভাখন তেনেই পণ্ড হ'লহেঁতেন। মান্নুহজন সম্পূৰ্ণ নিষ্ঠাৰেই আহিছে।" মরো চিন্তা কৰি চালোঁ, আমাৰ নৈতিক সততা প্ৰমাণ কৰাত আমি সফল হৈছোঁ। যিবিলাকে আমাক সমালোচনা কৰিছিল, আমি সিবিলাকৰ হৃদয় জয় কৰিবলৈ সমৰ্থ হৈছোঁ। মোৰ গান্ধীজীৰ ধ্যান-ধাৰণা সম্পৰ্কীয় অলপীয়া জ্ঞানেৰে সিমানখিনিয়েই ঢুকি পাইছিলোঁ। মই আৰু এটা দিশ চিন্তা কৰি চাইছিলোঁ। এই যে সৰ্বনাশীয়া ভূমিকম্পটো পাৰ হৈ গ'ল, যাৰ ফলত ৰাজ্যজুৰি হাঁহাকাৰ লাগিছে। সেইটোৰ কথা উপেক্ষা কৰি মাথোন আমি আমাৰ সৰু দাবী তিনিটাকে খামুচি ধৰি থাকিলে, ইতিহাসে জানো আমাক মাত্ৰাজ্ঞান নোহোৱা ভাবপ্ৰৱণ বিপ্লৱী বুলি নক'ব!

অনিল শৰ্মাহঁতে সাৰ পাই থকা বাকীকেইজন অনশনকাৰীৰো মতামত লৈ আহিলেগৈ। সকলোৱে মত দিয়াৰ পাচত মই সিদ্ধিনাথ শৰ্মাক ক'লোঁ, "ৰাইজৰ আদেশ আমি মানি লৈছোঁ।" তেখেতে তেতিয়া মোক মিঠা চৰবতৰ গিলাচ এটা আগবঢ়াই দিলে। লগে লগে বাকীসকলকো সেই পানীয়ৰ গিলাচবোৰ দি আহিলেগৈ। এনেকৈয়ে আমাৰ ১০৫ ঘণ্টাবিয়পা অনশনৰ ওৰ পৰিল।

পাচদিনা আমাক ১নং ব্লকলৈ স্থানান্তৰিত কৰা হ'ল। তাতে আমাক চিকিৎসাধীন কৰি ৰখা হ'ল কেইদিনমানলৈ। লাহে লাহে আমি আনৰিয়া হৈ উঠিলোঁ। মোৰ কমিউনিষ্ট বন্ধুকেইজন অলপ অসন্তুষ্ট হৈছিল, সেইদৰে হঠাৎ অনশনটো প্ৰত্যাহাৰ কৰাৰ কাৰণে। মই তেওঁলোকক ক'লোঁ, কোনো ছাত্ৰ-আন্দোলন ক'তো অনিৰ্দিষ্ট কাললৈ চলাই নিব নোৱাৰি। তাৰ পাচত, যিটো ঘটনা ঘটে, সেয়া ছাত্ৰ-ঐক্যৰ বাবে হিতকৰ নহয়।

এদিন আমাক চাই যাবলৈ লক্ষ্মীৰাম বৰা প্ৰমুখ্যে কেইজনমান কংগ্ৰেছী নেতা ১নং ব্লকলৈ আহিছিল। মই কোৱা বন্ধু কেইজনে তেখেত সকলক অলপ চোকা ভাষাৰ কথা শুনাই দিলে। মই বৰ পচন্দ নকৰিলোঁ, তেখেত সকলৰ প্ৰতি সেই ব্যৱহাৰ। গম পালোঁ, তেওঁলোকে সেইদৰে বেটীৰ খং বাঢ়নিত সাৰিলে!

মোৰ বন্ধু ননী কলিতাৰ মতামতৰ ওপৰত মোৰ এটা বেলেগ ধৰণৰ আস্থা আছিল। তেওঁক এদিন নিৰলে সুধিছিলোঁ, তেনেকৈ হঠাৎ অনশনটো প্ৰত্যাহাৰ কৰাৰ কাৰণে মই কিবা ভুল কৰা বুলি সমালোচনাৰ মুখামুখি হ'ম নেকি? তেওঁ মোক ওলোটাই প্ৰশ্ন কৰিলে, "আৰু কি কৰিব খুজিছিলা? তুমি জানো দায়িত্ব ল'লাহেঁতেন, কাৰোবাৰ কিবা হোৱা হ'লে? ভাবিছা নেকি, কাৰো মাক-বাপেক নাই বুলি?" তাৰ পাচত আকৌ ক'লে, "ইয়াতকৈ বেচি কিবা কৰিবলৈ যোৱা হ'লে, তুমি ছাত্ৰ হৈ নেথাকিলাহেঁতেন।"

গম পাবলৈ সৰহ দিন নালাগিল, আমাৰ আন্দোলন দৰাচলতে বিফল হৈছে। এটাৰ পাচত এটাকৈ চৰকাৰে সকলোকেইটা সিদ্ধান্ত নিজৰ ধৰণেৰে কাৰ্যকৰী কৰাত মন দিলে। সিদ্ধিনাথ শৰ্মাক বিচাৰি যাওঁ— তেখেতে দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰাৰ কথা মনত পেলাই দিবলৈ; কিন্তু কোনোদিনেই তেখেতক লগ নেপাওঁ—আজি বোলে ৰঙিয়ালৈ গ'ল, কাইলৈ বোলে বাইহাটালৈ যাব! মই বুজিলোঁ, ৰাজনীতিবিদে ৰাজনীতিৰ নিয়মেৰেই খুচুৰা কথাৰ বিষয়ে হাত ধুই পেলালে।

তাৰ পাচতো এটা ঘটনা ঘটিছিল। অধ্যক্ষ ডাঙৰীয়াই এদিন মোক জনালে, আমাৰ বৃত্তিবোৰ বোধকৰোঁ আকৌ পাম; তাৰ আগতে চৰকাৰৰ বিৰুদ্ধে আন্দোলন কৰাৰ কাৰণে ক্ষমা খুজি লিখি দিব লাগিব। মোৰ মুমাই অহা জুইকুৰা ভমকৃকৈ জ্বলি উঠিল, "আপুনি চৰকাৰলৈ লিখি দিয়ক, কোনেও বৃত্তি নলয়। দাস-খত লিখি আমি বৃত্তি লোৱা নাই আৰু নলওঁ। বেচি গোলমাল কৰিলে, কংগ্ৰেছ চৰকাৰৰ মুখা খুলি দিম।" বহতীয়া সদায় বহতীয়া হৈ থাকে। কটনিয়ানৰ তেজত বহতীয়াৰ বীজ নাই। আপুনি যদি বিচাৰে, এইখিনি কথাকেই আলফুলীয়াকৈ লিখি দিওঁ।"

অৱশেষত, আমাৰ বৃত্তিবোৰ আগৰ ধৰণৰেই ৰেভিনিউ টিকটৰ ওপৰত এটা চহীৰ বিনিময়তে দিবলৈ ধৰিলে।

এটা সময়ত বিশেষকৈ মোৰ বন্ধু অনিলেন্দ্ৰ শৰ্মাৰ আগ্ৰহত, মই ইয়ং ছচিয়েলিষ্ট্ লীগৰ সভ্যভুক্ত হ'লোঁ। সেই সূত্ৰেই মই কেইগৰাকীমান অসমৰ সমাজবাদী নেতাৰ লগত চিনাকি হোৱাৰ সুযোগ পালোঁ। মনত পৰে, বিশেষকৈ তিনিজনৰ কথা: নিবাৰণ বৰা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আৰু অজিত শৰ্মা। আৰু তেখেতসকলৰ যোগেদিয়েই যথেষ্ট ওচৰৰ পৰা চোৱাৰ আৰু কথা পতাৰ সুযোগ পাইছিলোঁ তিনিজন সৰ্বভাৰতীয় সমাজবাদী নেতাৰ লগত: জয়প্ৰকাশ নাৰায়ণ, অশোক মেহতা আৰু ৰামমানোহৰ লোহিয়া। মোৰ সেইবোৰ অভিজ্ঞতাৰ কথা পাচত ক'ম। মোৰ এজন বন্ধুৱে মোৰ অন্য এজন বন্ধুৰ আগত মন্তব্য দিছিল, "He has finished the possibility of any future movement in the Cotton College." তেওঁ নেজানিছিল, মই জ্বলোৱা জুইকুৰা যে তেনেই কেঁচা খৰিৰ আছিল। কিন্তু, জ্বলি উঠিছিল।

## ॥ মোৰ বাবে স্মৰণীয় ॥

"হাঁহি আৰু চকুলোৰ কৰুণ মিলন
—এয়ে হাঁয় মানৱ জীৱন!
খন্তেকীয়া কিৰণত প্ৰাণৰ পখিলা নাচে,
খন্তেকৰ মধু পৰশন,
তাৰ পাচে অশ্ৰু বৰিষণ ;
—এয়ে হাঁয় মানৱ জীৱন!"

—যতীন্দ্ৰনাথ দুৱৰা

কটনিয়ান হিচাপে কটোৱা সেই চাৰিটা বছৰৰ ফৰকাল দিশ এটাও আছিল। জীৱনত যেতিয়া কেতিয়াবা ইটো-সিটো দুখৰ মুখামুখি হওঁ, তেতিয়াই সেই দিশটোৰ কথাবোৰ সুঁৱৰি চাওঁ। নিমিষতে শ্বিলঙলৈ যোৱা বাটেদি যাওঁতে এখন খিৰিকিৰে সোমাই গলি-মুখ তিয়াই ইখন খিৰিকিৰে ওলাই যোৱা উৰণীয়া ডাৱৰমুঠিৰ দৰে দুখৰ ডাৱৰডৰা উৰি গুচি যায়। মনটো আকৌ সঁজাল হৈ উঠে।

মনত পৰে, কটন হোষ্টেলৰ ৪নং ব্লকৰ ৭নং কোঠাটোত কটোৱা প্ৰথম দিনটোৰ কথা। কোঠাটোত তিনিখন খাট, তিনিখন মেজ আৰু তিনিখন টুল। ইজন-সিজনকৈ একে দিনাখনেই সোমালোঁহি। দুয়োজন তেজপুৰৰে ; এজন পূৰ্ণ শৰ্মা আৰু আনজন হেমন্ত বৰা। পূৰ্ণ শৰ্মা মোতকৈ দুটা খলপা ওপৰৰ। পাচত গুৱাহাটীৰ চানমাৰীত থকা ইঞ্জিনিয়াৰিং কলেজৰ ৰসায়ন বিভাগৰ অধ্যাপক হৈছিল। হেমন্ত বৰা পাচত ডাক্তৰ হ'লগৈ। পোনতে ময়েই উপযাচি ক'লোঁ, "আপোনালোক দুয়ো খিৰিকিৰ কাষৰ বিচনা দুখন লওক। মই দুয়োফালে দুখন দুৱাৰৰ মাজৰ বিচনাখনকে লওঁ। তেতিয়াহ'লে, আপোনালোকৰ আগেদি অহা-যোৱা কৰি আমনি দি থাকিব নালাগে।" মই জানিছিলোঁ, প্ৰস্তাৱটো দুয়োৰে পচন্দ হ'ব। কাৰণ, দুয়ো বিজ্ঞানৰ ছাত্ৰ—পঢ়া-শুনাৰ হেঁচাটো বেচি।

গধূলিলৈকে আমাৰ নতুন সম্পৰ্কটোৰ আড়ষ্টতাটো ভগা নাছিল। গধূলি হঠাৎ হেমন্ত বৰাই মোলৈ চাই ক'লে, "ঐ ৰুমমে'ট্ ; ব'ল,—

চাহ খাই আহোঁগৈ।” কমমে’ট্ৰ! সম্বোধনটো মোৰ ভাল লাগি গ’ল। মুহূৰ্ততে ‘আপুনি’ আৰু ‘তুমি’ৰ দুখনকৈ ডেওনা ভেৰাই গৈ মোক ‘তই’ কৰি পেলালে সি—সেয়া আৰু বেচি ভাল লাগি গ’ল। তাতে তাৰ মাতটো বৰ মিঠা। মই উত্তৰ দিলোঁ—“ব’ল।” আমি জিক্কাৰাম দাসৰ দোকান পালোঁগৈ। ‘আনন্দ মিষ্টান্ন ভাণ্ডাৰ’—সকলোবোৰ কটনিয়ানৰ দৈনিক আনন্দ-আস্বাদনৰ তীৰ্থস্থান। সি সুধিলে, “কি খাবি?” জিক্কাৰামে আমাৰ ফালে চাই ক’লে, “চিঙাৰা-জেলেপী দিওঁ!” হেমন্তই ক’লে, “ওঁ, সেইটোৱেই ভাল। কি কৱ, কমমে’ট্ৰ?” যি কি নহওক, মোৰ জ্যেষ্ঠতৰ কমমে’ট্ৰগৰাকীৰ লগত কিন্তু মোৰ চিৰদিন ধৰি ‘আপুনি আপোনাৰ’ সম্বন্ধটোৱেই ৰৈ গ’ল।

মই যিটো সময়ৰ ছাত্ৰ, সেইটো সময়ত এটা বস্তু একেবাৰে অচিনাকি আছিল। এতিয়া সেই বস্তুটো যিদৰে বাঢ়ি আহিছে, ভাবিলে অবাক হওঁ। প্ৰত্যেক পুৰণি প্ৰজন্মৰ মানুহচামে সদায় ভাবে, তেওঁলোকৰ সময়তে—এৰি অহা দিনবোৰতে, চাৰিওপিনে পোহৰ আছিল; তাৰ পাচতেই আন্ধাৰ আৰম্ভ হ’ল! মই সেইটো দলৰ পুৰণি প্ৰজন্মৰ মানুহ নহওঁ। মই বৰং এইদৰেই ভাবোঁ, প্ৰত্যেকটো নতুন প্ৰজন্ম পূৰ্ববৰ্তী প্ৰজন্মতকৈ বেচি আগবঢ়া, বেচি ভাগ্যবান। কাৰণ, সি তাৰ আগৰ প্ৰজন্মৰ কান্ধৰ ওপৰত বহি থাকে। তাৰ দৃষ্টিয়ে ঢুকি পোৱা দিগন্তৰ ঘেৰটো আগৰটোৱে দেখা পোৱা দিগন্তৰ পৰিধিতকৈ অলপ বেচি বহল। তথাপি দেখা পাওঁ, অতি স্থূল ৰুচিৰ পৰিচায়ক এই নতুন বস্তুটো। সি যেন তাৰ মলিন হাতখনেৰে আগচি ধৰি প্ৰসাৰিত দিগন্তৰ দৃশ্যপট মলিন কৰি তোলাতেই ব্যস্ত। সেই মলিন বস্তুটোৰ নাম ৰেগিং।

আমাৰ দিনত জ্যেষ্ঠ আৰু কনিষ্ঠ প্ৰজন্ম দুটাৰ মাজত এই দেৱালখন নাছিল, যি দেৱালখনৰ অস্তিত্বটোৰ সুযোগ লৈয়েই এটা বা দুটা বছৰৰ অগ্ৰজসকলে অনুজসকলৰ ওপৰত ‘ৰেগিং’ নামৰ এটা অকথ্য অত্যাচাৰৰ, জঘন্য দুৰ্ব্যৱহাৰৰ বোজা জাপি দিয়ে। তাৰ সলনি আছিল এখন পাৰস্পৰিক শ্ৰদ্ধাৰ সেতু—পৰস্পৰে পৰস্পৰক অতি শ্ৰদ্ধাৰ চকুৰে চাইছিল, যাৰ আঁত ধৰি মোৰ জ্যেষ্ঠতৰ কমমে’ট্ৰ পূৰ্ণ শৰ্মাই মোক আপুনি কৰিয়েই থৈ দিলে আৰু মই তেখেতক আপোন কোনোবা বুলি, মোৰ আন্ধাৰ বাটৰ জোৰ বুলি খামুচি ধৰিলোঁ।

'ৰেগিং' কৰি পৈশাচিক আনন্দ পোৱা প্ৰজন্মটোৰ কোনোবাই যে কথাষাৰ জানে মোৰ সন্দেহ—ইয়াৰ সমধৰ্মী 'ফেগিং' বোলা বস্তুটো কোন-কাহানিবাই উনবিংশ শতিকাৰ শেষ দশকতে ইংলেণ্ডৰ স্কুল-কলেজবোৰত মৰি ভূত হৈ গ'ল! লাজ পালেহেঁতেন, যদি জানিলেহেঁতেন, ইয়াৰ বিষয়ে বৈজ্ঞানিক সিদ্ধান্তটো—'ৰেগিং' অন্য একো নহয়, মাথোন এক প্ৰচ্ছন্ন সমকামিতাৰ ভদ্ৰবেশী অভিব্যক্তি! তাৰ লগতে মিহলি হৈ আছে, পৰনিগ্ৰহৰুচিৰ কুটৈষা!

মোৰ ৰুমমে'ট্ হুয়োজনে নিয়মীয়াকৈ পঢ়িছিল। আৰু মই—কেতিয়া কি পঢ়োঁ, একো ঠিক নাছিল। হেমন্ত কিন্তু ব্যস্ত থাকে, তাৰ 'ইণ্টাৰমিডিয়েট ফিজিক্স'খন লৈ। সশব্দে পঢ়ি থাকে—মনত ৰৈ যোৱাকৈ। মই শুই উঠোঁ বেলিকৈ। শুই শুয়েই শুনি থাকোঁ সি পঢ়া কথাবোৰ। তাৰ ঘূৰাই-ঘূৰাই পঢ়া কথাবোৰ শুনি শুনিয়েই মোৰো মুখস্থ হৈ গৈছিল সেই কথাবোৰ—টেঞ্জেণ্ট্ গেলভেন'মিটাৰ, চাৰ্লছ ল, বয়লছ ল ইত্যাদি। তাৰ উপকাৰটো পাইছিলোঁ বহুত দিনৰ পাচত, যেতিয়া মই পঢ়িবলৈ লৈছিলোঁ লৰেন্স ডাৰেলৰ সেই দুৰূহ কিতাপখন শিৰোনামাটো যাৰ 'Key to Modern Poetry'! বিজ্ঞানৰ প্ৰাথমিক কথাবোৰৰ লগত দূৰণিবটীয়াকৈ হ'লেও চিনাকি হৈছিলোঁ বুলিয়েই বুজিবলৈ টান পোৱা নাছিলোঁ, সেই পুথিখনত বৰ্ণিত আধুনিক কাব্যসম্পৰ্কীয় নন্দনতাত্ত্বিক তত্ত্বকথাৰ বৈজ্ঞানিক পটভূমি।

মোৰ মনত পৰে, ৩নং ছাত্ৰাবাসৰ দুজন পৰিচাৰকৰ কথা—পুঠিমাৰি আৰু মৌজাৰ কথা। টিকৃটিকৃকৈ জোঙা নাকটো আৰু লাহী গোফ-কোছাৰ তলৰ সদাপ্ৰসন্ন হাঁহিটোৰে পুঠিমাৰি আছিল আমাৰ সকলোৰে অগতিৰ গতি। বোলে কাৰোবাৰ অলপ জ্বৰ-জ্বৰ ভাব। পুঠিমাৰীক ক'লেই হ'ল—সকলো সুবিধা কৰি দিব। বন্ধত বোলে ঘৰঠাকুৰ ঘৰলৈ গ'ল। 'প্ৰাইভেট মেচ'ৰ দুজনীয়া-চাৰিজনীয়া ব'ৰ্ডাৰৰ ৰান্ধনিশালখন কোনে ল'ব? পুঠিমাৰীয়েই ল'ব—মূৰটো এবাৰ খজুৱাই লৈ চিকণ হাঁহিটো মাৰি। পুঠিমাৰীৰ আচল নামটো কোনেও নাজানে; ঘৰ পুঠিমাৰীত—সেইটোৱেই যথেষ্ট! ঘৰৰ ঠিকনাটোৱেই নাম। আৰু মৌজা! মূৰত গামোচাখনৰ সোলোকচোলোক পাগ এটা মৰি মৌজাই হাতত পিতলৰ কলহটো লৈ 'ডাইনিং হলৰ

মঞ্জিয়াতে নাচি নাচি কামৰূপী লোকগীতৰ যোগান ধৰিছিল। সেই গাঁঠলু চেহেৰাৰ মানুহজনৰ নাচে-গানে আমাক কেতিয়াবা পাহৰাই দিছিল, সেইদিনা যে ডাইলখন তেনেই পনীয়া হৈছিল! বৰঠাকুৰ আছিল গম্ভীৰ। মোৰ মনত আছে, তেওঁ খোজ কাঢ়িলে খোজে খোজে ভৰিৰ পতা দুখন ৰঙচুৱা হৈ উঠিছিল—কিয়, ক'ব নোৱাৰিছিলোঁ। মেচৰ চকিদাৰ আছিল যজ্ঞো। ১ম বাৰ্ষিকত থাকোঁতে, মাহৰ প্ৰথম সপ্তাহতে সাধনি দিয়েছি—"মেচৰ মাচুলখিনি দিব লাগিছিল, মনিঅৰ্ডাৰ তো কালি নে পৰহি পাইছেই!" ২য় বাৰ্ষিকত থাকোঁতে, মাহৰ শেষ সপ্তাহত ধৰেহি, "নিদিয়ে নেকি মেচৰ মাচুল? মাহটো যাবৰেই হ'লহি!" ৩য় বাৰ্ষিকত থাকোঁতে, মাথোন দুৱাৰখনেদি ভুমুকিয়াই যায়হি, জানোচা মেচৰ মাচুলটো দিব খুজিছোঁ! আৰু ৪ৰ্থ বাৰ্ষিকত থাকোঁতে, ভুলতো সেইপিনেদি নাহে। কেতিয়াবা গম পাই মাতিলে, কৈ যাবহি, "আপোনাৰখিনি হ'ব দিয়কচোন; পাচে-পৰে নিমহি।" যজ্ঞো আছিল যেনিবা আমাৰ ছাত্ৰ-জীৱনৰ অগ্ৰগতিৰ জোখ দি থকা জীৱন্ত চাপমান যন্ত্ৰ। আমাৰ কোনোবাই যদি কেতিয়াবা কেনেবাকৈ পাহৰি গ'লোহেঁতেন, মই কোন বাৰ্ষিকৰ ছাত্ৰ—তেনেহ'লে যজ্ঞোৰ সেই মাচুল-সাধনিৰ পাৰাস্তম্ভটোৰ উমান ল'লেই হ'লহেঁতেন!

মনত পৰে, বিহুৰ দিনাখন আমাৰ ছাত্ৰাবাসৰ অধীক্ষক ফণীধৰ দত্তৰ ঘৰৰ পৰা আমাৰ প্ৰত্যেকলৈকে পঠিয়াই দিয়া দুখনকৈ তিলপিঠা আৰু দুখনকৈ ঘিলাপিঠাৰে ঘৰলৈ যাব নোৱৰা দুখটো মচি পেলোৱাৰ কথা। মনত পৰে, তেখেতৰ ছোৱালী ললিতাৰ বিয়াখন শেষ-নিশালৈকে উপভোগ কৰাৰ কথা। তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় নিয়াৰিত উঠিছেহে। এই মানুহজনে দিনে-নিশাই বিশ্ববিদ্যালয়ৰ কামখিনি কৰাৰ উপৰিও আমাৰ ছাত্ৰাবাসৰ দায়িত্বটো বিনামূলীয়াকৈ পালন কৰিছিল। অকল সেয়ে নহয়, আমাৰ সকসুৱা খবৰবোৰো ৰাখিছিল। ১ম বাৰ্ষিকত থাকোঁতেই, কিবা মন গ'ল, পহিলা এপ্ৰিলৰ দিনা ৰাতিপুৱা মোৰ সহপাঠী-বন্ধু তিলক ভাগৱতীলৈ যজ্ঞোৰ হাততে সৰু কাগজ এখন পঠিয়াই দিলোঁ। মই অধ্যাপক দত্তৰ চহীটো অবিকল একে ধৰণেৰে দিব পাৰিছিলোঁ। সেই চহীটো মাৰি লিখি পঠিয়াইছিলোঁ—"তুমি মোক দেখা কৰি যোৱাহি।"

ভাগৱতী তৎক্ষণাৎ তেখেতৰ ওচৰ পালেগৈ। তেখেতে ক'লে, "ক'তা? তোমাক তো মতা নাই।" ভাগৱতীয়ে কাগজখন দেখুৱালত তেখেতে নিজেই অবাক মানিলে; ক'লে, "চহীটো দেখিছোঁ মোৰেই। লেখাখিনি কাৰ?" তাৰ পাচত অলপ হাঁহি লৈ ক'লে, "সৌ কেলেগুৱাৰখনৰ পাতখিনা ফালি তুমি বাৰু যোৱাঁগৈ।" ভাগৱতীয়ে ধৰিব নোৱাৰিলে, সেয়া যে এপ্ৰিল ফুলৰ ধেমালি। দুদিনমানৰ পাচত মোৰ ডাক পৰিল। মোক হাঁহি হাঁহি ক'লে, "তোমাৰ হাতখন পকা। মই নিজেই ধৰিব পৰা নাছিলোঁ।" আৰু একো নক'লে; চাহ একাপ খুৱাই পঠিয়াই দিলে। তেখেতে নোকোৱাকৈয়ে মোক বহু কথা ক'লে। উত্তৰকালত এই মানুহজনক অন্যায় কৰাৰ কথাটো লৈ মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ ক'ৰ্ট-সভাত ড° হিৰণ্য ভূঞাক সমালোচনা নকৰি নোৱাৰিছিলোঁ। স্থানান্তৰত সেই ইতিবৃত্ত ক'ম।

তিলক ভাগৱতী থকা কোঠাটোৰ নামটো আছিল, 'নৈষ্ঠিক সংঘ'। কোঠাটো আছিল আচলতে ২নং কোঠা। সেই কোঠাটোৰ এজন আছিল জয়ন্ত চক্ৰৱৰ্তী—পাচত ধুবুৰী ভোলানাথ কলেজৰ অধ্যাপক। পুৱা-গধূলি থাপনা পাতি গীতা-পাঠ কৰিছিল আৰু তাৰ পাচতেই চেতাৰ বজাই ৰেওৱাজ কৰিছিল। অন্য এজন হৰিশ চক্ৰৱৰ্তী; দুই বেলা ভৰি দুখন ওপৰলৈ তুলি খতিক্ষণ নোহোৱাকৈ শীৰ্ষাসন কৰিছিল। আৰু তৃতীয়জন তিলক ভাগৱতী মোৰ স্কুলীয়া দিনৰে পৰা সহপাঠী—পুৱা শুই উঠিয়েই হালধি-পানীৰ 'মিক্সাৰ' এটা কৰি খায়; জোতা-চেণ্ডেলৰ কাৰবাৰ নাই—খৰমজোৰেৰেই চলে আৰু খদ্দৰৰ ধুতি-চোলা পিন্ধে। ঠিক তেনেকৈয়ে বাকীবোৰ কোঠাবো নাম আছিল—প্ৰতিটো নাম কোঠাটোত থকা আবাসিক তিনিজনৰ উমৈহতীয়া কাণ্ড-কাৰখানাবোৰৰ লগত ৰজিতা খুৱাই ৰখা হৈছিল। তাৰ সিপাৰে পুবৰ ফালৰ ১নং কোঠাটো আছিল 'মজাৰ দুনিয়া'—তিনিওজনে দিনে-নিশাই মাথোন খেলা-ধূলা লৈয়েই ব্যস্ত। দিনত ক্ৰিকেট খেলে, ৰাতি ব্ৰীজ! ২নং কোঠাটো পাৰ হৈ ৩নং কোঠাটো 'মন্ত্ৰণা শিবিৰ' —হোষ্টেলৰ নিৰ্দোষ ধেমালিৰ পৰা কলেজৰ ৰাজনীতিলৈ সকলো কথাৰে প্ৰধান চৰ্চাকেন্দ্ৰ। ৪নং কোঠাটো 'আলহী-ঘৰ'। ৫নং কোঠাটো 'কুৰুক্ষেত্ৰ'—বক্সিং খেলাৰ আখৰা কৰে জিতেন বৰঠাকুৰে। ৬নং

কোঠাটোৰ আৰু ৮নং কোঠাটোৰ নাম ছুটা পাহৰিলোঁ। আমাৰ ৭নং কোঠাটোৰ নাম ইংৰাজীতে লেখা—লে'ক্ চাম্প্লেহ। কাৰণ, আমাৰ কোঠাটোৰ সমুখতে আছিল ৩নং মেচৰ সকলোৱে মুকলিতে গা ধুব পৰাকৈ পানী ধৰি থোৱা প্ৰকাণ্ড পকী চৌবাচ্চাটো! মই যেতিয়া ১ম বাৰ্ষিকৰ ছাত্ৰ, তেতিয়াই এবাৰ ড° ৰাধাকৃষ্ণণ আহিছিল—তেওঁৰ নামেৰে প্ৰসিদ্ধ আয়োগৰ প্ৰতিবেদন প্ৰস্তুত কৰাৰ কামত, আমাৰ হোষ্টেলটো এটা নমুনা হোষ্টেল বুলি চাই যাবলৈ। তেওঁ প্ৰতিটো কোঠাৰ দুৱাৰৰ শিতানত লিখি থোৱা নামবোৰৰ ইংৰাজী অৰ্থ এফালৰ পৰা সুধি গৈছিল। অধ্যাপক গোপাল শৰ্মাবৰুৱাই ব্যাখ্যা কৰি গৈছিল, আৰু ড° ৰাধাকৃষ্ণণে শুনি শুনি খোজ দিছিল গোটেই মুখখনতে এমোকোৰা হাঁহি লৈ। আমাৰ কোঠাটোৰ সমুখত থমকি ৰৈ গৈছিল তেওঁৰ অতি পৰিচিত ইংৰাজী নামটো দেখি। আমি হাতজোৰ কৰি নমস্কাৰ কৰিছিলোঁ। চকুহালৰ কথা আজিও মনত পৰে—যেন ছুটা তিৰবিৰ তৰা! আৰু এটা বস্তু মন কৰিছিলোঁ, তেওঁৰ গা'ৰ পৰা ফুলৰ গোন্ধৰ লেখীয়া এটা অতি সুন্দৰ অথচ মৃদু সুবাস বিয়পি পৰিছিল। সেই সুবাসটোৰ কথা সুঁৱৰিলেই আজিও মোৰ নাকৰ আগত লাগি থকাৰ উমান পাওঁ।

৪নং ব্লকৰ বহুতো ঘটনাই পাহৰি গলোঁ, কিন্তু ছুটা ঘটনাৰ কথা পাহৰি যাবলৈ বহু কাল লাগিব। এটা হ'ল, তিলক ভাগৱতীৰ বনভোজ খোৱা; আনটো দাদাৰ জন্মদিন পালনৰ কথা। আন বহুতৰ দৰে ভাগৱতীৰ ওপৰতো চকু পৰিছিল আটাইকেয়োটা ছাত্ৰ-অনুষ্ঠানৰে কৰ্মীসকলৰ। প্ৰত্যেকেই ভাগৱতীৰ ওচৰ চাপিছিল নিজৰ দলৰ সভ্য কৰি ল'বলৈ। ভাগৱতীয়েও টান পাইছিল, কাৰোবাক নিৰাশ কৰি পঠিয়াবলৈ। চাওঁতে চাওঁতে ভাগৱতী একে সময়তে আটাইকেয়োটা অনুষ্ঠানৰ সভ্য হৈ পৰিল। ভাগৱতী কিন্তু কাৰো চোৰাংচোৱাও নাছিল, সুবিধাবাদীও নাছিল, আদৰ্শবিহীনো নাছিল। যাক কয় sui generis—স্বয়ংসম্পূৰ্ণ শ্ৰেণীভুক্ত, ভাগৱতী সেইটো শ্ৰেণীৰে আদৰ্শবাদী আছিল।

এবাৰ ছাত্ৰ ফেডাৰেশ্যনৰ দল এটাৰ লগত ভাগৱতী গ'ল, বশিষ্ঠাশ্ৰমত বনভোজ খাবলৈ। গধূলি উভতি আহিল; গোটেই মুখতে প্ৰসন্নতাৰ হাঁহি। 'মন্ত্ৰণা শিবিৰ'ৰ আনন্দ শৰ্মাই লগ পাই সুধিলে,

"খোৱা-বোৱা কেনে হ'ল ?" ভাগৱতীয়ে উত্তৰ দিলে, "ক'বই নোৱাৰিলোঁ। আচলতে মই খাবলৈকে নহ'ল।" শৰ্মাই চাব্ মাৰি ধৰিলে, "কেনৈ, কিবা লেটিপেটি যেন দেখিলে নেকি ?" ভাগৱতীয়ে তেতিয়া আচল কথাটো ক'লে, "বৰ লেটিপেটি। একেটা কেৰাহীতে মাংসও ৰান্ধিছে, ফুলকবিও ভাজিছে, ধোৱা-পখলাৰো নাম নাই। তাৰ পাচত, বিলাওঁতেও আকৌ যেয়ে সেয়ে চুই-মেলি কিবাখন কৰিলে। উঠি আহিলেও বেয়া দেখি। উপায় নাইকিয়া হ'ল!" মই মাজতে মাত লগালোঁ, "পিচে ? পাতখন আগত লৈ বহিয়েই থাকিল নে ?" ভাগৱতীয়ে তেতিয়া ক'লে, "হঠাৎ মোৰ পাতত কোনোবা এজনে মই মাছ-মাংস নোখোৱা দলৰ বুলি সিজোৱা কণী এটা দিলেহি। মই সেইটো ছলতে উঠি আহিলোঁ।"

'মন্ত্ৰণা শিবিৰ' লগে লগে চঞ্চল হৈ উঠিল। কবিতাটো লিখি উলিয়ালে আনন্দ শৰ্মাই। ময়ো অলপ-অচৰপ যোগ-বিয়োগ কৰি দিলোঁ। আজিও মনত আছে, সেই কবিতাটো :

তিলক চন্দ্ৰ ভাগৱতী
নৈষ্ঠিক সংঘৰ সভাপতি
বশিষ্ঠাশ্ৰমত পিক্‌নিক্ খাবল'ই যায়
উলহ-মালহত আনন্দৰ বান্ধ উটি যায়

বশিষ্ঠাশ্ৰমত ধুমধাম
জাত-জাত বিহুনাম
ভাগৱতীৰ ওলাল কবিতা বশিষ্ঠাশ্ৰম পাই
শিলত বহি কবিতা লিখে সাৰসুৰ নাই

কমলাই ৰান্ধিলে ভাত
পিয়াৰে সজালে পাত
পাতত বহি ভাগৱতীয়ে ৰেহ-ৰূপ চালে
কমলা দেখোন আবিয়ৈ ভাত কেনেকৈ চলে

পিয়াৰ আৰু ৰমজান
দুয়োটা পুৰা মুছলমান
ইহঁতেই দেখোন বিলায় ভোজৰ ভাত
মেম্বাৰ কৰি ফেডাৰেশ্বনে মাৰিলেহি জাত

কথাটো কৰি ভালকৈ টং
ভাগৱতীৰ উঠিল খং
একেচাবেই উঠিল ঘৰল'ই যাওঁ বুলি
কণী নোখোৱাৰ ভাও ধৰি কথাটো নক'লে খুলি

কবিতাটোৰ কেইবাটাও 'কপি' কৰি জাননী-ফলিবোৰত লিপিট্ খুৱাই থৈ অহা হ'ল। ভাগৱতীয়ে পাচদিনা আমাক চুইহে নিকিলালে। আমাক ক'লে, "অত্যাচাৰ বেচি হৈছেগৈ দেই। জাত মাৰিলে— কোনে, কাৰ ? আপোনালোকে, কবিতাৰ।"

ইটো ঘটনাৰ কথা। আমাৰ ৪নং ব্লকত এজন উমৈহতীয়া দাদা আছিল। দাদা বৰ আৰামপ্ৰিয় মানুহ। কলেজলৈ বৰ বেচি অহা-যোৱা কৰিবলৈ টান পায়। সেইবাবে জানিবা, আৰু ২০্ টকাৰ ভৰণি এটা হ'ব ; নন-কলেজিয়েট হৈ পৰীক্ষা দিব লাগিব ! একো ক্ষতি নাই। মনে মনে এগৰাকী সহপাঠিনীক ভাল পায়। ইজনে-সিজনে আহি এনেয়ে খবৰ দি যায়হি, "বৌদিক আজি অমুকত লগ পাইছিলোঁ, আপোনাৰ খবৰ সুধিছিল।" দাদায়ো জানিছিল, কথাষাৰ একেবাৰে মিছা। তথাপি, তেনেকৈ যদি সঁচাসঁচিকৈয়ে সুধিলেহেঁতেন, তেতিয়াহ'লে কিমান ভাল লাগিলহেঁতেন ! দাদাই নীৰৱে তাৰ আনন্দটো চেপি চেপি উলিয়াই লয়। ওৰেদিন ধৰি দাদা ব্যস্ত থাকে, কৰিডৰত থকা কেৰম-বোৰ্ডখন লৈ।

হঠাৎ আমি এদিন গম পালোঁ, পাচদিনাখন দাদাৰ জন্মদিন। খবৰটো প্ৰথমে পালে, ৪ৰ্থ বাৰ্ষিকৰ ৰোহিণী শৰ্মা আৰু করুণা শৰ্মাই। সৰুসুৰা জন্মদিন নহয়, একেবাৰে ২৫ বছৰীয়া জন্মদিন। ৩য় বাৰ্ষিকৰ মেদিনী চৌধুৰীয়ে উজান দিলে, "তেনেহ'লে দেখোন দাদাৰ ৰূপালী জুবিলী।" ল'ৰালৰিকৈ জুবিলী উদ্‌যাপন সমিতি এটা গঠন কৰা হৈ গ'ল। মোকো তাৰ এজন বিশিষ্ট সদস্য মনোনীত কৰা হ'ল। কাৰণ, ইতিমধ্যে মোৰ জ্যেষ্ঠসকলে গম পাই গৈছে, মোক যে এনেবোৰ দুষ্টামিমিহলি ধেমেলীয়া কামৰ প্ৰস্তুতি-পৰ্বত অনায়াসে বিশ্বাসত ল'ব পাৰি।

কোনোবা এজনে গুৱাহাটীতে থকা বায়েক এগৰাকীৰ পৰা পাটৰ চাদৰ এখন সংগ্ৰহ কৰি আনিলে। আন এজনে বিচনি এখনৰ গাঁথি সোলোকাই মৰাৰ পাখি কেইটামান উলিয়াই আনিলে। পাচদিনাখন

দোকমোকালিতে দাদাৰ কোঠাৰ আগত আটাইবোৰে উকলি জোকাৰ দি মেজ এখনত তুলি গা ধোৱা ঠাই পোৱালেহি। ভুৰ-তুপৰীয়াও গা ধুই সময় খৰচ কৰিবলৈ টান পোৱা দাদাক সেইদিনা উপজি-পুৱাতে মাঘমহীয়া জাৰত মাহ-হালধি সানি বাল্টিয়ে বাল্টিয়ে পানী তুলি গা ধুওৱা হ'ল। পোনতে সকলোৰে ভয় এটা আছিল, জানোচা দাদাই জন্মদিনৰ আঁচনিখনত অসহযোগিতা কৰে! দেখা গ'ল, দাদা নিৰ্বিকাৰ— জুবিলী নো কিমানৰ হয়? পাটৰ চাদৰৰ পাগুৰী পিন্ধাই মূৰত ম'ৰা-পাখি গুজি দাদাক মেজত তুলি লৈ আটাইকেয়োটা হোষ্টেলৰ আগেদি ফুৰাই অনা হ'ল। দাদাৰ জুবিলী উপলক্ষে জিল্কাৰাম দাসৰ দোকানলৈ শ্লিপ কটাই নিম্‌কি-ৰসগোল্লা আনি গোটেই মেচতে পুৱাৰ চাহ-জলপান খুওৱা হ'ল। তাৰ পাচত আনুষ্ঠানিক সভা বহিল। আনবোৰ হোষ্টেলৰ মনিটৰসকল আছিল নিমন্ত্ৰিত অতিথি হৈ। এজন আকৌ লগৰ এজন কনিষ্ঠ বন্ধুক মেম এজনীকৈ সজাই লৈ চাহাবৰ বেশত ওলালহি। দাদাৰ বহুমুখী প্ৰতিভাৰ গুণ-গান কৰি কবিতা-ৰচনা আদি পাঠ কৰা হ'ল। মই এটা স্বৰচিত ইংৰাজী কবিতা পাঠ কৰিলোঁ—দাদাৰ কেৰম-খেলত পাৰ্গতালি বৰ্ণনা কৰি। এজন মনিটৰে দাদাক এটা উপহাৰ যাচিলে ২৫টা হাঁহকণী থকা টোপোলাৰে; কামনা কৰিলে, 'দাদা শক্তিশালী হওক!' অৱশেষত, দাদাক সেইদিনা 'কেৰম-প্ৰাণ' উপাধি দিয়া হ'ল।

শেষ পৰ্বটো তেতিয়াও বাকী। গধূলিলৈ ব্যৱস্থা কৰা হ'ল, প্ৰতিটো কোঠাৰ আগতে ২৫ ডালকৈ মমবাতি জ্বলোৱা হ'ব। জ্বলাই-ছিলেহে; এনেতে এজনে উধাতু খাই খবৰ দিলেহি—গান্ধীজীক কোনোবাই গুলী কৰি হত্যা কৰিছে! খবৰ-দিওঁতাজনকে ধৰি ডুজনমানে লপা-থপা কৰিলে—আপদীয়া কথা কৈ জানি-শুনি উৎসৱটো পণ্ড কৰিবলৈ ওলোৱা বুলি। গুৱাহাটীত তেতিয়ালৈকে ৰেডিঅ'-ছেটৰ সংখ্যা বৰ কম। আমি কলেজৰ ইষ্টাৰ্ণ গেলেৰীটো পালোঁগৈ— বাতৰিটোৰ সঁচা-মিছা গম ল'বলৈ: তাতে এটা ৰেডিঅ' আছিল। গৈয়েই কাণত পৰিল, চেতাৰৰ তাঁৰত পলে পলে বাজি থকা শোক-সঙ্গীতৰ তান। মাজে মাজে নিস্তব্ধতা আৰু এটা ঘোষণা—প্ৰধান মন্ত্ৰী নেহেৰুৱে ৰাতি ন বজাত জাতিৰ উদ্দেশ্যে ভাষণ দিব। অৱশেষত ৰাতি ন বাজিল। লগে লগে কাণত পৰিল, এখন তুৱাৰ জোৰেৰে

জপাই দিয়াৰ শব্দ। তাৰ পাচত সেই অবিস্মৰণীয় ঘোষণাটো—
'The light has gone off."

দাদাক এজন ভায়েকে আহি দকচি গ'লহি, "পুৱাৰ পৰা মই চব চাই আছোঁ। খবৰ ৰাখিছ, এই মহাত্মা গান্ধীৰ দৰে মানুহজনবো জুবিলী হোৱা নাছিল। আৰু তোৰ জুবিলী! লাজ নালাগে?"
কিছুদিনৰ আগতে 'দূৰদৰ্শন'ত ছবি দেখিছিলোঁ, গান্ধীজীৰ ডাণ্ডি-যাত্ৰাৰ পুনৰাভিনয়ৰ নামত এবিধ নকল গান্ধীয়ে ডাণ্ডি-যাত্ৰা কৰিছে! মোৰ ভেতিয়া সেই কথাষাৰেই মনত পৰিছিল, "আৰু তোৰ জুবিলী! লাজ নালাগে?"

সেই ৰাতি গুৱাহাটী তেনেই নিস্তব্ধ হৈ পৰিছিল। কেৱল ৰাতি চাৰে ন বাজোঁতে নৌ-বাজোঁতেই আমাৰ হোষ্টেলৰ কাষৰ বাটটোৰ পৰা গছৰ পাত সৰুওৱা চিঞৰ এটা আহি আমাৰ কাণত পৰিছিল। আমি চমকি উঠিছিলোঁ। বাৰাণ্ডালৈ ওলাই চালোঁগৈ। চাৰি-পাঁচজনমানে এটা মানুহক পিঠিত মাজে মাজে একোটা ব্ৰহ্ম-গোৰ সোধাই টানি নিছে ক'ৰবালৈ। মানুহটোৱে খোলাত দিয়া মাছটোৰ দৰে জঁপিয়াবলৈ ধৰিছে। বাকী কেইজনে তাক হুমিয়াই-হুকিয়াই কৈ গৈছিল, "ব'ল বেটা! আৰ. এছ. এছ -ৰ বদ্‌মাচী বাজ কৰিম আজি।" সেই মানুহটোক বহুতেই চিনি পাইছিল। মৰাঠী মানুহ আছিল। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ স্বেচ্ছাসেৱক।

মোৰ মনত পৰে, গান্ধীজীৰ চিতাভস্ম বিসৰ্জনৰ দিনটোৰ কথা। শুক্ৰেশ্বৰ ঘাটৰ পৰা লোকপ্ৰিয় বৰদলৈয়ে কলহ মাথোন আৰু দহজন-মান মানুহ লৈ এখন 'মটৰ বোট'ত কলহটোৰে সৈতে ব্ৰহ্মপুত্ৰৰ মাজ পাইছিলগৈ। পানী তৰাং দেখি কেইবাৰো পাক মাৰি এঠাইত ৰ'লগৈ। লগে লগে বহুত ডেকাল'ৰা সেইখিনি পাইছিলগৈ। লোকপ্ৰিয় বৰদলৈয়ে কলহটো উবুৰিয়াই থবাৰ লগে লগে ল'ৰাবোৰে চাৰিওপিনৰ পৰা বৰদলৈৰ গা'লৈ পানী চটিয়াবলৈ ধৰিছিল। অনুষ্ঠানটোৰ গাম্ভীৰ্য তল পেলাই তেওঁলোকে হাঁহি-কিৰিলিয়াই উঠাত বৰদলৈয়ে তেওঁলোকক অলপ টানকৈ কৈছিল। যি কি নহওক, বাকী অসংখ্য মানুহে অনুভৱ কৰিছিল, ভাৰতবৰ্ষ শূন্য হৈ গ'ল!

তাৰ পাচৰ পৰা এদল ভিতৰশূন্য মানুহৰ ৰাজত্ব চলিবলৈ ধৰিলে। গান্ধীজীৰ স্মৃতিত উদ্‌যাপন কৰা অনুষ্ঠানবোৰতো দেখা পাইছিলোঁ,

মাথোন আনুষ্ঠানিকতাৰ বিৰাট পোহাৰ। কেৱল সেই 'ৰামধুন'ৰ ধুন। মাজে মাজে চিন্তা কৰিছিলোঁ, গান্ধীজীয়ে জানো এই ধৰণৰ এদল চিন্তাৰুচিহীন মানুহকেই ভাৰতবৰ্ষৰ উত্তৰাধিকাৰীত্ব দি থৈ গৈছে ? মোৰ ধাৰণা হৈছিল, গান্ধীজীয়েই শেষ গান্ধীবাদী আছিল। আমি সকলোৱেই গান্ধীজীক দেৱতা কৰি তুলিলোঁ, মানুহ কৰি ৰাখিব নেজানিলোঁ।

২য় বাৰ্ষিকলৈ উঠাৰ লগে লগে মই ১৫নং কোঠালৈ স্থানান্তৰিত হ'লোঁ। সেই কোঠাটোত আগতে ৰোহিণী শৰ্মা আছিল। আজৰি সময়ত তেওঁ কোঠাৰ ভিতৰৰ চুণসনা বিলাতী মাটিৰ দেৱালত তিনিখন বৰ ধুনীয়া ছবি আঁকি উলিয়াইছিল। পেন্সিলেৰে অঁকা সেই ছবি-কেইখন আছিল অনুকৃতি। মোৰ মূৰৰ ওপৰত দেৱালখনত আছিল ৰাফেলৰ 'মেডোনাৰ মাতৃমূৰ্তি'খনৰ অনুকৃতি ; সমুখৰ দেৱালখনত নতুন ৰুমমে'ট্ বৰপেটাৰ ধনজিত তালুকদাৰৰ মূৰৰ ওপৰত বত্তিছেল্লিৰ 'ভেনাছৰ জন্ম'খনৰ অনুকৃতি। বাকী ইখন ছবিৰ স্মৃতিটো হেৰুৱাই পেলালোঁ। সেইবেলি মোৰ কোনো জ্যেষ্ঠতৰ ৰুমমে'ট্ নাছিল। সেইবেলি মোৰ মুখস্থ হ'ল, তালুকদাৰে আওৰাই থকা গণিতৰ 'লেমিজ্ থিয়োৰেম্'টো।

সেই সময়ৰ কটনিয়ানক অকল যে লগৰ লগৰীয়ায়েই মৰমৰ অত্যাচাৰ কৰিছিল, সেইটো নহয়। সেই ২য় বাৰ্ষিকত থাকোঁতেই এদিন শুনিলোঁ আচহুৱা কথাষাৰ। চাৰিওপিনে ৰজনজনা হৈ গ'ল, বোলে কটন মুছলিম হোষ্টেলৰ কোনোবা এজন ল'ৰাক পৰীয়ে আমনি কৰিবলৈ লৈছেহি। ল'ৰাজন দেখাত বেচ ধুনীয়া আছিল। ৰাতি পঢ়ি থাকোঁতেই তেওঁক পৰীয়ে টানি লৈ যায়হি। তেওঁৰ নিজৰ মুখৰ কথাষাৰ আছিল, পৰীয়ে তেওঁক পাণবজাৰ-ফাঁচীবজাৰলৈ ফুচুলাই নিয়েহি। কি জানো অদ্ভুত শক্তি আছে তাইৰ, তাই ক'ৰাবলৈ যোৱাৰ প্ৰস্তাৱ দিলে তেওঁ বোলে নেযাওঁ বুলি ক'ব নোৱাৰে! চি. এম. হোষ্টেলৰ জাক-ল'ৰাই তেওঁক উপদেশ দিলে, "জোনাব, আপুনি তাইৰ কথা নুশুনিব। আমি আছোঁ, ভয় নকৰিব।" কথাষাৰ হোষ্টেলৰ অধীক্ষক অধ্যাপক ইছলামৰ কাণত পেলোৱা হ'ল। কোঠাটোৰ পৰা ভয়াতুৰ ৰুমমে'ট্ গৰাকীক সলাই এজন পালোৱান ধৰণৰ ছাত্ৰক ৰখা হ'ল। হ'লে কি হ'ব, তেওঁক

বোলে সেইনিশা ৰেলগাড়ীত তুলি লামডিং পোৱালেগৈ; পালোৱান ৰুমমে'টে সাৰেই নেপালে। চুপাৰিণ্টেণ্ডেণ্টে তেওঁক জেৰা কৰিলে। তেওঁক বোলে কোনোবাই থাপ মাৰি টানি নৈ যোৱালৈকে মনত আছে, বাকীখিনি মনত নাই। সকলোৱে মাজত আলোচনা হ'ল। কোনোবাই ক'লে, hallucination; হয়তো কাৰোবাক ক'ৰবাত দেখিছিল! কোনোবাই ক'লে, এইটোৱেই সেই somnambulism; টোপনিতে খোজকাঢে! কোনোবাই ক'লে, দুয়োটা গোট খাইছে; লগতে আৰু কিবা এটা! ডাক্তৰ মতা হ'ল; কিন্তু কোনো ফল নধৰিলে। এদিন মই নিজৰ চকুৰে দেখিলোঁ, কাণ্ডটো। বেচেৰা জুকলা হৈ পৰিছিল। ভাত খাবলৈ গৈছিল। কেইবাজনেও ঘেৰ এটা কৰি মাজত সুমুৱাই নিছিল। 'ডাইনিং হল'ৰ খটখটিটোত ভৰি দিওঁতেই চিঞৰ-বাখৰ লাগিল, 'নিলে নিলে' বুলি। কথমপিহে নিব নোৱাৰিলে, ল'ৰাজন মূৰ্ছিত হৈ পৰিল। এজন মৌলবী মাতি অনা হ'ল। তেওঁ আহি জৰা-ফুকা কৰিলে। তেওঁ ক'লে, জিনে ধৰিছে। এটা ঝাড়ু আনি ল'ৰাজনৰ গা'ত লম্ভি থকা জিনটোৰ হৈ তেওঁকে সেই ঝাড়ুটোৰ আগটো কামুৰি লৈ শপত খাবলৈ দিলে। বাকীছোৱা নেদেখিলোঁ। তেওঁ কিন্তু আগৰ দৰেই থাকিল; পৰীয়ে তেওঁক আমনি কৰিবলৈ নেৰিলে! শেষত, মাক-দেউতাকে তেওঁক ঘৰলৈ ওভোতাই নিলেহি। বহুত দিনৰ মূৰত তেওঁক মই স্কটলেণ্ডত লগ পাইছিলোঁ। তাত তেওঁক বিলাতী পৰীয়ে আমনি কৰা নাই।

৩য় বাৰ্ষিকৰ ছাত্ৰ-জীৱনটো কি এক দুৰন্ত বা-মাৰলিৰ মাজত কটালোঁ, সেয়া কৈছোঁৱেই। তথাপি, বছৰেকীয়া পৰীক্ষাৰ সময়ত মোৰ ওৰেটো জীৱনৰে এটা স্মৰণীয় ঘটনা ঘটিছিল। পাচদিনা মোৰ ৰুমমে'ট্ গোপাল দাসৰ আৰু মোৰ নিজৰ—আমাৰ দুয়োজনৰে 'অনাৰ্চ'ৰ প্ৰথমখন প্ৰশ্ন-কাকতৰ পৰীক্ষা আছিল। আমি দুয়ো শুই আছোঁ। এনেতে মাজনিশা দুৱাৰত টুক্‌টুকনি শুনিলোঁ। দুৱাৰখন খুলিয়েই দেখা পালোঁ, পুঠিমাৰীক। তেওঁ কান্দিবলৈ ধৰিলে। সুধিলোঁ, কি হ'ল! ক'লে, তেওঁৰ ছোৱালীজনী ঢুকাল। আগদিনা দেখিছিলোঁ, গাৱঁৰ পৰা চিকিৎসা কৰিবলৈ অনা সেই তিনি-চাৰি বছৰীয়া ছোৱালীজনীয়ে আমাৰ কোঠাটোৰ পূবলৈ থকা চোতালখনতে

উমলি আছিল। দিনতে লক্ষ্য কৰিছিলোঁ, তাইৰ পেটটো উখহি ঢোল যেন হৈছিল। তাইৰ মুখখনত কিন্তু এটা বৰ মিঠা হাঁহি ওলমি আছিল—ডাঙৰ চহৰ চাবলৈ পোৱাৰ আনন্দটো তাইৰ গোটেই মুখতে বিয়পি পৰিছিল। পুঠিমাৰীয়ে ক'লে, "সকলোৰে পৰীক্ষা আছে ৰাতিপুৱা। গতিকে, শ্মশানলৈ কোনো নেযায়! কি উপায় কৰা ভাল হ'ব?" পুঠিমাৰীক আৰু বেচি কথা খৰচ কৰিবলৈ নিদি মই কমমে'টক ক'লোঁ, "ব'লক, আমি দুয়োজনেই নৱগ্ৰহত সৎকাৰ কৰি থৈ আহোঁগৈ। পৰীক্ষা থকা বুলিয়েই কামটো নকৰিম, কথাৰ কথা হ'ল নে?" কমমে'টেও কথাষাৰত সম্পূর্ণ সঁহাৰি জনালে। দুয়ো ওলালোঁ।

পুঠিমাৰীয়ে ছোৱালীজনীৰ শ-টো সাৱটি কান্ধত পেলাই ল'লে। হাতত লোৱা কোৰখন কমমে'টে নিজৰ হাতলৈ ল'লে। নৱগ্ৰহ পায়েই ভাল ঠাই এডোখৰ বিচাৰি উলিয়ালোঁ। তাৰ আগতে মই মাথোন এবাৰ শ্মশানলৈ গৈ পাইছিলোঁ। সেইবাৰ ছাত্ৰীবাৰী হোষ্টেলৰ ওচৰত থকা মিছন হাস্পতালত ঢুকুওৱা এগৰাকী মহিলাক চিতাত পুৰি থৈ আহিছিলোঁ। আমাৰ হোষ্টেলৰে মদন ডেকাৰ বৌয়েক আছিল সেই মহিলাগৰাকী। সেইবাৰ আমি আঠ-দহজন আছিলোঁ। এইবাৰ আমি মাথোন দুজন। তেতিয়া শেষনিশাৰ কুঁৱলীজাক কিছুমান টোপাল হৈ সৰি পৰিছে ওচৰতে থকা গছজোপাৰ পাতৰ আগৰ পৰা। কমমে'ট্ দাসে ছোৱালীজনীৰ শ-টো শুৱাব পৰাকৈ গাঁত এটা খান্দিবলৈ লাগি গ'ল। ময়ো দুচাব-এচাব মাৰিলোঁ। মই অনভ্যস্ত; পুঠিমাৰীয়ে সহায় কৰিলে। লাহে লাহে গাঁতটো দ হৈ আহিল। ইমানপৰে ছোৱালীজনী পুঠিমাৰীয়ে লগত অনা থৈলাটোত শুৱাই থোৱা হৈছিল। এইবাৰ মাটিৰ বিছনা-খনত ছোৱালীজনী আলফুলকৈ শুৱাই দিলোঁ। দুচপৰামান মাটি চপাই দিয়াৰ লগে লগে তাইৰ দুয়ো কোৱাৰিয়েদি দুজোলোকা তেজ বৈ আহিছিল—কিয়, ক'ব নোৱাৰিলোঁ। দৃশ্যটো মই আজিলৈকে পাহৰিব পৰা নাই। পুঠিমাৰীয়ে সেয়া নেদেখিলে; কাৰণ তেওঁ সোঁ-হাতৰ আগবাউসিটোৰে চকুহাল ঢাকি ধৰিছিল।

উভতি আহি গা'টো ধুই উঠিছোঁহে, কলেজত পৰীক্ষা আৰম্ভণিৰ প্ৰথম ঘণ্টাটো বাজি উঠা কাণত পৰিলহিয়েই। ৰাতিপুৱা উঠি

শেষবাৰলৈ কিতাপবোৰৰ ওপৰত চকু ফুৰাবলৈ নোপোৱা সত্বেও, ওৰেনিশা উজাগৰে মাটি খন্দাৰ পৰিশ্ৰম কৰা সত্বেও, আমাৰ দুয়োজনৰে পৰীক্ষাত মুঠেই বিজুতি নঘটিল। উভতি আহি পুঠিমাৰীক খবৰটো দিলোঁ। পুঠিমাৰীয়ে ম্লান হাঁহি এটাৰে শলাগি থৈ দিলে। ঘটনাটোৰ কেইবছৰমানৰ পাচত মই যেতিয়া ডিব্ৰুগড়ৰ কানৈ কলেজত কাম কৰি আছিলোঁ, এদিন হঠাৎ পুঠিমাৰীক লগ পাইছিলোঁ পাণবজাৰৰ বাটত—নাগকটা পুখুৰীৰ পাৰত। মোক 'গুৱাহাটী ডায়েৰীত' সুমুৱাই চাহ এপিয়লা যাচিলে। নিজে নেখালে। মুখত সেই পৰিচিত বিনন্দীয়া হাঁহিটো। সুধিলে, মোৰ ইটো-সিটো খবৰ। তাহানিখনৰ কমমে'ট্ গোপাল দাসৰো খবৰ ল'লে। মাজতে এবাৰ ক'লে, "মই বৰ ভয় খাইছিলোঁ। দিয়ক, যদি পৰীক্ষাতো বেয়া হৈ যায় দাস বাবু আৰু আপোনাৰ।" মই ক'লোঁ, "পৰীক্ষাটো ঈশ্বৰেহে কৰে।" মই ক'ব খুজিছিলোঁ—ক'ব নোৱাৰিলোঁ, "আমি যে মানুহ হোৱাৰ পৰীক্ষাটোত উত্তীৰ্ণ হ'ব লাগে, তাৰ প্ৰাথমিক পৰীক্ষাৰ প্ৰবেশ-পত্ৰখন তুমিয়েই আনি দিছিলাহি।" কথাকেইটা জুকিয়াই উলিয়াব পৰা নাছিলোঁ সেইদিনা।

সেই ৩য় বাৰ্ষিকত পঢ়ি থাকোঁতেই মোৰ অতুল নামৰ মাজু ভাইটোৰ মৃত্যু ঘটিছিল টাইফয়েড ৰোগত আক্ৰান্ত হৈ। কোনো চিকিৎসাই কাম নিদিলে। টাইফয়েড তেতিয়ালৈকে অচিকিৎস্য হৈয়েই আছিল। মোৰ আন এটা ভাই ৰত্নকো ধৰিলেহি একেটা ৰোগে। দেউতা দিক্‌ভ্ৰান্ত হৈ পৰিছিল। মা'ই কৈছিল, দেউতাই হেনো সকলোবোৰ ঈশ্বৰৰ ওপৰত এৰি দি ঘৰলৈ আহিবলৈ এৰিয়েই দিছিল। মোৰ সম্পৰ্কীয় খুৰা এজনে মা'ক পৰামৰ্শ দিলে, আয়ুৰ্বেদৰ ঘৰুৱা চিকিৎসা কৰাবলৈ। মা'ই উপায় নেদেখি তাকে কৰিলে। কিছুদিনৰ পাচত মোৰ সেইটো ভাই আনৰিয়া হৈ উঠিল। দেউতাই তেতিয়া হেনো দুখ কৰিছিল, "ডাক্তৰী চিকিৎসা নকৰাই তাকো যদি আয়ুৰ্বেদৰ কবিৰাজী চিকিৎসাই কৰালোহেঁতেন!" উভতি চাই ময়ো চিন্তা কৰিছোঁ, কিন্তু নাড়ীজ্ঞান বোলা বস্তুটো এতিয়া কেইজনৰ আছে! সংস্কৃতৰ অবিদ্যা আৰু ষ্টেথিস্কোপৰ প্ৰয়োগ—দুয়োটাৰ 'ককৃটেইল'ত আয়ুৰ্বেদৰ পুনৰায়ুলাভ কিমান দূৰলৈকে বাৰু সম্ভৱ!

৪র্থ বার্ষিকত মোৰ অভিজ্ঞতাবোৰ ভিন্ন স্বাদৰ। সেইবাৰ মই বাটৰ কাষত ১৬নং কোঠাত থকাৰ পাল আছিল। মোৰ দুজন ৰুমমে'ট্ আছিল তেজপুৰৰ ৰমা দাস আৰু ধলপুৰৰ ডিম্বেশ্বৰ শইকীয়া। দুয়ো তেতিয়া ২য় বাৰ্ষিক বিজ্ঞানৰ ছাত্ৰ আছিল। ময়ো কিতাপ-পত্ৰৰ মাজতে বুৰ গৈ আছিলোঁ। মাজে মাজে ইটো-সিটো লেখাবো আখৰা কৰিছিলোঁ। এটা ভাল চুটিগল্প লেখিছিলোঁ—'জীৱন আৰু লজিক'। 'আকাশ-বাণী'ৰ কাৰণে লেখিছিলোঁ সেই গল্পটো—মৃগেন ৰায়চৌধুৰীৰ তাড়নাত! এটা কথা মোৰ মনত আছে। গল্পটোৰ প্ৰথম বাক্যটো আছিল—'ড° ৰাধাকৃষ্ণণৰ বক্তৃতা শুনিবলৈ গৈছিলোঁ'। ৰেকৰ্ড কৰিবলৈ গৈ দেখিলোঁ, 'ড°' আখৰটো কাটি 'শ্ৰী' এটা বহুৱাই থোৱা আছে। ৰায়চৌধুৰীয়ে মোক ক'লে, "উপায় নাই, আমাৰ ৰেডিঅ'ৰ লিখিত বিধিনিষেধ আছে—কাৰো কোনো আলংকাৰিক উপাধি ব্ৰড্‌কাষ্ট্ কৰিব নোৱাৰি।" মই ক'লোঁ, "বাতৰি পঢ়োঁতে শ্ৰীটোকে বহুৱাই দিয়ক, ক্ষতি নাই। কিন্তু, এটা গল্পত? গল্পটো চলিব তাৰ নিজৰ আইনৰ বাটেৰে। শ্ৰীৰাধাকৃষ্ণণ বুলি আৰম্ভ কৰা মানে গল্পটো জন্ম হোৱাৰ লগে লগে পেটত কটাৰী বহুৱাই খতম কৰি দিয়া। চাওকচোন বাৰু, পৃথিৱীখনেই জানে—ডক্টৰ আৰু ৰাধাকৃষ্ণণ শব্দ দুটা ঘিঁউৰ লগত মৌ-ৰ নিচিনা।" ৰায়চৌধুৰীয়ে মোৰ তৰ্ক কৰাৰ ধৃষ্টতাটো দেখিয়েই ক'লে, "তেনেহ'লে, ব্ৰডকাষ্ট্ কৰা টান হৈ পৰিব। নহ'বগৈয়ে।" ময়ো ধৃষ্টতাৰো সীমা পাৰ হৈ গৈ ক'লোঁ, "তেনেহ'লে, ময়ো স্ক্ৰিপ্‌ট্‌খন লৈ গুচি যাম—ব্ৰডকাষ্টেই নকৰোঁ। 'শ্ৰীৰাধাকৃষ্ণণ'ৰ দৰে আপচু শব্দ এটা। মই বৰং উকা ৰাধাকৃষ্ণণ কৰিবলৈয়ে প্ৰস্তুত, কিন্তু শ্ৰীৰাধাকৃষ্ণণ বুলি কেতিয়াও নকৰোঁ।" ৰায়চৌধুৰীয়ে আইন আৰু ধৃষ্টতাৰ মাজেদি সুৰুঙা এটা বিচাৰি পালে। ক'লে, "সেইটোকে কৰা যাওক, নহয় জানো?" স্থানান্তৰত লিখিছোঁ, মৃগেন ৰায়চৌধুৰীয়ে মোক কেনেকৈ 'কবি' নামৰ বিশেষণ এটাৰো অযোগ্য গৰাকী কৰি দিলে। যি কি নহওক, সেইটো বোধকৰোঁ মোৰ 'আকাশ বাণী'ৰ ষ্টুডিঅ' দেখাৰ তৃতীয় অভিজ্ঞতা! সেই গল্পটো হেৰাল। তাৰ আগৰ দুটা গল্পও। সেই দুটা গল্প লেখাইছিল, চৈয়দ আব্দুল মালিকে। তেখেতৰ লগত মোৰ চিনাকিটো হৈছিল, ভায়েক চৈয়দ মেৰাজ হুছেইনৰ জৰিয়তে। সেই তেতিয়াৰে পৰা আজিলৈকে

মালিক মোৰ ককাইটি হৈয়েই আছে। ককাইটি তেতিয়া চি. এম. হোষ্টেলৰ 'ডাইনিং হল'ৰ কাষতে চুণসনা থৈলা-কাপোৰৰ 'পাৰ্টিছন' এখনেৰে আচুতীয়া কৰি থোৱা কোঠা এটাতে 'বিশেষ'—বিশিষ্ট নহয় —অতিথি হৈ তুমাহমান আছিলহি। মালিক ককাইটিৰ ওচৰলৈ এদিন গৈ গম পালোঁ, ককাইটিৰ চুটকে'চটো ৰাতি চুৰি হ'ল। টকা-পইচা, কাপোৰ-কানি একো নাছিল তাত—আছিল মাথোন 'ডিপ্লোমা' কেইখন। মই সুধিলোঁ, "চোৰটো সোমাল কেনেকৈ, তুৱাৰ-খিৰিকি বন্ধ কৰি থোৱা নাছিল জানো?" কাকাইটিয়ে হাঁহি হাঁহি কৈছিল, "গোলমালটো সেইখিনিতে। মই আছিলোঁ চকু মুদি, সি আছিল চকু মেলি। লগতে মেলি থোৱা আছিল 'ডাইনিং হল'ৰ খিৰিকি তিনিখন। মোৰ তুৱাৰ-খিৰিকি জানিবা বন্ধ কৰি থ'লোঁৱেই, চকু মেলি থকাটোৰ ফালেই মেলি থোৱা বস্তুৰ সংখ্যা সৰহ হ'ল।" এদিন অল ইণ্ডিয়া ৰেডিঅ'ৰ পৰা—তেতিয়াও 'আকাশ বাণী' হোৱাগৈ নাই—এখন প্ৰগ্ৰেম পালোঁ, গল্প এটা দিব লাগে, যিটোৰ নাম 'পথ আৰু পথিক'। মালিক ককাইটিৰ ওচৰ পালোঁগৈ। ক'লোঁ, ক'ৰবাত কিবা ভুল হ'ল নেকি? মইতো তেনেকুৱা গল্প লিখাই নাই! ককাইটিয়ে আশ্বাস দিলে, গল্পটো ময়েই লিখি দিব লাগিব—ৰাস্তা-ঘাটত দেখা পোৱা কথাবোৰকে সজাই-পৰাই সেই নামটো পিন্ধাই লিখিলেই হ'ব। বানচ ১৫৲ টকা পাম—তেতিয়াৰ জোখেৰে ঢেৰ! তাৰ পাচতো প্ৰগ্ৰেম পাইছিলোঁ, মাজত তেনেকুৱা 'আৰু' এটা থকা শিৰোনামাবোৰ আগতীয়াকৈ দিয়া।

নাগকটা পুখুৰীটোৰ পাৰতে তেতিয়া এটা ধোবা-ধুবুনীবোৰৰ চুবুৰী আছিল। আমাৰ হোষ্টেলৰ ধোবাটো সেই চুবুৰীটোতে আছিল। ওচৰতে এটা ৰিক্সাৱালাৰ ঘৰ। সিহঁতক লৈয়েই লিখিছিলোঁ, 'পথ আৰু পথিক' গল্পটো। আৰু সেই যে 'জীৱন আৰু লজিক' গল্পটোৰ প্ৰথম বাক্যটো সেই বাক্যটোৰ মানুহজনৰ বক্তৃতা শুনাৰ কথাষাৰ—সেয়াও সঁচা। সেই বক্তৃতাটোৰ প্ৰায় গোটেইখিনি কথা আজিও মোৰ মনত আছে। সেই বক্তৃতাটোত ড° ৰাধাকৃষ্ণণে ভাৰতৰ জাতীয় পতাকাখনৰ এটা নতুন ব্যাখ্যা দাঙি ধৰিছিল। এক অবিস্মৰণীয় দৃঢ়পিনদ্ধ ভাষাৰে গঁথা ইংৰাজী বক্তৃতাটোত তেওঁ কৈ গৈছিল, "আপোনালোকৰ মহিলা সমিতিয়ে মোক 'ভাৰতৰ আত্মা'

আখ্যা দিছে। ভাৰতৰ আত্মা মইতো নহওঁ; ভাৰতৰ আত্মা স্পন্দিত হৈ আছে, এই পতাকাদণ্ডৰ শীৰ্ষদেশত বতাহৰ মাজত উৰি থকা পতাকাখনৰ দেহত। দেখা পাব, পতাকাখনৰ ওপৰভাগটো গেৰুৱা ৰঙেৰে বোলাই থোৱা। গেৰুৱা ৰংটো ত্যাগৰ প্ৰতীক। জীৱনৰ স্বৰূপটো পোৱা যায় অৰ্থপূৰ্ণ ত্যাগৰ মাজতে। ক্ৰুচবিদ্ধ নোহোৱাকৈ পুণৰ্জাগৰণ অসম্ভৱ। আত্মাৰ বেদীত মাংসৰ বলিদানেই ক্ৰুচবিদ্ধকৰণ। সেই ত্যাগ অথলে যাবৰ কাৰণে নহয়—কিবা এটা গঢ়িবৰ কাৰণেহে। ইয়াৰ উদ্দেশ্য হ'ল, সৃষ্টি। পতাকাখনৰ তলৰ অংশটো সেই সৃষ্টিৰ প্ৰেৰণাৰে প্ৰতিধ্বনি। তাৰ ৰং ঘাঁহৰ ৰঙৰ দৰে সেউজীয়া। সেউজীয়া মানেই সৃষ্টিশীলতা। মানুহৰ সৰ্বশ্ৰেষ্ঠ সৃষ্টি কেৱল সময়ে সামৰি থোৱা জগতখনতে লাভ কৰা সফলতাবোৰত সীমাবদ্ধ নহয়। প্ৰকৃত সৃষ্টি সেইবোৰেই যিবোৰ দেশকাল-নিৰপেক্ষ পাৰমাৰ্থিক জগতৰ শুভ্ৰ নিখিলৰ উজ্জ্বল পটভূমিত স্থাপিত। সেই শুভ্ৰ পটভূমিত অংকিত হৈ আছে, ঘননীল ৰঙৰ, মেঘৰ ৰঙৰ, সাগৰৰ ৰঙৰ—সেই ধৰ্মচক্ৰ, যি চক্ৰ জীৱনৰ চিৰ চলমান গতিধৰ্মৰ চিহ্ন। এই পতাকাখনেই বহন কৰিছে ভাৰতৰ আত্মা, যুগ-যুগান্তৰৰ ভাৰত-ইতিহাসৰ নাড়ী-স্পন্দনৰ অমৰ সংগীত।"* কিছু প্ৰগল্‌ভতাৰ বোজা লৈয়ো ক'ম—খুব বেচি, দুটা-এটা

* Your Mahila Samity has called me the soul of India. I am not the soul of India. It is vibrating there in the flag high atop this flag-stuff and fluttering in the wind. You will find, the uppermost part of it is splashed with saffron. That saffron colour stands for sacrifice. The essence of life lies in some meaningful sacrifice. Without crucifixion there can be no resurrection. To sacrifice flesh at the altar of spirit is what crucifixion stands for. That sacrifice is not for nothing—but for something. Its purpose lies in creation. The bottom of the flag is redolent with the echo of that spirit of creation. It's colour is green, the colour of the green grass, the colour that represents creativity. Man's greatest creations are not limited within the achievements in the temporal world. Those are the real creations which are set against the background of the white radiance of

শব্দ সলনি হ'ব পাৰে—এনেকৈয়ে সিজনাই কৈ গৈছিল, মোৰ জীৱনত শুনা শ্ৰেষ্ঠতম বক্তৃতাটোৰ প্ৰধান অংশ। কিছুমান কথা পাহৰিব নোৱাৰি—আপোনাআপুনি আত্মাৰ সাঁচিপাতত সাঁচতীয়া হৈ ৰৈ যায়! কেৱল ভৰাত-পতাকাখনৰে নহয়, জীৱনটোৰেই মানে বিচাৰি পাইছিলোঁ সেই বক্তৃতাটোত।

কিন্তু, সেই অবিস্মৰণীয় বক্তৃতাটো শুনিছিলোঁ যিটো পৰিস্থিতিৰ পটভূমিত, সেয়াও আছিল তাৰ লগত ফেৰ মাৰিব পৰাকৈ হাস্যাস্পদ। অসমৰ যিগৰাকী নেতাই ড° ৰাধাকৃষ্ণণক চিনাকি দিয়াৰ ভাৰ লৈছিল, সেইজনে তেওঁৰ জওহৰ-কোটটোত দহোটামান টান মাৰি সিজনাৰ বিষয়ে যি কেইষাৰ কথা কৈছিল, তাৰ মাজেদি উদং হৈ পৰিছিল অসমীয়া নেতাৰ অধ্যয়নৰ দেউলীয়া ভাণ্ডাৰ। নেতাগৰাকীয়ে ড° ৰাধাকৃষ্ণণৰ কিতাপবোৰৰ নামবোৰ খেলিমেলি কৰি অদ্ভুত শিৰোনামাৰ কিতাপ কিছুমানৰ কথা কৈ গুৱাহাটীৰ ৰাইজক সেইদিনা হাঁহিৰ খোৰাক যোগাইছিল। মোৰ মনত পৰে, মোতকৈ অলপ আগৰফালে থিয় হৈ আছিল, ড° কাকতি। তেখেতৰ ওচৰতে ৰৈ লগ দিছিল, কটন কলেজৰে এগৰাকী ইংৰাজী বিভাগৰে অধ্যাপকে। নেতাগৰাকীৰ কথা শুনি ড° কাকতিয়ে খুকুখুকৈ হাঁহি আটাইবোৰকে হাঁহি সামৰিব নোৱৰা কৰি পেলাইছিল।

সম্পূৰ্ণ অন্য ধৰণৰ অভিজ্ঞতা হৈছিল—সেই একেটা সময়তে—নিজ-জিয়াকুৰ গাৱঁত। সেয়া প্ৰবীণ চৌধুৰী বনাম হৰেশ্বৰ গোস্বামীৰ উপনিৰ্বাচনৰ সময়ৰ ঘটনা। ইতিমধ্যে মই ইয়ং ছচিয়েলিষ্ট লীগৰ সভ্য হৈ পৰিছোঁ। স্বাভাৱিকতে, মোৰো ডাক পৰিল নিৰ্বাচনৰ দিনা

transendental eternity. There in that white background is painted the wheel of *dharmacakra*, painted all in the navy-blue colour, in ***meghavarnam***, is *samudravarnam*, ( colour of the sky and of the ocean ) ; and it symbolizes the perpetual movement of life. That is the flag which carries with it the soul of India, the richest orchestral expression of India's pulsating life through the long panorama of its history. **অস্বীকাৰ নকৰোঁ, দুই-এঠাইত হয়তো মোৰ স্মৃতিশক্তিয়ে বিশ্বাসঘাতকতা কৰিছে।**

ছটিয়েলিছুঁ প্ৰাৰ্থী গৰাকীৰ হকে কিছু কাম কৰি দিবলৈ। তেতিয়া নিৰ্বাচনৰ দিনাখনো ভোটকেন্দ্ৰবোৰৰ চৌহদৰ পৰা ৫০ গজ আঁতৰত ৰাজনৈতিক দলবোৰে একোটাকৈ নিজৰ বৰীয়া প্ৰচাৰকেন্দ্ৰ খুলি সমুখত মাইক লৈ বক্তৃতা আৰু শ্লোগানেৰে গোটেই গগন ফালিছিল। নিজ-জিয়াকুৰৰ গগন ফলাৰ দায়িত্বটো পৰিল আমি দুজন—হীৰা শইকীয়া আৰু মোৰ ওপৰত। ছয়গাৱঁৰ পৰা ৰাতি নৌ-পুৱাওঁতেই আমি খোজ ললোঁ নিজ-জিয়াকুৰলৈ—প্ৰায় ছ'মাইলৰ পথৰুৱা বাট। আমাৰ মূধচ চালি নোহোৱা প্ৰচাৰকেন্দ্ৰটো আগদিনাই সজোৱা হৈ-গৈছিল। আমাক কৈ দিছিল, নিজ-জিয়াকুৰ চৌধুৰীৰ নিজৰ ঠাই। গতিকে, সিটো পক্ষৰ পৰা আমাৰ দলক গালি-গালাজ পাৰিলেও আমি যেন উত্তেজিত নহওঁ! আমি গৈ পায়েই প্ৰচাৰকেন্দ্ৰৰ সমুখত সমাজবাদী দলৰ নাঙল আৰু চকা আঁকি থোৱা তেজ-ৰঙচুৱা পতাকাখন এটা সৰু খুটিৰ ওপৰত বান্ধি উৰাই দিলোঁ। আমাৰ মুখামুখিকৈ এনল-তুনলমানৰ আঁতৰতে কংগ্ৰেছৰ প্ৰচাৰকেন্দ্ৰটো। পুৱা ৮বজাৰ পৰা ভোটদানৰ কাম আৰম্ভ হ'ল। আমাৰ ফালৰ পৰা বক্তৃতা-প্ৰচাৰো আৰম্ভ হ'ল। সিটো পক্ষত বক্তা নাই, মাথোন ঘন ঘন শ্লোগানৰ চিঞৰ। অলপ পাচতে আমাৰ ফাললৈ আহি ভোট দিয়া মানুহৰ জুম বান্ধিলেহি। সিটো পক্ষই প্ৰমাদ গণিলে। অৱশেষত, সিফালেও ক'ৰবাৰ পৰা বক্তা এজন ওলালহি। তেওঁ বক্তৃতা দিলে, "কংগ্ৰেছৰ ত্ৰিৰঙা পতাকাখন কোনে চিনি নেপায়? এইখন পতাকাৰ মান ৰক্ষা কৰিব লাগে। এইখনৰ যোগেদিয়েই দেশখনৰ স্বাধীনতা আহিল। আৰু সিটো দলৰ পতাকাখন দেখিছেনে? গোটেই তেজ-ৰঙচুৱা। গাদীত বহিবলৈ পালে মানুহ মাৰি শেষ কৰিব।" ইত্যাদি বাৰেবাংকৰা অনেক কথা। কিন্তু, অতি আচৰিত! আমাৰ ফালে মানুহৰ জুম পাতলি আহিবলৈ ধৰিলে। মাইকটো হীৰা শইকীয়াৰ পৰা লৈ আৰম্ভ কৰি দিলোঁ, "এইখন সেইখন পতাকাই। স্বাধীনতাৰ পাচত ক্ষমতা পায়েই কংগ্ৰেছে বহুত জাঁই গুলী মাৰিলে, বহুত মানুহ মৰিল। দেশ গোটেইখনতে তেজৰ নৈ বৈ গ'ল। আমি ওলাই আহিলোঁ। ওলাই আহোঁতে মহাত্মা গান্ধীৰ পতাকাখন বুকুত বান্ধি লৈ আহিলোঁ। আনিলোঁহে আনিলোঁ, কংগ্ৰেছে মৰা মানুহখিনিৰ তেজৰ নৈত জুবুৰিয়াই আনিলোঁ। আমাৰ প্ৰতিজ্ঞা, সেইখন ধুই

নিকা কৰিব লাগিব। নহ'লে, সেইখন তেজৰ নৈৰ ওপৰেদি আৰু এখন তেজৰ ব্ৰহ্মপুত্ৰ ব'বলৈ ল'ব—সাগৰ হ'বগৈ তোম্ভা বন্ধা ভেঙ্গেৰে।" লগে লগে আমাৰ ফালৰে মানুহৰ সোঁত ব'বলৈ ল'লে। এটা কথা সেই সময়ত সকলোৱে জানিছিল, যিজন মানুহে যিটো প্ৰচাৰকেন্দ্ৰৰ পৰা ভোটাৰ নম্বৰৰ টিকট ল'ব, ভোটটো সেইকালেই দিব। ভোটৰ বাকচটো আছিল প্ৰাৰ্থীজনে পতি একোটাকৈ। যিজনে যিমান বেচি পায়, সিজনৰ বাকচটো সিমানে গধুৰ হয়।

সেইবোৰ চুপতি মৰা বক্তৃতাবোৰ দি উঠাৰ পাচতে এজন ডেকাল'ৰা আহি শইকীয়া আৰু মোক ক'লেহি, "আবুই তুহ্ নাক মাত্‌ছি। যাবা লাগে, মোৰ লগতে।" ভাবিলোঁ, ক'ৰবাত কিবা জগৰ লগালোঁ নেকি! খালে খাম, তুটামান 'বাংকা'ৰ কোব—আমি দুয়ো তেওঁৰ লগতে অচিনাকি আবুৰ ওচৰলৈ ওলালোঁ। আঁকোৱা-পকোৱা বাটেৰে চোতালৰ পাচত চোতাল গৰকি গৈ আছোঁ। উভতি আহিব নোৱাৰিলোঁহেঁতেন—কোনফালেদি আহিছিলোঁ, সেই বাটটোৰ উমান লৈ। শেষত লগ পালোঁগৈ, আবুক। বয়স ৭০মান হৈছিল। ক'লে, "তহঁতৰ নো ভাগৰ লগা নাই নে—এইদৰে গোটেই দিনটো টেঁটু ফালি? অলপ পায়স ৰান্ধিলোঁহি। ভোটটো তহঁতকে দিছোঁ। এতিয়া তুটামান খা।" তেতিয়া আবেলি আঢ়ৈমান বাজিছিল। কলপাত দুখনত এদ'মকৈ পায়স দিছিল, সেই আবুগৰাকীয়ে। জীৱনত সিমান সোৱাদ জুতিৰ পায়স দ্বিতীয়বাৰ আৰু খাই পোৱা নাই। বহুত—বহুত দিনৰ আগেয়ে ককাদেউতাৰ লগত ব্ৰহ্মপুত্ৰৰ বালিত এগৰাকী সত্ৰাধিকাৰে ৰন্ধা ডালই-ভাত খাইছিলোঁ। সেই আমোলমোলাই থকা ডাইলখিনি আৰু সেই পায়সখিনি—দুয়োবাৰ যেন দুগৰাকী মানুহে অমৃত মিহলাইহে খুৱাইছিল!

৩য় বাৰ্ষিকৰ শেষৰফালে খুব ওচৰৰ পৰা দেখা পাইছিলোঁ, জয়প্ৰকাশ নাৰায়ণক। বিয়াল্লিছৰ এই বীৰগৰাকী আছিলহি হৰেশ্বৰ গোস্বামীৰ নৈ-পাৰৰ দুমহলীয়া ঘৰটোত। তেখেতক আমাৰ ছাত্ৰকেইজনৰ হৈ এবাৰ কথা সুধিছিলোঁ, "গান্ধীজী বাৰু কোন হিচাপে শ্ৰেষ্ঠ—ৰাজনীতিবিদ্ হিচাপে, নে দাৰ্শনিক হিচাপে, নে সমাজসংস্কাৰক হিচাপে?" জে. পি.-য়ে যিটো উত্তৰ দিছিল, সেইটো ক'লে আজি আৰু কোনেও মোৰ কথা বিশ্বাস নকৰিব। সেইবাবে, নকওঁ বুলিয়েই

ভাবিছোঁ। মাথোন আভাস এটা দি থওঁ, 'ৰঙা পলাতক'গৰাকীৰ সেই উত্তৰটোৰ। কৈছিল, "As a masterstrategist !"

সেই দেৱতা-দৰ্শনৰ দুৰ্লভ সুযোগটোৰ পূৰ্বে সেই একেখন ঘৰতে লগ পাইছিলোঁ, সমাজবাদী নেতা শিবদাস বেনাৰ্জীক। আমাৰ সকলোৰে পৰা উল্লসিত হিচাপটো লৈ উঠি তেওঁ গণনাটো আগতীয়াকৈ কৈ দিছিল, "গোস্বামী হাৰিব—৫০০ৰ পৰা ৫৪০টা ভোটৰ ব্যৱধানত।" আচৰিত ধৰণৰ নিখুঁত হিচাপ আছিল সেইটো! মোৰ স্পষ্টকৈ মনত আছে, হৰেশ্বৰ গোস্বামী সেইবাৰ ৫২০ আৰু ৫৩০ সংখ্যা দুটাৰ মাজৰ এটা সংখ্যাৰ ব্যৱধানত কংগ্ৰেছৰ হাতত পৰাভূত হৈছিল। ধাৰণা হয়, শিবদাস বেনাৰ্জীয়ে মানুহৰ মুখবোৰ চায়েই ক'ব পাৰিছিল, কাৰ পক্ষে কিমান অভিৰঞ্জন সম্ভৱপৰ।

মই তেতিয়া ৪ৰ্থ বাৰ্ষিকৰ ছাত্ৰ। সেই সময়তে দেখা পাইছিলোঁ. আন দুজন ভিন্ন পটভূমিৰ ভিন্ন ৰুচিৰ সৰ্বভাৰতীয় সমাজবাদী নেতাক। দুয়োজনৰে বক্তৃতা শুনিছিলোঁ, গুৱাহাটীৰ কাৰ্জন হলত অনুষ্ঠিত 'কাউন্সিল অব্ ৱৰ্ল্ড এফেয়াৰ্ছ'ৰ দুটা বেলেগ তাৰিখৰ দুখন বেলেগ সভাত। সেই নেতা দুজন আছিল—অশোক মেহতা আৰু ড° ৰামমনোহৰ লোহিয়া। অশোক মেহতাৰ অপূৰ্বসুন্দৰ ইংৰাজী আৰু বিদগ্ধ অৰ্থনৈতিক তথ্য-বিশ্লেষণে মোক মুগ্ধ কৰিছিল। মেহতাৰ বক্তৃতাটো শুনিয়েই বিখ্যাত জাৰ্মান লেখক আৰ্ণষ্ট ট্ৰলাৰৰ ৰচনাৱলীৰ সন্ধান পাইছিলোঁ। সমাজবাদৰ গতি-প্ৰকৃতিৰ সন্ধান দি মেহতাই কোৱা কথাষাৰ মোৰ মনত আছে, "Socialism is neither the meanderings of a serpent nor the subberranean gliding of a fish, but is the movement of an eagle soaring higher and higher to touch the welkin of a sky." সেই লালিত্যপূৰ্ণ ভাষাৰেই বিপ্লৱ বোলা বস্তুটোৰ সংজ্ঞা বান্ধিছিল আৰু সমকালৰ আৰ্থ-ৰাজনৈতিক পৰিস্থিতিৰ বিশ্লেষণ দাঙি কৰিছিল। পৰৱৰ্তী কালত ১৯৬০ চনৰ আগষ্ট মাহত ভাৰতীয় সংসদৰ বিশেষ অধিবেশনত পণ্ডিত নেহৰুৰ বাহিৰে তেওঁৱেই একমাত্ৰ সৰ্ব-ভাৰতীয় নেতা আছিল, যিজনে সংঘৰ্ষ-জৰ্জৰিত অসমৰ প্ৰতি সান্ত্বনাৰ হাত প্ৰসাৰিত কৰিবলৈ পাহৰা নাছিল। প্ৰসংগক্ৰমে উল্লেখনীয়, তেতিয়ালৈকে তেওঁ তেওঁৰ ৰাজনৈতিক-মৃত্যুৰ পথযাত্ৰী হোৱা নাছিল।

ড° লোহিয়াৰ বক্তৃতাও শুনিছিলোঁ। মই অনুভৱ কৰিছিলোঁ, সিজনৰ ধ্যান-ধাৰণবোৰ যেন আটাইতকৈ অধিক স্পষ্ট আছিল। যিয়েই কি নহওক, ভাৰতত সমাজবাদী আন্দোলন ব্যৰ্থ হৈ যোৱাৰ বাবে প্ৰধানকৈ দায়ী কেইবাজনো প্ৰধান নেতাৰ বিপুল ব্যক্তিত্বৰ সমান পৰ্যায়ৰ অস্তিত্ব। তাতে লগ লাগিছিলহি, প্ৰত্যেকজনৰ সমাজবাদ অধ্যয়নৰ বিচিত্ৰ পটভূমি। জয়প্ৰকাশ নাৰায়ণ লালিত হৈছিল মাৰ্কিন বিশ্ববিদ্যালয়ৰ সমাজতাত্ত্বিক অধ্যায়ন-চক্ৰৰ পটভূমিত, ড° লোহিয়া অনিবাৰ্যভাৱেই জাৰ্মান সমাজবাদী আন্দোলনৰ পৰা-তাত্ত্বিক তত্ত্বকথাৰে পৰিপুষ্ট আছিল। আৰু অশোক মেহতাৰ ৰুচিবুদ্ধিৰ প্ৰৱণতা আছিল ফৰাচীগন্ধী সমাজবাদৰ প্ৰতি। ভাৰতীয় ৰাজনীতিৰ আকাশত আচাৰ্য কৃপালনীৰ কে. এম. পি. পি. নামৰ নেজাল তৰাটোৰ আবিৰ্ভাৱৰ অন্তত গঢ় লৈ উঠা প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ সূচনাটোৱেই ভাৰতত সমাজবাদৰ মৃত্যুৰ আগবতৰা কঢ়িয়াই আনিছিল। ভাৰতীয় সমাজবাদী নেতাসকলৰ এচাম সেই তেতিয়াই সমাজবাদৰ মৌল কথা 'শ্ৰেণীসংঘাত'ৰ ধাতুময় আধাৰ পাত্ৰটোৰ পৰা 'শ্ৰেণী-সহযোগ'ৰ মাটিৰ চৰুটোলৈ খহি পৰিছিল।

যাওক সেইবোৰ কথা। মোৰ কথাষাৰ হ'ল, সমাজবাদত বিশ্বাসী আমাৰ সময়ৰ বহুতো তৰুণ-তৰুণীৰ ওপৰত সেই যন্ত্ৰণাটোৰ ছাঁ পৰিছিল। আমি বিপন্ন বোধ কৰিছিলোঁ। আনৰ কথা ক'ব নোৱাৰোঁ, মোৰ লগৰ দুই চাৰিজনৰ কথা কিন্তু স্পষ্টকৈ ক'ব পাৰোঁ। দিলীপ বৰুৱাই সেই তেতিয়াই ৰাজনীতিৰ লগত সকলো সম্পৰ্কৰ হাত ধুই পেলালে। হীৰা শইকীয়াই পশ্চিমচেৰীমুখী অচ্যুত পট্টবৰ্ধনৰ লেখীয়াকৈ হতাশাৰ তীৰ্থযাত্ৰা কৰিলে। ক'ব নোৱাৰোঁ, তেওঁৰ নিঃসংগতাৰ শামুক-গৰ্ভত যদি কিবা চিন্তাৰ মুকুতা গঢ় লৈ উঠিল নে নাই! অনিলেন্দ্ৰ শৰ্মাই নিজকে ধুই পেলালে। ময়ো বাটৰ কেঁকুৰি সলালোঁ। বহুত গা নোধোৱা মানুহ পি. এছ. পি.-ৰ নামাৱলী লৈ সমাজবাদৰ খাটি ভক্তসকলৰ লগত বহিলহি!

মোৰ নিজৰ কেঁকুৰি সলোৱাৰ সিদ্ধান্তটো শুদ্ধ আছিল—মোৰ নিজৰ জীৱনৰ কাৰণে। অধ্যাপক সুৰেন্দ্ৰমোহন চৌধুৰীয়ে মোক তেজপুৰলৈ মাতিছিল—তেখেতৰ নিৰ্বাচনী প্ৰচাৰকাৰ্যত লাংজিগিবাৰ নাটনি পূৰাবলৈ। মই ইচ্ছা কৰিয়েই নগলোঁ।

মই যে থমকি ৰ'লোঁ, বাটটো চিনি পাবলৈ সময় লাগিছিল। সেই বাটটোৰ সঠিক চিনাকি মোক কলিকতাই দিলে। সেয়া পাচত ক'ম। এটা বাট হুঁয়ামন্নাকৈ দেখিছিলোঁ কটনতে।

৪র্থ বার্ষিকত থকা সময়ৰে কথা। সেইবেলি 'কলেজ সপ্তাহ'ত সর্বশ্রেষ্ঠ প্রতিযোগীৰ নির্মালিগছি মোৰ ভাগ্যতে ঘটিছিল। তেতিয়াৰ দিনত সেই নির্মালি পাওঁতাজন কটনিয়ানৰ বাবে ঈর্ষাৰ পাত্রই আছিল। মোৰ আগৰবাৰ পাইছিল অমল মিত্রই ; পাচৰবাৰ পাইছিল সুভাষ সৰকাৰে। মই পাইছিলোঁ দুয়োৰো মাজতে। এটা কবিতাৰ কথা মনত পৰে। কবিতাটোৰ নাম আছিল, 'ল. সা গু'। কবি নৱকান্ত বৰুৱাই কোনোবা এটা কবিতাত 'মহেন্দ্র বৰাৰ ৰিফিউজী ছোৱালীজনী'ৰ প্রসংগ উল্লেখ কৰি তাক এটা মোৰ বাবে আকলুৱা স্বীকৃতি দিছিল। কবিতাটো হেৰাল। স্মৃতিশক্তি পৰীক্ষাৰ প্রতি-যোগিতাত পোৱা প্রথম পুৰস্কাৰটোৰ সুখস্মৃতি মই মচিব পৰা নাই। কাৰণ, মোঁৰ স্মৃতিশক্তিটো ইয়াৰ ভিতৰতে মামৰে ধৰিলে—অনেক কথাই পাহৰি গ'লোঁ। পুৰস্কাৰ পাইছিলোঁ, বহুত বিষয়তে—ইংৰাজী আৰু অসমীয়া মাধ্যমৰ সকলোবিধ লেখা, তর্ক প্রতিযোগিতা, আকস্মিক বক্তৃতা, সাধাৰণ জ্ঞানৰ প্রশ্নোত্তৰ ইত্যাদি। বাকী ৰৈছিলগৈ আচল পৰীক্ষাটো। অর্থনীতিৰ শ্রেণীত নন-কলেজিয়েট হৈ গ'লোঁ।। তথাপি বি. এ. পৰীক্ষাত ইংৰাজী বিষয়ত ২য় শ্রেণীৰ অনার্চ পালোঁ। লগতে ফিলছফি-ইকনমিক্সৰ 'পাছ' পাঠ্যক্রম ধৰি বাকীখিনিতো 'ডিষ্টিংশ্যন' পাইছিলোঁ। অৱশ্যে, 'অনার্চ' থকাৰ কাৰণে সেই কথাবাৰ অনিবার্যভাৱেই ঘোষিত হোৱা নাছিল !

সেই সময়ৰ আৰু দুটা সৰু ঘটনাৰ কথা মোৰ মনত আছে। এটা ৰাজহুৱা ; আনটো ব্যক্তিগত। দুয়োটা ঘটনা সেই চাৰি বছৰৰ কোনটো বছৰত ঘটিছিল—মোৰ মনত নাই। এইখিনিয়েই মনত আছে, ঘটনা দুটা বেলেগ দুটা সময়ত ঘটিছিল।

প্রথম ঘটনাটো ঘটিছিল, গুৱাহাটী ৰেল-ষ্টেছনত। সেইদিনা আটাইবোৰ হোষ্টেলৰ পৰা জাকে জাকে কটনিয়ান ঘৰমুৱা হৈছে —জহৰ বন্ধ নে পূজাৰ বন্ধটো ঘৰত কটাই আহিবলৈ। উজনিমুৱা গাড়ীখনতে বহি যাবলৈ ঠাই নোহোৱা হৈছিল। যেয়ে যেনেকৈ পাৰে হেঁচা-ঠেলা কৰি গাড়ীৰ ডবাত সোমাইছিলগৈ। এনেতে চিএব এটা

সকলোৰে কাণত পৰিলহি—"Come on, Cottonians!" সেই চিঞৰটোৱে মন্ত্ৰৰ নিচিনাকৈ কাম কৰিছিল, সেই সময়ত। লগে লগে সকলো কটনিয়ানে চিঞৰটো অহাৰ পিনে ঢাপলি মেলিলে। ডাক বিভাগৰ ৰেলৰ ডবাটোৰ আগত তুমুল কাণ্ড! বন্দুকধাৰী পুলিচে কিছুমান ছাত্ৰক আগুৰি ধৰিছে। তেওঁলোকে হেনো জোৰকৈ ডবাটোত সোমাবলৈ গৈছিল। ভিতৰৰ পৰা 'লেৱে' মেইল চাৰ্জিছৰ কৰ্মচাৰীসকলে বাধা দিছিল। তাতেই গণ্ডগোল আৰম্ভ হ'ল। পুলিচে বন্দুক টোৱাই ল'বলৈ ধৰোঁতেই সেইখন গাড়ীতে যাবলৈ ওলোৱা হৰেশ্বৰ গোস্বামী ওলালহি। তেখেতে দলটোৰ নেতাকেইজনক আদৰ-সাদৰ কৰি নি নিজৰ ১ম শ্ৰেণীৰ কোঠাত থৈ আহিলগৈ। তাৰ পাচত, দুয়োপক্ষকে ধেমেলীয়া কথা কৈ বুজালে। মুহূৰ্ত্তে সকলো শান্ত হৈ আহিল। সেইদিনা দেখা পাইছিলোঁ জ্বলি উঠা জুই মুমুওৱাৰ এটা স্বকীয়া ধৰণ।

সিটো ঘটনা ঘটিছিল লামডিঙত। গাড়ী লামডিং পোৱাৰ লগে লগে আমি শ শ ছাত্ৰ হোটেললৈ ঢাপলি মেলিলোঁ—লৰালৰিকৈ এমুঠি খাই ল'বৰ কাৰণে। মই বহিলোঁগৈ দুখন ডেস্কৰ জোৰাটোৰ সমুখতে। বাওঁফালৰ পৰা কণীৰ জোল বিলাই আনিলে, মই লৰালৰিকৈ কণীৰ বাটিটো উদং কৰি খাই শেষেই কৰিলোঁ। এনেতে সোঁফালৰ পৰা বিলাই অনা কণীৰ জোলৰ পৰাও আৰু এটা কণী মোৰ পাতত পৰিলহি। ভোকৰ জুইত তত্তিব নোৱাৰি মই যে দুটা কণী খালোঁ—নিজেই টলকিব নোৱাৰিলোঁ। হোটেলৰ মেনেজাৰে ভুলতে মোৰ পৰা এবাটি কণীৰ আঞ্জাৰহে দাম ল'লে। ভুলটো মই শুধৰাই নিদিলোঁ। সেই দিনতে এবাটি কণীৰ আঞ্জাৰ দাম ধৰিছিল—ছ'অনা। ৰাতিটো সন্তুষ্টিৰে কাটি গ'ল। পুৱা শিমলুগুৰি জংছনত নামিলোঁগৈ। তাৰ ৰেস্তোৰাঁখনত গৰম চাহ এপিয়লা খাবলৈ ল'লোঁ। লগত কি খাম বুলি সমুখৰ আলমাৰীটোত চকু ফুৰাবলৈ লওঁতেই পিচফালৰ পৰা এজন মাৰোৱাৰী যাত্ৰীয়ে ক'ব নোৱাৰাকৈ মোৰ কিলাকুটিতে দিলেহি খুন্দা মাৰি। চাহৰ পিয়লা উফৰি ক'ৰবাত পৰিলগৈ। আকৌ এপিয়লা চাহ ল'লোঁ। খাই উঠি দাম সোধোঁতে দোকানীয়ে ভগা পিয়ালাটোৰ সৈতে নোখোৱা চাহপিয়লাৰো দাম চৈধ্য অনা যোগ দি ক'লে। ভাবিলোঁ, ৰাতিটোৰ ভিতৰতে বেচিকৈ

খোৱা কণীৰ আণ্ডাৰ ছ'অনা পইচাৰ লাভটো নোখোৱা চাহৰ চৈধ্য অনাৰ লোকচানটোৰে উচল্ কৰিবলগীয়া হ'ল। সেয়া মোৰ এটা বেলেগ ধৰণৰ বেলেগ স্বাদৰ অভিজ্ঞতা।

এইবোৰ বিচিত্ৰ অভিজ্ঞতাৰ ভাৰ বান্ধি লৈয়েই মোৰ ছাত্ৰ জীৱনৰ আৰু এখন নৈৰ পাৰ পালোঁহি। সেই নৈখনৰ মাজৰ পানীডৰাত আৰু একাঁজলিৰ সোৱাদ লৈছিলোঁ। পণ্ডিত নেহৰুৱে ক'ত জানো লেখিছিল, মানুহৰ জীৱনত কিছুমান too private moments আছে। কথাষাৰ প্ৰায় অনস্বীকাৰ্য। মোৰ সেই একান্তভাৱেই ব্যক্তিগত মুহূৰ্তবোৰৰ সোঁৱৰণী কিমানলৈকে মুকলি কৰি ধৰিব পাৰি, চিন্তা কৰিছোঁ। মোৰ ধাৰণা, সিবিলাকৰ কথা মাথোন আভাসে-ইংগিতেহে ক'ব পাৰি। সেইখিনি অকপটে কৈ যাম বুলিয়েই ভাবিছোঁ। কিন্তু, সিবিলাকৰ আনুপুংখিক বৰ্ণনা দিবলৈ মই অক্ষম। কাৰণ, জীৱনৰ অভিজ্ঞতা লিপিবদ্ধ কৰিছোঁ বুলিয়েই জানো লাজৰ মূৰটো খাব পাৰোঁ!

## ॥ মৌন মধুময়তা ॥

"Ache deep : but make no moans ;
Smile out ; stilly suffer :
The paths of love are rougher
Than throughfares of stones."

—Thomas Hardy

জাপানী কবিতা এটা পঢ়িছিলোঁ। পাহৰিলোঁ, কোনে লেখিছিল। কিন্তু, লেখিছিল এইবুলি, "মই নিজে ক'বই পৰা নাছিলোঁ, তুমিও ক'ব পৰা নাছিলা, আমি গম পোৱাৰ আগতেই গোটেইখনতে জনাজনি হৈ গ'ল কথাষাৰ—আমি যে ইজনে-সিজনক ভাল'পাওঁ।" আমাৰ কথাটোও তেনেকুৱাই হ'ল। তেনেকুৱাকৈয়ে আৰম্ভ হ'ল। তেনেকুৱাকৈয়ে জনাজনি হ'ল। অধ্যক্ষ হেম বৰুৱাই এদিন মোৰ বন্ধু এজনৰ আগত আমাৰ আন্দোলনটোৰ লাভ-লোকচানৰ খতিয়ান দাঙি ধৰি মোৰ সমুখতে ধেমেলীয়াকৈ ক'লে, "তোমালোকৰ একো লাভ নহ'ল। মহেন্দ্ৰৰেই মাথোন লাভ ( love ! ) হ'ল।" মই ৰঙা-ছিঙা পৰি উঠিলোঁ। কাৰণ, সেইটো মোৰ বাবে এটা মই নিজেই নজনা খবৰহে আছিল। খবৰো যদি আছিল, তাৰ আৰম্ভণিটো সেইটো সময়ৰ নাছিল। উজাই গৈ বহুত আগৰ আছিল।

৩য় বাৰ্ষিকত পঢ়ি থকা সময়ৰ প্ৰথমছোৱাৰে কথা। এটা ভৰ-দুপৰীয়াৰ কথা মোৰ স্পষ্টকৈ মনত আছে। বাটটোত তেতিয়া অন্য কোনো মানুহ-দুনুহ যে নাছিলেই। আনকি কলেজৰ ল'ৰা-ছোৱালী এটাও নাছিল। অথচ, ঠাইডোখৰ আছিল কলেজৰ সমুখতে। হঠাৎ, তেতিয়ালৈকে এবাই চলা মুখামুখি হৈ যোৱাৰ পৰিস্থিতি এটাৰ সৃষ্টি হৈ গ'ল। মোৰ চকুত পৰিল, তেওঁৰ খোজবোৰ যেন অলপ খেলি-মেলি হৈ পৰিছে। ময়ো দুবাৰমান এনেয়ে উজুটি খোৱাৰ দৰে খালোঁ; ক'ব নোৱাৰাকৈয়ে, কাৰণ নোহোৱাকৈয়ে ৰঙা-ছিঙা পৰি

উঠিলোঁ। আমি দুয়োজনে কিবা বিমোৰত পৰি দুয়োজনলৈ চাই মাথোন দুটা শব্দহে উচ্চাৰণ কৰিব পাৰিলোঁ—এটা প্ৰশ্ন, এটা উত্তৰ, "আহিলে ?—আহিলোঁ।" সেইদিনাই প্ৰথম উমান পাইছিলোঁ—আমাৰ মাজত কিবা এটা যে সঁচাসঁচিকৈয়ে ঘটিছে !

কিন্তু, সেয়াতো আৰম্ভণি নাছিল—কাহানিবাই আৰম্ভ হোৱা কিবা এটাৰ স্পষ্ট প্ৰতিপাদনটোহে আছিল। যোগাযোগ বুলিবলৈয়ো আমাৰ মাজত মাথোন এটা পৰোক্ষ যোগাযোগহে আছিল। আৰু সেই পৰোক্ষ যোগাযোগ যিকণ আছিল, সেইকণ স্থাপিত হৈছিল মোৰ জ্যেষ্ঠতৰ বন্ধু মহেশ ভূঞাৰ মাধ্যমত। এদিন মই কিবা কথা-প্ৰসংগত ভূঞাক ক'লোঁ, "ছোৱালীজনীয়ে ঠিক এনেকুৱাকৈ খোজৰ নাচোনটো দিছিল।" এইবুলি কৈ মই তেখেতক 'মিউজিক্ চেয়াৰ' খেলত ভাগ লওঁতে তেওঁ দিয়া খোজকেইটাৰ চেওটো দেখুৱাই দিলোঁ। মই জনা নাছিলোঁ, ভূঞাই যে সেই ছোৱালীজনীৰ আগত কথাষাৰ উবুৰিয়াই থৈ আহিবগৈ। কেইদিনমানৰ পাচতে মোৰ আগতো একেদৰে উবুৰিয়ালেহি, "ছোৱালীজনীয়ে কৈছে, তোমাৰো একেই কথা। তুমিও বোলে কলেজৰ মিটিংবোৰত ইংৰাজীৰে কথা কওঁতে ঠিক এনেকুৱাকৈ কোৱা।" এইবুলি কৈ তেওঁ দেখুওৱা ধৰণটোৰে মই কোৱা কথা কেইষাৰমান নকল কৰি দেখুৱালে। মই প্ৰমাদ গণিলোঁ—আমি উভয়ে দেখোন উভয়ৰ ধৰণ-কৰণবোৰৰ ওপৰত বেচিকৈ চকু ৰাখিবলৈ লৈছোঁ ! ভাবিলোঁ, ক'ৰবাত কেনেবাকৈ মই এই ছোৱালীজনীৰ প্ৰেমত পৰি গ'লে, মস্কিল হৈ যাব ! তথাপি, এই মহেশ ভূঞা মানুহটো আমাৰ দুয়োৰো মাজত নেলেখা চিঠিৰ নিৰ্দোষ বিনিময়ৰ অদৃশ্য ডাকঘৰ হৈ ৰৈ গ'ল। ৰৈ গ'ল—বহুতদিন-লৈকে।

কোনোবাই নিশ্চয় অধ্যক্ষ হেম বৰুৱাৰ কাণত সেই কথাষাৰ জনা-নজনাকৈয়ে পেলাইছিলগৈ, বোলে আন্দোলনটোহে আমাৰ মনৰ সেতু হৈছিল। ছাৰে হয়তো পাহৰিয়েই গৈছিল, সেই ছোৱালীজনীৰ কথা —যিজনী ছোৱালীৰ বিষয়ে 'কলেজ সপ্তাহ'ৰ সংগীত প্ৰতিযোগিতাৰ গান শুনি থাকোঁতে মই কৈছিলোঁ, 'অলপ খেপেচী যেন লাগিছে।' আচলতে, খেপেচী বুলিব পৰা ছোৱালী কটন কলেজত সেইটো সময়ত অন্য এজনী ছোৱালী আছিল—আমাৰ দুয়োজনতকৈ এটা খলপা

পাছৰ। আৰু, তেওঁৰ লগত ফুৰিছিল, তেওঁতকৈয়ো এটা খলপা পাচৰ এজনী তেনেই অকণমানি ছোৱালী—নামটো আছিল হিমানী বয়। দুয়োজনী সদায় একেলগে চাহ খাবলৈ গৈছিল ; পাণবজাৰৰ বাটেদি যাওঁতে জাক-ল'বাই খেমেলীয়াকৈ জোকাইছিল—'হাতীৰ পিঠিত মাখি!' ছাবৰ আগত কোৱা মোৰ 'খেপেচী ছোৱালীজনী' আছিল দুয়োজনীৰ মাজতে।

মোৰ ভাইটোৰ লেখীয়া সদা শইকীয়াই মাথোন এদিন আমাৰ 'সংগ্ৰাম পৰিষদ'ৰ প্ৰথম সভাৰ কাৰ্যসূচী কৰি থাকোঁতে গহীনকৈ পৰামৰ্শ এটা দিছিল, "তাৰ আগতে এটা ন-বৌৰ গান থাকিলে ভাল হয়!" আৰু কৈছিল, "গীতা ন-বৌৰ গান থাকিলে, কিছু মানুহ হ'বই।" মোৰ কাণ-মুখ গৰম হৈ গৈছিল। আমাৰ যোগাযোগ বুলিবলৈ সিমানখিনিয়েই আছিল। তথাপি, মোৰ বন্ধুবোৰেও কথাই পতি মোৰ আগত সেই নামটো কৈ কিহৰ উমান লৈছিল, মই নেজানিছিলোঁ। তেওঁৰো বান্ধৱীবোৰে তেওঁৰ-পৰা একেদৰে একেটা কথাৰে উমান লৈছিল—মোৰ কাণত পৰিছিল। আচল কথা হ'ল, মই যদিও কাকো একো কোৱা নাছিলোঁ, তথাপি মই সেই সদা শইকীয়াৰ 'ন-বৌ'জনীৰ গুণত গভীৰভাৱেই মুগ্ধ হৈ পৰিছিলোঁ। ৰূপতো নিশ্চয়। মই নিজে ক'ব নোৱাৰাকৈয়ে, তেওঁ মোৰ স্বপ্নৰ জগতখন অধিকাৰ কৰি লৈছিল।

উভতি চাই ভাবিছোঁ, মোৰ চৰিত্ৰৰ এটা ডাঙৰ দুৰ্বলতা আছে। সেই বস্তুটো হ'ল, যিকোনো মানুহৰে কণ্ঠস্বৰৰ মাধুৰ্যৰ প্ৰতি মোৰ প্ৰবল আকৰ্ষণ। মই মন কৰিছোঁ, মোৰ আটাইতকৈ প্ৰিয় বন্ধু-বান্ধৱ কাৰো মাত কৰ্কশ নহয়। মোৰ আটাইতকৈ প্ৰিয় ছাত্ৰ-ছাত্ৰী কোনোজনৰে মাতটো মিষ্টতাবঞ্চিত নহয়।

তাৰ মানে অৱশ্যে এইটো নহয় যে, মই গীতাৰ কেৱল কণ্ঠস্বৰটোৰ দ্বাৰাই স্বপ্নাৱিষ্ট হৈ পৰিছিলোঁ। কিন্তু, এটা কথা সদায় স্বীকাৰ কৰিম, সেই তাহানিয়েই গীতাই গোৱা সেই গানটো, তাৰ সকলোবোৰ কথা যদিও পাহৰি গ'লোঁ, 'মাধৱী ৰাতি দীপালীৰ মালা গাঁথি গাই যাওঁ গীতি সুন্দৰৰ' সুৰটো আজিও মোৰ কাণত বাজিয়েই আছে। মই নিজে জীৱনত এটাও গান গাব নোৱাৰিলোঁ বুলিয়েই নেকি—গান গোৱা মানুহবোৰকেই মই আটাইতকৈ বেছি শ্ৰদ্ধা কৰোঁ।

গীতাকো মই শ্ৰদ্ধাৰ চকুৰেই চাইছিলোঁ। আজিও সেই শ্ৰদ্ধা অটুট হৈয়েই আছে। মই বিশ্বাস কৰোঁ, গান গাই থকা মুহূৰ্ত্তবোৰত মানুহ স্বয়ং ভগৱানৰ সংস্পৰ্শত উজ্জীৱিত হৈ উঠে।

এটা দিনৰ কথা মনত পৰে। বোধকৰোঁ, সেইখন কটন কলেজত নতুনকৈ প্ৰতিষ্ঠা কৰা 'ইকনমিক ফ'ৰাম'ৰ উদ্বোধনী সভা আছিল। দায়িত্বত থকা মোৰ বন্ধু-বান্ধৱকেইজনে মোকেই ধৰিছিলহি, সভাখনৰ বাবে আৰু এটা গানৰ ব্যৱস্থা কৰি দিব লাগে। সকলোৱে ক'লে, "তই ক'লে. নিশ্চয় এটা গাব।" মোৰ নিজৰো বিশ্বাস এটা হৈছিল হয়তো গাব! মই সাহস কৰি গীতাক ক'লোগৈ। তেওঁ ইটো-সিটো অসুবিধা দেখুৱাই মোৰ অনুৰোধ প্ৰত্যাখান কৰিলে। ময়ো দুনাই অনুৰোধ নকৰি উভতিলোঁ। কিবা এটা চিন্তা কৰি মোক তেওঁ আধাবাটৰ পৰা ঘূৰাই নি ক'লে, "বেয়া নেপাব। মই বাৰু গাম। কিন্তু বৰ ভাল নহ'ব।" হয়তো মোৰ সেইদিনাৰ অভিমানটো চকুৱে-মুখে বিৰিঙি উঠিছিল। মই সচৰাচৰ গান বোলা বস্তুটো অকলশৰীয়াকৈ শুনিয়েই আটাইতকৈ বেচি ভাল পাওঁ। তেতিয়াও সেইটোৱেই আছিল। তথাপি যে বন্ধু-বান্ধৱৰ হেঁচাতে ৰাজহুৱাকৈ শুনাৰ প্ৰস্তাৱ এটা কৰি বিফল হৈ গৈছিলোঁ, সেইদিনা তাৰ গ্লানিৰ ভাবটো বৈয়েই গৈছিল। সেইদিনা তেওঁ কি গান গাইছিল—তাৰ একছত্ৰও মই নুশুনিলোঁ, যদিও মই তাতেই আছিলোঁ।

বহুত দিনৰ পাচৰ কথা এটা। মই কলিকাতাত থকাৰ সময়ৰে কথা। সেই সময়ত মই 'আকাশ বাণী'ৰ 'আকাশী' নামৰ আলোচনীখন প্ৰায় নিয়মীয়াকৈয়ে লৈছিলোঁ। তাত গুৱাহাটী কেন্দ্ৰৰ পৰা প্ৰচাৰিত অনুষ্ঠানবোৰৰ পষেকীয়া সূচীখন আগতীয়াকৈ প্ৰকাশ কৰিছিল। কোনোবাই মোক কৈছিল, "বতৰ ভাল থাকিলে, কেতিয়াবা তঁতৰ গুৱাহাটী কেন্দ্ৰটোৰ অনুষ্ঠানো শুনিবলৈ পোৱা যায়।" মই বহুতোদিন চেষ্টা কৰিও নিৰাশ হৈছিলোঁ। এদিন কিন্তু আমাৰ হোষ্টেলৰ কমন ৰুমটোত থকা ৰেডিঅ'টোত সঁচাসঁচিকৈয়ে শুনিবলৈ পালোঁ, গুৱাহাটীৰ অনুষ্ঠান। সেইদিনা শুনিবলৈ পাইছিলোঁ, গীতাৰ দুটা গান; তাৰে এটা আছিল, "জাগে আজি জীৱনৰ ছন্দ নতুনৰ নৱ গন্ধ।"

ক'ৰবাত ওলাগোঁহি। মই কৈ আছিলোঁ, জনাজানি হোৱাৰ কথাবাৰ। আমাৰ ঘৰৰ কোনোবাই যদি প্ৰথমতে আনৰ মুখৰ পৰা জানিছিল, সেয়া মোৰ ডাঙৰ মামী। কলিকতাৰ পৰা বহুত এবাৰ ঘৰলৈ আহোঁতে ডাঙৰ মামা আৰু ডাঙৰ মামীৰ ডিকমৰ ঘৰতো পাৰ মাৰি আহিছিলোঁগৈ। মামীয়ে মৈদাখন আগত লৈ কাৰৈ মাছকেইটা-মান বাছি আছিল। ওচৰতে মূঢ়া এটাত বহি মই চাই আছিলোঁ। হঠাৎ মামীয়ে মোক সুধি দিলে, "তোমাৰ গীতাই পাৰে নহয় এইবোৰ? গান কিন্তু বৰ ভাল গায়। তোমাৰ মোমায়েৰাক সুধিবা-চোন, গীতাৰ গান থাকিলে শুনিবই।" মই কি উত্তৰ দিছিলোঁ— পাহৰিলোঁ। মামীয়ে কিন্তু এবাৰ সুন্দৰ উপদেশ দিছিল, "এতিয়াই সকলোকে নক'বা।" আৰু, সেই মামীয়ে কলিকতাৰ পৰা মই উভতি অহাৰ আগে আগে মোলৈ পোষ্ট-কাৰ্ড এটাত লিখিছিল, "তোমাৰ তেওঁলৈকো মৰম দিছোঁ বুলি ক'বা।" মই পোষ্ট-কাৰ্ডটো এতিয়াও মোৰ হাতত আছে।

এতিয়া লাজ-চৰমৰ মূৰ খাই আগৰ কথাখিনি কওঁ। ঠিক কেনেকৈ আমাৰ প্ৰত্যক্ষ সম্পৰ্কটো গঢ় লৈ উঠিছিল। কেনেকৈ কি হ'ল, ক'ব নোৱাৰোঁ। সেইদিনা আছিল, বি. এ পৰীক্ষাৰ বাবে প্ৰপত্ৰ দাখিল কৰাৰ দিন। মই মোৰ প্ৰপত্ৰখন দি উঠিছোঁহে, অধ্যাপক দণ্ডেশ্বৰ গগৈয়ে—যিজনে এনেকুৱা কামবোৰৰ জাঁজ সদায় মাৰিবলগীয়া হৈছিল—তেওঁৰ প্ৰপত্ৰখন হাত মেলি ল'লে। সেইটো একেবাৰে কাকতালীয় সম্পৰ্কৰ ঘটনা আছিল। তেতিয়ালৈকে মই তেওঁক একোৱেই জনোৱা নাছিলোঁ। মোৰ ভয় লাগিছিল, জানোচা মই তেওঁৰ গৈ থকাৰ বাটটো এনেয়ে আগচি ধৰি আমনি কৰাৰ লেখীয়া হৈ পৰোঁ! কিন্তু, এটা কথা ঠিক—মই তাৰ বহুতদিনৰ আগৰে পৰা নিজকে নিজেই আগচি ধৰিছিলোঁ, যাৰ ফলত মই ইকনমিক্স বিষয়টোত নন-কলেজিয়েট হৈ পৰিছিলোঁ। দৰাচলতে, মই কিজানি ফিলছফিতো নন-কলেজিয়েট হৈছিলোঁ, আৰু ইকনমিক্সত হয়তো একেবাৰে ডিচ্‌কলেজিয়েটেই!

এদিন অৰুণ তামুলীয়ে—সি এতিয়া হাংগেৰীতে বিয়া-বাৰু কৰাই হাংগেৰীৰে নাগৰিক হৈ গ'ল—এখন চিঠি আনি দিলেহি বুলুৰ পৰা। ডাকত দিব খোজা সেই চিঠিখন অৱশেষত হাতে হাতেই পঠিয়াই

দিছিল অৰুণৰ যোগেদি। বুলু মানে অণিমা দাস ( এতিয়া গুহ )। অপূৰ্ব সুন্দৰী আছিল তেওঁ; মোৰ লগত চিনাকিটো আছিল—৩য় বাৰ্ষিকত মই সাধাৰণ সম্পাদক হৈ থকা ইউনিয়নখনৰ এগৰাকী সদস্যা হিচাপে। মই জানিছিলোঁ, বুলু গীতাৰ এজনী সম্পৰ্কীয়া ভনী। যি কি নহওক, তেওঁ মোক মাতি পঠিয়াইছিল, জৰুৰী কথা এটা পাতিবলৈ লগ পাবৰ কাৰণে। লগ পালোঁগৈ। তেওঁ মোক ক'লে, প্ৰায় কোনো ভূমিকা নোহোৱাকৈয়ে, "এনেকৈ থাকিলে আপুনি আৰু গীতা—দুয়ো দেখোন বিপদত পৰিব। অৱশ্যে, মই নেজানো—আপোনালোকৰ সম্পৰ্কটো কাৰ কালৰ পৰা কিমান গভীৰ।" ময়ো খপ্‌কৈ উত্তৰ দি বহিলোঁ, "এইবোৰ কথা একেবাৰে পোনপটীয়াকৈ মুখামুখি হৈ পাতি লোৱাটোৱেই ভাল। নহ'লে পাচত ইজনে-সিজনক দোষ দিয়াৰ সম্ভাৱনা এটা থাকি যায়!" সেই দিনটো আছিল ১ব'হাগ—মোৰ মনত আছে।

দুদিনমানৰ পাচত আমি এঠাইত লগ পোৱাৰ কথা আছিল। সেইদিনা হঠাৎ খুব শিল-বৰষুণ দিলে। মই সোমালোঁগৈ এঠাইত; গীতা আৰু গীতাৰ বান্ধৱী বকুল—ভাল নামটো যাৰ নিৰুপমা তামুলী ( এতিয়া বৰগোঁহাঞি ) সোমালগৈ অন্য এঠাইত। তেওঁলোক উভতি আহোঁতেই মই বৈ থকা ঘৰটোৰ সমুখতে লগ পালোঁ। আমি কিছুদূৰ একেলগে খোজকাঢ়ি উভতি অহাৰ বাটটো ধৰিলোঁ। সেইদিনাৰ শিল-বৰষুণজাক বাৰুকৈয়ে ডাঙৰ আছিল। ওৰেটো বাট শিল-বৰষুণৰ শিলে ঢাকি পেলাইছিল। আমি যেনিবা বগা ধৱ্‌ধৱীয়া বৰফৰ ওপৰেদিহে খোজকাঢ়ি উভতিছিলোঁ। তাৰ দুদিন আগতে মই তেওঁলৈ চিঠি এখন লিখি বহুত কথাই জনাইছিলোঁ। এটা কথা স্পষ্টকৈয়ে লিখিছিলোঁ। জীৱনটো গণিতৰ সূত্ৰেৰে নচলে, লজিকৰ নিয়মেৰে নচলে। গতিকে, মোৰ ওপৰত কি ভাৰসা কৰি আত্মাৰ অনিশ্চিত সুৰংগ এটালৈ জাঁপ দিব! আৰু মোৰ কথাটো চিন্তা কৰিব নালাগে, মই অকলশৰীয়াকৈয়ে জীৱনটো কটাই দিম। উভতি আহোঁতে তেওঁ মোৰ মুখলৈ চাইছিল। মোৰ চকুহাল নিশ্চয় ভাৱেৰে ঢাকি থোৱা দেখা পাইছিল। বকুলে দেখিছিল, আমি কোনেও কাকো একো ক'ব পৰা নাই! অৱশেষত বকুলেই ক'লে, "ব্যৱস্থাটো অন্ত ক'ৰবাত কৰিব লাগিব।"

ব্যৱস্থাটো হ'লগৈ দুদিন পাচতে। তাৰিখটো আছিল—১৯৫১ চনৰ ২০ এপ্ৰিল। সেইদিনা আবেলি মোৰ ওচৰলৈ এজন বৰ ধুনীয়া ওখ-পাখ মানুহ আহিল। লগত এখন সক চিঠি গীতাৰ পৰা লৈ আহিছিল। পৰিচয়টো পালোঁ, গীতাৰ এগৰাকী ওচৰ-সম্পৰ্কীয় মামা। দণ্ডুৱা মানুহ। নাম অনংগমোহন দাস। তেখেতে ক'লে, "মোৰ লগতে বলক।" মই লৰালৰিকৈ ওলালোঁ। গৈ দেখিলোঁ, গীতা আৰু বকুল তাত আগৰে পৰা বৈ আছিল। আমি দুয়ো কাষৰ কোঠা এটাত সোমালোঁ। আমি দুয়ো নিৰলে কথা পাতিবলৈ আৰম্ভ কৰিলোঁ—কি কথা, মনত ভালকৈ নপৰে। আচল কথাটো যে বহুত পৰলৈকে পতাই নাছিলোঁ, সেয়া কিন্তু ৰিণিকি ৰিণিকিকৈ আজিও মনত আছে। যেন সেই কথাটো কোনোবা কাহানিবাই পাতি থোৱাই আছে! অৱশেষত, কথাষাৰ আপোনাআপুনি স্পষ্ট হৈ উঠিল. আমি দুয়োজনেই দুয়োজনক গভীৰ ভাৱেই ভালপাওঁ— দুয়ো দুয়োজনকে পথৰ লগৰীয়া কৰি ল'বলৈ প্ৰস্তুত। ঘৰাঘৰি ওলাবৰ সময়ত বকুলে মাথোন ধেমালিকৈ ক'লে, "ক'তা আপোনা-লোকে দেখোন এতিয়াও ইজনে-সিজনক আপুনি বুলিয়েই চলাই আছে!" মোৰ তেতিয়াহে মনত পৰিল, সিযে জীৱনৰ নতুন বাটটোৰে যোৱাৰ উপযোগী নহয়! ক'লোঁ, "সময়ে সলনি কৰি দিব।"

সময়ে সলনি কৰি দিলে! মোৰ ভিতৰৰ গোটেই মানুহটোকে সলনি কৰি দিলে। সেই যে এষাৰ মাথোন কথা—"মই সকলো কষ্ট বৰণ কৰিবলৈ সাজু!" সেই সুন্দৰ মুখৰ সক কথাষাৰে মোৰ জীৱনলৈ মোৰ হেৰোৱা শক্তিটোৰ প্ৰবাহ আকৌ ঘূৰাই আনিলে। মোৰ দৰে দায়িত্বহীন মানুহ এটাক হঠাৎ দায়িত্ব সম্পৰ্কে সজাগ কৰি দিলে! মোৰ মনৰ ভিতৰত দুটা কথা খেলাই গৈছিলহি। আজি এই জীৱনৰ আবেলি পৰত মুক্তকণ্ঠে স্বীকাৰ কৰি যাওঁ। এক, মোৰ নিজৰ কৰণীয় কামবোৰৰ প্ৰতি যথাৰ্থ মনযোগ নিদিয়া মানে এজনী মানুহৰ জীৱন নষ্ট কৰি দিবলৈ ওলোৱা। যিজনী মানুহে মনৰ [illegible] শুচিতাৰে মোক আপোন কৰি ল'বলৈ ওলাইছে। কোনোবাই মোক ভাবপ্ৰৱণ বুলি ক'লেও ক'ব পাৰে, মোৰ ধাৰণা হৈছিল—সেই মানুহজনী মোৰ জীৱনৰ বাটৰ শেষৰ এটা মন্দিৰ; আৰু তাত প্ৰৱেশ কৰাৰ সকলো অধিকাৰ, সকলো যোগ্যতা মই নিজে আজি ল'ব

লাগিব ? উক্তকালত মোৰ বহুতো বন্ধু-বান্ধৱৰ লগত মোৰ সম্পৰ্কচ্ছেদ ঘটিছিল অকল এইটো কাৰণেই যে, তেওঁলোকে মোক দৈনন্দিন আনন্দৰ পথলৈ লৈ যাবলৈ প্ৰচুৰ চেষ্টা কৰিছিল। এটা কথা সুঁৱৰিবৰ মন গৈছে। মোৰ সমকালৰ এজন বন্ধুৱে তেওঁৰ বান্ধৱীক বিশ্বাসঘাতকতা কৰাৰ পাচত, কিয় ক'ব নোৱাৰোঁ, এদিন হঠাৎ মোৰ দুয়োখন হাত খামুচি ধৰি মোকেই ক্ষমা খুজিছিল। মই তেওঁৰ বান্ধৱীক মাথোন দূৰৰ পৰাই চিনি পাইছিলোঁ। মই সেই বান্ধৱীলৈ এদিন এটা টোপোলা কঢ়িয়াই অনাৰ দায়িত্ব পালন কৰিবলগীয়াত পৰিছিলোঁ। সেই টোপোলাটোত আছিল তেওঁলৈ দিয়া তেওঁৰ বান্ধৱীৰ সকলোবোৰ পুৰণি চিঠি।

দ্বিতীয় যিটো কথা মোৰ মনত খেলাই গৈছিল, সেইটোৰ কথা কওঁ। সেইটো হৈছে, তেওঁক মই কেনেদৰে পাবলৈ বিচাৰিছিলোঁ। আজি মোক কোনোবাই সাজি কোৱা ভাল কথা কৈ ভড়ং দেখুৱাইছোঁ বুলি ক'ব পাৰে। মোৰ এখন টোকা বহী আছিল। বহু সময়ত সেইখনেই মোৰ দিনপঞ্জীৰ নাটনিটো পূৰাই আহিছে। তাৰে পুৰণি পৃষ্ঠা এটাত নোপোৱাকৈ নেথাকিলোঁ সেই কথাষাৰ লিখি থোৱা। তেওঁক মই মোৰ সমমৰ্যাদাৰ অধিকাৰিণী হিচাপেই পাবলৈ বিচাৰিছিলোঁ। মোৰ বাটৰ লগৰীয়া, মোৰ মৰম আৰু শ্ৰদ্ধা দুয়োটাৰে পাত্ৰী। মোৰ দৰে চলাৰ পথত বেঙা মানুহ এটাক নিৰ্ভুল খোজেৰে গৈ থকাত সহায় কৰিব পৰা এজনী মানুহ—এইবোৰ হিচাপেই পাবলৈ বিচাৰিছিলোঁ। আমাৰ সময়ৰ চকুৰে সেইটো এটা কালাপাহাৰী মনোভংগীয়েই আছিল! আজি যেতিয়া শুনো—বৰপেটাৰ কীৰ্তনঘৰত মহিলাৰ প্ৰৱেশাধিকাৰ লৈ উখলমাখল লাগিছে. তেতিয়া মোৰ মনত এটা কথাই খেলাই যায়। সকলোবোৰ সহধৰ্মিনীয়ে যদি প্ৰত্যেকৰে স্বামীক সেই কীৰ্তন ঘৰলৈ নেযাবৰ বাবে বাধ্য কৰি দিব পাৰিলেহেঁতেন! ঈশ্বৰ তেতিয়া এদল দণ্ডুৱা মানুহৰ কাণ্ড-কাৰখানা লৈয়েই সন্তুষ্ট থাকিব লাগিলহেঁতেন!

কি কথা ক'বলৈ গৈ ক'ত ওলালোঁহি! তাৰ পাচত, বৰ মুকলি মনেৰে বি. এ. পৰীক্ষাটো দিলোঁ। উভতি চাই ভাবিছোঁ, সেই সময়ছোৱাত মই অভাৱনীয় মনোনিৱেশেৰে পঢ়া-শুনা কৰিলোঁ। পৰীক্ষাৰ পাচত ঘৰলৈ উভতিব লাগিব। তাৰ আগতে, আমি দুয়ো

আকৌ দেখাদেখি হ'লোঁ। আকৌ সেই অনংগ মামাকে আমনি দিয়াৰ বন্দোৱস্ত হ'ল। সেইদিনা আছিল জুনৰ ৬ তাৰিখ। মই লগত লৈ গ'লোঁ, মোৰ হোষ্টেলৰে বন্ধু তেজপুৰৰ তপন ওৰফে হৃদয় ডেকাক। তপনকে মই একো কোৱা নাছিলোঁ। গীতাক দেখি তপন অলপ অবাক হৈ গৈছিল। তেওঁ ভবাই নাছিল, আমি যে সিমান দূৰ বাট আগুৱাই আহিলোঁ। গীতাই সেইদিনা লগত তেওঁৰ সৰু ভনীয়েক মিনতিক লৈ গৈছিল। হয়তো ভাবিছিল, তেওঁক মোৰ লগত চিনাকি কৰি দিব। আমি দুয়ো কাষৰ কোঠাটোত সোমালোঁগৈ। মই কিন্তু সেইদিনা ভুল নকৰিলোঁ, গীতাক সেইদিনা তুমি বুলিয়েই আৰম্ভ কৰিলোঁ; তেৱোঁ উত্তৰটো তুমি বুলিয়েই দিলে। মোৰ খুব ভাল লাগিছিল, তেওঁ যে মোক অতদিনে চলি অহা আনুষ্ঠানিক সম্পৰ্কটো কাতি কৰি থৈ পৰমুহূৰ্ততেই আপোন কৰি ল'লে সেই তুমি সম্বোধনটোৰে মই মোৰ হাতৰ তলুৱাত তেওঁৰ হাতখন তুলি ল'লোঁ। ঈশ্বৰ সাক্ষী আছিল, আৰু কোনো নাছিল—তেওঁক মই মোৰ জীৱনৰ সংগিনী হিচাপে মনে মনে বৰণ কৰি ল'লোঁ। যিমান দূৰ মনত পৰে, সেইদিনা বুধবাৰ আছিল। মোৰ ধাৰণা হৈছিল, তেওঁৰ মুখত বিৰিঙি থকা ভাৱৰখিনি মচ খাই গোটেই মুখখন উজ্জ্বল হৈ উঠিছিল।

উভতি গৈ যেতিয়া হোষ্টেল পাইছিলোঁগৈ, তপনে তেতিয়া হাঁহি হাঁহি কৈছিল, "তুমি মানুহক বৰ অপ্ৰস্তুত কৰিব পাৰা। মোক বাৰু লগত নিছিলা কেলৈ?" কথাষাৰ মই ভবাই নাছিলোঁ। তেওজ্ দিনাৰ পাচদিনা—মানে ৯ জুনৰ দিনা—আকৌ অনংগ মামাৰ ঘৰতে আমাৰ দেখাদেখি হ'ল। মই সেইদিনা অকলেই গৈছিলোঁ। গীতাৰ লগত আছিল তেওঁৰ মাজু ভনীয়েক আৰতি—দেখাত অপূৰ্ব ধুনীয়া, যেনিবা এইমাত্ৰ সাজি উলিওৱা এখন ৰং কৰা প্ৰতিমা। গীতাকো সেইদিনা অতি ধুনীয়া দেখিছিলোঁ, যদিও তেওঁ সেইদিনা ডিঙিত একো পিন্ধা নাছিল। মোৰ মনত আছে, তেওঁ তাৰ কৈফিয়ৎটো দিছিল—জানোচা মই তেওঁক বৰ বেচি বিলাসিনী বুলি ভাবোঁ। মই তেওঁক কৈছিলোঁ—মনত আছে, "মই জানা গান্ধীজীতকৈ ৰবীন্দ্ৰনাথক বেচি ভালপাওঁ।" উভতি চাই ভাবিছোঁ, মোৰ যে কি ধৃষ্টতা হৈছিল, সেই সময়বোৰত! যিবোৰ ঠাইত ভৰি থবলৈ দেৱতায়ো

ভয় কৰে, মূৰ্খৰ দৰে মই সেইবোৰ ঠাইতেই অবাধে বিচৰণ কৰি ফুৰিবৰ সাহ গোটাইছিলোঁ। বেলেগ বস্তুৰ লগত বেলেগ বস্তুৰ তুলনা কৰি যোৱাৰ প্ৰবৃত্তিটো মন কৰিয়েই বোধকৰোঁ তেওঁ মোক কোনো ভূমিকা নোহোৱাকৈয়ে এবাৰ কথা সুধি দিছিল, "তুমি বাৰু বেলি ভালপোৱা নে জোন বেচি ভালপোৱা?" ময়ো খপ্‌কৈ উত্তৰটো দিছিলোঁ, "জোন।" তেওঁ কৈছিল, "ময়ো।" ভাবিয়েই চোৱা নাছিলোঁ, তাৰ যে কত কি অৰ্থ হ'ব পাৰে। মই কেৱল তেওঁৰ মুখলৈ চাই আছিলোঁ, খিৰিকিখনেদি আবেলিৰ এজাক সোণোৱালী ৰ'দ আহি তেওঁৰ মুখত সিঁচৰতি হৈ পৰিছিল।

এটা বৰ হাঁহি উঠা কথা হৈছিল। আগৰবাৰ হেনো মিনতিক মোৰ নামটো ক'ব খোজোঁতেই, মিনতিয়ে কৈছিল, "বাইদেউ, মই তেখেতক চিনি পাইছোঁ—চৈয়দ মেৰাছ হুছেইন।" মিনতিয়ে ক'ত যে কিহৰ খেলিমেলি লগাই পেলাইছিল, মিনতিয়েই জানে। গীতাই ক'লে, "ভুলটো ভাঙি নিদিলোঁ—বৰং ভুলটো উপভোগেই কৰিলোঁ।' মই ক'লোঁ, "ভালেই কৰিলা, অজ্ঞাতকুলশীলৰ কামত আহিব।" আৰতিকো সেইদিনা উপযাচি মই মোৰ নকল নামটোৰেই মোৰ পৰিচয় দিলোঁ। গতিকে যেতিয়ালৈকে তেওঁলোকৰ ওচৰত মই অচল টকা এটা হৈ পৰাৰ সম্ভাৱনাটো আছিল, তেতিয়ালৈকে মই সেই নামটোৰ যহতে সচল টকা হৈ চলি থাকিব পাৰিলোঁ। তাৰ দুবছৰৰ পাচত—১৯৫৩ চনৰ ২৬ এপ্ৰিলত—গীতাৰ ডাঙৰ ভনীয়েক শেৱালীৰ লগত চিনাকি হৈছিলোঁ, মোৰ আচল নামটোৰেই। তেতিয়া মই লাহে লাহে সচল টকা হৈ পৰিছোঁ।

সেইটো সময়ৰ এবাৰ গহীন কথাও মনত পৰিছে। বি এ. পৰীক্ষা দি ঘৰলৈ উভতিছোঁ। সেইদিনা মোৰ সহযাত্ৰিনী আছিল, লখিমী দত্ত—মোৰ আৰু গীতাৰ সহপাঠিনী। তেওঁ এটা সময়ত মোৰ তন্দ্ৰা ভাঙি হঠাৎ সুধিলে, "এটা কথা সুধিব খুজিছোঁ। বেয়া পাব নেকি?" মই উত্তৰ দিলোঁ, "নেপাওঁ।" তেওঁ তেতিয়া ক'লে, "গীতা আৰু আপোনাৰ কথাটো। মই যি শুনিছোঁ, সঁচা নেকি বাৰু?" মই সুসুধিলোঁ, তেওঁ কি শুনিছে! উত্তৰ দিলোঁ খোৰতে, "সঁচা।" লিখিমীয়ে তেতিয়া ক'লে, "তাই কিন্তু বৰ ভাল ছোৱালী। মই জানো কাৰণেই ক'লোঁ আপোনাক। তাই আপোনাক বিশ্বাস

কৰে কাৰণেই এটা কাম কৰি বহি আছে। এটা কিবা ব্যৱধান ৰাখিবৰ কাৰণেই নাইবা ঘৰৰ পৰা অলপ সময় কাটিবৰ কাৰণেই জানি-শুনি এইবাৰ পৰীক্ষাটো বেয়াকৈ দিছে।" মই নেজানিছিলোঁ, কথাষাৰ। মই চিন্তা কৰিবলৈ নেপালোঁৱেই, গীতাই কিয় ভাবিলে—মোতকৈ তেওঁ বয়সত সৰু হোৱাটোৱেই নাটিবগে বুলি, পৰমুহূৰ্ত্ততে লখিমীয়ে মোক সুধি পেলাইছিল, "আপুনি ইয়াৰ পাচত এম.এ. পঢ়িবলৈ নেযাব জানো?" মই ক'লোঁ, "যাম।" তেওঁ নিজকে নিজেই কোৱাৰ দৰে কৈ উঠিছিল, "কিন্তু সিমান দিনলৈ—সিমান দিনলৈ!" তেওঁ হয়তো ভাবিছিল, এই ল'ৰাবোৰৰ সৰহভাগেই ডন জুৱান নহয় জানো?

এবাৰ বন্ধ উপলক্ষে কলিকতাৰ পৰা ঘৰলৈ আহিছোঁ। গুৱাহাটীত দুদিনমান থমকি ৰৈছোঁ। লগ পোৱাৰ পাচতেই গীতাই খবৰটো দিলে, "এদিন বুজিছা, ভৰলুমুখৰ পৰা চিটি বাচত উঠি আহি আছোঁ। বাটতে আমাৰ ফিলছফিৰ প্ৰফেচাৰ কনক দাস উঠিলহি। মোক দেখা পায়েই চিঞৰি চিঞৰি সুধিলে, 'তোমালোকৰ বোলে বিয়া হ'ব? তোমাৰ লগত মহেন্দ্ৰৰ? কেতিয়া হ'ব?' মইতো লাজতে মৰি যাওঁ যেন হৈছোঁ। বাচখনৰ চিনাকি-অচিনাকি সকলোবোৰে মোৰ পিনে চাইছে!" মই সুধিলোঁ, "তুমি কি ক'লা?" তেওঁ উত্তৰ দিলে, "মই আৰু কি ক'ম? ক'লোঁ· তেওঁ 'পাছ' কৰি অহাৰ পাচত। ঘৰ নৌ-পাওঁতেই বাচৰ পৰা নামি দিলোঁ।"

জাপানী কবিজনে ঠিকেই লেখি থৈ গৈছে, "আমি গম পোৱাৰ আগতেই গোটেইখনতে জনাজনি হৈ গ'ল।" কথাটো ইয়াৰ ভিতৰতে পিকলু বাইদেৱে জানিব পাৰিছিল। পিকলু বাইদেউ মানে বুলুৰ ডাঙৰ বাইদেৱেক। পিকলু বাইদেউহঁতৰ পৰিয়ালত ল'ৰা বুলিবলৈ কোনো নাছিল। গতিকে, তেখেতে মোক খুব মৰম কৰিছিল। মোৰো বাইদেউ বুলিবলৈ পৰিয়ালটোত কোনো নাছিল। স্বাভাৱিকতে, তেখেতেই মোৰ আপোন বাইদেউ হৈ পৰিছিল। অৱশেষত, পিকলু বাইদেউৰ ভৰলুমুখৰ ঘৰখনতে আমি মুকলিকৈ লগ ধৰিবলৈ ঠাই এডোখৰ বিচাৰি পাইছিলোঁ। জনাজনি হোৱাৰ ভয়টো তাতেই মচ খাই আহিছিল। বহুত সময়ত তেখেতে আমাৰ দুয়োকো অকলশৰে এৰি থৈ গৈছিল। আমি কিন্তু পিকলু বাইদেউৰ আমাৰ প্ৰতি থকা

সেই পৰম বিশ্বাসৰ মৰ্যাদা সম্পূৰ্ণৰূপেই ৰাখিব জানিছিলোঁ। আমি দুয়োজনেই গৰ্ব কৰি ক'ব পাৰোঁ, এক মুহূৰ্তৰ কাৰণেও আমাৰ সংযমৰ ছন্দপতন ঘটিবলৈ দিয়া নাছিলোঁ। আমি মাত্ৰ সেই বিৰল নিভৃত মুহূৰ্তবোৰৰ আশীৰ্বাদ গ্ৰহণ কৰিছিলোঁ—নিৰলে কথা পাতিবৰ কাৰণে, হৃদয়-বিনিময় কৰিবৰ কাৰণে, আৰু ইজনে-সিজনৰ ৰুচি-অভিৰুচি-বোৰৰ নজনা খবৰখিনি ল'বৰ কাৰণে।

মোৰ দেউতাই মোক এষাৰ কথা শিকাইছিল আৰু নিজেও পালন কৰিবলৈ নেপাহৰিছিল, লোকৰ চিঠিৰ খাম কেতিয়াও খুলিব নেপায়! ভুলতো পঢ়িব নেপায়! মোৰ দেউতা যেনেকুৱা আছিল, তেওঁৰ দেউতাকো অবিকল তেনেকুৱা আছিল—এইটো বিষয়ত। দুয়োজন বুঢ়িছ যুগৰ আচৰণ-বিধিৰ নিয়াৰিত গঢ়া মানুহ। দুয়োজনৰ ওচৰতে তথাপি নিশ্চয় আমাৰ নাম-ঠিকনা লিখা আখৰকেইটা পৰিচিত হৈ পৰিছিল। হয়তো ইজনৰ দেউতাকে সিজনৰ বিষয়ে, সিজনৰ দেউতাকে ইজনৰ বিষয়ে দুটা-এটা কথা নুশুনাকৈয়ো নাছিল। আৰু সেই কথাবোৰ বেয়া আছিল বুলি ভাবিবৰো কোনো কাৰণ নাছিল। যি কি নহওক, সেই চিঠিবোৰে আমাৰ অতি দীঘলীয়া বিৰতিৰ লগ নোপোৱাৰ দুখবোৰ মচি দিছিল। সেই চিঠিবোৰে আমাক মাৰ্কিন ইংৰাজীত যাক বোলে steadied—সেয়া কৰি দিছিল।

অৱশেষত, এটা সময়ত পাৰৰ মাটিয়ে আমাক হাতবাউল দিছিল। কিন্তু, মাজৰ সময়ছোৱা! সিযে কি অসহ্য যন্ত্ৰণাৰ আছিল! অনেক শুভাৰ্থীয়েই আমাক অযাচিত উপদেশেৰে অতিষ্ঠ কৰি তুলিছিল। তেওঁৰ বেলা সেইবোৰে কেতিয়াবা প্ৰচ্ছন্ন গঞ্জনাৰো প্ৰান্তসীমা চুই গৈছিল—সেয়া মোৰ অবিদিত নাছিল। মোৰ বেলা মোৰ চলাৰ পালত কেৱল তেওঁৰ মৌন মধুময়তাৰ ঠেলাটোৱেই লাগিছিল। মই যেতিয়াই তেওঁক লগ পাই গৈছিলোঁ হি, তেতিয়াই অনুভৱ কৰিছিলোঁ—মোৰ সমুখত এয়া এক অফুৰন্ত অনুপ্ৰেৰণাৰ উষ্ণ-প্ৰস্ৰৱন।

## ॥ কলিকতাত দুবছৰ ॥

"কলিকাতা শোনে নাকো চলার খেয়ালে;
নৃত্যের নেশা তার স্তম্ভে দেয়ালে।"

—ৰবীন্দ্ৰনাথ ঠাকুৰ

যথা সময়ত কলিকতালৈ ওলালোঁ, এম. এ. পঢ়িবলৈ। কিয় অন্য ঠাইলৈ নগৈ কলিকতালৈ গ'লোঁ, সেই কথাষাৰ অন্য ঠাইত লিখিছোঁ। পুনৰাবৃত্তি নকৰোঁ। মুঠৰ ওপৰত এই কাৰণেই গ'লোঁ যে, ড° কাকতি ছাৰে কৈছিল — লেখ-জোখ নোহোৱা কিতাপ পঢ়ি 'ফেইল' কৰিবৰ মন থাকিলে কলিকতালৈ যোৱা ভাল। তাতকৈয়ো ডাঙৰ ভয়, ৩য় শ্ৰেণী পাই যাব পাৰি! সেইটো যে কি সাংঘাতিক বস্তু, তাৰ উমান পাই থৈছোঁ, হাইস্কুলত পঢ়ি থাকোঁতেই চৈয়দ মণিৰুল হুদা নামৰ ভুলতে পাকিস্থানলৈ বদলি হোৱা শিক্ষক গৰাকীৰ দুৰৱস্থা দেখি। ইংৰাজী কৈছিল বৰ ঠেও ধৰি। পিচে, সকলোৱে জানিছিল সেই ঠেওটোৰ দোৰ মাথোন আলিগড় বিশ্ববিদ্যালয়ৰ ইংৰাজীত ৩য় শ্ৰেণীৰ। কোনোবাই যদি চুচৰি-বাগৰিও ক'ৰবাৰ পৰা বি.এ. ডিগ্ৰীটো লৈ আহে, তেওঁ তেনে'হলে ঘাই নগৰকেইখন বাদ দি বাকী গোটেইবোৰ নগৰতে এজন লেখৰ মানুহ। কিন্তু, ৩য় শ্ৰেণীৰ এম.এ. মানে যেনিবা এধাৰ বিহফুলৰহে মালা! পিন্ধোতাজনক শুকুৱাই শুকুৱাই মাৰিব। আৰু তাৰ 'ডিপ্লোমা'খন কাৰোবাক দেখুওৱা মানে খাৰিজ-পত্ৰখনহে দেখুওৱা। চাওঁতাজনে তৎক্ষণাৎ সিদ্ধান্ত কৰি ল'ব—অ' এইজন হবলা ভুলতে কেনেবাকৈ বি.এ. হৈ সৰকি আহিছিল! গতিকে তেওঁ আভাসে-ইংগিতে বি.এ. হৈ ওলোৱাটোৰ পৰাও খাৰিজ! সেইটো পৰৱৰ্তী পিচকালে থৈয়ো ড° কাকতি ছাৰে কৈছিল, মাত্ৰ তিনি কুৰিখনমান কিতাপ পঢ়িয়েই ইংৰাজীত ১ম শ্ৰেণী পাব খুজিলে, অমুক বিশ্ববিদ্যালয়লৈ যোৱাটোৱেই বুদ্ধিমানৰ কাম! ছাৰে অমুক বুলি নকৈ বিশ্ববিদ্যালয়টোৰ নামকে কৈছিল। মই নোদোহাৰোঁ। দোহাঁৰিলে, সেইটো বিশ্ববিদ্যালয়ৰ পৰা উপাধিটোৰ মালা পিন্ধি অহা কোনোবাই মোৰ নামত মানহানিৰ মোকৰ্দমা এটা

ভৰি দিলে মই নিগমে মৰিম। ড° কাকতি ছাৰে কথাষাৰ মোক নাম-মোহৰ মাৰি লিখিতো দিয়া নাছিল! ছাৰে কিন্তু আৰু এষাৰ লাখটকীয়া কথা কৈছিল। যদি ৬০০খনমান কিতাপ পঢ়িও ৩য় শ্ৰেণীৰ হ'লেও এম.এ. 'পাছ'ৰ কাগজ এখন গোটাবৰ মন, তেনেহ'লে কলিকতালৈ যাব পাৰি। কিবাকিৰি শিকি আহিব পৰাটোহে হ'লে খাটাং। গতিকে, কিবাকিৰি শিকিবৰ মনেৰে কলিকতালৈ যোৱাটোকে স্থিৰ কৰিলোঁ। স্থিৰ কৰিলোঁ, একো নিশিকি একেখিনি কথাকে পেঘেনিয়াই পঢ়ি অন্ত ক'ৰবাৰ পৰা যেনিবা ১ম শ্ৰেণী এটা লৈ ভীমটোকা এম এ. হ'বলৈ মন নগ'ল। ভাবিলোঁ—
—বৰ বেচি বিপদ যেন দেখিলে, পাচে-পৰে অন্ত ক'ৰবালৈ যামগৈ।

তেতিয়া কলিকতালৈ যাবৰ কাৰণে 'আসাম লিংক্' নামৰ আটকীয়া ৰেলগাড়ীখনেৰে অকণমানি ডিঙিটো পাৰ হৈ যাব লাগিছিল। সেই ডিঙিটোৱেই অসম আৰু অৱশিষ্ট ভাৰতক জোৰাই থৈছিল। বছৰত সাত মাহ ধৰি সেই ডিঙিটোৰ মাজেদি যোৱা বাটটোৰ বেমাৰ-আজাৰ মুগুচেই। আজি বোলে পাহাৰৰ শিল খহি আগচি ধৰিলে, কালি বোলে পাহাৰী নৈৰ ধল নামি বাটটোকে ছিঙি নিলে ইত্যাদি চৰ্‌চৰণি খোৱা, পানীলগা বেমাৰ লাগিয়েই থাকে। গতিকে কলিকতাত পঢ়িবলৈ যোৱা সৰহভাগ ল'ৰা-ছোৱালীয়ে আকাশপথেৰেই অহা-যোৱা কৰিছিল। ভাৰাও জুই-ছাই নাছিল—মাথোন ৭২্ টকা। সেইখিনিয়েই এইপিনে গুৱাহাটীৰ পৰা আজাৰা বিমানঘাটিলৈ যোৱা আৰু সিপিনে দমদম বিমানকোঠৰ পৰা খাচ কলিকতালৈ যোৱা বাচৰ খৰচ দুটাও সামৰি থৈছিল। সিমানেই নহয়, ছাত্ৰ-ছাত্ৰীৰ কাৰণে আকৌ আধাখিনি ৰেহাই—গাখীৰতে ম'হৰ খুটিকৈ ভাৰা মুঠেই ৩৬্ টকা। নিলেই হ'ল প্ৰমাণ-পত্ৰ এখন, পঢ়ি থকা অনুষ্ঠানটোৰ পৰা—বয়স ২১ বছৰ হোৱাগৈ নাই বুলি।

এবাৰ এটা বঢ়িয়া ঘটনা ঘটিছিল, কলিকতাৰ বিমান কাৰ্যালয়ত। মোৰ জ্যেষ্ঠতৰ বন্ধু মহেশ ভূঞাই মোৰ সহপাঠিনী এগৰাকীৰ কাৰণে তেনেকুৱা এটা ৰেহাই দামৰ টিকট কিনিবলৈ গৈছিল। প্ৰয়োজনীয় চাৰ্টিফিকেটখন নিবলৈ পাহৰা নাছিল—বিশ্ববিদ্যালয়ৰ বিজ্ঞান শাখাৰ স্নাতকোত্তৰ শ্ৰেণীৰ অধ্যাপকসচিব গৰাকীৰ পৰা। এয়াৰৱেইজৰ

বিষয়াজনে চাৰ্টিফিকেটখনৰ ওপৰত এবাৰ চকু ফুৰাবৰেই গোৰ্‌গোৰাই উঠিল, "এখন কিবা আনিলেই হ'লনে ? এইখন হবলা চাৰ্টিফিকেট হ'ল ? এনেকৈ কোনে আপোনাক হাফ-টিকট দিব ?" ভূঞাই সুধিলে, "কেলৈ, কি হ'ল ? ঠিকেই তো আছে!" বিষয়াজনে উত্তৰ দিলে, "আচল কথাটোৱেই লিখা নাই। ছোৱালীজনীৰ বয়স কিমান ?" বিপাঙত পৰি ভূঞাই তেখেতৰ প্ৰখৰ স্মৃতিশক্তিটো ব্যৱহাৰত লগাই সিজনক উভতি ধৰিলে, "ছোৱালীৰ বয়স বিচাৰিছে ? ১৩৮১ চনত ছোৱালীৰ বয়স সোধা কথাষাৰ লৈ ইংলেণ্ডত কি হৈছিল, জানেনে ?" বিষয়াজনে মূৰ তুলি ভূঞালৈ চালে আৰু সুধিলে, "১৩৮১ চন! তাৰ মানে ছ'শ বছৰ আগৰ কথা ? আচ্ছা, কওকচোন।" ভূঞাই তেতিয়া ভঙা-ভঙা বাংলাৰে কৈ গ'ল, "কৃষক বিপ্লব হৈছিল, মহাশয়! কৃষক বিপ্লব। পৃথিৱীৰ প্ৰথম বিপ্লব। ৱাট্ টাইলাৰ নামৰ এজন মানুহে ৰজাঘৰীয়া বিষয়া এজনৰ মূৰতে হাতুৰীৰ কোব এটা শোধাই দিছিল। কাৰণ, বিষয়াজনে তেওঁৰ জীয়েকৰ বয়স সুধিছিল। লগে লগে ইংলেণ্ডত কৃষক বিপ্লব আৰম্ভ হৈ গৈছিল। তেতিয়াৰে পৰা পৃথিৱীত কোনেও কোনো ছোৱালীৰ বয়স নোসোধে। মেট্ৰিক পৰীক্ষা দিবৰ সময়ত বিশ্ববিদ্যালয়েও নোসোধে। চাৰ্টিফিকেটত বয়সৰ ঘৰটো খালি নেথাকি কি থাকিব ?" বিষয়াজনে প্ৰয়োগিক ৰসায়নৰ ছাত্ৰ মহেশ ভূঞাৰ মুখত অলিখিত আইন সম্পৰ্কীয় বুৰঞ্জীৰ বক্তৃতাটো শুনি ছোৱালীজনীৰ নামত হাফ-টিকট কাটি দিলে।

তেতিয়া গুৱাহাটী আৰু কলিকতাৰ মাজত দুটা কোম্পানীৰ বিমান চলাচল কৰিছিল। কোম্পানী দুটাৰ নাম আছিল: এয়াৰ-ৱেইজ্ ইণ্ডিয়া আৰু ভাৰত এয়াৰলাইনছ্। বিমানবোৰ আছিল 'ডাকোটা' শ্ৰেণীৰ। আটাইৰে মুখত শুনিছিলোঁ, প্ৰথম কোম্পানী-টোৰ জা-জলপানৰ টোপোলাটো বেচি চহকী। গতিকে, মই সেই কোম্পানীটোৰ বিমানতে কলিকতালৈ যোৱা থিৰাং কৰিলোঁ। দমদম বিমানকোঠত মহেশ ভূঞা মোক আগবঢ়াই নিবলৈ বৈ আছিল। তেওঁৰ লগতে ২৪নং কলুটোলা ষ্ট্ৰীটত থকা হাৰ্ডিঞ্জ হোষ্টেল পালোঁগৈ।

সেই সময়ত ভাৰতৰ ভিতৰতে সেইটো এটা বিখ্যাত হোষ্টেল আছিল। পাঁচ মহলীয়া ঘৰ। একোটা মহলাৰ পৰা অন্য এটা

মহলাৰে বাৰলৈ হ'লে ১৭টা খলপা পাৰ হৈ তাতে পাকটো সলাই আৰু ১৭টা খলপা—মুঠতে ৩৪টা খলপাৰ বিৰাট একোটা খটখটি পাৰ হ'ব লাগে। তলৰ মহলাটো লা-লিগিৰাৰে ভৰা। ল'ৰা থাকে ১৫০জন; আৰু লা-লিগিৰাৰ সংখ্যা হ'ল, ৫০জন। সেই ৫০জনে নবনি পিটি খায়। কাৰণটো হ'ল, 'ডাইনিং হল'ৰ দুৱাৰমুখতে চকী-মেজ পাৰি সমুখতে বহী এখন লৈ বৈ থাকে এজন 'সৰকাৰ মশায়'। ভাত খাবলৈ যোৱা প্ৰত্যেকজনকে 'সৰকাৰ মশায়ে' সোধে, "শুৰ, মাছ না মাংস ?" খাটাংকৈ একো নোকোৱাজনে হয়তো তেতিয়া সুধিব, "আচ্ছা, কি মাছ আছে আজকে—ইলিশ না চিংড়ী ?" পূৰ্ববংগৰ ল'ৰাবোৰৰ জিভাৰ জুতি ইলীহি মাছত, আৰু পশ্চিম বংগৰ-বোৰৰ জুতি মিছা মাছত। গতিকে, জুতি নথকাজনেহে বাচি লয়, মাংস। যিবোৰে আকৌ জুতি পায় কুকুৰাৰ মঙহতহে—পাঠাৰ মাংস বুলিলে মুখ বিকটায়, মাছতো অৰুচি—তেনেকুৱা দুই-এজনে হঠাৎ সুধি পেলায়, "আচ্ছা, সৰকাৰ মশায়! ডিম হবে ?" সৰকাৰ মশায়ে চশমাজোৰ নাকৰ আগলৈ টানি লৈ এবাৰ চাৰিওপিনে চাই লয়—গ্ৰাহক বা কিমান! তাৰ পাচত মূৰ দুপিয়ায়। হ'ব, তাৰো ব্যৱস্থা আছে! মোহনবাগান আৰু ইষ্ট বেংগলৰ খেলা থকাৰ দিনাখন কোনবিধ মাছৰ আঞ্জা বেচি চলিব আৰু কোনবিধ মাছৰ আঞ্জা প্ৰায় নচলিব—সেয়া খেলাৰ ফলাফলৰ ওপৰত নিৰ্ভৰ কৰে। পৰাজিত দলটোৰ সমৰ্থকসকলে সেইদিনা মাংসৰ বাটিটোকে লিৰিকি-বিদাৰি গুচি যায়। সেইটো অৱশ্যে দৈনন্দিন ঘটনা নাছিল। দৈনন্দিন ঘটনাৰ পৰৱৰ্তী পৰ্বটো আছিল, 'সৰকাৰ মশায়'ৰ দ্বিতীয়টো প্ৰশ্ন, "কি খাবেন—ৰাবড়ি না দই ?" ৰাবড়ি হ'ল, চেনি মিহলি গাখীৰৰ সৰ। যি কি নহওক, ভিতৰত বহাৰ লগে লগে ঠাকুৰ-পাচকৰ দলে 'সৰকাৰ মশায়'ৰ বহীত যি উঠিল, সেয়া চাই কোনোবাটো বাটি আঁতৰাই নিয়ে আৰু কোনোবাটো বাটি আগবঢ়াই দিয়ে। আঁতৰাই খোৱাখিনিৰেই বাকী ৫০জনৰ দৈনন্দিন বৰভোজ। আচলতে, তেওঁলোকে প্ৰত্যেকবিধৰে সোৱাদ লোৱাৰ সুবিধা পাইছিল। দিনটোৰ দুই বেলা এইটো নিয়মৰে পূৰ্ণ পয়োভৰ। ভাবিলে আচৰিত লাগে, সেই সময়ত আমি দ্বিবলগীয়া মেচৰ মাচুল আছিল মুঠেই ৭৫ টকাৰ পৰা ৮০ টকা।

স্বৰস্বতী পূজাৰ সময়ত যিটো বিয়াঘোম ভোজৰ ব্যৱস্থা কৰা হৈছিল, সেইটোৱে এই সকলোবোৰ ৰাজসিকতাকো চেৰাই গৈছিল। ছপা কৰা কাৰ্ডত লিখা থাকে, প্ৰায় ৩০বিধ ব্যঞ্জনৰ নাম। ব্যঞ্জন বুলিও যিহকে তিহকে নহয়, ভালৰো ভালখিনি—গোটেইখনৰ বংগদেশৰ বাচকবনীয়াখিনি; যেনে, চন্দননগৰৰ সোণবৰণীয়া মগুৰ ভাইল! শেষত থাকে ছুপদ বস্তু—'মানে না মানা' পাণ আৰু 'ব্লেক এণ্ড হোৱাইট' চিগাৰেট। চিগাৰেটটো আগবঢ়াই দিয়ে হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্টে নিজে। তেখেতে ডিঙিত চাদৰ এখন লৈ হাঁহি এটা মাৰি কয়, "খাওকচোন, ইয়াৰ এটা খাওক।" আমি প্ৰায়ভাগেই লাজ-লাজকৈ একোটা টুপুকৈ টানি লৈছিলোঁ; কিছুমানে আকৌ পাকতে ঘূৰি আহি আৰু এটা লৈছিলহি, "স্যৰ, আৰও একটা নিলাম। বেশ ভালো লেগেছে!" ক'ত মৰা, মৰাঁগৈ—আইন কলেজৰ শিক্ষক-ছাত্ৰৰ সেইটো সম্বন্ধ। হোষ্টেলৰ প্ৰত্যেকজন ল'ৰাই সেইদিনা একোজনকৈ আলহী নিমন্ত্ৰণ কৰিব পাৰিছিল। প্ৰত্যেকেই লগত লৈ গৈছিল একোটাকৈ পলিথিনৰ মোনা। খাব নোৱৰাখিনি তাতে টোপোলা বান্ধি কোঠালৈ লৈ গৈছিল। এইটোৱেই আছিল, তেতিয়াৰ হাৰ্ডিঞ্জ হোষ্টেল।

আচলতে, হোষ্টেলটো হ'বলগীয়া আৰু হৈ পৰা জোঁৱাই-ল'ৰাৰেই ভৰা। ভাবী শহুৰেকহঁতে আৰু খাটি শহুৰেকহঁতে জোঁৱায়েকক কলিকতাত থৈ আইন পঢ়ুৱায়। মাজে মাজে জোঁৱায়েকে 'শহুৰৰ ঘৰ'ত পাক মাৰি আহেগৈ; শহুৰৰ জীয়েকক চাই অহাই নহয়, নিয়মীয়া খৰচৰ ধন অহা দলংখনৰো নট-বল্টু কেইটা গজগজীয়া কৰি থৈ অহাৰ কামফেৰাও সাধি থৈ আহেগৈ। হোষ্টেলৰ নিয়ম আছিল, ১৫ দিনতকৈ কম দিন একে লেথাৰিয়ে অনুপস্থিত নেথাকিলে, মেচৰ মাচুলৰ আধা-পইচাও ঘূৰাই নেপায়; আকৌ, সেই ১৫ দিনো মাহটোৰ ভিতৰুৱা হ'ব লাগিব। গতিকে, ঘৰলৈ যাওঁতে কোনোৰা এজনক অনধিক ১৫ দিন হোষ্টেলত নথকা দিনেকেইটাৰ ভাত কেই-সাজ গতি লগোৱাৰ কৰ্তৃত্ব দি থৈ যায়। এনেকৈ ফাওতে পোৱা ভাতৰ কাঁহী বচী লগাই সিকিয়াত তুলি ওপৰৰ কোনোবাটো মহলালৈ তুলি কোনোবাটো কোঠালৈ নিয়াৰো বঢ়িয়া ব্যৱস্থা আছিল। সেয়া 'নৰিয়াৰ ভাত' বুলি যোৱা বেনামী বোৰ্ডাৰি ভাত। একোজন

আছিল, বহুৰত আধা-পইচাও নিদিয়াকৈ নিতৌ খাই-বৈ কোঠাই-কোঠাই বগাই ফুৰিছিল। তাতকৈয়ো চৰা কেইজনমান, তেওঁলোকে আকৌ আনকহে কোঠা বিলাই দিছিল। আৰু নিজে কোনোবা এটা কোঠা দখল কৰি তাতে ম্যাদী পট্টা লগাই লৈছিল। তাকে বোলে 'যোগ্যভোগ্য বসুন্ধৰা'। তেওঁলোকৰ বহুতে ঘাই নিয়ম-কেইটাৰ চেৰ ডাল-পাত মেলি আইন কলেজৰ সেই হোষ্টেলটোৰ জোঁৱাই হ'বলৈ নোপোৱাবোৰৰ কাৰণেও আধাগঢ়া স্বপ্নপুৰী হৈ উঠিছিল।

মই গৈ মহেশ ভূঞাৰ আলহী হৈ তেনেকুৱা এখন খালী বিচনা অধিকাৰ কৰি ল'লোঁগৈ—চাৰি মহলাৰ কোঠা এটাত। ইংৰাজী মতে, সেইটো ৩নং ফ্লোৰ। দেশে দেশে মহলা গণাৰ নিয়মটো সুকীয়া! আমাৰ ভাৰতবৰ্ষত মহলাবোৰ গণে ইংৰাজৰ লেখীয়াকৈয়ে তলৰ পৰা ওপৰলৈ। ইংৰাজে আকৌ ভেটিৰ মহলাটো নম্বৰ দি নগণেই ; তাৰ উকা নামটো 'গ্রাউণ্ড ফ্লোৰ'। আমেৰিকানবোৰে মহলা গণি আনে ওপৰৰ পৰা তললৈ। সেই মতে, সেইটো আছিল ২নং ফ্লোৰ। সি যি কি নহওক, তাতেই এদিন চিনাকি হ'লোঁ শান্তিপতি দাম নামৰ এজন উৎকল বংশজাত বিনা পইচাৰ আলহী তথা দাদাৰ লগত। আড্ডা বহিছিল বাৰাণ্ডাতে এখন খাটৰ ওপৰত। সেই মহলাৰ কেন্টিনৰ লিগিৰা-ল'ৰাটোৱে গুৰগুৰী এটাত ধপাত এচিলিম সজাই আনি নলিচাডালৰ আগটো শান্তিপতিৰ হাতত তুলি দিছিল। মোতকৈ জ্যেষ্ঠতৰ বন্ধু ডিব্রুগড়ৰ যতীন বৰুৱাই শান্তিপতিক সুন্দৰ বাংলাৰে মোৰ চিনাকিটো দি ক'লে, "তুমি এটা ভাল কোঠা চাই দিবা। অকলশৰীয়া 'চিট'ৰ কোঠাকেই দিবা!" মই ইংৰাজী সাহিত্য পঢ়িবলৈ যোৱা বুলি শুনি তেওঁ নথৈ সন্তোষ প্ৰকাশ কৰিলে। কথা-প্ৰসংগত তেওঁ ইংৰাজী সাহিত্য সম্পৰ্কীয় এনেকুৱা কেইষাৰমান সূক্ষ্ম বিষয় চুই যোৱা কথা ক'লে যে মোৰ ধাৰণা হ'ল—এৱোঁ চাগৈ ইংৰাজীৰে ছাত্ৰ। পিচে নহয়। দুদিন মানৰ পাচত বৰুৱাই ক'লে, "এওঁ কি নাজানে। বুৰঞ্জী, মনস্তত্ত্ব, পদাৰ্থ বিজ্ঞান, ধনবিজ্ঞান, ভূতত্ত্ব, কাব্যতত্ত্ব, নৃতত্ত্ব ইত্যাদি—সকলোবোৰৰে সূক্ষ্ম কথা কিছুমান এওঁৰ জিভাৰ আগতে আছে। ইফালে তেওঁ সেইবিলাকৰ 'ক-খ' খিনিকে নেজানে। সেই বিস্তাৰ যহতে অলপতে এজন ভাণ্ডৰ

জিওল'জিষ্টৰ লগত জেঠৈৗ সম্বন্ধ পাতিলে। দেখিব কেতিয়াবা।" বুজিলোঁ, জব চাৰ্ণকৰ হাতৰ চহৰ কলিকতা বৰ্তমান কথাৰ বেপাৰীৰ ভোগৰ চহৰ। যি কি নহওক, মই তেওঁৰ লগত বাংলাৰে কথা পাতি উঠাৰ পাচত তেওঁ মোক ক'লে, "ঠিক আছে, তুমি বব বটিয়া বাংলা ক'ব পাৰা। তোমাক এটা এজনীয়া কোঠাৰ ব্যৱস্থা কৰি দিম। তোমাক ৫২নং কোঠাটো দিয়াই দিম, তাতে থাকিবা।" এনেতে হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট সাধন বাবু ওলালহি। তেওঁ থমকি ৰৈ ক'লে, "দেখুন ত', একটু যদি নলচেটা সড়িয়ে দিতেন!" লগে লগে এজনে গুৰগুৰীটোৰ নলিচাডাল দাণ্ডি তলেদি পাৰ হৈ যাব পৰা বাট এটা উলিয়াই দি সৌজন্যৰ ত্ৰুটি নোহোৱাকৈ ক'লে, "যান, স্যৰ।" চুপাৰিণ্টেণ্ডেণ্ট সাধন বাবু চিস্তৰ লেখীয়া নিমজ খোজেৰে তাৰ তলেদি পাৰ হৈ গ'ল।

কিছুদিনৰ পাচত আইন কলেজতো ভৰ্তি হৈ ল'লোঁ। উদ্দেশ্য এটাই—হাৰ্ডিঞ্জত 'চিট'টো ৰখা। দিনত স্নাতকোত্তৰ মহলাৰ শ্ৰেণীবোৰলৈ যাওঁ। পুৱা নে গধূলি—পাহৰিলোঁ—আইন কলেজলৈ যাওঁ। হাৰ্ডিঞ্জৰ গা'তে লাগি থকা 'দ্বাৰভাংগা ভৱন'ত আইন কলেজ। মাজৰ লোহাৰ জপনাখন পাৰ হৈয়েই একেটা মহলাতে শ্ৰেণী বহিছিল। তেতিয়াৰ সেইখন আইন কলেজৰ ঢংটোৱেই সুকীয়া ধৰণৰ আছিল। মূৰত পাগুৰী মৰা, কঁকালত পিতলৰ টিকট লগোৱা ভাঠ চামৰাৰ পেটি পিন্ধা বেহেৰা এজনে এখন ট্ৰে'ত এজোৰ দোৱাত-দানী আৰু হাজিৰা বহীখন আনি মেজত থৈ যোৱাৰ লগে লগে অধ্যাপকগৰাকী শ্ৰেণীত সোমায়হি। তেতিয়াৰ কালত আইন কলেজত এটা বৰ ফলদায়ক বস্তু আছিল। তাৰ নাম moot court—'আখৰা আদালত' বুলিয়েই ক'ব পাৰি। তাত ছাত্ৰ-ছাত্ৰী সকলে একোটা মোকৰ্দমাত উকীলৰ ভাও দিব লাগিছিল। কোনো আগতীয়া জাননী নিদিয়াকৈ অধ্যাপকে উকীলকেইজন বাচি দিছিল 'আখৰা আদালত'খন বহাৰ দিনাখনেই। এদিন মোৰ পাল পৰিল। শ্ৰেণীত সোমোৱাৰ লগে লগে অধ্যাপকে ক'লে, "আজি তুমিও এই মোকৰ্দমাটো চলাব লাগিব। কোন ফালৰ হৈ ওকালতি কৰিবা? বাদীৰ ফালে নে বিবাদীৰ ফালে হ'বা?" বিবাদটো যে কি, তাকেই নেজানো। মই ক'লোঁ, "যেই সেই একালে দিলেই হ'ব। মোক

মাথোন সেইটো পত্ৰৰ সাৰাংশ-যুক্তিৰে সামৰণি মৰাৰ ভূমিকাটো দিলে কৃতাৰ্থ হওঁ।” অধ্যাপকে শুনিয়েই তথাস্তু বুলিলে। কাৰণ, সচৰাচৰ সেইজন উকীলৰে নাটনি পৰে। মোকৰ্দমাটোৰ কথা অলপ পাচতে গম পালোঁ—‘হোৱাইট্ বনাম ডানিং’নে কি আছিল জানো! তাৰে এজনে নিৰ্বাচনৰ সময়ত সিজনৰ ঘৰৰ আগত বক্তৃতা দিছিলগৈ। আলি-কাষৰীয়া ঘৰ—বক্তৃতা শুনিবলৈ অহা মানুহে সিজনৰ ফুলনিখন ফেনেকি তহিলং কৰিলে। মোকৰ্দমা সেইটোৱেই। বাকী কেইজনে কোৱা কথাখিনিকে জুকিয়াই-মেলি তাতে ভাষাৰ অলংকাৰ পিন্ধাই দুটামান ফুলৰ নাম আৰু ৰংছটীয়া বৰ্ণনা খাঁজি আমাৰ ফালৰ যুক্তি-তৰ্কৰ সামৰণি মাৰিলোঁ। অধ্যাপক গৰাকীয়ে সেইদিনাৰ বাবে পাবলগীয়া জুৰীয়া ‘পাৰ্চেণ্টেজ্’ দুটা যে দিলেই, দইন পৰি থকা ‘পাৰ্চেণ্টেজ্’ কেইটামানো এনেয়ে দিলে। কিন্তু, সেইদিনাৰ পৰা আইন কলেজৰ পিনে খোজ দিবলৈ বন্ধ কৰিলোঁ। মাথোন হাৰ্ডিঞ্জ হোষ্টেলৰ ‘চিট’টো ৰাখিবৰ কাৰণে কলেজৰ মাচুলখিনি নিয়মীয়াকৈ দি থাকিলোঁ। আৰু, তাৰে আঁত ধৰি পাচৰ খলপাটোতো উঠিলোঁগৈ।

এম.এ. পঢ়িবৰ সময়ত মই মাহিলি জলপানি এটা পাবৰ কাৰণে মোৰ ফালৰ পৰা কোনো চেষ্টা যে নকৰিলোঁৱেই, দৰ্খাস্ত এখনো ফৰ্ম্ ঠিয়াই চাবলৈ নেপালোঁ। কাৰণ, মোৰ বাবে বিস্ময়কৰ কথাই হৈছিল—জলপানি পাবৰ কাৰণেও দৰ্খাস্ত কৰিব লাগিব! মোৰ ধাৰণা আছিল, বি.এ. লৈকে মই যিদৰে প্ৰতিটো খলপাতে তাৰ আগৰটো খলপাৰ শেষ পৰীক্ষাৰ ফলাফলৰ ওপৰতে নিৰ্ভৰ কৰি কোনো দৰ্খাস্ত নকৰাকৈয়ে জলপানিবোৰ পাই আহিছিলোঁ, এম.এ.তো সেইদৰেই মোৰ কপালত কিবা এটা জুটিবগৈ! প্ৰপত্ৰ এখন পূৰণ কৰি কাৰোবালৈ আবেদন কৰাৰ কথা মোৰ কল্পনাই ঢুকিয়েই পোৱা নাছিল। আচলতে, মোৰ ষ্টাইপেণ্ড্ এটা সংগ্ৰহ কৰাৰ প্ৰবৃত্তিটোৰ প্ৰতিয়েই কিবা এটা অনীহা হৈছিল। আজিকালি সেই ষ্টাইপেণ্ড্-বোৰকে স্কলাৰশ্বিপ্ বুলি কোৱা হয়। পোনৰটো লোৱা বস্তু; পাচৰটো পোৱা বস্তু। মোৰ ধাৰণা, আমাৰ দেশত এই দুটা বস্তুৰ মাজত থকা স্পষ্ট সীমাৰেখাডাল মচি পেলোৱাটোৱেই শিক্ষাৰ মানদণ্ড অৱনত হোৱাৰ এটা প্ৰধান কাৰণ। আমাৰ দিনত এই ষ্টাইপেণ্ডবোৰৰ বিপৰীতে মাহিলি প্ৰায় ডেৰ শ টকাকৈ যোগান ধৰা হৈছিল। তাৰ

উপাৰি, এটা বিশেষ মঞ্জুৰী দিয়া হৈছিল, বছৰটোৰ পঢ়ুৱৈ-আচুলখিনি শোধাব পৰাকৈ। এইখিনি পাবৰ কাৰণে কৰিবলগীয়া কামখিনিৰ প্ৰতি মই ৰীতিমতে অৱহেলা প্ৰদৰ্শন কৰিলোঁ। আৰু এটা ধাৰণাই —যদিও সেইটো সম্পূৰ্ণ অমূলক—মোৰ মনত বাঁহ লৈছিলহি। জানোচা ষ্টাইপেণ্ড, লোৱাৰ বিপৰীতে 'নিয়ম-শৃংখলা মানি চলিম' বুলি লিখি দিবলগীয়া কথাষাৰ চৰকাৰ-বিৰোধী কোনো কামত ভাগ নোলোৱাৰ প্ৰতিশ্ৰুতি লিখি দিয়াৰ নিচিনা হৈ পৰে! মুঠৰ ওপৰত, গোটেই কথাটোৱেই মোৰ ফালৰ পৰা এটা ডাঙৰ মুৰ্খকামি আছিল। মোৰ মগজুৰ ভিতৰত মাথোন এষাৰ কথাই খেলা কৰি আছিল—দৰ্খাস্ত কৰি লোৱা এই বেনামী জলপানীটোত উঞ্ছবৃত্তিৰ যিখিনি আভাস আছে, ফলাফলৰ ওপৰত নিৰ্ভৰ কৰি পোৱা আচল জলপানিটোত সেই আভাস নাই—আছে মাথোন প্ৰাপ্যৰ আভাস! ইটো দিশৰ কথা মই ভুলতে ভাবিয়েই নেচালোঁ, মই যে এখন আবেদন দিয়া হ'লেই পৰৱৰ্তী কালত 'স্কলাৰশ্বিপ' আখ্যা পোৱা 'ষ্টাইপেণ্ড' এটা পাই গ'লোহেঁতেন, আৰু দেউতাৰ ওপৰত এটা অনাৱশ্যকীয় আৰ্থিক হেঁচা পৰাৰ কাৰণ হৈ নপৰিলোহেঁতেন! দেউতাও বৰ স্বাধীনচিতীয়া মানুহ আছিল ; সেইবাবেই মোক কৈছিল, "কাকো খাতিৰ-বাতিৰ কৰি কোনো বেনামী বৃত্তি নল'বি। আৰু এটা কথা, যাৰে তাৰে পৰা কেতিয়াও কোনো চাৰ্টিফিকেট নল'বি।" এই কথাষাৰে মোৰ জীৱনটো সদায় পোহৰাই ৰাখিছে। পৰৱৰ্তী কালত 'মেঘদূতম্' কাব্যত এষাৰ কথা পাই দেউতাৰ কথাষাৰৰে ৰসোত্তীৰ্ণ প্ৰকাশ যেন পাইছিলোঁ, "যাচ্ঞা মোঘা বৰমধিগুণে নাধমে লব্ধকামা।" বিজনী মানুহ পালোঁ জীৱনৰ লগৰী কৰি ল'ম বুলি, সেই তেতিয়াই তেওঁৰ কথাবোৰতো দেউতাৰ উপদেশটোৰে প্ৰতিধ্বনি শুনিছিলোঁ, "তুমি যদি ইচ্ছা নকৰা, নালাগে সেইবোৰ চাকৰী গোটাব ইটো-সিটোক কুৰ্ণিচ কৰি। তুমি গৈ থকা বাটটোৰেই গৈ থাকোঁ। কাকো খাতিৰ নকৰাকৈ তুমি যি পোৱাৰ অধিকাৰী, তাৰেই আমাৰ চলি যাব।" জীৱনত মই মাথোন এজন মানুহৰ পৰা এখন চাৰ্টিফিকেট লৈ পাইছোঁ। সেইখন লৈছিলোঁ, পণ্ডিত-প্ৰবৰ ড° যোগীৰাজ বসুৰ পৰা। সিজনে মোক upright বুলি কৈছিল। সেয়েই মোৰ বাবে যথেষ্ট।

যি কি নহওক, কলিকতাত মোৰ উপকৰা আৰ্জন যথেষ্ট হৈছিল। বহুতো কোম্পানীৰ ইখন-সিখন বিজ্ঞাপন অসমীয়ালৈ ভাঙি দিছিলোঁ, ইখন-সিখন কলেজীয়া আৰু হাইস্কুলীয়া কিতাপৰ—আটাইবোৰ ইংৰাজী আৰু সংস্কৃতৰ নোটবুক, ভাবিলে এতিয়া লাজ লাগে—অসমীয়া ভাঙনিবোৰ কৰি দিছিলোঁ। তদুপৰি, ছপাখানাবোৰত ছপা হোৱা অসমীয়া কিতাপৰ আহি-কাকত চাই দিছিলোঁ। সেই সকলোবোৰ খুচুৰা কামৰ বিনিময়ত মই নিয়মীয়াকৈ ভাল পাৰিশ্ৰমিকেই পাইছিলোঁ। সেই ধনেৰে মই বহুত কিতাপ কিনিছিলোঁ। কলিকতাৰ পৰা অসমলৈ একেবাৰে উভতি আহিবৰ সময়ত তিনি ট্ৰাংক কিতাপ বহুবজাৰত থকা এটা প্ৰাইভেট্ এয়াৰ-ৱেইজৰ 'পাওঁতাই ভাৰা দিবলগীয়া' মাল হিচাপে নিজৰ নামত চালান দি আনিছিলোঁ—শিৱসাগৰৰ ঠিকনাত। সেইখিনি মোকোলাওঁতে তেতিয়াৰ দিনত মোৰ প্ৰায় তিনি কুৰি টকাৰ ভৰণি এটা হৈছিল। আৰু সেইখিনি গত লগাই থ'বলৈ মোৰ এটা ভাগিন নকুলে মোৰ পৰা মাথোন টকা ২৫্টা লৈ এটা ধুনীয়া আলমাৰী সাজি দিছিল। সময়ত তাৰ পৰা ভালেখিনি কিতাপ হেৰাল। অৱশেষত, আলমাৰীটোও।

ভাগ্য ভাল, মই সকতে কিনা কিতাপবোৰ কাহানিবাই আনি থৈছিলোঁ। অৱশ্যে, আটাইবোৰ কিতাপ নহয়। সেই আলমাৰীটোৰ লগতে গ'ল, মোৰ একেকঠিকৈ থোৱা 'বাঁহী'ৰ সংখ্যাবোৰ। ৩য় বছৰৰ ১ম সংখ্যাৰ পৰা ৭ম বছৰৰ ১২শ সংখ্যালৈকে আছিল। মানুহজনে নিশ্চয় সিদ্ধান্ত কৰিলে, আলমাৰীত কাপোৰ-কানিহে থয়! মই যদি সেইখিনি কোনোবা পুথিভঁৰাল এটালৈকে দান দি থ'লোহেঁতেন। মোৰ পুৰণি কিতাপবোৰত লিখি থৈছিলোঁ—ইংৰাজী লতা-আখৰেৰে : শংকৰ লাইব্ৰেৰী! সেইটোৱেই মোৰ মনতে পতা লাইব্ৰেৰীটো আছিল!

পুৰণি থেকেৰাৰ চোক বেচি, পুৰণি মদৰ ৰাগী বেচি আৰু পুৰণি পুথিৰ জাঁই বেচি। জাঁই মানে মই তাৰ জ্ঞানৰ থাউনিটোৰ কথা কৈছোঁ। যিটো সহজে তল নেযায়। কলিকতাৰ কলেজ ষ্ট্ৰীটৰ ফুটপাথত মেলা পুৰণি পুথিৰ পোহাৰখনৰ ৰোমান্স মই পাহৰিব নোৱাৰোঁ। গধূলি হ'লেই সেইখনলৈ ওলাই গৈছিলোঁ। মাহটোত তাৰ পৰা অন্ততঃ বিছ-ত্ৰিছখন কিতাপ কিনি আনিছিলোঁ। আমাৰ

সময়ত সেইবোৰ পানীৰ দৰত বিক্ৰী হৈছিল। মোৰ মনত আছে, ষ্টপ্‌ফোৰ্ড এ ব্ৰুকৰ 'ইংলিছ লিটাৰেছাৰ'খন ছ'অনা দামত কিনিছিলোঁ ; বাৰ্ণাৰ্ড শ্বৰ 'কম্‌প্লিট প্লেয়েজ্‌'খন মাথোন ২৫্‌ টকাত কিনিছিলোঁ। চাৰ্লছ লেম্বে লেখি থৈ গৈছে, পুৰণি পুথিৰ মলমলাই থকা গোন্ধখিনিৰ কথা। বোলে, তাত আনে লিখি থৈ যোৱা মন্তব্যবোৰো গোন্ধ এটা আছে। মই পিচে যিবোৰ কিতাপ বাচি আনিছিলোঁ, সেইবোৰত তেনেকুৱা গোন্ধ নাছিল। তেনেই নতুন কিতাপখনৰে লেখীয়া! কিয় যে কেনেকৈ পুৰণি আখ্যা পাইছিল—মই বুজিয়েই নেপাইছিলোঁ। তুলনাত কলিকতা বিশ্ববিদ্যালয় লাইব্ৰেৰীৰ নতুন কিতাপবোৰো দুদিনতে পুৰণি আৰু অদৰকাৰী হৈ উঠিছিল। মোৰ মনত আছে, মই এবাৰ John Palmer-ৰ 'Ben Jonson the Dramatist'খন বিচাৰি লাইব্ৰেৰিয়ানৰ ওচৰ চাপিছিলোঁ। ইখনৰ পাচত সিখনকৈ তেওঁ মোক কিতাপখনৰ ১৩টা কপি উলিয়াই দিছিল ; কিন্তু প্ৰত্যেকখনৰে আচল অধ্যায়টো কোনোবাই নহয় কোনোবাই কাটি লৈ গৈছে। অৱশেষত ১৩নং কপিটোত লেম্বে লেখা গোন্ধটো নাকত লাগিলহি! এজনে মন্তব্য এটা লেখি থৈ দিছে তাৰ আগৰ অধ্যায়টোৰ শেষত– "এ ক'টা পাতা কেন, গোটা বইটা নিয়ে গেলেই ত' হোত!" কটনৰ লাইব্ৰেৰীত কিন্তু তেতিয়ালৈকে এই জঘন্য অভ্যাসটোৰ চিন-মোকাম যে নাছিলেই, গোন্ধ-ভাপটোও পাবলৈ নাছিল।

সেইটো সময়ত অকল আমাৰ ইংৰাজী বিভাগটোৱেই নহয়, কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰতিটো বিভাগেই উজ্জ্বল ৰত্নেৰে ঠাহ খাই আছিল। অধ্যাপক আছিল দুই ধৰণৰ : এবিধ বিদগ্ধ পণ্ডিত, আনবিধ সফল শিক্ষক। দুয়োবিধৰ ভিতৰত পৰিছিল—আমাৰ ইংৰাজী বিভাগটোৰ—তাৰকনাথ সেন, ড° সুবোধ সেনগুপ্ত, ড° শ্ৰীকুমাৰ বন্দোপাধ্যায় প্ৰভৃতি। তেওঁলোকৰ মাজতো যথেষ্ট হেৰফেৰ। অধ্যাপক তাৰকনাথ সেনৰ দৰে ইংৰাজী সাহিত্যৰ বিদগ্ধ পণ্ডিত-অধ্যাপক ভাৰতত কিয় ইংলেণ্ডতো বিৰল আছিল। তেওঁ লেখি থৈ যোৱা সৰু সৰু প্ৰবন্ধবোৰ তেওঁৰ মৃত্যুৰ পাচত 'টি. এন. সেন মিচেলেনি' শিৰোনামাৰে প্ৰকাশিত হৈছিল। সেই অতুলনীয় প্ৰবন্ধৰাজিৰ প্ৰত্যেকটোৱেই যেনিবা ইংৰাজী সাহিত্যৰ একোটা পোহৰ

নপৰা দিশৰ পিনে কটা একোখন খিৰিকি। আমাক ড° সেনগুপ্তই কথা-প্ৰসংগত কৈছিল, এবাৰ ইংলেণ্ডৰ বিশ্ববিদ্যালয়বোৰৰ পৰা এদল ইংৰাজী সাহিত্যৰ বিশেষজ্ঞ ভাৰতত ইংৰাজী সাহিত্যৰ শিক্ষা সম্পৰ্কে তথ্য ল'বলৈ আহিছিল। তেওঁলোকে হেনো মুগ্ধ প্ৰশংসাৰে মন্তব্য প্ৰকাশ কৰিছিল, অধ্যাপক সেনৰ সমকক্ষ প্ৰতিভাশালী ইংৰাজী সাহিত্যৰ অধ্যাপক ইংলেণ্ডতো দুৰ্লভ। কোনো প্ৰাতিষ্ঠানিক 'ডক্টৰেট' উপাধিৰ অনধিকাৰী এই অধ্যাপকগৰাকীৰ বয়স তেতিয়া মাথোন ৩২ বছৰ আছিল। কেইবছৰমানৰ পাচতে তেওঁৰ অকালতে মৃত্যু ঘটিছিল। মই লক্ষ্য কৰিছিলোঁ, এই শান্ত-সৌম্য প্ৰকৃতিৰ উজ্জ্বল কান্তিপূৰ্ণ মানুহজন যেতিয়াই কৰিডৰেদি পাৰ হৈ গৈছিল, তেতিয়াই দুয়োফালে থিয় হৈ থকা ছাত্ৰ-ছাত্ৰীবোৰৰ মুখৰিত কলৰৱ মুহূৰ্ততে নিস্তব্ধ হৈ পৰিছিল। আৰু এটা কথা লক্ষ্য কৰিছিলোঁ। তেওঁ যেতিয়াই 'আশুতোষ ভৱন'ৰ দ্বিতীয় মহলাত থকা শিক্ষকসকলৰ জিৰণি কোঠাত সোমাইছিল, তেতিয়াই সকলো অধ্যাপক থিয় হৈ দিছিল। এদিন আমাৰ শ্ৰেণীত ড° সেনগুপ্তক সেইদিনা পঢ়াৰ নোখোজা মেজাজত থাকোঁতে মুকলিকৈয়ে সুধিলোঁ, "ছাৰ, বাকীবোৰ অধ্যাপক থিয় হৈ দিয়ে, সেয়া বুজি পাওঁ। কিন্তু, আপুনি কিয় থিয় হৈ দিয়ে? অধ্যাপক সেন জানো আপোনাৰ ছাত্ৰ নহয়?" ড° সেনগুপ্তই অলপ থমকি ৰৈয়েই মোক ঘূৰাই সুধিলে, "কলিকতা বিশ্ববিদ্যালয়ৰ 'চিনেট হাউচ্'টো দেখিছনে?" মই দেখিছোঁ বুলি কোৱাৰ পাচত তেখেতে সুধিলে, "তাত কি আছে বাৰু, বাটচ'ৰাৰ ওপৰতে থকা টুপ্‌টোৰ দেৱালত?" মই ক'লোঁ, তাত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰতীকটো দেৱালৰ গা'ত কাটি থোৱা আছে। অৱশেষত তেখেতে সুধিলে, "আৰু সেই প্ৰতীকটোত কি লিখা আছে?" মই ক'লোঁ, "Advancement of Learning।" তেতিয়া তেখেতে উত্তৰ দিলে, "সেইকাৰণেই।" মই অভিভূত হৈ গ'লোঁ, সেইটো আদৰ্শ ৰক্ষা কৰিবৰ কাৰণেই অসাধাৰণ প্ৰতিভাশালী ছাত্ৰজনৰ আগমন ঘটিলেই সিজনাৰ একালৰ গুৰুগৰাকীয়ে থিয় হৈ দিয়ে।

ড° সেনগুপ্তই নিজৰ বেলিকা ইংৰাজী কৈ গৈছিল, অত্যন্ত গুৰু-গম্ভীৰ ইংৰাজী শব্দবোৰ থাঁজি থাঁজি—অথচ অতি স্বাভাৱিক স্বচ্ছন্দভাৱে। এদিন তেওঁ শ্ব আৰু তেওঁৰ নাটক সম্বন্ধে কৈ

আছে, "Unlike them, he is neither a musical epicure nor a political mugwamp. His plays are *sui generis.*" এনেতে তেওঁৰ চকুত পৰিল—এজন ল'ৰা বাৰাণ্ডাত বাৰে বাৰে ভুমুকাভুমুকিকৈ অহা-যোৱা কৰি আছে। ড° সেনগুপ্তই ল'ৰাজনলৈ চাই সুধিলে, "Hey boisterous juvenile, what spell of curiosity makes you perambulating there so furtively? Rather come in and share the kill." ল'ৰাজনে বুজি পোৱা নাছিল, কথাবাৰ যে তেওঁকে সম্বোধন কৰি কৈছিল! বুজি পোৱামাত্রকে তেওঁ তাৰ পৰা ঊৰ্দ্ধশ্বাসে পলাই কাঁট মাৰিলে। মোৰ কাষতে থকা এজন ৰসিক বন্ধুৱে মোক কাণে কাণে কৈছিল, "বুজিছ, তাক বাঘে থপিয়াইছিল!"

ড° শ্ৰীকুমাৰ বন্দোপাধ্যায়ৰ ইংৰাজী কথনভংগীত আছিল, সাংগীতিক উৰ্মিচাঞ্চল্য। শুনিলেই মনত থাকি যায়। তেওঁ আমাক চুইনবাৰ্ণৰ কবিতা পঢ়াইছিল। জানিছিলোঁ, সমস্ত ইংৰাজী কাব্যজগতৰ ভিতৰত মধুময় কবি চুইনবাৰ্ণ। ড° বন্দোপাধ্যায়ৰ ব্যাখ্যাত চুইনবাৰ্ণ এক তৰলিত সংগীতৰ চলচঞ্চল প্ৰবাহ হৈ উঠিছিল। বুজিব পৰা নাছিলোঁ এটাও বাক্য। থামুচি ধৰিব পৰা নাছিলোঁ কথাৰ প্ৰবাহ। মুঠি মাৰি ল'ব খুজিলেই পিছলি গুচি যায়। হঠাৎ গম পাইছিলোঁ, সেয়া মাথোন অঞ্জলি পাতিহে ল'ব পাৰি। সেইবোৰ কথাৰ নূপুৰ-নিক্কন আজিও মোৰ কাণত বাজি আছে, "Swinburne is neither an anticipation nor a fulfilment. Swinburne does not belong to the inner-circle of Pre-Raphaelite movement of poetry. He was on the outer-fringe of it. He had his paintings, but had no brush and painter's pot. Swinburne was a musician of painting. He used to quiver the sonorous tendrils of violin with soft fingerings, and there emerged the whole vistas of a landscape with saccharined beauty. He was by no means a rebel. What was intended to be soft mossy coatings was nevertheless transcended it and transformed

into an incendiary ball of fire." এইদৰেই বুজাৰ অতীত চুইনবাৰ্ণ যেন আমাৰ কল্পলোকলৈ আপোনাআপুনি সঞ্চাৰিত হৈছিল!

আৰু এজনৰ কথা মনত পৰে। সিজনাৰ সম্পূৰ্ণ নামটো মনত পেলাব পৰা নাই। চমু নামটো আছিল—এচ দত্ত। তেখেত আকৌ ট্ৰিপল্ ডক্টৰেট আছিল। পুৰণি এংলো-চেক্সন ভাষা-সাহিত্যৰ এজন পৃথিৱীবিখ্যাত পণ্ডিত আছিল। আধুনিক ইংৰাজী ক'বই নোৱাৰিছিল বুলি ক'ব পাৰি। তেখেতে ইংৰাজী ক'লে এনে লাগিছিল যেন কোনোবাই গুৱাহাটীৰ জজ ফিল্ডত অংকীয়া নাটৰ বচন মাতি বক্তৃতা দি আছে। তেখেতৰ শ্ৰেণীত ল'ৰায়ো ছোৱালীৰ প্ৰক্সি মাৰিছিল, ছোৱালীয়েও ল'ৰাৰ। মুঠৰ ওপৰত, হাজিৰা বহীত আটাইবোৰ উপস্থিত। হাজিৰা বহীখন জপাই বক্তৃতা দিবলৈ উঠি উপস্থিত থকা তিনি-চাৰিজনলৈ চাই সুধিছিল, "বাকীবোৰ ক'লৈ গ'ল?" কোনোবাই এইবুলি ক'লেই সিজনাৰ সন্তোষ, "ছাৰ, লাইব্ৰেৰীলৈ।" তেতিয়া তেখেতে কয়, "ওঁ, সেইটোৱেই ভাল! মই কোৱা কথাবোৰ নোট কৰি তেওঁলোককো বিলাই দিবা। মই বেচি কথা নেজানো। পৰীক্ষাত কিন্তু মই কোৱা কথাখিনিতকৈ বেচি কথা কোনেও সুধিব নোৱাৰে নেকি! পিচে এইখিনি কথাৰ কাৰণেই গোটেইবোৰ ল'ৰা-ছোৱালী ইয়াত সময় নষ্ট কৰি ৰহি থকাৰ মানে নহয়। কত কথাই যে জানিবলৈ আছে!" তাৰ পাচত, তেখেতে নোট দিবলৈ আৰম্ভ কৰিছিল। আচৰিত কথা, সেইখিনি নোটেই আমাৰ বাবে প্ৰয়োজনৰ অতিৰিক্ত বুলি প্ৰমাণিত হৈছিল। ভাল লাগিছিল, এই মানুহজনৰ মুখত শুনা এযাৰ কথা। তেখেতক বোলে বিলাতত থাকোঁতেই কোনোবা এটা বিশ্ববিদ্যালয়ে অধ্যাপকৰ পদ যাচিছিল। কিন্তু, তেখেত গুচি আহিল। তেখেতে কোটৰ ফটা অংশ এটা দেখুৱাই আমাক কৈছিল, "তাত থকা হ'লে, এনেকুৱা ফটা কোট পিন্ধিব নেলাগিলহেঁতেন!" মই সুধি দিলোঁ, "ছাৰ, তেনেহ'লে কিয় গুচি আহিল?" তেখেতে উত্তৰ দিলে, "কাৰণ মোৰ মই বিয়া কৰাব খোজা মানুহজনীলৈ বৰকৈ মনত পৰিছিল!" তাৰ পাচত, কোটটোৰ বিফু কৰি দিয়া অংশ এটা দেখুৱাই ক'লে, "ধুনীয়াকৈ বিফু কৰি দিছে!"

সকল অধ্যাপকসকলৰ কথা মনত পেলাব খুজিলেই মোৰ চকুৰ আগত ভাহি উঠে, অধ্যাপক পি. কে. গুহৰ মুখখন। তেখেত সেই সময়ত সুৰেন্দ্ৰনাথ কলেজখনৰ অধ্যক্ষ আছিল। তেখেতে আমাক পঢ়াইছিল, চেক্সপীয়েৰৰ এখানি নাটক। অন্য এখানি চেক্সপীয়েৰৰ নাটক পঢ়াইছিল ড° মোহিনী মোহন ভট্টাচাৰ্যই। দুয়োজনৰে পঢ়োৱাৰ ধৰণ আছিল দুটা স্বকীয় ভংগীৰ। অধ্যাপক গুহৰ ভংগীটো আছিল আমাৰ কাৰণে অবিস্মৰণীয়। এনে ধৰণেৰে পঢ়াইছিল, আমি মূল নাটকখন যে পঢ়িব নেলাগিছিলেই, নাটকখনৰ লগত সম্পৰ্কিত সমালোচনাৰ কিতাপবোৰো পঢ়িবলগীয়া নহৈছিল। তেওঁ যেতিয়া নাটক বিশেষৰ সংলাপবোৰ পঢ়ি গৈছিল, আমাৰ প্ৰত্যেকৰে ধাৰণা হৈছিল যেন এখন নাটকৰ এটা দৃশ্য আমাৰ সম্মুখতে অদৃশ্য ৰূপত অভিনীত হৈ আছে; আৰু তাত যেন ভাও লৈ বচনবোৰ আওৰাই গৈ আছে এদল বিখ্যাত অভিনেতা-অভিনেত্ৰীয়ে! তেখেতৰ শ্ৰেণীত অকল ইংৰাজী বিভাগৰ ছাত্ৰ-ছাত্ৰীয়েই নহয়, অন্যবোৰ বিভাগৰ ছাত্ৰ-ছাত্ৰীও আহি ঠাহ খাই পৰিছিলহি।

মনত পৰে, আৰু কেইবাজনো অধ্যাপকৰ কথা, যিসকলৰ ভৰিৰ তলত বহি ইংৰাজী সাহিত্যৰ বিস্তীৰ্ণ দিগন্তৰ পিনে চকু মেলি চাইছিলোঁ। ড° প্ৰিয়ৰঞ্জন সেন, ড° ক্ষীৰোদবৰণ ৰায়, ড° শ্ৰীশচন্দ্ৰ সেন, ড° কে. চি. ৰায়, ড° এচ্. কে. দত্ত—এইসকল বৰণীয় অধ্যাপকৰ স্মৰণীয় অধ্যাপনাৰ কথা। এইসকলৰ ভিতৰত ড° ক্ষীৰোদবৰণ ৰায়ৰ এদিনৰ কথা সুঁৱৰিছোঁ। সেইদিনা আমাৰ 'টিউটৰিয়েল' শ্ৰেণীত তেখেতে আমাক ক'লে, "আজি তহঁতক নপঢ়ুৱাওঁ। কাৰণ, আজি মই খবৰ পাইছোঁ—দুদিনৰ আগতে মোৰ আটাইতকৈ অন্তৰংগ সহপাঠী বন্ধুজন স্বৰ্গী হৈছে।" সকলোৱে সুধিলে, কোন সেইজন? তেখেতে জনালে, "তহঁতে হয়তো নাম শুনা নাই। তেওঁ ড° বাণীকান্ত কাকতি। তেওঁৰ নিচিনা বিশ্বৰ শ্ৰেষ্ঠ সাহিত্য-সম্পৰ্কীয় অগাধ জ্ঞানৰ অধিকাৰী মই খুব কমেই লগ পাইছোঁ। এম. এ. পৰীক্ষাত মই প্ৰথম হৈছিলোঁ, তেওঁ দ্বিতীয়। কিন্তু, তেওঁ মোতকৈ বহুত বেচি জানিছিল। নম্বৰ-টম্বৰ সেইবোৰ কেৱল যান্ত্ৰিক ব্যৱস্থা।" সেই অধ্যাপকগৰাকীৰ এটা চকু স্তিমিত হৈ পৰিছিল, আনটোও ক্ষীণপ্ৰভ—দিনে-নিশাই পঢ়ি-পঢ়িয়েই অন্ধ

ঐ বোৱাৰ মুখামলি পাইছিলোঁহি। কিন্তু, মুক্তিশক্তি আছিল প্ৰচুৰ। আমাক প্ৰায়েই কৈছিল, "মই য়েটছৰ এইকালে আৰু একো পঢ়া নাই। পঢ়িব নোৱাৰিলোঁৱেই।" সেইদিনা মন কৰিছিলোঁ, তেখেতে আমাক ড° কাকতিৰ বিষয়ে কথাখিনি কৈ উঠি চশমাজোৰ সোলোকাই লৈ আমাৰ ফাললৈ চাইছিল। চকুহাল দেখিছিলোঁ, যেন অলপ সেমেকা। মানুহগৰাকী কিন্তু দোৰ্ঘোৰ নাৰীবিদ্বেষী আছিল। সুবিধা পালেই আমাক ক'বলৈ নেপাহৰিছিল, "সাৱধান! বিশ্ববিদ্যালয়ৰ বাবাগুাই-বাবাগুাই ঘূৰি ফুৰিবি। যেনিয়ে-তেনিয়ে মকৰাবোৰ চোপ লৈ লৈ বহি আছে। জালত কেনেবাকৈ ভৰিখন পৰিলেই মৰিলি। বান্ধি পেলাব। তহঁতৰ বাৰ্ণাৰ্ড শ্ব'ই 'Man and Superman'-ত কৈ গৈছে নহয় অক্টেভিয়াচৰ বিষয়ে 'Ricky Ticky Tavie'—তাৰ পাচত খতম। গতিকে, লাইব্ৰেৰীলৈকে যাবিগৈ। ৰক্ষা পাবি।" মোৰ ৰসিক বন্ধু নন্দগোপাল মজুমদাৰে টিপ্পনী শুনাইছিল, "বুজিছ, ৰবীন্দ্ৰনাথৰ 'শেষেৰ কবিতা'ৰ শোভনলাল। সেই চৰিত্ৰটো, যৌৱনৰ কোনোবাদিনা যি খাৰুপিন্ধা হাতৰ ঠেকা খাইছিল। বুঢ়া হৈয়ো বেচেৰাই পাহৰিব পৰা নাই সেই খুন্দাটোৰ কথা।"

আমাৰ অধ্যাপক পি. কে. গুহৰ শ্ৰেণীত যেনেকৈ অন্য বিভাগৰ ল'ৰা-ছোৱালীবে কোঠাটো ঠাহ খাই পৰিছিলহি, ঠিক তেনেকৈয়ে আমাৰ ইংৰাজী বিভাগৰো ল'ৰা-ছোৱালীয়ে হেঁচা-ঠেলা লগাইছিলগৈ ৰাজনীতি-বিজ্ঞানৰ অধ্যাপক জে. কে. বেনাৰ্জীৰ শ্ৰেণীত। তেখেত আছিল অত্যন্ত ব্যস্ত মানুহ—মাহটোত অন্ততঃ এবাৰ য়ুৰোপ-আমেৰিকা-জাপান-ফিলিপাইনত ভ্ৰমণ কৰি আহিছিলগৈ। উভতি অহাৰ পথত দমদম বিমানকোঠৰ পৰা পোনে পোনে শ্ৰেণীত সোমাইছিলহি। তাৰ পাচত আৰম্ভ কৰিছিল হয়তোবা এইদৰে— "এইমাত্ৰ মই মেনিলাৰ পৰা আহি পাইছোঁহি।" তাৰ পাচত সেই দেশৰ নতুনতম খবৰখিনিৰ যোগান ধৰি সিবিলাকৰ পৰাই দৃষ্টান্ত-নিদৰ্শন টানি আনি অধীতব্য বিষয়টো সলসলীয়াকৈ বুজাই গুচি গৈছিল। পাচদিনা হয়তো তাৰে এছোৱা প্ৰবন্ধৰ সাজ পিন্ধি ওলাইছিল 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' কাকতত।

দুজন পৃথিৱীবিখ্যাত পণ্ডিত-অধ্যাপকক দুটা দুৰ্লভ মুহূৰ্তত দেখা পোৱাৰ কথা মনত পৰে। মই আৰু মোৰ এজন সহপাঠী-বন্ধু এদিন

'আশুতোষ ভৱন'ৰ দ্বিতীয় মহলাৰ অলিন্দত থিয় হৈ একেঠাই ভাৰৰ বাটেদি অহা-যোৱা কৰি থকা ছাত্ৰ-ছাত্ৰীবোৰলৈ চাই আছিলোঁ। এনেতে আমাৰ চকুত পৰিল, আচাৰ্য সুনীতিকুমাৰ চট্টোপাধ্যায় এখন গাড়ীৰ পৰা নামিছেহি। লৰালৰিকৈ আমি দুয়ো সেইপিনে ঢাপলি মেলিলোঁ। কাৰণ, মোৰ মন গৈছিল সেই বিশ্ববিখ্যাত ভাষাবিজ্ঞানী-গৰাকীক খুব ওচৰৰ পৰা চাবলৈ। ঠিক সেই মুহূৰ্ততে 'আশুতোষ ভৱন'ৰ পৰা ওলাই আহিছিল গা'ত ৰামনামী কাপোৰ এখন লৈ ভৰিত এজোৰ চুলালগা খৰম পিন্ধি সংস্কৃত বিভাগৰ প্ৰধান অধ্যাপক মহামহোপাধ্যায় শাস্ত্ৰী। আচাৰ্য চট্টোপাধ্যায়ে মহামহোপাধ্যায় শাস্ত্ৰীৰ লগত সম্ভাষণ-বিনিময় কৰি উঠি ক'লে, "আপোনাৰ ওচৰলৈকে ঢপলিয়াই আহিছোঁ, মহা বিপদ এটাত পৰি।" মহামহোপাধ্যায়ে ক'লে, "বিপদটো কেনেকুৱা ?" আচাৰ্য চট্টোপাধ্যায়ে মুখটো খজুৱাই লৈ ক'লে, "শব্দৰ বিপদ। সেই—শব্দটো লৈ।" শব্দটো মোৰ মনত থকাৰ বস্তু নহয়। যি কি নহওক, মহামহোপাধ্যায়ে ক'লে, "অ' সেই শব্দটো!" তাৰ পাচত, সেই শব্দটোৰ বিষয়ে তেখেতে অনৰ্গল কৈ যাবলৈ ধৰিলে, কেতিয়া কোন ঋষিয়ে কোনখন গ্ৰন্থৰ ক'ত কি অৰ্থত ব্যৱহাৰ কৰিছিল, কেতিয়া কিয় সেই অৰ্থটো সলনি হৈ সি কি ৰূপ পৰিগ্ৰহ কৰিলে—তাৰ বিচিত্ৰ বৃত্তান্ত। আচাৰ্য চট্টোপাধ্যায়ে অত্যন্ত মনযোগী ছাত্ৰৰ দৰে শব্দৰ সেই পুৰাণকথা শুনি ৰ'ল পৰম তৃপ্তিৰে। তাৰ পাচত, আৰু দুটামান প্ৰশ্ন কৰিলে। মহামহোপাধ্যায়ে তাৰো উত্তৰ দিলে—অকণো নভবা-নিচিন্তাকৈ। অৱশেষত, চট্টোপাধ্যায়ৰ মুখত হাঁহিৰ ৰেখা বিৰিঙি উঠিল। ইতিমধ্যে, কিছু ছাত্ৰ-ছাত্ৰী আহি জুম বান্ধিছিলহি। এটা সময়ত আমি দুটা—নন্দগোপাল আৰু মই—ভীৰ বাঢ়ি অহা দেখি তাৰ পৰা আঁতৰি পৰিলোঁ। আহি থাকোঁতে সি মোক ক'লে, "বুজিছ, that's what you may call a leonine feast, a great dinner for those two linos to dine together, and to us a memorable feast for our eyes." সি যেন মোৰ মনৰ কথাষাৰৰে প্ৰতিধ্বনিটোকেই মোক শুনালে। অবিস্মৰণীয় সেই দৃশ্যটো—দুই সিংহৰ সেই শব্দেহ-ভক্ষণৰ ভোজন-পৰ্বৰ অপূৰ্ব দৃশ্যটো। সেইদিনা কেণ্টিনলৈ গৈ চাহৰ পিয়লাটো সমুখত লৈ কলিকতা বিশ্ববিদ্যালয়লৈ বাৰে বাৰে মুৰ

লৈ যোৱাইছিলোঁ। এই সেই জ্ঞানতীৰ্থ য'ত আচাৰ্য সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ দৰে নৈষ্ঠিকায় পণ্ডিতকো দেখা যায় স্নাতকোত্তৰ শ্ৰেণীৰ মাজত, চিৰন্তন ছাত্ৰৰ ৰূপত!

আনজন পণ্ডিতৰ কথা। এদিন দেখিছিলোঁ, বিজ্ঞানাচাৰ্য সত্যেন্দ্ৰনাথ বসুক—এই যুগৰ বিজ্ঞানৰ ইতিহাসত যিজনৰ আসন আইনষ্টাইনৰ কাষতে। 'দূৰদৰ্শন'ৰ 'কুইজ প্ৰগ্ৰেম'ত দেখুওৱা 'বোস টীম'-ৰ ফালে থকা ছবিখনত মানুহজনৰ পৰিচিত চেহেৰাটো নাই। উজ্জল ৰূপালী চুলিৰ সৈতে মানুহজনৰ মুখখন অবিকল আইনষ্টাইনৰ নিচিনাই আছিল। যাওক বাক সেই কথা। সেইদিনা 'চিনেট হাউচ'ৰ সমুখত তেখেতে নিজে ড্ৰাইভ্ কৰি অনা আষ্টিন গাড়ীখন লাগি ধৰিছিল ট্ৰাম-লাইনৰ ফাঁকত। কেইবাজনো ছাত্ৰই গাড়ীখন পিচফালৰ পৰা ঠেলি দিছিল, তথাপি গাড়ীখন অলৰ-অচৰ হৈয়েই ৰৈছিল। খুব সম্ভৱ, ড° বসুৱে ব্ৰে'ক এৰি দিবলৈ পাহৰিছিল। ট্ৰামৰ ড্ৰাইভাৰে ঘণ্টি বজাই বজাই ড° বসুকে উদ্দেশ্য কৰি কৈছিল, "মানুহটো বুৰ্বক নেকি!" দেখিছিলোঁ, ড° বসুৱে হাঁহি হাঁহি ট্ৰামৰ ড্ৰাইভাৰৰ মন্তব্যটো উপভোগ কৰিছিল। মই মোৰ ওচৰতে থিয় হৈ থকা অচিনাকি ছাত্ৰ এজনক কৈছিলোঁ, "পৃথিৱীৰ এগৰাকী শ্ৰেষ্ঠতম গণিতবিদ্, আৰু এক সাধাৰণ ট্ৰাম-ড্ৰাইভাৰে তেওঁক আখ্যা দিছে, বুৰ্বক!" সিজনে তেতিয়া কৈছিল, "কলিকতাৰ মজা সেইখিনিতে।" কি অৰ্থত তেওঁ সেইষাৰ কৈছিল—নেজানো। খুব সম্ভৱ, এই অৰ্থতেই কৈছিল, কলিকতাই সকলো পৰিস্থিতিকেই—অনুকূল হওক অথবা প্ৰতিকূল—ৰসত বুৰাই লৈ উপভোগ কৰিব জানে! কলিকতা যেতিয়া বিৰূপ হয়, মাথোন তেতিয়াই সি ফাটি পৰে—বোমাৰ লেখীয়াকৈ।

## ॥ কলিকতাৰ সঞ্চয়ন ॥

"জীৱন জীয়াই থাকে। তথাপি জীয়াই থাকে।
আৰু থাকে জীৱিকাৰ গলিৰ সাঁথৰ
অমৃতৰ পুত্ৰ আমি
মৃত্যুদাতা হে মহানগৰ!"

—নৱকান্ত বৰুৱা

বহুতেই কয়, কলিকতাৰ বৌদ্ধিক জীৱন আৰু কফি হাউচ হেনো অভিন্ন। মোৰ জ্যেষ্ঠতৰ বন্ধু বসন্ত বৰুৱাৰ মুখতো প্ৰায়েই সেই কথাষাৰ শুনিছিলোঁ। এদিন বৰুৱাৰ লগতে তালৈ ওলালোঁ। সোমায়েই নিৰাশ হৈ গ'লোঁ। হয়তোবা সেই ঐতিহ্য কোনোবাদিনা আছিল। তেতিয়া কিন্তু তাৰ সামান্যতম আভাসটোও নাছিল। দেখিছিলোঁ, ল'ৰা নচুৱাই ফুৰা যৌৱনৰ মাৰ যাবলৈ ওলোৱা বেলিটো আগচি ধৰিবলৈ আপ্ৰাণ চেষ্টা কৰা কিছুমান ছুট্‌কটীয়া ছোৱালী আৰু সিহঁতৰ পাচে পাচে ওলমি ফুৰা দুই অনীয়া প্ৰেম কৰি জীৱনটোতে কৃতাৰ্থ মনা কিছুমান তজবজীয়া ল'ৰা। কাগজৰ ফুলকে যদি কোনোবাই ফুল বুলি মানে, তেনেহ'লে সিহঁতৰ সেই হুলস্থুলীয়া কথাবাৰ্তাবোৰকেই প্ৰেমৰ সংলাপ বুলি মানি লোৱাত মোৰ আপত্তি নাই। আৰু তাৰ মাজত বৌদ্ধিক জীৱন। সেইবোৰ কথাবাৰ্তাৰ সেতুৰেদি পাৰ হৈ কিবা গভীৰ জিজ্ঞাসা, কিবা প্ৰগাঢ় জীৱনবোধে কাৰোবাৰ মগজুত দোলা দি যাবহি বুলি যদি কোনোবাই সঁচাসঁচিকৈয়ে বিশ্বাস কৰে, তেনেহ'লে তেওঁ ব্ৰহ্ম-মাতালৰ বাহিৰে অন্য একোৱেই নহয়। মই বিশ্বাস নকৰোঁ, তেনেকুৱা এটা পৰিৱেশে কেতিয়াবা কোনো সুভাষ বসু অথবা বুদ্ধদেৱ বসু অথবা নীৰদ চন্দ্ৰ বায়ক জন্ম দিব পাৰিব বুলি। গোটেই বাক্যটোৱেই এটা মিছা জনৰৱ।

বৰ অস্বস্তি অনুভৱ কৰিছিলোঁ যদিও, আৰু দুই-চাৰিবাৰ ইজন-সিজন বন্ধুক লগ দিয়াৰ কাৰণেই সেই অস্বস্তিকৰ গোলমালসৰ্বস্ব ঘৰটোত দুঘণ্টা-এঘণ্টা কটাই আহিবলৈ বাধ্য হৈছিলোঁ। দৈবক্ৰমে,

তাতেই এদিন এজন অত্যন্ত অধ্যৱসায়ী মানুহৰ লগত হঠাৎ মোৰ চা-চিনাকি ঘটিল। মানুহজনৰ নাম অৰুণ পুৰকায়স্থ—বৰ্তমান কলিকতাস্থ সৰ্বাধিক অসমীয়া কিতাপৰ প্ৰকাশক প্ৰতিষ্ঠান শ্ৰীভূমি পাবলিছিং কোম্পানীৰ স্বত্বাধিকাৰী। কথা-প্ৰসংগত তেখেতে মোক ক'লে, তেখেতৰ এটা ইচ্ছা—অসমীয়া কিতাপ এলানি প্ৰকাশ কৰি উলিয়ায়! লগতে সুধিলে, "লেখক দুজনমান পোৱা যাবনে বাৰু?" আৰু ক'লে, "ডাঙৰ লেখক নহ'লেও হয়। ভাল লেখাৰ লেখক হ'লেই হ'ব।" সুযোগটো গ্ৰহণ কৰি মই ক'লোঁ, "মই নিজেই এখন লেখি পেলাই থৈছোঁ। আৰু এখন লেখি আছোঁ—সম্পূৰ্ণ হ'বলৈ অলপ বাকী। আপুনি যদি ইচ্ছা কৰে, মোকেই আপোনাৰ কোম্পানীৰ প্ৰথম লেখক হিচাপে লোৱাৰ কথা চিন্তা কৰি চাব পাৰে।" ক'ব নোৱাৰো, কিয় তেনেকুৱা হ'ল, আমি দুয়ো দুয়োৰো প্ৰতি প্ৰবলভাৱে আকৰ্ষিত হৈ পৰিলোঁ। তেখেতক মই সবিস্তাৰে ক'লোঁ, 'গালিভাৰ' নামৰ চেমনীয়া পাঠকৰ কাৰণে চুইফ্‌টৰ পৰা ভাঙনি কৰি যুগুতাই থোৱা মোৰ কিতাপখনৰ কথা। তেখেতে মুহূৰ্ততে মোৰ প্ৰস্তাৱটো গ্ৰহণ কৰিলে। হোষ্টেললৈ উভতি আহি মৰ্য়ো অৰ্ধ-সমাপ্ত 'ডন কুইকচোট্'-খন সমাপ্ত কৰাত মন দিলোঁ।

'গালিভাৰ'খন কিয় লিখিছিলোঁ—সেই কাহিনীটো মই স্থানান্তৰত লেখিছোঁ। সেয়া ড° কাকতিৰ আওপকীয়া আশীৰ্বাদৰ ফলপ্ৰাপ্তি। বি. এ পৰীক্ষাৰ পাচত কাকতি ছাৰৰ ওচৰত ভৱিষ্যতে পঢ়া-শুনাৰ বিষয়ে উপদেশ বিচাৰি যাওঁতে তেখেতৰ সেই পৰিচিত বিধ্বংসনা হাঁহিটো মাৰি কৈছিল, "তুমি তো ফেইল হ'বাই। এটা কাম কৰা, এখন ভাল ইংৰাজী কিতাপ অসমীয়ালৈ তৰ্জমা কৰিবলৈ লোৱাঁ। সেইখন শেষ কৰিবলৈ বৈ যাওঁতেই, আত্মহত্যা কৰাৰ বাসনাটো ক্ষয় গৈ নোহোৱা হৈ যাবগৈ পাৰে।" সেই আধা-ধেমেলীয়া উপদেশটোকে আশীৰ্বাদ হিচাপে লৈ বি. এ. হৈ মুঠা আৰু এম. এ. মহলাৰ ছাত্ৰ হৈ পৰা দুয়োটাৰে মাজৰ সময়ছোৱাৰ দোমোজাতে এমাহমানৰ ভিতৰতে 'গালিভাৰ'খন ভাঙি উলিয়ালোঁ। সেইখনকে কেঁকেটুৱাৰ বাঁহপাতেই ভেটি বুলি অৰুণ বাবুলৈ আগবঢ়ালোঁ।

'ডন কুইকচোট্'-খনৰ বাকীখিনি কাম লৰালৰিকৈ শেষ কৰিলোঁ। ছপাশাললৈ যাব পৰাকৈ পাণ্ডুলিপিটো প্ৰস্তুত কৰি দিয়াৰ ভাৰ মোৰ

হ'ৰুৱাৰীয়া পৰিবাৰ গীতাই মিগুৱেই কাষ লাগি যায়। গছিগল, পুথিখনে জেন্ মাহুমান গুৱাহাটীৰ উজান বজাৰতেই আলহী থাই আছিলগৈ। চাৰ্ভেণ্টিচৰ এই পুথিখন ভাঙি থাকোঁতে এটা সমস্যাৰ মুখামুখি হ'লোঁ। 'বনফুল'ৰ গল্প এটা পঢ়িয়েই সমস্যাটোৰ উমান পালোঁ। শব্দটোৰ উচ্চাৰণ হেনো দেশে দেশে বেলেগ। মূল স্পেনীয় ভাষাত হেনো 'ডন কিখ্‌টে'; কোনোবাই উচ্চাৰণ কৰে 'ডন কুইখট্'; কাৰোবাৰ জিভাত আকৌ 'ডন কুইকজোট্'। সম্প্ৰতি হোমেন বৰগোহাঞিয়েও এটা প্ৰবন্ধত লেখিছে, বোলে 'ডন কিখ্‌ঠে'। উঁ-হোঁ, আচলতে সেইটোও নহয়—হ'ব লাগে 'ডন কিখ্‌ঠে' খাটি মূৰ্ধণ্য 'ষ' টোৰ হলন্ত উচ্চাৰণৰ সৈতে। এইটো আচলতে স্পেনীয় ভাষালৈ মৰক্কোৰ জৰিয়তে যোৱা আৰবী ভাষাৰ দান—আৰবী 'খীষ্' আখৰটোৰ উচ্চাৰণ। লণ্ডৰাটোৰ নামটোও হেনো 'চাঁকো পাঞ্জা', 'চাঁকো পাংঝা', 'ছেংকো পাঁঝা' ইত্যাদিৰ ভিতৰৰ কোনটো ক'বই নোৱাৰি। তাহানি প্ৰতিভা দেৱীয়ে লিখি উলিওৱা 'অতুল কথামালা ছিৰিজ'ৰ 'ডন কুইকচোট্' বা 'কেঁকো ডাঙৰীয়াৰ অদ্ভুত কাহিনী'খনৰ কথা মোৰ মনত পৰিল। মই সেই উচ্চাৰণটোকে ৰাখিবলৈ থিৰাং কৰিলোঁ—কেইবাটাও কাৰণত। প্ৰথম, মূল স্পেনীয় উচ্চাৰণটো ভিন ভিন য়ুৰোপীয় দেশবোৰৰ কাৰণেও হেনো অচিন আৰু চমকপ্ৰদ। সিমানেই নহয়—বোলে স্পেনৰো জিলাই জিলাই বেলেগ। দ্বিতীয়, আমাৰ ইংৰাজী বিভাগৰ অধ্যাপক এগৰাকীক সুধিছিলোঁ। তেখেতে ক'লে, "সেইবোৰ প্ৰায় সৰবাৰিৰ ঘেৰতেই পৰে। চাহাববোৰে কুইকজোট্ বুলিয়েই চিনি পায়—তাৰ পৰাই কুইক্‌জটিক শব্দটো সাজি উলিয়াইছে। আমাৰ মদ্ৰদেশীয় জিভাত সেইটোৱেই কুইকট্ আৰু তাৰ কাম-বনবোৰ কুইক্সটিক্! কৈ যিটো ভাল লাগে, তাকে ক'বা। শুচিবায়ুগ্ৰস্ত হৈ লাভ নাই। মাথোন মনত ৰাখিলেই হ'ল, মানুহটো লা মাঞ্চাৰ এটা ভাল পৰিয়ালৰ আৰু তাৰ মূৰটোত জেন পুৰাণকথাৰ কামোৰ।" মই সেই কথাষাৰকে থামুচি ধৰিলোঁ। আৰু দুটা কথা তাতে যোগ দি ল'লোঁ। এক, আনাতোলা ফ্ৰাঁৰ 'থেইছ' খনৰ ফৰাচী উচ্চাৰণটো হেনো 'থেয়া'! অসমীয়াত হৈ পৰা 'তেখচ্' আৰু বাংলাত হৈ থকা 'শেহোড়্' হেনো কলম্বীয় উচ্চাৰণত 'তেসক্'—খাটি 'স'টোৰে সৈতে। দুই, মন্দো কৰ্ড্ৰীৰ

গল্পবোৰ কালে পাক খাবিলে 'মহিমৰ' হৈ পৰিমৰ্টন; 'নিত্যৰ মহৎ'? ভাবি-গুণি একথা মৈত ভাই নসমাই ভাল বুলি সেই নামটো সলনালোঁ।

আৰু এটা সমস্যাৰ মুখামুখি হৈছিলোঁ এদিন। ইংৰাজী বাক্যটো পালোঁ হৈ, "you cannot have bacon by mere frying." এইটোৰ বাৰু অসমীয়াত কেনেকৈ সুৰাগুৰি তোলোঁ? এই বাক্যটো লৈ সেইদিনা প্ৰায় এঘণ্টা যুঁজিলোঁ। অৱশেষত, এইদৰে সাজিলোঁ, "ৰ'বাচোন, তেলত জুবুৰিয়ালেই পিঠা হোৱা বুলি কোনদিনা শুনিছা?" ভাল হওক বেয়া হওক, মোৰ লেখাত সেই ৰূপটো বৈ গ'ল। ছুদিনমানৰ আগতে তেনেকুৱা আৰু এটা বাক্য পাইছিলোঁ; "Britishers who strain at a gnat in England could swallow a camel in India." এইবাৰ খপ্‌কৈ সাজি পেলালোঁ—ভাবিবলৈ অকণো সময় নলৈ, "বৃটিছবোৰে নিজৰ দেশত মোৱা মাছ এটা খাওঁতেও চৰ্‌চৰণি খায়, ভাৰতলৈ আহি কিন্তু ঢুৰি মাছ একোটাও গোটে গোটে গিলি থ'বলৈ ওলায়!" যি কি নহওক, সময়ত গুৱাহাটীত আলহী থাই কলিকতালৈ চিকুণটো হৈ উভতি আহিল। 'গালিভাৰ' ওলোৱাৰ পাচতে 'ডন কুইকচোট'ক অকণ পুৰকায়স্থদেৱে ছপাখানালৈ পঠিয়াই দিলে। পাচত অকণ পুৰকায়স্থৰ লগত চিনাকি কৰি দিওঁতে, তেখেতে হাঁহি এটা মাৰি মোৰ পৰিবাৰক কৈছিল, "আপোনাৰ লগত চিনাকি নহ'লেও, আপোনাৰ হাতৰ লেখাৰ লগত মোৰ তাহানিখনৰে পৰা চিনাকি।"

যি কি নহওক, এই ছুখন অনুবাদ-পুথি লৈয়েই মোৰ লেখক-জীৱনৰ আৰম্ভণি। এটা সৰু ঘটনা ঘটিছিল, যিটোৰ সোঁৱৰণী মোৰ মনৰ চুকত আজিলৈকে সাঁচি থৈছোঁ। অধ্যাপক প্ৰিয়ৰঞ্জন সেনে এদিন এডমাণ্ড্ বাৰ্কৰ বিষয়ে বক্তৃতা দি আছিল। শেষৰ বেঞ্চত বহি মই মোৰ পৰম বন্ধু নন্দগোপাল মজুমদাৰৰ লগত অস্ফুট কণ্ঠেৰে কথা পাতি আছিলোঁ। সি তেতিয়া থাকে হাওৰাৰ শিপাৰে সাঁতৰাগাছিৰ ১৭, ওসাৰিবি তোলা লে'নত। প্ৰেমত পৰিছিল, অলপ গভীৰভাৱেই—মধু নামৰ এজনী ছোৱালীৰ লগত। মোক সি চিঠি এখন আগবঢ়াই দি ক'লে, "let him bark on Burke. তুই আমাকে এই চিঠিটাৰ একটা জবাব ড্ৰাফ্‌ট কৰে দে। আমি ভেবে পাচ্ছি না,

কি লিখ্‌লে ভালো হ'ব ।" মই তাৰ চিঠিখনৰ মতাৱিদা কৰাৰ ব্যস্ত থাকোঁ। এনেতে বক্তৃতাৰ মাজতে থমকি ৰৈ অধ্যাপক গৈ মোৰ কাণে চাই ইংৰাজীতে ক'লে, "তুমি মোক কমন-ৰুমত এবাৰ লগ পাবাচোন।" আমি ছুয়ো উচপ্‌ খাই উঠিলোঁ। নন্দগোপালে মোক ক'লে, "খাইছে হেৰ', খাইছে। মোৰ কাৰণেই তই এতিয়া নিৰ্ঘাত অন্য শ্ৰেণী পাবি।" যি হ'বৰ হ'ল, মই মৰণত শৰণ দি আগত পাছতে ড° সেনৰ ওচৰ চাপি হাকিমৰ আগত থিয় হোৱা আসামীটোৰ দৰে বিনয়ৰ ত্ৰুটি নেদেখুৱাকৈ ক'লোঁ, "ছাৰ, আপুনি মোক মাতিছিল?" তেখেতে মোক হতবাক্‌ কৰি ক'লে, "তুমি জোনে ছুখন কিতাপ লিখিছা? তুমিয়েই নহয় জানো? সেইদিনা মই এটাইত দেখিলোঁ। তোমাক আশীৰ্বাদ কৰিছোঁ। এইবোৰেই থাকিব। সেইবোৰ— সেইবোৰ নাথাকে।" তেখেতে 'সেইবোৰ' বুলি ইংগিত দিছিল, ১ম শ্ৰেণী-২য় শ্ৰেণী পোৱা-নোপোৱাৰ কথাকাৰলৈ। মই অভিভূত হৈ পৰিলোঁ—এই বিশাল কলিকতাৰ কৰ'বাত, হয়তোবা জাতীয় গ্ৰন্থাগাৰত, অসমীয়া ল'ৰা এটাই তাৰ নিজৰ ভাষাতে লিখা ছুখন সাধাৰণ কিতাপ এই বিৰাট পণ্ডিত-ৰাজনীতিবিদ্‌ অধ্যাপকগৰাকীৰ চকুত পৰিছে, আৰু সিজনাই সঠিকভাৱেই চিহ্নিত কৰিছে সেই ছুখনৰ লেখকজন তেখেতৰে এজন পঢ়া-শুনাত অমনযোগী ছাত্ৰ! হয়তো তেখেতে ভাবিছিল, সি লেখে—শ্ৰেণীতো লেখিয়েই থাকে শেষৰ বেঞ্চত বহি। মই তেখেতৰ ভৰি ছুখন ছুই অন্তৰৰ সমস্ত শ্ৰদ্ধা উবুৰিয়াই সেৱা কৰিলোঁ। বাহিৰলৈ ওলাই আহি দেখিলোঁ, মোৰ বন্ধু ছুৱাৰমুখতে ৰৈ আছে! সি সুধিলে, "কি পালি?" মই তাক উত্তৰ দিছিলোঁ, "তই পোৱা চিঠিখনতকৈয়ো মিঠা বস্তু এটা।" তাক ক'লোঁ নে নক'লোঁ জানো, আচলতে মই যে পালোঁ জীৱনৰ বাবে এক জাহাজ মণি-মুক্তা! এটা আশীৰ্বাদ—"লেখি থাকা।" পৰৱৰ্তী কালত যিদিনা এই মানুহজন স্বৰ্গী হোৱাৰ বাতৰিটো কাকতত পঢ়িবলৈ পাইছিলোঁ, সেইদিনা মই উপবাসে থাকি সিজনক স্মৰণ কৰিছিলোঁ।

সেই ছুখনৰ প্ৰথমখন 'গালিভাৰ' আগতেই লেখা। 'জন কুইকচোট'খনহে কলিকতাত লেখা। যি কি নহওক, সেই ছুয়োখন মই কলিকতাত স্নাতকোত্তৰ শ্ৰেণীত ছাত্ৰ হৈ থাকোঁতেই প্ৰকাশান পাইছিল ওলায়া বুলি ... অৰুণ ... পুৰকায়স্থৰ শ্ৰীভূমি পাবলিছিং

কোম্পানীৰো প্ৰথম অসমীয়া প্ৰকাশন সেই দুখনেই। সেই প্ৰতিষ্ঠানটোৰ তৃতীয় আৰু চতুৰ্থ অসমীয়া পুথি দুখনো মোৰ দ্বাৰাই ৰাকৰিত। তৃতীয়খন আছিল 'নীল সাগৰৰ সাধু'—ভিক্টৰ হিউগোৰ 'টয়লাৰ্ছ অব্ দ্য ছী'খনৰ চমু অনুবাদ আৰু চতুৰ্থখন পাচত ১৯৫৬ চনৰ জানুৱাৰী মাহত ছপা আখৰৰ পোহৰ দেখা 'নতুন কবিতা'। কিন্তু 'নীল সাগৰৰ সাধু'-খন মই কলিকতা এৰাৰ পাচত ওলোৱা পুথি—যদিও সিখন অৰুণবাবুৰ হাতত আগতে পৰিছিলগৈ। প্ৰকাশকৰ কালৰ পৰা চালে, 'নতুন কবিতা'খনহে তৃতীয় আৰু 'নীল সাগৰৰ সাধু'খন চতুৰ্থ প্ৰকাশন।

প্ৰথম দুয়োখন পুথিৰে ইংৰাজীত সমালোচনা ওলাইছিল 'আসাম ট্ৰিবিউন' কাকতত। আৰু অসমীয়া সমালোচনা ওলাইছিল 'নতুন অসমীয়া' কাকতত—লেখিছিল ড° প্ৰমোদ ভট্টাচাৰ্যই। সময়ৰ বাটত তাৰ সাঁচি থোৱা 'কাটিং'কেইটা হেৰাল। এটা বৰ আমোদজনক স্মৃতি আছে 'গালিভাৰ'খনৰ। তেতিয়ালৈকে মোৰ বান্ধৱী হৈ থকা গীতাৰ সক ভায়েক প্ৰবীৰে মোকেই গালিভাৰ বুলি ভাবিছিল। সেই কাৰণে, তেওঁৰ ওচৰত বহুত দিনলৈকে 'মোৰ গালিভাৰ' নামেৰেই পৰিচিত আছিলোঁ। আনকি, আমাৰ দুজনৰ বিয়াৰ সময়তো নিমন্ত্ৰণী চিঠি দিবলগীয়া মানুহবোৰৰ নামৰ তালিকাখন চাই উঠি বায়েক আৰতি আৰু মিনতিৰ ওচৰত অভিযোগ কৰিছিল, "তহঁতে মোৰ গালিভাৰৰ নামটো নিলিখিলি!" সেই মৰমটো আজিও তেওঁৰ মোলৈ নজহা-নপমাকৈ আছে। এনেকৈয়ে সেই পুথিখন ওমলাঘৰৰ পৰা ওলাই আহি কিছুদূৰ গৈ চেমনীয়া-চ'ৰাৰ দুৱাৰদলিত সোমোৱালৈকে মাজৰ সময়ছোৱাৰ বহুতেই মোৰ 'গালিভাৰ'খনক আজিও অতি মৰমৰ চকুৰে চায়।

সেই মাধুৰীতে স্নান কৰি 'নীল সাগৰৰ সাধু' লেখি উলিয়াইছিলোঁ। কোনেও বিশ্বাস নকৰিব—তিনি দিনৰ ভিতৰত সেইখন লেখিছিলোঁ বুলি ক'লে। মোৰ এম. এ পৰীক্ষালৈ তেতিয়া মাত্ৰ আৰু এমাহ আছে। এদিন আবেলি নজনত ৭৯, হেৰিচন ৰোডৰ শ্ৰীভূমি পাবলিছিং কোম্পানীৰ অফিচলৈ গলোঁ। সেইদিনা অৰুণ বাবুৱে ভাল খবৰ এটা দিলে। তেতিয়ালৈকে সেই অফিচটো পাচ-পিনলৈহে আছিল। সমুখৰ পিনে অন্য এটা প্ৰকাশন-প্ৰতিষ্ঠান আছিল। সেই

প্ৰতিষ্ঠানটোৱে আৰু জুলে ভাৰ্ণৰ কিতাপবোৰৰ বাংলা অনুবাদ চাবিখন প্ৰকাশ কৰিছিল। সেই প্ৰতিষ্ঠানটো হেনো উঠি যাবগৈ। শ্ৰীভূমি পাবলিছিঙে সেই কোঠা কেইটাও লোৱাৰ কথা হৈছে। ইতিমধ্যে, অৰুণ বাবুৰ বিয়া হৈ গৈছে। মই এদিন অতিথিৰূপে 'বৌ-ভাত'লৈ গৈ আহিছোঁ। মই অৰুণ বাবুৰ ব্যৱসায় বাঢ়ি যাব বুলি বৰ আনন্দিত হ'লোঁ। মই অৰুণ বাবুক ক'লোঁ, "আপোনাৰ লক্ষ্মীৰ ভাগ্যতেই এই সমৃদ্ধি। তেখেতৰ ভাগ্যত আৰু বিস্তাৰিত হ'ব এই শ্ৰীভূমি পাবলিছিং।" তেখেতে তেতিয়া ক'লে, "ইয়াৰ পাচত আপুনি আৰু কি দিব, ভাবি ৰাখিব। আপাততঃ মই 'ধীমতীৰ অৰ্থনীতি' নামৰ বাংলা কিতাপখন লৈ ব্যস্ত আছোঁ। এইবাৰ সককৈ লেখি দিব। অলপতে মই 'টয়লার্ছ অব্ দ্য ছী'খনৰ বাংলা অনুবাদ এটা এজনক লেখিবলৈ দিছোঁ।" আচৰিত কথা, ময়ো সেইখনেই অসমীয়ালৈ ভাঙি উলিয়াম বুলি খৰচি মাৰি পঢ়ি থৈছিলোঁ। হাৰ্ডিঞ্জলৈ উভতি আহিয়েই গধূলিৰ পৰা সেইখন আগত লৈ বেলগ এটা সাঁচত থৈ চমুকৈ ভাঙি উলিয়াবলৈ লাগি গ'লোঁ। মোৰ কাষৰ কোঠাৰ ল'ৰাজনে বহুত ৰাতিলৈকে পঢ়িছিল। তেওঁ যদি জাগৰে থাকিব পাৰে, ময়েই বা কিয় নোৱাৰিম! তিনিটা ৰাতি—বৰং অলপ কম—এৰে লেথাৰিয়ে লেখি সেইখন শেষ কৰি পেলালোঁ। এতিয়া উভতি চাই ভাবোঁ, কেনেকৈ সম্ভৱ হৈছিল সি! অৰুণ পুৰকায়স্থ ডাঙৰীয়াক দি থৈ আহিলোঁগৈ। মনে মনে তেখেতে নিশ্চয় ভাবিছিল, এওঁৰ পৰীক্ষাটো 'ড্ৰপ' কৰি বোধকৰোঁ আৰু এবছৰ কলিকতাতে কটোৱাৰ মন! কিন্তু, সেইবোৰ ধেমালি কৰিবলৈ মোৰ তেতিয়া সময় নাছিল।

কলিকতাত থকা সেই সময়ছোৱাৰ প্ৰথম বছৰটো মই নিজকে বহু কামতেই ব্যস্ত ৰাখিছিলোঁ। এদিন আমাৰ হোষ্টেলতে এজন বৰ বঙিয়াল মনৰ ফৰকাল অন্তৰৰ মানুহক লগ পাই গ'লোঁ। মানুহজনক কলিকতা-প্ৰবাসী আটাইবোৰ অসমীয়াই অসমৰ বেচৰকাৰী হাই কমিছনাৰ আখ্যা দিছিল। সকলোৰে বিপদৰ বন্ধু এই মানুহজনৰ নাম যোগেশ্বৰ হাজৰিকা। কিন্তু, আচল নামেৰে তেখেতক যিমান মানুহে চিনি পাইছিল, তাতকৈ বহুত বেচি মানুহে চিনি পাইছিল তেখেতৰ সংক্ষিপ্ত নাম 'জোহাজ'টোৰে। নাম সংক্ষিপ্ত কৰাৰ এইটো

মাৰ্কিন পদ্ধতি। বৃটিছ পদ্ধতিটো হ'ল abbreviation-ৰ—প্ৰত্যেকটো শব্দৰ আদি আখৰটো দি মাত্ৰত একোটাকৈ 'ফুলষ্টপ' দি চমুকৈ লিখাৰ পদ্ধতি। মাৰ্কিন পদ্ধতিটো হ'ল acronym-ৰ—প্ৰত্যেকটো শব্দৰ একো অংশ লৈ চমুকৈ এটা শব্দৰ দৰে সাজি উচ্চাৰণ কৰাৰ পদ্ধতি। সেই কাৰণেই, মানুহজন জোহাজ (JOHAZ)। দুদিনমানৰ ভিতৰতে তেখেত মোৰ কাৰণে ৰূপান্তৰিত হৈ পৰিছিল জোহাজ মামালৈ। আৰু, পিছনে মোক মাতিবলৈ ল'লে 'ভাগিন' বুলি ; কিন্তু সম্বোধনটো হৈয়েই গ'ল 'আপুনি' হৈ। এবাৰ মই আৰু মহেশ ভূঞা পূজাৰ বন্ধতো ঘৰলৈ অহা নাছিলোঁ। এদিন হঠাৎ আমাৰ দুয়োকো বাটত লগ পাই সুধিলে, "ভাগিন, ঘৰলৈ যোৱা নাই ? কিয় যোৱা নাই ?" মই উত্তৰ দিলোঁ, "যোৱা নাই। কাৰণ, পইচা নাই।" জোহাজ মামাই ক'লে, "কাইলৈ এয়াৰ অফিছলৈ গৈ মেনেজিং ডিৰেক্টৰ বায়ক লগ ধৰিবলৈ। চিধা দুই মহলালৈ উঠি যাব। মোৰ কথা ক'ব। আপোনালোক দুয়োকো দুখন বিনামূলীয়া ৰিটাৰ্ণ-টিকেট দি দিব।" পাচদিনা পি-৩৪, মিছন ৰো' এক্সটেন্সনৰ এয়াৰ অফিছলৈ গ'লোঁ। দুয়োৰো খুব হাঁহি উঠিছিল, আমাৰ বুৰ্বকামিৰ পৰিচয় দিবলৈ গৈছোঁ বুলি। আচৰিত কথা, মেনেজিং ডিৰেক্টৰক লগ ধৰি কোৱাৰ লগে লগে আমাক তলৰ মহলাৰ কাউণ্টাৰৰ পৰা টিকেট দুটা সংগ্ৰহ কৰি ল'বলৈ ক'লে। আহিবৰ দিনা প্লে'নত উঠালৈকে ভূঞা আৰু মই বিশ্বাসেই কৰিব পৰা নাছিলোঁ, টিকেট দুটা সঁচাকৈ কামত আহিবনে নাহে। সেইবাৰ অহা-যোৱা কৰা সেই আকাশ-যাত্ৰা দুটাই মোৰ জীৱনৰ একমাত্ৰ বিনামূলীয়া আকাশী-জাহাজৰ ভ্ৰমণ।

আজি প্ৰায় ৪০ বছৰতকৈয়ো বেছি কাল এই মানুহজন কলিকতাতে আছে। এতিয়া এচপ্লেনেড্ ইষ্টৰ পাঁচ মহলীয়া ঘৰ এটাৰ আটাইতকৈ ওপৰৰ মহলাটোতে আছে, পৰম সুখেৰে। আচল ঘৰ মঙলদৈত। যি কি নহওক, সেই সময়ত এই মানুহজনৰ উদ্যোগতে এবাৰ 'বোটানিকেল গাৰ্ডেন'ত অসমীয়া পৰিয়ালবোৰৰ সৈতে অসমীয়া ছাত্ৰ-ছাত্ৰী গোটেইবোৰেই ১৯৫২ চনৰ এপ্ৰিল মাহত বিহু উৎসৱটো পালন কৰিছিল। তাৰ পাচতে, যোগেশ্বৰ হাজৰিকাৰ উদ্যোগতে তাহানিৰ 'এ. এছ. এল. ক্লাব'টো আকৌ জীয়াই তোলা হৈছিল। মোৰ বিমান দূৰ-প্ৰনত পৰে, উমেশ বৰুৱাদেৱেই কথাবাৰ উলিয়াইছিল

বোলে, নামটো সলাব লাগে।' কাৰণ, 'এ. এছ. এল. ক্লাব' ছাত্ৰ-ছাত্ৰীৰহে অনুষ্ঠান। কথাবাৰ লৈ বহুত গুণা-গঁথা চলিল। তাৰ মাজতে মই মাত লগালোঁ—"কোনো প্ৰয়োজন নাই নেকি নামটো সলনি কৰাৰ! আমি যদি 'এ. এছ এল. ক্লাব' শব্দটোৰ অৰ্থ 'আছামীজ ষ্টুডেন্টছ লিটাৰেৰী ক্লাব' বুলি নেভাৱি 'আছামীজ চোচিয়'-লিটাৰেৰী ক্লাব' বুলি ভঙাৰ ব্যৱস্থা এটা কৰোঁ, তেনেহ'লেই দেখোন সমস্যাটোৰ এটা সুন্দৰ সমাধান হৈ যায়।" কথাবাৰ সকলোৰে মনঃপূত হ'ল। লগে লগে মোৰ ওপৰত দায়িত্ব এটা পৰিলহি—ক্লাবৰ এখন সংবিধান ৰচনা কৰি দিব লাগে। কৰি দিলোঁ। তাৰ পাচত, আমাৰ সাধাৰণতে যিটো হয়, সেইটোৱেই হ'ল। মানে, নিৰ্বাচন-পৰ্বৰ ব্যৱস্থা কৰা হ'ল। মোৰ যিমান দূৰ মনত পৰে, উমেশ বৰুৱাক পতা হ'ল সভাপতি আৰু যোগেশ্বৰ হাজৰিকাক প্ৰধান সম্পাদক। মাণিক খাউণ্ড আৰু মোক পাতিলে সহকাৰী সম্পাদক। সেইটো বছৰ এ. এছ এল. ক্লাব ভালকৈয়েই বাচি আছিল। তাৰ পাচত আকৌ মৰিল।

কলিকতাত থাকোঁতে মোৰ তিনিবাৰ তিনিগৰাকী মানুহৰ মৃত্যু-দৃশ্যৰ লগত পৰিচয় ঘটিছিল। তাৰে এটা পৰিচয় মুখামুখি, অন্য এটা সক্ৰিয়, আৰু শেষৰটো দূৰণিবটীয়া। মোৰ সহপাঠী-বন্ধু গুণাভি চৌধাৰীৰ দেউতাক উমেশ চৌধাৰীৰ পৰলোক-প্ৰাপ্তি ঘটিছিল, আমহাৰ্ষ্ট ষ্ট্ৰীট আৰু হেৰিচন ৰোড দুয়োটাৰে কটাকটি কৰা ঠাই-ডোখৰতে—'হোটেল ৰয়েল'ত। ৰোগশয্যাত মানুহৰ মৃত্যু-যন্ত্ৰণাৰ দৃশ্য সেই ৰাতিয়েই প্ৰথমবাৰৰ কাৰণে দেখিছিলোঁ। আৰু সেই ৰাতিয়েই দেখিছিলোঁ, মৃত্যুক কেনেকৈ কিছুমানে অতি নিৰ্লিপ্ত ধৰণেৰে গ্ৰহণ কৰিব পাৰে! সেই কম্পাউণ্ডাৰ-গৰাকীৰ নিষ্ঠুৰ নিৰ্লিপ্ততাৰ কথা আজি আৰু সুঁৱৰিবৰ মন নাই। মই আৰু গুণাভিৰ অন্তৰংগ বন্ধু হেমন্ত ভট্ট—আমি দুয়ো স্তব্ধ হৈ গৈছিলোঁ, লগত যোৱা কম্পাউণ্ডাৰজনে হাঁহি হাঁহি উচ্চাৰণ কৰা বাক্যটো শুনি। শ্লীলতাৰ সীমা চেৰাই যোৱা সেই কথাবাৰ নোসোঁৱৰো। দ্বিতীয়টো মৃত্যু কলিকতাৰ জনপ্ৰিয় প্ৰবাসী-অসমীয়া কমল গগৈদেৱৰ। মোৰ মনত আছে, সেইবাৰেই প্ৰথম নিমতলা শ্মশানঘাট দেখা পাইছিলোঁ, আৰু দেখা পাইছিলোঁ, বৈদ্যুতিক চিমনিৰ চিতাত মৃতদেহৰ শেষ সংকাৰ।

প্ৰথমতে আমি চাৰি দেৱালৰ বাহিৰত আত্মাৰ শান্তি পৰিবৰ কাৰণে ৰৈ আছিলোঁ। সেইদিনা বোলে বেছি ভীৰ নাছিল। আগৰজনৰ চিতাতো তেতিয়াও জ্বলি শেষ হোৱা নাছিল। গতিকে, আমি লৈ যোৱা মৃতদেহটো চিতাত তুলিবলৈ দুই-চাৰি মিনিটমান ল'ব লাগিব— বাৰে বাৰে আমাক আশ্বাস দিছিল শ্মশান কৰ্তৃপক্ষৰ বিষয়াসকলে। মোৰ মুঠেই ভাল লগা নাছিল সেই দৃশ্যটো। গোটেই কাৰবাৰটোৱেই যেন অতি যান্ত্ৰিক, যেন অতি নিৰ্লিপ্ত। মৃত্যুৰ পাচতো যে কলিকতাই সকলোকে টিকেট কাটিবৰ কাৰণে 'কিউ'ত থিয় হোৱা যাত্ৰীৰ দৰে আচৰণ কৰিবলৈ বাধ্য কৰে—সেয়া মোৰ জীৱনৰ এক অভিজ্ঞতা। ওচৰতে লক্ষ্য কৰিছিলোঁ, কবিগুৰু ৰবীন্দ্ৰনাথৰ দেহৰক্ষাৰ এটা সামান্য চিহ্ন প্ৰতীক—এটা নাতিউচ্চ স্মৃতিস্তম্ভ! দুয়োটা দৃশ্য একেলগে মিলাই লৈ সিদ্ধান্ত কৰিছিলোঁ, নগৰ-সভ্যতাই যি কোনো মৃতককেই অত্যন্ত নিষ্ঠুৰ ব্যৱহাৰ কৰে। তুলনাত, আমাৰ গাঁও-ভূঁইবিলাকত যাৰেই কি নহওক মৃতদেহক অত্যন্ত শ্ৰদ্ধাৰ চকুৰে চায়। পাচত, প্ৰায় ত্ৰিশবছৰৰ পাচত, ধাৰণাটো সলাইছিলোঁ। স্কটলেণ্ডত দেখিছিলোঁ, এটা অতি প্ৰভুভক্ত কুকুৰৰ সমাধিস্থল। কি অতুলনীয় শ্ৰদ্ধাৰে তাক সমাধিস্থ কৰি ৰখা হৈছে! তাৰ কথা পাচত ক'ম।

তৃতীয়টো মৃত্যু, যাৰ লগত মোৰ পৰিচয়টো দূৰণিবটীয়া। সেই মৃত্যুটোৰ কথা। কেন্দ্ৰীয় চৰকাৰৰ বাণিজ্যিক মন্ত্ৰী সুৰেন বুঢ়াগোঁহাই কলিকতালৈ আহি হঠাৎ অসুস্থ হৈ পৰে। লগে লগে তেখেতক হস্পিটেললৈ স্থানান্তৰিত কৰা হৈছিল। ৰাতি দহ-এঘাৰমান বজাত জোহাজ মামাই আমাক হোষ্টেলত খবৰ দিলেহি, এপেণ্ডিচাইটিছৰ অস্ত্ৰোপচাৰ কৰাৰ পাচত বুঢ়াগোঁহাইদেৱে বোলে আৰু সাৰেই নেপালে। যিমান দূৰ মনত পৰে, সেইটো লেণ্ডছডাউন ৰোডৰ ফাললৈ থকা পি. জি. মেডিকেল হস্পিটেলটো। ভিতৰত বুঢ়াগোঁহাইৰ মৃতদেহটো এটা কফিনৰ বাকচত ভৰাই বিশেষ বিমানযোগে অসমলৈ পঠাই দিয়াৰ ব্যৱস্থা চলি আছিল। এগৰাকী নাৰ্চে আমাক তেখেতৰ আপোন মানুহ বুলি অলপ গোপনকৈ কৈছিলহি, "ওঁ-হো কথাটো আপোনালোকে মানি নল'ব। তেখেতক 'এনাস্থেচিয়া' দিওঁতেই তেখেতৰ লোকান্তৰ ঘটিছে। সুস্থ 'এপেণ্ডিক্স' এটা কাটি আচল

কথাটো থাকিছে। মই আপোনালোকক 'এলেখিয়াটো দেখুৱাওঁ'। মই এটা বটলত ভৰাই থৈ দিছোঁ। ব'ব, মই লৈ আনিছোঁগৈ।" এইবুলি কৈ নাৰ্চগৰাকীয়ে সঁচাসঁচিকৈয়ে বটলটো আনি আমাক দেখুৱালেহি। আৰু যথেষ্ট খঙেৰে সৈতে ক'লে, "যতবোৰ টকাৰ খঁকুৱা! মৰা মানুহৰ পেট কাটি তাকেই চিলাই কৰি কেনেকৈ দেখুৱায়!" মই সেই মহিলাগৰাকীক স্বৰ্গীয় বুঢ়াগোঁহাইৰ একান্ত সচিবজনক কথাখিনি জনাবলৈ কৈছিলোঁ। সেই ৰাতি চৰকাৰী বিষয়াবৰ্গৰ ঘিটংঘিটনিত মই নিজে কিবা এটা কৰিবলৈ, অথবা কাৰোবাক ক'বলৈ সাহসেই নকৰিলোঁ। শেষ ৰাতি দমদমত সেই শৱদেহটো বিশেষ বিমানখনত তুলি দিবৰ সময়ত সামৰিক বাহিনীৰ এটা সৰু দলে বন্দুকবোৰ গুভোতাই লৈ কফিনটোৰ প্ৰতি শেষ অভিবাদন জনালে। তাৰ পাচত, বিউগুলৰ করুণ সুৰটোৱে সেই ৰহস্যময় মৃত্যুটোক তল পেলাই যেন আকাশ ফালি এষাৰ কথাই ক'লে—"পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ নাতি সুৰেন বুঢ়াগোঁহাইক স্বাধীন ভাৰতে ইয়াতকৈ আৰু কি বেচি সন্মান যাচিব পাৰে!"

কলিকতাত থাকি থাকি মোৰ কলিকতা সম্পৰ্কে এটা সম্যক ধাৰণা উপজিছিল, কলিকতাই তিনিটা কাম বঢ়িয়াকৈ জানে। কলিকতাই মচিব জানে, ভাঙিব জানে আৰু সাজিব জানে। কলিকতাই মচি পেলালে, চিন-মোকাম নৰখাকৈ মচি পেলালে, প্ৰাক্-স্বাধীনতা যুগৰ সাম্প্ৰদায়িক সংঘৰ্ষ-জৰ্জৰিত দিনবোৰৰ সকলোবোৰ দুষ্ট সোঁৱৰণী। ক'তো তাৰ সামান্যতম চিন নাই। মহৰমৰ সময়ত হাৰ্ডিঞ্জৰ বাৰাণ্ডাত বহি উপভোগ কৰিছিলোঁ, কলুটোলা-মিৰ্জাপুৰ ষ্ট্ৰীটেদি পাৰ হৈ যোৱা এমাইল-জোৰ মাইলৰিয়ৰপা বিৰাট শোভাযাত্ৰা। দেখিছিলোঁ; মানুহে পিন্ধি লোৱা ঘোঁৰাৰ সাজ আৰু ভিঙিত ঘোঁৰাৰ লেথীয়াকৈ জুমুকাৰ গলপটি লৈ ঢপলিয়াই ফুৰা এজিদৰ অজস্ৰ সৈন্য, আৰু সমুখত ঢুলঢুল ঘোঁৰাটো লৈ গৈ থকা হাচান-হোচেনৰ সৈন্যবাহিনীৰ শোকযাত্ৰা। মোৰ মনত পৰিছিল, মীৰ মোশাৰফ হুছেইনৰ 'বিষাদ-সিন্ধু'খনৰ মৰ্মস্পৰ্শী বৰ্ণনাবোৰ। প্ৰসংক্ৰমে কৈ থওঁ, এই কিতাপখনৰ সন্ধান পাইছিলোঁ মোৰ মা'ৰ পৰা—সেই কোন তাহানিখনেই। বাওক সেই কথা। বেচি দিন

কো হোৱা নাছিল, আমাৰ ওচৰতে থকা কলেজ পাৰ্ক আৰু মিৰ্জাপুৰ ষ্ট্ৰীট উপচি পৰিছিল, মৃতদেহৰ স্তূপেৰে। মোক মোৰ বন্ধু এজনে সেই তেতিয়াৰ কেইখনমান পোহৰ-ছবি দিছিল। সেই ছবিবোৰ চাই শিয়ঁৰি উঠিছিলোঁ। মই প্ৰায়েই মোৰ বন্ধু ঠাকুৰাম দাস থকা ১, বাজাবাজাৰ ষ্ট্ৰীটৰ পি. জি. হোষ্টেলটোলৈ গৈছিলোঁ। সেই গা খোজা ঘৰ দুটা দেখিছিলোঁ, য'ত কবি অমূল্য বৰুৱা আৰু আনন্দ ফুকন নিহত হৈছিল। নাই—কলিকতাই সেই সকলোবোৰ ব্যথাভৰা স্মৃতি মচি পেলালে। কলিকতাই সদায় নতুনৰ কোলাত শুই চকুৰ পাপৰি মেলিব জানে।

কলিকতাই জাগিবও জানে। মোৰ চকুৰ আগতে দেখিছিলোঁ, প্ৰায় দুমাহ ধৰি চলা 'এক পইচাৰ যুদ্ধ'। তেতিয়ালৈকে পৃথিৱীৰ ভিতৰত আটাইতকৈ সস্তীয়া পৰিবহণ ব্যৱস্থা আছিল কলিকতাতেই। ১ম শ্ৰেণীত শ্যামবাজাৰৰ পৰা চৌৰংগীলৈকে ভাৰা আছিল মাথোন পাঁচ পইচা। বহুত সময়ত মই মোৰ কোনোবা এজন বন্ধুক লৈ ভাত খাই উঠি হাতত মাথোন পাঁচ অনা পইচা ভৰ ঘণ্টাত গোটেই কলিকতা ঘূৰি আহিছিলোঁ। সেই ট্ৰামৰ ভাৰা বাঢ়িছিল মাথোন এক পইচা। তাৰ বিৰুদ্ধে গোটেই কলিকতাই গুজৰি উঠিল। কোনো কথা নাই, বাটে বাটে ট্ৰামবোৰ জ্বলাই দিয়া হ'ল। মোৰ বিটো হিচাপ মনত আছে, তেনেকৈ মুঠ ৪৬খন ট্ৰাম পুৰি ভস্মীভূত কৰিলে। সান্ধ্য আইন বলবৎ হ'ল, গুলীবৰ্ষণ চলিল, অনেকেই মৰণ বৰণ কৰিলে—কিন্তু কলিকতাই নতিস্বীকাৰ নকৰিলে। মোৰ মনত আছে, এদিন গধূলি ভুল খবৰ এটা শুনিছিলোঁ—বোলে সান্ধ্য আইন সেইদিনা শিথিল কৰি দিছে। মই আৰু যিমান দূৰ মনত পৰে মোৰ বন্ধু পবিত্ৰ কটকী ওলাই গ'লোঁ। পানীৰ তলত থকা মাছেও জানো খন্তেকৰ কাৰণে নাক তুলিয়ায় উশাহ ল'বৰ কাৰণে! আমি শ্ৰদ্ধানন্দ পাৰ্কৰ ওচৰ পাইছিলোঁগৈ। এনেতে দেখিলোঁ, সমুখৰ পিনে অদূৰতে গুলীবৰ্ষণ চলিছে! আমি শিয়ালদহৰ পিনলৈ বাট সলালোঁ। কিছুদূৰ গৈয়েই দেখিলোঁ, আকৌ গুলীবৰ্ষণ। আগে-পাচে দুয়োপিনে গুলীচালনাৰ উমান পাই গলিত সোমালোঁগৈ—বৈঠকখানা ৰোডৰ পাচপিনে ওলালোঁগৈ। তাতো চাৰিওপিনে ধোৱঁাৰ কুণ্ডলী দেখি দৌৰি দৌৰি এটা সক দুমহলীয়া ঘৰ পালোগৈ। আমি ওৱে ৰাতি

সেই ঘৰটোৰ খটখটিতে কটালোঁ। অৱশেষত, এদিন ট্ৰাম কোম্পানীয়ে কলিকতাৰ দাবী মানি লৈছিল।

আৰু সাজিব জনাৰ কথাবাৰ। আজি যে পশ্চিম বংগৰ বামপন্থী চৰকাৰটোৱে ৰাজত্ব কৰি আছে! সেইটো এনেয়ে কোনোবাদিনা হঠাৎ মাটি ফুটি ওলোৱা নাছিল। সেইটো প্ৰতিষ্ঠা কৰিবৰ কাৰণে কলিকতাৰ ৰাজপথত বহুতে বহুতে তেজ ঢালি তাৰ বিনিময়তহে সেইটো গঢ়ি তুলিছে। আজি যদি ডেলহাউচি স্কোৱাৰত দুজন মানুহ গুলীত নিহত হৈছে, কাইলৈ তেনেহ'লে হেজাৰ হেজাৰ মানুহৰ সমাৱেশ ঘটিব আৰু দহজনৰ প্ৰাণ দিবলৈ। এইদৰেই—এইদৰেই পশ্চিম বংগত গঢ় লৈ উঠিল বামপন্থী চৰকাৰ। ভাল কিবা কৰিব পাৰিছে, অথবা একোৱেই কৰিব পৰা নাই—সেইবোৰ কথা হয়তো তৰ্কসাপেক্ষ। কিন্তু, এষাৰ কথা মানি ল'ব লাগিব, তাৰ সমস্ত শক্তিৰ উৎস মাথোন মূল্যবোধৰ প্ৰতি মানুহৰ আস্থা। সেই আস্থা একান্তভাৱেই নতুনৰ প্ৰতি আগ্ৰহ নিৰ্ভৰ।

কলিকতাই 'এক পইচাৰ যুদ্ধ' যেনেকৈ কৰে, 'এক পইচাৰ হোটেল'ও তেনেকৈ দিয়ে। আমি পঢ়ি থকা সময়ত আমহাৰ্ষ্ট ষ্ট্ৰীটটোৱে হেৰিচন ৰোডটো পাৰ হৈ অহা ঠাইখিনিতে 'লোটাচ্ হোটেল' নামৰ এটা হোটেল আছিল। তাত কোনো ৰান্ধনি ঘৰ নাছিল। চাৰি অনা দিলেই পোৱা গৈছিল, এমুঠি ভাত আৰু ১৫বিধ ব্যঞ্জনৰ অকণ অকণ একোটা বাটি। দুটুকুৰা মাংস, এচকল মাছ, আধাডোখৰ কণী, অলপ লাওৰ, লাব্ৰা, দুটুকুৰা পটল ভজা, অকণমান অম্বল ইত্যাদি—এক পইচাত প্ৰত্যেকৰে অকণমান জুতি। মই এদিন সুধি পেলাইছিলোঁ, কেনেকৈ সম্ভৱ হয় সেয়া! উত্তৰ শুনি প্ৰশংসা নকৰি নোৱাৰিলোঁ কলিকতীয়া বুদ্ধিৰ। ক'লে, "কলিকতাত বাৰু কিমান হোটেল আছে? কোনোবা হোটেলত কোনোবাই শেষ মুহূৰ্তত সোমায়ো জানো ভাতসাজ নোখোৱাকৈ উভতি অহা দেখিছে? তাৰ মানে প্ৰত্যেক দিনেই প্ৰত্যেক হোটেলতে ভাল ঠাকুৰ ভাল বাবুৰ্চীয়ে ৰন্ধা বহুত বস্তু পেলনীয়া যোৱাৰ সম্ভাৱনা। সেইখিনিকে আমাৰ গাড়ী এখনে দুপৰীয়াৰ পাচতে নামমাত্ৰ মূল্যৰ মাহিলি বন্দোবস্ত মতে লৈ আহেগৈ। আমি কেৱল প্ৰয়োজন হ'লে দুখন-এখন আজ্ঞা অলপ তপতাই দিওঁ।

ছুপনীয়া এক বজাৰ পাচত আৰু বাতি দহ বজাৰ পাচত আহিব। ফুৰ্তি লগাই থুৱাম।”

এদিন মই আৰু মোৰ বন্ধু বসন্ত বৰুৱা গৈছিলোঁ, চাকুৰিয়া লে’কৰ পাৰত ফুৰিবলৈ। ৰ’দে ৰ’দে ফুৰি ফুৰি আমনি লাগিলত চাহ খাবলৈ সোমাইছিলোঁ, ‘এভাৰেষ্ট্ কেবিন’ত। কথা আছিল, চাহ আৰু চপ্ খাম। শেষত ময়েই ক’লোঁ, “অলপ পাচতে দেখোন ভাতেই খামগৈ। তাতে আজি দেওবাৰ।” ছুপিয়লা চাহ লৈ খালোঁ। বিল আনিলত দেখিলোঁ, সেই দিনত আঢ়ৈ টকাৰ বিল। বয়টোৱে আমাক সন্ধান দিলে, যাতে ফাণ্ট্ মানুহবোৰ আহি এনেয়ে ঘণ্টাৰ পাচত ঘণ্টা আড্ডা মাৰি নেথাকেহি—সেইবাবেই সেই ব্যৱস্থা! দুয়োৰো জেপ উদং কৰি হোষ্টেললৈ খোজ ল’লোঁ। সাত মাইল বাট ৰ’দে-ৰ’দে খোজকাঢ়ি পোৱা বেঙেনা ছুটা যেন হৈ চৌৰংগী পালোঁহি। তাৰ পাচতো আছিল, হোষ্টেললৈ আৰু দুমাইলৰ বাট। হঠাৎ মেট্ৰো চিনেমাৰ সমুখত পৰমেশ্বৰ বৰুৱাক দেখি সান্ত্বনা লভিলোঁ। ক’লোঁ, “দহ পইচা দিয়ক। আমি ট্ৰামত যাওঁগৈ। কি হ’ল কি কথা, বাতিলৈ ক’ম।” বৰুৱাই আমাক দহ পইচা উলিয়াই দিলে। মনে মনে ভাবি থ’লে, আমাক চাগৈ জেপকটা চোৰে পালে!

জেপকটা চোৰে আমাক পোৱা নাছিল। এবাৰ পৰমেশ্বৰ বৰুৱাকহে পাইছিল। সেইটোও বটিয়া হাঁহি উঠা কথা! এদিন বোৱাৰী-পুৱাতে হাৰ্ডিঞ্জৰ সমুখত এখন টেক্সি ৰ’লহি। চিল্কৰ পাঞ্জাবী আৰু ‘পাম্প-শ্যু’ পিন্ধা মানুহ এজন তাৰ পৰা নামি আহি নাম-ফলিবোৰৰ ওপৰত চকু ফুৰায়েই দাৰোৱানক সুধিলে—কোনোবা এজনৰ নামটো কৈ—তেওঁ কোন মহলাৰ কোনটো কোঠাত থাকে! দাৰোৱান সঠিক উত্তৰটো দি ওপৰলৈ পঠিয়াই দিলে। অৱশেষত, তেওঁ চাৰি মহলা পালেহি। পৰমেশ্বৰ বৰুৱাৰ ৰুমমে’টক সুধিলে, বৰুৱা ক’লৈ গ’ল। সিজনৰ নাম আছিল, পূৰ্ণেন্দু সৰকাৰ। তেওঁ আলহীজনক তাতে বহুৱাই মুখ ধুই আহিবলৈ যোৱা বৰুৱাক বিচাৰি ওলাই গ’ল। খবৰটো দিয়েই উভতি আহি পূৰ্ণেন্দু সৰকাৰ দেখিলে, আলহীজনে দেৱাল-হাঁকোটাত ওলমি থকা বৰুৱাৰ চোলা এটাৰ জেপটো খেপিয়াই চাইছে। এনেতে বৰুৱা সোমাই আহিল, আৰু কথা এৰাৰো নোকোৱাকৈ আলহীজন ওলাই যাব খুজিলে। পূৰ্ণেন্দু

সবকাৰে তেওঁৰ বাট আগচি ধৰিলে, "ঘ'ৰ, ক'লৈ যায়? পৰমেশ্বৰ বৰুৱাক হবলা পৰমেশ্বৰ বৰুৱাৰ পকেটত বিচাৰিছিল?" আলহী পলাৰ খোজেঁতেই তেওঁক কেইবাজনেও আটক কৰি পেলালে। দাৰোৱানক ওপৰলৈ মাতি পঠিওৱা হ'ল। দাৰোৱান বুঢ়াই ক'লে, মানুহজনে দেখোন অন্য এটা মহলাৰ অন্য কোনোবা এজনকহে বিচাৰিছিল। আগৰে পৰা কেইবাজনৰো কিবাকিবি হেৰাইছিল—কাৰোবাৰ ঘড়ী, কাৰোবাৰ ফাউণ্টেন পে'ন, আৰু কাৰোবাৰ টকাৰ বেগ। প্ৰত্যেকেই শোধ ল'বলৈ আৰম্ভ কৰি দিলে। মাজতে দাৰোৱানে তেওঁৰ চোলাটো খুজি ল'লে—নহ'লে ফাটিব! এনেতে কোনোবা এজনে দেখিলে, হোষ্টেলৰ নাপিতটো ওলাইছেহি। তেওঁ ক'লে, "বঢ়িয়া সময়ত আহি ওলাইছাঁহি। ইয়াৰ সোঁফালৰ চুলিকোছা, বাওঁফালৰ চেলাউৰিটো আৰু সোঁফালৰ গোঁফকোছা ধুনীয়াকৈ ক্ষুৰাই দিয়াঁ।" ইতিমধ্যে, আলহীৰ মূৰত খৰমৰ মাৰ পৰি মূৰটো গোটেই মেটুৰা-মেটুৰি হৈছিল। নাপিতে ক্ষুৰখন উলিয়াবলৈ লওঁতেই সি মুচ্‌কচ্‌ গ'ল। কোনোবা এজনে তাক চাহ আৰু ওমলেট্‌ খুৱাই সুস্থ কৰিলে। তাৰ পাচত, আকৌ মুচ্‌কচ্‌ গ'ল। দ্বিতীয়বাৰ চাহপিয়লা হাতত লৈ সি সৈ কাঢ়িলে, কোনটো কোঠাৰ পৰা কি কি বস্তু সৰকাইছিল। নাপিতে ইতিমধ্যে তাৰ কামটো ফৰমাচ্‌ অনুসৰি কৰি আঁতালে। আমি অসমীয়া ল'ৰাকেইজনে বাকীবোৰক অনুৰোধ কৰিলোঁ, তাক সিমানতে এৰি দিবৰ কাৰণে। এজনে আমাৰ পিনে বৰ অৰ্থপূৰ্ণভাৱে চাই উঠি ক'লে, "বেচ্‌ তো মৰম, আপোনালোকৰ!" আমি তেতিয়াহে ধৰিব পাৰিলোঁ, আমি অসমীয়া ল'ৰাকেইটাইহে চান্দা দিবলৈ পাহৰিছোঁ! সকলোৰে হাঁহি হাঁহি যতীন হাজৰিকাক ক'লে, "আপুনিয়েই দিয়ক আমাৰ সকলোৰে হৈ চান্দাটো।" হাজৰিকাই এনেয়েই খুব তৰ্জন-গৰ্জন কৰি তাৰ গা'ত হাতখনেৰে এবাৰ চুই দিলে। লগে লগে এজন পালোৱান চাই ল'ৰাই তাক গোৰ এটা শোধাই দিলে; সি সৈ তলৰ মহলাত পৰিলগৈ—খটখটিয়েদি বাগৰি বাগৰি। অৱশেষত, সি এক মহলাৰ দুৱাৰমুখ পায়েই চুৰিয়াখন ভালকৈ মাৰি দৌৰ মাৰিলে। সেইদিনাহে সি বুজি পালে, আইন কলেজৰ হোষ্টেলত চলা আইনৰ জঁাই কেনেকুৱা! দাৰোৱানে তাৰ চিন্দৰ চোলাটো মেলি ধৰি ক'লে, "বেচেৰাই এইটো লৈ যাবলৈ

পাহৰিছিলেই!" জেপ-লুকুকাৰ সেই বিষম গতিৰ কথা মই কিন্তু পাহৰিব পৰা নাই। সি যে মুচ্‌কচ্‌ গৈছিল—সেয়া সি ভাওহে জুৰিছিল।

জানি-শুনি কিছুমান মানুহে যে এইদৰে এটা বিপদজনক জীৱিকাৰ বাট এটা বাচি লয়, তাৰ অন্তৰালত আছিল দাৰিদ্ৰ্যৰ প্ৰবল হেঁচা। মোৰ মনত আছে, এটা অতি বীভৎস দৃশ্যৰ কথা। এদিন গধূলি সময়ত চৌৰংগীৰ পৰা চিত্তৰঞ্জন এভিনিউয়েদি আহি আছিলোঁ আমাৰ হোষ্টেলৰ পিনে। হঠাৎ মোৰ সমুখতে ডাষ্টবিনৰ ভিতৰৰ পৰা আবিৰ্ভাৱ হৈছিল এটা অস্থিচৰ্মসাৰ মানুহৰ মূৰ্তি। তাৰ হাতত এখিলা কাগজত কেইটামান ধুলিমাকতি লাগি থকা ভাত—ডাষ্টবিনৰ ভিতৰৰ পৰা সংগ্ৰহ কৰি আনিছে। লাহে লাহে সি বাটৰ কাষৰ হাইড্ৰেণ্টৰ ওচৰলৈ গৈ প্ৰতিটো ভাত বাচি বাচি ধুই ল'লে আৰু তাৰ পাচত পৰম তৃপ্তিৰে সেই ভাতকেইটা খাবলৈ আৰম্ভ কৰিলে। মই আৰু ৰ'ব নোৱাৰিলোঁ। আগবাঢ়ি গৈ সেই মানুহটোক চাৰি অনাৰ সিকি এটা দিলোঁ। এনেতে কাৰোবাৰ ভৰিৰ শব্দ শুনি তাৰ পৰা আঁতৰি পৰিলোঁ। কাৰণ, কলিকতাত কাৰোবাক উপযাচি ভিক্ষা দিবলৈ যোৱাৰো এটা বিপদ আছে। কোনোবাই কেনেবাকৈ দেখা পালেই এষাৰ কথা শুনাই থৈ যাব, "এইজন বোধকৰোঁ কোনোবা গাৱঁৰ পৰা আহিছে! সেয়েহে, ইমানটো দয়াৰ গোট!'

আৰু এদিন একে গধূলি পৰতে দেখিছিলোঁ, আমাৰ হোষ্টেলৰ কাষতে অন্য এটা পাহৰিব নোৱৰা দৃশ্য। হয়তো আমাৰ হোষ্টেলৰে ৰান্ধনিঘৰৰ কোনোবাই ফুটপাথৰ ওপৰত এবাটি ডাইল পেলাই দিছিল। পকাৰ ওপৰত ডাইলখিনি গোটেইখনতে বিয়পি পৰিছিল। এটা ভিক্ষাৰী আৰু এটা কুকুৰ একে সময়তে আহি সেইখিনি পালেহি। দুয়োটাই নিজৰ ভিতৰতে যেন মৌন ভাষাৰে এটা আপোচ কৰি ল'লে। মানুহটোৱে ডাইলখিনিৰ মাজে মাজে আঁক এডাল পাৰি দিলে। তাৰ পাচত, দুয়োটাই আঁকডালৰ দুপাৰে বহি খাবলৈ আৰম্ভ কৰি দিলে। কুকুৰটোৱে আঁকডাল চুই যোৱালৈকে চেলেকি চেলেকি খালে। মানুহটোৱেও আনপিনৰ পৰা সেই আঁকডালৰ সীমালৈকে চুঁচি-মেলি খালে। কোনেও কাকো আমনি কৰা নেদেখিলোঁ।

তাৰ পাচদিনা মই কেইটামান মাটিৰ 'লক্ষ্মীছেঁদা' কিনি আনিলোঁ। বস্তুটো আন একো নহয়—এবিধ মাটিৰ টেকা; সেই টেমাটোৰ ওপৰপিনে এটা পইচা সুমুৱাব পৰা ফাক থাকে আৰু তাত জমা হোৱা পইচাখিনি বস্তুটো নভঙাকৈ উলিয়াব নোৱাৰি। তেনেকুৱা মাটিৰ 'লক্ষ্মীছেঁদা'ত প্ৰত্যেক দিনেই হাতলৈ অহা খুচুৰা পইচাবোৰ থৈ যাবলৈ ধৰিলোঁ। প্ৰত্যেক দেওবাৰে মই সেইটো ভাঙিছিলোঁ। আৰু তাত এটকা-দুটকা জমা হৈছিল, সেয়া মুঠিৰ ভিতৰত লৈ ওলাই গৈছিলোঁ। মই মাত্ৰ যেই সেই এজন ভিক্ষাৰীক সেই গোটেইখিনি পইচা দি গৈছিলোঁ—অন্ততঃ এজনে এসাজ ভাত কিনি খাব পাৰিব! এজনতকৈ বেচি মানুহক ভিক্ষাৰ যোগান ধৰা মোৰ পক্ষে সম্ভৱ নাছিল। প্ৰথম বছৰৰ শেষৰ ফালৰ পৰা উভতি অহাৰ দিনালৈকে প্ৰায় ডেৰ বছৰ মই সেই নিয়মটো ৰক্ষা কৰি চলিছিলোঁ। কথাটো মোৰ কোনো বন্ধুৱেই নেজানিছিল। ভয় কৰিছিলোঁ, জানোচা কোনোবাই কেনেবাকৈ সেই কথাষাৰকেই কৈ দিয়ে, "বেচ তো আপোনাৰ এই গাৱঁলীয়া কাৰবাৰটো!"

মহানাগৰিক কাৰবাৰবোৰত মই অৱশ্যে পাচ পৰি থকা নাছিলোঁ। কলিকতাত থাকোঁতে মই যথেষ্ট সংখ্যক সভা-সমিতি শুনিছিলোঁ গৈ। এবাৰ এখন সাহিত্য সম্পৰ্কীয় সভাত বিশিষ্ট ঔপন্যাসিক মাণিক বন্দোপাধ্যায়ৰ বক্তৃতা শুনিছিলোঁ। বক্তা হিচাপে অৱশ্যে সিজনে মোক বেচি মুগ্ধ কৰিব পৰা নাছিল। তাতকৈ বহু বেচি মুগ্ধ হৈছিলোঁ ড° নীহাৰ ৰঞ্জন ৰায়ৰ এটা বক্তৃতা শুনি। সভাখন হৈছিল 'বিশ্ববিদ্যালয় ইন্সটিট্যুট হল'ত—নববৰ্ষ উৎসৱ উপলক্ষে আহুত। অপূৰ্ব কবিতাময় তেওঁৰ ভাষা। সেই বক্তৃতাটো শুনিয়েই মোৰ ধাৰণা উপজিছিল, বাংলা ভাষাটো সঁচাসঁচিকৈয়ে অতি মিঠা। আৰু দুখন সভাৰ কথা মোৰ মনত আছে। এখন হ'ল, প্ৰেচিডেন্সী কলেজৰ বাকৰিত পতা নিখিল ভাৰত বিজ্ঞান কংগ্ৰেছৰ অধিবেশন। সেই অধিবেশনৰ মুখ্য অতিথি আছিল পণ্ডিত জৱাহৰলাল নেহৰু। তেওঁৰ বক্তৃতাই বহু বিদেশী বৈজ্ঞানিকেই অভিভূত হৈ শুনিছিল। অধ্যাপক হালডেনক দেখিছিলোঁ, মঞ্চৰ ওপৰত আঠুকাঢ়ি নেহৰুৰ ফটো লৈছিল। তেওঁ নেহৰুৰ বক্তৃতা শুনি ইমান বেচি মুগ্ধ হৈছিল

যে, তেওঁ আৰু আইনষ্টাইনলৈ বুলি যাবই খোজা নাছিল। আনখন সভা হৈছিল, যাদৱপুৰ বিশ্ববিদ্যালয়ৰ সমাৱৰ্তন উৎসৱ। মুখ্য অতিথি আছিল ড° ৰাধাকৃষ্ণণ। নকওঁ বুলি কৈয়ো তেওঁ সেইদিনা চোভিয়েট ৰাছিয়াৰ সমাজ-ব্যৱস্থা সম্পৰ্কে কেইবাটাও অতি গুৰুত্বপূৰ্ণ কথা কৈছিল। তেওঁ সাম্যবাদৰ সংজ্ঞাটো দাঙি ধৰিছিল এইদৰে—"Communism is nothing but an integration of German metaphysics, French Politics and English economics." আৰু কৈছিল, "সাম্যবাদো একপ্ৰকাৰ গণতন্ত্ৰই, মাথোন জনসাধাৰণৰ দ্বাৰা কথাবাৰতকৈ জনসাধাৰণৰ কাৰণে বোলা কথাষাৰৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰে। সময়ত দুয়োটা ৰূপেই সংশ্লেষিত হৈ পৰিবগৈ বুলি মই গভীৰভাৱে বিশ্বাস কৰোঁ।" কথাষাৰ যে সিজনাৰ ক্ৰান্তদৰ্শী চিন্তাৰ নিদৰ্শন—সেয়া আজি প্ৰমাণিত হৈছে।

সভা নহয়, অথচ সভাঘৰতেই অনুষ্ঠিত দুখন চিত্ৰ-প্ৰদৰ্শনীলৈ যোৱাৰ কথা আজিও মনত পৰে। প্ৰথম চিত্ৰ প্ৰদৰ্শনীখন অনুষ্ঠিত হৈছিল, 'বিশ্ববিদ্যালয় ইন্সটিট্যুট হল'ত। সেইখন আছিল, আন্তৰ্জাতিক চিত্ৰ প্ৰদৰ্শনী। সেই প্ৰদৰ্শনীত প্ৰদৰ্শিত হৈছিল, পৃথিৱীৰ বিভিন্ন দেশৰ আধুনিক চিত্ৰশিল্পীসকলৰ আধুনিকতম শিল্পকৃতি। মোক আটাইতকৈ মুগ্ধ কৰিছিল জাৰ্মান অভিব্যক্তিবাদী শিল্পীসকলৰ ছবিবোৰে। তাৰ পাচতে যুগোশ্লাভ শিল্পী এজনৰ উত্তৰ প্ৰতীতিবাদী ছবি দুখনমানে। মোৰ মনত পৰে, ঘাইকৈ দুখন ছবিৰ কথা। পল ক্লী'ৰ এখন ছবি দেখিছিলোঁ, ভূতে ধৰা ছোৱালী এজনীৰ ছবি। ছেলভেডোৰ ডেলিৰ এখন ছবি—সাগৰৰ তলত এজন মানুহ আৰামী ছকি এখনত বহি আছে, মূৰৰ ওপৰত মাছে কমাই ফুৰিছে। অকল এই দুখন ছবি চাবৰ কাৰণেই মই সেই প্ৰদৰ্শনীলৈ তিনিদিন গৈছিলোঁ। তেতিয়ালৈকে সেইখন জগত মোৰ বাবে একেবাৰে অপৰিচিত জগত আছিল। সেই প্ৰদৰ্শনীখন দেখি অহাৰ পাচতে আধুনিক চিত্ৰকলা সম্পৰ্কীয় কেইখনমান কিতাপ পঢ়িলোঁ। অত্যন্ত বিনয়েৰে সৈতে ক'ব খোজোঁ, মই এটা বস্তু আৱিষ্কাৰ কৰিলোঁ—কবিতা উপন্যাসৰ যিমান ওচৰ, তাতকৈ বহু বেছি ওচৰ ছবিৰ। কবিৰ সৃষ্টি সংক্ৰান্ত যিবোৰ সমস্যা, সেই আটাইবোৰ একে ধৰণেৰে চিত্ৰশিল্পীৰো সমস্যা। এইবোৰ কথা সময় পালে ক'ৰবাত লেখিম।

আৰু এটা কথা মনত পৰিছে। সেই প্ৰদৰ্শনীখনত দুখন প্ৰকাণ্ড ছবি দেখিছিলোঁ, কোনোবা এজন জাৰ্মান চিত্ৰশিল্পীৰ। এখন দোৰ্থোৰ ৰঙা পটভূমিৰ একাষৰৈ এডাল বগা লম্বৰেখা। তাৰ ওপৰৰ ভাগলৈ দুভালমান চুটি চুটি বগা ৰেখা চাল খাই আছে। মাথোন সিমানেই। মই একো বুজি পোৱা নাছিলোঁ। কিন্তু ওচৰলৈ গ'লেই কিবা এক গভীৰ উষ্ণতা অনুভৱ কৰিছিলোঁ। মনত পেলাব পৰা নাই, সেই ছবিখন কোনে আঁকিছিল। খুব সম্ভৱ ৰে'ন নিকোলচনৰ। কিন্তু, তেওঁ তো জাৰ্মান নহয়।

যাওক সেই কথা। সেই প্ৰদৰ্শনীত দেখুওৱা ভাস্কৰ্য-মূৰ্তিবোৰো আচহুৱা যেন লাগিছিল। কেৱল অনুকৃতিত অভ্যস্ত চকুৱে সেইবোৰ বুজি নেপায়। এটা মূৰ্তিৰ কথা মনত আছে। তাৰ বিভিন্ন অংশবোৰ মিহি আৰু পিছল সূতাৰ শাৰীৰে বান্ধি থোৱা। গোটেই বস্তুটোক অপূৰ্ব ছন্দময় যেন লাগিছিল। সেয়া যেন সকলো মানবীয় অভিজ্ঞতাৰ অতীত এক অজ্ঞেয় কিহবাৰ সৃষ্টিময়তা। এইখিনি অভিজ্ঞতা লৈয়েই মই তাৰ কিছুদিনৰ পাচত হেমন্ত মিশ্ৰৰ চিত্ৰসমূহৰ প্ৰদৰ্শনী চাবলৈ গৈছিলোঁ। মাফলং সম্পৰ্কীয় ছবি কেইখনে মোৰ অন্তৰত দোলা দি গৈছিল। এখন ছবিৰ কথা মোৰ মনত আছে, সেইখনৰ নাম Flames of Autumn—যিখনৰ টেক্‌নিকটো সকলোবোৰ ছবিতকৈ বেলেগ। অন্য এটা কথা মন কৰিছিলোঁ, শিল্পীজনৰ হাতত ৰঙৰ শক্তিয়ে ৰেখাৰ প্ৰকাশক দমন কৰি থয়। হেমন্ত মিশ্ৰ তেতিয়াৰে পৰা মোৰ আটাইতকৈ প্ৰিয় চিত্ৰশিল্পী। তাৰ পাচত, আৰু কেইবাবাৰো হেমন্ত মিশ্ৰক মই লগ পাইছোঁ। এবাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ত সিজনাৰ এখন প্ৰদৰ্শনী উদ্বোধন কৰাৰ ভাৰটো মোৰ ওপৰতে পৰিছিল। সেইবাৰ বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ পুঁজিৰ পৰা মিশ্ৰৰ এখন ছবি আমাৰ বিভাগলৈ কিনি ৰাখিলোঁ। সিখনত সময় জন্ম হোৱাৰ সময়টোকে যেন ধৰি ৰখা হৈছে। ছবিখনৰ নাম Extinguishing Flame ( স্তিমিত শিখা )—সেয়া যেন দেশকালৰ সীমাত বন্দী প্ৰমিথিউচে চুৰি কৰি অনা জুইৰ শিখা স্তিমিত হৈ পৰিছে। মোৰ মনত আছে, কলিকতাত তেখেতৰ প্ৰদৰ্শনী হৈ থাকোঁতে 'ষ্টেট্‌ছমেন' কাকতে এটা সুন্দৰ সমালোচনা প্ৰকাশ কৰিছিল। লেখিছিল, "ভিনচেন্ট ভেন গোঘে আহি ৰঙৰ তুলিৰে অসম্ভৱ

সৌন্দৰ্যক বন্দী কৰি থৈ গ'লহি।" নক'লেও হ'ব, খিলং তেতিয়া অসমতে আছিল।

সেই সময়ছোৱাতে কলিকতাত আন্তৰ্জাতিক বোলছবি মহোৎসৱ উদ্‌যাপিত হৈছিল। সাদিন ধৰি মই ইটো চিনেমা হলৰ পৰা সিটো চিনেমা হললৈ বগাই ফুৰিছিলোঁ। বহুত বিশ্ববিখ্যাত বোলছবি চালোঁ। এইবোৰ ছবি: ভিওৰিঅ' ডি চিকাৰ 'বাইচাইকেল থিভ্‌ছ', আকিৰা কুৰোছাৱাৰ 'ৰছমুন', জঁ ৰণোৱ্যাৰ 'গ্ৰাঁড ইলুছিয়ঁ', চেপলিনৰ 'মচিয়ে ভাঁড়ু' আৰু নাম পাহৰি যোৱা পৰিচালকসকলৰ 'লৰেন্স অৱ আৰেবিয়া'। এখন কছ ছবি 'বাউণ্টিফুল ছামাৰ'। এই ছবিবোৰে মোৰ মনৰ কাৰখানাটো অনেক নতুন যন্ত্ৰ-পাতিৰে চহকী কৰি দিলে।

এই সময়ছোৱাতে মই এখন বৰ তথ্যবহুল কিতাপ পঢ়িবলৈ পাইছিলোঁ। কিতাপখনৰ নামটো আছিল, 'This Modern Poetry'—লেখকজনৰ নাম Babbit Deutsch। এই কিতাপখন পঢ়ি উঠি অনুভৱ কৰিছিলোঁ, আমাৰ ভাষাৰ কবিতা আগবাঢ়িব পৰা নাই। যি দুই-এজনে লেখিবলৈ লৈছে, সেইসকলৰ কবিতাই অনিবাৰ্য কাৰণত পাঠকসকলৰ সঁহাৰি পোৱা নাই। মই লেখি উলিয়ালোঁ, 'ন কবিতাৰ তুলাচনী' নামৰ প্ৰৱন্ধটো। লগে লগে এখন সংকলন প্ৰকাশ কৰাৰ কথা চিন্তা কৰিলোঁ। সেইখন যুগুতাই উলিয়াবৰ কাৰণে প্ৰথম কেঁচামালখিনি সংগ্ৰহ কৰি দিছিল গুৱাহাটীৰ পৰা মোৰ হ'বলগীয়া পৰিবাৰ গীতা আৰু তেওঁৰ বান্ধৱী নিৰুপমা তামুলী (বৰগোঁহাঞি) য়ে। কলিকতাতে সেইখনৰ পাণ্ডুলিপি সম্পূৰ্ণ প্ৰস্তুত কৰিব নোৱাৰিলোঁ। কাৰণ,পৰীক্ষা সমাগত হৈ আহিছিল।

সেই সময়ত এম. এ পৰীক্ষাটো আমাৰ কাৰণে কেৱল বিদ্যা আৰু স্মৃতিৰ পৰীক্ষাই নাছিল, শাৰীৰিক সামৰ্থ্যৰো পৰীক্ষা আছিল। মাজত কেৱল এটা দেওবাৰৰ জিৰণি আছিল। এটা সোমবাৰৰ পৰা আৰম্ভ হৈ পাচৰ সপ্তাহৰ মঙলবাৰে শেষ হয়গৈ। নিতৌ চাৰে দহ বজাৰ পৰা আৰম্ভ হৈ আঢ়ৈ বজাত শেষ হয়। মই পৰীক্ষাৰ হললৈ যাওঁতে মাত্ৰাধিক পৰিমাণে 'ফচ্‌ফোমিন' খাই যাওঁ, ঘূৰি আহিয়েই আধাটা টোপনি অহা ঔষধ খাই গধূলিলৈকে শুই পৰোঁ। সেই কেইদিন মোৰ এজন সহপাঠী-বন্ধু শিৱনাথ চৌবেই মোৰ বহুত

আলপৈচান' ধৰিছিল। তেওঁ' সেইবাৰলৈ 'ড্ৰপ' কৰিছিল; গতিকে মোৰ মাজেদি তেওঁৰেই যেন পৰীক্ষা দিছিল। গধূলি সাৰ পাই উঠিয়েই দেখোঁ, তেওঁ মোৰ কাৰণে গাখীৰৰ বটল এটা লৈ বৈ আছে। সকলোৰে শুভেচ্ছাত মই পৰীক্ষাটো দি শেষ কৰিলোঁ। পৰীক্ষা হলৰ পৰা উভতি আহোঁতেই দাৰোৱানে মোক আগচি ধৰিলে, "পহ্‌লে বতাইয়ে মুঝে ক্যা ইনাম মিলেগা। আপ্‌কা একঠো বহুত আচ্ছা টেলিগ্ৰাম আয়া হৈ।" মই অলপ ঔৎসুক্য অনুভৱ কৰি সুধিলোঁ, পুৰস্কাৰটো কিমান দিব লাগিব? দাৰোৱান-বুঢ়াই উত্তৰ দিলে, "পূৰা দশ্‌ ৰূপয়ে।" মই ক'লোঁ, দিম বাৰু। তেওঁ তেতিয়া টেলিগ্ৰামখন উলিয়াই দিলে। পঢ়িলোঁ, "You are temporarily appointed Lecturer. Stop Please join immediately Principal Kanoi College." মই প্ৰথমতে ভাবিছিলোঁ, কোনোবাই ধেমালি কৰিছে।

আচলতে ধেমালি কৰা নাছিল। ইতিমধ্যে অসমত কেইবাটাও নতুন কলেজ গজি উঠিছে, কেইটামান ভালকৈ ঠন ধৰি উঠিছে। কিন্তু সকলোৰে এটা উমৈহতীয়া সমস্যা। ইংৰাজীৰ অধ্যাপক নিযুক্ত কৰিবলৈ অসমীয়া ল'ৰা নাই। সেইবাৰ আমি মাথোন দুজনেই ইংৰাজীৰ এম এ পৰীক্ষা দিয়া অসমীয়া ল'ৰা—মই আৰু চন্দ্ৰপ্ৰসাদ শইকীয়া। চন্দ্ৰপ্ৰসাদ শইকীয়াৰ নামটো ওলাওঁতেই মোৰ সিজনৰ বিষয়ে অনেক কথাই মনত পৰিল। মনত পৰিল, তাহানি কাৰাগাৰৰ পৰা ওলাই আহিয়েই প্ৰবেশিকা পৰীক্ষা দিয়াৰ কথা। মোতকৈ এবছৰৰ আগ আছিল। শিৱসাগৰত 'বিয়াল্লিছৰ আন্দোলন'ৰ সময়ত পুলিচৰ লাঠি-চালনাত কথমপিহে নকৰাকৈ থাকিল। কাৰাগাৰৰ ভিতৰত তেখেতৰ পঢ়া-শুনা অব্যাহত থাকিল। লোকপ্ৰিয় বৰদলৈয়ে পঢ়াইছিল বুৰঞ্জী, ভূতপূৰ্ব ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদে পঢ়াইছিল ইংৰাজী আৰু অমিয় কুমাৰ দাসে পঢ়াইছিল অসমীয়া। পৰশমণিৰ পৰশত শিলো সোণ হয়। নিজেই যদি সোণ হৈয়েই সেই মণিৰ পৰশ লভে, তেতিয়া কি হয়গৈ—নেজানো। বহু ধুমুহা-বৰষুণ পাৰ হৈ শইকীয়া কলিকতাত মোৰ অন্তৰংগ বন্ধু হৈ পৰিছিল। এদিন এটা বৰ হাঁহি উঠা ঘটনা ঘটিছিল। শইকীয়াই সেইদিনা অতি থমথমীয়াকৈ ইস্ত্ৰি কৰা মুগাৰ পাঞ্জাবী এটা পিন্ধি গৈছিল।

এনেতে মোৰ সহপাঠী বৰ্জিত মোৰ নামৰ ল'ৰা এটাই মোক সুধিলেহি, "শুনচোন, ছাইকীয়া বৰ ধনী মানুহৰ ল'ৰা নেকি?" মই তাক ওভোতাই সুধিলোঁ, "কিয়, হঠাৎ সুধিলি যে! তেওঁ তো বৰ ডাঙৰ জমিদাৰৰ ঘৰৰ ল'ৰা।" সি ক'লে, "তাকেই ক। বাপ্‌ৰে, সেইটো কি কাপোৰৰ চোলা পিন্ধিছে? ভীষণ দামী হ'ব লাগিব।" মোৰো ৰং চাবৰ মন গ'ল। মই তাক ক'লোঁ, "সেইটো তো বোল-গঁন্ডৰ কাপোৰৰ চোলা! তই দেখা নাই?" সি বিশ্বাস-অবিশ্বাসৰ দোমোজাত পৰি কথা পাতি থকাত ব্যস্ত শইকীয়াৰ চোলাটো পিচফালৰ পৰা তুবাৰ পিটিকি চাই উভতি আহিল। মোৰ ফালে চাই উদাস ভংগীৰে ক'লে, "কি যে ভাগ্যবান! আৰু আমি। ভগৱানে আমাক নৰ্দমাটোৰেই পঠাই দিলে জাবৰৰ দ'মৰ লগতে।" মই পাচত শইকীয়াক কৈ থ'লোঁ, "মোক কিন্তু লাজত নেপেলাব দেই।"

মই কলিকতাৰ পৰা শেষবাৰলৈ গুচি অহাৰ কেইদিনমান আগতে এটা বৰ হাঁহি উঠা ঘটনা ঘটিছিল। কলিকতাই ৰাতি মাথোন তিনি ঘণ্টামানহে শোৱে। সেই নিস্তব্ধতা নিৰ্জনতাৰ মাজত কোনোবা এজনৰ মন গ'ল, ৰাতি এপাক চাইকেলত উঠি জুৰ বতাহ খাই আহেগৈ। ইণ্টালী ৰোডৰ ফালে তেওঁ ওলাই গ'ল। মুখেৰে সুহুৰি বজাই হয়তো তেওঁ নিজকে নিজেই কৈছিল, "লোৱাঁ ততালিকে যি পোৱা হাতত, নোপোৱা যিখিনি থাকক বাকী।" ঠিক সেই মুহূৰ্ত্তত ইণ্টালী ৰোডৰ কাষৰ পাঁচ মহলীয়া অট্টালিকা এটাৰ ওপৰ মহলাত বহি কোনোবা এজন ডেকাই জীৱনৰ সমস্ত বিতৃষ্ণাৰ গৰল পান কৰিছিল। হয়তো ভাবিছিল, "To be or not to be." অৱশেষত, সি খিৰিকিৰে জঁাপ মাৰি দিলে তলৰ ৰাজপথলৈ। চাইকেলত উঠি যোৱা মানুহজনৰ কান্ধৰ ওপৰতে সি দুয়োখন ভৰি মেলি থাঁজ খাই পৰিলহি শূন্যৰ পৰা! পুলিচে তাক ততালিকে গ্ৰেপ্তাৰ কৰি লৈ গ'ল দুটা জামিন দিব নোৱৰা গোচৰ তৰি—অনিচ্ছাকৃত অথচ অসতৰ্ক নৰহত্যাৰ সংঘটন আৰু আত্মহননৰ অবৈধ প্ৰচেষ্টাৰ বাবে। আৰু নাচি-বাগি জীয়াই থাকিব খোজাজনক লৈ গ'ল, কোনোবা এটা শৱদেহ-ব্যৱচ্ছেদ কক্ষলৈ।

আৰু মই! মোক মোৰ জীৱনৰ সোঁতে উটুৱাই লৈ গ'ল, নিজৰ ভবিষ্যত নিজে থিৰ হ'বলগীয়া জীৱনৰ ভবাসুঁতিলৈ। ১৯৫৩ চনৰ

১০ ডিচেম্বৰ তাৰিখে উভা মাৰিলোঁ গুৱাহাটীলৈ। সাদিন থাকিলোঁ, গুৱাহাটীত। বহুতকৈ লগ পালোঁ। পুৰণি বন্ধুক আৰু চিঠিৰ বান্ধৱীক। প্ৰস্তুত হৈ ল'লোঁ, জীৱনৰ মুখামুখি হ'বৰ কাৰণে। এটা ভাল খবৰ কলিকতাত থাকোঁতেই পাইছিলোঁ, মোৰ বান্ধৱীয়ে বি. এ. 'পাছ' কৰি উঠি গুৱাহাটীতে ফিলছফিৰ এম. এ. পঢ়িবলৈ লৈছিল।

## ॥ মাজত অৰঙে-দৰঙে ॥

"I heard a thousand blended notes
while in grove I sat reclined,
In that sweet mood when pleasant thoughts
Bring sad thoughts to the mind."

—William Wordsworh

মোৰ ভৰিৰ তলৰ পৰা এটা জীৱন সুলকি পৰিল। মাজত কোনো ফাক নাই। মাথোন এটা বৰছিগা—জঁাপ এটা মাৰিয়েই পাৰ হ'ব পাৰি। ১৯৫৩ চনৰ শেষ দহোটা দিন মা'ৰ মৰম থালোঁগৈ। গাৱঁৰ আপোন মানুহখিনিৰ ঘৰে ঘৰে একোবাৰকৈ ভুমুকিয়াই আহিলোঁগৈ। মোৰ এজন খুৰাদেউ আছিল ওচৰ-সম্পৰ্কীয়—আচল নাম টুপীধৰ বৰা; ঘৰুৱা নাম শালিকী। সেই শালিকী দদাইদেৱে এদিন আৰামী চকীখনত বহি লৈ আগৰখন তামোল শেষ নৌ-হওঁতেই আৰু এখন তামোল চূণে-ধপাতে মুখত সুমুৱাই লৈ মোক ক'লে, "পোনা, তুমি আৰু বেলি নকৰিবা। পাৰিলে কালিলৈকে যোৱাগৈ। তোমাৰ কপালখনেই বেলেগ বুলিছোঁ, ঘৰতে যাচি দিছেহি। খালি এটা কথা কৈ থৈছোঁ, ওপৰৱালাজনৰ আসৈ পালেও তেওঁক কেতিয়াও অমান্য নকৰিবা। আৰু এটা কথা, যাওঁতে নামঘৰত সোমাই সেৱা এটা কৰি যাবা। জানি ৰাখিবা, তেওঁহে আচল ওপৰৱালা। তেওঁতকৈ ডাঙৰ ওপৰৱালা আৰু কোনো নাই।" শালিকী দদাইদেউৰ উপদেশ মই আখৰে-আখৰে পালন কৰিলোঁ। তাৰ তেওঁজদিনাই ডিচেম্বৰৰ ৩১ তাৰিখে ঢুলীয়াপাৰ গাৱঁৰ মূৰত থকা বৰছিগাটো পাৰ হৈ ডিব্ৰুগড় পালোঁগৈ।

বাটত মনত পৰিছিল, কলিকতাৰ সৰু ঘটনা এটা। চৌৰংগীৰ পৰা ট্ৰামত ঘূৰি আহিছিলোঁ। হঠাৎ ডবাপিটা বৰষুণ দিবলৈ ধৰিলে। মই কলেজ ষ্ট্ৰীটত নেনামি গৈয়েই থাকিলোঁ। শ্যামবাজাৰ পালোঁগৈ। তাতো বৰষুণ নকমিল। অৱশেষত, ট্ৰাম গৈ ডিপোত সোমালগৈ। কণ্ডাক্টৰজনে মোকেই অকলশৰীয়া যাত্ৰী দেখি

তেওঁলোকৰ কেন্টিনলৈ লৈ গ'ল। তাতে মোক চাহ এপিয়লা আৰু কে'ক্ এটা যাচি সুধিলে, "মনে হচ্ছে, আপনি এম. এ. ইংৰেজীৰ ছাত্র!" মই অলপ আচৰিত হৈ গ'লোঁ। ভাবিছিলোঁ, মানুহজন প্রায় অনাখৰীয়েই। তেওঁ আকৌ ক'লে, "ভালে আছে নহয় সুবোধ বাবু, কে. বি. ৰায়? এইখন কিজানি এতিয়াও সুবোধ বাবুৱেই পঢ়ায়? আপোনাৰ হাতত থকা 'মেন এণ্ড চুপাৰমেন' খনৰ কথা কৈছোঁ।" কলিকতা বিশ্ববিদ্যালয়ৰ লগত তেওঁৰ সেই গভীৰ অন্তৰংগ পৰিচয়ৰ উমান পাই একেবাৰে অবাক হৈ পৰিছিলোঁ। ভাবিলোঁ—খুব সম্ভৱ, মাজতে পঢ়া এৰি দিলে! তেওঁ মোৰ অনুমানৰ কথা ধৰিব পাৰি ক'লে, "সেইটো নহয়, বুজিছে? আপুনি যিটো ভাবিছে, সেইটো নহয়। মই ২য় শ্রেণী লৈয়েই 'পাছ' কৰিছিলোঁ। কিন্তু চাকৰীৰ বজাৰত আকৌ 'বেক্' বোলা বস্তুটো লাগে নহয়! খাতিৰ-বাতিৰ কত কি! সেইকাৰণে, এইফালেই ওলমি পৰিলোঁ।" সেইদিনা কলিকতা গোটেইখনতে বানপানী হৈছিল। লাজ লাগে ক'বলৈ, সেইদিনা ৰাতিহে উভতি আহিছিলোঁ হাডিঞ্জলৈ—মানুহে টনা ৰিক্সাত উঠি। হাৰ্ডিঞ্জৰ পদূলিমুখ পোৱাৰ পাচত ৰিক্সাৱালাজনে মোক পানীৰ মাজত নামিবলৈ নিদিলে। তেওঁ মোক বোকোচাত লৈ পানী ভাঙি ভিতৰৰ বাৰাণ্ডাত নমাই দিছিলহি। ৰিক্সাৱালাজন অলপ ৰসিকেই আছিল। আজিও মনত আছে, এইবুলি কৈছিল—"অতদূৰ আনিলোঁ, পাৰঘাট পাওঁতে নো নাও বুৰিবলৈ দিওঁ কিয়?" ময়ো ৰসিক ৰিক্সাৱালাক আশাতীত ৰূপে সন্তুষ্ট কৰিয়েই বিদায় দিছিলোঁ। তথাপি, কথাষাৰ সুঁৱৰিলে আজিও লাজ লাগে। যি কি নহওক, ঘটনাটো মনত পৰিছিল, তেতিয়া খুন্দিয়াই যোৱা প্রশ্ন এটাৰ আঁত ধৰি। প্রশ্নটো আছিল, মোৰ কপালখন বাৰু সঁচাকৈয়ে উঠঙা নেকি—শালিকী দদাইদেৱে কোৱাৰ দৰে? সেই নাম সুধিবলৈ পাহৰা ট্রামৰ কণ্ডাক্টৰজনৰ তুলনাত হয়তো বাৰুকৈয়ে উঠঙা! মোৰ নামৰ পাচত এম. এ.-ৰ নেগুৰডাল তেতিয়াও গজি উঠাই নাছিল!

আৰম্ভ হ'ল ১৯৫৪। আৰম্ভ হ'ল, মোৰ জীৱনৰো দ্বিতীয়টো পৰ্ব—অধ্যাপকৰ জীৱন। মোৰ মন-মেজাজৰ লগত সেই জীৱনটো গুণঠি-খান্দৰি হৈ খাপ খাই পৰিল। সঁচাকৈয়ে মই ভাগ্যবান, মোৰ

দুয়ো বিটো চাকৰি নিজেই ধৰা দিলেহি, তাত জীৱনৰ সাধনা আৰু জীৱিকাৰ তাড়না দুয়োটাৰ মাজত কোনো বিৰোধ নাই। কোনো সম্ভাৱনা নাই তাত ছন্দ-পতনৰ। জনা নাছিলোঁ, সেই সহজ সত্যটো। জীৱনৰ আবেলি পৰতহে সেয়া বুজি উঠিছোঁ।

প্ৰথম দিনটোৰ কথা মনত পৰে। মনত নপৰে কেৱল কোনজনক আগতে লগ পাইছিলোঁ—অধ্যক্ষ যোগীৰাজ বসুক নে উপাধ্যক্ষ লক্ষ্মী প্ৰসাদ দত্তক। যি কি নহওক, কলেজত যোগ দিলোঁহি বুলি লিখা কাকতখন মই উপাধ্যক্ষ দত্ত ডাঙৰীয়াকেই দিছিলোঁ, সেয়া মোৰ ফটফটীয়াকৈ মনত পৰে। তেখেতে মোক কৈছিল, "তাৰিখটো ১ জানুৱাৰী বুলিয়েই লিখি দিব। আপুনি জানো কালিয়েই আহি পোৱাহি নাই?" মই উত্তৰ দিছিলোঁ, "পালোঁহি পৰহি আবেলিয়েই। কিন্তু, কালি নতুন বছৰৰ প্ৰথম দিন বুলি স্কুল-কলেজ আৰু অফিচ-বেংক গোটেইবোৰেই বন্ধ আছিল নেকি!" তেখেতে হাঁহিলে আৰু ক'লে, "সেই কাৰণেই কৈছোঁ। ৩১ৰে হৰণ কৰি ৩০ৰে পূৰণ কৰা—এইবোৰৰ মুখামুখি হোৱাৰ কি দৰকাৰ? প্ৰত্যেক বছৰ 'ইনক্ৰিমেণ্ট'ৰ সময়ত সেই গোলমালটো।" ময়ো ভাবিলোঁ, গোলমলীয়া অংকটোৱে যুধিষ্ঠিৰৰ কুকুৰটোৰ দৰে মোৰ পাচ নেৰিব। তাতকৈয়ো ডাঙৰ কথা, মই কামত যোগ দিয়া ২ তাৰিখটো আছিল শনিবাৰ! তেখেতে সেই কথাষাৰ সোঁৱৰাই দি ক'লে, "তাতে আকৌ, আজি শনিবাৰ। শুভকাম শুভ বাৰ এটা সুঁৱৰি আৰম্ভ কৰাই ভাল।" তাৰ পাচত, তেখেতে মোক অধ্যাপকসকলৰ জিৰণি-কোঠালৈ লৈ গ'ল, চা-চিনাকি কৰি দিলে সকলোৰে লগত।

কানৈ কলেজ তেতিয়া লক্ষ্মী আৰু সৰস্বতীৰ মহামিলনৰ মহাতীৰ্থ আছিল বুলিয়েই ক'ব পাৰি। অধ্যক্ষ যোগীৰাজ বসু আছিল বিদগ্ধ পণ্ডিত—সৰস্বতীৰ বৰপুত্ৰ-স্বৰূপ। মই লক্ষ্য কৰিছিলোঁ, মানুহ-গৰাকীৰ ইংৰাজী আৰু সংস্কৃত সাহিত্য, দৰ্শন আৰু ইতিহাসৰ ওপৰত অসামান্য দখল আছিল। সেই অনুক্ৰমে, কানৈ কলেজৰ লাইব্ৰেৰীটো সৰু হ'লেও অতি ঐশ্বৰ্যময় আছিল। উপাধ্যক্ষ লক্ষ্মী প্ৰসাদ দত্ত আছিল লক্ষ্মীৰ স্নেহধন্য। কানৈ কলেজৰ পুঁজিটো চহকী কৰি তুলিবৰ কাৰণে সিজনৰ অহৰহ শ্ৰমৰ বিৰতি নাছিল। শিক্ষকসকলৰ প্ৰতি অসীম শ্ৰদ্ধাৰ ভাব পোষণ কৰিছিল, যাৰ ফলত প্ৰত্যেকৰে

অকুণ্ঠ সহযোগিতা লাভ কৰিছিল—যিটো বস্তুৰ অভাৱ আজিকালি অসমৰ শৈক্ষিক পৰিস্থিতিত প্ৰতি মুহূৰ্ত্ততে অনুভৱ কৰিবলগীয়া হয়।

এদিনৰ কথা মনত পৰে। আই. এ. মহলাৰ ১ম বাৰ্ষিকৰ এজনী ছাত্ৰীয়ে চকিদাৰক চিঞৰি চিঞৰি কৈছিল, "বাচোন, সুখময় বসুক সুধি আহগৈ—আজি তেখেতে আমাৰ ক্লাছটো ল'বনে নলয়!" চকিদাৰে অধ্যাপক বসুক কথাষাৰ সুধিলেহি। অধ্যাপক বসুৱে চকিদাৰক অলপ ডাঙৰ মাতেৰেই ক'লে, "কৈ দেগৈ যা, আজি সুখময় বসু নামৰ মানুহটোৰ ক্লাছ লোৱাৰ ইচ্ছা বিশেষ নাই।" প্ৰায় দহ মিনিটমানৰ পাচতে আমাৰ কাণত পৰিলহি এটা কান্দোনৰ শব্দ। শব্দটো কাষতে থকা ছোৱালীবোৰৰ জিৰণি-কোঠাৰ পৰা আহিছিল। স্বাভাৱিকতে, আমি খবৰ ল'বৰ কাৰণে জিৰণি কোঠাৰ ভাৰপ্ৰাপ্ত অধ্যাপক আশুতোষ বিশ্বাসক অনুৰোধ কৰিলোঁ। বৃদ্ধ অধ্যাপক বিশ্বাসে হাতৰ লাঠিডাল জোকাৰি জোকাৰি ছাত্ৰীবোৰক সুধিলে, "ঐ. তহঁতৰ কোনে কাক মাৰিলি? কিয় মাৰিলি?" ছাত্ৰীবোৰে অধ্যাপক বিশ্বাসক উত্তৰ দিলে, "ছাৰ, আমি কোনেও কাৰো লগত মাৰপিট কৰা নাই। ভাইচ-প্ৰিন্সিপেল ছাৰে এজনী ছোৱালীক ৫০৲ টকা জৰিমনা কৰিছে—বসু ছাৰৰ কথা নাম কাঢ়ি কোৱাৰ কাৰণে।" অধ্যাপক বসু হতভম্ব হৈ গ'ল; কাৰণ, তেখেতে কোৱা কথাষাৰো খেমেলীয়াকৈহে কৈছিল। আমি কেইবাজনো উপাধ্যক্ষ দত্ত ডাঙৰীয়াৰ ওচৰলৈ গ'লোঁ। তেখেতক আমি ক'লোঁ, "ছোৱালী-জনীয়ে নেজানে। কালি-পৰহি কলেজত ভৰ্তি হৈছে মাথোন। গতিকে, আপুনি তাইৰ দোষটো ৰৰকৈ নধৰিব।" অৱশেষত, তেখেতে উত্তৰ দিলে, "ঠিক আছে, আপোনালোকে আটায়ে কৈছে কাৰণে তাইক বাকী ৪৯৲ টকা ৰেহাই দিলোঁ। কিন্তু, এটকা হ'লেও তাই জৰিমনা এটা ভৰিব লাগিব। নহ'লে, কলেজত ডিচিপ্লিন বোলা বস্তুটোৱেই নেথাকিব।" আমি তাৰ ওপৰত মাত নেমাতিলোঁ। সঁচাসঁচিকৈয়ে, সেই সময়ৰ কানে কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰৰ সৌজন্যবোধ অত্যন্ত প্ৰখৰ আছিল।

মোৰ অধ্যাপক জীৱনৰ প্ৰথম দিনটোৰ কথা আজিও মনত পৰে। বি. এ. মহলাৰ ৩য় বাৰ্ষিকৰ শ্ৰেণীটো পাইছিলোঁ। পঢ়াব লগা হৈছিল, চেক্সপীয়েৰৰ 'জুলিয়াছ চিজাৰ' নাটকখন। মই মোৰ

চেক্সপীয়েৰ সম্পৰ্কীয় জ্ঞানখিনি যিমান পাৰোঁ, সিমান সহজ ভাষাৰে কৈ গৈছিলোঁ। মই মন কৰিছিলোঁ, মোৰ ছাত্ৰ-ছাত্ৰীবোৰ সঁচাকৈয়ে মনযোগী আছিল। আজিলৈকে মোৰ মনত আছে, সেই শ্ৰেণীটোৰ সকলোবোৰ ছাত্ৰ-ছাত্ৰীৰ নাম আৰু মুখবোৰ। তেওঁলোকৰ প্ৰায় প্ৰত্যেকেই আজি জীৱনত সুন্দৰকৈ প্ৰতিষ্ঠিত। তাৰ মাজত এজন আছিল, মোৰ তাহানি কালৰ কটন কলেজৰ সহপাঠী বন্ধু—চৈফুদ্দিন আহমেদ, বৰ্তমান এজন অধিবক্তা। এগৰাকী বৰ্তমান মোৰ সম্পৰ্কীয়া জেশাহু—বিনীতা দাস, উত্তম তহবিলদাৰৰ সহধৰ্মিনী। ড° যোগেন ফুকন—গুৱাহাটী বিশ্ববিদ্যালয়ৰ এগৰাকী সহ-প্ৰাধ্যাপক। অণিমা মেধি (দত্ত)—বৰ্তমান মোৰ প্ৰতিবেশিনী। মনত পৰে এওঁলোকৰ কথা—ফটিক বৰুৱা, নিত্যা শইকীয়া, মনোৱাৰা বেগম, নৈমা খাতুন, বদৰুল হুদা ইত্যাদি বহুত।

মই শোনতে মোহনাঘাটত আছিলোঁহি—মোৰ ডাঙৰ মামা আৰু মামীৰ ঘৰত। মামা তেতিয়া ডিকমতে আছিল। মোহনাঘাটত মামীৰ মামাইতৰ ঘৰ। মামীৰ এগৰাকী মামীয়েক আকৌ মোৰ সম্পৰ্কীয়া বাইদেউ আছিল—দেউতাৰ আপোন বায়েকৰ ছোৱালী। মোৰ মামাই তেখেতসকলৰ বাৰীতে অস্থায়ীকৈ ঘৰ এটা সজাই লৈছিল। এটা মাহ মামীৰ মৰমতে বুৰ গৈ আছিলোঁ। কলিকতাত মা-মছলা উভৈনদীকৈ দিয়া জলা আঞ্জা খাই খাই মোৰ পেটৰ অৱস্থাটো শোচনীয় হৈ পৰিছিল। কথাটো গম পাই মামীয়ে মোক নিতৌ ভেদাই লতাৰ আঞ্জা খুৱাইছিল সম্পূৰ্ণ দহ দিন। মই গমেই পোৱা নাছিলোঁ, সেয়া কিহৰ আঞ্জা। সেই কেইদিনৰ ভিতৰতে মোৰ সোলোকঢোলোক পেট ধুনীয়াকৈ মেৰামতি হৈ গ'ল। মামীয়ে মোক আৰু এটা ডাঙৰ উপকাৰ কৰি দিলে। সেই উপকাৰটোৰ কথা পাচত ক'ম। মামীৰ দুজনী ছোৱালী—পুতু আৰু মীনা; ল'ৰা মাথোন এটা—মণি। সিহঁতৰ পঢ়া-শুনাৰ বয়স হৈ আহিছিল কাৰণেই মামীয়ে ডিব্ৰুগড়ত ঘৰটো সজাই লৈছিলহি। যি কি নহওক, মামীয়ে এদিন ক'লে, "তুমি যে এই হাফচাৰ্টটো আৰু ধুতিখন পিন্ধি প্ৰফেচাৰী কৰিছা, মই কিন্তু সিমান পচন্দ নকৰোঁ। তুমি লৰালৰিকৈ দুজোৰমান 'চুট্' চিলাই কৰাই লোৱাঁ। ইংৰাজীৰ প্ৰফেচাৰ হৈছা কাৰণেহে কৈছোঁ। নহ'লে, হাফচাৰ্টটোৰ সলনি পাঞ্জাবী চাৰ্ট

চিলাবলৈ ক'লোহেঁতেন।" মামীয়ে ভাল যুক্তি এটা দিছিল, "অকল তো তোমাৰ কথাবাৰেই নহয়, বাকী গোটেইখনৰে—মানে তোমাৰ নগৰ প্ৰফেচাৰবোৰৰো কথা জড়িত হৈ আছে নহয়, তোমাৰ সাজপৰাৰ পৰিপাটিতাটোৰ লগত।" মামীয়ে কথাকেইটা ইমান ধুনীয়াকৈ জুকিয়াই-মেলি কৈছিল যে, মই সেইদিনাই গৈ 'মোহিনী ষ্টোৰ্চ'ত এজোৰ গেবাডিনৰ চুট চিলাবলৈ দি আহিলোঁগৈ। সেইজোৰৰ দাম লৈছিল, সেই দিনতে ২০০্ টকা—তাৰ মানে মোৰ গোটেই নবমহাটো আৰু বিজ্ঞানৰ শ্ৰেণীকেইটা লোৱাৰ কাৰণে পোৱা ওপৰঞ্চি বানচ ২৫্ টকা। সেইজোৰ আনিয়েই চিলাই কৰিবলৈ দি আহিছিলোঁ বেম্ব' শ্বাৰ্ক-স্কিনৰ আৰু এজোৰ ঠাণ্ডা চুট—দাম পৰিব ৯০্ টকা। নে'কটাইৰ গাঁঠিকেইটা শিকাই দিছিল, মোৰ তেতিয়াৰ সহকৰ্মী অধ্যাপক ভৰত গগৈয়ে।

মামীৰ ঘৰৰ পৰা এমাহৰ পাচত আহি ঠাই ল'লোঁহি, আমোলা-পাটিৰ 'প্ৰফেচাৰ্ছ লজ'ত। আগফালে থকা কোঠা তিনিটাত আগৰে পৰা আছিল, ইংৰাজীৰ সুখময় বসু, ইংৰাজীৰে নিকদ্ধ গোহাঁই আৰু ইতিহাসৰ ভৰত গগৈ। মই ল'লোঁগৈ পিচফালৰ দীঘলীয়া কোঠাটো —যেনিবা ৰে'লৰ এটা যাত্ৰীবাহী ডবাহে। মই সেই কোঠাটোৰ প্ৰেমত পৰি গ'লোঁ। দক্ষিণ ফালৰ খিৰিকিখন মেলি দিলেই দেখা পোৱা যায়। গা'তে লাগি থকা সেইটো কবি যতীন দুৱৰাৰ বাঁহৰ চাঙৰ ওপৰত মাটিৰ দেৱালৰ ঘৰ। চিৰকুমাৰ দুৱৰাৰ একমাত্ৰ নগৰীয়া লিগিৰা সাধন। তাৰ সিপাৰে আছিল এটা কাঠৰ বঙলা-ঘৰ। সেইটোৱেই কানৈ কলেজৰ ল'ৰাৰ হোষ্টেল আছিল। এতিয়া সেইটো নাই। সেইটো থকা ঠাইখিনি এতিয়া এটা পেট্ৰোল ডিপোৰ গাড়ী-মটৰ থমকি ৰোৱা ঠাইখিনি।

সেই 'প্ৰফেচাৰ্ছ লজ'টো এতিয়াও আগৰ দৰেই আছে। সেইটো দেখা পালেই মোৰ পুৰণি স্মৃতি গোটেইবোৰ একেলগে উজাৰ খাই আহে। আমাৰ ভিতৰত জ্যেষ্ঠতম আছিল সুখময় বসু। ঢাকা বিশ্ববিদ্যালয়ৰ ইংৰাজীৰ এম. এ.। ৰীতিমতে অধ্যয়নশীল মানুহ। এই মানুহজনৰ যোগদিয়েই মই দুজন ভিন্নসুৰী লেখকৰ দুখন বেলেগ জগতৰ লগত চিনাকি হ'লোঁ। এজন হ'ল মানবেন্দ্ৰনাথ ৰায়; আনজন বুদ্ধদেৱ বসু। মানবেন্দ্ৰনাথ ৰায় সম্পৰ্কে পণ্ডিত নেহৰুৱে

তেওঁৰ 'Discovery of India' গ্ৰন্থখনৰ এঠাইত কৈছে, "ভাৰতবৰ্ষত মৌলিক চিন্তাৰ অধিকাৰী দুগৰাকী—এম. এন. ৰায় আৰু শ্ৰীঅৰবিন্দ।" পাচৰজনৰ লেখাৰ জগতখনত প্ৰৱেশ কৰিছোঁ, বহুত পাচত—এতিয়া। আৰু এম. এন. ৰায়ৰ লগত চিনাকি হৈছিলোঁ সেই তেতিয়াই। পঢ়ি মুগ্ধ হৈছিলোঁ, "Reason, Romanticism and Revolution"খন। ৰুছ বিপ্লৱৰ পাচত লেনিনৰ সহকৰ্মী আৰু মাও যে ডুঙৰ সহকৰ্মী এই বিচিত্ৰ ব্যক্তিত্বৰ অধিকাৰী এই মানুহজনে সাম্যবাদ সম্পৰ্কে ভালেমান মৌলিক প্ৰশ্নৰ অৱতাৰণা কৰিছে এই বিপুলায়তন গ্ৰন্থখনত। অধ্যাপক বসুৱে মোৰ পৰীক্ষাৰ ফলাফল ওলোৱাত অভিনন্দন জনোৱাৰ লগতে এখন পুৰণি পুথি উপহাৰ দিছিল। পুৰণি পুথি! চমজদাৰ মানুহ—সেইবাবেই বজাৰৰ পৰা এখন নতুন ফাৰ্ষ্ট কিতাপ আনি দিয়াতকৈ বুদ্ধদেৱ বসুৰ লেখা সেই পুৰণি কিতাপখনেই মোক দিছিল। শিৰোনামাটো হ'ল—'উত্তৰ-পঞ্চাশ'। দুষ্প্ৰাপ্য কিতাপ। এতিয়াও সেইখন মোৰ হাতত আছে।

ইজন বন্ধু ভৰত গগৈ আছিল ৰসিক সংগীতজ্ঞ। সুন্দৰ চেতাৰ বজাইছিল। কলেজত 'সংগীত সন্ধিয়া' ধৰণৰ অনুষ্ঠান হ'লেই অধ্যাপক গগৈয়েও ছাত্ৰ-ছাত্ৰীসকলৰ অনুৰোধত চেতাৰ বজাই শুনাইছিল। ভাবিছোঁ, এতিয়া কোন কলেজত কেইজন অধ্যাপকে সেই কামটো কৰে! তেতিয়া যে অসমৰ কলেজবোৰত 'ডিচিপ্লিন' বোলা বস্তুটো আছিল, তাৰ ঘাই কাৰণটো আছিল অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰীসকলৰ মাজত এই হৃদয়বৃত্তিৰ যোগাযোগ। এনেকুৱা মানুহবোৰে ছাত্ৰ-ছাত্ৰীক মানসিক খাদ্যৰ যোগান ধৰিব পাৰে, ছাত্ৰ-ছাত্ৰী গভীৰভাৱে তুষ্ট হয়। মোৰ দৃঢ় বিশ্বাস, সেইবোৰ শিক্ষক-অধ্যাপকৰ কাৰণেই ভাৰতৰ স্কুল-কলেজ আৰু বিশ্ববিদ্যালয়বিলাকত 'ডিচিপ্লিন'ৰ অভাৱ ঘটিছে, যিবোৰে নিজৰ বিষয়টোৰ সম্পৰ্কে অলপ-অচৰপ জানে আৰু বাকী সকলোবোৰ বিষয়তে একেবাৰে দেউলীয়া। ছাত্ৰ-ছাত্ৰীক একো অনুপ্ৰেৰণাৰ যোগান ধৰিব নোৱাৰি সময়ে-অসময়ে সংকীৰ্ণ ৰাজনীতি কৰি ফুৰে নাইবা সহকৰ্মী আৰু কৰ্তৃপক্ষৰ কুৎসা ৰটনাত ব্যস্ত থাকে। মোৰ ধাৰণা, শিক্ষক-অধ্যাপকৰ নিযুক্তিৰ সময়ত কেৱল পৰীক্ষাৰ ফলাফলগত অৰ্হতাৰ ওপৰত মাত্ৰাধিক গুৰুত্ব দিয়াৰ

আনানি পাঠ্যক্রম-বহির্ভূত বিষয়ত—যেনে, সংগীত, সাহিত্য, খেলা-ধূলা ইত্যাদিত—শিক্ষকৰ দখলটোও সমীক্ষিত-মূল্যায়িত কৰিব পাৰিলে আমাৰ দেশৰ শৈক্ষিক বাতাবৰণ আকৌ সুস্থ হৈ উঠিব। এদল দেউলীয়া মনৰ ২য় শ্ৰেণীৰ যোগ্যতাসম্পন্ন মানুহৰ হাতত বৌদ্ধিক নেতৃত্বৰ দায়িত্ব অৰ্পণ কৰি দেশখনৰ মেৰুদণ্ড মেৰামতিৰ ব্যৱস্থা কেৱল বন্ধ্যা নাৰীৰ প্ৰসৱ-বেদনা। যোৱা ৩৫বছৰ বিয়পা সুদীৰ্ঘ শিক্ষক-জীৱনৰ অভিজ্ঞতা বুকুত বান্ধি মই এইটো সিদ্ধান্ততেই উপনীত হৈছোঁ। কোনে কেই ইঞ্চি দীঘল খৎ বাখি বুদ্ধিবাদৰ চৰ্চা কৰিছে, তাৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা-ব্যৱস্থাত নতুন কিবা এটা কৰিয়েই দেশখনৰ ভৱিষ্যত সুৰক্ষিত কৰিব নোৱাৰি।

বহুদূৰলৈ আঁতৰি আহিলোঁ। আকৌ উভতি যাওঁ। কাটন কলেজটো তেতিয়া পুৰণি ছোৱালী হাইস্কুলটোৰ চাং-ঘৰতে বহিছিল। আই. এচ্-চি. মহলাৰ শ্ৰেণীবোৰ বহিছিল পুৰণি বেৰী হোৱাইট মেডিকেল স্কুলৰ দুটা ঘৰত। পদাৰ্থবিজ্ঞানৰ অধ্যাপক আছিল হৰিদেৱ গোস্বামী, ৰসায়নবিজ্ঞানৰ মহেশ ভূঞা, উদ্ভিদ্‌বিজ্ঞানৰ শৈলজানন্দ ভৰালী (বৰ্তমান অসমৰ শিক্ষাধিকাৰ) আৰু প্ৰাণীবিজ্ঞানৰ পান্নালাল দাস। সপ্তাহত দুদিন মই তালৈ যাওঁ। কলেজৰ পৰা ৰিক্সা-ভাৰা দিয়ে মাহিলি ১৫্ টকা—আচল ভাৰাতকৈ বেচি। ভাবিলে হাঁহি উঠে।

ইকালে কলা বিভাগত মোৰ সহকৰ্মী আছিল এইসকল: অসমীয়াত উপেন্দ্ৰনাথ গোস্বামী, পাচত গুৱাহাটী বিশ্ববিদ্যালয় গুৱালৈগে; বাংলাত সংগ্ৰাম ৰায়, ফৰোৱাৰ্ড ব্লকৰ নেতা; ইতিহাসত ভৰত গগৈ আৰু ভূপেন চৌধুৰী; দৰ্শনত দত্ত দম্পতি; অৰ্থনীতিত বিষ্ণু চক্ৰৱৰ্তী আৰু শৈলেন বৰুৱা; সংস্কৃতত আশুতোষ বিশ্বাস আৰু আয়াৰ; বাণিজ্যিক ভূগোলত কল্যাণ বৰুৱা। গোটেইখন কলেজতে কেইবাটাও অনুষ্ঠান আছিল: ইংলিছ লিটাৰেৰী চোচাইটি, সংস্কৃত লিটাৰেৰী চোচাইটি, ইকনমিক্স এচোচিয়েশ্যন, চায়েন্স চোচাইটি ইত্যাদি। সংস্কৃত চোচাইটিৰ সকলো আলোচনা-বিলোচনা সংস্কৃতৰ মাধ্যমতেই চলিছিল। আটাইকেয়োটা অনুষ্ঠানৰে আলোচনা-চক্ৰসমূহত শিক্ষক-ছাত্ৰ নিৰ্বিশেষে সকলোৰে অবাধ প্ৰৱেশ আছিল। অধ্যাপক ভূপেন চৌধুৰীৰ কথা মনত পৰে। অতি অধ্যয়নশীল মানুহ

আছিল। সমাজবাদ সম্পৰ্কে সুন্দৰ জ্ঞান আছিল। তেওঁৰ সংস্পৰ্শতে মই আৰ্থাৰ কোৱেষ্ট্‌লাৰৰ লেখাৰ প্ৰতি আগ্ৰহী হৈ উঠিছিলোঁ।

এদিনৰ কথা মনত পৰে। মোৰ এজনী চীনা ছাত্ৰী আছিল। সেই ছাত্ৰীগৰাকীৰ নামটো পাহৰি থাকিলোঁ। গোটেই কলেজখনত বৈকল্পিক ইংৰাজী মাথোন তায়েই পঢ়িছিল। উপাধ্যক্ষ দত্তই এদিন মোক ক'লে, "ছোৱালীজনীক আপুনি অলপ সেই বিষয়টো পঢ়াই দিব। নহ'লে, তাই পানীত পৰা মানুহৰ দৰে হাবাথুৰি খাই ফুৰিছে।" পিচে, তাইক পঢ়ুৱাবলৈ কোঠা এটাই নাই। শেষত, লাইব্ৰেৰী ঘৰটোতে এটা সৰু কোঠা সাজি দিলে—অকল তাইৰ কাৰণেই। তাই বহি আছে, মই সেই কোঠালৈ সোমাই গ'লোঁ। তাই হাঁহি সামৰিব নোৱৰা হ'ল। মই সুধিলোঁ, কি হ'ল? তাই যিটো উত্তৰ দিলে, শুনি ময়ো নহাঁহি নোৱাৰিলোঁ। তাই ক'লে, "তোমাৰ নিচিনা অকণমাণি সেউজীয়া ডেকাল'ৰা এটা যে মোৰ প্ৰফেচাৰ হ'ব পাৰা, মোৰ সপোনৰো অগোচৰ আছিল। মই ভাবিছিলোঁ, অন্য কোনোবা —লাইব্ৰেৰীলৈ আহি ভুলতে ইয়াত সোমাইছাহি।" মোৰ আকৌ হাঁহি উঠিছিল, তাইৰ লাং-লিং ধৰণৰ ইংৰাজী শুনি। তাই মোক কেইবাবাৰো ক'লে, "থো ইয়ং! থো গ্ৰীন!" অলপ পাচতে বুজি পালোঁ—তাই কোৱা কথাষাৰ হ'ল, "So young, so green!" মই তাইক আশ্বাস দি ক'লোঁ, "Look, I grow brown." তাই হাঁহি হাঁহি ক'লে, "No, no, you will remain green." তাইৰ সেই আশীৰ্বাদটো লৈ পঢ়াবলৈ আৰম্ভ কৰিলোঁ। পঢ়িলে। 'পাছ'ও কৰিলে। তাইৰ মুখৰ ফৰকাল হাঁহিটো কেতিয়াও মাৰ গৈ থকা নেদেখিলোঁ। তাইক মোৰ 'ডাঃ কোটনিছকী অমৰ কাহিনী'ৰ জয়শ্ৰী-জনীৰ লেখীয়া লাগিছিল।

ডিব্ৰুগড়ত তেতিয়া বা'ৰিষা হ'লেই মানুহৰ বিপদৰ সীমা নাইকিয়া হয়। এদিন শুই উঠিয়েই গম পালোঁ, মোৰ বিচনাখন দেখোন টলংভটং কৰি আছে। তললৈ চাই দেখিলোঁ, খাটখনৰ খুৰাকেইটা মাটিত লাগি থকা নাই—ওপৰতে ভাঁহি আছে। মোৰ জোতাযোৰ গৈ দুৱাৰ-মুখত ওপঙি আছে। ৰাতি শুবৰ সময়ত পঢ়িবলৈ লোৱা কিতাপখনো। আমাৰ চাৰিওজনৰ একেটা অৱস্থা। বান্ধনি-ঘৰৰ

অঞ্চলটো আতকৈয়ো সাংঘাতিক। আমাৰ এনাম্মেলৰ কাঁহী-বাটি কেইজোৰ, লোহোৰা-বটলহী আটাইবোৰ চোতালত ওপঙি ফুৰিছে। আমি চাহ-জলপান খালোঁগৈ, ওচৰৰে দোকান এখনত।

তাৰ দুদিনমান পাচত পানী শুকাবলৈ ধৰিলে। গম পালোঁ, ডিব্ৰুগড়ৰ আটাইতকৈ ধুনীয়া 'পেৰি পাৰ্ক' নামৰ তাহানিকলীয়া ফুলনিখনৰ বোলে চিনমোকাম নেথাকিবগৈ। অধ্যাপক কল্যাণ বৰুৱা আৰু মই শেষবাৰলৈ সেই ফুলনিখন চাই আহিবলৈ গ'লোঁ। ১৯৫০ চনৰ ভূমিকম্পাতে সেইখনৰ বাৰ অনা ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গৈছিল। তাহানি জৰ্জ স্কুলত পঢ়োঁতেই সেই ফুলনিখনৰ পূৰ্ণশোভা দেখিছিলোঁ। দেখিছিলোঁ, কাষেদি যোৱা ৰঙচুৱা ইটাৰে বন্ধা সেন্দুৰী আলিটো, যিটোৰ সৌন্দৰ্য-সৌৰৱণী কবি মফিজুদ্দিন আহমদ্ হাজৰিকাই কবিতাৰ ভাষাত অমৰ কৰি থৈ গৈছে—

"ডিবুৰু দাঁতিতে চাহেবী পটিতে
আছে যি সেন্দুৰী আলি,
তাতে ই পৰতে দণ্ডুৱা ভকতে
চোৰাঁহি ধৰিছে ছালি।"

সেইদিনা দেখিছিলোঁগৈ, পূবৰ কালৰ জপনাখন আৰু এজোপা মামৈ তামোল মাথোন অৱশেষ আছে। আধা ঘণ্টামানৰ পাচত সিও মচ খাই যাব। মই মামৈ তামোলজোপাৰ ওচৰতে থিয় হ'লোঁগৈ। কল্যাণ বৰুৱা কেমেৰাটো লৈ মোৰ সমুখত থিয় হ'ল। এনেতে, মোৰ পিচফালে এটা চিপ্‌চিপীয়া শব্দ শুনিলোঁ। মই বৰুৱাক ক'লোঁ, "ক্লিক্ কৰি দিয়ক, বাট নেচাব।" ফটোখন লোৱাৰ লগে লগে মই জাঁপ মাৰি দিলোঁ। পৰমুহূৰ্ততে গোটেইচমকা মাটি খহি পৰিল। সেই ফটোখন মই সাঁচি থৈছোঁ—এটা যুগৰ শেষ-সৌৰৱণী বুলি।

ইয়াৰ ভিতৰতে আমি কলেজৰ ছাত্ৰ-ছাত্ৰীক লৈ মোহনাঘাট অঞ্চলৰ দুৰ্দশাগ্ৰস্ত মানুহখিনিক অলপ সহায় কৰি দিছিলোঁ। একাঁঠু পানীত খোজকাঢ়ি সা-সম্পত্তিবোৰ কঢ়িয়াই আনি ওখ ঠাইত থৈ দিছিলোঁহি। ঘৰৰ কৰা-মাৰলিকেইটাও সোলোকাই আনি পাচত নতুন ঘৰ-দুৱাৰত লগাব পৰাকৈ ব্ৰহ্মপুত্ৰৰ গৰাহৰ পৰা ৰক্ষা কৰি দিছিলোঁ। সেইখিনি মানুহেই পিচত ব'ৰাগী মঠ অঞ্চলটোত আৰু

ধনীয়া গাঁও অঞ্চলত সিঁচৰতি হৈ পৰিছিল। যিমান দূৰ মনত পৰে, সেয়া ১৯৫৪ চনৰ জুলাই মাহৰ কথা।

সেইটো সময়ত এটা বস্তুৰ উজান উঠা নাছিল। বস্তুটো হ'ল, 'প্ৰাইভেট টিউশ্যন'। এদিন এজন মানুহ মোৰ ওচৰলৈ আহিছিল। লগত উপাধ্যক্ষ দত্তও আহিছিল। মানুহজন এগৰাকী বিশিষ্ট নাগৰিক। কথাযাৰ মোক 'প্ৰফেচাৰ্' লজ'ৰ পদূলি-মুখতে ক'লে। ভনীয়েকক মই অলপ চাই-চিতি দিব লাগে। বানচ হিচাপে দু'শ-তিনি শ যি লাগে, দিব লাগে। টকাৰ গৰমটো দেখুওৱাৰ লগে লগে মোৰ খং উঠি গ'ল। মই ক'লোঁ, "তাৰ মানে আপুনি মোক মোৰ দৰমহা-টোতকৈয়ো সৰহ টকা যাচি মোৰ হতুৱাই স্বীকাৰোক্তি লিখাই ল'ব খুজিছে—কলেজত মই বেয়া পঢ়ুৱাওঁ বুলি!" মানুহজন ঠোঁট-মুখ চেলেকি গুচি গ'ল। সুযোগ পালেই মোৰ দৰে ক্ষুদ্ৰ প্ৰাণীটোৰো বদনাম গাই আত্ম-প্ৰসাদ লাভ কৰিছিল।

যাওক সেই তিক্ত অভিজ্ঞতাৰ কথা। ইয়াৰ ভিতৰতে খবৰ পালোঁ, অৱশেষত মই ২য় শ্ৰেণীৰ ৭ম স্থান অধিকাৰ কৰি এম. এ. পৰীক্ষাত উত্তীৰ্ণ হৈছোঁ। কলিকতাৰ পৰা মোৰ বন্ধু নন্দগোপালে লিখিলে, "খবৰটো পাইছই। মই জীৱনলৈ বিহফুলৰ মালা পিন্ধিলোঁ। মমবাতি পালোঁ। ১ম শ্ৰেণী পাইছে মাথোন এজনে—কাজল বসুৱে। ১৭জনে ২য় শ্ৰেণী। তই ওপৰৰ ফালে। ৩য় শ্ৰেণী ২১জনে পালে। ময়ো সিহঁতৰ সহযাত্ৰী।" সি যে লিখিছিল 'মমবাতি'ৰ কথা, সেইটো তেতিয়াৰ এটা বহু প্ৰচলিত প্ৰসংগৰূপ। কলিকতা বিশ্ববিদ্যালয়ৰ এম. এ পৰীক্ষাৰ ফলাফল সদায় ৰাতিয়েই ঘোষণা কৰিছিল। আৰু যিখন জাননী-ফলিত কাগজবোৰ আঁৰি দিয়ে, তাৰ ওপৰফালেহে ক্ষীণ শক্তিৰ বিজুলী-চাকিৰ পোহৰত দেখা যায়—তলফালে একো নেদেখি। সেইকাৰণে, বহুতেই জেপত এডাল মমবাতি আৰু এটা জুইশলা-বাঁহ লৈ যায়! ৩য় শ্ৰেণীৰ নামবোৰ সেই পোহৰতে জলক-তবককৈ দেখাৰ সম্ভাৱনা থাকে। ফলাফল যদিও আশানুৰূপ নহ'ল, পিছল যে নেখালোঁ—সেয়েই বহুত বুলি ভাবি ল'লোঁ।

তাৰ পাচতে এদিন উপাধ্যক্ষ দত্তই মোক কওঁনে-নকওঁকৈ ক'লে, "মাতিছিলে। আপোনাক কথা এবাৰ কওঁ বুলি। এজনী ছোৱালীক

অলপ সহায় কৰি দিব লাগে। বাপেক এখন বাগানৰ মেনেজাৰ। ছোৱালীজনীয়ে যোৱাবাৰ বি. এ-ত কেৱল ইংৰাজী বিষয়ত ফেইল কৰিলে। ছোৱালীজনী মোৰ চৌহদতে থকা হোষ্টেলটোতে থাকে। মোৰ ঘৰতে সপ্তাহত দুদিনমানকৈ যদি অলপ দেখুৱাই থৈ আহেগৈ। ছোৱালীজনী বঙালী। গতিকে, আপুনি তাইক কিছুমান কথা বঙালীতে ক'ব পাৰিব, তাই তেতিয়া বুজিবলৈয়ো সহজ পাব। আৰু আপোনাৰ পৰিশ্ৰমটোৰ কাৰণে কিবা এটা নিশ্চয় দিব লাগিব। সেইটোৰ ভাৰ বাৰু মোৰ ওপৰতে এৰি দিয়ক।" মই মহা মস্কিলত পৰিলোঁ, মই ভাল পোৱা মানুহ এজনৰ অনুৰোধটো বাৰু প্ৰত্যাখ্যান কৰোঁ কেনেকৈ? লগতে তেখেতে চাগৈ ভাবিছে, কলেজৰ পুঁজিৰ পৰা দিব নোৱাৰে যেতিয়া এনেকৈয়ে বেলেগ ফালৰ পৰা দুটামান ওপৰঞ্চিকৈ অহাৰ বাটটো মুকলি কৰি দিয়ে। মই ক'লোঁ, "মোৰ প্ৰাইভেট্ টিউশ্যন ল'বৰ একেবাৰে ইচ্ছা নাই। তথাপি, আপোনাৰ কথা পেলাওঁ কেনেকৈ? এটা কাম কৰক, তাইক মোৰ নিজৰ ভনীৰ নিচিনাকৈ দেখুৱাই দিম। তাৰ বিনিময়ত মোক যেন কোনো বানচ দিয়াৰ কথা কোনেও চিন্তা নকৰে। মোৰ ফালৰ পৰাও তেনেকৈ কোনো ৰুটিন নমনাকৈ তাইৰ প্ৰয়োজন অনুযায়ী মোৰ সুবিধা অনুসৰি দেখুৱাই দি আহিমগৈ। মুঠতে, তাইক 'পাছ' কৰাব লাগিব।" তেখেতে ক'লে, "হ'ব বাৰু।" এইবুলি কৈ তেখেতে মোক সেইদিনা গধূলিলৈকে তেখেতৰ ঘৰলৈ মাতিলে।

ছোৱালীজনীৰ নামটো আছিল বীণা। দেখিবলৈ বেচ ধুনীয়া। কলিকতাত তাইৰ ওচৰত ম্লান হৈ যোৱা বহুত অলপ-অচৰপ ধুনীয়া ছোৱালী দেখিছিলোঁ। দুই-এজনীক দেখিছিলোঁ, নিজকে সাংঘাতিক ৰূপৱতী বুলি অহংকাৰত ফাটি থাকে। তাতে সিহঁতৰ চাৰিওফালে অনেক ভোমোৰাৰ গুণগুণনি। কিন্তু, এই ছোৱালীজনী দেখাত যিমান ধুনীয়া, কথাই-বতৰায়ো সিমান বিনয়ী। তাইৰ নাটনিটো মাথোন ইংৰাজী বিষয়টোলৈ ভয়। দুই-তিনি মাহ পঢ়োৱাৰ পাচত ভাই তাইৰ আত্ম-বিশ্বাসটো ঘূৰাই পালে। কথাবাৰ ভাই মোৰ আগত স্পষ্টকৈয়ে ক'লে, "ইংৰাজীলৈ মোৰ ভয়টো গ'ল।" এনেতে মই কানৈ কলেজ এৰি দৰং কলেজলৈ যোৱাৰ কথা থিৰাং হ'ল। তাইক মাত দি আহিবলৈ গৈ ক'লোঁ, "আৰু বেচি নাছিলেই। মাথোন

ছুটামান কবিতা থাকি গ'ল। সেইকেইটা তুমি নিজেই পঢ়ি লক্ষণ কৰগাত কিবা নোৱাৰিলে, মোলৈ লিখিবা। মই লিখি পঠিয়াম। আজি আৰু নপঢ়াওঁ। তোমালৈ শুভেচ্ছা ৰ'ল।" তাই তেতিয়া ক'লে, "বাকীবোৰ পাৰিম। কেৱল এটা কবিতা, সেইটো বৰ টান পাইছোঁ। আমনি কৰিবলৈ বেয়া পাইছোঁ। তথাপি যদি সেইটো এবাৰ ওপৰে ওপৰে বুজাই দি গ'লহেঁতেন!" মই সুধিলোঁ, "কোনটো কবিতা?" তাই কিতাপখন মোৰ সমুখত মেলি ধৰি ক'লে, "এইটো।" চাই দেখিলোঁ, ব্ৰাউনিঙৰ The Last Ride Together! মই তাইৰ মুখলৈ চালোঁ। দেখিলোঁ, তাই যেন আচল কথাষাৰ ঢাকিব খুজিও ঢাকিব পৰা নাই! বুজিলোঁ, সেয়া তাইৰ সীমা চেৰাই নোযোৱা ক্ষণিকৰ ধেমালি। মই তাই বুজি পোৱা কবিতাটো আৰু বেচি ভালকৈ বুজি পাব পৰাকৈ বুজাই দিলোঁ। মনে মনে মোৰ হাঁহি উঠিছিল, নিজকে অলপ কৃপণ যেনো লাগিছিল। আহিবৰ সময়ত মই তাইক ক'লোঁ, "তুমি আকৌ এই চাহাব-মেমহালৰ নিচিনাকৈ ক'তো কোনো ফান্দত ভৰি নিদিবা। সিহঁতে সেইবোৰ লেখিবও জানে, মচিবও জানে।"

কোনো ক্ষতি নাছিল সেই কথাষাৰ নোকোৱা হ'লেও! কাৰণ, মই তাইৰ ৰূপৰ প্ৰশংসা মোৰ আপোন মানুহজনীৰ আগতো কৰাৰ সুযোগ লৈছিলোঁ। তেওঁ মই তাইক কোৱা কথাষাৰকে ধেমেলীয়াকৈ দোহাৰিছিল। মই তেওঁক উত্তৰ দিছিলোঁ, "ভয় নাই, মই কেতিয়াও কাকো ক'বলগীয়া নহয়—অমুক মোৰ এপিক আৰু তমুক মোৰ লিৰিক!" এটা কথা জানিছিলোঁ, বৈ যোৱা নৈৰ সোঁতক পাৰৰ বিৰিখৰ পৰা হঠাতে সৰি পৰা আকলুৱা এখিলা পাতৰ পৰশে আমনি নকৰে।

আৰু এটা কথা। কেইদিনমানৰ পাচতে ছোৱালীজনীৰ দেউতাকে মোলৈ এখন মনি-অৰ্ডাৰ পঠাইছিল, আশাতীত পৰিমাণৰ টকাৰ অংক এটা লিখি। মোলৈ লিখিছিল, "এয়া বানচ বুলি নেভাবিব। এয়া আমাৰ সক এটা উপহাৰ—শ্ৰদ্ধা আৰু মৰমৰ।"

দৰং কলেজলৈ যোৱাৰ আগতে কটনে কলেজত এটা হাঁহি উঠা ঘটনা ঘটিছিল। মাজে মাজে এতিয়াও তাৰ কথা মনত পৰে। কলেজত সেইদিনা নবাগতসকলৰ আদৰণী সভা অনুষ্ঠিত হৈছিল।

সভাপতি আছিল সেই বঙালী মানুহজন, যিজনে সেই আত্মনিধন— মই যেতিয়া কৰ্জ স্কুলৰ ছাত্ৰ হৈ আছিলোঁ—মহিলা কবি নলিনীবালা দেৱীৰ আগত বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰক বংগদেশৰেই কবি বুলি কৈ থাককৈয়ে ককৰ্থনা শুনিছিল। তেওঁ যে জীৱনৰ এই দীঘলীয়া বাটটো খচকিলে অতদিন ধৰি মাথোন একেখিনি ঠাইতে থাকিবৰ বাবে 'এলিচৰ সাধু'ৰ সেই ৰঙচুৱা কুঁৱৰীজনীৰ লেখীয়াকৈ—সেয়া মোৰ কল্পনাৰো অতীত আছিল। সেইদিনাৰ সভাত মুখ্য অতিথি আছিল চৈয়দ আব্দুল মালিক। সভাৰ পৰিৱেশটো আছিল সঁচাসঁচিকৈয়ে মধুৰ। মুখ্য অতিথি মালিক ককাইটিৰ ভাষণ স্বাভাৱিকতে অতি মনোগ্ৰাহী হৈ উঠিছিল। সকলোৱেই অনুভৱ কৰি আনন্দ লভিছিল, এই চুটিগল্পৰ যাদুকৰজনে সৰু সৰু কথাবোৰকে ধুই-পখালি কিমান সঁজুলি কৰি তুলিব পাৰে, সৰু সৰু ঘটনা নামৰে অযোগ্য অঘটনাবোৰকে সহজ ভাষাৰ উমেৰে কিমান উমাল কৰি তুলিব পাৰে! তাৰ পাচত সেই সভাপতিজনে আনুষ্ঠানিক বিনয়-বচনৰ হুটামান খটখটি বগাই উঠি আৰম্ভ কৰিলে, "এই যে মুখ্য অতিথিজন! মই বহুতৰে মুখত শুনিছোঁ। এই মানুহজনে হেনো বৰ ভাল ভাল কথা কয়। আজি তেখেতৰ বক্তৃতা নিজৰ কাণেৰে শুনিলোঁ। মোৰ ধাৰণা, মানুহজনে যদি লেখা-মেলা কৰিবলৈ লয়, ভাল লেখিব পাৰিব! গল্প-টল্প লেখিলে বেচি ভাল হ'ব, চবেই পঢ়িবলৈ ল'ব।" মালিক ককাইটিয়ে উপদেশটো উপভোগ কৰি ক'লে, "লেখিমগৈ।" মোৰ সমুখতে থকা কোনোবা এজনে হাঁহি সামৰিব নোৱাৰি খুকুকৈ শব্দ এটা কৰিলে। লগে লগে গোটেইবোৰ ল'ৰা-ছোৱালীয়ে কিৰিলি পাৰি হাঁহিবলৈ ধৰিলে। মোৰ ওচৰতে বহি থকা সুখময় বসুৱে মোক ক'লে, "জমাইছে ভাল—এই ক্লাউনটোৱে।"

আচলতে এইবোৰ কথা সহজভাৱে ল'ব পৰাটোৱেই আটাইতকৈ ভাল। তাকে নহ'লে, বৌদ্ধিক অগ্নিমান্দ্যত ভোগৰ সম্ভাৱনা এটা থাকে। মই যে কানৈ কলেজ এৰি হঠাৎ নবং কলেজলৈ গুচি গ'লোঁগৈ, তাৰ কাৰণটো আজিলৈকে মই নিজেই নেজানো। গৈ যে বৰ সুখী হৈছিলোঁ, সেয়া ক'বলৈয়ো টান। ইতিমধ্যে, মই কটন কলেজত অধ্যাপকৰ কামটোৰ কাৰণে অসম লোকসেৱা আয়োগৰ

আগত সাক্ষাৎকাৰো দি আহিছিলোঁ। ভিতৰুৱাকৈ কথাবাৰ গম পাইছিলোঁ, মোৰ বিষয়ে চোৰাংচোৱা বিভাগৰ পৰা চৰকাৰৰ ঘৰলৈ যোৱা গৰমলি-তদন্তৰ কাকতত হেনো দুটামান কাঁইটীয়া কথা আছিল। সেয়া তাহানি কটন কলেজত আন্দোলন চলোৱাৰ বঁটা। তদুপৰি ডিব্ৰুগড়তো দুটামান বদনাম ঘটিছিলোঁ, কম্যুনিষ্টবোৰৰ লগত আহ-যাহ বেচি বুলি। এটা কথা ঠিক, ডিব্ৰুগড়ৰ 'প্ৰগতি পুথিভঁৰাল' নামৰ দোকানখনলৈ মই ঘনকৈ অহা-যোৱা কৰিছিলোঁ। আনহাতে, তেজপুৰৰ সাংস্কৃতিক পৰিৱেশটোৰ প্ৰতি মোৰ আগৰে পৰা এটা আকৰ্ষণ আছিল। তদুপৰি, মই নিজে অনুভৱ কৰিছিলোঁ—মোক এজন অভিভাৱকৰ লেখীয়া মানুহ লগা হৈছিল। গতিকে, মই যেতিয়া মোৰ তাহানিখনৰ অধ্যাপক সুৰেন্দ্ৰমোহন চৌধুৰীৰ পৰা আগ্ৰহপূৰ্ণ নিমন্ত্ৰণৰ চিঠি পালোঁ, মই তৎক্ষণাৎ তাৰ প্ৰতি সঁহাৰি জনালোঁ। কিন্তু, তেজপুৰলৈ গৈ এইবেলি অলপ নিৰাশ হ'লোঁ। মই মন কৰিলোঁ, জীৱনৰ বাটত আগৰ সেই আদৰ্শবাদী মানুহজন তেতিয়া বিধ্বস্ত হৈ বিক্ষিপ্ত সাধনাৰ ধ্বংসস্তূপলৈ ৰূপান্তৰিত হৈছে। যি কি নহওক, তেজপুৰলৈ গৈ এজন মানুহৰ পৰা এক অনন্য সাধাৰণ অনুপ্ৰাণনা লাভ কৰিলোঁ। সেই মানুহজন হ'ল, তেজপুৰৰ বিশিষ্ট অধিবক্তা অন্নদাকুমাৰ পদ্মপতি। স্থানান্তৰত সিজনৰ কথা কিছু লিখিছোঁ। লিখিবলগীয়া আৰু কথা আছে। সেয়া অলপ পাচলৈ থৈছোঁ।

যিমান দূৰ মনত পৰে, ১৯৫৪ চনৰ ২৭ চেপ্তেম্বৰত মই দৰং কলেজত যোগ দিলোঁগৈ। এইবেলি নৈশ শাখাৰ ৩য় বাৰ্ষিক বি. এ. মহলাৰ শ্ৰেণীৰে আৰম্ভ কৰিলোঁ। এইবাৰ পঞ্জীয়ন বহীখন বন্ধ কৰিয়েই দেখিলোঁ, গোটেই কোঠাটোৰ ভিতৰত ময়েই বোধকৰোঁ কনিষ্ঠতম! তথাপি, নিৰ্ভয়ে মই মোৰ বক্তৃতাটো দিলোঁ। বাহিৰলৈ ওলাই আহিয়েই কেইগৰাকীমানৰ লগত ব্যক্তিগতভাৱে চা-চিনাকি হ'লোঁ। এইসকলৰ ভিতৰত মোৰ মনত পৰা ছাত্ৰকেইগৰাকী হ'ল : প্ৰেমকান্ত মহন্ত, যিজন পাচত পুলিচ অধীক্ষক হৈছিলগৈ; ভূমিধৰ বৰা আৰু অতুলানন্দ গোস্বামী (গল্পলেখকজন নহয়, অভিনেতা-জনহে)। উচপ্ খাই উঠিলোঁ, যেতিয়া মোৰ তাহানিখনৰ পাল্লাৰ যেন—তপন ডেকা ওৰফে হৃদয় ডেকাকো সেইসকলৰ মাজত

দেখিলোঁ। মই তেওঁক ক'লোঁ, "তুমি ভাই, তুলতো মোৰ ক্লাছলৈ নাহিবা। তোমাক দেখিলে 'নাৰ্ভাছ' হৈ যাম।" তেওঁ ক'লে, "তুমিও নাৰ্ভাছ' হ'বা নে? তুমি দেখোন মোৰ মুখলৈকে চায়েই কথাবোৰ কৈ গৈছিলা। তোমাৰ চকু দুটা দেখিলে তেতিয়া বেলেগ কোনোবা মানুহ যেন লাগে!" তেতিয়াহে মই এবাৰ কথা গম পালোঁ, শিক্ষক হিচাপে মোৰ সমুখত থকা ছাত্ৰ-ছাত্ৰীবোৰ নৈৰ্ব্যক্তিক হৈ পৰে! পৰীক্ষা-সংক্ৰান্ত কথাবোৰত মই এই নীতিটো অত্যন্ত কঠোৰতাৰে পালন কৰোঁ। আজিলৈকে কাৰোবাক বেচি চিনাকি বুলি দুটা নম্বৰ বঢ়াই দিয়া অথবা কাৰোবাক কিবা কথাত বেয়া পাই আছিলোঁ বুলি দুটা নম্বৰ কমাই দিয়া মোৰ মনত নপৰে।

মোৰ থকাৰ ঠাই বন্দোবস্ত কৰি দিলে, গৈ পোৱাৰ দিনাখনেই অধ্যাপক চৌধুৰীয়ে—তেখেতৰ ঘৰৰ পৰা কেইখোজমান আঁতৰৰ ঘৰ এটাতে। ঘৰটোৰ নাম আছিল 'দ্য নূক্'; তিনি কোঠালিৰ ঘৰ। একেবাৰে বাটৰ ওপৰতে থকা বুলি ক'ব পাৰি। সেইটো ঘৰত আগতে অধ্যাপক বি. ৰাম নামৰ এজন পাঞ্জাৱী অধ্যাপক আছিল। তেওঁ জাতীয় শিক্ষাৰ্থী বাহিনীৰ প্ৰশিক্ষণ ল'বলৈ গৈছিল। গতিকে, এবছৰ শান্তিৰে থাকিব পাৰিম! ঘৰটোত ২য় বাৰ্ষিক অই এছ. চি. মহলাৰ ছাত্ৰ এজন আছিল। নাম—জিতেন বৰা। মুহূৰ্ততে তেওঁ মোৰ আপোন হৈ পৰিল। আজিলৈকে আমি পৰস্পৰৰ, সুখ-'দুখ হাঁহি-অশ্ৰুৰ সমভাগী হৈ আহিছোঁ। সকলোৱে জানে, আমি দুজন আপোন ভাই-ককাই! পাচত, জিতেনে যেতিয়া গুৱাহাটীত বি. এ পঢ়িছিলগৈ, তেতিয়াও তেওঁ মোৰ ঘৰত থাকিয়েই পঢ়া-শুনা কৰিছিল।

সেই যে 'দ্য নূক'ত আছিলোঁ, তেতিয়া আমাক যিজন ডেকাল'ৰাই আমাক ভাত-পানী ৰান্ধি দিছিল, তেওঁৰ নাম আছিল ঘনশ্যাম। চাহ-মজদুৰৰ ঘৰৰ ল'ৰা—অসম্ভৱ গুণী, বিশেষকৈ ৰন্ধা-বঢ়া বিষয়ত। হঠাৎ হয়তো মন গ'ল, সেইদিনা পুৱাৰ পৰা গধূলিলৈ চাহাবী খানাই খুৱাব। কোনোবা দিনা হয়তো ওৰেদিন ধৰি সিন্ধী খানা নাইবা পাঞ্জাৱী খানা। এইদৰেই চলিছিল ঘনশ্যাম। মই সুধিছিলোঁ, ক'ত শিকিলে তেওঁ এইবোৰ। মাজে মাজে নেফালৈ যোৱাৰ বাটত মোৰ ঘৰটো কেইবাজনো সৈন্য বাহিনীৰ অফিচাৰ মোৰ ঘৰটোত জিৰণি লৈ গৈছিল ৰাতিটোৰ কাৰণে। আকৰ্ষণ মাথোন এটা—ঘনশ্যামৰ হাতৰ

বন্ধা-বন্ধা। দুটা নাম মনত আছে—মেজৰ ধনুজি আৰু কৰ্ণেল সুব্ৰাহ্মনিয়ম। যাওঁতে ঘনশ্যামক দি থৈ যায়, হয়তো এখন দহটকীয়া নাইবা কুৰি টকীয়া নোট। আৰু শেষত মোৰ খোলকত থৈ যায় এটা-দুটা দামী বটল—এইদৰে কৈ, "Professor, here is this I am leaving something rather hot for you." মই কওঁ, মোৰ সেইবোৰত সজ নাই; কিন্তু কোনে কাৰ কথা মানে—থৈ যায় মোক কৃতাৰ্থ কৰা বুলি ভাবি। হঠাৎ এদিন মন কৰিলোঁ, দুটামান বটল আধাখিনি খালি! মোৰ সন্দেহ হ'ল। ঘনশ্যামক সুধিলোঁ, "এই দৰবোৰ কোনে খালে?" ঘনশ্যামে নজনাৰ ভাও ধৰি ক'লে, "জানো কোনে খালে। এই যে সৰু সৰু লৰা-ছোৱালীবোৰে আপুনি নেথাকোঁতে দিনটো ইয়াত পিট্‌পিটাই ফুৰেহি, সিহঁতৰে কোনোবাই মিঠা পাই খালে নেকি!" মোৰ আৰু জিতেনৰ হাঁহি উঠি গ'ল। মই ক'লোঁ, "এটা কাম কৰা ভাল হ'ব। তুমি দুটামান নি বান্ধনি-ঘৰত থৈ দিয়াগৈ। নহ'লে, এই ল'ৰা-ছোৱালীবোৰৰ কাৰোবাৰ মূৰ-ঘূৰণি হ'ব লাগিলে বৰ মস্কিল হ'ব।" লগে লগে ঘনশ্যামে গোটেই-কেইটা বটল বুকুত সুমুৱাই লৈ বান্ধনি-ঘৰ পোৱালেগৈ। মই ক'লোঁ, "দাগ বোলা বস্তু এটা নাই জানো, ঘনশ্যাম?" ঘনশ্যামে উত্তৰ দিলে, "চাহেববোৰে সেইটোৰ খেয়াল ৰখা দেখিছোঁ। সিহঁতে সেই কাৰণেই হাল্লা নকৰে।"

মই এদিন মন কৰিলোঁ, ঘনশ্যামে ওখ বেৰাখনৰ ফাকেদি কাৰোবাৰ লগত কথা পাতি আছে। মই অহা দেখি তেওঁ লৰালৰিকৈ গুচি আহিল। কেইবাদিনো কথাবাৰ মন কৰি গম পালোঁ, বেৰাখনৰ সিফালৰ মূৰ্তিটো কাষৰ ঘৰৰ লিগিৰীজনীৰ! মই তাৰ উমান পোৱাৰ সংকেত দি ক'লোঁ, "ঘনশ্যাম, এই কেইদিন কি হৈছে জানো, আমাৰ ঘৰৰ এইখিনিতে দেখোন পুলিচ দুটামান খুব ঘূৰি ফুৰা দেখিছোঁ। কোনোবাই আকৌ কাৰোবোৰ বেৰা ভাঙিলে বুলি ক'তো গোচৰ দিয়া নাই তো!" ঘনশ্যামে একো নক'লে। মই যেতিয়া গুৱাহাটীলৈ আহিবলৈ ওলালোঁ, তেতিয়া কথাবাৰ ক'লে। মই সুধিলোঁ, "মইতো যামগৈয়ে। জিতেনো যোৱাৰ কথা। তুমি ক'ত কি ব্যৱস্থা কৰিবা? মোৰ লগতে গুৱাহাটীলৈ যাবা নেকি?" ঘনশ্যামে ক'লে, "ছাৰ, আপুনি মোৰ এটা উপকাৰ কৰি দিব লাগে। মই

আপোনাৰ লগতে গ'লোঁগৈহে'তেন। কিন্তু, মই ভাবিছোঁ—এই ছোৱালীজনীকে বিয়া কৰি ঘৰ পাতোঁ। মই ড্ৰাইভিং জানো। লাইচেন্স্‌খন গোটাব পৰা নাই! আপোনাৰ লগত এম ভি. আই. জনৰ ভাল—একেলগে তাচ খেলা বন্ধু। গতিকে, আপুনি ক'লে লাইচেন্স্‌খন সহজতে পাম।" মই ক'লোঁ, "বিয়াৰ খবৰটো বাক পালোঁ। লাইচেন্সৰ বাবে কিমান লাগিব, কোৱাঁ। সেয়া বাক মই তোমাক দিম।" ঘনশ্যামে তেতিয়া সকলো কথা ভাঙি-পাতি ক'লে, লাইচেন্সৰ বাবে ফিজ সামান্যই লাগিব। কিন্তু কথা হ'ল, এম. ভি. আই.-ৰ অফিচৰ সমুখত ট্ৰাক এখন চলাই দেখুৱাব লাগিব। তাৰ মানে ট্ৰাক এখন দিনটোলৈ ভাৰা ল'ব লাগিব। তদুপৰি, দুই-এজনক চাহ-মিঠাই খুৱাবলগীয়াও হ'ব পাৰে। গতিকে, প্ৰায় দু'শ-তিনি শ টকাৰ এটা কাৰবাৰ। তদুপৰি, ঘনশ্যামে হেনো আগতে এটা 'এক্সিডেন্ট' কৰি থোৱাৰ তথ্য এটাও আছে। আটাইবোৰ অসুবিধা নিমিষতে দূৰ হৈ যায়, যদি এম ভি. আই-জনে মোৰ কথা শুনি তেওঁক সেই সকলোবোৰ নিয়ম-অনিয়মৰ প্ৰয়োজনটো কাতি কৰি থয়। মই সেইদিনা গধূলি মোৰ এম. ভি. আই বন্ধুজনক ক'লোঁ। তেখেতে মোক ক'লে, "কোনো কথা নাই। কাইলৈ তাক পঠাই দিব—মোৰ অফিচলৈ। লৈ আহিবগৈ। এতিয়া খেলক, থ্ৰী নো-ট্ৰাম্পত বুক্ হৈছে।" খেলিলোঁ। পাচদিনা ঘনশ্যামেও লাইচেন্স্‌ আনিলেগৈ। বিয়াখন হ'ল নে নহ'ল—সেয়াহে গম নেপালোঁ। হ'ল যদি, তাৰ পুণ্যৰ ভাগ ময়ো পালোঁ।

তেজপুৰলৈ মই যি বিচাৰি গৈছিলোঁ, সেয়া মই মনৰ জোখাৰে নেপালোঁ। হয়তো সেয়া মোৰ নিজৰে কিবা অক্ষমতা আছিল। কিন্তু লক্ষ্য কৰিছিলোঁ, কলেজখন সস্তীয়া ৰাজনীতিৰ পাকচক্ৰত পৰি জুকলা হৈ পৰিছিল। অধ্যক্ষজনৰো ব্যক্তিত্ব বুলি একো নাছিল। গভৰ্ণিং বডিৰ সভাপতি অন্নদাকুমাৰ পদ্মপতিৰ ডাবি-ধমকি খাই পেপুৱা লাগিছিল। অধ্যাপক অমলেন্দু গুহ, বিভূতিভূষণ চক্ৰবৰ্তী আৰু সুৰেন্দ্ৰমোহন চৌধুৰী—এইসকলক দেখিলেই তেওঁৰ থৰ-কাছুটি হেৰাইছিল। মই 'কাকো কোৱাঁ নাছিলোঁ যদিও, মনে মনে বৰ বিৰক্ত হৈছিলোঁ কলেজৰ ইউনিয়ন চোচাইটিৰ গা'ত আঁউজি চলা বেনামী যুৱখনৰ বেহ-ৰূপ দেখি। মুঠৰ ওপৰত, কলেজৰ স্বাস্থ্য

বুঠেই ভাল নাছিল। এটাই মাথোন সান্ত্বনা আছিল যে, কলেজখনৰ লাইব্রেৰীটো যথেষ্ট চহকী আছিল।

তেজপুৰলৈ গৈ মোৰ ব্যক্তিগত লাভ হৈছিল, অন্নদাকুমাৰ পদ্মপতিদেৱৰ লগত মোৰ পৰিচয় হৈছিল। এইগৰাকী লোকৰ লগত চিনাকি হোৱাৰ সুযোগ নেপালে, মই বিশ্বৰ চিৰায়ত সাহিত্যৰ লগত চিৰকাল অপৰিচিত হৈ বৈ গ'লোহেঁতেন। তেখেতে নিজে ক'ব নোৱৰাকৈ মোক সঠিক কিতাপবিলাকৰ সন্ধান দিছিল। আটাইতকৈ ডাঙৰ কথাষাৰ হ'ল, তেখেতেই মোক প্ৰথম উমানটো দিলে, সাহিত্যৰ চৰ্চা এক সাধনা। কেনেকৈ উমানটো দিলে, সেয়া স্থানান্তৰত লেখিছোঁ।

এক চাহাবৰ মেম আৰু পদ্মপতিৰ ভেম তেজপুৰত প্ৰসিদ্ধ আছিল। পদ্মপতিৰ ভেমটোৰ কেন্দ্ৰবস্তু আছিল, ক্ষুদ্ৰতা আৰু তুচ্ছতাৰ প্ৰতি সুতীব্ৰ তাচ্ছিল্যবোধ। জীৱনৰ মহিমাৰ ওপৰত জীৱিকাৰ তুচ্ছতাৰ ছাঁ পৰিবলৈ নিদিছিল। এই মানুহজনে প্ৰসিদ্ধ উকীল হিচাপে কোনোদিনেই এশ টকাৰ তলৰ ফীজবোৰ নিজৰ হাতেৰে চুচুইছিল—সেইবোৰ তেখেতৰ মহৰীগৰাকীক পোনে পোনে আঁতৰাই নিবলৈ নিৰ্দেশ দি থোৱা আছিল; আৰু দহ টকাৰ তলৰ ফীজবোৰৰ গৰাকী আছিল তেখেতৰ মুমলীয়া পুতেক জলি। সেই-বুলি তেখেতে যে টকাৰ কথা মনত ৰাখিহে মক্কেলৰ কল্যাণ চিন্তা কৰিছিল—সেয়াও নহয়। এবাৰ তেখেতে কোনোবা এজন নতুন আই. এ. এচ. হাকিমৰ বাহাদুৰীৰ. কথা নিজৰ সতীৰ্থসকলৰ মুখত শুনিবলৈ পাইছিল। তেখেতে মনে মনে পাঙি থৈছিল, তাক শিকাব লাগিব অসমথন হাবিয়েই, কিন্তু সেই হাবিত থকা জানোৱাৰ বিলাকৰ নাম বাঘ। এদিন তেখেতে মজলীয়া ধৰণৰ গোচৰ এটা লৈ সিজনৰ এজলাছত সোমালগৈ। লগত তেখেতৰ এদ'ম কিতাপ। হাকিমজনে ঠাট্টা কৰি ক'লে, "It seems you have brought a mountain. But what for ?" পদ্মপতিয়ে উত্তৰ দিলে, "To teach you law. And, to make you understand that there is a world of difference between a 'mew' and a 'roar' !" আগতে এই হাকিমজনে বোলে অধিবক্তাসকলৰ 'গুড্ মৰ্ণিং'টোৱো সঁহাৰি নিদিছিল। সেইদিনা পদ্মপতিৰ আইন আৰু ইংৰাজী ভাষাৰ

গুণাৰত দখল লেখাৰ পাচৰ পৰা সেইসকলকহে পোনতে 'গুড্ মৰ্ণিং' দিবলৈ শিকিছিল।

এবাৰ কলেজত এটা সৰু ঘটনা ঘটিছিল। তেজপুৰত কংগ্ৰেছৰ ৰাজনৈতিক সম্মিলন বহিছিল। তাৰে অচিলা লৈ অধ্যক্ষই এদিনৰ কাৰণে কলেজ বন্ধ দিলে। তেওঁ ভাবিছিল, পদ্মপতি নিজেই যেতিয়া অভ্যৰ্থনা সমিতিৰ সভাপতি, গতিকে কামটো কৰি তেওঁ সভাপতিৰ প্ৰিয়ভাজন হৈ উঠিব। ময়ো তেতিয়া গভৰ্ণিং বডিৰ সদস্য আছিলোঁ। অধ্যাপক অমলেন্দু গুহ আৰু মই অধ্যক্ষ গৰাকীৰ এনে অনুচিত কাম নিন্দা কৰি ভৱিষ্যতে এনে কামত লিপ্ত নহ'বলৈ সতৰ্ক কৰি প্ৰস্তাৱ এটা দাঙি ধৰিলোঁ। সভাপতিয়ে অধ্যক্ষক সুধিলে, তেওঁৰ কিবা ক'বলগীয়া আছে নেকি? অধ্যক্ষগৰাকীয়ে উত্তৰ দিলে, তেওঁ যেতিয়া দেখিলে মাননীয় সভাপতিগৰাকীয়েই তাৰো অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সভাখন যিহেতু চৰকাৰৰ দলৰ আৰু তালৈ মুখ্যমন্ত্ৰীও আহিব, তেতিয়া কামটো কৰিলে চৰকাৰৰ পৰা অনুদান আদি লাভ কৰাত সহায় হ'ব। সেইবাবেই তেওঁ এদিনৰ কাৰণে কলেজ ছুটি দিলে। সভাপতিয়ে সুধিলে, "মোৰ পৰা তেনেকুৱা কিবা নিৰ্দেশ পাইছিল নেকি?" অধ্যক্ষই নাই পোৱা বুলি ক'লত সভাপতি পদ্মপতিয়ে ক'লে, "Mr. Principal, what you deserve is immediate suspension. You ought to have known the status of the college. Your teachers have been serving not in a Congress College, but in a college that commands the confidence of one and all. Since you have given a rude jolt to that confidence, let us resolve to place you under suspension." অধ্যক্ষই কাওঁবাওঁ লগালত তেখেতে ক'লে, "আপুনি এইবোৰ গাৱঁলীয়া মেলৰ কচহু কথা নক'ব। মুখ্যমন্ত্ৰী, কংগ্ৰেছ, অভ্যৰ্থনা সমিতিৰ সভাপতি —এইবোৰৰ কথা নক'ব। আপুনি কি ক'ব লাগিছিল, মই কওঁ শুনক। আপুনি ক'ব লাগিছিল—'এই সৰু চহৰখনলৈ বহুত ডাঙৰ মানুহ আহিছিল। মই বিচাৰিছিলোঁ, মোৰ ল'ৰা-ছোৱালীবোৰে সেইসকলৰ মুখৰ পৰা দুআষাৰ শুনি কিবাকিবি দুটামান শিকক। পৰশমণিৰ পৰশ পালে লোহাও বোলে সোণ হয়। সেইকাৰণেই

বন্ধ দিছিলোঁ। অৱশ্যে, হাক-ছুটি দিদি একেবাৰে বন্ধ বোলপা কৰাটো যদি মাত্ৰাধিক উল্লাসৰ দৃষ্টান্ত হৈছে, সেয়া অমাৰ চকুৰে চাব লাগে।' তেতিয়া আমি আপোনাক অলপকৈ হ'লেও সহায় কৰাৰ অৱকাশ থাকিলহেঁতেন। ঠিক আছে, আপোনাক লিখিতভাৱে সতৰ্ক কৰি দিয়া হ'ল।" এয়া অলপ দীঘলীয়াকৈয়ে ক'লোঁ। এই-কাৰণেই যে, আমি চিন্তা কৰিবলৈ বাট গুলাব—আমাৰ কলেজ-বিলাকৰ গভৰ্ণিং বডিসমূহৰ গঠনবিন্যাসত আৰু সদস্য মনোনয়নত বৰ্তমান কালত কোনখিনিত কেনেকৈ আঁতৰি আহিছোঁ আৰু তাৰ কি বিষময় পৰিণতি ঘটিছে!

এটা কথা কৈ থওঁ। পদ্মপতিৰ লগত বাটে-ঘাটে নাইবা তেখেতৰ ঘৰত বহি এইবোৰ ৰাজহুৱা কথা কেতিয়াও নেপাতিছিলোঁ। গতিকে, মোৰ লগত ঘৰুৱা সম্পৰ্ক এটা গঢ় লৈ উঠিছিল। সেইটোৰ সুখ-স্মৃতি মোৰ মনৰ পৰা এতিয়াও মাৰ যোৱা নাই। তেখেতৰ পৰিবাৰগৰাকী আছিল অতি সাদৰী মহিলা। এটা কথা মোৰ মনত পৰে। সেয়া হৈছে তেখেতৰ মুখত শুনা অসমীয়া ভাষাৰ উচ্চাৰণ আৰু বাক্য-গাঁথনিৰ মৌ-মিঠা ৰূপ। এতিয়ালৈকে মই তিনিগৰাকী বিশিষ্টা মহিলাৰ মুখত সেই ৰূপটোৰ চিনাকি পাইছোঁ। বাকী দুগৰাকী হ'ল, ড° সূৰ্যকুমাৰ ভূঞাৰ পৰিবাৰ আৰু কবি দেৱকান্ত বৰুৱাৰ মাক। সেইকাৰণেই বোধকৰোঁ শেষৰ গৰাকী তিনিগৰাকী কবিৰ—দেৱকান্ত বৰুৱা, নৱকান্ত বৰুৱা আৰু জীৱকান্ত বৰুৱাৰ—জন্মদাত্ৰী হ'ব পাৰিছিল। নাইবা এইদৰে কোৱাটোৱেই বৰং বেচি শুদ্ধ হ'ব: তেখেতসকল তিনিজন জন্মসূত্ৰে কবি হ'ব পাৰিলে! আৰু এগৰাকীৰ কথা শুনিছিলোঁ। মই কিন্তু তেখেতৰ মুখৰ ভাষা শুনিবলৈ নেপালোঁ। মোৰ সৌভাগ্য নহ'ল, সদানন্দ দুৱৰাৰ পৰিবাৰৰ মুখৰ ভাষা শুনাৰ। যাওক সেই বিষয়ান্তৰৰ কথা। তেখেতৰ মাজু ল'ৰা মলী ওৰফে শৈলজা পদ্মপতিক এতিয়াও কেতিয়াবা লগ পাওঁ। এবাৰ তেজপুৰলৈ যাওঁতে, তেওঁ ওৰেটো দিন মোৰ লগতে কটালেহি। ডাঙৰ ছোৱালী ভানু আছিল দস্তুৰমতে বুদ্ধিদীপ্তা আৰু ফৰকাল। এতিয়া নগাঁও ছোৱালী কলেজৰ অধ্যাপিকা। তেওঁৰ পাচত সন্ধ্যা—সন্ধ্যা-দীপৰ দৰেই অতি নম্ৰা। প্ৰতিমা আছিল সৰু ছোৱালী—নাচিছিলে ভাল। মোৰ মনত পৰে, গণনাট্য সংঘৰ দ্বাৰা আয়োজিত সেই

বিখ্যাত গীতটোৰ লগত নচাৰ নৃত্য—'তেলের শিশি ভাঙলে কেন কাঁদো'। নেউতাকে আপত্তি কৰিছিল গানটো বৰ টুলুঙা বুলি। অৰুন্ধতী তেতিয়া অৰুণমাণিক্যনী আছিল। পৰিয়ালটোৰ ওপৰেদি বহুত ধুমুহা পাৰ হৈ গ'ল।

কিয় ক'ব নোৱাৰোঁ, তেজপুৰৰ দিনকেইটা মোৰ মনৰ অস্থিৰতাতেই পাৰ হৈছিল। মোৰ জীৱনৰ আটাইতকৈ বিষণ্ণ সময়ছোৱা তাতেই কাটিছিল। অথচ, জীৱনৰ ভিতৰত আটাইতকৈ বেছি বনভোজ খাইছোঁ, তেজপুৰতেই। তেজপুৰৰ চাৰিওপিনে প্ৰকৃতিৰ অপূৰ্ব সৌন্দৰ্য-পোহাৰ। এবাৰ ভালুকপুঙলৈ গৈছিলোঁ। শিলনিৰ ওপৰেদি বৈ যোৱা পৰ্বতীয়া জুৰিৰ কাষতে এজোপা মই নাম নজনা গছৰ পৰা মস্ত এডাল পথাৰ দৰে ঠেঙুলি এটা তলৰ মাটিখিনি খামুচিব পৰাকৈ ওলমি আছিল। দূৰৰ পৰা ব'দত সোণবৰণীয়া হৈ জিলিকজালাক কৰি আছিল। ওচৰলৈ গৈ দেখিলোঁ, সেইবোৰ আমাৰ সোণপৰুৱাৰ লেখীয়া কিবা এবিধ পোক। গা'ত পাখি আছে, তাতে একোটা মণি। মই হাত মেলিব খোজোঁতেই এজনে সঁকীয়াই দিলে, "ছুচুব। সেইবোৰ ডিম্‌ডাম্। কামুৰিলে সাংঘাতিক হ'ব।" ইতিমধ্যে, এটাই উৰি আহি মোৰ সোঁ-হাতখনৰ ভিতৰৰ ফালে কিলাকুটিৰ তলতে কামুৰিলেই। মোৰ হাতখনৰ সেই ঠাইডোখৰ সেৰা পাতি উঠিল। সেইটো বিষতে মই থাকিব নোৱৰা হ'লোঁ। আৰু কেইটামানে কামোৰা হ'লে হয়তো অৰেই উঠিলহেঁতেন।

এবাৰ বাম্পুলৈ গৈছিলোঁ। টাৱাং পাবলৈ বেছি দূৰ নাছিল। অটব্য অৰণ্যৰ মাজেদি ঠেক আৰু থিয়গৰীয়া বাটেদি সামৰিক বাহিনীৰ সৰু গাড়ীখন গৈ আছিল। আমাৰ আগে আগে এখন জীপ-গাড়ীত দুজন সৈনিকে বন্দুক টোঁৱাই গৈ আছিল। মোৰ কাষতে বহি গৈছিল, মেজৰ ধন্‌দি। তেওঁ মোক কৈছিল, "At times, wild elephants keep sitting on the track. So, we must be always on the alert." সেইদিনা যেনিবা এটাও বনৰীয়া হাতী এটাও ওলোৱা নাছিল। মেজৰ ধন্‌দিৰ সৰু পঁজাটো বৰ আটোমটোকাৰীকৈ সজাই থোৱা আছিল। বাঁহৰ চুঙাত সেই মিলিটেৰী অফিচাৰজনে বৰ ধুনীয়া ছবি আঁকি থৈছিল। তিব্বতী শ্ৰমণৰ ছবিও আছিল, যথেষ্ট। মই সুধিছিলোঁ, তেওঁ সেইবোৰ ক'ৰ

পৰা কিনি আনিছে। তেওঁ মোক ক'লে, "Why should I buy. These I have done myself." তেওঁ বোলে আপাটনি শিল্পী এজনৰ পৰা পইচা দি শিকিছে। এই শিল্পী-সৈনিকজন ১৯৬২-ৰ যুদ্ধত মৰিল। মৰাৰ আগতে মোক গোৱালপাৰাত সোমাই মাত দি আহিছিল। সেইদিনা গধূলিৰ লগে লগে বৰফ পৰিছিল। তেওঁ মোক চিমনিৰ ওচৰত বহুৱাই গা'ত এটা নোমৰ কোট পিন্ধাই দিছিল। তথাপি, ঠক্ ঠক্কৈ কঁপিছিলোঁ। তেওঁ মোক অলপ হুইস্কি যাচিলে—বাঁহৰ চুঙা এটাত। ক'লে, "You will get frozen, Professor ! Please help having just a few sips." খালোঁ, জীৱনত প্ৰথম দিনা। মই মানুহটো নীতিবাদী নহওঁ। ৰাতি কেইবাখনো গৰম কাপোৰ লৈ শুই আছোঁ। হঠাৎ টোপনি ভাগি গ'ল, মাজনিশা। মোৰ কাণত পৰিল, কাষৰ 'ড্ৰইং কম'টোৰ পৰা কেইবাটাও উৎকণ্ঠিত কণ্ঠস্বৰ। মই দুয়োটা কোঠাৰ মাজত থকা জিলজিলীয়া কাপোৰখনেদি চাই পঠিয়ালোঁ। চাকিৰ পোহৰত মোৰ চকুত পৰিল, মেজৰ ধনদি আৰু কেইজনমান মিলিটেৰী অফিচাৰে সম্পূৰ্ণ সামৰিক সাজ পিন্ধি কিবা গহীন কথা পাতি আছে।

ৰাতিপুৱা মই মেজৰ ধনদিক সুধিলোঁ, "ৰাতি তোমালোকৰ কি হৈছিল ? সোধাৰ কাৰণে বেয়া নেপাবা।" তেওঁ তেতিয়া ভাঙি-পাতি ক'লে, "গ'ল ৰাতি আমাৰ মানুহে আঠোটা চীনা সৈন্য ধৰি আনিছে। সিহঁতে খাজানা তুলিছিলহি গাঁৱত সোমাই।" আৰু ক'লে, "Professor, I am telling you, rather I forecast, that this place will be transformed into a battle-ground within a few years. Here the two giants are locked with each other in a silent manner and at the appropriate moment it will manifest itself into a shooting war. That place you are standing on will be reddened with the blood of both the Chinese and the Indians." বহুত দিনৰ পাচত ভাৰত চৰকাৰৰ লগত চীনা চৰকাৰৰ কূটনৈতিক বাৰ্তা-বিনিময় সম্পৰ্কীয় সক কিতাপ এখনত সেই আঠজন চীনা সৈন্যক অবৈধভাৱে ভাৰতত খাজানা তোলাৰ অপৰাধত গ্ৰেপ্তাৰ হোৱা সম্পৰ্কে প্ৰতিবাদ-টোকা এটা পঢ়িবলৈ

পাইছিলোঁ। যি কি নহওক, মোক তেওঁ কৈছিল, "আমি তো নিয়মৰ বন্দী। গতিকে, একেবাৰে উচ্চতম মহলক আমাৰ সন্দেহৰ কথা জনাবৰ উপায় নাই।" মোক তেওঁ সুধিছিল, মেকমোহন বেখাডাল চাই আহিবৰ মন আছে নেকি? মই উত্তৰ দিছিলোঁ, অন্য কেতিয়াবা আহিম।

অন্য এবাৰৰ কথা। ভালুকপুঙৰ পৰা আৰু দু'মাইলমান উজাই গৈছিলোঁ। দেখিলোঁগৈ, বাটৰ কাষতে বিৰাট এটা ছাইৰ দ'ম আছে। মোৰ লগৰজনে মোক তাৰে এমুঠি দি ক'লে, "মোহাৰি থাককচোন। গুৰি-ছাইবোৰ ফুৰাই উৰাই দিব।" মই সেইমতে কৰি আছোঁ। অৱশেষত দেখিলোঁ, কেইটামান ফটফটীয়া চাউল! মই আঁকৰা লাগিলোঁ। সিজনে মোক ক'লে, "বাণ ৰজাৰ যজ্ঞথলী!"

আঁকৰা লাগিবলগীয়া বস্তু আৰু এটা দেখিছিলোঁ, তেজপুৰতে। এদিন আবেলি সময়ত পিচফালৰ জেওৰাখনৰ ওচৰলৈ গৈছিলোঁ। মাহটো অক্টোবৰ নে নবেম্বৰ আছিল। হঠাৎ ওচৰতে থকা বহল নলাটোৰ পৰা কুৰি হাতমান ওপৰত—মই য'ত থিয় হৈ আছিলোঁ, তাৰ পৰা চকুৰ পোনে পোনে—দেখা পালোঁ, চাইকেলৰ ক্ৰেংক্ এটাৰ নিচিনা বস্তু এটা পথালিকৈ ঘূৰি ঘূৰি পশ্চিমৰ পৰা পূবলৈ গৈ আছে। শব্দটো আজিকালি শুনিবলৈ পোৱা সেই স্কুটাৰো নহয় চাইকেলো নহয় তাৰ মাজতে 'মটৰেট্' নামৰ যানখনৰ সৈতে অবিকল একে। গতিবেগটোও সিমানেই। ঘূৰি থাকোঁতে দুটামান ফিৰিঙতি উফৰি পৰাৰ দৰে লাগিছিল। মই মুঠতে তিনি মিনিটমান সময় দেখিছিলোঁ। অন্য কাকো দেখুৱাব নোৱাৰিলোঁ। জিতেন নাছিল। ঘনশ্যাম শুই আছিল। মই ৰাতি জিতেনক কৈছিলোঁ। জিতেনে ক'লে, "দাদাই এই 'ফ্লাইং-চচাৰ' নে কিহৰ কথাবোৰ পঢ়ি থাকে নহয়! সেইকাৰণেই দেখিলে।" অধ্যাপক চৌধুৰীক কম বুলি ভাবিছিলোঁ। নক'লোঁ। আন কাকোৱেই নক'লোঁ। সকলোৰে সিদ্ধান্ত হ'ব, আমি নেদেখা বস্তুটো তেওঁ কেনেকৈ দেখিব? অথবা নোকোৱা সিদ্ধান্তটো এনেকুৱাও হ'ব পাৰে, তেওঁ কিয় দেখিব? কিন্তু মোৰ মনত কোনো সন্দেহ নাই, সেইটো 'উৰণীয়া পিৰিচ' এখনেই আছিল। তাৰ কিছুদিনৰ পাচত শিলঙতো কোনোবাই দেখিছিল বুলি বাতৰি-কাকতত ওলাইছিল। মই মুঠতে ক'ব পাৰোঁ, মোৰ

ৰূপান্তৰ নট-বস্তু বোৰ ঠিক অৱস্থাতে থকা সত্বেও বহুতে সাধুকথা বুলি উৰাই দিয়া সেই বস্তুটো নিজৰ চকুৰে ফটফটীয়াকৈ দেখিছিলোঁ, তাৰ শব্দটো নিজৰ কাণেৰে শুনিছিলোঁ! মোৰ আৰু তাৰ মাজত দূৰত্বটো আছিল ৫০ গজমান। কিন্তু, তাৰ ভিতৰত কাকো দেখা নাছিলোঁ। সেইটো নিশ্চয়কৈ ইউ. এফ. অ.' আছিল।

সেই তাৰিখটো মই ক'তো লিখি নথ'লোঁ। কিন্তু, তাৰ ওচৰৰ তাৰিখ এটা মোৰ যাৱতীয় কথাৰ টোকা বহীত লিখি থোৱা আছে। সেইটো তাৰিখ ২৩ অক্টোবৰ ১৯৫৪। বোধকৰোঁ, তেতিয়া পূজাৰ বন্ধত ঘৰলৈ গৈছিলোঁ। কথাই কথাই মা'ক ক'লোঁ, "মা, তোমালোকক ইজনে-সিজনে হয়তো আমনি কৰিবহি। তোমালোকে কিন্তু কাকো একো কথা নিদিবা। মা, মই তোমাক কেতিয়াবাই ক'ব লাগিছিল। কোৱা নাই। জানোচা তোমালোকে মোক ভুল ভাবা। মই এজনী ছোৱালীক কথা দি থৈছোঁ, মই তেওঁকেই বিয়া কৰাম বুলি। মই অৱশ্যে দেউতা আৰু তোমাৰ পৰা কথাটো অতদিনে লুকুৱাই থ'ব নেলাগিছিল।" মা'ই মোক লগে লগে ক'লে, "ওঁ, ছোৱালীজনী ভাল বুলি শুনিছোঁ। কথাটো ক'লি, ভাল হ'ল। মোৰ ফালৰ পৰা মত আছে। দেউতাৰক মই ক'ম বাৰু। দেউতাৰে মোৰ মতকেই দেউতাৰবো মত বুলি ক'ব।" মা'ক মোৰ সেৱা কৰি দিবৰ মন গৈছিল। লাজতে নকৰিলোঁ। মা'ৰ লগত নো মই কি আনুষ্ঠানিকতা কৰিম! মা'ই তেনেকুৱাতে সুধিলে, "তাইৰ দেউতাকে কি কাম কৰে?" মই ক'লোঁ। মই অনুভৱ কৰিলোঁ, মা এটা কথাতেই সন্তুষ্ট হৈছিল—আমাৰ সম্পৰ্কটোৰ বিষয়ে ক'তো একো বেয়া কথা শুনিবলৈ পোৱা নাছিল!

তেজপুৰৰ মধুৰ স্মৃতিবোৰৰ ভিতৰত মোৰ কেইটামান নজহা-নপমা সোঁৱৰণী হ'ল, বাণ ৰংগমঞ্চত দেখা পোৱা কেইখনমান নাটকৰ অভিনয়। পূজাৰ সময়ত চাইছিলোঁ, একেখন নাটকৰে দুনিশাৰ অভিনয়। নাটকখন আছিল, দ্বিজেন্দ্ৰলাল ৰায়ৰ 'শাজাহান' নাটকৰ অসমীয়া ৰূপান্তৰ। প্ৰথম নিশা ছাহজাহানৰ ভূমিকাত অৱতীৰ্ণ হৈছিল নটসূৰ্য ফণী শৰ্মা আৰু ঔৰংজীৱৰ ভূমিকাত কলাগুৰু বিষ্ণু ৰাভা। ফণী শৰ্মাৰ অভিনয়ত ছাহাজাহান চৰিত্ৰটোৱে সকলোৰে হৃদয় স্পৰ্শ কৰিছিল। সম্রাটৰ ৰাজকীয় গাম্ভীৰ্য আৰু বিষাদময় পৰিণতিৰ অপূৰ্ব চিত্ৰণ সেই

নিশাৰ অভিনয়ৰ বৈশিষ্ট্য আছিল। দ্বিতীয় নিশা নাম-ভূমিকাত অৱতীৰ্ণ হৈছিল বিষ্ণু ৰাভা আৰু ঔৰংজীৱৰ ভূমিকাত অন্নদা পদ্মপতি। সেই নিশা মোৰ মনত আছে ছাজাহানৰ বহুত সংলাপ বিষ্ণু ৰাভাই লগে লগে ৰচনা কৰি গৈছিল। ফলত চৰিত্ৰটোৱে এক প্ৰগাঢ় কবিতাময় বিস্তৃতি এটা লাভ কৰিছিল; আনহাতে, পদ্মপতিৰ অভিনয়ত ঔৰংজীৱৰ চৰিত্ৰটোৱে গতিশীল দ্বন্দ্বৰ মূৰ্তিমান ৰূপ পাইছিল। দুয়ো নিশাৰ অভিনয় চাই মই এটা জ্ঞান লভিছিলোঁ, মঞ্চাভিনয়ৰ এটা বৌদ্ধিক দিশ আছে আৰু তাৰ নান্দনিক বৈশিষ্ট্যটো যেনিবা এক চলমান ব্যাখ্যা। বাৰ্ণাৰ্ড শ্ব'ৰ 'আৰ্মছ এণ্ড দ্য মেন' নাটকখনৰ অসমীয়া ৰূপান্তৰ কৰিছিল সেই সময়ৰ তৰুণ শিল্পী অজিত সিংহৰ পৰিচালনাত অত্যন্ত সফল হৈছিল। কেইবাজনো চাহাব-মেমেও সেইখনৰ অভিনয় চাইছিলহি। আচৰিত কথা, শ্ব'ৰ নাটক যদিও চলন্ত বিতৰ্ক সভা বুলিয়েই ক'ব পাৰি, তথাপি সেইখন তেওঁলোকে ধুনীয়াকৈ উপভোগ কৰিছিল। আৰু এবাৰ চাইছিলোঁ, 'শোণিত কুঁৱৰী'ৰ অভিনয়, যিখনত চিত্ৰলেখাৰ ভূমিকা লৈছিল বকুল শইকীয়াই। এইবোৰ নাটকৰ অভিনয় চোৱাৰ পাচত ধাৰণাটো মোৰ গজগজীয়া হৈছিল, বোলছবি ৰংগমঞ্চৰ প্ৰতিদ্বন্দ্বী নহয়। ৰংগমঞ্চ তাৰ নিজৰ মাধ্যমেৰে অমৰ।

খবৰটো পোনতে মে' মাহৰ শেষৰ ফালেই পালোঁ। অৱশেষত, মই হেনো কটন কলেজত ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে মকৰল হৈছোঁ। মই নেজানিছিলোঁ, ১৯৫৫ চনটোৰ আগছোৱাত যে মোৰ বিষয়ে চৰকাৰৰ চোৰাংচোৱা বিষয়ে তেওঁলোকৰ ভাষাত 'সূক্ষ্মতৰ তদন্ত' চলায়েই আছিল! জুন মাহৰ শেষৰ ফালে 'অসম গেজেট'ত ঘোষিত হ'ল, কটনত চাকৰিটো পোৱা বুলি। জহুৰ বন্ধৰ ভিতৰতে দৰং কলেজলৈ পদত্যাগ-পত্ৰ পঠিয়ালোঁ। জুলাইৰ ৪ তাৰিখে তেজপুৰ এৰিলোঁ। জুলাইৰ ১১ তাৰিখে কটনত যোগ দিলোঁগৈ। অংকটো এইবেলি আৰু জটিল হ'ল: ৩১-ৰে হৰণ কৰি ২১-ৰে পূৰণ কৰিব লাগে। দৰমহাটোতো অংক ভালেমান: ঘাই বেতন ১৭৫ টকা+ মৰগীয়া বানচ ১৭½% + নগদ বানচ ১৩'৫০ পইচা! তাৰে বাদ যায় আয়কৰ বছৰেকত ১০ টকা! আচলতে, দৰং কলেজতকৈ মুঠ দৰমহা ১৩০ টকা কমিল।

## ॥ পাৰঘাটৰ মাটিৰ উম ॥

"নজৰ সে উন্‌কী পহলী হী নৰজ
যোঁ মিল গয়ী অপনী।
কি জৈসে মুদ্দতোঁ সে থী
কিসী সে দোস্তী অপনী।।"

—জিগৰ মোৰাদাবাদী

মাজৰ সময়ছোৱা আশা-নিৰাশাৰ লুকাভাকুৰ মাজেদিয়েই পাৰ হৈ গৈছিল। কেতিয়াবা পাৰৰ মাটিচমকা দূৰত ছঁায়াময়াকৈ দেখা যেন লাগিছিল। কিন্তু, পাচ মুহূৰ্ততে সেয়া কুঁৱলীয়ে ঢাকি পেলোৱা যেন পাইছিলোঁ। অৱশেষত, যেতিয়া কটনত যোগ দিলোঁহি, তেতিয়া ভৰিৰ তলত মাটি এডোখৰৰ অস্তিত্ব অনুভৱ কৰিবলৈ ধৰিলোঁ। গুৱাহাটীৰ জীৱনৰ যাত্ৰ সেইখিনিতে। বহুত দিনৰ মূৰত মই মোৰা চাৰিওকাঁলে এখন বন্ধুত্বপূৰ্ণ জগতৰ উমাল স্পৰ্শ লভিলোঁ। মোৰ লগত গুৱাহাটীৰ এক নাড়ীৰ সম্পৰ্ক অনুভৱ কৰোঁ, যিটো পৃথিৱীৰ অন্য কোনো ঠাইতে অনুভৱ নকৰোঁ। এই যে জীৱনৰ আবেলি পৰত নাওখন চপাইছোঁহি ডিবৰু ঘাটত, মাজে মাজে এই চহৰত এটা গভীৰ অনুভূতিয়ে হেঁচি ধৰেহি—মই এক বিচ্ছিন্ন মানুহৰ জীৱন যাপন কৰিবৰ বাবেই উপজিছিলোঁ! আৰু সেই গুৱাহাটী! মই তাৰ প্ৰতিটো ধূলিৰ কণা সুন্দৰকৈ চিনি পাওঁ, প্ৰতিজন মানুহৰ বুকুৰ ভাষা আখৰে আখৰে বুলি পাওঁ। সেই গুৱাহাটীৰ কটন কলেজ। প্ৰত্যেক শিশুৱেই যেনেকৈ তাৰ শৈশৱৰ প্ৰথম উকমুকনিটোৰে লালিত হয় মাতৃ-গৰ্ভত, ঠিক তেনেকৈ মোৰ যৌৱনৰ প্ৰথম জাগৰণটোৰে মই লালিত হৈছিলোঁ সেই কটন কলেজৰ মানস-গৰ্ভত। এই যুগৰ বহুতো মনস্তত্ত্ববিদে—হোমাৰ লে'ন আৰু গেয়ৰ্গ ভালথাৰ গ্ৰডেকৰ দৰে মনস্তত্ত্ববিদে—অৱদমিত মনৰ মাতৃ-গৰ্ভলৈ প্ৰত্যাৱৰ্তনৰ আনন্দ এটাৰ কথা কয়। যিদিনা কটন কলেজত অধ্যাপকৰ কামত যোগ দিছিলোঁগৈ, সেইদিনা সেই আনন্দটোকে লাভ কৰিছিলোঁগৈ। মোৰ ধাৰণা হৈছিল, মই উভতি আহিছোঁ।

গুৱাহাটীৰ জুলাই মাহটো আৰু ডিব্ৰুগড়-তেজপুৰৰ জুলাই মাহ—দুয়োটাৰে মাজত আকাশ-পাতাল প্ৰভেদ। মই জানিছিলোঁ,

শিক্ষকসকলৰ জিৰণি-কোঠাত যিবোৰ মুখ দেখিমগৈ, সেইসকলৰ শতকৰা ৯০খন মুখেই মোৰ চিনাকি ধৰণৰ পাম। গতিকে, মই পিন্ধি যোৱা ঠাণ্ডা চুট জোৰৰ কোটটো সোলোকাই থৈ গৈছিলোঁ। কটনৰ কপি এটা লৈ কলেজৰ পৰা উভতিব খুজিছোঁ, এনেতে অধ্যাপক ৰায়হান শ্বাহে মোক একাষৰীয়াকৈ মাতি নি ক'লে, "তুমি ক'লেজলৈ আগেঁাতে কোটটো অন্ততঃ গা'ত পেলাই আহিবা। আমাৰ মানুহে যে ধুতি-পাঞ্জাৱী পিন্ধিলে গা'ত খনীয়া কাপোৰ এখন এনেয়ে পেলাই আছে, চাবাচোন কি সুন্দৰ দেখায়!" হুবহুৰ আজতে ভাণ্ডৰ মামীৰ মুখৰ পৰা শুনা কথাষাৰৰে প্ৰতিধ্বনি। মই তেখেতক ক'লোঁ, "ছাৰ, আজি মোৰ সেই তাহানিৰ ছাত্ৰ হৈ আহিবৰ মন গ'ল। কাইলৈৰ পৰা অধ্যাপক হৈ আহিম বুলি ভাবিছোঁ!"

মন কৰিলোঁ, যোৱা চাৰিটা বছৰতে কটনে সুঁতি সলালে। আমাৰ দিনৰ সেই ধুতি-চাৰ্ট পিন্ধা নাইবা পাঞ্জাৱী-ধুতি পিন্ধা জধলা কটনিয়ানৰ সঁচ এটাও নাইকিয়া হ'ল। কেউপিনে কেৱল হাওৱাই চাৰ্ট আৰু ট্ৰাউজাৰৰ তজ্‌বজীয়া কটনিয়ান। ছাত্ৰীৰ সংখ্যাও আগৰ তুলনাত দুগুণ হ'লহি। তেওঁলোকৰ মাজতো কপাহী চাদৰ আৰু মুগা মেখেলাৰ সলনি টেৰিলিনৰ শাড়ীৰ প্ৰাধান্য। আৰু শিক্ষকসকলৰ মাজতো আগৰ ইন্দু বাবুৰ দৰে চাৰ্টৰ ওপৰত ডবল পোচ্ছ মৰা ধুতিৰ সাক্ষাৎ যে পাবলৈ নোহোৱা হ'লেই, আনকি অধ্যাপক কনক দাসৰ দৰে থোৰ মৰা ধুতিৰ ফেৰটোও অচিনাকি হৈ পৰিল। চাৰিওপিনে কেৱল চুট-টাইৰ ভীৰ। আমাৰ ইংৰাজী বিভাগৰ মানুহকেইজনৰ তাৰ মাজতে অলপ নিজস্ব বৈশিষ্ট্য আছিল। আমাৰ প্ৰত্যেকৰে নে'কটাইবোৰত টাই-পিন গুজি থোৱা আছিল। নৱকান্ত বৰুৱাই পিন্ধি আহিছিল, খদ্দৰৰ কাপোৰৰ মাখন ৰঙৰ চুট; আৰু মই পিন্ধিছিলোঁ, বেস্থ' শ্বাৰ্ক-স্কিনৰ পাতল গোলাপী ৰঙৰ চুট। আৰু আনন্দেশ্বৰ শৰ্মাকে ধৰি আমি তিনিওজনে জিৰণি-কোঠাৰ জুনিয়ৰ কোঠাটোত কেভেণ্ডাৰ্ছ চিগাৰেটৰ ধোঁৱা উৰুৱাই থাকোঁ। অন্য একো নহয়, ভাত থকা ছবিৰ চাহাৰটোৱে যে চালাম জনাই থাকে— সেইটো বৰ ভাল লাগে। দামো সস্তা—মাথোন পাঁচ অনা প্ৰতিটো পেকেটত। চাহ আৰু চিগাৰেটৰ যোগান ধৰি থাকে, লক্ষ্মী আৰু বন্ধু—এই দুজনে। ল'ৰা-ছোৱালীবোৰে আমাৰ তিনিওজনৰ এটা

তোমাৰ নাম থৈ দিলে, ব্ৰহ্মা-বিষ্ণু-ৰুদ্ৰ! বহুত পাচতহে জানিছিলোঁ কথাবাৰ। নৱকান্ত বৰুৱাই সৃষ্টি কৰে, আনন্দেশ্বৰ শৰ্মাই পালন কৰে, আৰু মই কালাপাহাৰী কৰোঁ। যি কি নহওক, মই এৰি থৈ যোৱা জধলা কটন, ইয়াৰ মাজতে তজ্‌বজীয়া কটন হৈ পৰিল। তাৰ মাজতে ইংৰাজী বিভাগৰ মূৰব্বী অধ্যাপক দিগেন দত্তই বছৰেকীয়া গোপন প্ৰতিবেদনত মোৰ বিষয়ে লিখি পঠিয়ালে, "He lacks smartness"! নৱদাই—নৱকান্ত বৰুৱাক মই আজিলৈকে সেইটো সম্বোধনেৰেই মাতোঁ—হাঁহি সামৰিব নোৱাৰিলে। ক'লে, "মহেন্দ্ৰ বৰাই দুৱাৰ-খিৰিকী ভাঙি ফুৰিলেহে হ'ব!" শিক্ষাধিকাৰৰ পৰা মোলৈ অহা সেই গোপন প্ৰতিবেদনৰ কপিটো মই বাজহুৱাকৈ দেখুৱাই ফুৰিলোঁ। শ্ৰেণীলৈ যাওঁতে কোনোবা এজনে সুধিলেই হ'ল আৰু দিগেন বাবু থাকিলেই হ'ল, মই উত্তৰ দিওঁ, "যাওঁ, অলপ smartness দেখুৱাই আহোঁগৈ। ন'হলে ডি. পি. আই. য়ে কাঁচী দিব।" মোৰ অধ্যাপক চৈয়দ মজহৰ ইছলামে খুক্ খুক্কৈ হাঁহি দিয়ে, "তোমাৰো যে কথাবোৰ!"

তেওঁ নেজানিছিল, সেয়া যে মোৰ তৰোৱাল ঘূৰাই ফুৰাৰ সময়। জানিবৰ সম্ভাৱনাও নাছিল। তেওঁ সেই মানুহজনৰে সাঁচত গঢ়া, যিজনে চৈয়দ আব্দুল মালিকৰ বিষয়ে কৈছিল—গল্প লিখিবলৈ ল'লে ভাল গল্প লিখিব পাৰিব বুলি 'ভৱিষ্যদ্বাণী' কৰাৰ ধৃষ্টতা প্ৰকাশ কৰিছিল। অৱশ্যে, ইজনৰ সাঁচটো অলপ উন্নত ধৰণৰ আছিল। মোৰ হাঁহি উঠি যায়, এই বছৰেকীয়া গোপন প্ৰতিবেদনবোৰৰ কথা ভাবিলে। অন্যবোৰ বিভাগত থাকিলেও, শিক্ষা বিভাগত যে এই বস্তুটোৰ চলন্তি সম্পূৰ্ণৰূপে অস্বাস্থ্যকৰ। কাৰণ, এই বস্তুটোৱে সতীৰ্থ শিক্ষকৰ বিৰুদ্ধে জ্যেষ্ঠতৰ শিক্ষকক চোৰাংচোৱাগিৰি কৰিবলৈ উচটনি দিয়ে। মোৰ মনত আছে, মই ছাত্ৰ হৈ থাকোঁতে, এদিন আমাৰ 'অনাৰ্চ'ৰ শ্ৰেণীত অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্যই দুখ কৰিছিল—সিজনৰ বিষয়ে সিজনৰ মূৰব্বী অধ্যাপক গৰাকীয়ে বছৰেকীয়া গোপন প্ৰতিবেদনখনত বোলে বক্ৰিমস্বভাৱী বুলি লিখিছিল! পৰৱৰ্তী জীৱনত মোৰ ওপৰতো তেনেকুৱা দুটা-এটা দায়িত্ব পৰিছে। সকলো ক্ষেত্ৰতে মই সংশ্লিষ্ট কনিষ্ঠজনক মাতি আনি সুধিবলৈ নেপাহৰিছিলোঁ—তেওঁৰ বিষয়ে কি লিখিলে, তেওঁক

সহায় কৰা হ'ব। সিমানেই নহয়, বহু সময়ত সিজনক সেইখন আগতীয়াকৈ দেখুৱাই ভুৱা গোপনীয়তাবো মুখ চোবাবলৈ নেপাহৰিছিলোঁ।

পোনতে মই শিলপুখুৰীৰ ওচৰৰ প্ৰফুল্ল বৰুৱাৰ ভাৰা-ঘৰ এটাত আছিলোঁ। সমুখত এখন মুকলি পথাৰ আছিল। আলিটোৰ সিপাৰে 'সাবিত্ৰী ষ্টোৰ'। মই থকা ঘৰটোৰ ওচৰৰ ডাঙৰ ভাৰা-ঘৰটোত তাহানি ড° বিৰিঞ্চিকুমাৰ বৰুৱা, অধ্যক্ষ হেম বৰুৱা আৰু কোনোবা এগৰাকী মেচ পাতি আছিল হেনো। মই থাকিবৰ সময়ত সেই ঘৰটোত লোক সভাৰ সদস্য ধৰণীধৰ বসুমতাৰী আছিল। মোৰ ঘৰটোৰ দাঁতিতে এজোপা কৰবী গছ আছিল। সেই গছজোপাৰ তলতে প্ৰায়েই আড্ডা মাৰিছিলোঁ, বসুমতাৰীৰ লগত। বসুমতাৰী ভলভলীয়া মানুহ—কংগ্ৰেছৰ বহুত ভিতৰুৱা কথা মোক কৈছিল। সেইবোৰৰ কথা মই নোদোহাৰোঁ; কাৰণ, বসুমতাৰীয়ে অস্বীকাৰ কৰি দিলে, মাজতে মিছা-মিছিকৈ মই চোঠেঙীয়া হৈ পৰিম। মোৰ অন্য দুগৰাকী প্ৰতিবেশী আছিল, কামিনী বৰদলৈ আৰু কনক বৰদলৈ। সেই অঞ্চলটোৰ ল'ৰা-ছোৱালীবোৰৰ মই উমৈহতীয়া খুৰা হৈ পৰিছিলোঁ। সিহঁতক যে মই মোৰ সমান বয়সীয়াৰ দৰে অতিথি-সৎকাৰ কৰিছিলোঁ, সেইটোৱেই মোক সিহঁতৰ সান্নিধ্য দিছিল। সেই ল'ৰা-ছোৱালীবোৰৰ ওচৰত মই গভীৰ কৃতজ্ঞ; কাৰণ, অৱশেষত সিহঁতৰ সান্নিধ্যটোৱেই মোৰ তেজপুৰৰ পৰা লাগি অহা মোৰ মনৰ অস্থিৰতাটো মচি দিছিল। লাহে লাহে মই আকৌ সেই তাহানিৰ ফৰকাল মানুহটো হৈ পৰিছিলোঁ।

ক'বলৈ পাহৰিছোঁ, সেই ঘৰটোত আমি দুজন একেলগে আছিলোঁ—মই আৰু নতুনকৈ সহকাৰী অভিযন্তাৰ কামত সোমোৱা মোৰ তাহানিখনৰ সহপাঠী-বন্ধু প্ৰশান্ত বেজবৰুৱা। তেওঁ বদলি হৈ যোৱাৰ পাচত লগ লাগিছিলহি, শশধৰ ৰায়বৰুৱা। সেইবোৰ দিনৰ কেইটামান কথা মোৰ মনত পৰে। প্ৰশান্ত আৰু মোৰ ডাঙৰ সমস্যাটো হৈছিল বান্ধনি-ল'ৰা বিচাৰি নোপোৱাৰ সমস্যা। কোনোবাটো একেবাৰে ওলা, আৰু কোনোবাটো সাত ঘাটৰ চেঙেলী। এবাৰ আগৰ ল'ৰাটো গ'লগৈ। গধূলি আমি দুয়ো চিন্তা কৰি থাকোঁতেই এটা ল'ৰা আহি ওলালহি। সি আমাক ক'লে, সি বোলে আগতে বাঙিয়াৰ হোটেল

এখনত আছিল—ভাত-পানী বঢ়িয়াকৈ ৰান্ধিব জানে। নামটো সুধিলোঁ। উত্তৰ পালোঁ—কলিজাখোৱা! ভাবিলোঁ, 'গোলাপক যি নাম দিয়েই মাতা নেলাগিলে, গোলাপ গোলাপেই'। কোনো ভুল নাই, হোটেলত ৰান্ধনি আছিল যেতিয়া, সেইদিনাৰ পৰা অন্ততঃ সুখে-সন্তোষে দুয়োবেলা দুসাজকৈ খাব পাৰিম! কলিজাখোৱাই আমাৰ প্ৰশ্নৰ উত্তৰত ক'লে, সি মাছ-মাংস-কণী আটাইবোৰ ৰান্ধিব জানে। পিচে সেইদিনা ৰাম-পাৰ যোগাৰ কৰাৰ সময় নাছিল। গতিকে, পোনৰ সাজ গুদাই-নিকাই খোৱাৰ সিদ্ধান্তটোকেই লোৱা হ'ল। ৰাতি ভাত খাবলৈ লৈ দেখিলোঁ, ভাত নহয়—ভজা চাউল, ডাইল নহয়—তপত পানীত কেঁচা ডাইল, আৰু আলু-ভজাখিনি যেনিবা তেলত সনা আলুৰ চকল! কলিজাখোৱা ওচৰতে অতি ভক্তি-ভাৱসিক্তৰে বৈ আছে! সুধিলোঁ, ৰঙিয়াৰ হোটেলত সি ৰান্ধনি আছিল নে অন্য কিবা। সি উত্তৰ দিলে, "মানুহ যোৱাৰ পাচত কাঁহী ৰাটিবোৰ পখালি থওঁ।" বেজবৰুৱাই ক'লে," "হেৰ' কলিজা-খোৱা, তই খালি আমাৰ কলিজাটো। পুৱা তই যাবিগৈ।"

তাৰ পাচত আহিল চেঙেলী। সিমান দিনলৈ মই অকলশৰেই থাকোঁ। প্ৰশান্তও গ'লগৈ, শশও গ'লগৈ। এদিন কলেজৰ পৰা ঘামি-জামি উভতি আহিছোঁ। পদূলিতে থকা পাঠকৰ দোকানত সোমালোঁ। কথা নাই বতৰা নাই, পাঠকে মোক বিনা ভূমিকাৰে সুধিলে, "আপোনাৰ বাশিটো বাক কি?" মই ওভোতাই সুধিলোঁ, "কিয় সুধিলে, কওঁকচোন।" তেওঁখেতে নাটকীয় ভংগীৰে কৈ গ'ল, "আপোনাৰ ধৰণেৰে নাহিলেও মোৰো অন্ততঃ দুজন-এজন আছে। ল'ৰা-ছোৱালীও এহাল আছে। আমিও দুজন। মাহটো চলি যায় দুটা টিনেৰে; কেতিয়াবা তিনি টিন লাগে। তাৰ মানে ধৰক, আঢ়ৈ টিন 'কণ্ডেন্স্‌ড মিল্ক' লাগে। আপুনি তো দিনটো কলেজতে থাকে। আপোনাৰ ঘৰৰ বন কৰা ল'ৰাটোৱে নিতৌ মোৰ ইয়াৰ পৰা একোটাকৈ টিন নিয়েছি। বোলে, 'বিলাতী গাখীৰ এক টিং লাগে'। মই দি পঠিয়াম। এই ২৭ দিনত সি মুঠতে ২৩ টিন নিলেহি। বিক্ৰী হ'লে মোৰ ভালেই লাগে দিয়কচোন। তথাপি যদি গাখীৰতে গোটেই দৰমহাটো উবুৰিয়ায়! কওঁ-নকওঁকৈ ক'লোঁ আপোনাক।" মই অবাক মানিলোঁ। সেইদিনা ৰাতিলৈ প্ৰফুল্ল বৰুৱাৰ মাকক গোটেই

কথাটো কৈ উঠি ক'লোঁ, "আইতা, আপুনি অকণমান চকু দিবচোন, মই নথকা সময়ত সি তাৰ লগৰীয়া গোটাই আড্ডা দি চাহৰ খোলা পাতে নেকি?" আইতাই মোক ক'লে, "তুমি ভয় নকৰিবা, কাইলৈকে ভেদ ভাঙিম।" পাচদিনা মই কলেজৰ পৰা মই আহি পোৱাৰ লগে লগে তেখেতে মোক সবিস্তাৰে ক'লে, "বাপা, চেঙেলীক এতিয়াই পঠিয়াই দিয়াঁ। সি তোমাক দেউলীয়া কৰিব। মই আজি তুমি যোৱাৰ পাচৰে পৰা খা-খবৰ লৈ আছোঁ। দুপৰীয়ালৈ মাত দিওঁহে দিওঁ, তাৰ সঁহাৰি পাবলৈ নাই। মই বান্ধনি-ঘৰৰ দুৱাৰখন মেলি চাওঁ। সি ভাত খাই আছে, সমুখতে তাৰ সেই 'বিলাতী গাখীৰ'ৰ টিনটো। পানী-তুনি নাই। সেইখিনিকে কাঁহীখনত ঢালি লৈ ভাতৰ লগত সানি খাইছে। সি যে এই আঠাইশ দিন সেইদৰে খায়ো নমৰাকৈ জীয়াই আছে!" প্ৰফুল্ল বৰুৱাৰ ভনীয়েক মাকড়িয়ে ক'লে, "মা, সি মৰিব কিয়? সি গাখীৰ-ভাত খাবলৈ পাই এই কেইদিনতে চিকুণটো হৈ পৰিছে!" মই যোগ দিলোঁ, "তাতে যেনেকুৱা তেনেকুৱা গাখীৰ নহয়, একেবাৰে বিলাতী গাখীৰ!" মই নক'লোঁ, তাৰো উজনিৰ সময়ত যে বহুতে গাঁও-ভূঁইবিলাকত 'কণ্ডেন্স্‌ড মিল্ক'ক মেমনীৰ গাখীৰ বুলি কৈছিল।

সেই সময়তে এবাৰ মোৰ সেইটো ঘৰত সোণটি মামা ফুৰিবলৈ আহি কেইদিনমান মোৰ আলহী হৈছিলহি। মামাই মন কৰিছিল, নিতৌ দুই বেলা মোৰ বান্ধনি-ল'ৰাটোৱে গাইপতি দুখনকৈ ভজা লুচি ওচৰৰ দোকান এখনৰ পৰা কিনাই আনি খাইছিলোঁ। মামাই মোক সুধিলে, "বেল্‌না এখন কিনি নলৱ কিয়, সদায় যে ভজা লুচি কিনি খাৱ?" মই ক'লোঁ, "বেলেগে পইচাই আঁটাবগৈ পৰা নাই। অলপ বাহিকৈ থ'ব পাৰিলেই কিনিম। অৱশ্যে, ষ্টেণ্ডাৰ্ড ফাৰ্ণিচাৰ হাউচ'ৰ পৰা বাকীকৈ আনিব পাৰিম। কিমান জানো পৰেগৈ!" মামাই মোক চাব্‌ মাৰি সুধিলে, "কিমান পৰিবগৈ বাৰু?" মই ক'লোঁ, "বিশ-পঁচিশ টকাৰ কমে ক'ত দিব?" মামাই মোক একো নক'লে। ভাবিলে, 'মোৰ ভাগিন এইটো বেঙা হৈয়েই থাকিল!' গধূলি মামাই বেল্‌না-মাৰি এভালেৰে সৈতে বেল্‌না এখন কিনি আনি মোক দেখুৱাই লৈ ক'লে, "ক'চোন বাৰু, কিমান মান ল'লে?" মই

অবাক মানিলোঁ, মামাই যেতিয়া ক'লে—মাথোন চৈধ্য অনা! মই ভাবিয়েই পোৱা নাছিলোঁ, সেই ঘূৰণীয়াকৈ কটা বেলুনাখন আৰু ভাতকৈয়ো মিহি কামৰ সুগোল বেলুনা-মাৰিডাল ইমান সস্তা দামৰ হ'ব পাৰে! তেতিয়াহ'লে দেখোন কোন কাহানিবাই পাৰিলো-হেঁতেন, যেতিয়া মই লেখা-মেলা কৰা সৰু টেবুলখন কিনিছিলোঁ মাথোন আঠ টকা দামত 'ষ্টেণ্ডার্ড ফার্ণিচাৰ হাউচ'ৰ পৰা—যিখন এতিয়াও অক্ষত অৱস্থাতেই আছে! একেটা ধৰণৰ আৰু বুৰ্বকামি কৰিছিলোঁ, যিটোৰ কথা অলপ পাচত ক'ম।

শিলপখুৰীৰ সেই ঘৰটোৰ পৰা ১৯৫৫ চনৰ শেষৰ ফালে চেনি-কুঠিলৈ আহিলোঁ, য'ত আমি তিনিজন মহেন্দ্ৰ বৰা শুচৰা-ওচৰিকৈ আছিলোঁ, যিটো ৰাস্তাৰ নাম কমলাকান্ত ভট্টাচাৰ্য ৰোড্—সেই ৰাস্তাটোৰ কাষৰ সৰু ঘৰটোলৈ। সেই ঘৰটোৰ গৰাকী আছিল ড° সূৰ্যকুমাৰ ভূঞাৰ ডাঙৰ জোঁৱায়েক ভাৰত দাস। ঘৰটো অলপ বেলেগ চানেকিৰ। ঘৰটোৰ খুটাবোৰ আলাসতে থকা ধৰণৰ। নট-বল্টু সোলোকাই দেৱালবোৰ আৰু মজিয়াখন ভাঙি লৈ গৈ য'তে-ত'তে আকৌ চাৰি-পাঁচ ঘণ্টামানৰ ভিতৰতে আন ক'ৰবাত থাপি ল'বগৈ পাৰি। মূধচখন আছিল এচ্বেষ্টছৰ—যেতিয়া অসমত সেই বস্তুটোৰ প্ৰচলনেই হোৱা নাছিল। সেইকাৰণে, সেই ঘৰটোৰ নামেই আছিল—'এচ্বেষ্টছ হাউচ'। মোৰ আগতে সেই ঘৰটো ভাৰা লৈছিল ড° ভূপেন হাজৰিকাই। তাৰ পাচতে ঘৰটো ভাৰা ল'লোঁ মই। ভাৰা আছিল মাহিলি ৫০্ টকা।

ঘৰটো যেনেকৈ ৰোমাণ্টিক আছিল, পৰিৱেশটোও আছিল তেনেকৈ অত্যন্ত লোভনীয়। মাজতে এটা ঘৰ এৰি মোৰ ঘৰটোৰ পশ্চিমলৈ 'ৰামধেনু'ৰ সম্পাদক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য। কেইঘৰমান এৰি তিলক হাজৰিকা। তাৰ মাজৰ চুবুৰীটোতে নৱকান্ত বৰুৱা। তিলক হাজৰিকাৰ ঘৰৰ দাঁতিৰ বাটটোৰে তুখোজ সোমাই গ'লেই যোগেশ দাস। পোন বাটেৰে গৈ বাঁওফালে ঘূৰি দিলে তেতিয়াৰ 'ৰামধেনু প্ৰেছ'ৰ সমুখতে হেম বৰুৱাৰ ঘৰ। আকৌ, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সমুখৰ বাটটোৰে তুখোজ গ'লেই বেণুধৰ শৰ্মাৰ 'টোকোৰা বাহৰ কুটা' গোটোৱা ঘৰ। আৰু মোৰ ঘৰটো এৰি নৱগ্ৰহ শ্মশানৰ পিনলৈ গৈ থাকিলে সংগীতজ্ঞ পুৰুষোত্তম দাসৰ ঘৰ।

আলৈ গৈয়েই মোৰ ভাগ্য-ৰবি উদয় হৈছিল। মোৰ সমুখতে থকা ধৰণী ভালুকদাৰে মোক অকণমাণি বাছনি-লগা এটা যোগাৰ কৰি দিলে। নামটো ৰজনী; ঘৰ ভামোলপুৰৰ ওচৰত। তাৰ চকুহাল বৰ মৰম লগা ধৰণৰ আছিল। বুদ্ধিটোও আছিল চোকা।

ক'বলৈ পাহৰিছোঁ, 'সাবিত্ৰী ষ্টোৰ্চ'ৰ সমুখৰ সেই শিলপুখুৰীৰ ঘৰটোত থাকোঁতেই মই এখন দৰ্খাস্ত দাখিল কৰিলোঁ। চৰকাৰৰ ঘৰত নহয়—তেতিয়া ধুবুৰীলৈ চৰকাৰীভাৱে বদলি হৈ যোৱা মোৰ শহুৰ বীৰেন্দ্ৰমোহন দাসৰ ওচৰত। চিঠিখন ইংৰাজীতে লিখিছিলোঁ। লিখিছিলোঁ: 'যদিও মই তেখেতৰ ওচৰত অচিনাকি, তথাপি বাকী আটাইবোৰৰ লগতে মোৰ চিনাকি। তেখেতৰ ডাঙৰ ছোৱালী গীতাৰ লগত মোৰ চিনাকিটো আৰু বেচি ঘনিষ্ঠ। আমি দুয়ো তেখেতৰ অনুমতিসাপেক্ষে বিবাহ-পাশত আবদ্ধ হ'ম বুলি ইচ্ছা এটা পুহি ৰাখিছোঁ, যোৱা প্ৰায় তিনি-চাৰি বছৰ ধৰি। মই জানো, মই তেওঁৰ যোগ্য প্ৰাৰ্থী নহওঁ। তথাপি, তেওঁৰ আসন্ন এম.এ. পৰীক্ষাটো শেষ হৈ যোৱাৰ পাচতে নিশ্চয় তেখেতে গীতাৰ বিয়াৰ কথাবাৰ চিন্তা কৰাৰ সম্ভাৱনা এটা আছে। সেই সম্ভাৱনাৰ পৰিপ্ৰেক্ষিতত মোকো যদি সম্ভাব্য এটা মানুহ হিচাপে বিবেচনা কৰে, তেনেহ'লে জীৱনলৈ কৃতাৰ্থ হওঁ।' মোৰ হ'বলগীয়া ডাঙৰ খুলশালী শেৱালিয়ে মোক জনালে, "দেউতাৰ সম্পূৰ্ণ মত আছে। বাইদেউৰ পৰীক্ষাটো হৈ যাওক।" মই স্বস্তিৰ নিশ্বাস পেলাইছিলোঁ। কিন্তু অস্বস্তিটো আৰম্ভ হ'ল, যেতিয়া গীতাই তেওঁৰ পৰীক্ষাৰ মাজতে মোক লগ ধৰি ক'লেহি, "প্ৰায় কেয়োখন কাকততে পৰীক্ষা বেয়া হৈছে। গতিকে, এইবেলি 'ড্ৰপ' কৰোঁ। নহ'লে ৩য় শ্ৰেণী পোৱাৰ সম্ভাৱনাটো অতি বেচি।" মই জোৰ নকৰিলোঁ। পাচত গম পাইছিলোঁ, তেওঁ আটাইকেয়োখনতে সুন্দৰকৈ ২য় শ্ৰেণীৰ নম্বৰ পাইছিল।

অৱশেষত, ১৯৫৬ চনৰ ১২ মে'ৰ দিনাখন বিয়াৰ তাৰিখ ঠিক হ'ল। শেষ মুহূৰ্তত দেউতা ধুবুৰীলৈ যাব নোৱাৰিলে। দেউতা হঠাৎ অসুস্থ হৈ পৰিল। দেউতাৰ সলনি মোৰ পেহীৰ ফালৰ ভগৱান দত্ত ককাইদেৱেই মোৰ অভিভাৱক হৈ ওলাল। গুৱাহাটীতে জিতেনো লগ লাগিলহি।

বিয়া শেষ হোৱাৰ পাচত মোৰ শহুৰ-দেউতাই মোক সাৱটি মাৰি ধৰি ওবেনিশা হেঁচা মাৰি থোৱা কান্দোনৰ অনুভূতিটো উজাৰ কৰি দিলে। মোক তেখেতে ক'লে, "গীতা মোৰ বৰ আদৰৰ ছোৱালী। তাইক তুমি মৰম কৰি ৰাখিবা।" মই জানিছিলোঁ, মোৰ শহুৰ সদায় হিচাপ কৰি কথা কোৱা মানুহ। সেই মুহূৰ্তত তেনেকুৱা মানুহজনকো বিচলিত হৈ পৰা দেখি মোৰ কাৰণে আত্ম-সংবৰণ কৰা বৰ কঠিন হৈ উঠিছিল। ফুটাই একো ক'ব নোৱাৰিলোঁ। কেৱল মোৰ মনত কাণত ভাঁহি উঠিছিল সমস্ত সংস্কৃত সাহিত্যৰ সেই সুন্দৰতম শ্লোকটো—'অভিজ্ঞান শকুন্তলম্' নাটকখনৰ ৪ৰ্থ অংকৰ ৪ৰ্থ দৃশ্যৰ ৪ৰ্থ শ্লোকটো। নিজকে নিজেই ক'লোঁ, "যদি জানিলোহেঁতেন, ইযে সহ্যৰ অতীত!" উত্তৰ-জীৱনত যেতিয়াই মই কোনো কথাত ৰূঢ়তা প্ৰকাশ কৰিছোঁ—নাই কৰা বুলি কওঁ কেনেকৈ—তেতিয়াই মোৰ মনত পৰি যায় মোৰ শহুৰ দেউতাৰ সেই ব্যাকুলতামিহলি কথাষাৰ। লগে লগে মই প্ৰবল আত্মগ্লানি অনুভৱ কৰোঁ। জিতেনে মোক বহুত দিনলৈকে জোকাবলৈ এৰা নাছিল, "দাদা, বিয়াৰ পাচত কইনাই কন্দা বহুত দেখিছোঁ। কিন্তু, দৰাই কন্দা এবাৰেই দেখিছোঁ। নোযোৱা হ'লে, বৰ miss কৰিলোহেঁতেন!"

মা'ক আমি দুয়ো সেৱা কৰিলোঁ। মা'ক কোনোকালে আনুষ্ঠানিকভাৱে সেৱা কৰি পোৱা নাছিলোঁ। মোৰ লাজ লাগিছিল, কৃতজ্ঞতাবোধেৰে মন উপচি পৰিছিল। সেইদিনাই গধূলি ৰে'লত উঠি পাচদিনা পুৱাৰ লগে লগে গুৱাহাটী পালোঁহি। মা'হঁত এৰাতি থাকিয়েই শিৱসাগৰলৈ গ'লগৈ। যাবৰ সময়ত মা'ই মোক কৈছিল, "এতিয়াৰে পৰা সেইখনো তোৰ ঘৰ হ'ল। তই আমাৰ খবৰ ৰখাৰ দৰে সেইখন ঘৰৰো খবৰ ৰাখিবলৈ নেপাহৰিবি। মই মন কৰিছোঁ, ল'ৰা দুটা তেনেই সৰু হৈ আছে।" মা'ৰ সেয়া বহুমূলীয়া উপদেশ। দাম্পত্য-জীৱনত সুখী হ'বৰ কাৰণে তাতকৈ বেচি মূল্যৱান উপদেশ কোনেও কাকো অন্য একো দিব নোৱাৰে।

মোৰ তেতিয়ালৈকে কেৰাহী বুলিবলৈ মাথোন এখনেই আছিল। দুদিনমানৰ পাচতে গীতাই মোক সুধিলে, "তুমি আৰু এখন কেৰাহী কিনা নাই কিয়? সেইখনতে ডাইল ৰান্ধি থাকোঁতেই বোলে কেতিয়াবা আলহী আহিলে ওমলেট্ ভাজি দিব লাগে। ৰন্ধনীৰ

অসুবিধা নহয় জানো ?" লোণটি মামাৰ সেই একেবৰণৰ প্ৰশ্নটোৰে প্ৰতিধ্বনি। উত্তৰ দিলোঁ, "নোজোৰেগৈয়ে দেখোন। এই মানুহ ৰবমহা পালে কিনিব লাগিব।" এইবেলি তেওঁ মুখ্য মুখি নোৱাৰিলে, "দামটো নো কিমান বুলি ভাবিছা।" মই ক'লোঁ, "লোহাৰ বস্তু যেতিয়া, ল'ব চাগৈ ৩০্ টকামান।" সেইদিনাই আবেলি তেওঁ ন-ছোৱালীৰ সাজটো সলাই থৈ বিজুলী এখনত উঠি বজাৰ পালেগৈ। মই কলেজৰ পৰা ঘূৰি আহি দেখিলোঁ, নতুন চক্‌চকীয়া কেৰাহী এখন। মোৰ কিতাপৰ মেজখনতে তুলি থোৱা আছে। ভিতৰত কাগজ এটুকুৰাত কাঠ-পেন্সিলেৰে লিখা আছে—দাম ২০্ টকা। মই গীতাক ক'লোঁ, "ইমান সস্তাত কেনেকৈ আনিলা ? কোন দোকানৰ পৰা আনিলা ?" তেওঁ হাঁহি সামৰিব নোৱাৰিলে। ক'লে, "হেৰা, তোমাৰ নিচিনা গ্ৰাহক কিছুমান পালে, কেৰাহীৰ দোকানীবোৰ জাহাজৰ সদাগৰ হৈ পৰিলেহেঁতেন ! শুনা, এইখনৰ দাম মাত্ৰ এটকা ছ'অনা।" মই অবাক হৈ গ'লোঁ। বস্তুটো তথাপি দেখোন লোহাৰেই !

তেতিয়ালৈকে মোৰ কাপোৰ-কানিবোৰ ধোবাকেই দিছিলোঁ।—ধুই দিবলৈ। এটা দেওবাৰে লৈ যায় আৰু পাচৰটো দেওবাৰে ঘূৰাই দি যায়হি—সাধাৰণ ৰুমাল এখনৰ পৰা কোট-পেণ্টলৈকে। কেতিয়াবা কলেজলৈ ওলাবৰ সময়ত ইটো চোলাৰ জাপ ভাঙি দেখোঁ, হয়তো ডিঙিৰ বুতামটোৱেই নাই—টাইডাল বান্ধিম কেনেকৈ ! সিটো চোলাৰ জাপ ভাঙি দেখোঁ, ডিঙিৰ বুতামটোহে আছে—বাকী গোটেই-লানি নাই ! গীতাই এদিন ক'লে, "হেৰা, স্ত্ৰী তো আনিলাই ; এইবাৰ ইস্ত্ৰি এটা আনাচোন।" মই সুধিলোঁ, "নেতাই-ধুবুনী হ'বৰ মন গৈছে নেকি ?" তেওঁ উত্তৰ দিলে, "ভয় নেখাবা, ইস্ত্ৰিৰ দাম স্ত্ৰীৰ দামৰ সমান নহয়। ইলেকট্ৰিক ইস্ত্ৰি এটা বিশ-পঁচিশৰ ভিতৰতে পাবা নেকি !" তাৰে ওচৰ-চুবুৰীয়া দাম এটা ল'লে। সঠিক দামটো মনত নাই।

উভতি চাই ভাবিছোঁ, তেতিয়া বাৰু মই মাজে মাজে খেলিমেলি কৰি পেলাইছিলোঁ নেকি মৰমৰ বান্ধৱী আৰু জীৱনৰ সংগিনীৰ ভিতৰত কোনটো আচল সম্বন্ধ সেইটো ভালকৈ নিৰূপণ কৰিব নোৱাৰি। তাৰ সম্ভাৱনাটোৱেই সৰহীয়া আছিল ; কাৰণ মোৰ কৈশোৰ আৰু প্ৰথম

যৌৱনৰ গোটেই সময়ছোৱা—প্ৰায় সম্পূৰ্ণ ব্যৱটা বয়ৰ—ছোটৈলতে কাটিছিল। ধাৰণা হয়, দুজন চিনাকি বন্ধুৰ ঘনময় জীৱন জৰীভূত হৈ দুজন আপোন মানুহৰ পৰিপক্ক জীৱনৰ উপকণ্ঠত থমকি ৰ'বলৈ অলপ সময়ৰ প্ৰয়োজন হৈছিল।

হঠাৎ এদিন মোৰ সেই বাকচৰ লেথীয়া সৰু ঘৰটোত উপস্থিত হ'লহি ড° সূৰ্যকুমাৰ ভূঞা। তাহানি কটন কলেজত ইউনিয়ন চেক্ৰেটাৰী হৈ থকা দিনৰে পৰা তেখেতৰ লগত মোৰ এটা অনন্য-সাধাৰণ সম্পৰ্ক গঢ় লৈ উঠিছিল। এদিন তেখেতে মোৰ হাতখন তেখেতৰ হাতৰ তলুৱাত লৈ মোৰ আঙুলিকেইটা লিৰিকি-বিদাৰি চাই মোৰ মধ্যমা আৰু তৰ্জনী আঙুলি দুটা পায়েই থমকি ৰৈ গ'ল। মোৰ সেই আঙুলি দুটাৰ প্ৰথমটো পাবৰ পোনে পোনে মাজৰ ফাকটো ৰঙচুৱা হৈ আছিল। তেখেতে সোঁফালৰ দেৰাজটো খুলি 'আবদুল্লা' মাৰ্কা চিগাৰেটৰ টিন এটা উলিয়াই আনিলে। মোক ক'লে, "খোৱা।" মই চক্ খাই উঠিলোঁ। তেখেতে ক'লে, "লাজ নকৰিবা, খোৱা।" মই হাতজোৰ কৰি ক'লোঁ, "ছাৰ, ধৰা তো পৰিলোঁৱেই। গতিকে, মিছা কথা নকওঁ। কিন্তু, আপোনাৰ সমুখত ধুমপান কৰিম —সেয়া মই নোৱাৰিম।" তেখেতে তেতিয়া সেই দামী চিগাৰেট এটা কাগজ এখনেৰে মেৰিয়াই মূৰ দুটা থুৰিয়াই মোৰ কোটৰ ওপৰ-জেপত সুমুৱাই দিলে। আৰু ক'লে, "তুমি যেতিয়াই মোৰ ওচৰলৈ আহাঁ, তোমাক সদায় মই এনেকুৱা চিগাৰেট এটা দিম। তুমি ঘৰলৈ গৈ ভাত খাই উঠি খাবা।" তাৰ পাচৰ পৰা সদায় মোৰ ভাগ্যত সেই ধূমদণ্ড-প্ৰসাদ লাভ হৈছিল। কিন্তু, মোৰ ঘৰলৈ আহিলে দেৱতা-দৰ্শনৰ পাচত প্ৰসাদ-বিতৰণৰ পৰ্বটো অনিবাৰ্যৰূপে বন্ধ হৈ ৰৈছিল। মই যেনেকৈ সেই খাষিতুল্য মানুহগৰাকীৰ দুৰ্লভ স্নেহৰ অধিকাৰী হ'ব পাৰিছিলোঁ, গীতায়ো তেনেকৈ সেই তাহানি কটনত পঢ়া দিনৰে পৰা সিগৰাকীৰ অফুৰন্ত মৰমৰ আশীৰ্বাদ পাই আহিছিল।

এতিয়া সেই দিনটোৰ এফাঁকজলি নিয়ৰৰ কথা কওঁ। ড° ভূঞা ছাৰে সেইদিনা গীতাক ওচৰলৈ মাতি ক'লে, "তুমি তিনিটা কথা মনত ৰাখিবা। এক, তেওঁ যেতিয়া লেখা-পঢ়া কৰেই, তেওঁ দুটা-এটা চিগাৰেট খোৱাটো অকণো আচৰিত কথা নহয়। কিন্তু, তাকে যাতে ছেদ-ভেদ নোহোৱাকৈ নেখায়, সেইটোৰ ওপৰত তুমি চকু ৰাখিবা।

তুমি চিগাৰেটৰ টিন আনি থ'বা—'আবেছুল্লা' মাৰ্কা দামী চিগাৰেট। পুৱা এটা, কামলৈ ওলাওঁতে লগত এটা, আৰু ৰাতি ভাত-পানী খাই উঠাৰ পাচত এটা। কেতিয়াবা ক'ৰবাত কিবা বিশেষ উপলক্ষত আৰু এটা—কোনোদিনেই চাৰিটাৰ বেচি নহয়। দুই, কামৰ পৰা উভতি অহাৰ লগে লগে চাহ-জলপান উলিয়াই হুলস্থূল লগাই নিদিবা। কাৰণ, দিনটো বাহিৰত থাকিল বুলিয়েই যে তেওঁ ক'তো চাহপানী এবাটি খাবলৈ পোৱা নাই—সেইটো নহয়। ঘৰলৈ মানুহ নিতৌ উভতি আহে, দিনৰ সুখ-দুখৰ অভিজ্ঞতাখিনি ঘৰৰ চোতালত মেলি দিবলৈ। অলপ ওচৰত বহিবা, দুটা কথা তুমিও ক'বা তেওঁৰো শুনিবা, তাৰ পাচত খুব তৃপ্তিৰে খাব পৰাকৈ অকণমান জা-জলপানেৰে চাহ একাপ যাচিবা। আমাৰ মানুহবোৰে যে নিচা কৰিবলৈ আৰম্ভ কৰে, তাৰ আচল কাৰণটো হৈছে এইটো। চাহ-জলপানখিনি যে দিবাঁহি, সেয়া দায়িত্ব পালন কৰিবলৈ নিদিবা। সেই চাহ-জলপান হোটেলতো কিনি খাবলৈ পায়। তুমি দিয়া চাহটোপাত এনেকুৱা কিবা এটা থাকিব লাগিব, যিটো বস্তু বাহিৰৰ ক'তোৱেই বিচাৰি নেপায়। তিনি নম্বৰৰ কথাষাৰ তোমাৰ বেলা খাটে। তুমি কেতিয়াও নেভাবিবা, 'বউ হওয়াৰ চেয়ে যদি বই হতাম' [ কটা, ঘৈণী হোৱাতকৈ যদি কিতাপকে হ'ব পাৰিলোহেঁতেন ]। তেওঁক তুমি বাক্স-তৰোৱাল-বোৰ সদায় ঘঁহি-পিহি চিক্‌চিকীয়া কৰি ৰাখিবলৈ দিব লাগিব। তেতিয়াহে তুমি তেওঁক ৰণলৈ পঠিয়াব পাৰিবা।" গীতাই সেই কথাবোৰৰ কিমানখিনি মনৰ পেৰাত সুমুৱাই সাঁচি থ'লে ক'ব নোৱাৰোঁ। মই কিন্তু প্ৰতিটো বাক্য সাঁচি থৈ দিলোঁ। মনৰ চুমহিটোত সাঁফৰ মাৰি। আমাৰ দেশৰ চকলং সমূহৰ আটাইতকৈ মনোৰম অংশটো হ'ল, বাইলুং-মহনে চকলং সামৰাৰ পাচত আপদেউসকলে বুজনি দিয়ে—বোলে 'ধনৰ টোপোলা বান্ধি আনিবা, কথাৰ টোপোলা কিন্তু কাচিতো বান্ধি নানিবা'!

ড° ভূঞা ছাৰ গ'লগৈ। মোৰ ধাৰণা হ'ল, তেখেতে গীতাক দাম্পত্য-জীৱনত সফল হোৱাৰ কেইবাপাটো সোণৰ সঁচাৰকাঠি দি থৈ গ'ল। মই মোৰ বৰীয়া ৰূপৰ সঁচাৰকাঠি কেইপাট তাৰ মাজৰ পৰাই বিচাৰি ল'লোঁ। এক, দিনটো ধোঁৱা উকৰাই স্বাস্থ্যটো নষ্ট নকৰিবা। দুই, কামৰ পৰা উভতি আহোঁতে ঘৰে ঘৰে সোমাই নাহিবা। দুৰ

আৰু বাহিৰ জীৱনৰ ইপিটি-সিপিটি। তিনি বাৰ-তৰোৱাল চু চি-মাজি ৰাখিবাহে ৰাখিবা, তাতে ধুৰ গৈ ঘৰখন নেহেৰুৱাৰা। কিন্তু, জীৱনৰ বাটত এই সৰু কথাবোৰ পাহৰি কতবাৰ যে পিছলি পৰি থাউনি হেৰুৱাইছোঁ—সেইবোৰেই মোৰ জীৱনৰ too private moments! সেইবোৰ উন্নাৰি কথাৰ লাভিৱাল নতৰোঁ।

তাৰ পাচতে মোৰ জীৱনৰ ওপৰেদি এজাক ধুমুহা বৈ গ'ল। জুন মাহৰ শেষৰ ফালে খবৰ পালোঁ, দেউতাৰ অসুখ—সোণটি মামাই দেউতাক চিকিৎসা কৰাবৰ কাৰণে লাহোৱাললৈ লৈ গৈছে। আমি দুয়ো শিৱসাগৰ হৈ লাহোৱাল পালোঁগৈ। দেখিলোঁ, দেউতা অলপ ভাললৈ আহিছে। মই মন কৰিলোঁ, যিবোৰ কথা দেউতাই মোকো কোনোকালে কোৱা নাছিল, সেইবোৰ কথাৰ উমানো দেউতাই তেখেতৰ বোৱাৰীক সবিস্তাৰে ক'লে। দেউতাৰ এটা ডাঙৰ দুশ্চিন্তা আছিল, মোৰ ডাঙৰটো ভাই মণিৰ পঢ়া-শুনা লৈ। তাকো মোক কৰাৰ দৰে অংক বিষয়টোৱে বাৰুকৈয়ে আমনি কৰিছিল। গীতাই ক'লে, "দেউতা, আপুনি চিন্তা নকৰিব। মণিক মই গুৱাহাটীলৈ লৈ যাম। তেওঁক মই নিজেই অংক শিকাম।" দেউতা তেওঁৰ সেই কথাষাৰ শুনি খুব সন্তুষ্ট হৈছিল। যি কি নহওক, জুহৰ বন্ধ শেষ হ'লত আমি গুৱাহাটী পালোঁহি।

এটা কথাত মই বৰ অনভিজ্ঞ আছিলোঁ। সেয়া হ'ল, বেমাৰীৰ চিকিৎসা কৰাবলৈ হ'লে, কেনেকৈ কৰাব লাগে। কি বেমাৰত কোন ধৰণৰ ডাক্তৰৰ ওচৰ চাপিব লাগে, আৰু কোনফালেদি কেনেকৈ কোন হাস্পাতালত বেড্ যোগাৰ কৰিব লাগে—ইত্যাদি। মোৰ নিজৰ বেমাৰবোৰতো সেই কামটো কৰি দিবলৈ কেনেবাকৈ আহি ওলায়হি মোৰ কোনো নহয় কোনো বন্ধু আৰু দুই-এজন আপোন মানুহ! অকল সেয়ে নহয়, আজিলৈকে মোক কোনো ডাক্তৰে কোনো ফিজ বিচৰা যে নায়েই, যাচি দিয়াতো লোৱা নাই। মোৰ ল'ৰা-ছোৱালীবোৰ মোতকৈ এইটো বিষয়ত নিজৰ সমস্যা নিজে দূৰ কৰি ল'ব পৰাকৈ পাৰদৰ্শী বুলিয়েই সিহঁতক লৈ মই কোনো ডাঙৰ সমস্যাৰ মুখামুখি হ'বলগীয়া হোৱা নাই। আচল কথা হ'ল, দেউতাৰ ক্ষেত্ৰত সেইটো মোৰেই ত্ৰুটি হ'ল। তদুপৰি, মোৰ মা মোতকৈয়ো অনভিজ্ঞা। হঠাৎ দেউতাৰ অসুখটোৱে আকৌ দেখা দিলে।

চেপ্তেম্বৰ মাহৰ ১৭ তাৰিখে ৰাতি তাঁৰ-বাৰ্তা পালোঁ, দেউতাৰ টান নৰিয়া। পাচদিনা ৰাতিপুৱাই আমি ৰে'লেৰে শিৱসাগৰলৈ ওলালোঁ।

ৰাতি লামডিঙত ভাত খাই উঠি ছিল্‌মিল্‌কৈ টোপনি গৈছিলোঁ। হঠাৎ এটা সপোন দেখি সাৰ পাই উঠিলোঁ। তেনেকুৱা সপোন জীৱনত মই তাৰ আগে-পিচে দেখা নাই। মই গীতাক সময়টো চাই ১০ বাজি ১৫ মিনিট যোৱা সময়টো লিখি থ'বলৈ ক'লোঁ। আৰু ক'লোঁ, "দেউতাক নিশ্চয় নেপাওঁগৈ।" সঁচাসঁচিকৈয়ে দেউতাক নেপালোঁগৈ। সপোনটো দেখিছিলোঁ, দেউতা আছি মোৰ চেনিকুঠিৰ ঘৰটোৰ পিচ-চোতালত এখন আৰামী চকীত বহি আছে। হঠাৎ দেখিলোঁ, দেউতাৰ ভৰি দুখন জুয়ে পোৰা কাঠখৰিৰ দৰে ৰঙচুৱা হৈ পৰিছে। অলপ পাচতে চেঁচা হৈ ফাটি ফাটি অঙঠাৰ লেখীয়া হৈ পৰিল। পুৱা শিৱসাগৰৰ ঘৰ পায়েই পদূলিমুখতে উমি উমি ধোঁৱাই থকা বুকলি-খেৰৰ সক মুঠি এটা দেখি বুজিবলৈ বাকী নেথাকিল—দেউতাৰ শেষ-কৃত্যও সমাপন হৈ গৈছে। সময়টো গম পালোঁ, ৰাতি ১০ বাজি কেইমিনিটমান যাওঁতেই।

এমাহৰ পাচত দেউতাৰ আত্মশ্ৰাদ্ধ কৰিলোঁ। নৈৰ পানীলৈ নামি পিণ্ড দিওঁতেই মোৰ আঙুলিৰ পৰা বিয়াৰ সময়ত মোৰ শহৰ-দেউতাই দিয়া সোণৰ আঙঠিটো সুলকি পৰিল। বিচাৰি চালোঁ। নেপালোঁ।

দেউতা যেতিয়া অকালতে ঢুকাল, তেতিয়া গোটেই সংসাৰৰ বোজা মোৰ ওপৰতে পৰিলহি। দৰমহা পাওঁ, সকলো মিলাই মাথোন ২১৯৲ টকা আঠ অনা। তাৰে দুখনকৈ ঘৰ চলাব লাগে। দেউতাৰ জীৱন-বীমাৰ বিপৰীতে পাবলগীয়া টকা কেইহেজাৰ পোৱাত সহায় কৰি দিলে মোৰ প্ৰতিবেশী চেনিকুঠিৰ ইন্সিয়ৰেন্স্‌ মহেন্দ্ৰ বৰাই। লগতে ডাক আৰু তাঁৰ বিভাগৰ পৰা পাবলগীয়া ভৱিষ্য নিধি আৰু আনুতোষিকৰ টকাখিনিও উলিয়াই মা'ৰ হাতত দিলোঁ—বেংকত গচ্ছিত ৰাখিবলৈ। এটা পাৰিবাৰিক মৰণোত্তৰ বেতনো মঞ্জুৰী কৰাব পাৰিলোঁ—দেউতাৰ মাহিলি বেতনৰ চাৰিভাগৰ তিনি ভাগকৈ প্ৰথম পাঁচ বছৰৰ বাবে। দেউতাই উত্তৰাধিকাৰী সূত্ৰে পোৱা মাটি-বাৰীখিনিৰ বাহিৰেও গাঁঠিৰ ধন ভাঙি যথেষ্ট পৰিমাণৰ মাটি-বাৰী কিনি

হৈ গৈছিল। সেইখিনিৰ বাবে উত্তৰাধিকাৰীত্বৰ প্ৰমাণ-পত্ৰ চৰকাৰৰ ঘৰৰ পৰা লৈ মা'ৰ হাতত দিলোঁ। সেউতাৰ জীৱন-কালত সেই মাটি আধিলৈ দিয়েই আমাৰ ভঁৰালত বছৰটোলৈ জোৰাকৈ ডাঙৰি পৰিছিলহি। নেজানো, কেনেকৈ সেই ভঁৰালটো চাপ খাই খাই এদিন নোহোৱা হৈ গ'ল। মই কিন্তু ঘৰখন চলাই নিব পৰাকৈ পোনতে মাহিলি ১০০, টকাৰ অনধিক আৰু অন্যূন ৬০, টকা পৰিমাণৰ ধন নিয়মীয়াকৈ মনি-অৰ্ডাৰযোগে পঠিয়াই আছিলোঁ। গোৱালপাৰালৈ যোৱাৰ পাচত সেয়া বঢ়াই ২০০, টকাত থৈছিলোঁগৈ। মোৰ মনত পৰে, গোৱালপাৰাত থাকোঁতে এবাৰ পূৰ্বপ্ৰাপ্য দৰমহাৰ বিপৰীতে এঘাৰ শ টকা পাইছিলোঁ, তাৰে সাত শ টকা ঘৰলৈ পঠাই দিছিলোঁ। আৰু এইছোৱা সময়ত পোনতে ডাঙৰটো ভাই মণিক, পাচত মাজুটো ভাই ৰত্নক, তাৰ পাচত মোৰ ডাঙৰজনী ভনী ননীক মোৰ লগতে গুৱাহাটীত ৰাখি মোৰ সুখ-দুখৰ অংশীদাৰ কৰি তুলিছিলোঁ। মোৰ সান্ত্বনা, তেওঁলোকৰ পৰা যথেষ্ট মৰম-শ্ৰদ্ধা পাই আহিছোঁ।

এইখিনি কথা আজি এই জীৱনৰ আবেলি পৰত সুঁৱৰিলো-হেঁতেন। সুঁৱৰিছো এই কাৰণেই যে, মাজে মাজে মোৰ কাণত পৰেহি—মই হেনো ঘৰখনলৈ চকুৱেই নেৰাখিলোঁ। তাতোকৈ অধিক এনেকুৱা কথা চিঠিত পঢ়িলোঁ, স্বাৰ্থপৰৰ দৰে মই কেৱল নিজে ঘিঁউৰে-মৌৰে খাই নোদোকা হ'লোঁ!

কেৱল মোৰ পোনৰ দুটা ভাই আৰু দুজনী ভনীৰ মুখৰ পৰা কাৰো কাণলৈ মোৰ বিষয়ে কোনো গঞ্জনা-সনা এনেকুৱা কথাও সৰি পৰা নাই বুলি জানো। তেওঁলোকলৈ মই মোৰ চিৰ-জীৱনলৈ কৃতজ্ঞ। আৰু এজনৰ ওচৰত মই চিৰকৃতজ্ঞ, যিজনে মোক দিল্লীত মোৰ অস্ত্ৰোপচাৰৰ সময়ত ৰাতিক দিন কৰি দিনক ৰাতি কৰি আলপৈচান ধৰি পুনৰ্জীৱনৰ বাটলৈ ঘূৰাই আনিলে। কিন্তু, তেওঁকো কেনেকৈ পকাৰাই পালে, ভাবিলে বিস্ময় মানো। জীৱনত আটাইতকৈ ডাঙৰ আঘাত পালোঁ সেইদিনা, যিদিনা তেৰোঁ কোৱা বুলি শুনিলোঁ—মোৰ উলিয়াই দিয়া ছোৱালী মুনে তেওঁৰ হ'বলগীয়া বিয়াখন ভাঙিবলৈ লৈছিল বোলা মনেসজা কথা এষাৰ। এটা কথা তেওঁ এতিয়াও শিকিবলৈ বাকী বৈ গ'ল—গা'ত পৰি হোৱা আপোন মানুহবোৰ দেখাদেখিকৈ অস্তিত্ব-চিন্তোতাৰোৰতকৈয়ো অধম হয়। জীৱনৰ বাটত মই কিন্তু সেই

কথাবাৰৰ সত্যতা বহুত চকুপানীৰ দামেৰে কিনি লৈছোঁ। আৰু এটা কথা, মই কৃতজ্ঞ হ'ব যেনেকৈ জানো, জীৱনলৈ ক্ষমা নকৰিবও তেনেকৈ জানো।

যি কি নহওক, এটা সময়ত ইকাণ-সিকাণকৈ বাগৰি অহা কথাবাৰ শুনিলোঁ, বোলে দেউতাৰ ভেটিটো উছন হ'ল, দেউতাই সজোৱা ঘৰ পৰ্যন্ত মাটি-বাৰী আটাইবোৰ বিক্ৰী কৰা হৈ গ'ল! মই বিশ্বাস নকৰোঁ, মই যে গহৰা গজিছিলোঁ!

সেই সময়ছোৱা—গোৱালপাৰাত কিছুকাল কটোৱালৈকে—মোৰ জীৱনৰ বেচ দুৰ্যোগৰ সময়। এটা দিনৰ কথা মনত পৰে। মোৰ ঘৰ-ভাৰা নিয়মীয়াকৈ বিচাৰি অহা মই থকা ঘৰৰ গৰাকীজনৰ সাধনিয়াৰ মানুহজন আহি ওলাইছিলহি। মই মোৰ আচুতীয়াকৈ থোৱা টকাকেইটা গণি চাই দেখিলোঁ, কেইটামান টকা কম। অকণো অতিৰঞ্জিত কৰা নাই, মই গোটেইখন চলাথ কৰিলোঁ নাটনিৰ টকাকেইটা পূৰাবলৈ। গাৰুৰ তল, কিতাপৰ জাপ, কোটৰ জেপ—য'ত যি পালোঁ, জাৰি-জোকাৰি খুচৰি-মেলি মুঠতে গোটাবগৈ পাৰিলোঁ, ৪৯্ টকা পোন্ধৰ অনা। ছৰতীয়া এটা নেপালোঁ যি নেপালোঁৱেই। মহৰীজনে কিবা এটা অনুমান কৰিলে। মোক মাত দি ক'লে, "অসুবিধা আছে যদি অহা মাহতে দিব। মই মালিকক কৈ দিমগৈ।" মই ওলাই গৈ ক'লোঁ, "অলপ—একেবাৰে অলপ কম পৰিছে। ভাবিছোঁ, কি কৰিলে ভাল হ'ব। কাইলৈ মানে আহিব নেকি?" তেখেতে সুধিলে, "কিমান কম পৰিছে বাৰু?" মই ক'লোঁ, "ঘৰ ভাৰাটো তো আৰু বাটা কোম্পানীৰ জোতা নহয় যে, শেষত পোন্ধৰ অনা লিখিব। ৪৯্ টকা পোন্ধৰ অনা হৈছেগৈ, এক অনা এটা বিচাৰি পোৱা নাই।" তেখেতে খপ্‌কৈ জেপৰ পৰা ছৰতীয়া এটা উলিয়াই দি ক'লে, "সেইটো বাৰু ময়েই দিলোঁ। মালিকক ৫০্ টকাই দিমগৈ।" মোৰ সেইদিনা জীৱনটোৰ ওপৰতে ধিকাৰ উপজিছিল।

পাচ মুহূৰ্ত্তত সকলো পাহৰি পেলালোঁ। বীৰেনদা—সৰ্বজনৰ পৰিচিত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য—ওলালহি। মচগুল হৈ গ'লোঁ, সাহিত্য সম্পৰ্কীয় আলোচনাত। এই এজন মানুহ, যিজনক মই কোনোদিনা কোনো তুচ্ছ কথাত ভাগ লোৱা দেখা পোৱা নাই।

সেইবোৰ দিনৰ কথা মনত পৰে। এদিন ৰাতি ১০ মান বজাত হেম বৰুৱা ছাৰ ওলালহি। ক'ৰবাত মিটিং কৰি উভতি অহাৰ বাটত মোৰ ঘৰত ভুমুকিয়াই গ'লহি। মই তেখেতৰ সমুখতে গীতাক ক'লোঁ, "হেৰা, ছাৰৰ বৰ ভাগৰ লাগি আহিছে। ছাৰক এটা ডবল ওমলেটৰ সৈতে চাহ একাপ দিয়াঁ। তাৰ পাচত, কথা পাতিবাহি।" ৰান্ধনি-ঘৰলৈ গৈ গীতা মহা চিন্তাত পৰিল। কাৰণ, কণী আছে মাথোন এটা। তাৰে ক'ৰ পৰা ডবল ওমলেট্‌টো ভাজি উলিয়ায়? ইফালে ছিংগল ওমলেট্ এটা দিলে হয়তো মই ছাৰৰ আগতে অসন্তোষ প্ৰকাশ কৰি দিম! ৰজনীয়ে ক'লে, "বাইদেউ, চিন্তা নকৰিব। হেম বৰুৱা ছাৰৰ কাৰণে ডবল ওমলেট্ মই ভাজি দিছোঁ, ৰ'ব।" এই বুলি সি হেনো এটা গোটা পিয়াঁজ মিহিকৈ কুটিলে, নিমখৰ লগতে এচিকটা চেনি আৰু কেঁচা জলকীয়া লৈ তাতে কণীটো ভাঙি আটাইখিনি মিহলালে। তাৰ পাচত লোহোৰাখনত ঢালি গোটেই-খনতে বিয়পি যোৱাকৈ পাতল ধৰণৰ ওমলেট্ এটা কৰি পেলালে। হাফ-প্লে'ট এখনত ওমলেট্‌টো সজাই চাহ এপিয়লাৰে সৈতে ৰজনীয়ে দি গ'লহি। ছাৰে চাহ পিয়লা আৰু সেই ওমলেট্‌টো খাই উঠি সুধিলে, "ক'তা, গীতা দেখোন ভিতৰতে সোমাই থাকিলগৈ!" মই তেওঁক মাত দিব খোজোঁতেই ছাৰে হাঁহি হাঁহি ক'লে, "মাতিব নেলাগে। মই জানিছোঁ, কিয় ওলোৱা নাই!" ছাৰ গ'লগৈ। পাচত গীতাই মোক ক'লে, "তুমি বৰ অপ্ৰস্তুত কৰা। তুমি কিয় ক'ব লাগে, কাক কি খুৱালে ভাল হ'ব! আৰু যদি ক'বৰেই মন যায়, ভিতৰলৈ মাতি নি নক'লা কিয়?" মই কিন্তু তেতিয়াহে গম পালোঁ, সেইটো যে বেনামী ছিংগল ওম্‌লেটেই আছিল! আজিও শিকি উঠিবগৈ পৰা নাই, চলাৰ পথৰ সেইবোৰ সৰু সৰু কিটিপ।

যি কি নহওক, কিছুদিনৰ পাচতে তাৰিণীচৰণ চৌধুৰী ছোৱালী হাইস্কুলত শিক্ষয়িত্ৰীৰ কাম এটা ওলাল। গীতাই মোক নোসোধাকৈয়ে দৰখাস্ত এখন দিলে। কামটো তেওঁৱেই পালে। মোক তেতিয়াহে ক'লে, "দিনটো আমনি লাগে কাৰণেই দৰখাস্তখন দিছিলোঁ। মই যে ডাহানি ভৱলুমুখৰ কালিৰাম বৰুৱা স্কুলত ডেৰ বছৰ আৰু ধুবুৰী ছোৱালী স্কুলত এবছৰ কাম কৰিছিলোঁ—সেয়া লিখি দিছিলোঁ। ইণ্টাৰভিউৰ সময়ত সেইবোৰ কাগজ-পত্ৰকে চালে। মই কাম

কাৰণে, তুমি অসন্তোষ কৰিবা নেকি?" মই অলপ অসন্তোষ কৰিছিলোঁ, মোৰ দুখৰ দিনত মোৰ কাষত থিয় হোৱাৰ প্ৰয়াসটোৰে তেওঁ তেওঁৰ সংগীতৰ চৰ্চাটো এৰি পেলাব খুজিছে। মোৰ মনত পৰিছিল, পুৰণি কথা এষাৰ।

উজান বজাৰত থকা অধ্যাপক ভবানন্দ দত্তৰ ঘৰলৈ গৈছিলোঁ। নীলিমা বাইদেউ ওচৰতে বহি আছিল। হঠাৎ অধ্যাপক দত্তই ক'লে, "অ' হেৰা, তোমাক কথা এটা ক'বলৈ পাহৰিয়েই গৈছিলোঁ। গণনাট্য সংঘৰ ৰবীন্দ্ৰ জন্মতিথিৰ কাৰণে মই আলেখ্য এখন লিখিছিলোঁ। মই তাত ২৫টা মান ৰবীন্দ্ৰসংগীত দিছিলোঁ। কিছুমান দিলীপ শৰ্মাই গাব। আৰু কিছুমান গীতাই গাব। সুৰবোৰ শিকাম বুলি বে'লৰে ক'লনীলৈ লৈ গ'লোঁ। তেওঁলোকে শিকোৱা দূৰৈতে থাওক, এওঁলোকেহে দেখোন শিকাবলগীয়া হ'ল। মই নেজানিছিলোঁ, গীতাই ইমানবোৰ ৰবীন্দ্ৰসংগীত জানে বুলি। তোমালোক দুটা বৰ ভাল মিলিবা।" মোৰ কষ্ট হৈছিল, মাষ্টৰণী কামৰ হেঁচাত সেই সুৰবোৰ হেৰাই যাব বুলি। ভাগ্য ভাল, নেহেৰাল।

এদিন এটা হেৰাইছিল। ৰবীন্দ্ৰ সংগীতৰ নহয়—আধুনিক গীতৰ সুৰ। সেইদিনা মোৰ ঘৰৰ ঘাঁহনিতে বে'ড-কভাৰ এখন পাৰি লৈ এটা আধুনিক গীতৰ সুৰ শিকি আছিল; সুৰশিল্পী ব্ৰজেন বৰুৱাই শিকাইছিল। মই শুনি আছিলোঁ, সেই গানটো—"বহু ৰাতি উজাগৰী ৰাতি"। আলিমুন্নিচা পিয়াৰৰ গান। এটা শব্দ সলাই লৈছিল—'নিশা' শব্দটোৰ সলনি 'ৰাতি' শব্দটো থাপি। ব্ৰজেন বৰুৱাৰ কণ্ঠত সেই গানটোৰ মাদকতা এটা বেলেগ সুৰত কঁপি উঠিছিল। 'আকাশ বাণী'ত সেই গানটো আন কোনোবা এগৰাকী শিল্পীৰ কণ্ঠত শুনিছোঁ; কিন্তু তাৰ সৌন্দৰ্যটো পাহিতে থাকি আহিল। গীতাই সেইদিনা সেই গানটোৰ মাথোন দুটা কলি তাৰ সূক্ষ্ম কাজবোৰেৰে সৈতে ধৰি ৰাখিব পাৰিছিল। এটা কলি ৰৈ গ'ল। গধূলি হ'ল। পাচতহে জানিলোঁ, কিয় ধৰি ৰাখিব নোৱাৰিলে। সেইদিনা তেওঁক এখন চিঠিৰ কথাবোৰে আমনি কৰি আছিল। চিঠিখন আহিছিল আমাৰ ঘৰৰ পৰা—মোলৈ। তেওঁ মোক চিঠিখনৰ কথা কোৱা নাছিল—মই কলেজৰ পৰা আহি পোৱাৰ লগে লগে।

হয়তোবা ড° ভূপেনব উপদেশৰ পাটিটোৰে পৈ। তেতিয়ালৈকে মৈৰ্শ ৰেকৰ্ডাৰ বোলা বস্তুটো ভাৰতৰ বজাৰত ওলোৱাহিয়েই নাছিল। নহ'লে ব্ৰজেন বৰুৱাৰ কণ্ঠৰ সেই গানটো মই সাঁচি থ'ব পাৰিলোহেঁতেন। মোৰ জীৱনত শুনা সুন্দৰতম গানবোৰৰ ভিতৰত সেইটোও এটা আছিল। বৰুৱাই মোক কৈছিল, "হাৰমনিয়ামটো ভাল। সেইকাৰণে, গাই ভাল পাইছোঁ।" মই অনুভৱ কৰিছিলোঁ, সেয়া কেৱল বৰুৱাৰ বিনয়।

অৱশ্যে, হাৰমনিয়ামটো ভাল। সেইটো মোৰ শাহু-আয়ে বিয়াৰ পাচতে গীতাক দিছিল। সেইটো বোলে গীতাৰ জন্মৰ সময়তে কিনা। মোৰো এটা চিলাই-কল আছে, দেউতাই যিটো মোৰ জন্মৰ সময়তে কিনা। দুয়োটা বস্তুৱেই সৰুসুৰা মেৰামতি দুটামান লৈ উঠি সুন্দৰকৈ চলি আছে। কেৱল আমি দুজনেহে সেই দুটা চলাই থাব জনা নাই। তেৱোঁ হ'ব নোৱাৰিলে সংগীতজ্ঞা। ময়ো হ'ব নোৱাৰিলোঁ দৰ্জী।

## ॥ শেষ-পঞ্চাছুৰ গুৱাহাটীত ॥

"You cannot gather the thistles without the thorns."

—Bertrand Russel

কিছুদিন যোৱাৰ পাচতে মই থকা সেই মোহনীয় ঘৰটোৰ পাচফালে থকা বিৰাট মাটিডৰাত মোৰ ঘৰৰ মালিকে আৰু দুটা ডাঙৰ ঘৰ মুখামুখিকৈ সাজিলে—চাৰিটা পৰিয়ালক বেলেগে বেলেগে ভাৰা দিব পৰাকৈ। মাজতে এখন উমৈহতীয়া চোতাল। আমি কোনেও ভাবি উলিয়াব পৰা নাছিলোঁ, কোন ফালেদি কোন ঘৰ ভাৰাতীয়াৰ পদূলিটো হ'ব! ইঘৰে সিঘৰৰ আবুৰ নেওচিহে বাহিৰৰ লগত যোগাযোগ ৰাখিব পাৰিব। সেইকাৰণেই, সেই ঘৰ দুটা বহুত দিনলৈ এনেয়ে পৰি থাকিল। ইফালে মোৰ চোহদতে আচুতীয়াকৈ থকা এটা সম্পূৰ্ণ ঘৰ পায়খানালৈ ৰূপান্তৰিত কৰি পেলালে। অথচ, সেই ঘৰটোত কমেও দুখন বিচনা আঁতাব পাৰি। কথা-কাণ্ড দেখি ময়ো মই থকা ঘৰটো এৰি দিয়াৰ কথা চিন্তা কৰিলোঁ। কিন্তু, তাৰ আগতে পাচফালৰ ঘৰ দুটাত এটা শুভ-কাম কৰি লোৱাৰ কথা ভাবিলোঁ।

মোৰ ডাঙৰজনী খুলশালী শেৱালিৰ বিয়াৰ দিন-বাৰ ঠিক হৈ যোৱাত অকণমান অসুবিধা এটাৰ ছাঁ পৰিছিল। দৰাঘৰৰ পৰা অনুৰোধ আহিছিল, বিয়াখন গুৱাহাটীতে পাতিব পাৰিলে তেখেত-সকলৰ সুবিধা হয়। মোৰ শহুৰ-দেউতা অলপ চিন্তাত পৰিছিল। মই প্ৰস্তাৱ দিলোঁ, বিয়াখন মোৰ ঘৰৰ পৰাই পতা হওক। সমস্যাটো সমাধান হৈ গ'ল। ঘৰ দুটাত আলহী ৰাখিম, নিমন্ত্ৰিতসকলক সোধ-পোচ কৰিম আৰু মাজৰ চোতালখনত আনুষ্ঠানিক কামখিনি কৰিবৰ বাবে ৰভা এখন তৰি দিম। সকলো চাই-মেলি মোৰ শহুৰ-দেউতা সন্তুষ্ট হ'ল।

এটা হাঁহি উঠা কথা মনত পৰে, সেই বিয়াখনৰ বিষয়ে। কোনোবা এজনে উলিয়ালে, বোলে ভাল বেণ্ড-পাৰ্টি এজোৰ আনিব লাগে।

নহ'লে, চাউনী পাতি পতা বিয়া বৰ সেমেকা-সেমেকা লাগিব। তাতে উকলি-দিয়তীৰ সংখ্যাও কম নহ'ব জানো? গতিকে, কথাবাৰত সকলোৱে হয়ভৰ দিলে। বেণ্ড্-পাৰ্টি যোগাৰ হ'ল।

বিয়াৰ দিনা গধূলি সময়ত বেণ্ড্-পাৰ্টিৰ লীডাৰজনে মোক ক'লে, "গোটেই ৰাতি বজায়েই থাকিম বুলি ভাবিছোঁ। বিয়া-ঘৰ গমগমীয়া হৈ থাকিব। মাথোন ৰাতি খাবলৈ কেইমুঠিমান বিড়িৰ যোগান দিব।" এজনৰ হাতত টকা কেইটামান দিলোঁ, ভালৰো ভাল বিড়ি কেইমুঠিমান আনি থ'বৰ কাৰণে। হঠাৎ মন কৰিলোঁ, দৰাক স্বুৰাগুৰি তুলি হোমৰ কাষলৈ অনাৰ পাচতে বেণ্ড্-পাৰ্টিৰ মাত চেঁচা পৰিল। খবৰ লোৱাত লীডাৰজনে কৈ পঠিয়ালে, "বাজে ক'ৰ পৰা? বিড়িয়েই পোৱা নাই।" মই যিজনক বিড়ি কিনি দিবলৈ টকা দিছিলোঁ, তেওঁৰ খবৰ ল'লোঁ। তেওঁ ক'লে, দেখোন তুৰাতি খাই চুকুৱাব নোৱৰ্য়াকৈ ভালৰো ভাল বিড়ি আনি দিয়া হৈছে, ফুট-গধূলিতে। মই লীডাৰজনৰ ওচৰত আকৌ খবৰ ল'লোঁ। তেওঁ এইবেলি ক'লে, "দিছে এবিধ আনি। বাঘ মাৰ্কা ফুচুৰী বিড়ি! সেইবোৰ জানো বিড়ি। একেবাৰে খেৰৰ লেখীয়া। আমি বিচাৰিছিলোঁ, নাৰ্গিচ বিড়ি।" কোনোবা এজন লগে লগে শিলপুখুৰী পালেগৈ। সেই মাজৰাতি এখন বন্ধ পাণ-চুৰটৰ দোকান খোলাই কেইবামুঠিও নাৰ্গিচ বিড়ি সংগ্ৰহ কৰি আনিলে। অলপ পাচতে চেঁচা পৰা বেণ্ডৰ মাত আকৌ বাজি উঠিল। সম্প্ৰদানৰ সময়ত নাটনি পৰা উকলিৰ মানটো বেণ্ড্-পাৰ্টিৰ মাতে পূৰণ কৰি দিলে। নাৰ্গিচৰ কদৰটো সেইদিনাহে বুজিলোঁ। নিচা বুলিলেই খাটি নিচাখোৰ-ওলাবই। খাটি নিচাখোৰ আৰু খাটি প্ৰেমিক একেটা সাঁচতে গঢ়া। দুয়ো চিনাকি ফুলতেহে বিচাৰি পায় জিভাই বিচৰা গোটেইখিনি মৌ!

কটন কলেজত অধ্যাপনা কৰিবলৈ লৈ ময়ো বিচাৰি পাইছিলোঁ চিনাকি ফুলনিত উভৈনদীকৈ ফুলি থকা অসংখ্য প্ৰতিভাবান ছাত্ৰ। তেওঁলোকৰ সংস্পৰ্শত মোৰ শিক্ষক-জীৱন সাৰ্থক হৈ উঠিল। পঞ্চাছৰ বিৰলি পৰৰ সেই সময়ছোৱা। লাহে লাহে অসমত স্নাতকাৰ্থী ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়ি আহিছিল। অথচ, কলেজৰ সংখ্যা সেই অনুপাতে বঢ়া নাই। স্বাভাৱিকতে, কটন কলেজত নাম ভৰ্তি কৰিবলৈ অহা

ছাত্র বাচি উলিওৱা চালনিখনৰ বিদ্যাবোৰো বেচি ঘন হৈ আহিছিল। সেইপিনেদি সৰকি অহা শেষ ছাত্রজনো আনবোৰ সেৰেঙা চালনিৰে সৰকি পৰিলেহেঁতেন প্রথমটো জোকাৰতে! মোৰ ধাৰণা, ভাল ছাত্র পাবলৈয়ো বহু জনমৰ পুণ্যফল থাকিব লাগে। খুব সম্ভৱ, মোৰ পুণ্যফলৰ জোলোঙাটো অলপ শকতেই আছিল। মোৰ সেই সময়ৰ ছাত্র-সকলক লৈয়েই আজিৰ অসমৰ বিভিন্ন ক্ষেত্রৰ বহুকেইজন নায়ক। মন যায় সেই নামবোৰ কৈ শুনাবলৈ। অথচ, ভয়ো লাগে— জানোচা কোনোবাই এষাৰ কথা শুনাই দিয়ে, মাজতে এনেয়ে নাম কিনিব খুজিছোঁ বুলি। মই খুব বঢ়িয়াকৈ জানো, তেওঁলোকে বিলাই থকা পোহৰখিনি শতকৰা শতাংশই নিজৰ পোহৰ। তথাপি এদিন যিসকলক মই ছাত্র হিচাপে পাইছিলোঁ, আৰু এতিয়া অনুজ-প্রতিম বন্ধুৰূপে পাইছোঁ, তেওঁলোকৰ দুটামান নাম সদায় মনত পৰে। বর্তমান কালৰ দুজন খ্যাতনামা কবি নীলমণি ফুকন আৰু হৰেকৃষ্ণ ডেকা; এজন অতি বিদগ্ধ সাহিত্য-সমালোচক ড° হীৰেণ গোঁহাই; এজন অতি যশস্বী সংসদী সদস্য দিনেশ গোস্বামী, তেওঁৰ সহধর্মিনী স্বনাম-পৰিচিতা বিভা গোস্বামী; এজন প্রথিতযশা নাট্য-পৰিচালক দুলাল ৰয়; এজন সুদক্ষ প্রশাসক মদন বেজবৰুৱা—তৰাৰ থূলৰ দৰে এইসকলক এদিন ছাত্র-ছাত্রী হিচাপে পোৱাটো মোৰ পুণ্যফল বুলি নকৈ কি ক'ম!

অধ্যাপক হিচাপে মই এষাৰ কথা সদায় মনত ৰাখিছিলোঁ। সেয়া হ'ল, কটনিয়ান হিচাপে মই মোৰ অধ্যাপকসকলৰ পৰা যি বিচাৰিছিলোঁ, ঠিক সেইখিনিকেই যদি মই মোৰ ছাত্রসকলক দিব পাৰোঁ—তাতেই মোৰ সফলতা। কোনোদিনেই মই মোৰ বক্তৃতা-বিলাকত নিজকে কেৱল পাঠ্যপুথিৰ কথাখিনিকে পেঘেনিয়াই থাকিবলৈ ভাল নেপাইছিলোঁ। আজিও নেপাওঁ। আৰু এটা কথা। মই বিশ্বাস কৰোঁ, পৃথিৱীৰ ভিতৰত শিক্ষকতাটোৱেই একমাত্র বৃত্তি, য'ত 'বাণিজ্যিক গোপনীয়তা' বোলা বস্তুটোৰ বাবে কোনো ঠাই নাই। সেইবাবেই, সেই শেষ-পঞ্চাছৰ সময়ছোৱাত অধ্যাপনা কৰিবলৈ লৈ বহু সময়ত প্রায় অপ্রাসংগিক ধৰণেৰেই অৱতাৰণা কৰিছিলোঁ অনেক বিখ্যাত, অখ্যাত আৰু অনতিখ্যাত কবি-সাহিত্যিকৰ জীৱনৰ ইটো-সিটো কথা। তাৰে খেও ধৰি বহুতো ছাত্রই

মোক পাচত ঘৰুৱাভাৱে লগ ধৰিছিলহি। তেওঁলোকৰ কৌতূহলী মনৰ প্ৰতি সঁহাৰি জনাবলৈকে ইটো-সিটো কথাৰ বিষয়ে কিছু কথা আক্ষ খৰচি মাৰি জানি ল'বলৈ বাধ্য হৈ পৰিছিলোঁ। পঢ়িছিলোঁ, বিষয়ৰ পৰা বিষয়ান্তৰলৈ ভ্ৰমণ কৰি! তাৰ বিনিময়ত পাইছিলোঁ, মোৰ দুই-এক প্ৰতিভাবান ছাত্ৰৰ পৰা এক ধৰণৰ নীৰৱ স্বীকৃতি— যাৰ আভাস স্পষ্টকৈ দেখা পাইছিলোঁ, তেওঁলোকৰ মুখৰ প্ৰসন্ন হাঁহিত। উত্তৰ-জীৱনত তেওঁলোকৰ মাজৰে যে দুই-এজনে মোৰ লেখাৰ বিষয়ে প্ৰতিকূল সমালোচনা কৰা নাই—সিও নহয়। কৰিছে, কিন্তু সিবিলাকৰ ক'তোৱেই মোৰ প্ৰতি কোনো সহৃদয়তাৰ কাৰ্পণ্য মই দেখা নাই। মোৰ ধাৰণা, শিক্ষকবিশেষৰ সফলতা-বিফলতাৰ অকৃত্ৰিম বিচাৰকসকল হ'ল, তেওঁৰ ছাত্ৰ-ছাত্ৰীসকল। অকল সিমানেই নহয়, শ্ৰেষ্ঠ বিচাৰক কেইজন হ'ল, শ্ৰেণীবিশেষৰ শ্ৰেষ্ঠতম ছাত্ৰ-ছাত্ৰীকেইগৰাকী। এইটো বিষয়ত খুব সম্ভৱ গড-হিচাপ বোলা বস্তুটোও অচল। আৰু একেবাৰে অচল, ওপৰৱালা মুৰব্বীজনৰ বাৰ্ষিক গোপন প্ৰতিবেদন বোলা চৰকাৰী চাকৰিয়ালৰ পথৰু-টংখন!

পথৰু-টংখনৰ কথা ক'লোঁ হয়, কিন্তু আজিকালি কিমানে চিনি পায় সেই ফটাকানি-চানেকীয়া কাপোৰখন—সিও তো সন্দেহৰ বিষয়। তাহানি দেখিছিলোঁ, মোৰ মাহী-আইতাৰ তামোল-চালিৰ টোপোলা বন্ধা হাচতিখনৰ ভিতৰুৱা এই কাপোৰখন। পাণ-চূণ-ধপাতৰ মলিন দাগেৰে ৰঙচুৱা হৈ থকা এই কাপোৰখনকে বুলিছিল, পথৰু-টং! তাৰে আঁত ধৰি তাহানি চলন্তি হৈ থকা যোজনাটো আছিল—'বাজিব লাগে টেমী-কটাৰী, বাজিছে পথৰু-টং!'

চেনিকুঠিৰ সেই ঘৰটোত থাকোঁতেই মোৰ হাতত পৰিছিলহি 'নতুন কবিতা'ৰ ছপা পুথিখন। কোন কাহানিবাই যুগুতাই দিছিলোঁ, তাৰ পাণ্ডুলিপিটো। যি কি নহওক, সেইখন ওলোৱাৰ পাচতে মোৰ সৰু ঘৰটো সেই সময়ৰ নতুন কবিবোৰৰ মিলন-কেন্দ্ৰ হৈ উঠিছিল। যিসকলৰ কবিতা সেই সংকলনখনৰ অন্তৰ্ভুক্ত হৈছিল, সেইসকলৰ লগত মোৰ যেন পৰম আত্মীয়তাৰ সেতু এখন গঢ় লৈ উঠিছিল। সেই অদৃশ্য সেতুখনৰ কোনোটো খুটাতেই অকণো সময়ৰ জোকাৰণি লগা নাই। সেই সেতুখনেদি আজিও আমাৰ মনৰ অহা-যোৱা ঠিক একেদৰে চলি আছে—নৱকান্ত বৰুৱাৰ লগত, হোমেন

বৰগোঁহাঞিৰ লগত, বীৰেশ্বৰ বৰুৱাৰ লগত, আৰু আজিত বৰুৱাৰ লগতো। সময়ে আমাৰ মাজত থকা পাৰস্পৰিক শ্ৰদ্ধাৰ ভাবটো অকণো মলিন কৰি দিব পৰা নাই। মোৰ মনত পৰে, ১৯৭৬ চনৰ এপ্ৰিল মাহত মই যেতিয়া অচেতন অৱস্থাত অসম মেডিকেল কলেজত আলহী হৈছিলোঁগৈ, সেই দিনাখনৰ বিষয়ে মোৰ বন্ধু-বান্ধৱ আৰু ছাত্ৰ-ছাত্ৰীবোৰে একমুখে কোৱা এবাৰ কথা। মই হেনো প্ৰায় ১৪ ঘণ্টা ধৰি অচেতন অৱস্থাত থাকোঁতে এইসকল কবিৰ কবিতাবোৰ মুখস্থ গাই আছিলোঁ। আকৌ, ১৯৭৮ চনৰ নৱেম্বৰ মাহত যেতিয়া একেদৰে অচেতন অৱস্থাত গুৱাহাটী মেডিকেল কলেজৰ আলহী হৈছিলোঁগৈ, তেতিয়াও হেনো বাৰে বাৰে মই কেৱল কবি নৱকান্ত বৰুৱাৰ নামটো স্মৰিছিলোঁ। কথাষাৰ পাচত মোক মোৰ বন্ধু চন্দ্ৰপ্ৰসাদ শইকীয়াই কৈছিল। এইদৰে মই ক'ব নোৱাৰাকৈয়ে 'নতুন কবিতা'ৰ কবি আৰু কবিতাবোৰে মোৰ অন্তৰৰ গোপন গুহাটোৰ প্ৰায় গোটেইখিনি ঠাই অধিকাৰ কৰি লৈছিল।

চেনিকুঠিত সেই ঘৰটোত থকাৰ সময়ছোৱাতে মোৰ 'ফুল তৰা গান'খনো লেখি উলিয়াইছিলোঁ। অৱশ্যে, সিখনৰ পোনৰ ফালৰ কেইটামান আলোচনা—'বেলি ওলোৱা দেশৰ কবিতা', 'লি পো'ৰ কবিতা', 'চেক কবিৰ কবিতা', 'পুস্কিনৰ কবিতা'—মই শিলপুখুৰীত প্ৰফুল্ল বৰুৱাৰ ভাৰাঘৰটোত থাকোঁতেই লেখি উলিয়াইছিলোঁ মোৰ সহপাঠী বন্ধু শশধৰ ৰায়বৰুৱাৰ তাগাদাত। 'অসম বাণী'ৰ পোনৰ সংখ্যাটোতে মই মঞ্জু বৰুৱা ছদ্মনামেৰে 'নাৰীৰ জীৱনত পোহৰৰ প্ৰয়োজন' শিতানেৰে এটা প্ৰবন্ধ লিখিছিলোঁ। কাৰণ, ৰায়বৰুৱাৰ ওপৰত ভাৰ পৰিছিল, 'আইদেউৰ বুলনি' স্তম্ভটোত লেখিকাৰ লেখা উলিওৱাৰ। তেওঁ মোক কৈছিল, "অকল জানো প্ৰীতি ভট্টাচাৰ্য (বৰুৱা)ই প্ৰতি সপ্তাহে একোটাকৈ প্ৰবন্ধৰ যোগান ধৰিব পাৰিব? প্ৰথম সংখ্যাটোৰ বাবেই একো বিচাৰি পোৱা নাই।" মই মঞ্জু বৰুৱা ছদ্মনামেৰে একোটাকৈ প্ৰবন্ধ সপ্তাহে-পথেকে যোগাই থাকিবলৈ গা'ত ল'লোঁ। এই নামটো লৈয়েই মই 'দৰং কলেজ আলোচনী'তো এটা চুটিগল্পৰ যোগান ধৰিছিলোঁ। গল্পটোৰ নাম আছিল মন'ল'গ্। যি কি নহওক, 'অসম বাণী'ৰ প্ৰবন্ধবোৰত সেই ছদ্মনামটো ব্যৱহাৰ

কৰাৰ কেইদিনমানৰ পাচতে ৰায়বৰুৱাই মোক খবৰ দিলেহি, বোলে সেইটো নামৰ ছোৱালী এজনী উজান বজাৰত সঁচাসঁচিকৈয়ে এগৰাকী আছে। ফলস্বৰূপে, সিগৰাকীক বোলে বহুতে প্ৰবন্ধ বিচাৰি আমনি কৰা হৈছে। আনহাতে, ৰায়বৰুৱাৰ পৰা সিগৰাকীয়ে হেনো আঁৰৰ মানুহজনৰ নাম-ধাম জানিব পাৰিছে। লগে লগে মই সেইটো নামৰ লেখা সামৰি পেলালোঁ। ৰায়বৰুৱাই ক'লে, "তেনেহ'লে তুমি মোক অন্য ধৰণৰ লেখাকে দিবলৈ লোৱাঁ। নহ'লে, ছোৱালীজনীক মই কথাটো জনোৱাৰ বাবে তুমি মোক বেয়া পাইছা বুলি ধৰি লম।" মই দেখিলোঁ, প্ৰস্তাৱটো উত্তম। কাৰণ, মোৰ বন্ধু শশধৰ ৰায়বৰুৱাক মইহে নালাগে, আটাইতকৈ কঠিন হিয়াৰ মানুহজনেও বেয়া পাব নোৱাৰে। পাচত অৱশ্যে যমে তেওঁৰ লগত শত্ৰুতা কৰিলে। তেওঁৰ প্ৰস্তাৱটোৰে খেও ধৰি মই 'ফুল তৰা গান'খনৰ পোনৰ প্ৰবন্ধটো লেখি উলিয়ালোঁ, 'বেলি ওলোৱা দেশৰ কবিতা'। সঁচাসঁচি মঞ্জু বৰুৱা এজনী নোলোৱা হ'লে, মই আঁচি লোৱা সেই মহিলাৰ বাবে মহিলা হৈ লেখা কিতাপখনেহে মোৰ সেই সময়ৰ ধেমেলীয়া মেজাজটোৰ প্ৰতি সঁহাৰি জনালেহেঁতেন। কওঁনে নকওঁকৈ আজি ক'ব খুজিছোঁ, সেই ধেমেলীয়া মেজাজটোৰ চিটিকনি মোৰ 'ফুল তৰা গান'খনত বাৰুকৈয়ে বেঙাই আছে।

সেই ১৯৫৭ চনৰে কথা। সেই বছৰটো আছিল, ১৮৫৭ চনৰ শতবৰ্ষ পূৰণৰ বছৰ। তাৰে প্ৰস্তুতিস্বৰূপে দুজন বিখ্যাত ইতিহাসবিদে সম্পূৰ্ণ দুটা বেলেগ দৃষ্টিভংগীৰে লেখি উলিওৱা খতিয়ানেৰে ভৰপূৰ দুখন বিয়াগোম পুথিয়ে পণ্ডিতমহলত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। ড° এচ. এন. সেনৰ পুথিখনৰ মতে সেই ঘটনাটো কেৱল 'চিপাহী বিদ্ৰোহ' নাছিল, ভাৰতৰ প্ৰথম স্বাধীনতা-সংগ্ৰামহে আছিল। ড° আৰ. চি. মজুমদাৰৰ মতে, সেই ঘটনাটোক বিপ্লৱ আখ্যা দিয়াটো কেৱল সত্যৰ অপলাপ: জাতে-পাতে সেইটো 'চিপাহী বিদ্ৰোহ'হে আছিল! ইতিহাস ন-কৈ লেখাৰ প্ৰচেষ্টা নিন্দনীয়! দুয়োখন কিতাপ খৰচি মাৰি পঢ়ি মোৰ মনত অন্য এটা প্ৰশ্নই খুন্দিয়াই গৈছিল। প্ৰশ্নটো হ'ল, ভাৰতীয় ইতিহাসবিদ্‌সকলে অসমৰ ঘটনাৱলী উপেক্ষা কৰাৰ কাৰণটো কি? তেওঁলোক দুজনৰ এজনেও দেখোন অসমৰ 'সাতাৱন ছাল'টোক কোনো স্বীকৃতিয়েই নিদিলে! সেই-

কাৰণে মই লেখি উলিয়ালোঁ, '1857 in Assam'খন। দুটা কথা মনত পৰে। পোনতে মই 'সাতাৱন চালৰ মূল্যাংকন' নামেৰে এটা দীঘলীয়া প্ৰবন্ধত স্বাধীনতাৰ প্ৰথম যুঁজখনত অসমৰ ভূমিকা খৰচি মাৰি আলোচনা কৰোঁ। তাৰ পাচত, সেই প্ৰবন্ধটো 'ৰামধেনু'ত প্ৰকাশিত হয়, ১৯৫৭ চনৰ জুন মাহত। হেম বৰুৱাই মোক এদিন ক'লে, "তোমাৰ প্ৰবন্ধটো মই খুব ভাল পাইছোঁ। তোমাৰ ইংৰাজী কিতাপখন ছপা হৈ ওলালে এটা ডাঙৰ কাম হ'ব।" তাৰ পাচৰ মাহতে ভাৰত জুৰি শতবাৰ্ষিকীৰ উখলমাখল। এদিন 'ৰামধেনু' কাৰ্যালয়'ৰ সমুখেদি আহি আছোঁ। বীৰেণদা'ক—মানে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যক—দেখি সোমাই গ'লোঁ। সুধিলোঁ, "বীৰেণদা। বিদ্ৰোহ-বিপ্লৱেই আপোনাক ব্যস্ত কৰি ৰাখিছে নেকি?" বীৰেণদা'ই খবৰটো দিলে, "ওঁ-হো, নাই—এটাও প্ৰবন্ধ যোগাৰ নহ'ল প্ৰথম স্বাধীনতা যুঁজখনৰ বিষয়ে।" মই ক'লোঁ, "তেনেহ'লে ময়েই আপোনাক এটা দিম।" বীৰেণদা'ই উত্তৰ দিলে, "দিব? বৰ ভাল হ'ব। কিন্তু আজি ৬ বজাৰ আগতেই দিব লাগিব।" অৱশেষত, মই প্ৰস্তাৱ দিলোঁ, ৰাতি ৯ বজাৰ আগতে গোটেই প্ৰবন্ধটো দিম ছোৱা ছোৱাকৈ। মই ঘৰ পায়েই দুৱাৰ-খিৰিকি জপাই লৈ প্ৰবন্ধটো লেখিবলৈ লাগি গ'লোঁ। গধূলি ৬ বজাৰ সময়ত বীৰেণদা'ৰ কটকী আহিল। মই এক ফৰ্মাৰ জোখাৰে দি পঠিয়ালোঁ। তাৰ পাচত আৰু দুটা কিস্তিত দি পঠিয়ালোঁ। তেওঁজ দিনা সেই সংখ্যা 'ৰামধেনু' ওলাল—পোনৰ পিঠিতে মোৰ '১৮৫৭' নামৰ প্ৰবন্ধটোৰ সৈতে। এনেকৈয়ে—ঠিক এনেকৈয়ে মোৰ লগত 'ৰামধেনু' আৰু বীৰেণদা'ৰ সম্পৰ্কটো গঢ় লৈ উঠিছিল। উল্লেখযোগ্য, সেই সময়ত 'ৰামধেনু'ৱে কাকো কোনো অৰিহণা দিয়াৰ প্ৰশ্ন উঠা নাছিল। আমি কেৱল লেখিছিলোঁ। পাচৰ কালত সেই সম্পৰ্কটো গঢ় লৈ উঠিছিল, মোৰ আৰু 'প্ৰকাশ'ৰ মাজত—মোৰ আৰু চন্দ্ৰপ্ৰসাদ শইকীয়াৰ মাজত। শইকীয়াৰ টেলিগ্ৰাম পালে, মোৰ হেজাৰো কাম থাকক, লেখিব লাগিবই। মোৰ মনত পৰে, ৰাতিটোৰ ভিতৰতে লেখি উলিওৱা 'কৃষ্ণকান্ত সন্দিকৈ: পাণ্ডিত্যবাৰিধি' নামৰ প্ৰবন্ধটোৰ কথা। সেইটো আছিল, জৰুৰী তাঁৰবাৰ্তাৰ সঁহাৰি। এতিয়া মই মন কৰিছোঁ, মোৰ সেই সম্পৰ্কটো পাগত উঠিছেগৈ 'জনমভূমি' কাকতৰ লগত। আৰু এটা কথা, যিবোৰ

ব্যাকৃত-আলোচনীত আখৰজোঁটনিক আচহুৱা শব্দৰ পকৱাই পায়,
সেইবোৰৰ লগত কোনোকালেই মোৰ সেই সম্পৰ্কটো গঢ় লৈ
উঠে। কোনোবাই ক'লেও ক'ব পাৰে, এইটো বিষয়ত মই অলপ
অভিমানী বুলি।

ক'ৰবাত ওলালোঁহি। মই ক'ব খুজিছিলোঁ, চেনিকুঠিত
থাকোঁতে বীৰেণদা'ৰ লগত মোৰ সম্পৰ্কটোৰ কথা। সেই সময়ছোৱাত
মোৰ জীৱনৰ সকলো মধুময়তাৰ চাৰি অনা যোগান ধৰিছিল,
বীৰেণদা'ৰ লগত থকা মোৰ সম্পৰ্কটোৱে। আঠ অনাৰ যোগান
ধৰিছিল, হেম বৰুৱা আৰু নৱকান্ত বৰুৱা—এই দুজনৰ লগত থকা
মোৰ দুটা ভিন্নসুৰী সম্পৰ্কই। সেয়া পাচত ক'ম। বাকী চাৰি
অনাৰহে যোগান ধৰিছে, অসংখ্যজনৰ লগত থকা মোৰ সম্পৰ্কবোৰে।
পুৱা নহ'লে গধূলি অন্ততঃ এবাৰকৈ বীৰেণদা'ৰ লগত মোৰ দীঘলীয়া
বৈঠক বহিছিল। বীৰেণদা সেই তেতিয়াৰে পৰা তাত্বিক চিন্তাৰ
প্ৰতি আগ্ৰহী মানুহ আছিল। গতিকে, বীৰেণদা'ই মোক লগ
পালেই অৱতাৰণা কৰে, একোটা গহীন-গম্ভীৰ সমস্যাৰ কথা।
আৰু মই সুযোগ পালেই ইটো-সিটো ধেমেলীয়া কথা উলিয়াওঁ।
আমাৰ পাৰস্পৰিক সম্পৰ্কটো গঢ় লৈ উঠিছিল, আকবৰ আৰু
বীৰবলৰ সম্পৰ্কৰ সাঁচত। মোৰ তৰল ধৰণৰ টীকা-টিপ্পনিত ৰস পালে
ধুনীয়া আৰু ৰঙচুৱা মুখৰ বীৰেণদা'ই যেতিয়া হাঁহিত ফাটি পৰে,
তেতিয়া মানুহজন আৰু বেচি ধুনীয়া, আৰু বেচি ৰঙচুৱা মুখৰ হৈ
পৰিছিল। মই কিন্তু অনুভৱ কৰিছিলোঁ, তাৰ সিপাৰে এজন বৰ
বিষাদগ্ৰস্ত মানুহ আছিল। এদিন কথা-প্ৰসংগত বীৰেণদা'ই
উলিয়াইছিল, টলষ্টয়ৰ কথা। সেইদিনা মই আচলতে অভিনন্দন
জনাবলৈ গৈছিলোঁ, 'সি জমজম আৰু জুইকুৰা' নামৰ গল্পটো পঢ়ি
বৰ আনন্দ পোৱাৰ কাৰণে। বীৰেণদা'ই যেতিয়া উলিয়ালে টলষ্টয়ৰ
কথা, মই তেতিয়া উলিয়ালোঁ 'যুদ্ধ আৰু শান্তি' উপন্যাসখনৰ কথা।
মই ক'লোঁ, "আপুনিয়েই লেখকচোন তেনেকুৱা এখন উপন্যাস।
আপুনি নেলেখিলে, অসমীয়াত বোধকৰোঁ সেই উপন্যাসখন কোনেও
লেখি উলিয়াব নোৱাৰিব—যিখন উপন্যাস টলষ্টয়ৰ 'যুদ্ধ আৰু শান্তি'ৰ
ওচৰে ওচৰে যাব। আপুনিতো নগা পাহাৰত যুদ্ধ আৰু শান্তিৰ
মাজত জীৱন এটা কটাই আহিছে!"

কথাবাৰ বোধকৰোঁ বীৰেণদা'ৰ মনঃপূত হ'ল। কেইদিনমানৰ পাচত খবৰটো পালোঁ। পুৱা আৰু নিশাৰ ভাগত লেখে; আবেলি মোক পঢ়িবলৈ দিয়ে। ধৃষ্টতা প্ৰকাশ কৰি, মই ইটো-সিটো কথা সলাবলৈ পৰামৰ্শ দিওঁ। কিতাপখন লেখা শেষ হ'লত বীৰেণদা'ই ক'লে, "নাম থ'ব খুজিছোঁ, 'আঁউসীৰ জোন'।" মোৰ মুঠেই পচন্দ নহ'ল নামটো। মই ক'লোঁ, "নামটো থওক 'ইয়াৰুইংগম্'। আপোনাৰ মানস-পটত থকা নগাপাহাৰখনে প্ৰাণ পাব। প্ৰয়োজন হ'লে, আপোনাৰ ড° লোহিয়াকো ক'ব পাৰিব, নগা ভাষাত শব্দটোৰ মানে 'আদিম জনতা-ৰাজ্য'।" বীৰেণদা'ই স্বাভাৱিক স্থিতপ্ৰজ্ঞতাৰে ক'লে, "ভাবি চাওঁচোন ৰাৰু।" কেইদিনমানৰ পাচতে গধূলি বীৰেণদা'ৰ ঘৰলৈ গৈ লগ পালোঁ, বীৰেণদা'ৰ এগৰাকী নগা আলহীক। নাম বিশ্বাং কেইছাং—তেতিয়ালৈকে ড° লোহিয়াৰ ভক্ত। মানুহজনৰ লগত কথা পাতি খুব ভাল লাগিছিল। তেওঁৰ পৰাই গম পালোঁ, টাংখুল নগাসকলৰ মাজত বীৰেণদা কিমান জনপ্ৰিয়! পাচদিনা ৰাতিপুৱা বীৰেণদা'ই মোক ক'লে, "বিশ্বাং গ'লগৈ। 'ইয়াৰুইংগম্' টোৱেই থ'লোঁ। মানুহে কেৱল অৰ্থটো বুজি পালেই হ'ল।" মই ক'লোঁ, "বৰং, নেপালেই বেচি ভাল। তেতিয়াহে অলপ মিষ্টিক্-মিষ্টিক্ নিৰ্য্যাস এটা বৈ যাব।" মোৰ ধাৰণা, সেইটোৱেই ঘটিল। যি কি নহওক, 'ইয়াৰুইংগম'খন যে সঁচাসঁচিকৈয়ে 'যুদ্ধ আৰু শান্তি'-খনৰ ওচৰে ওচৰে গৈছে, সেই কথাষাৰ লাখটকীয়া 'মৃত্যুঞ্জয়' খনেও সলাব পৰা নাই বুলিয়েই মোৰ ধাৰণা। 'মৃত্যুঞ্জয়'ৰ সৌন্দৰ্য সিখনৰ লিৰিকেল মৰ্মস্পৰ্শিতাত; আৰু 'ইয়াৰুইংগম'ৰ মহিমা সিখনৰ এপিক-বিৰাটত্বত। সেই কথাষাৰ কোৱাৰ অৱকাশ হয়তো ইয়াত নাই।

এটা কথা লক্ষ্য কৰিছিলোঁ, বীৰেণদা'ই কোনোকালে কাকো গা'ত পৰি উপদেশ নিদিছিল। কোনোবাই ইচ্ছা কৰিলে তেখেতৰ জীৱনৰ পৰাই সেয়া বুটলি ল'ব পাৰে—তাত আপত্তি নাই। মই গম পাইছিলোঁ, জীৱনৰ লগত কেনেদৰে যুঁজ কৰি সাহিত্যৰ সাধনা কৰিছিল। কুটুৰি কুটুৰি দুটা-এটা কথাৰ সন্ধান পাইছিলোঁ। কলিকতাত থাকোঁতে এসময়ত 'The Advance' নামৰ গধূলি সময়ত ওলোৱা দৈনিক কাকতখনৰ সহকাৰী সম্পাদকৰ কাম কৰিছিল

—দৰমহা পাইছিল মাথোন চল্লিশ নে পঞ্চলিশ টকা। বীৰেণদা'ৰ মুখৰ পৰাই শুনিছিলোঁ, অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'অসম হিটলাৰ' উপাধিটো হেনো সেই কাকতখনৰ ৰসিক সম্পাদকজনেই দিয়া। বীৰেণদা'ৰ লাচনি-পাচনি কৰি দিয়া বিশ্বাসী লগুৱা সুনীলৰ পৰাও বহু কথা জানিব পাৰিছিলোঁ। সুনীল আছিল ছিলেটৰ ফালৰ তৰুৰজীয়া অথচ অজলা মনৰ ডেকাল'ৰা। এদিন সি মোক কিবা এটা লেখি থকা দেখা পাই কৈছিল, "আমাৰ বাবুও লেইক্যাচেন কাইল ছাৰা দিন ধইৰ্য্যা। তাইন আবাৰ বাত খান নাই।" মই কাৰণটো সুধিলত সি কৈছিল, "ফয়ছা নাই।" কিন্তু সি বীৰেণদা'ক প্ৰাণ ঢালি ভাল পাইছিল। বীৰেণদা'ৰ বিয়া ঠিক হ'লত সি অকলশৰে গোটেই ঘৰটোৰ ভঙা-টুটাবোৰ বাটি দেৱালবিলাক নিজেই মাটিৰ লেও দি চূণকাম কৰি থৈ দিছিল।

এই বীৰেণদা'ৰ পৰাই মই মোৰ জীৱনৰ এই মূল্যৱান পাঠটো সংগ্ৰহ কৰিছিলোঁ, লেখা-পঢ়া কৰা আৰু টকা-পইচা ঘটি সুখেৰে থকা —দুয়োটা কাম একেলগে নচলে। চেনিকুঠিত থাকোঁতে ময়ো মোৰ জীৱনৰ অসহীয়া দাৰিদ্ৰ্যৰ আস্বাদ পাইছিলোঁ। কিন্তু, বীৰেণদা'ৰ পৰা শিকি লোৱা নিৰ্লিপ্তিটোৰেই মই সেই অভাৱ-অনাটনৰ মুখামুখি হৈ থাউনি নেহেৰুৱাকৈ ৰ'ব পাৰিছিলোঁ। এবাৰৰ কথা মনত পৰে। মোৰ পিন্ধা কাপোৰৰ পৰিমাণ টুটি গৈ গৈ মাথোন দুসাজত ৰৈছিলগৈ —তাৰে এসাজ তেনেই পাল মৰা। সেইবাৰ মোৰ পৰিবাৰে হঠাৎ বহুৰটোৰ মৰণীয়া বানচ পাই আনিছিল ১২০্ টকা; তাৰে ৯০্ টকা খৰচ কৰি তেওঁ মোক কোট-পেণ্ট এজোৰ চিলোৱাই দিছিল। মাজে মাজে বুকুত এটা খামোচ অনুভৱ কৰিছিলোঁ, মই তাৰ বিনিময়ত তেওঁক কি দিব পাৰিছিলোঁ।

সেই সময়ছোৱাত মোক এটা বেলেগ ধৰণৰ নিচাই লগ ধৰিছিলহি। সেয়া হ'ল, কিতাপ কিনাৰ নিচা। সময়ত মই মোৰ বাজেটৰ ঘেৰ পাৰ হৈ কিতাপ কিনিছিলোঁ। সেই সূত্ৰে মোৰ এজন মানুহৰ লগত ঘনিষ্ঠ সম্পৰ্ক এটা গঢ় লৈ উঠিছিল। মানুহজনৰ নাম আছিল, প্ৰভাত ভট্টাচাৰ্য। 'ষ্টেণ্ডাৰ্ড লিটাৰেচাৰ কোম্পানী'ৰ কিতাপৰ তালিকাত থকা প্ৰায়বোৰ চিৰিজেই মাহেকীয়া কিস্তিৰ বন্দোবস্তত কিনি লৈছিলোঁ। এবাৰ ৫১খন কিতাপৰ চিৰিজ এটা—হাৰ্ভাৰ্ড

ক্লাচিকচ্‌ চিৰিজ—৫০০০্‌ টকা দামত কিনি পেলাইছিলোঁ। পাচত সেইটো গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজ লাইব্ৰেৰীলৈ হস্তান্তৰিত কৰিহে উশাহ সলাইছিলোঁ। এইদৰেই মই দস্তৰমতে ধোঁৱাখুলীয়াৰ জীৱন যাপন কৰিছিলোঁ। চলিবই নেজানিছিলোঁ। এতিয়া যে চলিব জানিছোঁ—সিও নহয়। তাৰ মাজতে মই নিজক বঞ্চনা নকৰাকৈ সুখৰ জীৱন অতিবাহিত কৰিছিলোঁ—সেইছোৱা সময়ত। স্বীকাৰ কৰিব লাগিব, তাৰ এটা প্ৰধান কাৰণ আছিল সেই সময়ছোৱাৰ গড় হিচাপৰ বজাৰ-দৰ। এজন কুকুৰা-বেপাৰী আছিল। তেওঁ আহিয়েই মোৰ ঘৰৰ চোতালত চাৰি-পাঁচটা কুকুৰা বান্ধি থৈ গৈছিল; দামটো পাচত নিবহি। দামেই বা কিমান? একোটা কুকুৰাত অতি বেচি পাঁচ সিকি। অকলে খাই ঢুকুৱাব নোৱাৰোঁ। দেখি ইজন-সিজনক আলহী মাতিছিলোঁ।

সেই সময়ছোৱাত মই দুজন মানুহৰ পৰা বৈশিষ্ট্যপূৰ্ণ অনুপ্ৰেৰণা পাইছিলোঁ। এজন হ'ল, অধ্যক্ষ হেম বৰুৱা। এই অসামান্য প্ৰতিভাশীল মানুহজনৰ পৰা মই কি পাইছিলোঁ—সেয়া ক'বলৈ মোৰ ভাষাৰ নাটনি; কি পোৱা নাছিলোঁ—সেয়া ক'ব পাৰিম। একে আষাৰে ক'বলৈ হ'লে, একো নোপোৱাকৈ নাছিলোঁ। প্ৰায় প্ৰত্যেক-দিনেই সিজনক দুঘণ্টা-তিনিঘণ্টাকৈ লগ পাইছিলোঁ। উভতি চাই ভাবিছোঁ, মই সেই মানুহজনৰ মূল্যবান সময়খিনি কেনেকৈ সেইদৰে অপচয় কৰি দিয়াৰ সাহস পাইছিলোঁ। দিল্লীলৈ লোকসভাৰ সদস্য হৈ গুচি যোৱাৰ পাচতো সপ্তাহত অন্ততঃ দুখনকৈ দীঘলীয়া চিঠি পাইছিলোঁ। সেই গোটেইখিনি সাঁচি থ'ব জনা হ'লে, প্ৰায় ৫০০খনমান চিঠিৰ টোপোলা এটা হ'লহেঁতেন। এতিয়াও মোৰ হাতত প্ৰায় ১০০খনমান চিঠি আছে। সিবিলাকত তেখেতে মোলৈ সমকালীন বৌদ্ধিক জীৱন সম্বন্ধে বহু কথাই লেখিছিল। সেই চিঠিবোৰে মোৰ সাহিত্য-সংক্ৰান্ত জীৱনটোলৈ এটা সামাজিক দায়বদ্ধতাৰ দৃষ্টিভংগী কঢ়িয়াই আনিছিল। এই মানুহজনৰ পৰা মই যিমানখিনি মৰম পাইছিলোঁ, ওৰেটো জীৱনত মই তাৰ চাৰি ভাগৰ এভাগ মৰমো আন কাৰো পৰা পোৱা নাই।

আনজন হ'ল, ড° বিৰিঞ্চিকুমাৰ বৰুৱা। সময় পালেই তেখেতে মোক মাতি পঠিয়াইছিল। মনত পৰে, তেখেতৰ History of

Assamese Literatureখনৰ কথা। মোক তেখেতে পাণ্ডুলিপিটো দি কৈছিল, "এইখন তুমি চাই দিবা। অকল ভাষা নহয়, কথাবোৰো। ভুল যেন পালেই কাটি-কুটি খান্তাং কৰি দিবা। তুমি সেইবোৰ তোমাৰ ধৰণেৰে লেখি দিবা। ধৰি ল'বা, সেইখনৰ তুমিও এজন সহ-গ্ৰন্থকাৰ।" মই সঁচাসঁচিকৈয়ে সেই দুঃসাহসিক কামটোকে কৰি তেখেতৰ হাতত সময়ত দি আহিলোঁগৈ। কেইদিনমানৰ মূৰত তেখেতে টকা দু'শৰে সৈতে সৰু চিঠি এখন পঠাই দিছিল, "তুমি বৰ কষ্ট কৰিলা।" মোৰ চকুপানী ওলাইছিল, ইমান এজন বিৰাট মানুহৰ মোৰ ওপৰত থকা আস্থাৰ উমান পাই। তাৰ পাচত, তেখেতে সাহিত্য অকাডেমীৰ হতুৱাই প্ৰকাশনৰ বাবে মোক একেটা বছৰতে তিনিখন কিতাপ ভাঙিবলৈ দিছিল। ভাঙি দিলোঁ, ইবচেনৰ 'ভূত', ৰবীন্দ্ৰনাথৰ 'ৰজা' আৰু 'বিনোদিনী'। ১৯৫৮ চনতেই তিনিওখন কিতাপ ছপা হৈ ওলাল। মাজে-সময়ে তেখেতৰ ঘৰত কোনোবা চৰকাৰী ধনৰ গৰাকী ধৰণৰ মানুহ অতিথি হ'লেই মোক আৰু নৱকান্ত বৰুৱাক দুয়োকে সপৰিবাৰে ভাতৰ মেজলৈ নিমন্ত্ৰণ কৰি পঠাইছিল। এবাৰ অধ্যাপক হুমায়ুন কবীৰ গুৱাহাটীলৈ আহোঁতে মোক আগতীয়াকৈ মাতি নি কৈছিল, "তুমি আজি অসমীয়া ভাষাত বিশ্বকোষ এখনৰ প্ৰয়োজনীয়তাৰ কথাষাৰ এনেয়ে উলিয়াই দিবাচোন। বাকীখিনি মই চেষ্টা কৰিম।" ভাত-পানী খাই উঠি কথা পাতোঁতে মই কথাষাৰ উলিয়ালোঁ। লগে লগে তেখেতে হুমায়ুন কবীৰক ক'লে, "এটা ভাল অনুদান দিয়ক। ভাৰতৰ বাকী জাতীয় ভাষা আটাইকেয়োটাৰে বিশ্বকোষ আছে; অকল অসমীয়াতেই নাই।" অধ্যাপক কবীৰক তেখেতে যিটো পৰিমাণৰ টকাৰ কথা ক'লে, মই উচপ্ খাই উঠিলোঁ। তিনি কোটি টকা লাগিব। অধ্যাপক কবীৰ মান্তি হ'ল। দুখৰ কথা, বিত্তী য়বছৰৰ শেষত অসম চৰকাৰে সেই টকা আনিবলৈ পাহৰিলে। পাচৰ বছৰত সেই টকাৰ পৰিমাণ কমি ৩০ লাখত নিৰ্ধাৰিত হ'লগৈ। কিন্তু আচৰিত কথা, সেইবাৰো অসম চৰকাৰে সেই টকা আনিবলৈ পাহৰিলে। তাৰ পাচৰ বছৰ দেৱকান্ত বৰুৱা শিক্ষামন্ত্ৰী হৈ থাকোঁতে এদিন সিজনাৰ উপস্থিতিতে মোক অসম চৰকাৰৰ এই কীৰ্তিটোৰ কথা উলিয়াই ক'লে, "মই জানিছা, হুমায়ুন কবীৰৰ আগত মুখ উলিয়াব নোৱৰা হৈছোঁগৈ। তথাপি

মোৰ মুখলৈ চাই এইবেলি তিনি লাখ টকা দিওঁ বুলিছে। অসম চৰকাৰে মোৰ হাতত বিলখন দিলেই হ'ব। টকাকেইটা ময়েই আনিমগৈ। একো কৰিব নোৱাৰিলেও অন্ততঃ উজান বজাৰৰ জাহাজ-ঘাটত পেলাই থৈ আহিবগৈ পাৰিম। আৰু এটা কথা, তুমি তোমাৰ 'মণিদীপ'ত এটা সম্পাদকীয় লেখি সময়ত নতুন শিক্ষামন্ত্ৰীক সোঁৱৰাই দিবা।" সঁচাসঁচিকৈয়ে, সেই বছৰৰ মাৰ্চৰ সংখ্যা 'মণিদীপ'ত মই গোটেই কাহিনীটো দলিল কৰি থৈ দিলোঁ। সেইবাৰ শিক্ষামন্ত্ৰী বৰুৱাৰ ব্যক্তিগত তত্ত্বাৱধানত পোনৰ বাৰ দিব খোজা তিনি কোটি টকাৰ এক-শতাংশ পৰিমাণৰ অনুদান অসম চৰকাৰৰ ৰাজকোষত সোমালহি। সেইখিনিৰে ফলশ্ৰুতি, অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'অসমীয়া বিশ্বকোষ'ৰ প্ৰথম খণ্ড!

মোৰ জীৱনৰ ওপৰত গভীৰতম প্ৰভাৱ পেলোৱা এই দুগৰাকী পুৰুষ—হেম বৰুৱা আৰু বিৰিঞ্চিকুমাৰ বৰুৱা—অকালতে আমাৰ মাজৰ পৰা গুচি গ'ল। সেয়া সুঁৱৰিলেই মোৰ অসমৰ গাঁও-ভুঁইবোৰত ভাওনা-ঘৰত দেখা পোৱা দৰ্শকৰ মাজত ঘটা দৃশ্য এটাৰ কথা মনত পৰি যায়। পাচৰ ফালৰ বাওনাবোৰে আগৰ ফালৰ ওখ-পাখ মানুহবোৰৰ চোলাৰ আগটো খামুচি ধৰি চিঞৰ একোটা মাৰি দিয়ে কাণতাল মাৰি যোৱাকৈ—'আগৰ মানুহ বহি যাওক!'

এখন চিঠি মই সাঁচি থৈ দিছোঁ। মৃত্যুৰ কেইদিনমান আগতে ড° বৰুৱাই মোলৈ লিখা এখন চিঠি। মাথোন এটা বাক্য লেখি পঠিয়াইছিল। মানুহজনৰ নামটো উনুকিয়াই লেখিছিল—"দেখিলা নহয়, সেইজনে কি কৰিলে!" মোৰ নিজৰ সান্ত্বনা, 'অভিমন্যু বধ' ভাওনাৰ প্ৰধান সপ্তৰথীক মই গুৱাহাটী বিশ্ববিদ্যালয় কোৰ্টৰ সভাত আচামীৰ কাঠগৰাত তুলিছিলোঁ। হেম বৰুৱাক শেষৰ ফাললৈ এদিন চাবলৈ গৈছিলোঁ। সেই অসহ্য দৃশ্যটো মাথোন এক মিনিট চালোঁ। অণু বৰুৱা ন-বোৱে কৈছিল, "তেখেতে আজিকালি কেৱল ভূত দেখে। ভূতলৈ খুব ভয় কৰে।" মোৰ মনত পৰিছিল, ঢেঁকিয়াল ফুকনৰ সেই প্ৰাৰ্থনাটো: "হে কৃপাময় জগদীশ্বৰ! এই অসম দেশৰ লোকসকলক স্বদেশী, সভ্য, গিয়ানী আৰু ধাৰ্মিক হ'বলৈ মতি দিয়া।"

১৯৫৯ চনৰ কথা। মোৰ গুৱাহাটীৰ জীৱনৰ কেইবাটাও পৰিবৰ্তন ঘটিল। মই চেনিকুঠি এৰি শিলপুখুৰীৰ পাৰত থকা আৰু...

ৰশিয়াদেৱৰ 'গুলপুৰ ভৱন' নামৰ ঘৰটোলৈ আহিলোঁ। গোটেই ঘৰটোৱেই কাঠৰ চাং-বঙলা। ওপৰে তিনি ভাগৰ দুভাগ মোক দিলে। ভাৰা মাথোন মাহেকত ৭০্ টকা। সেই ঘৰটোত থকাৰ সময়ছোৱাতে মোৰ জীৱনৰ কেইবাটাও স্মৰণীয় অভিজ্ঞতা হৈছিল। সেইকেইটাৰ কথাকেই ক'বলৈ লৈছোঁ।

সেইটো ঘৰলৈ যোৱাৰ আগে আগে '৫৮ চনৰ ২৪ অক্টোবৰৰ দিনা ধুবুৰীৰ চিভিল হস্পিটেলত মোৰ ডাঙৰজনী ছোৱালীৰ জন্ম হৈছিল। সেইদিনা আছিল বিজয়া দশমী তিথি। দুজনমানে মোক সান্ত্বনাৰ সুৰত কৈছিল, ছোৱালী হোৱাৰ কাৰণে মই যেন দুখ নকৰোঁ। মই আচৰিত হৈ গৈছিলোঁ, এই মানুহবোৰ শিক্ষিতৰ লেখত পৰে কেনেকৈ! এই মানুহবোৰে বাৰু জীৱনত মীৰাবাঈৰ নাম, সৰোজিনী নাইডুৰ নাম, মাডাম কুৰীৰ নাম শুনা নাই নেকি? দুজনমান বন্ধুক মই স্পষ্টকৈয়ে কথাষাৰ সুধিয়েই দিছিলোঁ। মোৰ তিনিজন ছাত্ৰৰ নাম আজিও অত্যন্ত আনন্দেৰে সোঁৱৰোঁ। তেওঁলোক আছিল, কবি নিত্যা দত্ত, দেৱানন্দ কোঁৱৰ আৰু মোক্ষদা মহন্ত। তেওঁলোকে মোক অভিনন্দন জনাই কৈছিল, "ছাৰ, আপুনি বৰ ভাগ্যবান। প্ৰথমতেই আপোনাৰ ঘৰলৈ লক্ষ্মী আহিল।" মোৰ ধাৰণা হৈছিল, ঠিক এনেকৈয়ে অগ্ৰৱৰ্তী মনোভংগীৰে পৰিপুষ্ট হৈ একোটা প্ৰজন্ম পুৰণি প্ৰজন্মতকৈ আগবাঢ়ি যায়।

সেই ঘৰটোত ঘটা এটা ঘটনাৰ কথা মনত পৰে। এদিন গধূলি সময়ত বেচ ধ্বকাল বতৰ। হঠাৎ হোঁ-হোঁৱাই এজাক বতাহ আহিল। মই নিজে ক'ব নোৱাৰাকৈয়ে মোৰ পৰিবাৰ আৰু মুনক মোৰ পঢ়া মেজখনৰ তলত সুমুৱাই দিলোঁ। মই আৰু মোৰ মাজুটো ভাই বন্ধুই আপ্ৰাণ চেষ্টা কৰি পূবৰ দুৱাৰখন বন্ধ কৰি দিলোঁ। আমিও সেই মেজখনৰ তলত সোমাই পৰিলোঁ। গোটেইখন চিলিঙৰ বিলাতী মাটিৰ লেওবোৰ আমাৰ মেজৰ চাৰিওকালে সিঁচৰতি হৈ পৰিল। লগে লগে বৰষুণ আৰু বিজুলীৰ চিকমিকণি। ওপৰলৈ মূৰ তুলি চাই দেখিলোঁ, মূধচৰ টিনপাত এখিলাও নাই। গোটেই ঘটনাটো ঘটিছিল, মাথোন দহ-বাৰমিনিটমানৰ ভিতৰত। দুৱাৰখন মেলি বাৰাণ্ডালৈ ওলাই দেখিলোঁ, ওচৰৰ নোৱাখালি ক'লনিটোৰ মাটিৰ জুপুৰীঘৰবোৰৰ এটাৰো একো ক্ষতি হোৱা নাই। বুজিবলৈ

বাকী নেথাছিল, সেইজাক এজাক চাকনৈয়া-বহাহ আছিল।* বাহিৰলৈ ওলাই গৈ তলৰ চোতালৰ পৰা চালোঁ, খটখটিটোৰ কাষৰ ৮খন টিনপাত মোচোৰা খাই এটা প্ৰকাণ্ড বাদামৰ ঠেঙা হৈ পৰিছে। আৰু, পাচফালেদি যোৱা ৰে'লৰ আলিটোৰ সিপাৰে ২২খন টিনপাত কাঠৰ বাতামৰ পৰা সুলকি নপৰাকৈ এখন বিৰাট বাতৰি-কাকতৰ লেখীয়া হৈ ঘাঁহনিৰ ওপৰত পৰি আছে। সেই ৰাতি আমি অলপ দূৰতে থকা সেনাপতিৰ ঘৰত আলহী থাকিলোঁগৈ। মোৰ খোৱাঘৰৰ পৰা অলপ আগতে অহা গোটেইজাপ কাপোৰত চিলিঙিৰ মাটি আৰু বৰষুণৰ পানী মিহলি হৈ পিন্ধিব নোৱৰা হ'ল। পুৱা পিন্ধিবলৈ এটা কামিজ বন্ধুই ৰাতিয়েই কিনি আনিলে।

ক'বলৈ পাহৰিছোঁ, সেই ঘৰটোৰ গৰাকী বণিয়া ডাঙৰীয়া তেতিয়া শিলঙত আছিল। ঘৰটোত আছিল, মোৰ এসময়ৰ কমমে'ট্‌ অধ্যাপক ডিম্বেশ্বৰ শইকীয়া। মাজে মাজে বণিয়া ডাঙৰীয়া আৰু তেখেতৰ পৰিয়ালৰ গুৱাহাটীলৈ আহি দু'দিন-সাদিন থাকি গৈছিলহি। সেই কেইদিন মুন ওবেদিন ধৰি ৰবদেউতাক আৰু ৰমা'কৰ ওচৰতে থাকিছিলগৈ। যিদিনাখন উভতি যায়গৈ, সেইদিনা পুৱাৰ পৰা আমি মুনক ৰমা'কৰ চকুৰ আঁৰত ৰাখিবলগীয়া হৈছিল। কাৰণ, তাইক দেখা পালেই তেখেতৰ চকুহাল চকু-লো'ৰে উপচি পৰিব—তাইক যে এৰি থৈ গুচি যাবগৈ, সেই কথাষাৰ ভাবি। মোৰ জীৱনত সিমান মৰমিয়াল মানুহ দ্বিতীয় এগৰাকী আজিলৈকে দেখা পোৱা নাই। তেখেতক দেখা পাইহে মই ভালকৈ বুজি পাইছিলোঁ, টলষ্টয়ৰ সেই গল্পটোৰ অৰ্থ, যিটো গল্পৰ নাম আছিল—'মানুহ কিহেৰে জীয়াই থাকে'!

সেই সময়ছোৱাতে কবি অম্বিকাগিৰী ৰায়চৌধুৰীৰ লগত মোৰ সম্বন্ধটো অতি ঘনিষ্ঠ হৈ উঠে। তেখেত প্ৰায়েই মোৰ ওচৰলৈ আহিছিল, তেখেতৰ ইটো-সিটো লেখা ইংৰাজীলৈ অনুবাদ কৰি দিব লাগে। ময়ো সেইমতে কৰি দিওঁ, তেখেতৰ মনঃপুত হয়। অনুবাদ তেখেতৰ পচন্দ হৈছে নে নাই হোৱা, সেয়া মই গম পাই যাওঁ, তাৰ দুই-চাৰিদিনৰ পাচতে। সেই কেইদিন তেখেত যেন কল্পনা ৰাজ্যতে ভাঁহি ফুৰে। আৰু সেই কেইদিন তেখেতে মোৰ লগেই নেৰিছিল। এদিন ক'লেহি, "মোক তুমি এই দুটা কবিতা ভাঙি দিব লাগে।

গণৰাজ্য দিৱসৰ ৰাষ্ট্ৰীয় কবি-সম্মিলনত পঢ়িব লাগিবগৈ।” পঢ়ি চালোঁ, তাৰে এটা কবিতা ‘এয়ে মোৰ অনুপম দেশ ভাৰতৰ সোণৰ অসম’ সঁচাসঁচিকৈয়ে অপূৰ্ব লাগিল। যি কি নহওক, কবিতা দুটা ইংৰাজীলৈ ভাঙি মোৰ নিজৰে আনন্দ লাগিছিল। পাচত সেই দুটা কবিতা ‘আসাম ট্ৰিবিউন’ কাকতত ওলাইছিল। কবিতা পঢ়ি তেখেত দিল্লীৰ পৰা উভতি আহিল। সেইবাৰ তেখেতৰ কবিতা-আবৃত্তিয়ে ভাৰতীয় ৰসিক সমাজত সঁচাকৈয়ে অভূতপূৰ্ব সমাদৰ লাভ কৰিছিল। গুৱাহাটীৰ সাহিত্য সভাৰ লগত সম্পৰ্কিত কেইজনমান ডেকাই ৰায়চৌধুৰীক সংবৰ্ধনা জনোৱাৰ বাবে এম.চি এম.ই. স্কুলত এখন ৰাজহুৱা সভাৰ আয়োজন কৰিলে। ৰায়চৌধুৰীয়ে সংবৰ্ধনাৰ উত্তৰত আনবোৰ কথাৰ লগতে ক’লে, “সকলোৱে মোৰ কবিতাটো প্ৰশংসা কৰিছিল। আনকি কলিকতাৰ ‘দেশ’ পত্ৰিকাখনেও প্ৰশংসা কৰি কৈছে, কবিতাটো বোলে অপূৰ্ব হৈছে। লগতে লেখিছে, কবিতাটোত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ স্পষ্ট। মই আচৰিত হৈ গৈছোঁ। ক’ৰবাত কেনেবাকৈ প্ৰভাৱ-স্ৰভাৱ পৰে বুলি ৰবীন্দ্ৰনাথৰ কবিতা নপঢ়োঁৱেই। তেওঁলোকে আৱিষ্কাৰ কৰি পেলালে, ৰবীন্দ্ৰনাথৰ কবিতাৰ প্ৰভাৱ— মোৰ কবিতাৰ ওপৰত!” তাৰ পাচত, সেই সভাত উপস্থিত থকা হেম বৰুৱাক সুধিলে, তেখেতেই কওঁকচোন ৰবীন্দ্ৰনাথৰ কবিতাৰ কিবা প্ৰভাৱ পৰিছে নেকি—ৰায়চৌধুৰীৰ কবিতাৰ ওপৰত! হেম বৰুৱাই দুষ্ট-হাঁহি এটা মাৰি ঘপ্‌কৈ উত্তৰ দিলে, “ময়ো তো কবিতা লিখোঁ। ক’ৰবাত কিবা প্ৰভাৱ পৰে বুলি ময়ো তো আপোনাৰ কবিতা পঢ়া নাই। মই এতিয়া কথাটো কওঁ কেনেকৈ?” ৰায়চৌধুৰীৰ মুখখন চাবলগীয়া হৈছিল—খং, হাঁহি, বিবুদ্ধি আটাই-বোৰবে সানমিহলিৰ যেনিবা এখন নৈ! গোটেইবোৰ শ্ৰোতাই গিৰ্জনি পাৰি হাঁহি দিলে।

উভতি আহোঁতে ৰায়চৌধুৰীৰ লগতে ময়ো খোজ দিছিলোঁ। ভীষণ চিন্তিত ধৰণে তেখেতে মোক সুধিলে, “হেৰা, তোমাৰ হাতত বাৰু ৰবীন্দ্ৰনাথৰ কিবা কিতাপ আছে নেকি?” মই ক’লোঁ, “গোটেইবোৰ আছে। আপোনাক যিখন লাগে সিখনকে লৈ যাবগৈ।” তেখেতে তেতিয়া ক’লে, “ব’লা তেনেহ’লে। তোমাৰ ঘৰত অকণমান সোমায়েই যাওঁ!” তেখেত মোৰ ঘৰত সোমোৱাৰ পাচত বং...

এনেৰে তেখেতক মোৰ পঢ়া-কোঠাটোলৈ লৈ গৈ 'ৰবীন্দ্ৰ ৰচনাৱলী'ৰ প্ৰচলিত আৰু অচলিত সংগ্ৰহৰ ২৮টা খণ্ড দেখুৱাই ক'লো, "ইয়াৰ পৰা আপুনি যিখন ভাল পায়, সেইখনেই নিয়ক।" তেখেত থৰ হৈ বৈ গ'ল, আৰু মোক সুধিলে, "কি, এই আটাইবোৰ ৰবীন্দ্ৰনাথৰেই নেকি?" মই ক'লোঁ, "হয়, আটাইবোৰ তেখেতৰেই।" লগে লগে তেখেতে মোক ক'লে, "মই মানি ল'লোঁ, ৰবীন্দ্ৰনাথ সঁচাকৈয়ে মহাকবি। অৱশ্যে, বিশ্বকবি বুলি ক'বলৈ মই অলপ টান পাওঁ। তুমি বেয়া নেপাবা। কিন্তু ধেমালি নহয়, ভাল হওক বেয়া হওক, ইমানবোৰ কবিতা এটা জীৱনত লেখা!" মই আৰু অলপ জোকাই চালোঁ, "ওঁ-হো, আপুনি ইয়াৰ মাজত এটাও বেয়া কবিতা বিচাৰি নেপায়। মই পঢ়ি দিওঁ শনক, 'আমি পৃথিবীৰ কবি/যেথা তাৰ যত উঠে ধ্বনি/আমাৰ বাঁশীৰ সুৰে সাড়া তাৰ জাগিবে তখনি।' ইত্যাদি এইবোৰ।" তেখেত বিষাদমগ্ন হৈ পৰিল। যাবৰ সময়ত পদূলিমুখলৈ আগবঢ়াই দিওঁতে তেখেতে ক'লে, "চোৱাচোন, আমাৰ মানুহবোৰে দুখন-এখন কিতাপ লিখিয়েই একেবাৰে গপতে গঙাটোপ হৈ পৰে। আমি বাৰু কি লিখিলোঁ!" মই ক'লোঁ, "আপুনি তো ঢেৰ লেখিলে। ঢেৰ কাম কৰিলে।" তেখেত গ'লগৈ। যাওঁতে কৈ গ'ল, "মই এখনো কিতাপ নিনিলোঁ। এখন নিলে, পাচত আটাইবোৰ পঢ়ি চাবলৈ নিবৰ মন যাব। মই তেতিয়া নিজৰ কথা একো লেখিব নোৱাৰিম। তুমি পঢ়ি থাকাঁ, লেখিও থাকাঁ। লেখি লেখি শেষ কৰি দিবা।"

অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পৰ্কে মোৰ আৰু বহুত কথা ক'বলৈ আছে। সেইবোৰ সময় পালে লেখিম। অত্যন্ত মনোৰম সেইবোৰ অভিজ্ঞতা। অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত তেখেতে মুকলিকৈ কৈ পেলাইছিল, তেখেতৰ প্ৰেমিক জীৱনৰ কথা। সেই দিনটোৰ সেই বক্তৃতাটোৰ ভাষা মই পাহৰিব পৰা নাই। তেখেতে খং আৰু দুখেৰে ক'বলৈ আৰম্ভ কৰিছিল, "সকলোৱে মোক বাঙালী-বিদ্বেষী মনোভাৱৰ মানুহ বুলি কয়। আনকি আজি বাগ্মীবৰ ফুকনেও মোক সেইবুলি ক'লে।" এনেতে, বাগ্মীবৰ ফুকনে মাত দিলে, "মই তেনেকৈ কোৱা নাই। মই মাত্ৰ কৈছিলোঁ—।" অম্বিকাগিৰীয়ে ৰুদ্ৰমূৰ্তি ধৰি উত্তৰ দিলে, "নহয়, আপুনি কৈছে। নাই কোৱা যদি,

নাই কোৱা বাক। মই তো বিশ্বাসঘাতক নহওঁ। যৌৱনৰ প্ৰথম পুৱাত মই যি বাঙালী ছোৱালীৰ প্ৰেমত পৰি কবিতা লেখিলোঁ, যাৰ কাৰণে মোৰ হাতৰ এই আঙুলিটো কাটা গ'ল, সেই বাঙালী জাতিৰ প্ৰতি মই বিশ্বাসঘাতকতা কৰিম, অন্যায় কথা কম, ইমান নিমখহাৰাম মই নহওঁ।" চাৰিওপিনে হাতচাপৰিৰ উজান উঠিল। তাৰ মাজতে হলীৰাম ডেকা ডাঙৰীয়াই খেমেলীয়া কথা এষাৰ সুধি দিলে, "কোন সেই সুন্দৰী?" তেখেতে তৎক্ষণাৎ তাৰ উত্তৰ দিলে, "বিদ্যুৎলতা।" এই নামটো মই শুনা নাছিলোঁ। মোৰ সমুখত তেখেতৰ কন্যা শুচিব্ৰতা ৰায়চৌধুৰী বহি আছিল। তেখেতে পিতাকৰ কথাবোৰ শুনি লাজতে তলমূৰ কৰিছিল। দুদিন পাচত তেখেত মোৰ তালৈ আহিছিল। মোক সুধিলে, "বহুতে ঠিক নহ'ল বুলি কৈছে। তুমি কি কোৱা?" মই মোৰ ধাৰণাটো ক'লোঁ, "সেই সভাত আপোনাৰ ছোৱালীও বহি আছে। আপোনাৰ ল'ৰাও বহি আছে। তাৰ মাজত আপুনি আপোনাৰ অতীত জীৱনৰ কথাবোৰ ক'লে। তেওঁলোক জানো অপ্ৰতিভ নহ'ল?" তেখেতে ক'লে, "সিহঁতে চব জানে। জানিবও লাগে। মোৰ জীৱনৰ ক'তো কোনো অপৰিষ্কাৰ নলা-নৰ্দমা নাই। মই লুকুৱাই থোৱা, মনে মনে পুহি ৰখা কথাবোৰকেই নৰ্দমা বুলি ভাবোঁ।"

তাৰ কিছুদিন পাচতে তেখেতে মোক তেখেতৰ 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব-শান্তি স্থাপনৰ পথ' নামৰ প্ৰবন্ধটো ইংৰাজীলৈ ভাঙি দিবলৈ ক'লেহি। মই ভাঙি দিলোঁ 'Final Goul of Man and Lasting Peace' শিৰোনামাৰে। তেখেতে সেই প্ৰবন্ধটো কিতাপৰ আকাৰত ছপাই আনি তাৰে এটা কপি মোক দিলেহি। লগতে দুখন এশটকীয়া নোট! মই ক'লোঁ, "এই দুখনো ভুলতে আহিল। ভালকৈ থৈ দিয়ক।" তেখেতে ক'লে, "নহয়, সেই দুখন তোমালৈকে আনিছোঁ। তোমাৰ বহুত কষ্ট হৈছে। তুমি লাখীৰ খাবা।" মই অভিমান দেখুৱাই ক'লোঁ, "মোক আপুনি নিমখহাৰাম বুলি ভাবিছে। আপুনি আমাৰ জাতিটোক কিমান দিলে! অথচ, আপুনি কেইটা পইচা পালে? ঠিক আছে, আপুনিও আজিৰ পৰা মোৰ ঘৰলৈ নাহিব, ময়ো আপোনাৰ ঘৰলৈ নেযাওঁ।" তেখেতে হেতিয়া নতুন প্ৰস্তাৱ দিলে, "বাপা, তুমি যদি টকাকেইটা

ৰাখিবলৈ টান পইছা, তেনেহ'লে আজি ৰাতি তুমি আৰু বোৱাৰী দুয়ো মোৰ ঘৰত ভাত খাবলৈ আহাঁ।” মই ক'লোঁ, “সেইটো নহ'ব। সেইটো দেখোন নগদ টকাৰ বানচ নহলে আপোনাৰ দুভুৱাই বজাৰ কৰাই মাছৰ মূৰ খোৱাৰ চামিল হ'ব। তাতকৈ আগৰ কামটো কৰাই ভাল। আৰু আমাৰ অহা-যোৱাটো বন্ধ হৈ যাওক।” তেখেতে তেতিয়া সুধিলে, “তুমিয়েই কোৱাচোন কি কৰিলে ভাল হ'ব! নহ'লে যে মোৰ মনটো খুটখুটাই থাকিব।” ওবেটো জীৱন অসমৰ সমস্যাবোৰৰ সমাধান উলিয়াই থকা মানুহজনৰ অৱস্থাটো দেখি মোৰ মনত খেলাই গৈছিল এখন ছবি —এটা সৰু ল'ৰা, হাতত এটা বেঙী, চিন্তা কৰিছে কোনফালৰ পৰা বেঙীটো সুমুৱাৰ লাগে। মই তেখেতক ক'লোঁ, “যিদিনা বাহিৰৰ কাবোবাৰ পৰা এই কিতাপখন ভাল হোৱা বুলি কিবা চিঠি-পত্ৰ পাব, সেইদিনা যদি আপোনাৰ মন ভালে থাকে, আমাক মাতি পঠিয়াব। আমি গৈ মনত ৰং লগা বুলি এসাজ ভাত খাই গুচি আহিম!” প্ৰস্তাৱটো তেখেতৰ মনঃপূত হ'ল। এদিন তেখেতে সঁচাসঁচিকৈয়ে এখদ বৰ ধুনীয়া চিঠি পালে। চিঠিখন আহিছিল বাট্ৰাণ্ড ৰাছেলৰ পৰা। ৰাছেলৰ হাতত আখৰ মই তাৰ আগতে ক'তো দেখা নাছিলোঁ। মই ক'লোঁ, “আজি তেনেহ'লে আমি খুব ফূৰ্তি কৰিব লাগে। আপোনাৰ ঘৰতে সৰু কিবা এটা পাতক। আপোনাৰ বোৱাৰী আৰু মই দুয়ো যাম আপনাৰ ঘৰলৈ —গধূলিকৈ।” ৰায়চৌধুৰীৰ মুখত বিৰিঙি উঠিছিল সেই আপোন-ভোলা হাঁহিটো—যিটো হাঁহিৰে পোহৰ হৈ থাকে তেখেতৰ শেষ বয়সৰ পোহৰ-ছবিবোৰ!

সেই সময়ছোৱাতে মই মোৰ জীৱনৰ এটা অতি তিক্ত পিয়লাৰ স্বাদ ল'বলগীয়া হৈছিল। হঠাৎ এদিন 'ৰামধেনু'ৰ পাতত ওলাল, মোৰ 'স্বপ্নভংগ' নামৰ কবিতাটোৰ অ'ত-ত'ত হেনো দিনেশ দাসে বাংলালৈ অনুবাদ কৰা এটা আৰবী কবিতাৰ মিল আছে! মই নিজে অবাক হৈ গৈছিলোঁ। লোকৰ ধন চুৰি কৰি চহকী হোৱাৰ হেঁপাহটো মোৰ নাছিল। সেই কবিতাটো মই তেজপুৰতে লেখিছিলোঁ। সেই কবিতাটো আৰু 'মধুমালতীৰ চিঠি' একেটা সময়তে লেখিছিলোঁ— দুদিনৰ আগা-পিচাকৈ। লেবাননৰ কবি কাবলান যুকাবাজিৰ 'Cheated Hope' নামৰ ইংৰাজীলৈ অনূদিত আৰবী কবিতাটোৰ

ইংৰাজী পাঠটো মই পঢ়িছিলোঁ ; হয়তো তাৰ একাংশ মোৰ স্মৃতিৰ গুহাত খাজ খাই বৈ গৈছিল। আৰু হয়তো ক'ব নোৱাৰাকৈয়ে সেইবোৰ মোৰ সেই সময়ৰ মন-মেজাজৰ অতিথি হৈ পৰিছিল। সময়ত সেইবোৰেই খেলিমেলি কৰি মোৰ কবিতাক আমনি কৰি গৈছিলহি। সেই অভিযোগটো সম্পৰ্কে মোৰ ক'বলগীয়া কথাখিনি "ৰামধেনু'ৰ পৰৱৰ্তী সংখ্যাতেই দিছিলোঁ। আজি আৰু অন্য কথা ক'বলগীয়া নাই। মাথোন মোৰ মনত আছে, দুষাৰ কথা। কবি নীলমণি ফুকনে মোক সান্ত্বনাৰ সুৰত কৈছিল, "জীৱনৰ শেষ দিনলৈকে অভিযোগটো তো বৈয়েই যাব। কিন্তু আপুনি অনায়াসে সেয়া পাৰ হৈ যাব পাৰিব।" কিয় ক'ব নোৱাৰোঁ, তেওঁৰ সেই কথাষাৰ সহজভাৱে ল'ব পৰা নাছিলোঁ। অলপ উকুঙা সান্ত্বনা যেন লাগিছিল। অদৃশ্য কাঁইট এড়ালৰ খোঁচ এটা অনুভৱ কৰিছিলোঁ, "et tu, Butus !" পাচত বীৰেশ্বৰ বৰুৱাৰ 'ৰামধেনু যুগ আৰু পৰৱৰ্তী কাল' পুথিখন পঢ়ি উঠি মোৰ সেই উকুঙা সান্ত্বনাৰ কথাষাৰ বৰকৈ মনত পৰিছিল। আনষাৰ কথা কৈছিল, হেম বৰুৱাই—মোৰ সাহিত্যিক জীৱনৰ শুকৰে, "It is simply a character-assassination !" —এয়া কেৱল এক চৰিত্ৰ-হনন !

কিছুদিনৰ আগতে ড° লোহিয়া আহিছিল গুৱাহাটীলৈ। গুৱাহাটীত তেখেতে কিৰণ বেজবৰুৱা ডাঙৰীয়াৰ ঘৰত আলহী আছিলহি। মোক দুজনমানে কৈ গৈছিলহি—ড° লোহিয়াই গুৱাহাটীৰ দুই-এজন বুদ্ধিজীৱীক লগ পাব খোজে। গধূলি চাকি জ্বলোৱাৰ সময়ত, বুদ্ধিজীৱী হওঁ বা নহওঁ, মোক সেইকেইজনে তেখেতৰ ওচৰলৈ লৈ গ'ল। গৈ পায়েই দেখিলোঁ, ড° লোহিয়াই সেইদিনাৰ 'নতুন অসমীয়া'খন মন দি পঢ়ি আছে। অলপ পাচতে মোৰ ফালে পিঠি দিয়েই ক'লে "Yes bombard please." মই অলপ অপ্ৰস্তুত হ'লোঁ ; কাৰণ মই গৈছিলোঁ দুটা কথা আলোচনা কৰিবলৈ—কোনো সত্ৰাধিকাৰৰ ওচৰত শৰণ ল'বলৈ নহয়। যি কি নহওক, সমস্যা এটাৰ কথা ভাবি মই সুধিলোঁ, "আপুনি যে হিন্দী ৰাষ্ট্ৰভাষা কৰিবৰ কাৰণে, য'তে-ত'তে ইংৰাজী জাননী-ফলিবোৰত আলকাতৰা সনাই ফুৰিছে, ভাৰতৰ ৰাষ্ট্ৰভাষাটো দেখোন এতিয়ালৈকে ওপজাই নাই ?" মই তেখেতৰ প্ৰশ্নৰ উত্তৰত ব্যাখ্যা কৰি কৈছিলোঁ,

যিহেতু হিন্দী ভাষাক ৰাষ্ট্ৰভাষাৰ মৰ্যাদা দিব খোজা হৈছে, সেইটো সংবিধানৰ ৮ম অনুসূচীত থকা বাকী তেৰটা ৰাজ্যিক ভাষাৰ লগৰীয়া ভাষা এটাহে। লগৰীয়া ভাষা এটাক বাকীবোৰতকৈ অধিক সমান ভাষা কৰিব নোৱাৰি। সংবিধানৰ ৩৫১ ধাৰাত স্পষ্টকৈ কোৱা আছে, ৩৪৩ ধাৰাৰ উপযোগীকৈ হিন্দীক কেনেকৈ গঢ়ি-পিটি উলিয়াব লাগিব। লগতে ধেমেলীয়াকৈ ক'লোঁ, ভাৰতৰ ৰাজধানী দিল্লীৰ পৰা হায়দৰাবাদলৈ তুলি নিয়ক। দাৰোৱান আৰু চকিদাৰবিলাকে সেই ভাষাটো গঢ়ি দিব। তেতিয়া আৰু কোনেও এইদৰে নকয়, 'কড়ী কড়ী মোচ, লে'কৰ পুলিচ খড়ী হ্যায়'। তাৰ সলনি ক'ব, 'কড়া কড়া মোচ, লে'কৰ পুলিচ খড়া হ্যায়'। মোৰ উত্তৰবোৰ শুনি ড° লোহিয়াৰ ধৈৰ্যচ্যুতি ঘটিল। ক'লে, "I refuse to argue with people like you." ময়ো মুখ পাতি ধৰিলোঁ, "That means you are defeated in argument." লগে লগে তেখেতে অলপ শান্ত হৈ মোক সুধিলে, "ধৰি ল'লোঁ, চৈধ্যটা ভাষাই চলি থাকিব। কিন্তু সৈন্য বাহিনীত ? তোমাৰ মতে দেখোন চৈধ্যবিধ command লাগিব!" মই ক'লোঁ, "হয়, মই সেইটোকে ক'ব খুজিছোঁ।" তেখেতে ক'লে, "অসম্ভৱ। তেতিয়াহ'লে কাৰ command কোনে বুজিব ?" মই তেতিয়া ব্যাখ্যা কৰি ক'লোঁ, "আপুনি নিশ্চয় Sir John Seeley-ৰ Military History of Indiaখন পঢ়িছে। তাত তেওঁ লেখি থৈ গৈছে, ১৮৫৭ চনত বৃটিছৰ এটা ডাঙৰ অসুবিধা হৈছিল, প্ৰতিটো ভাৰতীয় সৈন্য বাহিনীৰ command ভিন ভিন হোৱাৰ কাৰণে।" তেখেতে ক'লে "I refuse to read such books." মই লগে লগে উত্তৰ দিলোঁ, "I am sorry to say, that is the irrational fringe of your socialism." সেইবাৰ তেখেতে মেজত ভুকু এটা মাৰি ক'লে, "I refuse to discuss anything with you." ময়ো উত্তপ্ত কণ্ঠেৰে উত্তৰ দিলোঁ, "For God's sake, don't thump on the table to win your point. Look, Dr. Lohia, I also thump on the table to say that in Assam a new generation of young man is coming up and they cannot be bullied by any Tom, Dick and Hary." লগে লগে ময়ো মেজত এটা

প্ৰচণ্ড ভুকু শোধাই দিলোঁ। ড° লোহিয়া ভিতৰলৈ সোমাই গ'ল আৰু মই গুচি আহিলোঁ। আজি সেইবোৰ কথা সুঁৱৰিব খোজা নাই। ড° লোহিয়া অত্যন্ত মহৎ ব্যক্তি। কিছুদিনৰ মূৰত অধ্যাপক অজিত শৰ্মালৈ এখন চিঠিত লেখিছিল, "What about that young angry Professor? I liked his spirit." মোক অধ্যাপক শৰ্মাই কথাষাৰ কৈছিল। 'স্বপ্নভংগ'ৰ কথা ইমানতে সামৰিলোঁ। হেম বৰুৱাৰ মন্তব্যটো মাথোন মোৰ কাণত বাজি থাকিব। কবিবোৰ ৰাজনীতিৰ ছাঁ গচকিবলৈয়ো অমাস্তি হৈ থকাই ভাল।

মাজে মাজে মোৰ ধাৰণা হয়, ৰায়চৌধুৰীয়ে কোৱা কথাষাৰ সঁচাই নেকি—কবিতা লেখা মানুহবোৰে আনৰ কবিতা বেচিকৈ নপঢ়াই ভাল। মই 'ফুল তৰা গান'ৰ ৰচনাখিনি লেখিবৰ সময়ত দেশ-বিদেশৰ কবিতা খেদি খেদি পঢ়িছিলোঁ। কত কথা মোৰ মনৰ আঁহে আঁহে সোমাই পৰিল। কত কথা মোৰ পাহৰণিৰ ফাঁকে ফাঁকে সৰকি ওলাই যাব নেজানিলে! তাৰ পাচৰ পৰা মোৰ কবিতাৰ সুঁতিটোৱেই সলনি হৈ গ'ল। কটন কলেজৰ কবি সন্মিলন এখনত মই সেই নতুন সুঁতিটোৰ প্ৰথম কবিতাটো পাঠ কৰিছিলোঁ— 'চিনিকৰ বিশ্ববীক্ষা'। অধ্যাপক দিলীপ বৰুৱাই কৈছিল, "আপোনাৰ এই কবিতাটো বেলেগ ধৰণৰ হৈছে।" তাৰ পাচতে লেখিছিলোঁ, 'জাতিস্মৰ'ৰ নাম-কবিতাটো। আৰু লেখিছিলোঁ, 'প্ৰাৰ্থনা ঃ দেহচ্যুত আত্মাৰ'। সেই কবিতাটো 'আকাশ-বাণী'ৰ সৰ্বভাৰতীয় কবি সন্মিলনত পাঠ কৰিবৰ বাবে নিৰ্বাচিত হৈছিল। পাঠ কৰিবলগীয়া আছিল ১৯৬১ চনৰ গণৰাজ্য দিৱস'ৰ ৰাতি। শেষ-মুহূৰ্তত মই যাব নোৱাৰিলোঁ। কবিতাটো ভাৰতীয় সকলো ভাষাতে অনূদিত ৰূপত 'আকাশ-বাণী'ৰ সকলো কেন্দ্ৰৰ পৰাই প্ৰচাৰিত হৈছিল।

সেই সময়ছোৱাতে কটন কলেজত মই পৃথিৱীৰ দুগৰাকী শ্ৰেষ্ঠ বৈজ্ঞানিকক লগ পাইছিলোঁ, আনকি কৰমৰ্দন কৰাৰো সৌভাগ্য লভিছিলোঁ। প্ৰথম গৰাকী আছিল, আইনষ্টাইনৰ সমকক্ষ ডেনিছ বৈজ্ঞানিক নীলচ ব্যো'ৰ. যিজনে আৱিষ্কাৰ কৰিছিল পদাৰ্থৰ পৰমাণু-সমূহতো গ্ৰহমণ্ডলীৰ সৌৰকেন্দ্ৰিক নিয়মটোৱেই চলে। যিমানদূৰ মনত পৰে, সেয়া ১৯৫৬ চন আছিল। সিগৰাকীক আমাৰ কলা

বিভাগৰ শিক্ষকসকলৰ জিৰণি-কোঠালৈ লৈ আনিছিল, অধ্যাপক প্ৰেমতোষ শ্যামে। মানুহজন অতি চুটি-চাপৰ আছিল; আৰু মূৰটো আছিল নিটোল ঘূৰণীয়া কিন্তু অস্বাভাৱিকধৰণে প্ৰকাণ্ড। এই যুগৰ দ্বিতীয়জন শ্ৰেষ্ঠতম বৈজ্ঞানিকৰ লগত কৰমৰ্দন কৰিবৰ সময়ত মই এক অপূৰ্ব শিহৰণ অনুভৱ কৰিছিলোঁ।

আনজন বৈজ্ঞানিক হ'ল, জে.বি.এছ. হালডেন। সিগৰাকীক এবাৰ ক'লিকতাত নিখিল ভাৰত বিজ্ঞান কংগ্ৰেছত দেখিছিলোঁ। পণ্ডিত নেহৰুৱে মুখ্য অতিথিৰূপে ভাষণ দি থাকোঁতে ওচৰলৈ গৈ তেওঁৰ ফটো লৈছিল। কিন্তু, এইবাৰ নতুন ৰূপত দেখিলোঁ। গুৱাহাটীৰ আৰ্য্ৰ-ভৱনত সস্ত্ৰীক উঠিছিলহি। আমাৰ 'ইংৰাজী সাহিত্য চ'ৰা'ৰ পৰা তেখেতক এটা সংবৰ্ধনা জনোৱাৰ আয়োজন কৰা হ'ল। অধ্যাপক আনন্দেশ্বৰ শৰ্মাই মোৰ ওপৰতে ভাৰ দিলে, হালডেন-দম্পতিক আগবঢ়াই অনাৰ। মই গাড়ী এখন লৈ গ'লোঁ। তেতিয়া তেখেত সভালৈ আহিবলৈ সাজু হৈ আছিল—খদ্দৰৰ এটা পাঞ্জাৱী চোলা, এখন খদ্দৰৰ ধুতি আৰু এজোৰ চটিজোতা; চোলাটোৰ হাত দুখনৰ এটা বৈশিষ্ট্য আছিল—মাথোন তিনি-চতুৰ্থাংশহে দীঘল। মই লক্ষ্য কৰিলোঁ, তেখেতৰ গোটেই বাওঁহাতখনতে কিহবাৰ আঁচোৰ। তেখেতে মোক সুধিলে, "How far your college is from here?" মই ক'লোঁ, "Not more than two furlongs, sir!" তেখেতে মোক ক'লে, "Then we better take a walk, send that car away." মই সেইমতেই কৰিলোঁ। খটখটিত ভৰি দিয়েই তেখেতে মোৰ কান্ধৰ ওপৰেদি হাতখন আগবঢ়াই দি সুধিলে, "Do you write?" মই উত্তৰ দিলোঁ, "Yes, sir!" তেওঁ আকৌ সুধিলে, "In Assamese? Poetry or Novels?" মই কবিতা আৰু অন্য খুচুৰা কিবাকিবি লেখোঁ বুলি ক'লত, তেখেতে মোক আকাশখনৰ পিনে দেখুৱাই সুধিলে, "Look at that Sky···What do you see there?" মই ক'লোঁ, "The Evening-Star, sir!" লগে লগে তেখেতে ক'লে, "That's the most beautiful object in the Universe. You write a poem about it. Next time I come to Assam, I will read it in your language.

I have picked up Bengali and Oriya, you know." মই অবাক মানিলোঁ, ইয়াৰ ভিতৰতে দুটা ভাৰতীয় ভাষা শিকি পেলাইছে! লগে লগে তেখেতে ক'লে, "It takes just six months to learn a language. But, you must love the language you are going to learn. That's all." কলেজ পোৱাৰ পাচতে সভা আৰম্ভ হ'ল। অধ্যাপক শৰ্মাই তেখেতৰ চমু পৰিচয় এটা দিয়াৰ ভাৰ দিছিল, মোক। মই উঠিবলৈহে পালোঁ, তেখেতে আমাক ক'লে, "Well, that's for me to say. Look, I've written six theses, hundreds of books and innumerable articles. I am the ace biometrician in the world, they call me father of Modern Statistics; and then, I have produced six Nobel Laureates. Therefore, I am not an ordinary man." হাঁহি হাঁহি কৈ গ'ল নিজৰ বিষয়ে। তাৰ পাচত, ক'বলৈ ল'লে—ইংৰাজী আৰু সংস্কৃতৰ তুলনামূলক বৈশিষ্ট্যৰ বিষয়ে। এবাৰ বৰ গাজত লগা কথা কৈছিল, "If you know the correct usage of the three articles, then you know more than half of English language."

উভতি যাওঁতে মই তেখেতৰ পৰিবাৰক সুধিছিলোঁ, ড° হালডেনৰ হাতত সেইবোৰ কিহৰ আঁচোৰ! তেখেতে মোক ক'লে, "গৱেষণাৰ। তেওঁ কোনো বিলাতী নিগনি আৰু লাজুকী বান্দৰৰ গা'ত প্ৰাণী-বিজ্ঞানৰ পৰীক্ষা নচলায়। নিজৰ গা'টো ক্ষুৰেৰে কাটি বীজাণু আদি সুমুৱাই লৈহে পৰীক্ষা চলায়। এবাৰ কথমপিহে বাচিছে। তিনি মাহ বিছনাত পৰি আছিল। You know, he is an ardent believer of Gandhi's *ahimsa*. He left U.K. for good, because it bombed Suez." মই তেখেতক ক'লোঁ, "আপুনি কিমান ধন্য, পৃথিৱীৰ এই সন্ন্যাসী-বৈজ্ঞানীক গৰাকীৰ পৰিবাৰ আপুনি!" সেই দিনটোৰ আৰু বহু কথাৰে সৈতে মোৰ সোঁৱৰণীৰ কোঠাটো ঠাহ খাই আছে। পৰশমণিৰ তুচ্ছ এটি পৰশত লোহাও সোণ হৈ পৰে। এনে এজন মানুহৰ হাতৰ পৰশ পোৱাৰ পাচতো মই লোহা হৈয়েই ৰ'লোঁ। জীৱনৰ এই বিয়লি বেলা নিজলৈ মন কৰি দেখিছোঁ, লোহাডোখৰৰ চাৰিওফালে কেৱল মামৰ!

কটন কলেজত সেই কেইবছৰত মই মোৰ মনৰ লগত খাপ খোৱাকৈ কেইবাজনো সতীর্থ-সহকর্মী পাইছিলোঁ। মোৰ ইংৰাজী বিভাগত এইকেইজন মোৰ সুখ-দুখৰ সমভাগী আছিল: আনন্দেশ্বৰ শর্মা, নৱকান্ত বৰুৱা, দিলীপ বৰুৱা আৰু বসন্ত বৰুৱা। পোনৰ তিনিজনৰ লগত মোৰ আজৰিৰ সময়খিনিত নানা কথাৰ আলাপ-আলোচনা চলিছিল। আৰু চলিছিল, প্ৰায়েই গধূলি বেলা আমাৰ যি কোনো এজনৰ ঘৰত 'কণ্ট্ৰেক্ট ব্ৰীজ্' খেলৰ দুই-এক ঘূৰণৰ খেলা। আমি সেই সময়ত গোৰেণৰ নিয়মেৰে খেলিছিলোঁ। মই তাত্ত্বিক দিশৰ বহুত কিতাপ কিনিছিলোঁ। কেতিয়াবা আমাৰ লগত অধ্যাপক বিনয় চৌধুৰীয়েও খেলিছিলহি।

অধ্যাপক চৌধুৰী বৰ আপোনভোলা আৰু মৰমিয়াল প্ৰকৃতিৰ মানুহ আছিল। তেখেতৰ কথা ওলালে মোৰ দুটামান কথা মনত পৰে। এদিন ক'লে, "তই মোক এটা নোট লিখি দিব লাগে 'অংকীয়া নাট'ৰ ওপৰত। কেন্টিনলৈ ব'ল, চাহ আৰু ডবল ওমলেট্ এটা খাবি। তাতে লিখি দিবি—ডেৰ ঘণ্টাৰ পাচতে ক্লাছত দিবগৈ লাগিব।" মই সঁচাসঁচিকৈয়ে লিখি দিলোঁ। তেখেতৰ ফূর্তি কোনে চায়! আৰু এবাৰ শিলপুখুৰীত মোৰ ৰুমমে'টৰ বিয়া। গতিকে, বিয়াৰ সময়ত তেওঁলোকক গোটেই ঘৰটো লগা হ'ল। মই চিন্তাত পৰিছিলোঁ। অধ্যাপক চৌধুৰীয়ে গম পাই মোক ক'লে, "তই একেবাৰে চিন্তা নকৰিবি। মোৰ বিহাবাৰীত নতুন ঘৰটো সজোৱা হৈ যাব দুই-এদিনতে। তই আৰু গীতা মোৰ ঘৰতে থাকিবিগৈ—এমাহ-দুমাহ।" থাকিলোঁগৈ; আৰু তেখেত থাকিল কাষৰ পুৰণি ঘৰটোত। আজিৰ পৃথিৱী কিমান সলনি হৈ গ'ল; কোনে বাৰু কল্পনা কৰিব পাৰে গুৰু-ছাত্ৰৰ এই সম্বন্ধটো! তৃতীয় কথাটোৰ মই মাথোন সাক্ষীহে আছিলোঁ। তেখেত আৰু মই দুয়ো পাণবজাৰৰ কাষৰ নিউ আৰ্টচ বিল্ডিঙৰ পৰা কমন ৰুমলৈ উভতিছোঁ। সেইদিনা তেখেতৰ প্ৰথম সন্তানটো জন্ম হৈছে। সমুখৰ ফালৰ পৰা অহা তিনিজনী ছাত্ৰী আহি তেখেতক ধৰিলেহি, "ছাৰ, চাহ খুৱাব লাগে।" তেখেতে সুধিলে, "বোৱেৰাক চাবলৈ গৈছিলি তহঁত?" তাৰ পাচত জেপটো খুচৰি আধলি এটা পাই ক'লে, "নে বাৰু আঠ অনা এটা দিলোঁ। তিনিওজনীয়ে ভগাই খাবি।" মোৰ হাঁহি উঠি গ'ল।

হোৱাগীকেইজনীবো। সিহঁত সেই আঠ অনাকে লৈ, বাবলৈ ধৰিছিল। মই টকা এটা উলিয়াই ক'লোঁ, "নিয়া, ছাৰৰ হৈ এই এটকাও দিলোঁ। নহ'লে, আঠ অনাটো তিনিবে হৰণ কৰিবা কেনেকৈ ?"

কটনত থাকোঁতে হোষ্টেলবোৰলৈ নিমন্ত্রণৰ উজান উঠিছিল, বছৰটোত দুবাৰ—বিত্তায়তনিক বছৰৰ আৰম্ভণিতে নবাগত সংবৰ্দ্ধনা সভা পাতোঁতে আৰু শেষত পুৰণিসকলৰ বিদায়-সভাত। সেই সময়ছোৱাত আমি কেইজনমানে বাৰুকৈয়ে প্ৰমাদ গণিছিলোঁ। এদিন অধ্যাপক উপেন লেখাৰুক প্ৰসংগক্ৰমে কথাটো ক'লোঁ, "ছাৰ, বৰ বেয়া দিন আহিছে।" তেখেতে সঁহাৰি জনালে, "ওঁ, বৰ বেয়া দিন।" অলপ বৈয়েই সুধিলে, "কিহৰ কাৰণে বা ক'লা ?" মই উত্তৰ দিলোঁ, "ছাৰ, এই যে বিদায়-সভাবোৰ। প্ৰত্যেকটো হোষ্টেলতে পাতিব। প্ৰত্যেকটো হোষ্টেললৈকে মাতিব। প্ৰত্যেকটো হোষ্টেলতে একোটাকৈ বক্তৃতা দিব লাগিব। একেখিনি কথা কৈ ফুৰিলেও বদনাম হ'ব। সেইকাৰণেই কৈছোঁ।" তেখেতে গম্ভীৰ হৈ ক'লে, "মই পৰহি এটা হোষ্টেলত সাধু এটা কৈ থৈ আহিছোঁ।" নৱদা আৰু মই সুধিলোঁ, "ছাৰ, কি সাধু ক'লে ?" তেখেতে আগতকৈয়ো গম্ভীৰ হৈ ক'লে, "মই ক'লোঁ, কথাটো দুয়োপক্ষই বুজি উঠিছে। একপক্ষই বুজিছে, আমি গ'লোঁগৈ আৰু। আনটো পক্ষই বুজিছে, আমি যে থাকিয়েই গ'লোঁ—বাকীবোৰ গুচিয়েই যাবগৈ। গতিকে, বেজাৰ লগা কথাই। মই যদি তাৰ মাজতে বক্তৃতা এটা দি দিওঁ, তোমালোকৰ গোটেইখন কন্দা-কটা লাগিব—ভোজ-ভাত গোটেইবোৰ নষ্ট হ'ব। সেইকাৰণে, সঁচা গল্প এটাকে কওঁ। এইবুলি কৈ উঠি গল্পটো ক'লোঁ।" আমি তেতিয়া তেখেতক সেই গল্পটো আমাকো শুনাবৰ কাৰণে অনুৰোধ কৰিলোঁ।

অৱশেষত, তেখেতে গল্পটো ক'লে অবিকল গল্পৰ ভংগীৰেই, "মানুহ দুয়োজন বাঙালীয়েই আছিল। বহুত দিনৰ মূৰত ইজনে-সিজনক দেখা পাই বৰ আনন্দ পালে। ইজনে সিজনক সাৱটাসাৱটিকৈ ধৰি প্ৰীতি-স্নেহ বিনিময় কৰিলে। এজনে আনজনক সুধিলে, আপুনি গৈছিল ক'লৈ—অতদিন ধৰি যে দেখাদেখিয়েই হোৱা নাই। সিজনে ক'লে, আগ্ৰাত আছিলোঁগৈ। ইজনে তেতিয়া আথেবেথে ক'লে,

কথা এটা সোধোঁ ; এই যে তাজমহলটো—চাৰিওফালে তাৰ যে চেৰ যশস্খ্যাখ্যাতি—সেইটো সঁচাকৈয়ে বৰ ধুনীয়া নেকি, কিমান ধুনীয়া বাৰু ? সিজনে তেতিয়া মুখটো খজুৱাই ক'লে, সেইটোহে চোৱাই নহ'ল ; সময়েই নেপালোঁ। ইজনে আচৰিত হৈ আকৌ সুধিলে, আগ্ৰাত বাৰু আছিল কিমান দিন ? সিজনে উত্তৰ দিলে, দুবছৰ। পাৰিলে অহাবাৰ চাম। এই গল্পটোকে ক'লোঁ।"

নৱদা'ই হাঁহিলে। ময়ো হাঁহিলোঁ। অলপ পাচত আমি সুধিলোঁ, "ছাৰ, গল্পটো যে ক'লে, তাৰ লগত বাৰু বিদায়-সভাৰ সম্বন্ধটো কি ?" লেখাৰু ছাৰে ক'লে, "সম্বন্ধ আচলটোৱেই। চাকি-মেলি সেইটোকে ক'লোঁ। দুবছৰ থাকিলাঁহি কটন কলেজত। কিতাপ-পত্ৰ হ'লে চাবলৈকে নহ'ল। অহাবাৰ চাই যাবাহি।" তেতিয়াহে পালোঁ, উৰহী গছৰ গুৰ।

শেষ-পঞ্চাশৰ গুৱাহাটী নগৰৰ পৰা মহানগৰৰ ৰূপলৈ ৰূপান্তৰিত হৈ অহাৰ সময়। সেই সময়টোৰ বিশ্বকৰ্মা আছিল, সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱা। সিজনাৰ অপৰিসীম সাংগঠনিক প্ৰতিভা আৰু দুৰ্দমনীয় সাহসৰে ফলস্বৰূপে গুৱাহাটীৰ ৰাইজে বহুত নেদেখা বস্তু দেখিলে, নুশুনা ধ্বনি শুনিলে আৰু নোপোৱা বস্তু পালে। ময়ো সিবিলাকৰ স্বাদ লভিছিলোঁ। সংগীতসম্ৰাট বড়ে গোলাম আলি খানৰ, সংগীতাচাৰ্য পণ্ডিত বিনায়ক ৰাও পট্টবৰ্ধনৰ আৰু সংগীতসুধাকৰ পণ্ডিত ওংকাৰনাথৰ বিভিন্ন ঘৰাণাৰ খেয়াল, ঠুংৰী আৰু ভজনৰ সুৰ শুনি জীৱন ধন্য কৰিলোঁ। ওস্তাদ হালিম জাফৰ খানৰ চেতাৰৰ মীড় শুনিলোঁ, পণ্ডিত শান্তাপ্ৰসাদৰ আৰু পণ্ডিত কণ্ঠে মহাৰাজৰ তবলা লহৰ শুনিলোঁ, নৃত্যপটিয়সী ৰোশন কুমাৰীৰ কথক নৃত্য দেখিলোঁ। আকৌ, দাৰা সিং বনাম কিং কঙৰ মালযুঁজ দেখিলোঁ। এই সকলো-বোৰৰ স্মৃতি আজিও সজীৱ হৈ আছে। কলিকতাত পঢ়ি থকা সময়ছোৱাতো এইবোৰ শুনা আৰু চোৱাৰ অভিজ্ঞতা হোৱা নাছিল। কলিকতাত ইবিলাকৰ সমকক্ষ বস্তু মাথোন দুটাই দেখিছিলোঁ : যাদুসম্ৰাট পি.চি. সৰকাৰৰ মেজিক আৰু নৃত্যশিল্পী উদয়শংকৰৰ নাচ। সেই দুয়োটা দেখিছিলোঁ, 'নিউ এম্পায়াৰ থিয়েটাৰ'ত ; আৰু এইবোৰ বস্তু দেখিলোঁ আৰু শুনিলোঁ, গুৱাহাটীৰ জজ খেল-পথাৰৰ মুকলি মঞ্চত।

মনত পৰে, অন্য ধৰণৰ এটা অভিজ্ঞতাৰ কথা। মোৰ মাজুটো ভাই ৰঞ্জুই মোক প্ৰায়েই কৈছিল, তাৰ হেনো এজন জ্যোতিষীৰ লগত বন্ধুত্বৰ ভাব গঢ় লৈ উঠিছে। মোৰ ওচৰলৈ এদিন লৈ আহিব, যদিও সিজন কাৰো ঘৰলৈ নাহে। মানুহজনৰ কথা ময়ো ইজন-সিজনৰ মুখে অনেক শুনিছিলোঁ। কিন্তু, সেইবোৰৰ প্ৰতি মোৰ আগ্ৰহটো ৰীতিমতে কুহুমীয়া আছিল। গতিকে, মই মোৰ ভাইটোক অকণো উৎসাহিত কৰা নাছিলোঁ। এদিন ৰাতিপুৱা সি জ্যোতিষী-জনক লৈ আনিলেগৈ। অহাৰ পাচতহে সি মোক কথাষাৰ ক'লে। মোৰ তাৰ ওপৰত অলপ খঙেই উঠিছিল। সি ক'লে মানুহজনক সকলোৱে নেপালী পণ্ডিত বুলিয়েই চিনি পায়। মই সৌজন্যৰ খাতিৰতে বাহিৰৰ কোঠালৈ ওলাই গ'লোঁ। মোক ক'লে, "আপুনি এমুঠি ফুল লৈ আহকচোন—নিজৰ হাতেৰে ছিঙি।" মই ভাবিলোঁ, চোৱাই যাওকচোন এমুঠি অচিনাকি ফুল ছিঙি লৈ গৈ। মোৰ চকুত পৰিল, জেট্ৰোপা নামৰ কাঁইটীয়া গছজোপাত ফুলি থকা ফুলবোৰ। অকণ অকণ টিকৃটিকীয়া ৰঙা ফুল, মাজত থাকে ফটিক ৰঙৰ একোটাকৈ মণি! মই তাৰে কেইপাহমান ফুল ছিঙি লৈ গ'লোঁ। তেওঁ ক'লে, "ফুলখিনি আপোনাৰ হাতৰ তলুৱাত লৈ মুঠি মাৰি ধৰক।" মোৰ হাতৰ মুঠিটো চকুৰ সমুখত লৈ তেওঁ শ্লোক কেইটামান গালে। আৰু মই চাই থাকোঁতেই মোৰ সমুখত থকা কাগজ এখিলাত মোৰ পৰিচিত জন্ম-কুণ্ডলীটো আঁকি উলিয়ালে। মই চিনি পালোঁ সেইটো মোৰেই জন্মকুণ্ডলী! তাৰ পাচত, মোক ক'লে, "সোধক এতিয়া।" মই সুধিলোঁ, "মোৰ বাৰু বিয়া কেতিয়াকৈ হ'ব?" তেওঁ তাৰ পোনপটীয়া উত্তৰ নিদি ক'লে, "আজি এমাহ তিনি দিনৰ আগতে আপোনাৰ ছোৱালী এজনী জন্ম হৈছে। এতিয়া গম নেপাব ; পাচত আপোনাৰ চকুত পৰিব, তাই পিন্ধা জোতাবোৰৰ বাওঁ ভৰিৰ জোতাপাট আগেয়ে ক্ষয় যায়!" মই মনে মনে ৰ'লোঁ। জ্যোতিষীজনক ক'লোঁ, "মোৰ দেখোন মনতে নপৰে, আপোনাক কি যে সুধিব লাগে!" তেতিয়া তেখেতে নিজেই কৈ গ'ল, "ওঁ-হো, আপুনি এই চাকৰিটো এৰি দিব, স্বেচ্ছাই। ৰ'ব, ১৯৬০ চনৰ ৪ জুলাইৰ পৰা আপোনাৰ এতিয়াৰ চাকৰিটোত ঘটংমটং লাগিব। অৱশেষত, আপুনি ইয়াৰ পৰা পশ্চিম ফালে ইয়াতকৈ এখাপ ওপৰৰ

চাকৰি এটাত যোগ দিবগৈ। আপুনি থিৰাং কৰি থ'ব, ২ জানুৱাৰীত যোগ দিবগৈ। পিচে, সেইদিনা যোগ দিবগৈ নোৱাৰিব। আপোনাৰ পেটৰ ভীষণ যন্ত্ৰণা হ'ব। ১১ জানুৱাৰীৰ দিনাহে যোগ দিবগৈ।" মই ক'লোঁ, "মোৰ কিন্তু অসম্ভৱ যেনেই লাগিছে। থেদি পঠিয়ালে বেলেগ কথা। কিন্তু চৰকাৰী চাকৰি এটা এৰি থৈ গুচি যোৱাৰ কথাই নুঠে।" নেপালী পণ্ডিতে তেতিয়া মোক কাগজ এটুকুৰাত তাৰিখটো লিখি ল'বলৈ ক'লে। মই লিখি উঠি মোৰ 'মণিবেগ'টোৰ সৰু জেপ এটাত সুমুৱাই থ'লোঁ। পণ্ডিতে ক'লে, "য়ে ভুল হোনেছে আপ্ হমৰা গৰ্দন কাট দীজিয়ে।"—এয়া ভুল হ'লে মোৰ ডিঙিটো কাটি পেলাব!

মনে মনে হাঁহিলোঁ, চাগৈ সেই অচিনাকি সিজু কাঁইটৰ ফুলমুঠিৰ কাৰণেই পণ্ডিতৰ হিচাপত আউল লাগিছে! কিন্তু, আন চিনাকি ফুলৰ যোগান ধৰাৰো উপায় নাছিল। চেনিকুঠিৰ ঘৰটোত থাকোঁতে মই ভিতৰ-চোতালত বঢ়িয়াকৈ জেওৰা দিয়াই সূৰুযমুখী ফুলৰ খেতি কৰিছিলোঁ। হাস্নাহানা আৰু ৰজনীগন্ধাৰো। মনত পৰি গ'ল হঠাৎ, হাস্নাহানা নামটো সংস্কৃতৰ নহয়—জাপানী 'হাচু-নো হানা'ৰহে ৰূপান্তৰ! এবাৰ একে সময়তে বহুত সূৰুযমুখী ফুলিবলৈ লৈছিল—পাচদিনা নিশ্চয় পাহি মেলি ফুলি উঠিব! পাচদিনা শুই উঠিয়েই দেখিলোঁ, ৰাতি গৰুৱে গোটেইবোৰ খাই থৈ গুচি গৈছে। চাৰিও-পিনৰ ফচ্‌ফচীয়া মাটিত গৰুৰ ভৰিৰ খোজ! সেইদিনাৰ পৰা মই আৰু ফুলৰ খেতি নকৰা হ'লোঁ। তাৰ সলনি মাটিৰ সাজত ভিন ভিন জাতৰ সিজু গছৰ খেতি কৰিবলৈ ল'লোঁ। কপৌ ফুল আৰু ভাটৌ ফুল তুলিও ভাল পাইছিলোঁ। কিন্তু, সেই আলাসতে ফুলা ফুলবোৰ মোৰ প্ৰতি যেন বিমুখ। সেইবাবে, সিজু কাঁইটৰ গছৰ আটকীয়া ফুল লৈয়েই মই সন্তুষ্ট। নেপালী পণ্ডিতজনকো সেই ধৰণৰ ফুলৰ যোগান দিয়েই শুদ্ধ গণনাৰ বাটত আঁৰিয়া ধৰিছিলোঁ।

উত্তৰটো শুদ্ধই ওলাইছিল। ৪ জুলাইৰ দিনা কটন কলেজৰ হোষ্টেলত গুলী চালনা হৈছিল। নিৰ্দোষী ছাত্ৰ ৰঞ্জিত বৰপূজাৰীৰ মৃত্যু ঘটিছিল। সেইদিনাৰ পৰাই মোৰ চাকৰিৰ ঘটংমটং লাগিছিল। অৱশেষত, মই চাকৰিটো ইস্তফা দিলোঁ। এনেতে, মোক গোৱালপাৰা কলেজত অধ্যক্ষৰ বাব ল'বলৈ মাতিলে। মই ক'লোঁ, ২ জানুৱাৰীত

কামত যোগ দিমগৈ। নোৱাৰিলোঁ। ভীষণ পেটৰ বিষ হ'ল, ৩১ ডিচেম্বৰৰ ৰাতিৰ পৰা। মোৰ শালপতি ডা° যোগেন ভূঞাই ৰাতিয়েই মোক চালেহি। তেখেতে ক'লে, "মোৰ ধাৰণা, অস্ত্ৰোপচাৰেই লাগিব। অন্য একো নাই। দৰৱ-জাতি খাই খাই দমাই থ'ব পাৰিব। কিন্তু, সিবিধৰ চিকাৰ হোৱাৰ ভয় থাকে।" কিন্তু, তুই নাৱত দুভৰি থকা দুৰৱস্থাবে জীৱনৰ আলপৈচান ধৰোঁ কিহেৰে? অৱশেষত, ১১ জানুৱাৰীত গোৱালপাৰা কলেজত যোগ দিলোঁগৈ। কলেজৰ পিয়ন ফৰিদ আহমদক চাহ তুপিয়লামান আনিবৰ কাৰণে পইচা কেইটামান উলিয়াবলৈ 'মণিবেগ'টো মেলিছোঁহে—অকণমানি জেপটোৰ পৰা সেই কাগজখিলাও হাততে ওলাই আহিল। পঢ়ি চালোঁ: '১১ জানুৱাৰী ১৯৬১—নতুন কাম!' আৰু, হাঁহি উঠাকৈ হিন্দী আখৰেৰে লিখি থোৱা কথাষাৰ: "নহী তো গৰ্দন কাট দীজিয়ে।"

## ॥ ষাঠিৰ ধামখুমীয়াত ॥

"For here the lover and the killer are mingled
who had one body and one heart.
And death who had the soldier singled
has done the lover mortal hurt."

—Keith Douglas

অৱশেষত, পঞ্চাছৰ দশকটো পাৰ হ'বৰ সময় হ'লহি। ১৯৬০ চনত অসমৰ জাতীয় জীৱনৰ ওপৰেদি এজাক ধুমুহা বৈ যাবলৈ ধৰিছিল। ময়ো য'ত খোপনি লৈ আছিলোঁ, তাৰ পৰা ক'ৰবাত উফৰি পৰিলোঁগৈ।

ধুমুহাজাক বৈছিল ৰাজ্যভাষাৰ সমস্যাটোৰ বোকোচাত উঠি। স্বাধীনতাৰ পাচত দেশৰ প্ৰতিখন ৰাজ্যতে সংশ্লিষ্ট ৰাজ্যখনৰ প্ৰধান ভাষাটো ৰাজ্যভাষা বুলি ঘোষিত হৈছিল। অসম তাৰ একমাত্ৰ ব্যতিক্ৰম আছিল। যিটো দাৰ্জিলিং সংক্ৰান্ত সমস্যাই প্ৰায় ভেৰ কুৰি বছৰৰ পাচত পশ্চিমবংগক লগ ধৰিলেহি, সেইটোৰ অনুৰূপ ভাষিক সমস্যাটোৱে সেই তেতিয়াই অসমক আমনি কৰিছিলহি। ইতিপূৰ্বে, ৰাজ্য পুনৰ্গঠন আয়োগৰ সিদ্ধান্তসমূহৰ ভিত্তিত এইষাৰ কথা আওপকীয়াকৈ মানি লৈছিল, অবিভক্ত অসমৰো প্ৰধান ভাষা অসমীয়া। স্বাভাৱিকতে, তাৰ পাচৰ পৰা বিক্ষিপ্ত আন্দোলনৰ হেঁচা পৰিছিল, ১৯৫১ চনৰ পিয়ল অনুযায়ী শতকৰা ৫৬০২৯ ভাগ অসমীয়াভাষী অসমত অসমীয়া ভাষাকেই ৰাজ্যভাষাৰ মৰ্যাদা দিব লাগে। এইটো পৰিপ্ৰেক্ষিতে অসম সাহিত্য সভাৰ ১৯৫৯ চনৰ নগাঁও অধিবেশনে অসম চৰকাৰৰ ওচৰত দাবী কৰিছিল, ১৯৬০ চনৰ ভিতৰতে অসমৰ জনসাধাৰণৰ ন্যায়সংগত দাবীটো পূৰণ কৰিব লাগে। ১৯৬০ চনৰ ফেব্ৰুৱাৰী-মাৰ্চ মাহত অসম বিধান সভাত ৰাজ্যপালৰ ভাষণৰ ওপৰত চলা বিতৰ্কৰ মোখনি মাৰিবলৈ লৈ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই ৩ মাৰ্চৰ দিনা এষাৰ অতি আচহুৱা ধৰণৰ কথা কৈ অসমক দুৰ্যোগৰ মুখলৈ ঠেলি দিলে। চলিহাই কৈছিল, "চৰকাৰে তেতিয়া-

লৈকে প্ৰতীক্ষা কৰিবলৈহে ভাল পাব, যেতিয়ালৈকে অসমীয়া ভাষাটো ৰাজ্যভাষা হিচাপে ঘোষণা কৰিব লাগে বুলি এই একেটা দাবীয়েই অনা-অসমীয়াভাষী জনসংখ্যাৰ পৰাও নেপায়।"

কথাষাৰ শুনিবলৈ শুৱলা আছিল, সৌজন্যসূচকো আছিল আৰু তাত গান্ধীবাদৰ গোন্ধ এটাও আছিল। কিন্তু, তাৰ অন্য এটা দিশো আছিল। গণতন্ত্ৰৰ মূৰ চোবোৱা কথা আছিল এইষাৰ। গতিকে, অনিবাৰ্যভাৱে অসমৰ ভাগ্যত যি পৰিণতি ঘটিবলগীয়া আছিল, এটাৰ পাচত এটাকৈ সেয়েই ঘটিবলৈ আৰম্ভ কৰিলে। পোনতে কথাষাৰ ৰাজনৈতিক পৰ্যায়তে নৈৰ্ব্যক্তিক ৰূপত বিবেচিত হৈছিল। ২৩ এপ্ৰিলৰ দিনাখন অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে এটা সুন্দৰ গঠনমূলক প্ৰস্তাৱ আগবঢ়াইছিল। কিন্তু, মুখ্যমন্ত্ৰীয়ে সদনৰ মজিয়াত দিয়া বিবৃতিটোৱে এদল সংখ্যালঘুৰ অধিকাৰ সম্পৰ্কে অতিমাত্ৰিক সচেতন মানুহক আওপকীয়াকৈ উচটনি যোগাইছিল। ২১ মে' তাৰিখে শিলঙত এটা শোভাযাত্ৰাত একাংশ লোকে 'অসমীয়া ভাষা গাধৰ ভাষা' বুলি ধ্বনি দি নগৰ-পৰিভ্ৰমণ কৰি ফুৰিছিল। এই সম্পৰ্কে পৰৱৰ্তী কালত ন্যায়াধীশ চি.পি. সিংহ তদন্ত আয়োগৰ প্ৰতিবেদনত কোৱা কেইষাৰমান কথা বিশেষ তাৎপৰ্যপূৰ্ণ। তাত কোৱা হৈছে, "as a result of the enquiry, it was found that a few people in the procession, who could not be identified, had shouted such slogans. The Chief Minister's statement on this subject is also to the same effect. ···This slogan, in my opinion, which remained almost uncontradicted, did do a great mischief." ( P. 4 )। তাৰ এমাহৰ পাচতে ২২ জুন তাৰিখে লামডিং চহৰত সংখ্যালঘুৰ অধিকাৰ সম্পৰ্কে অতিমাত্ৰিক সচেতন এদল লোকে অসমীয়া কথাছবি 'পুবেৰুণ'ৰ প্ৰদৰ্শন বন্ধ কৰি দিছিল। এইদৰেই জুন মাহৰ শেষৰ ফালৰ পৰা অসমত আঘাত-প্ৰত্যাঘাতৰ উজান উঠিবলৈ ধৰিলে।

মই তাৰ প্ৰত্যক্ষদৰ্শীৰ অভিজ্ঞতা যিখিনি পাইছিলোঁ, তাৰ কথা অলপীয়াকৈ কৈ থওঁ। জুলাইৰ ১ তাৰিখৰ কথা। মই থকা শিলপুখুৰী অঞ্চলটোত গধূলিৰে পৰা গোলমাল আৰম্ভ হ'ল। মোৰ

কাগজত পঢ়িলোঁহি, সাধাৰণতে মোৰ অসুখ-অশান্তিৰ সময়ত মই যিগৰাকী ডাক্তৰৰ ওচৰ চাপোঁ. সেইগৰাকী ডাক্তৰ অক্ষয় দত্ত শিলপুখুৰীৰ অদূৰতে দুৰ্বৃত্তৰ হাতত লাঞ্ছিত হ'ল। অলপ পাচতে পুখুৰীটোৰ গা'তে লাগি থকা পশ্চিম ফালৰ ৰেলৰে চুবুৰীটোৰ কেইঘৰমান বিক্ষিপ্ত অসমীয়া মানুহৰ ঘৰত আক্ৰমণ হ'ল। তাৰ পাচত থমকি-থমকি জাক পাতি থকা বাঙ'লী মানুহৰ ঘৰতো কোনোবাই তাৰ শোধ তুলিলেহি। ২ জুলাইৰ ৰাতিপুৱাৰ পৰা আমাৰ পূবফালে থকা নোৱাখালি চুবুৰীৰ মানুহখিনিৰ মাজত পয়মাল লাগিল। মুনিচুনি বেলিকা তাৰে এগৰাকী সৰবৰহী বাঙালী ডাক্তৰ দুৰ্বৃত্তৰ হাতত লাঞ্ছিত হ'ল। ওৰে ৰাতি আমি মানুহৰ চিঞৰ-বাখৰ আৰু কান্দোন-কাটোনৰ মাজত শুব পৰা নাছিলোঁ।

পাচদিনা অম্বিকাগিৰী ৰায়চৌধুৰীৰ সভাপতিত্বত শিলপুখুৰী প্ৰাথমিক বিদ্যালয়ৰ চোতালত শান্তি-সভা বহিল। সেই সভাত ৰায়চৌধুৰীয়ে এটা অতি সুন্দৰ বক্তৃতা দিছিল। নিজস্ব ভংগীৰে তেখেতে অনেক স্পষ্ট কথাও কৈছিল, আৰু সকলোকে সতৰ্ক কৰি দিছিল—তেখেতে নিজেই ৰাতি পহৰা দিব। কোনেও কোনো অশান্তিৰ সৃষ্টি কৰিব নোৱাৰিব। তেখেতে তেখেতৰ প্ৰাণস্পৰ্শী বক্তৃতাত কৈছিল, অসমত থকা বাঙালীসকলে যেন বিপদ-আপদৰ সময়ত অতুল্য ঘোষ অথবা বিধান ৰায়ৰ সলনি অসম চৰকাৰৰহে ওচৰ চাপে। তেওঁলোকক সোঁৱৰাই দিছিল, অসমে কেনেকৈ তেওঁলোকক আপোন মানুহ বুলি সাৱটি ধৰিছিল! তেওঁলোকৰ এটা নৈতিক দায়িত্ব আছে, অসমৰ সুখ-দুখ নিজৰো সুখ-দুখ বুলি ভবাৰ। অসম মৰিলে তেওঁলোকো মৰিব, অসম জীয়াই থাকিলে তেওঁলোকো জীয়াই থাকিব। তেখেতৰ সেই বক্তৃতাটোৰ প্ৰতিটো ছত্ৰ আজিও মোৰ মনত আছে। তেখেতে প্ৰস্তাৱ দিছিল, শিলপুখুৰীৰ অসমীয়া-বাঙালী সকলো মিলি পাচদিনা ৪ জুলাইৰ-পৰা এখন অসমীয়া নাটক নাটঘৰত তুলিবৰ বাবে আখৰা কৰিবহি। নাটক বিচাৰি দূৰলৈ যাব নেলাগে। সেইবাৰৰ বাবে তেখেতৰ 'জয়দ্ৰথ বধ' নাটকখনকে হাতত ল'ব পাৰিব! গধূলি তেখেতে সঁচাসঁচিকৈয়ে বাঙালী মানুহৰ ঘৰে ঘৰে গৈ খবৰ লৈ ফুৰিছিল, ক'ৰবাত কোনোবাই কাৰোবাক ভাবুকি দিছে নেকি! সেই

নিশা ছুয়োটা চুবুৰীতে সকলোৱে মনোৰম শান্তিত টোপনিয়াব পাৰিছিল।

এতিয়া সেই অশান্তিৰ জুইকুৰা কটন কলেজত কেনেকৈ বিয়পিছিল, সেয়া কওঁ। কটন কলেজৰ ছাত্ৰাবাসকেইটাৰ চাৰিও-কাষে সেই সময়ৰ আৰক্ষী অধীক্ষক পাব্বিৰ পুলিচ বাহিনী নিযুক্ত হৈছিল; অভিযোগ উঠিছিল, পাব্বিয়ে হেনো ছাত্ৰসকলক আৰু আনকি ছাত্ৰাবাসৰ অধীক্ষকসকলৰো দুই-চাৰিজনক নিয়মীয়াকৈ ভীতি প্ৰদৰ্শন কৰিছিলহি। অধ্যাপক আনন্দেশ্বৰ শৰ্মা, মহেন্দ্ৰনাথ শাস্ত্ৰ আৰু মই কথাবাৰৰ গোন্ধ পালোঁ, প্ৰশাসনৰ ভিতৰৰা কেইজনমান আমোলা আৰু আৰক্ষী বিষয়াক লৈ এটা অসম তথা অসমীয়া-বিৰোধী চক্ৰই গঢ় লৈ উঠিছে। আমি গম পাইছিলোঁ, এই চক্ৰটোৱে তাৰ আগতে তেতিয়াৰ ছাত্ৰ-নেতা দুলাল বৰুৱাৰ বিৰুদ্ধে ৩৯৫ ধাৰাৰ মিছা অভিযোগ এটা তৰি স্বয়ং অসমৰ আৰক্ষী মহাপৰিদৰ্শকৰ পৰিচালনাত বিশ্ববিদ্যালয়ৰ ছাত্ৰাবাসত অনেক ক্ষয়-ক্ষতি কৰি গৈছিল। সেই সময়ত আৰক্ষী অধীক্ষক পাব্বিয়ে হেনো সংশ্লিষ্ট ছাত্ৰাবাসৰ অধীক্ষক ড° হৰিপ্ৰসন্ন দাসক কৈছিল, প্ৰয়োজন হ'লে ৫০জন ছাত্ৰকো গুলীয়াই ছাত্ৰবোৰক এশিকনি দি যাবলৈ পিচ নোহোঁহকে। সেইটো পৰিপ্ৰেক্ষিততে ৩ জুলাইৰ 'আসাম ট্ৰিবউন' কাকতত আমাৰ তিনিজনৰ উদ্যোগত ২২ জন অধ্যাপকৰ দ্বাৰা স্বাক্ষৰিত এখন 'সম্পাদকলৈ চিঠি' প্ৰকাশিত হৈছিল। সিখনত আমি স্পষ্টকৈ লেখিছিলোঁ, "The students have their own good sense, and we are confident that if they are not unduly deprived of the opportunity to act in a constitutional manner, they will behave with due caution and responsibility. We, therefore, urge the authorities to discontinue forthwith this highly objectionable policy of intimidation." আমাৰ ধাৰণা উপজিছিল, এই চক্ৰটোৱে অসমৰ সকলো আন্দোলনৰ মেৰুদণ্ডস্বৰূপ ছাত্ৰসমাজক এশিকনি দিবলৈ কঁকালত টঙালি বান্ধি লৈছিল। এবাৰ কথা মানি ল'ব লাগিব, সেই সময়ৰ ছাত্ৰশক্তি যথেষ্ট অসংগঠিত হৈ পৰিছিল।

৪ জুলাইৰ দিনা দুপৰীয়া ১১-৩০ বজাত ২নং ছাত্রাবাসৰ সমুখৰ এটা সৰু ঘৰত একুৰা জুই জ্বলি উঠাৰ পম খেদি আৰক্ষী অধীক্ষক পাৰ্কিয়ে লগত এটা ১৯জনীয়া সীমাৰক্ষী বাহিনীৰ পুলিচ লৈ ছাত্রা-বাসৰ দক্ষিণ আৰু পশ্চিম ফালৰ ৰাজবাটত সিহঁতক শাৰী পতাই লৈছিলহি। অলপ পাচতে সিহঁতে লোহাৰ জেওৰা-খুঁটিত বন্দুকৰ নালবোৰ থাপি লৈ ছাত্রাবাসৰ ছাত্রসকলৰ ওপৰত গাইপতি এজঁাইকৈ গুলী চলালে। লগে লগে পাৰ্কিয়ে হেনো চিঞৰি উঠিছিল, "কাৰ্ফ্যু! কাৰ্ফ্যু!!" সেইবুলি চিঞৰ মাৰিয়েই সি হেনো বাটৰ মানুহবোৰ একাষৰ পৰা খেদি নিছিল। সেই নৃশংস গুলী-চালনাৰ ফলতে ২নং ছাত্রাবাসৰ ১৩নং কোঠাটোৰ সমুখতে বাৰাণ্ডাৰ ওপৰত বহিত বৰপূজাৰীৰ মৃত্যু ঘটিছিল। কেইদিনমানৰ পাচতে গুৱাহাটীৰ ৰাজহুৱা সভাত পণ্ডিত নেহৰুৱে তেওঁক 'বেগুণাহ্' (নিৰপৰাধী) বুলি স্পষ্টকৈ কৈ অসমবাসীক সান্ত্বনা দিছিল। সেই গুলী-চালনাত আৰু ন'জন ছাত্র আহত হৈছিল। তেওঁলোকৰ কেইজনমানৰ নামকেইটা মোৰ মনত আছে: নেত্ৰধৰ দাস, অমৃত ভট্টাচাৰ্য, তিলক হাজৰিকা আৰু ৰুদ্র গোঁহাই। পাচত শুনিছিলোঁ, ওচৰৰ টেলিফোন ভৱনৰ চৌহদত গোটখোৱা এজুম মানুহে হেনো গুলী-চালনা দেখি কিৰিলি পাৰি উঠিছিল। সন্দেহ কৰিবৰ থল আছিল, এই মানুহজুমৰ লগত মিলি থকা কেইটামান মানুহেই ছাত্রাবাসৰ সমুখৰ ঘৰটোত জুই দি ষড়যন্ত্ৰটোক কাৰ্যকৰী ৰূপ দিছিল। সিহঁতৰে কোনোবাই পুলিচলৈ টেলিফোন কৰিছিল—বোলে চাৰিওপিনে জুই!

বাতৰিটো মুহূৰ্ততে চাৰিওফালে বিয়পি পৰিল। নানা জনৰৱেৰে বিমিশ্রিত হৈ সি ভীষণ ৰূপ ধাৰণ কৰিলে। গোটেইখন অসমতে সৰ্বনাশৰ জুই জ্বলি উঠিল। অসংখ্য নিৰপৰাধী মানুহে প্ৰাণ হেৰুৱালে, অজস্র পৰিমাণৰ সা-সম্পত্তি জুইত জাহ গ'ল। পৰৱৰ্তী কালত দুটাকৈ ন্যায়িক আয়োগ গঠিত হৈছিল। মুখ্য ন্যায়াধীশ চি.পি সিংহৰ আয়োগে তদন্ত কৰিছিল, কটন ছাত্রাবাসৰ গুলী-চালনা সম্পৰ্কে; আৰু ন্যায়াধীশ গোপাল মেহৰোত্ৰা আয়োগে তদন্ত কৰিছিল, গোৰেশ্বৰ অঞ্চলৰ গণ্ডগোল সম্পৰ্কে। আচৰিত কথা, দুয়োটা আয়োগে কিছুমান উমৈহতীয়া ঘটনা সম্পৰ্কে পৰস্পৰবিৰোধী সিদ্ধান্তত উপনীত হৈছিলগৈ। উদাহৰণস্বৰূপে, শ্বিলঙৰ ৰাজবাটত উচ্চাৰিত হোৱা বুলি

শুনা অমংগলীয়া কথাবাৰ প্ৰথমটো আয়োগে মুখ্যমন্ত্ৰীৰ সাক্ষ্যৰ ওপৰত নিৰ্ভৰ কৰি সঁচা বুলি কোৱা সত্বেও, দ্বিতীয়টো আয়োগে আকৌ পুলিচৰ মহাপৰিদৰ্শকৰ সাক্ষ্যৰ ওপৰত নিৰ্ভৰ কৰি ভিত্তিহীন বুলিহে কৈছিল, "The Inspector General of Police, who has been examined by me, has also stated that he was with the procession and he ascertained from the Supdt. of Police and other Police officers accompanying the procession about the truth of the allegation. They denied it and he was convinced that no such slogan was raised actually in the procession." (P. 4)। যি কি নহওক, অসম তেনেকৈয়ে চলিছিল। কোনে কেনেকৈ ক'ত চাবি ঘূৰাইছিল, এনেকুৱা দুটা পৰস্পৰবিৰোধী সিদ্ধান্তৰ পৰাই অনুমান কৰিব পাৰি। ন্যায়িক তদন্তবোৰতো তাৰ ছাঁ বাৰুকৈয়ে পৰিছিল। সিদ্ধান্ত হৈছিল, বোলে ৰঞ্জিত বৰপূজাৰীয়ে লোহাৰ জেওৰা জঁাপ মাৰি পাৰ হওঁতে লোহাৰ জেওৰা-খুঁটিৰ জোঙা আগটোতহে তেওঁৰ মূৰত আঁচোৰ খাইছিল, পাচত পকা মজিয়াত থেকেচা খাই পৰিহে তেওঁ ঢুকাইছিল! কাৰণ, তেওঁৰ মূৰৰ ভিতৰত বুলেট বিচাৰি নেপালে!

যি কি নহওক, সেই জুইকুৰাৰ উত্তাপে মোকো কেনেকৈ দহি থৈ গ'ল, এতিয়া সেয়া কওঁ। অলপ সবিস্তাৰেই কওঁ। কাৰণ, সেয়া মোৰ জীৱনৰ এটা চাৰিআলিৰ কথা। ৮ জুলাইৰ দিনা 'আসাম ট্ৰিবিউন' কাকতত 'Police Firing at Gauhati' শিৰোনামাৰে মোৰ নামত স্বাক্ষৰিত এখন চিঠি প্ৰকাশিত হৈছিল। সিখনত মই অসম পুলিচৰ উৰ্ধতম মহলত পৰিকল্পিত ষড়যন্ত্ৰৰ স্বৰূপটো উদঙাই দেখুৱাইছিলোঁ আৰু মই সিবিলাকক তৎমুহূৰ্তেই নিলম্বিত কৰাৰ যুক্তি দাঙি ধৰিছিলোঁ। লগতে কৈছিলোঁ, সেয়া কৰিব নোৱাৰিলে মুখ্যমন্ত্ৰী চলিহা খেলিমেলি নীতিৰে মুখ্যমন্ত্ৰী হৈ থকাৰ কোনো নৈতিক অধিকাৰ নাই। তাৰ পাচত, মোৰ দুজন বন্ধু-অধ্যাপকৰ আৰু দুখন 'সম্পাদকলৈ চিঠি' সেই কাকতত ওপৰাওপৰিকৈ প্ৰকাশিত হৈছিল, যি দুখনৰ সমালোচনা আৰু বেচি চোকা আছিল।

তাৰ পাচত, ৩ আগষ্ট তাৰিখে মই অধ্যক্ষৰ পৰা এখন কৈফিয়ৎ তলব কৰা চিঠি পালোঁ। তিনি দিনৰ পাচতে মই সিখনৰ উত্তৰত জনালোঁ যে, চৰকাৰী চাকৰিয়ালৰ আচৰণবিধি অধিনিয়মখন ক'তো পাবলৈ নাই। গতিকে, সিখনৰ কেনো ধাৰা-উপধাৰা ভংগ কৰাৰ অপৰাধত অভিযুক্ত হোৱাৰ প্ৰশ্ন নুঠে। তদুপৰি, মই দেখি আহিছোঁ, বহুতো চৰকাৰী চাকৰিয়ালে বাতৰি-কাকতত চৰকাৰী নীতি আৰু কাৰ্যকলাপৰ সমালোচনা কৰি আহিছে। স্বাভাৱিকতে, মোৰ ধাৰণা হৈছে, এটা সুস্থ পৰম্পৰা গঢ় লৈ উঠিছে—যাৰ ফলত নাগৰিকৰ মৌলিক অধিকাৰ খৰ্ব কৰা সেই অধিনিয়মখনৰ ধাৰা-উপধাৰাবোৰ দেশৰ সংবিধানৰ লগত সংগতি থকাকৈ খাৰিজ হৈ গৈছে। গতিকে, এই সম্পৰ্কত মোৰ চাকৰিৰ প্ৰতি থকা আনুগত্য সম্পৰ্কে প্ৰশ্ন উঠাটো সম্পূৰ্ণ অবাঞ্ছনীয়। প্ৰসংগক্ৰমে উল্লেখনীয়, মই বিচৰা সত্বেও অধ্যক্ষই মোক অধিনিয়মখন দিব পৰা নাছিল। আনহাতে, মোৰ বাকী দুজন বন্ধু-অধ্যাপকে অনুৰূপ কৈফিয়ৎ তলবৰ চিঠি পাই অধ্যক্ষ তথা অসম চৰকাৰৰ ওচৰত দুখ-প্ৰকাশ কৰি সমস্যাটোক আগুৱাবলৈ নিদিলে।

মই অকলশৰীয়া হৈ পৰিলোঁ।

চেপ্তেম্বৰৰ ৯ তাৰিখে অসম চৰকাৰৰ শিক্ষা সচিবে মোৰ বিৰুদ্ধে প্ৰতিবিধান-ব্যৱস্থাৰ আয়োজন কৰি চাকৰিৰ পৰা বৰ্খাস্ত কৰাৰ ভীতি-প্ৰদৰ্শন কৰি মোক জনালে, মই চৰকাৰী চাকৰিয়ালৰ আচৰণবিধি অধিনিয়ম, ১৯৩৭ ( সংশোধিত )-ৰ ৬ (ক)(১) ধাৰা অনুযায়ী দোষৰ ভাগী হৈছোঁ। গতিকে, মোৰ ক'বলগীয়া কথা ১৫ দিনৰ ভিতৰতে লিখিতভাৱে জনাব লাগে। লগতে কোৱা হ'ল, কটন কলেজৰ অধ্যক্ষক অসমৰ ৰাজ্যপালে তদন্তকাৰী বিষয়া নিযুক্ত কৰিছে। মোৰ উত্তৰটো সিজনক দিলেই হ'ব। সেই চিঠিখন মোৰ হাতত পৰিলহি, কি কৰণত ক'ব নোৱাৰোঁ, সম্পূৰ্ণ ১২ দিনৰ পাচত—চেপ্তেম্বৰৰ ২১ তাৰিখে।

৩ অক্টোবৰ তাৰিখে মই অধ্যক্ষলৈ এখন চিঠি লিখি কেইটামান কথা সম্পৰ্কে চৰকাৰৰ ফালৰ পৰা পৰিষ্কাৰ বিস্তাৰণ বিচাৰিলোঁ। প্ৰথমতে, উল্লেখিত অধিনিয়মখনৰ কৰ্তৃত্বশীল ছপা সংস্কৰণবোৰৰ—আনকি, গুৱাহাটী উচ্চ ন্যায়ালয়ৰ পুথিভঁৰালত সংৰক্ষিত সংস্কৰণটোৰো

—ক'তোৱেই সেই উদ্ধৃত ধাৰাটো সন্নিৱিষ্ট হোৱা নাই। স্বাভাৱিকতে, সংবিধানৰ মৌলিক অধিকাৰৰ বিৰোধী সেই ধাৰাটোৰ অস্তিত্ব সম্পৰ্কে মোৰ সন্দেহ উপজিছে। গতিকে, সেই সন্দেহ নিৰসন কৰি মোক জনাব লাগে, সেই ধাৰাটো সংযোজনৰ ঘোষণা অসম চৰকাৰৰ ৰাজপত্ৰত কোন তাৰিখে দিয়া হৈছিল? দ্বিতীয়তে, মোৰ সম্পাদকলৈ লিখা চিঠিখনত মই পুলিচৰ কিছুমান উৰ্ধ পৰ্যায়ৰ বিষয়াৰ কাম-কাজৰহে সমালোচনা কৰিছিলোঁ। গতিকে, অস্পষ্টতা আঁতৰাই মোক জনাব লাগে, সঠিককৈ কোনটো অথবা কোনকেইটা বাক্যত মই মুখ্যমন্ত্ৰী সমন্বিতে ৰাজ্য চৰকাৰক সমালোচনা কৰা বুলি অভিযোগ কৰা হৈছে?

যথেষ্ট দীৰ্ঘসূত্ৰতাৰ পাচত অধ্যক্ষৰ জৰিয়তে অসম চৰকাৰে মোক জনালে যে, সেইবোৰ কথা সম্প্ৰতি অসংশ্লিষ্ট। যি কি নহওক, উল্লেখিত ধাৰাটোৰ প্ৰতিলিপি এটা মোক দিয়া হ'ল। তাৰ ভিত্তিতেই মোৰ উত্তৰটো অতি সোনকালে দিব লাগে। তেওঁলোকে ভাবি লৈছিল, মই চৰকাৰৰ ওচৰত আঁঠু লৈ ক্ষমা খুজিম! মোক ভিতৰুৱাকৈ আশ্বাসো দিয়া হৈছিল, মই ক'ৰবাত ক্ষমা-ভিক্ষা শব্দটো গুজি দিলেই হ'ব—মোক ক্ষমাদানৰ বাৰিধাৰাই বুৰাই পেলাব!

২৪ অক্টোবৰৰ দিনা মই মোৰ অশিথিল উত্তৰটো অধ্যক্ষৰ হাতত দিলোঁ। উত্তৰটো মই ন'টা দফাত ভগাই লেখিছিলোঁ। মই লেখিছিলোঁ—প্ৰথমতে, মোৰ ওপৰত অনা অভিযোগটো অস্পষ্ট। দ্বিতীয়তে, যিখিনি লেখি বাতৰি-কাকতৰ যোগেদি চৰকাৰৰ দৃষ্টিগোচৰ কৰিছিলোঁ, সেয়া কেৱল এজন শিক্ষক হিচাপে মোৰ নৈতিক দায়িত্ব পালনৰে ভিতৰুৱা কাৰ্যহে আছিল। যিহেতু সেই সময়ত টে'লফোন-টেলিগ্ৰামৰ যোগাযোগ যিহেতু ৰহস্যময় ধৰণেৰে বিচ্ছিন্ন হৈ পৰিছিল, গতিকে মই একমাত্ৰ যোগাযোগৰ মাধ্যম বাতৰি-কাকতৰ যোগেদিয়েই মোৰ নৈতিক দায়িত্ব পালন কৰিছিলোঁ। তৃতীয়তে, মোৰ চিঠিখনত মই কোনো চৰকাৰী নীতি অথবা কাৰ্যকলাপৰ সমালোচনা কৰা নাছিলোঁ। মই কেৱল এচাম পুলিচ বিষয়াৰ ষড়যন্ত্ৰমূলক কাৰ্যকলাপৰহে প্ৰতিকূল সমালোচনা কৰিছিলোঁ। চতুৰ্থতে, সংশ্লিষ্ট চিঠিখনত মই যিবোৰ ঠাইত মুখ্যমন্ত্ৰীৰ প্ৰসংগ উল্লেখ কৰিছিলোঁ, সিবিলাকৰ ক'তোৱেই চৰকাৰ তথা মুখ্যমন্ত্ৰীৰ কোনো নীতিৰ সম্পৰ্কে

প্ৰশ্ন তোলা নাছিলোঁ। পঞ্চমতে, মোৰ চিঠিখনৰ শেষ বাক্য ছটাত অৱশ্যে 'নীতি' শব্দটো ব্যৱহাৰ কৰিছিলোঁ; কিন্তু গোটেই চিঠিখনৰ পৰিপ্ৰেক্ষিতত সেই শব্দটোৰ ব্যৱহাৰ মুঠেই আকস্মিক নাছিল। ষষ্ঠতে, মই বৰং লেখিছিলোঁ যে, এচাম পুলিচ বিষয়াই চৰকাৰৰ আৰু মুখ্যমন্ত্ৰীৰ কিবা যদি নীতি আছিল, সেয়া নেওচা দিবলৈ ধৰিছিল। সপ্তমতে, মই লেখিছিলোঁ যে, চৰকাৰে যিটো নীতি নিয়াৰিত থাপি গঢ় দিবলৈ লৈছিল, সেই পুলিচ বিষয়াকেইজনে তাতো অগা-ডেৱা কৰিছিলহি।

এইখিনিলৈকে ঘাই কথাকেইটা লেখি উঠি পাচৰ ছটা অনুচ্ছেদত আইনগত কথাকেইটা লেখিছিলোঁ। উপান্ত অনুচ্ছেদটোত লেখিছিলোঁ, অভিযোগনামাত নিৰ্দিষ্টকৈ কোনো অভিযোগ অনা হোৱা নাই। মোৰ উত্তৰবোৰো নিৰ্বিশেষ ধৰণৰ হৈছে। গতিকে, মই মৌখিক সোধা-পোছাৰ মুখামুখি হ'বলৈ বাঞ্ছা কৰোঁ। অন্তিম অনুচ্ছেদত লেখিছিলোঁ, মোৰ বিৰুদ্ধে অভিযোগ আনোতে কোনো দলিল-পত্ৰৰ প্ৰতিলিপি আৰু সাক্ষী-বাদীৰ তালিকা দিয়া হোৱা নাই। সেইবোৰৰ যোগান ধৰিলে, পৰিস্থিতি অনুযায়ী মোৰ উত্তৰৰ পৰিৱৰ্তন আৰু পৰিবৰ্ধনৰ অধিকাৰ মই সংৰক্ষিত ৰাখিলোঁ।

মোৰ মচাবিদাখনৰ ওপৰত এবাৰ চকু ফুৰাই দিবৰ কাৰণে মই অধিবক্তা পুলকানন্দ দাসৰ ওচৰ চাপিছিলোঁ। তেখেতে সেইখন চাই উঠি সম্পূৰ্ণৰূপে অনুমোদন কৰি দিছিল। পাচত, শেষৰ অনুচ্ছেদ ছটা যোগ দি কৈছিল, "এই দুষাৰ কথাও লিখি দিব। সেয়ে হ'লে, সিহঁত জব্দ হ'ব।" তেখেতক মই যাচিছিলোঁ যদিও, তেখেতে মোৰ-পৰা ফিজ হিচাপে আধা পইচাও নল'লে। তেখেতে এনেকুৱা এষাৰ কথা কৈছিল যে, মোৰ চকুহাল চলচলীয়া হৈ পৰিছিল।

লাহে লাহে মোৰ চকুত ধৰা পৰিছিল, মোৰ লগৰ প্ৰায় আটাই-বোৰেই আকৌ কটনৰ স্বাভাৱিক জীৱনৰ গতিপ্ৰৱাহৰ লগত নিজকে খাপ খুৱাই লৈছিল। মই অনুভৱ কৰিবলৈ আৰম্ভ কৰিছিলোঁ, মই যেন অলপ নিঃসংগ হৈ পৰিছোঁ। অথচ সেই নিঃসংগতাটো কিহ'ৰ, সেয়া ঢুকি পোৱা নাছিলোঁ। চিন্তা কৰি দেখিছিলোঁ, মোৰ অনম্য প্ৰকৃতিটোৱে মোক বিপদত পেলাবগৈ। অতি কমকৈ হ'লেও, মোৰ চাকৰি-জীৱনৰ হিচাপ-বহীটোত এটা পৃষ্ঠা মোৰ বিষয়ে প্ৰতিকূল

মন্তব্যেৰে ভৰি উঠিব। আৰু, সেই মন্তব্যটোৱে মোক সুবিধা পালেই আমনি কৰিব! এনে এটা পৰিস্থিতিত, মোৰ জীৱনে নিজৰ বাট নিজেই বিচাৰি ল'ব বুলি ভাবি, নৰেশ্বৰ মাহৰ শেষৰ ভাগে অধ্যক্ষ হৰিশ্চন্দ্ৰ গোস্বামীৰ হাতত নিয়মানুযায়ী এমাহৰ আগতীয়া জাননী দি কটন কলেজৰ অধ্যাপক পদৰ পৰা অব্যাহতি বিচাৰি পদত্যাগ-পত্ৰ দাখিল কৰিলোঁ। উল্লেখযোগ্য, মোৰ সেই পদত্যাগ-পত্ৰ মই কটন কলেজ এৰি অহাৰ পাচতহে—কিহৰ ভিত্তিত, ক'ব নোৱাৰোঁ—১৯৬১ চনৰ ৩ জানুৱাৰীৰ পৰা গৃহীত হোৱা বুলি গম পাইছিলোঁ।

তাৰ কেইদিনমান আগৰ কথা। এদিন আনন্দেশ্বৰ শৰ্মাই মোক এঠাইলৈ লৈ গ'লহি। বাটত কৈ গ'ল, "ফখৰুদ্দিন আলি আহমদ চাহেবৰ ঘৰৰ পৰা আহোঁগৈ, ব'লক। চৰকাৰৰ মনোভংগীটো জানি ল'ব লাগিল।' আমি গৈ লাখটকীয়াত থকা তেখেতৰ ঘৰ পালোঁগৈ। মই অলপ আচৰিত হৈছিলোঁ, তেখেতে তৎক্ষণাৎ মোক চিনি পোৱা দেখি। কাৰণ, তাৰ আগতে মাথোন এদিনহে তেখেতক মই লগ পাইছিলোঁ। তেখেতৰ দৰে পৰিষ্কাৰ স্মৃতি-শক্তি থকা মানুহ দ্বিতীয়জন কাকো লগ পোৱা নাই। আঠ বছৰৰ পাচত তেখেত কেন্দ্ৰীয় মন্ত্ৰীসভাৰ খাদ্যমন্ত্ৰী হৈ থাকোঁতে, মই তেখেতক গোৱালপাৰাৰ আৱৰ্ত-ভবনত আকৌ লগ পাইছিলোঁ। তেখেতে হাতখন মেলি আগবাঢ়ি আহি মোক কৰমৰ্দন কৰি ক'লে, "আৰু আকৌ কি চিনাকি দিব লাগে? মই তো মহেন্দ্ৰ বৰাক বহুত দিনৰ পৰাই চিনি পাওঁ!" গৈ পায়েই আলি আহমদ চাহেবক শৰ্মাই মই যিটো সমস্যাৰ মুখামুখি হৈছিলোঁ, সেয়া বিস্তাৰিতভাৱে ক'লে। লগতে ক'লে, "আপোনাৰ চৰকাৰে হত্যাকাৰীক খালাচ্ দিয়ে, আৰু বিবেকবান মানুহবোৰৰ ওপৰত লাঠি-চাৰ্জ কৰে। আমি সেইটোৱেই বুজিবলৈ লৈছোঁ। এতিয়া আমি কি কৰিম, আপুনি ভাল পৰামৰ্শ এটা দিয়ক।" ফখৰুদ্দিন চাহেবে শৰ্মাৰ কথাৰ উত্তৰ নিদি মোৰ ফালে চাই লৈ ক'লে, "মই যদি আপুনি হ'লোঁহেঁতেন, তেতিয়া কি কৰিলোঁহেঁতেন—মই সেইটোহে ক'ব পাৰিম। অন্য পৰামৰ্শ কি দিম? মই তো আজিকালি প্ৰেক্টিছ নকৰোঁ—জানেই আপোনালোকে।" মই তেতিয়া হাঁহি হাঁহি ক'লোঁ, "আপুনি ভবাটোকেই কওক। মই বৰং সেইটোৱেই শুনিবলৈ বেচি ভাল পাম। নহ'লে তো আপোনাক ফিজ্ দিবও

লাগিব।" তাৰ পাচত, তেখেতে অলপ গম্ভীৰ হৈ ক'লে, "মই যদি আপুনি হ'লোহেঁতেন, তেনেহ'লে বিজ্ঞাইন দিলোহেঁতেন। সঁচা যোৱা বস্তুটো আশা-বাস্তাত পোৱা নেযায়!" মই মুখ দোঁৱাই দিলোঁ। এই মানুহজনৰ প্ৰতি মোৰ আগৰে পৰা অপৰিসীম শ্ৰদ্ধা আছিল। মোৰ সেই শ্ৰদ্ধা তিনিগুণ বাঢ়ি গ'ল। তেখেতে মোক আন্ধাৰৰ মাজত পোহৰৰ সন্ধান দিলে।

মই এবাৰ কথা অনুভৱ কৰিছিলোঁ, তাৰ কিছু আগৰে পৰাই ফখৰুদ্দিন আলি আহমদ চাহেবৰ সংস্পৰ্শলৈ আহি। মই ন দি ক'ব পাৰোঁ, যাঠিৰ থামখুমীয়াত অসমৰ দুৰৱস্থা দেখি আটাইতকৈ বেচি ব্যথিত হোৱা মানুহজন আছিল ফখৰুদ্দিন আলি আহমদ্। প্ৰখৰ চেতনাসম্পন্ন মানুহ আছিল আলি আহমদ্। সেই দিনটোৰ আগতে এদিন তেখেতক লগ পাইছিলোঁ সমূহীয়াকৈ। আমি কেইবাজনো গৈছিলোঁ, তেখেতৰ লাখটকীয়াৰ ঘৰলৈ—এটা বিশেষ অনুৰোধ লৈ। তেখেতক আমি কৈছিলোঁ, "আপোনালোকৰ চৰকাৰে চি.পি. সিংহ আয়োগৰ আগত আৰক্ষী অধীক্ষক পাব্বিক ৰক্ষা কৰিবৰ বাবে ওকালতী কৰিবলৈ এজন বিশেষ অধিবক্তা নিয়োগ কৰিছে পাটনা হাইকোৰ্টৰ পৰা। ছাত্ৰাবাসৰ অধীক্ষকৰ সপক্ষে ওকালতী কৰিবলৈয়ো এজন বিশেষ অধিবক্তা নিয়োগ কৰাটো চৰকাৰৰ নৈতিক কৰ্তব্য নহয় জানো?" তেখেতে উত্তৰ দিলে, "পুলিচ বিভাগটো তো চৰকাৰৰেই বিভাগ। গতিকে, চৰকাৰে তো তেওঁক সহায় কৰিবই লাগিব। নহ'লে তেওঁলোকে কৈ দিব, আমি আৰু আইন-শৃংখলা ৰক্ষাৰ বাবে এতিয়াৰ পৰা দায়ী নহওঁ।" আনন্দেশ্বৰ শৰ্মাই মাত দিলে, "ঠিক কৈছে। কিন্তু আপুনি জানো স্বীকাৰ নকৰে, শিক্ষা বিভাগটোও চৰকাৰৰেই বিভাগ? কটন কলেজখনো চৰকাৰী কলেজেই!" তেখেত থমকি ৰৈ গ'ল। তাৰ পাচত ক'লে, "সময়টো একেবাৰে বেলেগ। Extraordinary." মই মাত দিলোঁ, "আচল কথাটো হৈছে, ৰঞ্জিত বৰপূজাৰী নাই কাৰণেই তেওঁৰ পক্ষে ওকালতি কৰিবলৈ কোনো নেথাকিব নেকি? সংবিধানত নাই কাৰণেই ভাৰতীয় নাগৰিকৰ right to live নাই নেকি?" তেখেতে উত্তৰ দিলে, "দুৰ্ভাগ্যক্ৰমে, আমাৰ সংবিধানত সেইটো নাই। বহুত—বহুত দিন সেই rightটো পাবলৈ।" মোৰ মনত পৰে, তাৰো আগৰ

এদিনৰ কথা। সেইদিনা তেখেতক এই মুহূৰ্তত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সুধি পেলাইছিল, "মই বেছি কথা আলোচনা কৰিব খোজা নাই। মই আপোনাক কেৱল এটা কথা সুধিম। আপুনি অন্তৰৰ পৰা উত্তৰ দিব। আপুনি বাৰু অসমীয়া আপোনাৰ মাতৃভাষা বুলি স্বীকাৰ কৰে নে নকৰে?" তেখেতে তৎক্ষণাৎ উত্তৰ দিলে, "মোৰ মা যেতিয়া অসমীয়া, মোৰ মাতৃভাষা অন্য কি হ'ব পাৰে!" ৰায়চৌধুৰীয়ে লগে লগে ক'লে, "আপোনাৰ হাতত দেশ নিৰাপদ। মই আপোনাৰ হাততে সকলো দায়িত্বৰ ভাৰ জাপি দিলোঁ।"

চৰকাৰে দিয়ক-নিদিয়ক, ৰঞ্জিত বৰপূজাৰীৰ সপক্ষে সেই তদন্ত আয়োগৰ সমুখত প্ৰতিভাবান আৰু সুদক্ষ অধিবক্তাৰ অভাৱ ঘটা নাছিল। তদন্ত আয়োগৰ বৈঠক বহিছিল, ১৮ আগষ্টৰ পৰা প্ৰায় দুমাহ ধৰি। গুৱাহাটী নাগৰিক সংঘৰ সপক্ষে আইনৰ গুৰি ধৰিছিল ড° জগদীশ মেধিয়ে, ছাত্ৰাবাসৰ অধীক্ষকৰ সপক্ষে অধিবক্তা জয়চন্দ্ৰ চৌধুৰীয়ে আৰু গুৱাহাটী লয়াৰ্ছ এচোচিয়েশ্যনৰ সপক্ষে অধিবক্তা উত্তম তহবিলদাৰে। এদিনৰ কথা মনত পৰে। আমি কেইজনমান ড° মেধিৰ দপ্তৰত সোমাইছিলোঁ, শেহতীয়া খবৰ লৈ যাবলৈ বুলি। প্ৰসংগক্ৰমে উল্লেখ কৰি থওঁ, অধিবক্তা কেইগৰাকীয়ে বিনা পাৰি-শ্ৰমিকেৰেই নিজৰ সেৱা আগবঢ়াইছিল। গতিকে, আমি কেইজন-মানে তেখেত সকলক অন্য ধৰণৰ সহায়খিনি কৰি দিছিলোঁ। সেই-দিনা ড° মেধিয়ে আমাক ক'লে, "কলিকতাৰ ফৰেন্সিক এক্সপাৰ্টে ক'ব খুজিছে, ৰঞ্জিত বৰপূজাৰীৰ মূৰত বোলে গুলী লগাটোৱেই সন্দেহ-জনক। কাৰণ, মূৰৰ ভিতৰত বুলেট পোৱা নাছিল। তেওঁক সুধিম, মূৰৰ পিচফাল উঠঙা হ'লে, মূৰৰ ভিতৰত বুলেট পোৱাৰ সম্ভাৱনা থাকে নে নেথাকে? চোঁচোৰা খাই গুলীটো বাৰু ভিতৰলৈ নোসোমোৱাকৈ গুচি যাব পাৰিলেহেঁতেন নে নাই? তাৰ পাচত সুধিম, ৰঞ্জিত বৰপূজাৰীৰ মূৰটোৰ পিচফাল যে উঠঙা নাছিল, সেই বুলি ক'বলৈ তাৰ হাতত কিবা প্ৰমাণ আছে নেকি?" অলপ ৰৈ ৰৈ ক'লে, "যদি ক'ৰবাত তেনেকুৱা লাওখোলা এটা পোৱা গ'লহেঁতেন!" মহেন্দ্ৰ শালৈয়ে তেতিয়া ক'লে, "ৰ'ব, তেনেকুৱা লাওখোলা আমাৰ মিউজিয়ামতে কেইবাটাও আছে। কাইলৈ গধূলিকৈ দি যামহি বাৰু।" সেয়া এটা শনিবাৰৰ ঘটনা আছিল।

সোমবাৰৰ দিনা ডঃ মেধিয়ে সেই বিশেষজ্ঞজনক পুংখানুপুংখৰূপে জেৰা কৰি উঠি, লাওখোলাৰ টোপোলাটো উলিয়ালে। লাওখোলাবোৰ মেজৰ ওপৰত এশাৰীকৈ থৈ সুধিলে, "আপুনি স্বীকাৰ কৰেনে, এনেকুৱা-ধৰণৰ মূৰৰ পিচফালে কাতিকৈ গুলী লাগিলে, সেই গুলীটো চোঁচোৰা খাই ক'ৰবাত পৰিবগৈ পাৰে, অথচ সি জখমটো আচলকৈয়ে কৰি যাব পাৰে ?" তেওঁ কথাষাৰ স্বীকাৰ কৰিলত, ডঃ মেধিয়ে আকৌ সুধিলে, "অসমীয়া মানুহৰ মূৰৰ পিচফাল এনেকুৱা উঠঙা ধৰণৰ নহয় বুলি ক'বলৈ আপোনাৰ কিবা যুক্তি আছে নেকি ? সোঁৱৰাই দিছোঁ, ৰঞ্জিত বৰপূজাৰী কিন্তু অসমীয়া ল'ৰা আছিল।" সেইদিনা জেৰাৰ জাউৰিত সেই বিশেষজ্ঞজন ঠেৰেঙা লাগিছিল। এনেতে অধিবক্তা জয় চৌধুৰীয়ে সুধিলে, "আপোনাৰ বৃত্তিগত অৰ্হতা কি ?" তেওঁ উত্তৰ দিলে, "এম.বি.বি.এচ।" চৌধুৰীয়ে মন্তব্য ক'লে, "সেইখিনিৰেই ফৰেন্সিক এক্সপাৰ্ট ! বে'চ তো অভিনয় !" কিন্তু, ৰজাৰ নাও বামেৰেও চলে !

আৰু এদিনৰ কথা। সেইদিনা পাৰ্বিৰ পক্ষৰ এজন বিশেষ অধিবক্তা নীৰেন দে'ই তেওঁলোকৰ যুক্তিবোৰৰ মোখনি মাৰিবলৈ লৈ ৪ জুলাইৰ পাচত ঘটা গোৰেশ্বৰৰ ঘটনাৱলীৰ কথা অৱতাৰণা কৰিছিল। লগে লগে আনটো পক্ষৰ বিশেষ অধিবক্তা হিচাপে উপস্থিত থকা হৰেশ্বৰ গোস্বামীয়ে গৰজি উঠিল, "যদি সেইটোৱেই হয়, তেনেহ'লে ময়ো ১০০ বছৰৰ আগলৈ উজাই যাম। এই আয়োগৰ পৰিসীমা ৪ জুলাইৰ পুৱা ১১'৩০ বজালৈকে বান্ধি দিয়া আছে। তাৰ পৰা আধা মিনিট যদি এইফালে ভটিয়াই আহি কিবা কথা কোৱা হয়, আমিও তেতিয়া অদূৰ অতীতৰ ২৭ জুনত বান্ধি দিয়া ঘেৰটো ভাঙি অনেক নথি-পত্ৰ দাখিল কৰিম।" গোস্বামীৰ গোজৰণি শুনি ন্যায়াধীশগৰাকীয়ে 'ৰুলিং' দি সিজনৰ অপ্ৰাসংগিক কথাৰ অৱতাৰণা বন্ধ কৰি দিলে। তথাপি, আয়োগৰ সিদ্ধান্ত যি হ'বলগীয়া আছিল, সেইটোৱেই হ'ল। যিবোৰ চিপাহীৰ গুলী-চালনাত ৰঞ্জিত বৰপূজাৰী নিহত হৈছিল, সিবোৰৰ অধিনায়ক চুবেদাৰ গকুল পাণ্ডেই আৰক্ষী অধীক্ষকৰ সপক্ষে দিয়া সাক্ষ্যটোৱেই আটাইতকৈ মূল্যবান বুলি গৃহীত হ'ল—বোলে ছাত্ৰবোৰে পুলিচৰ গা'লৈ শিল দলিয়াইছিল! বোলে কেইবাটাও চিপাহী আহতো হৈছিল! বেচেৰাহঁতে আহত শৰীৰেৰেই

বন্দুকৰ বোৱাবোৰ টানি লৈ জিপ্ জিপ্ কেইটা টিপিছিল। কোনোবা এজনে কৈছিল—কোনে কৈছিল, মোৰ মনত নাই—'ন্যায়বিচাৰৰ গৰ্ভপাত'।

বাঠিৰ ধামধুমীয়াৰ এটা দিনৰ ঘটনা মই পাহৰিব নোৱাৰোঁ। তাৰিখটো যিমান দূৰ মনত পৰে, ৭ জুলাই আছিল। বাহিৰত তেতিয়া কাৰ্ফ্যু চলি আছে। ৰাতিপুৱা ৯'৩০ মান বজাত অম্বিকাগিৰী ৰায়চৌধুৰীৰ নেপালী লগুৱাটো আহি ওলালহি। হাতত এখন চিঠি। ৰায়চৌধুৰীয়ে লেখিছে, "বোপা, শেষবাৰলৈ তোমাক দেখা কৰিব খোজোঁ। যেনে তেনে এবাৰ আহি যোৱা।" মই নেপালীটোক সুধিলোঁ, কি হৈছে? সি মোক ক'লে, বহুত মানুহে তেখেতৰ ঘৰ ঘেৰি ধৰিছে। খুব হুলস্থুল হৈছে। মই চিন্তা কৰিলোঁ, যাওঁ কেনেকৈ? ৰাজপথেদি যোৱাৰ উপায় নাই। সংগীতৰ খোঁচ খাই মৰিব লাগিব। নোৱাখালি চুবুৰীৰ মাজেদি যোৱাটোও বিপদজনক। মই নেপালীটোক সুধিলোঁ, সেই চুবুৰীটোৰ মাজেদি মোক লৈ যাব পাৰিব নে নোৱাৰে! সি পাৰিব বুলি কোৱাত মই কাপোৰ-কানি পিন্ধি ল'লোঁ। মোৰ পৰিবাৰে কন্দা-কটা লগাই দিলে। মোৰ ভাইটো ৰত্নক ক'লে, "তুমি জানি ৰাখা, তোমাৰ ককাইদেৰেৰা আৰু ঘূৰি নাহে।" যি কি নহওক, মই সেই চুবুৰীটোৰ মাজেৰে খোজ ল'লোঁ। বাটত কোনেও মোক একো নুসুধিলে, বাটভেটা যে নিদিলেই। গৈ দেখিলোঁ, প্ৰায় দুই-তিনি শ' মানুহৰ এটা জুম। দুজনমানে চিঞৰিছে, "উলিয়াই দিয়ক। নহ'লে ঘৰ জ্বলাই দিম।" মই সুধিলোঁ, কথাটো কি? দুজনমানে মোক চিনি পালে। ক'লে, "চাওকচোন, এই মানুহজনেই আমাক ডাঙৰ ডাঙৰ বক্তৃতা দি এইবোৰ শিকালে। এতিয়া তেখেতেই দুঘৰ বঙালী মানুহক আশ্ৰয় দি ৰাখিছে। তেখেতে সিহঁতক উলিয়াই দিয়ক। নহ'লে, ঘৰটো জ্বলাই দিম বুলি ভাবিছোঁ।" ৰায়চৌধুৰীয়ে ক'লে, "চোৱাচোন, বোপা! সেই মানুহ দুঘৰে মোৰ আশ্ৰয় বিচাৰি সোমাইছেহি। তাতে এজনী ছোৱালীৰ জ্বৰ। মই বাৰু নিৰাশ কৰোঁ কেনেকৈ?"

মই চকু ফুৰাই দেখিলোঁ, তাৰে কেইজনমান মোৰ প্ৰাক্তন ছাত্ৰ। তেওঁলোকক দেখি অলপ সাহ পালোঁ। কিন্তু প্ৰত্যেকৰে ৰুদ্ৰমূৰ্তি।

ছুজনমান ভিতৰলৈ সোমাই যাবলৈকে ওলাইছিল। ৰায়চৌধুৰীয়ে বাধা দি ক'লে, "সেইটো হ'ব নোৱাৰে। আপোনালোকে মোৰ মৃতদেহৰ ওপৰেদি পাৰ হৈ গৈহে, মোৰ আশ্ৰিত পৰিয়াল দুটাক চুবগৈ পাৰিব।" লগে লগে ময়ো সাহ দেখুৱাই তেখেতৰ আগফালে থিয় হৈ ক'লোঁ, "এখেতৰ গা'ত হাত দিয়াৰ আগতে আপোনালোকে মোৰ মৰা-শ'ৰ ওপৰেদি পাৰ হৈ যাব লাগিব।" তেওঁলোক ৰৈ গ'ল। তাৰ পাচত, সেইপিনেদি পুলিচৰ 'ভেনেট্' এখন অহা দেখি মই সেইখন ৰখালোঁ। মোৰ ভাগ্য ভাল, ভিতৰত অহা দাৰোগাজন মোৰ আধা-চিনাকি আছিল—সিজনৰ উপাধিটো বৰা। তেখেতক কথাখিনি থোৰতে ক'লোঁ। বৰাই নামি আহি মানুহজুমক ক'লে, "মই বাৰু তেওঁলোকক অসম-সীমান্ত পাৰ কৰি থৈ আহোঁগৈ। হ'ব নহয়?" তাৰে এজনে ক'লে, "ঠিক আছে, এজন এজনকৈ উলিয়াই আনক। আমি দুচাট্-এচাট্ দি আপোনাৰ গাড়ীত তুলি দিওঁগৈ।" বৰাই তেতিয়া মোক চকুৰ ঠাৰেৰে ক'লে, 'ফুচুলাই ৰাখক—মই ক'চ এটা লৈ আহোঁগৈ।' ফুটাই ক'লে, "মই বাৰু ভাগুৰ গাড়ী এখন লৈ আহোঁগৈ। দুটাকৈ পৰিয়াল—মানুহ বা কিমান!" ৰায়চৌধুৰীয়ে ক'লে, "ল'ৰাই-ছোৱালীয়ে, মতাই-মাইকীয়ে মুঠতে এঘাৰজন।" তাৰে এজনে ক'লে, "আহা-হা, এটা ফুল টিম্! খেলি মজা লাগিব, উলিয়াই আনক।" বৰা গ'লগৈ।

আন এজনে এটা অদ্ভুত প্ৰস্তাৱ দিলে, "সিহঁতক পঠিয়াই দিয়াৰ আগতে এবাৰ বাহিৰলৈ ওলাই আহিবলৈ কওক। আমি বাৰু মাইকী মানুহখিনিৰ গা'ত হাত নিদিওঁ—প্ৰতিশ্ৰুতি দিছোঁ।" মই সেইজনৰ নামটো জানিছিলোঁ। এতিয়াও মোৰ স্পষ্টকৈ মনত আছে। মোৰ সন্দেহ নাই, এতিয়ালৈ তেওঁ নিশ্চয় জীৱনৰ কোনোবা নৰ্দমাত জ্বোৱাই গৈছে! তেওঁ ৰায়চৌধুৰীলৈ চাই চকু ঘোপাকৈ কৈছিল, "পলম নকৰিব। নহ'লে আপোনাৰে বেয়া হ'ব।" মই তেওঁক একো নক'লোঁ। মাথোন এবাৰ কটমটকৈ চালোঁ। এনেতে বৰা আহি পালেহি। চিপাহীকেইজনক হাতত বৰাধৰিকৈ দুশাৰী কৰাই লৈ মানুহজুমৰ মাজেদি বাটটো উলিয়াই ল'লে। মানুহ কেইজনক উলিয়াই নিওঁতে তাৰ মাজেজিয়েই হাত মেলেছিল—লপাথপা কৰিবলৈ। নবিয়া ছোৱালীজনীৰ মুখখন মোৰ আজিও মনত পৰে।

কৰাৰ লগতে মধ্যে শিলপুখুৰী পালোঁহি। মই পদূলিমুখ পোৱাৰ লগে লগে মোৰ পৰিবাৰে মোক ক'লে, "ঘূৰি আহিব পাৰিলা।"

সেই কাৰ্ফ্যুৰ সময়ছোৱাৰ দুটা সৰু কথা মনত পৰে। এদিন নোৱাখালি চুবুৰীৰ এজন মানুহে মোক ক'লেহি, "ছাৰ, মোক আপুনি এটা সহায় কৰক। কেৱল টকা ৫০০ দিয়ক, নাই যদি ৩০০ দিলেও হ'ব। মোক খালী যোৱাৰ ভাবাটো লাগে। ৰে'লৰ আলিটোৰ সিপাৰে দুবিঘা ম্যাদী পট্টাৰ মাটি আছে। মই আপোনাৰ নামত লেখি দিওঁ। পাচত নামজাৰী কৰাই ল'ব।" মই তেওঁক ক'লোঁ, "মই আপোনাৰ মাটি পানীৰ দৰত কিনি লৈ পাপ কিনিব নোৱাৰোঁ। আপুনি মোক ক্ষমা কৰিব। লাগে যদি কওক, আপোনাক মই এনেয়ে যি পাৰোঁ সহায় কৰি দিওঁ।" অৱশেষত, তেওঁ গ'লগৈ।

তাৰ মাজতে মোৰ এদিন ভয়ানক পেটৰ বিষ হ'ল। কাৰ্ফ্যু নথকা সময়ছোৱাতে মোৰ ভাইটো হাতত প্ৰেচ্‌ক্ৰিপশ্যনখন লৈ ওলাই গ'ল। উভতি আহি শিলপুখুৰীৰ পাৰ পাওঁতেই কাৰ্ফ্যুৰ সময় আৰম্ভ হ'ল। চি. আৰ. পি. চিপাহী এটাই সংগীনডাল তাৰ তলপেটলৈ টোঁৱাই বিকট মাতেৰে সুধিলে, "পাছ হ্যায়?" সি থাউকতে কৈ দিলে, "হ্যায়।" চিপাহীটোৱে ক'লে, "দেখাও।" সি প্ৰেচ্‌ক্ৰিপশ্যনখনকে দেখুৱাই ক'লে, "দেখ্‌লো এইঠো।" চিপাহীটোৱে সন্তুষ্ট হৈ ক'লে, "হঁা, তুম জানে সক্‌তা হ্যায়।" ভাইটোৱে যেতিয়া ক'লেহি, আমি আটাইখনে ভয়ো খালোঁ, হাঁহিলোঁও।

আকৌ আচল কথাটোলৈ আহোঁ। মোৰ পদত্যাগ-পত্ৰৰ কোনো সঁহাৰি তেতিয়ালৈকে পোৱা নাই। চৰকাৰ হয়তো দোধোৰমোধোৰত পৰিছিল: মোক মানে-সন্মানে গুচি যাবলৈ দিব, নে কপালত বেজী-খোঁচেৰে চুৱা সাঁচ এটা আঁকিহে এৰি দিব? ৰবদিনৰ বন্ধৰ আগে আগে মই অধ্যক্ষৰ হাতত চূড়ান্ত চিঠিখন দিলোঁ: 'মই একপক্ষীয় সিদ্ধান্ত লৈছোঁ, বছৰটো শেষ হোৱাৰ পাচৰ পৰা মোৰ পদত্যাগ কাৰ্যকৰী কৰিম।' অধ্যক্ষ গোস্বামীয়ে মোক সুধিলে, "বাট চালে ভাল আছিল নেকি! মই যিখিনি পাৰোঁ, কৰি আছোঁ।" মই তেখেতক ক'লোঁ, অন্ততঃ কঁৰবাত নিশ্চয় ভাতমুঠি যোগাৰ কৰিব পাৰিম। কথাবাৰ সকলো ছাত্ৰই গম পালে। তেওঁলোকে মোক বিদায় দিবৰ কাৰণে সভা পাতিবলৈ যো-জা কৰিছিল। মই

তেওঁলোকক ক'লোঁ, সেইবোৰ আনুষ্ঠানিকতা কৰিব নালাগে। কাৰণ, চৰকাৰে মোক মুক্তি দিয়াই নাই। সেই অৱস্থাত অধ্যক্ষৰ অনুমতি বিচাৰি গ'লে, তেখেত এনেয়ে বিব্ৰত হ'ব। গতিকে, ওপৰাওপৰিকৈ কেইবাখনো ঘৰুৱা ধৰণৰ বিদায়-সভা কেণ্টিনতে আয়োজন কৰিলে। বিদায় দিলে, 'মধুচয়নিকা'ই, যিটো অনুষ্ঠানৰ নাম ময়েই দিছিলোঁ। বিদায় দিলে, ইংৰাজী বিভাগৰ ছাত্ৰসকলে, ইউনিয়ন চোচাইটিয়ে আৰু ইংৰাজী বিভাগৰ অধ্যাপকসকলে।

ইয়াৰ পাচত, ৰবদিনৰ বন্ধত নিমন্ত্ৰণ এটা পালোঁ—গোৱালপাৰা কলেজৰ পৰা। মিহিৰ দাস নামৰ সেই কলেজৰ নৈশ শাখাৰ ছাত্ৰ এজন আহি ওলালহি। তেওঁ ক'লে, "আমাৰ কলেজৰ অধ্যক্ষগৰাকী কাহানিবাই ছুটী লৈ গ'ল। আহোঁ-আহোঁ বুলিও উভতি অহাৰ নাম নাই। গতিকে, কলেজে তেওঁক অহাৰ পৰা অব্যাহতি দিছে। আমাৰ সকলো ছাত্ৰ-ছাত্ৰী আৰু গভৰ্ণিং বডিয়ে আপোনাকেই অধ্যক্ষ হিচাপে বিচাৰিছে। আপুনি মাথোন যাবই লাগে। কলেজখনৰ ঘৰ-দুৱাৰ একো নাই। আপুনি আপোনাৰ মনৰ ইচ্ছাৰে গঢ়ি ল'ব পাৰিব। চহৰৰ মাজতে মাটি আছে, ৫৭ বিঘা। বৰ্তমানে কলেজখনে এটা তদৰ্থ মঞ্জুৰী পায়—মাহে ১০০০্ টকাকৈ।" তেওঁৰ কথাই মোক মুগ্ধ কৰিলে।

মই সেই ডিচেম্বৰৰ ভিতৰতে গোৱালপাৰাত ভুমুকি এটা মাৰি আহিলোঁগৈ! তাতেই থিৰ কৰিলোঁ—এই বেচৰকাৰী কলেজখনৰ চাকৰিটোকে ল'ম; স্বাধীন চিন্তীয়াকৈ থাকিব পাৰিম। দৰমহা-বানচো সৰহীয়া নহ'লেও তেতিয়ালৈকে পাই থকা দৰমহাৰ ডেৰ গুণ হ'ব; তাৰ লগত যোগ হ'ব, নৈশ শাখাৰ বাবে ওপৰঞ্চি বানচ আৰু এশ টকা। থিৰাং কৰি আহিলোঁ, জানুৱাৰীৰ ১ তাৰিখে কামত যোগ দিমগৈ।

উভতি আহি গুৱাহাটীৰ পৰা পাচদিনা যাত্ৰা কৰিম বুলি সাজু হওঁতেই সেই ৰাতি আকৌ পেটৰ বিষ আৰম্ভ হ'ল। মোৰ ডাক্তৰ-গৰাকী শালপতি ডাঃ যোগেন ভূঞাই চাই উঠি দৰব-বেজী দিলেহি। তেতিয়ালৈকে আন ডাক্তৰে ধৰিব নোৱৰা বেমাৰটো তেখেতেই পোনতে সঠিককৈ ধৰিলে। হয়তো পিত্তকোষত শিল জমা হৈছে—যাৰ ঘৰুৱা নামটো 'পাথৰি-ৰোগ'। গা'টো অলপ টনাই লৈয়েই

১০ জানুৱাৰী তাৰিখে ৰাতি গোৱালপাৰা পালোঁগৈ। ১১ তাৰিখে কামত যোগ দিলোঁ। গোৱালপাৰাতে জীৱনৰ ভেৰটা বছৰ কটালোঁ। সেই সময়ছোৱাতে মোৰ বাকী তিনিটা ল'ৰা-ছোৱালী উপজিছিল। জস্কি—ভাল নামটো দীপঙ্কৰ—উপজিছিল ধুবুৰীত। ১৯৬১ চনৰ ৩১ জুলাইত। টিঙ্কু—ভাল নামটো উত্তম—উপজিছিল গোৱাল-পাৰাতে, ১৯৬২ চনৰ ১৭ অক্টোবৰত; আৰু পপি—ভাল নামটো স্বপ্নমিতা—গোৱালপাৰাতে উপজিছিল ১৯৬৮ চনৰ ৩০ জুনত।

নতুন ঠাইত নতুন কামত যোগ দিয়াৰ এমাহৰ পাচতে গোৱাল-পাৰালৈ ৰাজ্যপাল জেনেৰেল শ্ৰীনাগেশ আহোঁতে, মহকুমাধিপতি জি. এছ. শেৰাত্ৰিয়ে অনুৰোধ কৰিলে—কলেজতে এটা সাংগীতিক অনুষ্ঠান পাতি সিজনাক অভ্যৰ্থনা জনাব পাৰিলে বেয়া নহ'ব। মই ভাবিলোঁ, জনজাতীয় গীত-মাত কিছুমানকে দেখুওৱা যাওক। সেই-মতেই নাতিদীৰ্ঘ অনুষ্ঠান এটাৰ আয়োজন কৰিলোঁ। জেনেৰেল শ্ৰীনাগেশে মোৰ লগত কৰমৰ্দন কৰি উঠিয়েই ক'লে, "So young! I have never seen such a young Principal of a cc llege anywhere else." মই উত্তৰ দিলোঁ, "Yes, Sir! I am a young Principal; and the college happens to be a baby one." চহৰখনৰ কথা নক'লোঁ। সেইখন ন-বোৱাৰীৰ লেখীয়া আছিল—প্ৰতিটো খোজতে তাইৰ ভয় আৰু লাজৰ আভাস!

## ॥ ডাংগৰ স্কুলানি হেড্-মাষ্টৰ ॥

"And some fell among thorns ; and the thorns
Sprang up, and choked them :
But other fell into good ground, and brought
forth fruit, some an hundredfold, some sixty—
fold, some thirtyfold."

—Matthew XIII, 8-9

জীৱনত বহুতো পৰিশ্ৰম কৰিছোঁ, বহুতো মনোকষ্ট পাইছোঁ, আৰু বহুতো আনন্দ লভিছোঁ। কিন্তু, সিবিলাকৰ তুলনা নহয় একেলগে আটাইবোৰ সামৰি সেইছোৱা সময়তে সেইখন ঠাইত আটাইতকৈ বেচি যেনেকৈ পালোঁ, তাৰ লগত। সেইকাৰণেই, এই অধ্যায়টো লেখিবলৈ লৈ বাৰে বাৰে থমকি ৰৈছোঁ। ভাবিছোঁ, কোনখিনি কথা লেখিম আৰু কোনখিনি কথা ডেই গুচি যাম! অনেক কথা আছে, যিবোৰ কথা সুঁৱৰি একো লাভ নাই। আৰু অনেক কথা আছে, যিবোৰ কথা নুসুঁৱৰিলেও একো ক্ষতি নহয়। থোৰতে এষাৰ কথা সুঁৱৰিছোঁ। সেয়া হ'ল, মোৰ যৌৱনৰ উভৈনদী শক্তিখিনি তাতেই প্ৰায় নিঃশেষে খৰচ কৰিলোঁ আৰু সেই যৌৱনৰ পথাৰৰ পৰা দাই আনিলোঁ মোৰ জীৱনৰ সৰুসুৰা সফলতাৰ বহুতো ডাঙৰি ; তাৰ লগতে দুখৰ-এথৰ বিনৈবনৰ মুঠি।

তাতে জীৱনৰ তেৰটা বছৰ কটালোঁ। ১৯৬১ চনৰ ১১ জানুৱাৰীৰ পৰা ১৯৭৩ চনৰ জুন মাহৰ ৭ তাৰিখলৈকে। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে অসমৰ পশ্চিম সীমান্তৰ শেষ চহৰ সেই গোৱালপাৰাতে। কেনেকৈ কটালোঁ, সেইখিনি কোৱাৰ আগতে তালৈকে বোৱাই নিয়া মোৰ জীৱনৰ ঘাই সুঁতিটোৰ কথা অলপ কৈ লওঁ, সময়ৰ নৈয়েদি দুমাহমান উজাই গৈ।

১৯৬০ চনৰ ঘটনাৱলীৰ পৰিপ্ৰেক্ষিতত অনুভৱ কৰিছিলোঁ, 'ৰামধেনু' বন্ধ হৈ যোৱাৰ পাচত গহীন কিবাকিবি লেখিবৰ কাৰণে আলোচনী এখন নোহোৱা হৈ পৰিল। কোনো জাতিয়েই মাথোন ভাত-পানী খায়েই জীয়াই নেথাকে। কাৰোবাৰ লগত যুঁজ-বাগৰ

কৰিও জীয়াই নেথাকে। জীৱনবোধ এটা লৈহে জীয়াই থাকে। মোৰ দৰে মোৰ অন্যান্য কেইবাগৰাকীও লেখক-বন্ধুৱেও কথাষাৰ গভীৰভাৱে অনুভৱ কৰিছিল। সেয়া চেপ্তেম্বৰ মাহৰ কথা। এদিন গধূলি সময়ত মোৰ ওচৰলৈ এজন অতি ধুনীয়া ডেকামানুহ আহিল। চা-চিনাকি হ'লোঁ। মানুহজনৰ নাম দেৱেন দাস। তেখেতে বৰ বেচি ভূমিকা নকৰাকৈ ক'লে, "এখন ভাল মাহেকীয়া আলোচনী উলিয়াব খুজিছোঁ। আপুনি সেইখনৰ অবৈতনিক সম্পাদক হৈ দিব লাগে। আলোচনীখনৰ নামটোও আপুনিয়েই দিব লাগে।" মানুহজনৰ কথা-বাৰ্তাবোৰ মোৰ বৰ ভাল লাগিল। মানুহজনৰ ধ্যান-ধাৰণাবোৰ অত্যন্ত উচ্চমানবিশিষ্ট। মুহূৰ্ততে মই মান্তি হৈ গ'লোঁ। বৰ বেচি ভাৱনা-কল্পনা নকৰাকৈয়ে আলোচনীখনৰ নাম থ'লোঁ, 'মণিদীপ'। মই সেই সময়ত ফস্কো মেৰিয়ানিৰ 'দ্য চিক্ৰেট অব তিবেত'খন পঢ়ি আছিলোঁ। ক'ব নোৱাৰাকৈয়ে বোধকৰোঁ 'ওঁ মণিপদ্মে হুং' কথাষাৰৰ দূৰ-সুদূৰৰ প্ৰতিধ্বনি এটাই নামটোক দোলা দি গৈছিলহি। মই দাসক ক'লোঁ, "মোৰ এটাই মাথোন চৰ্ত। আলোচনীখনৰ প্ৰকাশন সদায় নিয়মীয়া হ'ব লাগিব। ছপা-বন্ধাৰ কাম আগৰ মাহৰ শেষ তাৰিখে শেষ হ'ব লাগিব; আৰু মাহৰ আলোচনী মাহৰ প্ৰথম সপ্তাহতে পাঠকৰ হাতত পৰিবগৈ লাগিব। মাননি হিচাপে মোক আপোনালোকে এক পইচাও দিব নালাগে। কিন্তু প্ৰবন্ধ-পাতি গোটাই আনিবলৈ এজন মানুহ আৰু ছপাৰ কামৰ বাবে এজন মানুহ নিশ্চয়কৈ লাগিব।" সিদ্ধান্ত হ'ল, নৱেম্বৰৰ ১লা তাৰিখে 'মণিদীপ'ৰ প্ৰথম সংখ্যাটো ওলাব।

কেইদিনমানৰ পাচতে আৰু দুজনক মোৰ সতীৰ্থ হিচাপে লগ পালোঁ। এজন হ'ল, বিশিষ্ট গল্পলেখক নিৰোদ চৌধুৰী। সেই তেতিয়াৰে পৰা আজিলৈকে মোৰ চৌধুৰীৰ লগত অতি নিবিড় সম্পৰ্ক। আনজন হ'ল, ৰতন শৰ্মা। মই তেওঁক সুধিলোঁ, "তুমি বাৰু তাহানি কটনত পঢ়োঁতে পাগুৰী মাৰিছিলা নেকি?" তেওঁ স্বীকাৰ কৰি হাঁহিলে, "হয়, ছাৰ। আপুনি তো বেচ মনত ৰাখিছে।" মই তেতিয়া ক'লোঁ, "তোমাৰ নামটো বোধকৰো তাহানি অমূল্য ৰতন শৰ্মাহে আছিল। অমূল্যটো সোলোকাই পেলালা যে!" তেওঁ হাঁহি উত্তৰ দিলে, "ছাৰ, আপোনালোক আটাইবোৰে মাজৰ শব্দটো

সোলোকাই পেলালে। চন্দ্ৰ, কান্ত, নাথ, কুমাৰ—এইবোৰ সোলোকাই পেলালে। মই ছাৰ, মাজৰটো ৰাখি আগৰটোকে কাটি পেলালোঁ।” তেনেকৈয়ে আমি আটাইকেয়োজন মিলি ‘মণিদীপ’ৰ পৰিয়ালটো হৈ পৰিলোঁ।

ৰত্ন শৰ্মা প্ৰবন্ধ, গল্প, কবিতা ইত্যাদিৰ সন্ধানত ওলাই যায়। সদায় কিবা এটা লৈ উভতি আহে। দেবেন দাসে গল্প-প্ৰবন্ধ আদিৰ শিতানত দিবলৈ শিতান-ছবি ( head piece )-ৰ কেইটামান আহি আঁকি উলিয়ালে আৰু খালী ঠাইত গুজি দিবলৈ ভণিতা-ছবি ( tail piece )-ৰ আহি কেইটামানো আঁকিলে। বেটুপাত অঁকোৱা হ’ল, নিপ বৰুৱাৰ হতুৱাই। মই দাসক পৰামৰ্শ এটা দিছিলোঁ, প্ৰতি সংখ্যাৰ বেঁটুপাতখিলাৰ মাজত একোখন বিশ্ববিখ্যাত ছবিৰ প্ৰতিৰূপ এটা যোগান ধৰাৰ ব্যৱস্থা কৰিব পাৰিলে ভাল হয়। অৱশেষত, হেম বৰুৱাৰ এটা কবিতা; যোগেশ দাস, নিৰোদ চৌধুৰী, চন্দ্ৰপ্ৰসাদ শইকীয়া—প্ৰত্যেকৰে একোটাকৈ চুটিগল্প; ললিত বৰাৰ এখন ৰম্য ৰচনা; আৰু লক্ষহীৰা দাসৰ ধাৰাবাহিক অনূদিত-উপন্যাস ‘ডোৰিয়ান গ্ৰে’ৰ প্ৰথম অধ্যায়, তাৰ লগতে মোৰো ধাৰাবাহিক প্ৰবন্ধ ‘অসমীয়া ছন্দৰ উপকৰণ’; সদৌশেষত, আলোচনীখনৰ তুৱাৰদলিতে থোৱা অৱনীন্দ্ৰ বৰা আৰু কিৰণ শৰ্মাৰ ছুটা গহীন প্ৰবন্ধ—এইখিনিৰে সমৃদ্ধ হৈ ‘মণিদীপ’ৰ প্ৰথম সংখ্যাটো বান্ধি থোৱা সময়তে ছপা হৈ ওলাল। প্ৰথম কেইটামান কপি কেইগৰাকীমান স্বনামধন্য লেখকৰ হাতত আমি নিজেই দি থৈ আহিলোঁগৈ। উন্মোচন উৎসৱ ইত্যাদি আনুষ্ঠানিক পৰ্বৰ অনুষ্ঠান কৰিবলৈ নহ’ল। প্ৰত্যেকেই আমাক উৎসাহ দি ক’লে, “ৰামধেনুখন বন্ধ হৈ যোৱাৰ পাচত লেখিবলৈ ঠায়েই নোলোৱা হ’ল। এতিয়া লেখিবলৈ ঠাই এডোখৰ ওলাল।”

সেই যে ১৯৬০ চনৰ নৱেম্বৰ মাহত ‘মণিদীপ’ৰ যাত্ৰা আৰম্ভ হৈছিল—যথেষ্ট অনুষ্টুপীয়াকৈ, সেয়া ১৯৬৬ চনৰ জুলাই মাহলৈকে নিয়মীয়াকৈ পাঠকৰ হাতত পৰিছিলগৈ—ইখনতকৈ সিখন আৰু বেচি চহকী হৈ। অন্য ভাষাত ক’বলৈ হ’লে, ৭ম বছৰৰ ৯ম সংখ্যালৈকে মই সেইখন সম্পাদনা কৰি দিছিলোঁ। বিনিময়ত মই একো গ্ৰহণ কৰা নাছিলোঁ। প্ৰতিটো মাহতে ৰত্ন শৰ্মা প্ৰবন্ধ-পাতিৰ

জোলোঙাটো লৈ গোৱালপাৰাত ওলাইছিলগৈ। মই সেইবোৰ চাই-মেলি সজাই-পৰাই পঠিয়াই দিছিলোঁ, তেওঁৰ হাতত— দুই-এদিনৰ পাচতে। মাজে মাজে মন্টো গুৱাহাটীলৈ আহেঁ। কেইবাদিনো দাসৰ ঘৰতে আলহী হওঁহি। তেখেতৰ পৰিবাৰে ৰান্ধি-বাঢ়ি খুৱায়। আৰু মই তেখেতৰ মিতু আৰু মিতা নামৰ ল'ৰা-ছোৱালীহালৰ লগত ধেমালি কৰি কটাই দিওঁ। দাস আহে মোৰ কোঠালৈ; কথা পাতি কেতিয়াবা শেষ নিশা পোৱাই দিওঁগৈ। দাসৰ মাক সন্দিকৈ ছোৱালী কলেজৰ অধ্যক্ষা ৰাজবালা দাসে মই আলহী থাকিলে খুব ভাল পায়। কাৰণ, আন দিনবোৰত মাজু পুত্তেক দেবেন দাস বাহিৰলৈ ওলাই যায় আৰু অলপ অতিচাৰ কৰি নিজৰ ওপৰতে অত্যাচাৰ কৰি শেষ নিশালৈহে উভতি আহে।

সেই 'মণিদীপ' হয়তো কোনো যুগৰ বাৰ্তাবহী নহয়, কিন্তু যুগটোৰ নাটনি পূৰ কৰা এক বৈশিষ্ট্যপূৰ্ণ সঁহাৰি। 'ৰামধেনু' যুগত যিসকল প্ৰবীণ লেখকে কাপ-মৈলামৰ লগত সম্পৰ্কটো সামৰি পেলাবলৈ লৈছিল, সেইসকলক আকৌ লেখাৰ জগতলৈ নিমন্ত্ৰণ কৰি আনিছিলোঁ। কবি ৰত্নকান্ত বৰকাকতী আৰু অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'মণিদীপ'ৰ পাতত নিয়মীয়াকৈ লেখিছিল। নতুন লেখকৰ মাজৰ পৰাও কেইবাজনকো একেদৰে সুৰাগুৰি তুলি আনিছিলোঁ। 'মণিদীপ'ৰ পাততে কবি নৱকান্ত বৰুৱাই তেখেতৰ 'ককাদেউতাৰ হাড়' নামৰ উপন্যাসখন ধাৰাবাহিক ৰূপত লেখিছিল। অন্য এখন ভিন্ন স্বাদৰ উপন্যাস 'বাঙ্গীচাহেবা'খনৰ যোগান ধৰিছিল ধীৰেন বৰঠাকুৰে। তদুপৰি, পোন প্ৰথম বাৰৰ কাৰণে অসমীয়া আলোচনী সাহিত্যৰ বুৰঞ্জীত আন্তৰ্জাতিক সংখ্যা নামৰ এটা বিশেষ সংখ্যা উলিয়াই এখন নতুন খিৰিকি কাটিবৰ চেষ্টাও কৰিছিলোঁ। এইদৰে আমি গতানু-গতিকতাৰ বাটৰ পৰা আঁতৰি আহিছিলোঁ। এই সকলোবোৰ সম্ভৱ হৈছিল, দেবেন দাসৰ অনলস সহযোগিতাৰ ফলত। তেখেতে নিজে নেলেখিছিল; কিন্তু গল্পৰ উপযোগী ভাল কেঁচামাল দিব জানিছিল। এবাৰ ব্ৰহ্মপুত্ৰত বাৰিষাৰ বানপানী উপচি উঠোঁতে, এটা বাঘ উটি আহিছিল। কাছাৰী-ঘাটৰ পৰা বহুতে দেখা পাইছিল। দাসে তাকে লৈ মৌখিক গল্পৰ ৰূপ দিছিল: সেই বাঘটোৱে 'ভিলাইট'ত ভিনাৰ বিচাৰি যোৱাৰ কাল্পনিক কাহিনী এটাৰে। পৰিস্থিতিটো

বাক কেনেকুৱা হ'লহেঁতেন! কিছুদিনৰ পাচত একেদিনাখনেই স্বাধীনতা দিৱসৰ বিশেষ-সংখ্যা 'অসম বাণী' আৰু এখন চেমনীয়া পাঠকৰ আলোচনীত দুটা গল্প ওলাল। দুয়োটাৰে, কাহিনী একে লেখক কিন্তু দুয়োজন বেলেগ—সৌৰভ চলিহা আৰু ৰতন শৰ্মা। চাৰিওপিনে এটা মৃদু গুঞ্জন বিয়পি পৰিছিল : গল্পটো কোনে কাৰ পৰা ল'লে? মই ক'লোঁ, দুই-এজনক : "ভাগ্য ভাল, তৃতীয়টো যে নোলাল নিৰোদ চৌধুৰীৰ নামত।" ওলাব পাৰিলেহেঁতেন, মাথোন বয়ন-প্ৰণালীটো বেলেগ হৈ! চৌধুৰীয়ে শুনি ক'লে, "বাধা নাছিল, চতুৰ্থ এটা ওলোৱাটো—মহেন্দ্ৰ বৰাৰ নামত।" মই তেতিয়া শেষ কথাষাৰ কৈছিলোঁ, "তেতিয়া হ'লে, মাজুৰ ঘৰৰ সমুখত জাননী-ফলি এখন আঁৰি দিব পৰা গ'লহেঁতেন—'ইয়াত গল্পৰ কেঁচামাল পোৱা যায়'!" সঁচা কথা ক'বলৈ হ'লে, 'মণিদীপ'ৰ লগত ঘটা সম্পৰ্কটোৱেই মোৰ জীৱনটোক পৰৱৰ্তী কালত সাহিত্যৰ পটিটোৰ লগত অলপ গভীৰকৈ চিনাকি কৰি দিলে। মোৰ প্ৰথমখন কাব্য-সংকলন 'জাতিস্মৰ' দেৱেন দাসৰ উৎসাহতে 'গুৱাহাটী প্ৰেছ'ৰ পৰা ছপা হৈ পোহৰলৈ ওলাইছিল। তেতিয়ালৈকে অসমত কবিতাৰ কিতাপৰ বজাৰখন নাছিল বুলিয়েই ক'ব পাৰি। গতিকে, এবছৰত সিখনৰ দুশ নে তিনিশ কপিহে বিক্ৰি হ'ল। বাকীখিনি গুদামতে জাহ গ'ল; সময়ত পুৰণি কাকতৰ লগত সেৰ ওজনত বিক্ৰি কৰি দিয়া হ'ল! আকৌ, 'মণিদীপ'ত ধাৰাবাহিকভাৱে প্ৰকাশিত মোৰ 'অসমীয়া ছন্দৰ উপকৰণ' শিতানৰ দীঘলীয়া প্ৰবন্ধলানিৰ খেও ধৰিয়েই মোৰ প্ৰথমখন মৌলিক বিষয়ৰ গ্ৰন্থ 'অসমীয়া কবিতাৰ ছন্দ' লেখি উলিয়াওঁ। সেই সময়ছোৱাৰ সাহিত্য-চৰ্চা সম্পৰ্কীয় বাকী কথাখিনি পাচত ক'ম।

অন্য এটা দিশৰ কথা কওঁ। গোৱালপাৰাত খোপনি ল'বলৈ পাওঁতে নৌ-পাওঁতেই মোৰ স্বাস্থ্যটোৱে কেইবাবাৰো আমনি কৰিবলৈ লৈছিল। মোৰ এগৰাকী খুৰা-শহুৰ ডাঃ অন্নদাচৰণ দাসে পৰামৰ্শ দিলে, সৰুসুৰা মেৰামতিবোৰ কৰি থকাৰ সলনি বয়স থাকোঁতেই অস্ত্ৰ-চিকিৎসকৰ কাষ চপাটোৱেই বুদ্ধিমানৰ কাম হ'ব। গুৱাহাটীলৈ গৈ মই প্ৰথিতযশা অস্ত্ৰ-চিকিৎসক ডাঃ গোপেন্দ্ৰ কুমাৰ দাসক লগ ধৰিলোঁ। তেখেতে সকলোবোৰ পৰীক্ষা কৰি উঠি ক'লে, "স্পষ্টকৈ

ধৰা পৰিছে, আপোনাৰ অসুখৰ ঘাই কাৰণ—non-functioning gall-bladder। হয়তো শিলো হৈছে। আপুনি সময় উলিয়াই আহকগৈ। কাটি দিম।" কথাষাৰ শুনি মোৰ বৰ ভাল লাগিল। মই তেখেতক সুধিলোঁ, "তেনেহ'লে, কাইলৈকে কাটি দিয়ক। কেইমান বজাত আহিলে আপোনাৰ সুবিধা হ'ব?" অস্ত্ৰোপ্ৰচাৰ সম্পৰ্কীয় মোৰ জ্ঞানটো যে দশমিকৰ পাচৰ শূন্যৰ কোঠাত—তৎক্ষণাৎ তেখেতে সেয়া বুজি পালে। অলপ হাঁহি লৈ ক'লে, "তেনেকৈ কাটিবলৈ তো মস্কিল হ'ব। আপুনি পৰিয়ালৰ দুই-এজনক লৈ আহকগৈ। অলপ থান-থিত লগাই লৈহে এইবোৰৰ মুখামুখি হ'ব লাগে।" তেতিয়াহে মোৰ চেতনা আহিল, কথাটো গুৰুতৰেই।

জুন মাহত গুৱাহাটী অসামৰিক চিকিৎসালয়ৰ 'পেয়িং কেবিন'ৰ ১নং কোঠাটোৰ আলহী হ'লোঁহি। তাৰিখটো যিমান দূৰ মনত পৰে, ৪ জুন আছিল। পুৱা দহমান বজাত মোক 'অপাৰেশ্যন থিয়েটাৰ' পোৱালেগৈ। এতিয়ালৈ সেই ঘৰটোৱেই গুৱাহাটী দূৰদৰ্শনৰ ষ্টুডিঅ'। তাতে মোক দুজনমানে হেঁচা মাৰি ধৰি ধেমুভিৰীয়াকৈ শুৱাই দিলে। আন এজনে বাজুহাড়ৰ তলৰ ফালৰ গাঁঠি এটাত মস্ত বেজী এটা খোচ মাৰি দিলে। মোক দীঘলীয়াকৈ উশাহ ল'বলৈ ক'লে। এবাৰ নে দুবাৰ তেনে কৰাৰ পাচতে মোৰ শৰীৰৰ তলৰ ছোৱা—বুকুৰ তলৰ পৰা ভৰিৰ নখলৈকে—অৱশ হৈ পৰিল, ভৰি দুখন দেখোন আলাসতে ওপঙি ৰ'ল।

তাৰ পাচত ডাঃ দাসে মোৰ দেহত অস্ত্ৰোপ্ৰচাৰ কৰিবলৈ লৈ মোক এনেয়ে সুধিলে, "আপুনি কিবা গম পাইছে নেকি?" মই উত্তৰ দিলোঁ, "আপুনি এতিয়া মোৰ পেটৰ ওপৰত কপাহ অলপ ঘঁহি দিবলৈ ধৰিছে।" তেখেত থমকি ৰৈ গ'ল, জানোচা 'লাম্বাৰ পাংকচাৰ' নামৰ বেজীটোৱে কাম নকৰিলে। মই তেতিয়া ক'লোঁ, "আন একো নহয়, মোৰ গা'ৰ ওপৰত থকা মস্ত লাইটটোৰ ৰিফ্লেক্টৰখনত সকলোবোৰ প্ৰতিফলিত হৈ থকা দেখা পাইছোঁ।" তেখেতে মোৰ চকুৰ আগত আঁৰকাপোৰ এখন তৰি দিব খুজিলে। মই ক'লোঁ, "নেলাগে, মই ভয় নকৰোঁ। মোৰ বৰ চাবৰ মন গৈছে, মোৰ দেহৰ ভিতৰৰ একাংশ।" তেখেতে তথাস্তু বুলি কামত হাত দিলে। পেটটো ফালি দিয়াৰ লগে লগে মোৰ পিয়াহ লাগিল—প্ৰচণ্ড পিয়াহ। মই দেখা পালোঁ, তেখেতে তেখেতৰ নিপুণ হাতেৰে পিত্তকোষটো কাটি

গোলালে। মোক ক'লে, "অসংখ্য পাথৰ।" মই তেখেতক ক'লোঁ, "মোলৈ কেইটামান থ'ব। সাঁচি থ'ম।" সঁচাসঁচিকৈয়ে, আজিলৈকে তাৰে এমুঠি সাঁচি থৈছোঁ। যি কি নহওক, পাচৰ ছোৱাৰ কথা মই গম নেপালোঁ। কাৰণ, পাচলৈ অবেদনিক (এনাস্থেচিয়া) প্ৰয়োগ কৰা হৈছিল।

২১ দিনৰ মূৰত মোক মুক্তি দিয়া হ'ল। আনৰিয়া অৱস্থাৰ দিনকেইটা কটালোঁগৈ, ধুবুৰীত। ধুবুৰীতে প্ৰায় এমাহমানৰ পাচতে ৩১ জুলাইৰ দিনা মোৰ ডাঙৰ ল'ৰাটো জন্ম হ'ল। ঘৰুৱা নাম থ'লোঁ, জন্টি। আৰু পঢ়াশলীয়া নামটো থ'লোঁ, দীপঙ্কৰ।

এতিয়া মই কাম কৰা কলেজখনৰ বিষয়ে থাউকতে দুটামান কথা কওঁ। তেতিয়ালৈকে গুৱাহাটীৰ পশ্চিমলৈ ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে সেইখনেই একমাত্ৰ কলেজ আছিল। তালৈ গৈহে গম পাইছিলোঁ, কলেজখন কোনোমতেহে চলি আছে। অসম চৰকাৰৰ পৰা এটা তদৰ্থ মঞ্জুৰী পাইছিল, মাহিলি এহেজাৰ টকা। দিন আৰু ৰাতিৰ দুয়োটা শাখা মিলাই ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ডেৰ শ জনো নহয়। তদৰ্থ মঞ্জুৰীটো, মাহিলি মাচুলখিনি আৰু ওচৰে-পাঁজৰে থকা হাট-বজাৰৰ পৰা ছাত্ৰ-ছাত্ৰী, অধ্যাপক আৰু কলেজৰ একমাত্ৰ পিয়ন ফৰিদে গোটাই অনা দান-বৰঙণিখিনি মিহলায়েই সেই কলেজখন ঠিকা-গাড়ীৰ ঘোঁৰাৰ নিচিনাকৈ কোনোমতে চলি আছিল। কলেজৰ শ্ৰেণীবোৰ বহিছিল কলেজৰ ছাত্ৰাবাসটোতে। তাৰ অৱস্থাটোও শোচনীয়। মজিয়াখন কেঁচা, বাহিৰ ফুৰিবলৈ যাবলৈ সুবিধা নাই। থকাৰ ভিতৰত আছিল চহৰৰ মাজ-মাজিয়াৰ সুন্দৰ মাটিডৰা। প্ৰায় যাঠি বিঘা মাটি। মই শুনিবলৈ পালোঁ, নানা ধৰণৰ হেঁচা-প্ৰতিশ্ৰুতিত পৰি মুহিউদ্দিন ওৰফে কালুথা নামৰ মানুহ এজনে মাটিডৰা কলেজৰ নামত দান দিছিল। শুনি দুখ লাগিল, সেই মানুহজন খাবলৈ নেপাই মৰাৰ অৱস্থাত পৰিছিলগৈ। কিয় ক'ব নোৱাৰোঁ, মোৰ মনত খেলাইছিল, সেই মানুহজনৰ অন্ন সংস্থান নকৰালৈকে কলেজৰ উন্নতি হ'ব নোৱাৰে। কিছুদিনৰ পাচতে শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱা গোৱালপাৰালৈ যাওঁতে, মই তেখেতক সেই মহৎ হৃদয়ৰ দৰিদ্ৰ মানুহজনক তেখেতৰ লগত চিনাকি কৰি দিলোঁ। লগতে ক'লোঁ, মানুহজনক আমি কলেজতে এটা সামান্য চাকৰি দিব

খুজিছোঁ—নহয়া দিনলৈকে পোহপাল যাব পৰাকৈ। কথাবাৰ আৰম্ভিতে সেই সময়ৰ গোৱালপাৰাৰ এগৰাকী অতি প্ৰভাৱশালী ব্যক্তি খগেন্দ্ৰনাথ নাথেও শিক্ষামন্ত্ৰী বৰুৱাদেৱক অৰ্থ মঞ্জুৰীটো কৰাই দিবলৈ অনুৰোধ কৰিলে। কামটো সিজিল। লগে লগে তেওঁক কলেজ লাইব্ৰেৰীৰ বিয়েৰাৰ কামত নিযুক্তি দিয়া হ'ল। মই লক্ষ্য কৰিছিলোঁ, মোৰ আগৰজনা অধ্যক্ষ অমল ৰয়ে সক কলেজৰ পুথিভঁৰাল হিচাপে অলপ ধুনীয়াকৈয়ে গঢ় দি থৈ গৈছিল। মই তাকে চহকী কৰি তোলাত মন দিলোঁ।

কলেজখনৰ অগ্ৰগতিত বাধা হিচাপে থিয় দিছিল, চৰকাৰ আৰু বিশ্ববিদ্যালয়ৰ কিছুমান বিধি-বিধানৰ কট্‌কটীয়া অনুশাসন। চৰকাৰৰ নিয়ম, ৫০০জনতকৈ কম ছাত্ৰ-ছাত্ৰী থকা কলেজবোৰ ঘাটি মঞ্জুৰীৰ বাবে অৰ্হতাযুক্ত বুলি ধৰা নহয়। সিমানেই নহয়, সংশ্লিষ্ট কলেজখন বিশ্ববিদ্যালয়ৰ ফালৰ পৰা স্থায়ী অন্তৰ্ভুক্তিযুক্ত হ'ব লাগিব! বিশ্ব-বিদ্যালয়ৰ নিয়ম, কলেজখনৰ পুঁজিৰ অৱস্থা টনকিয়াল নহ'লে স্থায়ী অন্তৰ্ভুক্তিৰ মৰ্যাদা প্ৰদান কৰাৰ প্ৰশ্ন নুঠে। কুঁজৰ মূৰতে কিল, তেনেবোৰ কলেজক বিশ্ববিদ্যালয় অনুদান আয়োগেও কোনো ধৰণৰ অনুদান পোৱাৰ যোগ্য বুলি বেবেচনা নকৰে। ভাবি উলিয়াব পৰা নাছিলোঁ, কণীৰ পৰা কুকুৰা হয় নে কুকুৰাৰ পৰা কণী হয়!

গুৱাহাটীলৈ মাজে-সময়ে যাওঁতে এষাৰ কথাৰ উমান পাইছিলোঁ, মই গোৱালপাৰা কলেজৰ অধ্যক্ষ হোৱা বাবে বহুতেই আন্তৰিক আনন্দ পাইছিল। মোৰ প্ৰতি থকা অফুৰন্ত মৰমৰ খেও ধৰিয়েই তেখেত-সকলে গোৱালপাৰা কলেজখনৰ প্ৰতিও এটা বেলেগ ধৰণৰ সদিচ্ছাৰ ভাব পোষণ কৰিছিল। ১৯৬১ চনৰ শেষৰ ফাললৈ হঠাৎ এদিন সক চিঠি এখন পালোঁ, "তুমি অমুক তাৰিখে গুৱাহাটীলৈ এবাৰ অকল আহিবা। ড° কোঠাৰী আহিব। তোমাক এটা অনুদান লৈ দিম। তুমি মাথোন তোমাৰ কলেজৰ জনজাতীয় ছাত্ৰ-ছাত্ৰীসকলৰ পৰি-সংখ্যাবোৰ জুকিয়াইমেলি আনিবলৈ নেপাহৰিবা।" মই সেইমতেই তেখেতক লগ ধৰিলোঁগৈ। তেখেতে মই যোগান ধৰা বাভা, বড়ো আৰু গাৰো ছাত্ৰ-ছাত্ৰীৰ পৰিসংখ্যাকেইটা ভাঙি-ছিঙি সাতোটা নে আঠোটা জনজাতিৰ শিতানত ন-কৈ বিলাই দিলে। লগতে ক'লে, "আবেদন-পত্ৰখনত কম টকা নিবিচাৰিবা। একে কোবেই তেৰ

লাখ বিচাৰিবা। মনত ৰাখিবা, বিশ্ববিদ্যালয় অনুদান আয়োগ মানে এজোপা টকাৰ গছ। মাথোন জোকাৰিব জানিব লাগে।"

পাচদিনা তেখেতৰ ঘৰতে শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাৰ উপস্থিতিত ড° কোঠাৰীৰ হাতত মই যুগুতাই নিয়া আবেদন-পত্ৰখন দিলোঁ। ড° বৰুৱাই মোৰ কলেজখনৰ বিষয়ে আৰু লগতে মোৰ বিষয়ে বাৰুকৈয়ে কিছুমান অতিৰঞ্জিত কথা ক'লে। শিক্ষামন্ত্ৰী বৰুৱাদেৱেও কবি দেৱকান্ত বৰুৱাৰ ৰূপ ধৰিলে। মোৰ ব্যক্তিগত প্ৰশংসা কৰি তেখেতে যিষাৰ কথা কৈছিল, সেয়া সুঁৱৰিছোঁহে—দোহাৰিবৰ ধৃষ্টতা নেদেখুৱাওঁ। ড° কোঠাৰীয়ে মোৰ ফালে চাই ক'লে, "When both the Baruahs speak so highly of you and recommend your prayer, I cannot but grant that in full." মই তেতিয়াহে গম পালোঁ, সেইজোপা সঁচাসঁচিকৈয়ে এজোপা টকাৰ গছ! সময়ত অৱশ্যে, বিশ্ববিদ্যালয়ৰ কিলিংখা লগা পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত, ধনৰ পৰিমাণ নামি গৈ ৭৫,০০০ টকাত থমকিলগৈ।

উভতি আহিয়েই চিন্তা কৰিবলৈ লাগিছিলোঁ, ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৩০০জন কৰা যায় কেনেকৈ! কাৰণ, সেই সংখ্যাটো পূৰণ কৰাৰ ওপৰতে কলেজখনৰ ভৱিষ্যত উন্নতি নিৰ্ভৰ কৰিছিল। সেইবাৰ নতুন শৈক্ষিক বছৰ আৰম্ভ হ'বৰ সময়ত, প্ৰথম দিনাখনেই যিজন ল'ৰা ভৰ্তি হৈছিলহি, তেওঁৰ নামটো আছিল ৱেলিংটন মাৰাক। তাৰ পাচতে দ্বিতীয় দিনাখন ওলালহি আৰু দুজন ল'ৰা। তেওঁলোকৰ নাম দুটা আগৰজনতকৈয়ো চৰা—নেপোলিয়ন মোমিন আৰু হিটলাৰ মাৰাক। মোৰ এনেয়ে ভাল লাগি গৈছিল মনটো—কিবা যেন শুভদিনৰ আগলি-বতৰাহে সেই নামকেইটা! ফুটাই ক'লোঁ, "ইমানবোৰ বুৰঞ্জীবিখ্যাত সেনাপতি ওলোৱাহিৰ পাচত সেনা-বাহিনীটো নিশ্চয় ওলাবহি।" অৱশেষত দেখা গ'ল, আৰু চাৰিজন ওলালেহে সংখ্যাটোৱে ৩০০ চুবগৈ। কলেজৰ প্ৰাক্তন ছাত্ৰ কেইজনমানে স্থানীয় চৰকাৰী অফিচ কেইটামানৰ পৰা কেইবাজনো প্ৰবেশিকা 'পাছ' কৰি থোৱা কৰ্মচাৰী গোটাই আনিলে। মোক তেওঁলোকে ক'লে, "এওঁলোক হয়তো শেষলৈকে নেথাকিবগৈয়ো পাৰে। তথাপি, এওঁলোক ভৰ্তি হ'লে, কাকতে-পত্ৰে সংখ্যাটো ৩০০ পাৰ হৈ যাব।" ময়ো আন্ধাৰৰ মাজত পোহৰ দেখিলোঁ।

লাহে লাহে কলেজখনবো মুখখন পোহৰ হৈ আহিল। বিশ্ববিদ্যালয় অনুদান আয়োগৰ অনুদান আহিল, ঘাটি মঞ্জুৰীৰ ভিতৰুৱা হ'ল, আৰু দুটা-এটা শিতানবিহীন অনুদানো আহিবলৈ ধৰিলে। সেইবোৰৰ বাবে কলেজ-ভৱনৰ 'ব্লু-প্ৰিণ্ট' এখন লগা হ'ল। হিচাব কৰি দেখিলোঁ, বিশেষজ্ঞ-স্থপতিবিদৰ হতুৱাই অঁকাবলৈ হ'লে সিখনতে অনেক টকা পৰৈগে—কেৰেলাতকৈ গুটি দীঘল হয়গৈ। গতিকে, চ'ক-কাগজ কিছুমান লৈ ইখনৰ লগত সিখনকৈ জোৰা দি নিজৰ বুদ্ধিৰেই কলেজ-ভৱনটোৰ অঁকা-ছবি এখন আঁকি উলিয়ালোঁ। বছৰৰ মূৰকত তাৰে একোডোখৰকৈ 'ব্লু-প্ৰিণ্ট'ৰ ৰূপত অঁকাই লৈ খৰচৰ খচৰা এটা স্থানীয় অফিচ এটাৰ অভিযন্তা এজনৰ হতুৱাই বিনা পৰিশ্ৰমিকেৰে কৰাই লওঁ। তাকে হাতত লৈ শ্বিলং পাওঁগৈ মাৰ্চ মাহৰ শেষৰ ফালে। শিক্ষাধিকাৰৰ অফিচটোৱেও বিভিন্ন শিতানত খৰচ নোহোৱা ধনৰ-পৰা ইটো-সিটো শিতানবিহীন অনুদান দিবলৈ নেপাহৰিছিল। সময়ত কেইটামান বিষয়ত সম্মান পৰ্যায়ৰ শ্ৰেণীও খোলা হ'ল। ছাত্ৰ-ছাত্ৰীসকলেও সম্মান বিষয়ৰ পৰীক্ষাত প্ৰত্যেক বছৰতে প্ৰতিটো বিষয়তে শতকৰা এশজনকৈ উত্তীৰ্ণ হৈ কলেজখনলৈ এক অনন্য-সাধাৰণ-মৰ্যাদা-গৌৰৱ কঢ়িয়াই আনিছিল। তেনেকৈয়ে কলেজটো গঢ়ি তুলিছিলোঁ। আধাখিনি গঢ়ি তুলিব নোৱাৰিলোঁ। বৈ গ'লোঁ। কিছুমান বিৰক্তিকৰ কথাই আগচি ধৰিলেহি। দেখিলোঁ, কল্পনা-পৰিকল্পনাৰ নিকা পুখুৰীত মাখিয়ে কণী পাৰিছে! শ্বিলঙৰ পৰা চৰকাৰৰ বিশেষ হিচাব-পৰীক্ষকক মাতি গোটেইছোৱা সময়ৰ হিচাব পৰীক্ষা কৰোৱালোঁ। সিজনে লিখিত প্ৰতিবেদন দাখিল কৰিলে, "কেইবাটাও অনুদানৰ ধন খৰচ নকৰাকৈ কলেজৰ পুঁজিতে জমা হৈ আছে।" নিকা পানীত গা ধুই উঠিয়েই কলেজৰ গভৰ্ণিং-বডিৰ সভাপতিজনৰ হাতত মোৰ পদত্যাগপত্ৰ অৰ্পণ কৰি ক'লো, "মোক কাইলৈকে অব্যাহতি দিব লাগে।" মনত পৰে, সেই বিশেষ হিচাব-পৰীক্ষকজনে কথা-প্ৰসংগত মোক সুধিছিল, "আপুনি কলেজৰ কামত কেনিও নেযায়েই নেকি?" মই উত্তৰ দিছিলোঁ, "যাওঁ। কিন্তু, কথাষাৰ কিয় সুধিলে?" তেখেতে তেতিয়া কৈছিল, "আপোনাৰ নামত ভ্ৰমণ-বানচৰ 'বিল' বুলিবলৈ দেখোন দুখন নে তিনিখনহে পালোঁ!" মই কথাষাৰৰ আঁৰ ভাঙি ক'লোঁ, "সেইবোৰ

দিবলৈ দেখোন কলেজৰ পুঁজিয়েই নাই। ভাবিছিলোঁ, নৈখন উপচি উঠক ; নাওখন তেতিয়া আপোনা আপুনি ওপৰলৈ উঠিব।"

১৯৭৩ চনৰ ৭ জুনৰ দিনা মই উপাধ্যক্ষ লুটফুৰ ৰহমানৰ হাতত কলেজৰ কার্যভাৰ গটাই দিলোঁ। তাৰ আগদিনা আবেলি সময়ত মোৰ পৰিবাৰে টেলিফোনতে এটা অনুৰোধ পালে—বিলাস পাৰা কলেজত অধ্যক্ষ হিচাপে যোগ দিবগৈ লাগে। মোৰ পৰিবাৰে উত্তৰ দিলে, যদি মই পাই থকা বেতনটো সংৰক্ষিত হয়, তেনেহ'লে মই নিশ্চয় বিলাসীপাৰালৈ যাম! সিপিনৰ পৰা তেওঁলোকেও সেই আশ্বাস দিলে। ৮ জুনৰ দিনা তালৈকে ৰাওণা দিলোঁ। মোৰ লগত গ'ল, গোৱালপাৰা কলেজৰ দুজন বি.এ. পৰীক্ষা দি উঠা ছাত্ৰ—ৰাধাচৰণ ৰাভা আৰু ত্ৰিলোচন ৰাভা। তেওঁলোকৰ নির্ভেজাল মৰম মই চিৰদিনলৈ পাহৰিব নোৱাৰিম। তেওঁলোক বিলাসীপাৰাতে থাকিল মোৰ লগত—গোটেই সময়ছোৱা। তাৰ পাচতো ডিব্ৰুগড়লৈকে আহিল মোৰ লগত—সেই বছৰৰে চেপ্টেম্বৰ মাহত। নভেম্বৰৰ মাজ-ভাগতহে মোক মৰমৰ ঋণী কৰি থৈ উভতি গ'লগৈ। গোৱালপাৰা কলেজত কৰা পৰিশ্ৰমৰ গোটেইখিনি ভাগৰ তেওঁলোক দুজনে ধুই নোহোৱা কৰি থৈ গ'ল। দেহৰ ভাগৰতকৈ মনৰ ভাগৰ লাগিছিল বেচি। সেই ভাগৰ জুৰ পৰিবলৈ মোৰ বহুত দিন লাগিছিল। কেতিয়াবা দুখন-এখন চিঠি পাওঁ, মোৰ এজন প্ৰাক্তন ছাত্ৰ নৰেশ দাস কলিতাৰ পৰা। কেতিয়াবা হঠাৎ কাৰোবাক লগ পাই যাওঁ—মোৰ তাহানিৰ সহকর্মী সেইবোৰ : ৰোহিত শর্মা, শিৱ শর্মা, উত্তম শর্মা. মাখন শালৈ প্ৰভৃতি কেইগৰাকীমান অধ্যাপক ; নাইবা সুধীৰ দাস অথবা ফৰিদ আহমদৰ দৰে একনিষ্ঠ কর্মচাৰী। মোৰ মনত পৰি যায় অন্যান্য বহুতলৈ. যিবোৰৰ মৰম আৰু সৌহার্দ্যৰ মাজত- যাপন কৰি আহিলোঁ. জীৱনৰ এক অম্লমধুৰ অধ্যায়।

এদিনৰ এটা কথা মনত পৰে। মোৰ এজন প্ৰাক্তন ছাত্ৰ মোৰ ওচৰলৈ আহি কথাষাৰ ক'লেহি, "ছাৰ, এইমাত্ৰ খবৰটো পালোঁ—মোৰ থেচিচখনৰ কাৰণে বিশ্ববিদ্যালয়ে মোক ডক্টৰেট্ উপাধিটো দিছে।" তেওঁৰ গোটেই মুখতে আনন্দ বিৰিঙি উঠিছিল। পৰমুহূৰ্ত্ততে তেওঁ ক'লে, "ছাৰ, আপুনি যদি সেই তাহানি মোক সেই কথাষাৰেৰে শাসন নকৰিলেহেঁতেন, মোৰ জীৱনত ডক্টৰেট উপাধিটোৰ লগত

সাক্ষাৎ নঘটিলহেঁতেন।" মোৰ মনৰ তলিৰ পৰা হেৰোৱা স্মৃতি এটা উজাৰ খাই উঠিল। সেই মুহূৰ্তটোৰ আনন্দ মই কেৱল অকল-শৰীয়াকৈয়ে অনুভৱ কৰিব পাৰোঁ, কাৰো আগত ভাষাৰে ব্যক্ত কৰিব নোৱাৰোঁ। তেওঁ স্নাতক মহলাৰ ছাত্ৰ হৈ থাকোঁতে, এদিন গধুলি সময়ত বাটৰ কাষৰ দেৱাল এখনত পোষ্টাৰ এখন আঁৰি থকা অৱস্থাত পাইছিলোঁ। মই তেওঁক তেতিয়াই কাষলৈ মাতি আনি কঠোৰ ভাষাৰে শাসনৰ সুৰত কৈছিলোঁ, "আন কোনোবা হোৱা হ'লে তোমাক মই একোৱেই নক'লোঁহেঁতেন। যিহেতু তুমি এজন শিক্ষকৰ ল'ৰা, সেইবাবেই কৈছোঁ। তুমি এইবোৰ সাময়িক ৰাজনীতিৰ কামত ব্যস্ত থাকি সময়ৰ অপচয় নকৰিবা। তোমাৰ সমুখত এক বিশাল সম্ভাৱনাৰ জগত পৰি আছে। সেইখন তুমি জয় কৰি লোৱাঁ। বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ মহলাৰ সৰ্বোচ্চ আসন অধিকাৰ কৰি তোমাৰ পিতাৰৰ মনৰ স্বপ্নক বাস্তৱলৈ ৰূপায়িত কৰাঁ। তাৰ পাচত, তোমাৰ যি ইচ্ছা তাকেই কৰিবা। আজিৰ পৰা যেন তোমাক এইবোৰ তুচ্ছ কামত লিপ্ত হৈ থকা কেতিয়াও দেখা নাপাওঁ। তুমি পাহৰি গৈছা নেকি, তুমি যেনেকৈ ভাৰতৰ সৰ্বশ্ৰেষ্ঠ শিক্ষকগৰাকীৰ আশিস-নিৰ্মালি পাইছা, তেনেকৈ আন কোনেও নাপায়!" শেষৰ কথাষাৰৰ লগত এটা কাহিনী জড়িত হৈ আছিল। তেওঁৰ দেউতাকে ড° ৰাধাকৃষ্ণণলৈ এখন আবেদন-পত্ৰ দিছিল, তেওঁৰ দৰে প্ৰাথমিক স্কুলৰ এজন পণ্ডিতৰ পুত্ৰজনক সুশিক্ষিত কৰি তুলিবলৈ ক'ৰবাৰ পৰা এটা জলপানিৰ ব্যৱস্থা কৰি দিব লাগে। সেই আবেদন-পত্ৰখন যথাবিহিত অনুমোদনটোকা এটাৰে সৈতে ড° ৰাধকৃষ্ণণলৈ পঠিয়াই দিছিলোঁ। কেইদিনমানৰ পাচতে ৰাষ্ট্ৰপতি ড° ৰাধাকৃষ্ণণৰ পৰা এখন চিঠি পাইছিলোঁ। তাত তেখেতে লেখিছিল, "Since I am not a grant-making authority, since the boy happens to be the son of a humble teacher of my fold, I am sending herewith a cheque for Rs. 200/- from my personal account. Please hand it over to him with my blessings." সেই ল'ৰাজনে সময়ত বি.এ. অনাৰ্চ আৰু এম.এ. দুয়োটা পৰীক্ষাতে ১ম বিভাগৰ ১ম স্থান অধিকাৰ কৰি সেই নিৰ্মালিগছিৰ মৰ্যাদা ৰক্ষা

কৰিছিল। আজি তেওঁ ডক্টৰেট উপাধিৰো গৰাকী হৈ পৰিছে। তেওঁ লেখি উলিওৱা গৱেষণা-গ্ৰন্থখনৰ শিৰোনামাটো হ'ল, 'Decision-making a EDUCATION DEPARTMENT in Assam 1921-1937.' তেওঁৰ নামটো নকওঁ।

মোৰ সুদীৰ্ঘ শিক্ষক-জীৱনত এটা কথা লক্ষ্য কৰি আহিছোঁ, দলীয় ৰাজনীতি কৰা শিক্ষক সকলৰ ছাত্ৰৰ ওপৰত থকা প্ৰভাৱৰ তৰোৱালখনৰ দুয়োপিনে সমান ধাৰ। তেনেকুৱা শিক্ষকে গুণমুগ্ধ ছাত্ৰ এমুঠিক যেনেকৈ মেকুৰীৰ হাতোৰা হিচাপে ব্যৱহাৰ কৰি তেওঁলোকৰ প্ৰাপনীয় সফলতাৰ পৰা বঞ্চিত কৰে, বিমুখ ছাত্ৰ এমুঠিৰো মনত তেনেকৈ প্ৰতিকূল ভাৱ ওপজাই ক্ষতিগ্ৰস্ত কৰে। গোৱালপাৰা কলেজত মোৰ জীৱনৰ এটা স্মৰণীয় ঘটনা ঘটিছিল, যিটোৰ লগত জড়িত হৈ আছে মোৰ এই ধাৰণাটোৰ। এদিন এজন তেনেকুৱা ৰাজনীতি কৰা অধ্যাপকে মোৰ ওচৰত এটা গোচৰ দিছিলহি। কোনোবা এজন ছাত্ৰই হেনো তেওঁক অসম্মান দেখুৱাবলৈকে দেখা-দেখিকৈ চিগাৰেট খাই আছিল। সুধিলত হেনো প্ৰত্যাহ্বান জানোৱাৰ ভংগীৰে কৈছিল, "আপোনাৰ পইচাৰে খাইছোঁ নেকি? আৰু ক'ত জাননী দিয়া আছে যে, কলেজৰ ভিতৰত চিগাৰেট খাব নাপায় বুলি?" অধ্যাপকজনক মই আশ্বাস দিলোঁ, তপতে তপতে গোচৰটো নোসোধো—তিনিদিনৰ পাচত মীমাংসা কৰি দিম। তৃতীয় দিনাঅধ্যাপকজনে মোক সকীয়াই দিলেহি, বিচাৰ দেখোন নহ'ল! মই উত্তৰ দিলোঁ, দিনটো তেতিয়াও শেষ হোৱা নাই। অধ্যাপকজন মুখত এটা অবিশ্বাসৰ হাঁহি লৈ তাৰ পৰা আঁতৰ হ'ল। অলপ পাচতে মোৰ চকুত পৰিল, সেই ল'ৰাজন। তেওঁ নিশ্চয় ক'ৰ পানী ক'লৈ গৈছে, তাৰে উমান লৈছিলহি! মই তেওঁক মাতি আনি হঠাৎ মনত পৰাৰ ভাও ধৰি ক'লোঁ, "তোমাক দেখা পালোঁ ভালেই হ'ল। তোমাৰ ষ্টাইপেণ্ডৰ দৰ্খাস্তখনত মেট্ৰিকৰ মাৰ্ক-ছিটখন দেখোন গাঁথি দিবলৈ পাহৰিলা! সেইখন কেতিয়া দিবা?" তেওঁ সকাহ পাই ক'লে, "ছাৰ, সেইখন এতিয়াই লৈ আহোঁগৈ নেকি?" মই বৰ নিস্পৃহ ধৰণেৰে ক'লোঁ, "আজি দিব পাৰিলে তো ভালেই হয়।" তেওঁ গ'লগৈ।

উভতি আহি তেওঁ তেওঁৰ মাৰ্ক-ছিটখন মোক দিব খোজোঁতেই, মই তেওঁক বাধা দি ক'লোঁ, "ৰ'বা, সেইখন তোমাৰ হাততে ৰাখাচোন।

মই তোমাক কথা এষাৰ সুধি লওঁ। মই বাৰু তোমাৰ মাৰ্ক-ছিটখন ইয়াৰ আগতে কেতিয়াবা দেখিছিলোঁ নেকি?" তেওঁ ততালিকে উত্তৰ দিলে, "নাই দেখা।" মই তেতিয়া ক'লোঁ, "তুমি বাৰু হাইস্কুলত পাঢ়ি থাকোঁতে কোনজন ছাৰক বেয়া পাইছিলা? তোমাৰ মাৰ্ক-ছিটখন চোৱাঁ, দেখিবা, সেইজন ছাৰে পঢ়োৱা বিষয়টোতে আটাইতকৈ কম নম্বৰ পাইছা।" সিখনৰ ওপৰত তেওঁ চকু ফুৰাই চাবলৈ পাওঁতে নৌ-পাওঁতেই মই চাব্‌ মাৰি ধৰিলোঁ, "মোৰ মনেৰে তুমি সংস্কৃতৰ ছাৰকেই আটাইতকৈ বেচি বেয়া পাইছিলা। বাকী আটাইবোৰ বিষয়তে তুমি নিশ্চয় ত্ৰিছতকৈ বেছি নম্বৰ পাইছা। আৰু সংস্কৃততে নিশ্চয় কাণে কাণ মাৰি সৰকি আহিছা।" তেওঁ মাৰ্ক-ছিটখন চাই লৈ মোক আচৰিত কৰি দিলে, "ছয়, ছাৰ! সংস্কৃতত ২৩ যোগ ৭ পাইছোঁ।" অৰ্থাৎ সাতটা নম্বৰ পৰীক্ষাৰ নিয়মমতে আন কোনোবাটো সৰহ নম্বৰ পোৱা বিষয়ৰ পৰা কাটি আনি লগাই দিয়া নম্বৰ! মই তেওঁক ক'লোঁ, "হ'ব বাৰু, তুমি এতিয়া যোৱাগৈ। ঘৰলৈ গৈ কথাটো এবাৰ এনেয়ে ভাবি চাবাগৈ-চোন।" তেওঁ যাবলৈ ওলাই দুৱাৰমুখ পায়েই উভতি আহিয়েই মোৰ ভৰি দুখন সাৱটি ধৰি কান্দিবলৈ ধৰিলে। মই তেওঁক কোনোমতে নিৰস্ত কৰি লৈ তেওঁ অধ্যাপকজনক কৰা প্ৰশ্নটোৰ উত্তৰ দিলোঁ—অলপ আওপকীয়াকৈ, "তোমাক কথা এষাৰ কৈ থওঁ। আটাইবোৰ কথাৰে জাননী দিলে শোভা নাপায়। মন্দিৰত যে জোতা সুমুৱাব নাপায়, সেই কথাষাৰ জানো ক'ৰবাত জাননী দি আঁৰি থয়? যি হ'বলগীয়া আছিল, সেয়া হ'ল। এতিয়া তুমি যিটো মন্দিৰত জগৰ লগাইছিলা, তালৈ গৈ দায়মুক্ত হৈ আহাঁ।" তাৰ পাচৰখিনি নক'লেও হ'ব। সময়ত সেই ল'ৰাজন সুন্দৰকৈ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তেওঁৰ হাঁহিভৰা মুখখন নামটোৰে সৈতে আজিও মনত আছে।

মনত আছে, ৰাজনীতি কৰি ফুৰা অধ্যাপকজনৰো কুটিল হাঁহিয়ে আৱৰি থোৱা মুখখনৰ কথা। মনত আছে, সম্পূৰ্ণ অন্য এটা প্ৰসংগৰ খেও ধৰি। এদিন তেওঁ মোক কৈছিলহি, "মই আৰু আবেদুৰ ৰহমান শইকীয়া দুয়ো মিলি এখন ভাল কিতাপৰ দোকান দিব খুঁজিছোঁ বেংকৰ পৰা অলপ ঋণ ল'ব খুজিছোঁ। তালৈকে এজন। ব্যক্তিগত

জামিনদাৰ লাগে। আপুনি বাৰু এই বিষয়ত মোক সহায় কৰি দিব নেকি?" মই সেইবোৰ বিষয়ত একেবাৰে ওদা আছিলোঁ। ভাবিলোঁ, মোৰ সহকৰ্মী দুজনক যদি চহী এটাৰে সহায় কৰি দিব পাৰোঁ, সেয়া নিশ্চয় কৰি দিব লাগিব। দুদিনমানৰ পাচত ক'লেহি, "ভাল ল'ৰা এটা পাইছোঁ। ৰুস্তম হুছেইন তাৰ নাম। তাকেই দোকানত বহুৱাই থ'ম। কাৰণ, আমি ২৪ ঘণ্টা দোকানখন চাব নোৱাৰিম। সিয়েই চাব। আমি তাক GUIDANCE দি থাকিম।" গ'ল কথা, গুচিল। এদিন ক'লেহি, "আমি আজি ঋণ লোৱাৰ চুক্তিপত্ৰখন চহী কৰিম। আপুনিও যদি চহীটো কৰি দিয়েহি!" অলপ পাচতে ৰিক্সা এখন আনি উলিয়ালেহি। ক'লে, "ছাৰ, ব'লক।" বেংক পোৱাৰ পাচত গম পালোঁ, কাকতে-পত্ৰে ঋণ লওঁতাজনৰ নাম বোলে ৰুস্তম হুছেইন বুলিহে থাকিব। কাৰণ, অধ্যাপক দুজন যিহেতু বেকাৰৰ লেখত নপৰে, গতিকে তেওঁলোকৰ নামত ঋণ দিয়াটো বিধিসংগত নহ'ব! সেইখিনিতে মই ডাঙৰ ভুল এটা কৰি পেলালোঁ। চকুৰ লাজতে মই অজ্ঞাতকুলশীল কাৰোবাৰ নামত দিয়া ঋণৰ জামিনদাৰ হোৱাৰ কোনো যুক্তি নাছিল। কিন্তু, অধ্যাপক দুজনে দহোকুৰি শপত খাবলৈহে বাকী থাকিল যে, ঋণ পৰিশোধৰ গোটেইখিনি ভাৰ তেওঁলোকৰেই আৰু মই কোনোকালে কোনো কেলেংকাৰীত জড়িত হৈ পৰিব নালাগে! সকলো কথা ভাবি-গুণি মই চহী এটা দিবলৈ কাৰ্পণ্য প্ৰকাশ নকৰিলোঁ।

১৯৭৭-৭৮ চনৰ আশে পাশে ঋণ পৰিশোধৰ বতৰ হ'লহি। মোলৈ খবৰ আহিল, বোলে গোৱালপাৰাত ৰুস্তম হুছেইন বোলা ঋণ লওঁতা-জনৰ কোনো চিন-মোকামেই নোহোৱা হ'লগৈ। গতিকে, ধুবুৰী আদালতত জামিনদাৰ মোৰ বিৰুদ্ধে বেংকে গোচৰ তৰিলে। মই সেই অধ্যাপক দুজনলৈ খবৰ পঠিয়ালোঁ। এজনে পুলুকা মাৰিলে। আনজনে চিঠি দিলে, তেওঁ চেষ্টা কৰি চাব। তেওঁ মোলৈ ৩০০০ টকাৰ চে'ক্ এখন পঠিয়াই আৰু একো দায়িত্ব গ্ৰহণ নকৰে বুলি লেখিলে। বাকীখিনিৰ দায়িত্ব হেনো তেওঁ ধৰি আনি মোৰ ডিঙিত ওলোমাই দিয়া সেই ৰুস্তম নামৰ ল'ৰাটোৰ! ইতিমধ্যে এম এল এ. হৈ পৰা সেই অধ্যাপকজনে মোলৈ সমনীয়া বন্ধুৰ দৰে লিখিলে, "প্ৰিয় ৰবা, আপুনি আৰু এই সম্পৰ্কে মোলৈ একো নিলিখিব।"

নেলেখিলোঁ। কাৰণ, উমান পাই গ'লোঁ—তেওঁৰ কাৰণে সকলো বোলা বস্তুটো দ্বন্দ্বাত্মক। ১৯৭৯ চনত মোৰ ওপৰত ডিক্রি জাৰী হ'ল—দেনাদাৰ আৰু তেওঁৰ লগৰীয়াজনক বিচাৰি পোৱা নগ'ল বাবে মই সুদে-মূলে ৯৯৩৮ টকা ৯৭ পইচা চৰকাৰী কোষাগাৰত জমা দি পৰিশোধ কৰিব লাগে। সৌভাগ্যক্রমে, সেই সময়ত ডিব্রুগড় জিলাৰ দণ্ডাধীশ হৈ থকা নৃপেন দাসে সেই ঋণ কিস্তি হিচাপে পৰিশোধ কৰাৰ ব্যৱস্থা এটা কৰি দিলে। সেই সময়তে মোক কেইবাজনেও পৰামৰ্শ দিছিল, ঋণৰ ধন পৰিশোধ কৰাৰ পাচতে মই তেওঁলোকৰ ওপৰত বিধিমতে মান-হানিৰ মোকৰ্দমা এটা তৰিলে ক্ষতিপূৰণো পাম। মই সেইটো বাট নল'লোঁ। মাথোন এখন চিঠি পঠিয়ালোঁ, সেই অকৃতজ্ঞ অধ্যাপকজনলৈ, "পৰজন্মত হাল বাবলৈ অন্ততঃ নিজৰ বৰীয়াকৈ এহাল বলধ লাগিল। তাৰে এটা এই জনমতে ঘটি থ'লোঁ।" আৰু বেচি নেলেখোঁ, সেই প্রতাৰণাৰ কাহিনীটো। মোৰ ধন্যবাদ জনাবলৈ ভাষাৰ নাটনি জিলাৰ ন্যায়াধীশ নৃপেন দাসলৈ। তেখেতে যদি কিস্তিকৈ পৰিশোধ কৰাৰ ব্যৱস্থাটো কৰি নিদিলেহেঁতেন, মোৰ স্বাস্থ্যোদ্ধাৰৰ কাৰণে বিলাতমুৱা হোৱাৰ আশাটো পূৰণ কৰিব নোৱাৰিলোঁহেঁতেন। কাৰণ, আদালতৰ আদেশটো মোৰ হাতত পৰিছিল, বিদেশলৈ যাবলৈ মাথোন এসপ্তাহমান থকাৰ সময়তে।

গোৱালপাৰাত থকা সময়ছোৱাতে মই এটা অতি সুন্দৰ অনুষ্ঠানৰ লগত অতি ঘনিষ্ঠভাৱে জড়িত হৈ পৰিছিলোঁ। সেই অনুষ্ঠানটো হ'ল, অসম সৈনিক স্কুল। তেতিয়ালৈকে কবি দেৱকান্ত বৰুৱাই অসমৰ শিক্ষামন্ত্রী হৈ আছিল। এদিন গোৱালপাৰা আৱৰ্ত-ভৱনত আমি দুয়োজনে অতি নিৰলে সাহিত্য-সংস্কৃতি সম্পৰ্কীয় কথা পাতি আছিলোঁ। বেচিভাগ সময় মোৰ ভূমিকাটো আছিল শ্রোতাৰ; আৰু সিজনৰ আছিল বক্তাৰ। মোৰ মনৰ ভিতৰত তেতিয়া খেলা কৰি আছিল, বিখ্যাত মাৰ্কিন লেখকজন গান্থাৰৰ এষাৰ কথাই, যিষাৰ কথা তেওঁ লেখিছিল মোৰ সমুখত বহি থকা মানুহজনৰ বিষয়ে—"The quickest mind in Asia!" হঠাৎ তেখেতে নিজস্ব ভংগীৰে ক'বলৈ আৰম্ভ কৰিলে, লাচিত ফুকনৰ কথা আৰু বৰ্তমান কালৰ ধোদৰ পচলা হৈ পৰা অসমীয়া মানুহখিনিৰ কথা। ক'লে, "ভাবিছোঁ, অসমত এটা সৈনিক স্কুল স্থাপন কৰিব লাগিব।

মই কৃষ্ণ মেননক কৈছোঁ। কথাষাৰ ; মেননে টকা-পইচা দিব বুলি কৈছে। ক'ত যে পাতোঁ, চিন্তা কৰিছোঁ।" লগে লগে মই ক'লোঁ, "তেনেহ'লে গোৱালপাৰাতেই পাতক।" তেখেতে ধেমেলীয়া স্মৰেৰে উত্তৰ দিলে, "বৰা, লোকেল পেট্ৰিয়টিজ্‌ম নেকি!" মই তেতিয়া ক'লোঁ, "হয়তো হ'বও পাৰে। দোষতো নিশ্চয় নাই! কিন্তু এষাৰ কথা স্বীকাৰ নকৰি নোৱাৰোঁ, স্বাধীনতাৰ পাচত এই জিলাখনৰ উন্নয়নৰ বাবে অসম চৰকাৰে প্ৰায় একোৱেই কৰা নাই। ইতিহাসে কিন্তু এদিন আপোনালোকক দোষাৰোপ নকৰাকৈ নাথাকে।" তেখেতে অলপ তভক্ মাৰি বৈ মোক সুধিলে, "মাটি দিব পাৰিব? অলপ-অচৰপ মাটি হ'লে নচলিব। চাৰি-পাঁচ শ বিঘা মাটি লাগিব।" মই ক'লোঁ, "নিশ্চয় ওলাব। আপুনি এছ. ডি. অ' শেষাদ্ৰিক সুধি চাওক।" তেখেতে তেতিয়া ক'লে, "মোক কাইলৈ ৰাতিপুৱাই খচৰা-মানচিত্ৰ লাগিব, প্ৰস্তাৱিত ঠাইডোখৰৰ।" সেয়া ৰাতি ন-দহ বজাৰ কথা। মন্ত্ৰীৰ কথা শুনি জি. এছ. শেষাদ্ৰিয়ে উপ-প্ৰতিসমাহৰ্তা বিশ্ব ওজাক মতাই আনিলে। ওজাই ক'লে, "কোনো কথা নাই। কাইলৈ পুৱাই আপোনাক খচৰা-মানচিত্ৰৰ যোগান ধৰিম।" পাচদিনা মন্ত্ৰী বৰুৱাদেৱে ঠাইডোখৰৰ চৰজমিন তদন্ত কৰিবলৈ গ'ল। উভতি আহোঁতে মোক ক'লে, "হ'ব। সিদ্ধান্ত কৰিলোঁ, ইয়াতে পাতিম। আপুনি কিন্তু Board of Governors-খনৰ মেম্বাৰ হৈ থাকিব লাগিব। মই এতিয়াই কৈ থ'লোঁ।"

কিছুদিনৰ পাচতে চহৰৰ উপকণ্ঠতে থকা বলদমাৰীত অস্থায়ীকৈ অসম সৈনিক স্কুল স্থাপন কৰা হ'ল। কৰ্ণেল চাহানী স্কুলখনৰ প্ৰথম অধ্যক্ষ নিযুক্ত হৈছিল। তেওঁৰ কথা মনত পৰিলেই মোৰ অন্য এষাৰ কথা মনত পৰি যায়। এদিন তেওঁৰ পৰিবাৰে মোৰ পৰিবাৰক কথাই কথাই ক'লে, "আপোনালোকৰ ইয়াতেই ভাল। যৌতুক প্ৰথাৰ উৎপাত নাই। আমাৰ ফালে আমি তিৰোতা মানুহবোৰ যেনিবা বজাৰত মেলি থোৱা বিক্ৰিৰ সামগ্ৰীহে।" মোৰ পৰিবাৰে ধেমালিতে সুধিলে, "আপোনাৰ বেলিকা কৰ্ণেল চাহেবে 'দহেজ' কিমান লৈছিল? বোধকৰো, একো লোৱা নাছিল!" তেওঁ উত্তৰ দিলে, "ইস্, নল'বহে! পূৰাপূৰি দুই লাখ। এতিয়া তাক শুদাই এৰোঁ বুলি ভাবিছে নেকি? আজি বোলোঁ, আন অমুকটো। কাইলৈ ক'ম, আন

তমুকটো। সি যদি কয়, টকা নাই—মই কওঁ, কেনৈ গল সেই দুই লাখৰ পোৱালিবোৰ কেনি গ'ল ?" দুয়োৰো কথা-বতৰাবোৰ আমাৰ কাণত পৰিছিলহি। মই দেখিছিলোঁ, মোৰ চকুৰ আগতে ভাৰতীয় সৈন্যবাহিনীৰ বীৰ কৰ্ণেল এক 'চকোলেট-ক্ৰীম ছোলজাৰ'লৈ ৰূপান্তৰিত হৈ পৰিছে! যি কি নহওক, কৰ্ণেল চাহানীয়ে প্ৰতিটো সৰুসুৰা কথাতো মোৰ পৰামৰ্শ বিচাৰিছিল। ছাত্ৰাবাসকেইটাৰ নাম দিবলগীয়া হ'ল, মোক সুধিলে। মই সেইকেইটাৰ নাম দিলোঁ : লাচিত হাউচ, চিলাৰায় হাউচ আৰু উদয়গিৰি হাউচ ইত্যাদি। তাৰ পাচত লগা হ'ল, এটা সমবেত সংগীত ( School-Song )—কথা আৰু সুৰ দুয়োটাই। ক'লে, "কথাখিনি আপুনি লেখি দিব। সুৰটো আপোনাৰ পৰিবাৰে কৰি দিব। মই পাঁচোটামান ল'ৰা পঠিয়াই দিম। সিহঁতে শিকি যাবহি।" মই লেখিলোঁ, সুৰটো মোৰ পৰিয়ালেই কৰি দিলে। শুনিছোঁ, সেইটো হেনো আজিও চলি আছে। সেইটোৱেই মই ৰচনা কৰা প্ৰথম গান। প্ৰথম শাৰীটো মাথোন মনত আছে—'সুন্দৰ সেনানী আমি নৱ ভাৰতৰ'। মাজে মাজে হাঁহি উঠে, কথাষাৰ ভাবি—মই সঁচাসঁচিকৈয়ে ৰামসিংহই দেখা পাই যোৱা অসমীয়া সৈন্যবোৰৰ উত্তৰপুৰুষৰ কোনোবা এটা—মাথোন তাৰ কামৰ তালিকাখন বেলেগ সাঁচৰ, যুদ্ধৰ কালত নলগা বিধৰ। মোৰ কলেজৰ বাবে লগা হ'ল, এখন নিজৰ ৰবীয়া পতাকা। ময়ে তাৰ চানেকীটো কৰি দিলোঁ। লগা হ'ল, এটা নিজৰ ৰবীয়া প্ৰতীক। ময়ে আঁকি দিলোঁ। সেইটো আধুনিক ৰীতিৰ লগত জাতীয় জীৱনৰ সম্পৰ্কটো স্থাপন কৰি, ভাৰতৰ জাতীয় পক্ষী ময়ুৰ-ময়ুৰীৰ জ্যামিতিক ছবিৰ ৰেখাৰে। ছাত্ৰ-ছাত্ৰীৰ জীৱনবোধত কোনো বিশেষ ধৰ্মৰ বাণী উৎকলিত নকৰি মাথোন আধ্যাত্মিকতাৰ ক্ষীণ আভাস থকা মহৎ বাণী এটা মুদ্ৰিত কৰি দিলোঁ—'Cross is the Crown'। গোৱালপাৰাৰ দৰে ঠাই এডোখৰত প্ৰয়োজন আছিল সেই ধৰ্মীয় চেতনামুক্ত আদৰ্শ এটাকেই ছাত্ৰ-ছাত্ৰীৰ আদৰ্শ হিচাপে তুলি ধৰাৰ।

সম্পূৰ্ণ ব্যক্তিগত জীৱনৰ কথাবোৰ কওঁ। ১৯৬২ চনৰ কথা। অক্টোবৰ মাহৰ ১৭ তাৰিখৰ দিনা মোৰ দ্বিতীয়টো ল'ৰা টিংকু—পঢ়াশলীয়া নামটো উতংক—জন্ম হ'ল গোৱালপাৰা চিভিল হাস্পাতালত। তাৰ তিনি দিনৰ পাচতে চীনে ভাৰত আক্ৰমণ

কৰে। সেই দিনবোৰৰ কেইবাটাও কথা মনত পৰে। মোৰ ঘৰত এটা বেচ লাহুদাং চেহেৰাৰ নেপালী ভাত-ৰান্ধনি আছিল। সি এদিন এদ'ম মুড়ি ভাজি পেলোৱা দেখি তাক সুধিলোঁ, "ইমানবোৰ মুড়ি কোনে খাব?" সি ক'লে, "বাটত খাবলৈ নালাগিব জানো?" সি যে মনে মনে আমি আটাইবোৰ শৰণাৰ্থী হৈ পৰাৰ কল্পনা এটা কৰি পেলাইছিল, কিছুপৰৰ পাচতহে গম পালোঁ। সি ভাবি থৈছিল, আমাৰ আটাইবোৰকে সি তাৰ নেপালৰ ঘৰত আলহী ৰাখিবগৈ! আৰু আমি বাটে বাটে মুড়ি-জলপান খাই অৱশেষত নেপাল ওলামগৈ। সেই সময়ত গোৱালপাৰাত মহকুমাধিপতি আছিল এন. গোপালকৃষ্ণ নাইডু। তেওঁ মাজে মাজে গাঁও-ভূঁইবোৰলৈ গৈ গাঁওৰক্ষী বাহিনী সংগঠনৰ কাম হাতত লৈছিল। সেই কামত তেওঁ মোৰো সহযোগিতা বিচাৰিলে। সেই আপাহতে মই গোটেই গোৱালপাৰা মহকুমাটোৰ লগত চিনাকি হোৱাৰ সুযোগ পালোঁ। আকৌ, সেই সময়ছোৱাতে খৰচি মাৰি পঢ়িলোঁ, উইনষ্টন চাৰ্চিলৰ ছ'টা সুবৃহৎ খণ্ডৰ 'War Memoirs'-খন। সেইখন পঢ়ি উঠি মোৰ বহুদিনীয়া ভুল ধাৰণা এটা ভাগিল। মোৰ ধাৰণা আছিল, চাৰ্চিলক সাহিত্যৰ নবেল পুৰস্কাৰ প্ৰদান কৰাৰ অন্তৰালত ৰাজনৈতিক বিবেচনা এটাই প্ৰভাৱ পেলাইছিল। কিন্তু, সেইখন পঢ়ি উঠি বুজিব পাৰিলোঁ, আচলতে তেওঁ লেখক হৈয়েই উপজিছিল—সময়েহে ৰাজনীতিলৈ টানি লৈ গ'ল। তেওঁৰ সুগভীৰ মানৱিকতাবোধ, চিত্ৰশিল্পীসুলভ বৰ্ণময় বৰ্ণনাশক্তি আৰু ভাষাৰ ওপৰত থকা অপৰিমেয় অধিকাৰ—যিকোনো লেখকৰ বাবেই ঈৰ্ষাৰ বস্তু।

গোৱালপাৰাত থকা সময়ছোৱাৰে শেষৰ ফাললৈ মই মানুহটো লাহে লাহে বৰ বেচি সামাজিক জীৱনৰ কামত ব্যস্ত হৈ পৰিছিলোঁ। সৰু চহৰবিলাকৰ যিকোনো অধ্যক্ষৰ ভাগ্যত যিটো ঘটে, মোৰ ভাগ্যতো সেই একেটা ঘটনাই ঘটিবলৈ লৈছিল। আজি বোলে শংকৰদেৱৰ তিথি উপলক্ষে অনুষ্ঠিত সভাৰ সভাপতি, কাইলৈ বোলে ফাতেহা-দোৱাজ-দাহামৰ সভাত মুখ্য অতিথি, পৰহিলৈ বোলে ৰাভা সাংস্কৃতিক সন্মিলনৰ উদ্বোধক—ইত্যাদি ধৰণৰ কামৰ জুমুৰিত আজৰিয়েই নোপোৱা হৈ পৰিছিলোঁ। তাৰে ফাঁকে ফাঁকে উদ্দেশ্য-

বিহীন ধৰণেৰে ইটো-সিটো লেখিবলৈ লৈ জিৰণিৰ সময় নোহোৱা কৰি আনিছিলোঁ। সিবিলাকৰ ক'তোৱেই মোৰ মনৰ স্থিৰতাৰ আভাস নপৰা হৈ আহিছিল, যিটো স্থিৰতাৰ চিটিকনি পৰিছিল মোৰ ১৯৬১ চনত লেখা 'আৱৰণহীন এটি কণী' নামৰ কবিতাটোত আৰু ১৯৬২ চনত লেখা 'চামুৰাই' নামৰ কবিতাটোত। প্ৰথমটো কবিতাত বন্দী কৰিছিলোঁ লক্ষ্মীপুৰ ডাক-বঙলাৰ পৰা দেখা এটা আবেলি-বেলিৰ দৃশ্য। ঢলি পৰা বেলিটো মোৰ এটা সেন্দুৰ-ৰঙচুৱা কণীৰ কুহুম যেন লাগিছিল। মাজে মাজে এনেকুৱা যেনো লাগিছিল, এটা বিৰাট কণীৰ কুহুম আকাশৰ পৰা ওলমিয়েই সেই আবেলিৰ বেলিটো হৈ পৰিছিল। আচলতে সেইদিনা কাষৰ চোতালখনৰ পৰা দূৰৈৰ সুমথিৰা বাগিচাখনলৈকে ধূলিৰ ধুমুহা মাৰিছিল। মোৰ এজন বিজ্ঞানী বন্ধুৱে কৈছিল, ধূলিৰ মাজেদি চাই পঠিয়ালে হেনো এটা দৃষ্টিভ্ৰম ঘটে, যাৰ ফলত সুগোল বেলিটো কণীৰ লেখীয়াকৈ ওলমি পৰে! তাৰ পাচত, আৰু কেইবাবাৰো লক্ষ্মীপুৰ ডাক-বঙলালৈ গৈছিলোঁ,—মনত পৰে, এবাৰ মোৰ বন্ধু কুমুদ শৰ্মাৰ বিয়াৰ সময়ত গৈছিলোঁ—ওঁ-হো, সেই বেলিটো আৰু তুনাই নেদেখিলোঁ। পাচৰ কবিতাটো লেখিছিলোঁ, ১৯৬২ চনৰ চীন-ভাৰত যুদ্ধত নিহত সৈন্যবোৰৰ নাম-তালিকাত গদাধৰ সিং নামৰ কোনোবা এজন মৃতকৰ নামটো দেখি উঠি। নামটো অলপ আচহুৱা যেন পাইছিলোঁ। মোৰ মনৰ চকুত ভাঁহি উঠিছিল, ৰঙাপোৱালিৰ গাঁও বৰকোলাৰ কথা। সেই ছবিখনৰ ওপৰত চটিয়াই দিলোঁ, জাপানী চামুৰাইবোৰৰ জীৱনৰ প্ৰতি থকা দৃষ্টিভংগীটোৰ আভাস এমুঠি। জাপানী চামুৰাই-বোৰ তেনেকুৱাই—ধন-সম্পত্তিৰ গৰাকী বুলি কৰা গৌৰৱৰ কোনো মূল্য নাই; মূল্য আছে উপৰি-পুৰুষৰ কোনে ক'ত দেশৰ বাবে মৰণ সাৱটি ল'লে, সেইবোৰৰ দৈৰ্ঘ্যটোতহে। তাৰ কথাবস্তু বৈ নিওঁতে, অ'ত-ত'ত মাকোৰ ছাটিত চিন-নিচিনকৈ অমিল সূতাৰ মহুৰায়ো আমনি কৰিলে নেকি! কৰিলে যদি কৰিলে, নাই কৰা যদি নাই, মোৰ কাৰণে তাৰ মেজাজটোহে আচল কথা। চামুৰাই এজন মানুহৰ নাম নহয়—এটা জীৱনবোধৰহে নাম। তাৰে খেও ধৰি সেই কবিতাটো অসমত-খিলঞ্জীয়া হৈ পৰা ৰঙাপোৱালিৰ বংশধৰসকলৰ এটা সামান্য বন্দনা।

সেই সময়ছোৱাত একাগ্ৰচিত্তে লেখিব পাৰিলোঁ, মাথোন আৰু দুখন কিতাপ—'ইয়েৰ্লিং' আৰু 'পিনকিঅ'। দুয়োখনেই চেমনীয়া পাঠকৰ উপযোগী উপন্যাস। প্ৰথমখন মাৰ্কিন লেখিকা মাৰ্জৰী কিনান ৰলিংচৰ ; আৰু দ্বিতীয়খন ইটালীয় লেখক কাৰ্লো কল'ডিৰ। এই সময়ছোৱাতে তাহানি 'মণিদীপ'ত আন্তৰ্জাতিক সংখ্যাৰ বাবে লেখা গল্পকেইটাৰ লগতে আৰু কেইবাটাও গল্প যোগ দি মোৰ 'দেশে দেশে গল্প'খন ছপাই উলিয়াবলৈ অসম প্ৰকাশন পৰিষদক দিওঁ। এটা কথা উল্লেখনীয়, পুথিখনৰ শিৰোনামা পৃষ্ঠাৰ ভিতৰ-পিঠিত লেখাৰ দৰে সিখনৰ সৰ্বস্বত্ব মই পৰিষদক দিয়া নাছিলোঁ। সেই উৰণীয়া কথাষাৰে পুথিখনৰ পুনঃ প্ৰকাশনত মাথোন অগা-ডেৱাহে কৰি আছে। যি কি নহওক, তাৰ পাচতে মই কেইবাফালৰো পৰা এটা হেঁচা পাইছিলোঁ, কিছুদিনৰ পাচতে হ'বলগীয়া নিৰ্বাচনত সংসদী সদস্য হ'বৰ বাবে বিৰোধী দলসমূহৰ উমৈহতীয়া প্ৰাৰ্থী হ'ব লাগে। সন্দেহ নাই, তেওঁলোকৰ প্ৰত্যেকেই মোৰ প্ৰতি যথেষ্ট শুভেচ্ছা লৈয়েই মোক সেইদৰে জীৱনৰ এটা অচিন বাটলৈ টানি নিব খুজিছিল। হয়তোবা বিভিন্ন জনগোষ্ঠীৰ মাজত থকা মোৰ তেনেই নেওচা দিব নোৱৰা সামান্য সদ্‌নামৰ পুঁজিটোৰ যহতে মই সেই সেতুবন্ধ অনায়াসে পাৰ হৈয়ো যাব পাৰিলোঁহেঁতেন। পাচতো দেখিছিলোঁ, সংসদী ঘেৰটোৰ অন্তৰ্গত বিধান সভাৰ আঠোটা নিৰ্বাচনক্ষেত্ৰৰ ভিতৰত সাতোটাৰ পৰাই সম্মিলিত বিৰোধী দলৰ প্ৰাৰ্থীকেইজনেই নিৰ্বাচিত হৈছিল। কিন্তু, সেইটো অচিনাকি বাটেৰে যাবলৈ মই প্ৰথমৰ পৰাই কোনো আকৰ্ষণ অনুভৱ কৰা নাছিলোঁ। তথাপি, কিয় ক'ব নোৱাৰোঁ, তেওঁলোকে হেঁচা দিবলৈ এৰা নাছিল। এদিন ক'বলগীয়াত পৰিছিলোঁ, "আজি ৰাতিটো অন্ততঃ ভাবিবলৈ সময় দিয়ক। কাইলৈ ৰাতিপুৱা মই মোৰ ফালৰ পৰা শেষ কথাষাৰ ক'ম।"

সেইদিনা গধূলি সঁচাসঁচিকৈয়ে মই সমস্যাটোৰ যোগ আৰু বিয়োগৰ ফাল দুটা লৈ তুলনা কৰাত মগ্ন হৈ পৰিছিলোঁ। মোৰ মনত পৰিছিল, পুৰণি চীনা কবিৰ প্ৰেমৰ কবিতাটো—"কোনো মানুহেই একেটা সময়তে একেডোখৰ ঠাইৰ পৰা দুটা মন্দিৰৰ ঘণ্টা বজাব নোৱাৰে।" মোৰ নিজৰ ক্ষেত্ৰত মাথোন কিছুদিনৰ আগৰ পৰা বজাবলৈ লোৱা ঘণ্টাটো আছিল, এখন গৱেষণা-গ্ৰন্থ লেখিবলৈ লোৱা

কামটো। ঠিক এনে সময়তে হাতত এপিয়লা গৰম চাহ লৈ মোৰ লেখা-পঢ়া কোঠাটোলৈ সোমাই আহিছিল, মোৰ পৰিবাৰ গীতা। তেওঁ মোক চিন্তামগ্ন অৱস্থাত দেখি এষাৰ লঘু কথাৰ জুতি আনি দিলে, "তোমাক বাৰু মই দুখন ফটো দেখুৱাওঁ। তোমাৰ কোনখন বেচি ভাল লাগে, মোক ক'বা। তাৰ পাচত, তুমি তোমাৰ গভীৰ কথাবোৰ ভাবি থাকিবা।" ময়ো তেওঁৰ কথাত বিশেষ মনোযোগ নিদিয়াকৈয়ে 'ক'লোঁ, "চাওঁ বাৰু, দেখুওৱাচোন—কাৰ ছবি, কিহৰ ছবি!" তেওঁ হাতৰ মুঠিতে লৈ অহা পোহৰ-ছবি দুখন মোৰ সমুখত থ'লে। দুয়োখন মোৰ চিনাকি ছবি। এখন পণ্ডিত নেহৰুৰ, আৰু আনখন কবিগুৰু ৰবীন্দ্ৰনাথৰ। দুয়োজনেই মোৰ অতি প্ৰিয় বিৰাট পুৰুষ। মই নভবাকৈয়ে উত্তৰ দিলোঁ, "এইখনেই বেচি ভাল যেন লাগিছে।" সেইখন আছিল ৰবীন্দ্ৰনাথৰ। তেওঁ হাঁহি লৈ ওলাই গুচি গ'ল।" অলপ পাচতহে মোৰ মনত খেলাই গ'ল, গীতাই সেয়া মোক কি সুধিছিল! পাচদিনা ৰাতিপুৱা মোৰ শুভানুধ্যায়ীসকলক কথাষাৰ সলসলীয়াকৈ ক'ব পাৰিলোঁ, "আপোনালোকে মোক ক্ষমা কৰিব।" তেওঁলোক উভতি গ'লগৈ। দুজনমানে ভাবি ল'লে, মই সেই মনস্তত্ত্বৰে পৃষ্ঠপোষক, যাৰ বিষয়ে মাৰ্ক্সে কৈ গৈছে, 'ইহঁত ত্ৰিশংকুৰ দৰে!' আৰু দুজনমানে ভাবিলে, মই বৰ কৃপণ—সাধাৰণ এটা সম্মতি দিবৰ বাবেও অক্ষম! আৰু যদি ছবি দুখনৰ ঘটনাটো কেনেবাকৈ কোনোবাই জানিব পাৰিলেহেঁতেন, তেনেহ'লে নিশ্চয় ক'লেহেঁতেন—তিৰোতাসেৰুৱা! কিন্তু, মই জানো, তেওঁলোকৰ কথা শুনি সেই অচিনাকি বাটৰ বাটৰুৱা হোৱা হ'লে, অতদিনে মোৰ চোলাটোত কাপোৰৰ ওজনতকৈ ধুলিৰ ওজন বেচি হৈ পৰিলেহেঁতেন!

এইছোৱা সময়তে মোৰ আটাইতকৈ সৰু ছোৱালীজনী উপজিছিল। তাইৰ নাম থ'লোঁ, স্বপ্নমিতা। ঘৰুৱা নামটো থ'লোঁ, পপি। সেই পপি, যাৰ কথা লেখিছিলোঁ সেই সময়তে সাধু ভাষাত লৌকিক ছন্দ স্বৰবৃত্তৰ পৰীক্ষা কৰি এইদৰে—

মোৰ বাগানত ফুল ফুলা নাই
এপাহ মাথোন পপি
উমান লওঁতে বতাহ অহাৰ
মনটো উঠিল কঁপি॥

তাই ওপজা তাৰিখটো আছিল ১৯৬৮ চনৰ ৩০ জুন। তাৰিখটো যেনেকৈ বছৰৰ সোঁ-মাজ, ময়ো তেনেকৈ ব্যস্ত হৈ থকা মোৰ কামৰ সোঁ-মাজত। মই তেতিয়া এটা পুৰণি 'ৰেমিংটন টাইপ-ৰাইটাৰ' কিনি লৈছিলোঁ। তাতে মোৰ গৱেষণা-গ্ৰন্থখন পোনে পোনে টাইপ কৰি গৈছিলোঁ—কোনো হাতেলিখা খচৰা-কাকত নোহোৱাকৈ। সেইখনো আৰম্ভ কৰিছিলোঁ, মোৰ শ্ৰীমতীৰ খেচ্‌খেচনিতে বা আওপকীয়া উপদেশতে। আগতেই কৈছোঁ, ষাঠিৰ দশকৰ মাজৰ-ছোৱা সময় মোৰ বাবে যেনি-তেনি য'তে-ত'তে হাত দি ফুৰা সময়। এদিন তেনেকুৱা খুচুৰা কিবা এটা লেখি আছিলোঁ। সেইদিনাও তেওঁ তেনেকৈ এষাৰ কথা ক'লেহি, "এইবোৰ যিহকে-তিহকে লেখি সময় খৰচ কৰাতকৈ দেখোন থেচিচ এখনকে লেখি পেলাব পাৰি!" মোৰ খঙে মূৰৰ চুলি পাইছিলগৈ—থেচিচ লেখা আৰু প্ৰৱন্ধ-পাতি লেখা যেনিবা একেটা কথা! আজৰি বুলিবলৈ মোৰ সময়েই বা কিমানখিনি! দিনতো কলেজ, ৰাতিও কলেজ—মাজত মাথোন আবেলিটোহে।

মাজে মাজে গুৱাহাটীলৈ গৈছিলোঁ, বিশ্ববিদ্যালয় কোৰ্টৰ সভাৰ সদস্য হিচাপে দায়িত্ব পালন কৰিবলৈ। এবাৰ ড° নেওগ ছাৰক কথাষাৰ সুধিলোঁ, মই ইংৰাজী সাহিত্যৰ এম. এ. হোৱা সত্বেও অসমীয়া সাহিত্য সম্পৰ্কীয় বিষয় এটা লৈ গৱেষণা কৰিব পাৰোঁ নে নোৱাৰোঁ। তেখেতে ক'লে, "তুমি কিবা কৰিব খুজিছা নেকি?" মই তেখেতক জনালোঁ, মোৰ তেনেকুৱা ইচ্ছা এটা উপজিছে। কিন্তু, তেখেতে যদি তত্ত্বাৱধায়ক হ'বলৈ সম্মতি দিয়ে, তেতিয়াহে মই কামত হাত দিম। সেইটো কি মুহূৰ্ত আছিল, ক'ব নোৱাৰোঁ, তেখেতে একেষাৰ কথাৰেই সম্মতি জনালে। মই সেইদিনা গধূলিয়েই তেখেতৰ ঘৰলৈ গ'লোঁ; আৰু মই লগত লৈ যোৱা আঁচনিখন তেখেতক দেখুৱালোঁ। তেখেতে চাই উঠি ক'লে, "বাৰু লেখি যোৱাচোন। সময়ত দেখুৱাবাঁহি।" আনুষ্ঠানিক কামবোৰ পাচলৈ থৈ, নেওগ ছাৰৰ আশিস-নিৰ্মালি লৈ উভতি আহিলোঁ। তাৰ পাচৰ পৰা নিতৌ লেখি যাবলৈ ধৰিলোঁ। মাজে মাজে ইজন-সিজনৰ এটা প্ৰশ্নৰ মুখামুখি হওঁ, মই কিয় ইংৰাজী সাহিত্যৰ ছাত্ৰ হৈ অসমীয়া সাহিত্য

সম্পৰ্কে গৱেষণা কৰিবলৈ ল'লোঁ। উত্তৰ দুটা ঃ এক, মই মোৰ দেশৰ মানুহখিনিৰ বৌদ্ধিক আৰু নান্দনিক সাধনাৰ গতিপ্ৰৱাহৰ অংশীদাৰ হৈয়েইহে জীয়াই থাকিম—সাত সাগৰ তেৰ নদীৰ সিপাৰৰ সাধনা প্ৰৱাহলৈ মুক্তাৰ মুঠি চটিয়ায়ো জীয়াই থাকিব নোৱাৰোঁ। দুই, ইংৰাজী সাহিত্যৰ ভঁৰাল চহকী কৰাৰ ক্ষমতাই বা মোৰ কিমানখিনি ! খুব বেচি, চৰ্বিতকে চৰ্বণ কৰিব পাৰিম। মোৰ এটা স্পষ্ট ধাৰণা, আমাৰ প্ৰতিবেশী ৰাজ্য বংগদেশৰ প্ৰসিদ্ধ ইংৰাজী লেখক নীৰদ চৌধুৰী দেশ-দেশান্তৰৰ মানুহৰ মানস-কন্দৰত যিমান দিন জীয়াই থাকিব, তাতকৈ বহু বেচিদিন জীয়াই থাকিব ৰবীন্দ্ৰ-সাহিত্যৰ প্ৰথম খ্যাতিমান সমালোচক ড° নীহাৰ ৰঞ্জন ৰায় তেওঁৰ দেশৰ আপোন মানুহবোৰৰ মানস-মালঞ্চত। যি কি নহওক, অৱশেষত ১৯৭১ চনত মোৰ সেই 'অসমীয়া ছন্দৰ মূলতত্ত্ব আৰু তাৰ ইতিহাস' শিতানৰ গৱেষণা-গ্ৰন্থখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা ডি-ফিল উপাধি প্ৰদানৰ বাবে গৃহীত হয়। সিখন ছপাই উলিয়াবৰ বাবে ১৯৭৬ চনত বিশ্ববিদ্যালয় অনুদান আয়োগে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ জৰিয়তে মোক ৪০ হাজাৰ টকাৰ এটা বিশেষ অনুদান দিয়ে। সেই অনুদান মই ব্যক্তিগতভাৱে নলৈ অতিৰিক্ত যদি কিবা খৰচ পৰে সেইখিনি বহন কৰি হ'লেও প্ৰকাশ কৰিবৰ বাবে সেই সময়ৰ উপাচাৰ্য জিতেন্দ্ৰনাথ দাস ডাঙৰীয়াক অনুৰোধ জনাওঁ। তেখেতে মোৰ প্ৰস্তাৱত তথাস্তু বুলিলে। ১৯৭৭ চনত বিশ্ববিদ্যালয়ে সিখন কলিকতাৰ 'নৱজীৱন প্ৰেছ'ৰ হতুৱাই আটোমটোকাৰীকৈ ছপাই-বন্ধাই উলিয়ালে।

সেয়া ১৯৭১ চনৰ মাৰ্চ মাহৰে কথা। মোৰ মৌখিক পৰীক্ষা পাটনাত মোৰ গৱেষণা-গ্ৰন্থৰ পৰীক্ষক সুবিখ্যাত হিন্দী ছান্দসিক ড° শিৱনন্দন প্ৰসাদ ডি-লিট্ ডাঙৰীয়াৰ চৰকাৰী কাৰ্যালয়তে লৈছিল। গতিকে, মোৰ গৱেষণা-গ্ৰন্থৰ আন্তঃ-পৰীক্ষক ড° নেওগ ছাৰ আৰু মই বেলেগে বেলেগে পাটনা পাইছিলোঁগৈ—তেখেত আহিছিল এলাহাবাদৰ পৰা আৰু মই গৈছিলোঁ গুৱাহাটীৰ পৰা। ড° নেওগ ছাৰ থমকিলগৈ বিহাৰৰ ৰাজভৱনত আৰু মই উঠিলোঁগৈ এটা মজলীয়া ধৰণৰ হোটেলত। বিহাৰৰ ৰাজ্যপাল দেৱকান্ত বৰুৱাই মোকো ৰাজভৱনৰে আতিথ্য গ্ৰহণ কৰিবলৈ কৈছিল। মই পিচে প্ৰত্যাখ্যান

কৰি ক'লোঁ, "পৰীক্ষক-পৰীক্ষাৰ্থী দুয়ো একে ঠাইতে খাঁজিখোৱা পাতিলে কথা শুনিবলৈ আছে।" তেখেতে তেতিয়া ক'লে, "আপোনালোকক বাৰু কেইদিনমানলৈ মোৰ গাড়ী এখন দিম। বিহাৰখন অলপ ঘূৰি-পকি চাই যাওক।" সময়ত মোৰ মৌখিক পৰীক্ষা হ'ল। ড° প্ৰসাদে মোক মাথোন এষাৰ কথা সুধিলে, "আপোনালোকৰ অসমীয়া কবিতাত বাৰু হিন্দী কবিতাৰ লেখীয়াকৈ বৈতালীয় ছন্দৰ প্ৰয়োগ আছে নে নাই ?" প্ৰশ্নটো শুনিয়েই বুজিলো, সিজনাই মোৰ থেচিচখন খৰচি মাৰি পঢ়িছে! মই উত্তৰ দিলোঁ, "আছে, মাথোন এজন কবিৰ এটা কবিতাত আছে। কবিতাটোৰ নাম 'সোণটিৰ অভিমান'—লেখিছিল, কবি ডিম্বেশ্বৰ নেওগে। ড° নেওগৰ জ্যেষ্ঠ ভাতৃ তেখেত। তাৰ গাঁথনিটো প্ৰথম চৰণত ১০. ১০. ১০. বিন্যাসৰ আৰু দ্বিতীয় চৰণত ৮. ৮. ১০. বিন্যাসৰ। সেইবাবেই, সি আপোনাসকলৰ বৈতালীয় ছন্দৰ ওচৰেদি যায়। মই বাৰু দুফাকিমান গাই শুনাইছোঁ।" তেখেত বৰ প্ৰসন্ন হ'ল। ময়ো তেনেকুৱা এটা আচহুৱা প্ৰশ্নৰ বাবে মুঠেই প্ৰস্তুত নাছিলোঁ। ময়ো তেখেতৰ পাণ্ডিত্যপূৰ্ণ গৱেষণা-গ্ৰন্থখন চাৰি চুক মাৰি নপঢ়া হ'লে, প্ৰশ্নটোকে বুজি নেপালোহেঁতেন। মোলৈ চাই হাঁহি এটা মাৰি ক'লে, "আমাৰ বিহাৰত এটা নিয়ম আছে, কোনোবা কেনেবাকৈ ন মিস্তিৰ হৈ পৰিলে, সিজনক ৰসগোল্লা খুৱাব লাগে। গতিকে, আপোনাক এতিয়া ৰসগোল্লা খুৱাম।" হিন্দী আৰু প্ৰাকৃত কাব্যৰ সেই বিৰাট পণ্ডিতজনৰ কথা-বতৰাই মোক মুগ্ধ কৰি দিলে। এটা কথা লক্ষ্য কৰিছোঁ, কথা-বতৰাৰ চাৰুতা বোলা বস্তুটো ছান্দসিক পণ্ডিতসকলৰ বিশেষ লক্ষণেই নেকি! ১৯৫৮ চনত গুৱাহাটীত লগ পাইছিলোঁ, বিশিষ্ট বাংলা ছান্দসিক প্ৰবোধচন্দ্ৰ সেনক ; ১৯৭১ চনত মোৰ ঘৰত আলহী হৈছিলহি অন্য এগৰাকী বাংলা ছান্দসিক ড° নীলৰতন সেনক। দুয়ো গৰাকী পণ্ডিতৰ অমায়িকতা আৰু নম্ৰতাই মোক মুগ্ধ কৰিছিল। আৰু আমি যিবিলাকে তেওঁলোকৰ তুলনাত অতি কম কথাই জানো, আমাৰ অভ্ৰভেদী অহংকাৰৰ ৰূপটোৱে খুব সম্ভৱ তেওঁলোকক অবাক কৰি দিয়ে। ড° নীলৰতন সেনৰ এষাৰ কথা কওঁ। তেওঁ মোৰ ঘৰত বহি আবেলিৰ পৰা আৰম্ভ কৰি দোভাগ ৰাতিলৈকে কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' খন পঢ়িয়েই কটালে। পাচদিনা

মোক ক'লে, "আমাৰ ভাৰতীয় ভাষাত এতিয়ালৈকে কোনো ছিষ্টৰিকেল গ্ৰামাৰ পঢ়িবলৈ পোৱা নাছিলোঁ। আমাৰ বাংলাতো নাই। এইখনেই প্ৰথম তেনেকুৱা গ্ৰন্থ পঢ়িলোঁ। আপোনালোকে এইবোৰ পণ্ডিতৰ লগত বাহিৰ-বিশ্বক চিনাকি কৰি দিয়া নাই কিয় ?" দৃষ্টিৰ এই স্বচ্ছতা শ্ৰেষ্ঠতম পণ্ডিতৰ মহত্তম গুণ।

যাওক সেইবোৰ কথা। বিহাৰৰ ৰাজ্যপালৰ গাড়ীত ড° নেওগ ছাৰ আৰু মই বিহাৰৰ অনেক ঠায়েই চালোঁ। চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজধানী পাটলিপুত্ৰও চালোঁ। মাটিৰ তলৰ পৰা খান্দি উলিয়াই সংৰক্ষণ কৰিছে সেই ৰাজধানী। তাতকৈয়ো অবিস্মৰণীয় বস্তু কিছুমান দেখিলোঁ, বিখ্যাত খুদাবক্স লাইব্ৰেৰীত। লাইব্ৰেৰীটোৰ আচল নাম 'অৰিয়েণ্টেল পাব্লিক লাইব্ৰেৰী'; কিন্তু সেই নামটো জনমানসৰ প্ৰিয় নামটোৱে ঢাকি পেলাইছে। মানুহে কয়, খুদাবক্স লাইব্ৰেৰী সঁচাসঁচিকৈয়ে খুদাবক্স—'খোদাৰ দান'। ঘৰটো অত্যন্ত সাধাৰণ বুলিয়েই ক'ব পাৰি। অথচ, তাৰ সম্ভাৰৰ কি বিপুল প্ৰাচুৰ্য! এসময়ত বৃটিছ মিউজিয়মে হেনো সেই লাইব্ৰেৰীটো কিনিব খুজিছিল, পাঁচ লাখ পাউণ্ডৰ—মানে প্ৰায় এক কোটি টকাৰ—বিনিময়ত। কিন্তু, খুদাবক্স খানে বিক্ৰি নকৰিলে, দেশৰ সম্পদ দেশতে ৰাখিলে। সেই সম্পদৰ আভাস এটা দিওঁ। পৃথিৱীৰ ভিতৰতে সেইটো এটা দুষ্প্ৰাপ্য পুথিৰ ভঁৰাল। অকল আৰবী ভাষাৰ হাতেলিখা পুথিয়েই আছে ৪,২২১খন। সিবিলাকৰ ভিতৰত এখন 'কোৰাণ শ্বৰীফ' দেখিছিলোঁ। সেইখনৰ পাতবোৰ ৰূপৰ আৰু আখৰবোৰ সোণপানীৰ। সেইখন হেনো ১২০০ খৃষ্টাব্দতে লিখি উলিওৱা। তেনেকুৱা ধৰণৰ আৰু কেইবাখনো পুথি আমাক দেখুৱাইছিল। এখনৰ পাতবোৰ সোণৰ আৰু আখৰবোৰ ভিন ভিন ধৰণৰ বাখৰ খটোৱা। ফাৰ্চী ভাষাৰ হাতেলিখা পুথিৰ সংখ্যা হেনো ৪,১৮৪খন। সিবিলাকৰ ভিতৰত আছে, কবি হাফেজে নিজ হাতেৰে লিখা 'দিৱান-ই-হাফেজ', ৰুমী, জামি, চা'দি আৰু ওমৰৰ কেইবাখনো হাতেলিখা কাব্যসংকলন। মনত পৰি গৈছিল, আমাৰ কবি যতীন দুৱৰাই হেনো খুদাবক্সৰ পৰাই মূল 'ৰুবায়ত' খনৰ ভাঙনি শুনিছিল, যিটো ভাঙনি তাৰে এখনৰ পৰা খুদাবক্সে নিজে কৰি দিছিল। ইবিলাকৰ কেইবাখনতো মোগল সম্ৰাটসকল নিজৰ হাতৰ চহী জিলিকি আছে। তেতিয়ালৈকে সেই লাইব্ৰেৰীত ৫২ হেজাৰ নে

৫৩ হেজাৰ বিভিন্ন ভাষাৰ—উৰ্দ্দু, তুৰ্কী, ফৰাচী, পৰ্তুগীজ, স্পেনিছ, ইটালীয়ান, জাৰ্মান আৰু ইংৰাজী পুথি ঠাহ খাই থকা বুলি শুনিছিলোঁ। ছপা পুথিবোৰো সৰহভাগেই হেনো প্ৰথম তাঙৰণৰ! আটাইতকৈ আচৰিত মানিছিলোঁ, তিনিটা কোঠাৰ দেৱালত সজাই থোৱা কাছপিঠীয়া হাতীদাঁতৰ চকলবোৰত আঁকি ৰখা মোগল বেগম, ছাহজাদা আৰু ছাহজাদীসকলৰ আবক্ষ প্ৰতিচ্ছবিবোৰ দেখি। দেখিলে ধাৰণা হয়, সেইবোৰ যেন পোহৰ-ছবিহে! ক'ত পঢ়িছিলোঁ মনত নাই, খুদাবক্স লাইব্ৰেৰী হেনো পৃথিৱীতে বিৰল নহয়, স্বৰ্গতো বিৰল!

তাৰ লগত তুলনীয় অন্য এক শিল্প-সম্পদ দেখাৰ সৌভাগ্য ঘটিছিল ১৯৬৭ চনত—কেৰালা ৰাজ্যত। সেইবাৰ নিখিল ভাৰত লেখক সংঘৰ ১ম অধিবেশনলৈ অসমৰ পৰা আমন্ত্ৰিত হৈ গৈছিলোঁ আমি চাৰিজন: স্বৰ্গীয় ত্ৰৈলোক্যনাথ গোস্বামী, ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, লুম্মেৰ দাই আৰু মই। অধিবেশনৰ কথাবোৰ নকওঁ। চাৰি দিনজোৰা অধিবেশনৰ পাচত আমাক তেওঁলোকে প্ৰায় দহ দিন ধৰি কেৰালাৰ বিভিন্ন আকৰ্ষণীয় ঠাইবোৰ চাই ফুৰিবলৈ সুবিধা কৰি দিছিল। আমাক আটাইবোৰকে একেলগে নিয়া নাছিল। চাৰি-পাঁচজনীয়া দল কৰি নিছিল। মোক আৰু লুম্মেৰ দাইক বিখ্যাত বাঙালী ঔপন্যাসিক মনোজ বসুৰ লগত নিছিল। আমাৰ ভ্ৰমণ-সূচীত আছিল, ত্ৰিবাংকুৰৰ ৰাজপ্ৰাসাদ। পোনতে যেতিয়া বাহিৰৰ পৰা সেই ৰাজপ্ৰাসাদটো দেখা পাইছিলোঁ, তেতিয়া কথমপিহে মই হাঁহি সামৰিছিলোঁ। মই নিজকে নিজেই কোৱাৰ দৰে কৈছিলোঁ, "তেনেহ'লে এনেকুৱা ঘৰ একোটাকো এইপিনে ৰাজপ্ৰাসাদ বুলি কয়!" এবাৰ ভাবিছিলোঁ, বাহিৰৰ ঘাঁহনিতে অলপ খোজকাঢ়ি সময়খিনি কটাই দিওঁ। অৱশেষত, আমাৰ পথ-প্ৰদৰ্শক গৰাকীৰ প্ৰতি সৌজন্যৰ খাতিৰতে ভিতৰলৈ সোমাই গ'লোঁ। তেতিয়াহে গম পালোঁ, হাতৰ মুঠিতে পায়ো কি হেৰুৱাবলৈ লৈছিলোঁ। অবাক হৈ গ'লোঁ, দেৱালৰ গা'ত সুদূৰ ১৩শ-১৪শ শতিকাতে অনামা চিত্ৰশিল্পীয়ে আঁকি থৈ যোৱা ছবিবোৰ দেখি। সমস্ত ভাগৱতৰ কাহিনী আৰু বৰ্ণনাসমূহৰ আঁকি থোৱা সেই ছবিবোৰ। সিবিলাকত ব্যৱহাৰ কৰা ৰংবোৰ অপূৰ্ব আভাসযুক্ত, ছায়াম্লান আৰু মদিৰ-মেদুৰ। সেইদৰে ৰেখাবোৰ অত্যন্ত ব্যঞ্জনাময় আৰু

অধ্যাত্মৰসসিক্ত। এঠাইত থমকি বৈ গৈছিলোঁ। কোন সেই অমৰ শিল্পী যিজনে অজস্ৰ চৰাই-চিৰিকতি আৰু জন্তু-জানোৱাৰৰ মৈথুন-দৃশ্যকো অমেয় আধ্যাত্মিকতাৰ স্পৰ্শেৰে অমৰ অনুৰাগৰ দৃশ্যলৈ ৰূপান্তৰিত কৰি তুলিছে! ক'তো কোনো পাৰ্থিৱ ধাৰণা-অনুভূতিৰ সামান্যতম আৱিলতাৰো আভাস নাই; অথচ সিবোৰ যেন জীৱনৰ নিত্যদিনৰ পাৰ্থিৱ অভিজ্ঞতাৰ ওপৰতেই প্ৰতিষ্ঠিত। গোটেই প্ৰাচীৰ-চিত্ৰৰাজি এনে এক শংখিল ৰূপত সজাই থোৱা হৈছে যে কাষৰ ক্ৰমাগত উচ্চতৰ মজিয়াৰ ওপৰেদি খোজকাঢ়ি গৈ থাকোঁতে ক'ব নোৱৰাকৈয়ে সেই ৰাজপ্ৰাসাদৰ উচ্চতম চূড়াত উপনীত হ'বগে লাগে। আৰু চকুৰ সমুখত ভাঁহি উঠে শেষতম ছবিখনত অংকিত সুদূৰলোকৰ আভাসযুক্ত পৰম নিষ্ক্ৰান্তিৰ প্ৰশান্ত দৃশ্য।

সেইবাৰৰ সেই ভ্ৰমণতে দেখা পালোঁ, অনেক নেদেখা বস্তু। আদি শংকৰাচাৰ্যৰ জন্মস্থান, য'ত আছে শংকৰাচাৰ্যক ঘৰিয়ালে ধৰিছিলহি সেই নৈ-ঘাটটো; ভাৰতৰ শেষতম স্থলবিন্দু কন্যাকুমাৰী, য'ত মিলিত হৈছেহি ভাৰত উপকূল ধুৱাই যোৱা তিনিখন সাগৰ। থিৰব পাৰি, তিনিখন সাগৰৰ তিনিটা ভিন্ন ৰঙৰ তিনিটা পানীৰ ধাৰ— বংগোপসাগৰৰ ঘোলা-হালধীয়া, ভাৰত মহাসাগৰৰ চিয়াহী-নীলা, আৰু আৰব সাগৰৰ ডাঠ-সেউজীয়া। দেখিলেই চিনিব পাৰি, ক'লৈকে কোনটো ধৰি কোনখন সাগৰৰ লুণীয়া পানীৰ। শেষনিশা সাগৰপাৰৰ শিল এটাৰ ওপৰত থিয় হৈ ঔপন্যাসিক মনোজ বসুৱে মোক বাংলাতে কৈ গৈছিল, "সাগৰৰ মাজৰ সৌ আন্ধাৰখিনিলৈ চাই থাকক। কাণ দুখন থিয় ধৰি ৰাখক, সৌ মন্দিৰটোৰ পৰা উচ্চাৰিত মন্ত্ৰৰ গুঞ্জন-ধ্বনি শুনিবলৈ। প্ৰথম শব্দটো আপনাৰ কাণত পৰিবহি, আৰু লগে লগে আন্ধাৰৰ বুকুত জিলিকি উঠিব এটা সোণৰ বিন্দু। মুহূৰ্ততে সি এডাল সোণালী ৰেখা হৈ পৰিব। তাৰ পাচত, মন্ত্ৰটো যেতিয়া শেষ হ'ব, ঠিক তেতিয়াই সাগৰৰ নীলা পানীখিনি চোওঁ নোচোওঁকৈ চুই ওপঙি উঠিব সোণোৱালী বেলিটো। নিভাঁজ ঘূৰণীয়া সেই বেলিটো। আবহমান কাল ধৰি চলি আহিছে, এই সূৰ্যস্তৱৰ উচ্চাৰণ আৰু সূৰ্যোদয়ৰ সময় দুটাৰ অভ্ৰান্ত সমান্তৰাল প্ৰস্ফোটন।" অলপ পাচতে সঁচাকৈয়ে দেখা পালোঁ, সেই অনিৰ্বচনীয় নৈসৰ্গিক দৃশ্য।

উভতি অহাৰ পাচত এবাৰ এখন ৰাভা গাৱঁলৈ গৈছিলোঁ। গাঁওখনৰ নাম বনগাঁও। দুখনৈৰ ওচৰৰ সেই গাঁওখনত কটাই অহা দুটা ৰাতিৰ কথা আজিও মনত পৰে। সাংস্কৃতিক সন্মিলন বহিছিল ৰাভাসকলৰ নিজস্ব গীত-নাচোনেৰে। মোক চিনাকি কৰি দিছিল, 'ডাংগৰ স্কুলানি হেডমাষ্টৰ'! কলেজৰ প্ৰিন্সিপেলৰ পৰিচয় তাতকৈ সহজ আৰু এবোৱেই হ'ব নোৱাৰে। মোক যিটো ঘৰত আথেবেথে শুবলৈ দিছিল, প্ৰথম ৰাতি শুবৰ সময়ত মন কৰিলোঁ, মোৰ মূৰৰ ওপৰৰ চাংখনত কিছুমান কাঠেৰে সজা মুখা আছে। পুৱা সুধিছিলোঁ ঘৰৰ গৰাকীজনক—সেইবোৰ কিহৰ মুখা। মোক তেখেতে ওভোতাই সুধিলে, "ছাৰ, আপোনাক আমনি কৰিছিল নেকি, সেইবোৰে?" মই ধেমালি কৰিয়েই ক'লোঁ, "নাই কৰা। কেৱল ৰাতি কেইবাবাৰো ঠুক্-ঠাক্ শব্দ শুনিছিলোঁ—যেন ক'ৰবাত যুঁজ-বাগৰ চলি আছে, সকুসুৰাকৈ।" মানুহজনে তেতিয়া গহীন সুৰেৰে ক'বলৈ ধৰিলে, "ছাৰ, মই আমাৰ ডেকাবোৰক তেতিয়াই কৈছিলোঁ, দায় লাগিব। ভাৰীকানৰ নাটক আধৰুৱাকৈ সামৰিব নেপায়। নাই, সিহঁতে নুশুনিলে। আজি ৰাতিটো আপুনি থাকক। ডেকাবোৰক মাতি আনি বাকীথিনি ভাৰীকানৰ নাট আপোনাক দেখুৱাওঁ। দায়-জগৰো ভাঙি থও।" গধূলিৰ পৰা মাজনিশালৈকে ভাৰীকানৰ নাচ-গান চালোঁ। বাৰে বাৰে মোৰ মনত পৰিছিল, কেৰালাত দেখি অহা কথাকলিৰ নৃত্যাভিনয়লৈ। ভাৰীকান যেন কথাকলিৰেই দূৰ-সুদূৰৰ প্ৰতিধ্বনি; নাইবা তাৰেই প্ৰথম উকমুকনি। ৰাভাসকলৰ বুৰেঙাৰ আৰু কাঁৰা বাঁহীৰ সুৰ আৰু মাছুলেংকাৰ তাল আজিও মোৰ কাণত বাজি আছে। মনত আছে, 'কাইজুগুৰকায়'ৰ ধেমেলীয়া কথাবোৰ আৰু 'ফাৰকান্তি'ৰ বিননিবোৰ। ৰাভাসকলৰ সাংস্কৃতিক জীৱনৰ কথা মনত পেলালেই মোৰ মনত পৰে দুখনৈৰ ৰাজেন পামলৈ। এই মানুহজনক অসমে এতিয়াও ভালকৈ চিনি নেপায়। হয়তো এদিন চিনি পাবগৈ, সময় যেতিয়া বহুত পলম হৈ যাব।

গোৱালপাৰাত মই যিডোখৰ ঠাইত আছিলোঁ, তাৰ অদূৰেদি বৈ গৈছিল এখন অকণমানি নৈ। নাম তাৰ জিঞ্জিৰাম। তাৰ পাৰঘাটত বহি মই বহুদিন বহুতো ক্ষণত প্ৰকৃতিৰ বিচিত্ৰ সৌন্দৰ্যৰ পোহাৰ

দেখিছিলোঁ। মোৰ অক্ষম কল্পনাৰ বোল সানি সিবিলাকৰ বহু বিচিত্র ৰূপ দিছিলোঁ, মোৰ সেই সময়ৰ কবিতাসমূহত। 'অপৰূপ এই নদী', 'এই নদীয়েদি', 'মৎস্যগন্ধা', 'সন্ধ্যাৰ গুঞ্জন' ইত্যাদি কবিতাত সিঁচৰতি হৈ আছে সেইবোৰ অনেক ছবি। সেইবোৰকে লৈয়েই মোৰ দ্বিতীয়খন কাব্য-সংকলন 'এই নদীয়েদি'। সেইখন প্রকাশিত হ'বৰ সময়তে মোৰ বিশ্বাসটো দৃঢ় হৈ উঠিছিল, 'চিত্রস্তনিত ধ্বনিৰ অপূর্ব মর্মস্পর্শিতাই কবিতা'!

মোৰ ঘৰটো যিজন মানুহৰ আছিল, যাৰ নিজৰ ঘৰটো মোৰ ঘৰটোৰ সমুখতে আছিল, সেই মানুহজনৰ নাম অম্বিকাচৰণ দাস। সেই মানুহজনে এদিন মোক এটা পৰম বিষণ্ণ মুহূর্তত সান্ত্বনা দি কৈছিল, "নৈৰ পানী যদি খায়েই, তেনেহ'লে সদাই ফটফটীয়া পানী খাবলৈ পাব বুলি নেভাবিব। মাজে মাজে ঘোলা পানীও খাব লাগিব।" মই যেতিয়াই কোনো দুর্ভাবনাৰ মুখামুখি হওঁ, কোনো নিন্দা-অপযশৰ আঘাত পাওঁ, তেতিয়াই মই সেই কথাষাৰ মনত পেলাওঁ। মুহূর্ততে মোৰ মনৰ সকলো ডাৱৰ মচ খাই যায়।

গোৱালপাৰাৰ কথা মনত পেলালেই মোৰ মনত পৰে, আৰু এখন মুখলৈ মোৰ মনত পৰে। মানুহজনীৰ নাম আছিল, বাত'—ৰাভা সম্প্রদায়ৰ বিধৱা তিৰোতা। মাজে মাজে আমাৰ ঘৰলৈ আহিছিল। আহিলেই তাই উৰালটো উলিয়াই পিঠাগুৰি খুন্দি থৈ যায়গৈ। যাবৰ সময়ত দুটকা-চাৰি টকা দিওঁ। এদিন তাই দেখিলে, মোৰ ভিতৰ-চোতালত মই পুহিবলৈ অনা কুকুৰা এজনী জলকা লাগি বহি আছে। আচলতে তাইৰ 'ৰাণিখেত' নামৰ কুকুৰাৰ ৰোগটো হৈছিল। বাত'ই মোক সুধিলে, "বাবা, তই এই কুকুৰাজনী কি কৰিবি?" মই ক'লোঁ, "পেলাই দিম। মৰিব।" তাই মোক ক'লে, "তেনেহ'লে মোকে দে। মই ভাল কৰি পুহিম।" তাই সেই আধামৰা কুকুৰাজনী লৈ গুচি গ'ল। কি মন গৈছিল জানো, যাবৰ সময়ত মই সেই কুকুৰাজনীক 'ড্রপাৰ' এটাত অলপ Phosfomin লৈ এনেয়ে খুৱাই দিছিলোঁ। গ'ল কথা গুচিল। এদিন তাই মোক ক'লে, কুকুৰাজনীয়ে কণী পাৰিছে মস্ত-মস্ত। তাৰ পাচত এদিন তাই কুকুৰা-পোৱালি কেইটামান দিলেহি। মই তাইক দাম দিলত তাই নল'লে। ক'লে, "এয়া তোৰ ভাগৰ আধাখিনি।" এনেয়ে কেইটামান টকা দিলোঁ,

ক'লে। ছ'মাহমানৰ পাচত তাই আকৌ ওলালহি, আৰু এবাৰ কুকুৰা-পোৱালি লৈ। তাই আকৌ পইচা ল'ব খুজিলে। ক'লে, "এইবোৰ তোৰ কুকুৰাজনীৰ নাতি পোৱালি। এইখিনি তোৰ ভাগৰ আধা।" মোৰ হাঁহি উঠি গ'ল। সুধিলোঁ, "এনেকৈ দিয়েই থাকিবি নেকি? কেতিয়ালৈকে দিবি?" তাই অলপ পৰ বৈ ক'লে, "যেতিয়ালৈকে তোৰ কুকুৰাজনী নমৰে, তেতিয়ালৈকে।" তাইৰ মুখত হাঁহি বিৰিঙি উঠিল। "নাই। এইবাৰৰ পৰা আৰু নানিবি।" —মই কলোঁ। তাইৰ যে সেই আনন্দটো! যেন কোনোবা মাটি-গিৰীয়ে তাইক আধি খোৱা মাটিডোখৰহে তাইৰ নামত লিখি দিলে!

অৱশেষত, এদিন পঞ্চৰত্ন আৰু যোগীঘোপাৰ ঘাট দুটা গচকি ব্ৰহ্মপুত্ৰ পাৰ হৈ বিলাসীপাৰা পালোঁগৈ। কলেজৰ শ্ৰেষ্ঠ গায়ক জিতেন ডেকাই সুৰ দি গাবলৈ মোক গান এটা বিচাৰি কুটুৰি আছিলহি। সেই গানটো তেওঁক দি থৈ আহিলোঁ, "মই আকৌ আহিম বিপ্লৱৰ নিচান উৰাই—।" আজিলৈকে দুনাই গোৱালপাৰা দেখা পোৱা নাই।

## ॥ জীৱন ছন্দৰ অৰ্দ্ধযতি ॥

"এটা ছুটা সন্ধ্যাতৰা ভুমুকি মাৰিছে।
ক'ব লগা কথাবোৰ ভুলতে নক'ই,
দুৰণিৰ দেৱদাৰু বন থৰথৰ কঁপিব লাগিছে।"
—হৰি বৰকাকতি

সময়ছোৱা তেনেই চুটি। মাথোন তিনিটা মাহ—১৯৭৩ চনৰ জুন মাহৰ পৰা আগষ্ট মাহটো উকলি নোযোৱালৈকে। চহৰখনো সৰু। সিফালে জিলাখনৰ সদৰ ধুবুৰী আৰু ইফালে ৰাজ্যখনৰ হওঁ-হওঁ ৰাজধানী গুৱাহাটীৰ লগত যোগাযোগ ৰখাৰ উপযোগী এটা মাথোন ৰাজআলি, ল'ৰাই-ছোৱালীয়ে একেলগে পঢ়িব-শুনিব পৰা এটা মাথোন হাইস্কুল, ৰঙচুৱা পানীজোলাৰে সৈতে মাহী-পেহীয়ে হাত ফুৰোৱা নামৰ অসুখ (scarlatina) এটাই অলপ আমনি কৰি থকা এটা মাথোন কলেজ, আৰু দেশখনৰ সকলো মানুহে চাই ঘুগুলা কৰা পুৰণি বোলছবিবোৰহে দেখুৱাব পৰা এটা মাথোন ছবিঘৰ—সেই-খিনিকে লৈয়েই সেই চহৰখন, যিখনৰ নাম বিলাসীপাৰা। তাত দুই বুলি ক'বলৈ আছিল মাথোন দুজন ডাক্তৰ—মণ্টু ডাক্তৰ আৰু মমেন ডাক্তৰ। পোনৰজনৰ প্ৰতিপত্তি বিগত কালৰ, পাচৰজনৰ খ্যাতি আগত কালৰ। পাচৰজনৰ সম্পূৰ্ণ নামটো হ'ল, ডাঃ মমেন সৰকাৰ। তাহানি যেতিয়া মই দৰং কলেজত আছিলোঁ, তেতিয়া সেইজন মোৰ ছাত্ৰ আছিল। সময়ৰ সাঁকোৱেদি তাতকৈয়ো মিঠা সম্বন্ধ এটা আহি আমাক আৰু বেচি ওচৰ চপাই দিছিলহি—সেই সময়ছোৱাৰ কিছুদিনৰ আগতে। মোৰ সৰুজনী খুলশালী মিনতিৰ লগত থকা সম্বন্ধটোৰে খেও ধৰি ডাঃ সৰকাৰ হৈ পৰিছিল, মোৰ সৰু শালপতি। স্বাভাৱিকতে, আমি বিলাসীপাৰাত কটোৱা দিনকেইটাত তেওঁলোকৰ ঘৰখন আমাৰ দ্বিতীয় ঘৰ হৈ পৰিছিল।

এদিনৰ কথা মনত পৰে। সময় পালেই ডাঃ সৰকাৰে মোক তেওঁৰ জীপ গাড়ীখনত তুলি ইফালে-সিফালে ফুৰাই আনেগৈ। সেইদিনাও গধূলি সময়ত আমি ওলাই গৈছিলোঁ। গৌৰাং নৈৰ

দলংখনৰ ওপৰত উঠোঁতেই চকুত পৰিল, সমুখৰ ফালৰ পৰা দুটা শক্তিশালী লাইট আমাৰ ওচৰ চাপি আহি আছে। মই ডাঃ সৰকাৰক খেমেলীয়াকৈ সকীয়াই দিলোঁ, "চাব, সেই দুটা আকৌ একেলগে আহি থকা দুখন স্কুটাৰৰ দুটা বেলেগ লাইট বুলি ভাবি মাজেদি সৰকি যাবলৈ চেষ্টা নকৰিব।" প্ৰসংগটো আছিল, সেইদিনা আবেলি আমি পঢ়া 'ইলাষ্ট্ৰেটেড্ উইক্‌লী'ত ওলোৱা কাৰ্টুন-ছবি এখনৰ। সেইখন চাই আমি প্ৰত্যেকেই উৰাই-ঘূৰাই হাঁহিছিলোঁ। এজন চৰ্দাৰজী এখন স্কুটাৰত উঠি গৈ আছে, আৰু সমুখৰ ফালৰ পৰা এখন মটৰগাড়ী হে'ডলাইট দুটা জ্বলাই আহি আছে। চৰ্দাৰজীয়ে ভাবিলে, সেয়া নিশ্চয় দুখন স্কুটাৰ—তেওঁৰ খনৰে লেখীয়া। কোনো কথা নাই, তেওঁ তেওঁৰ স্কুটাৰখন মাজৰ ফাকটোৰেদি পাৰ কৰি নিবলৈ বুলি চলাই দিলে। লগে লগে তেওঁৰ স্কুটাৰে গাড়ীখনত পোনে পোনে খুন্দা মাৰি দিলে। ডাঃ সৰকাৰে সেই হাঁহি উঠা ছবিখনৰ চৰ্দাৰজীলৈ মনত পেলাই গাড়ীখন একাষৰীয়া কৰি দিলে। অলপ পাচতে আমাৰ কাষেদি সশব্দে সবেগে পাৰ হৈ গ'ল, সেই লাইট দুটাৰ গৰাকী দুখন স্কুটাৰ! আমাৰ হাঁহি উঠি গ'ল। ডাঃ সৰকাৰে গাড়ীখন নৰখাই নোৱাৰিলে। আমি দুয়োজনে হাঁহিবলৈ লাগিলোঁ—কাৰ্টুন-ছবিৰ চৰ্দাৰজীয়ে জানো আমাতকৈ ডাঙৰ ভুল কৰিছিল? তাতকৈয়ো বেচি হাঁহি উঠা কথাষাৰ হ'ল, আমাৰ কাষেদি পাৰ হৈ যোৱা স্কুটাৰ দুখনৰ আৰোহী দুজনো চৰ্দাৰজীয়েই আছিল।

এনেকৈয়ে—ঠিক এনেকৈয়ে জীৱনৰ গহীন জাৰণিত নোসোমোৱাকৈয়ে মই বিলাসীপাৰাৰ দিনকেইটা পাৰ কৰি দিলোঁ। বহুদিন ধৰি নোপোৱা জিৰণিৰ জুতি ল'লোঁ, সেইকেইটা দিন। ধৰিব পৰা নাছিলোঁ, মোৰ সমুখৰ ফালৰ পৰা মোৰ পিনলৈ সেয়া কি আগুৱাই আহিছিল—দুখন স্কুটাৰৰ দুটা সুকীয়া হে'ডলাইট, নে এখন গাড়ীৰ এজোৰ যুৰীয়া হে'ডলাইট? মই সেই দুটাৰ মাজেদি সৰকি সমুখলৈ গৈ থাকিব পাৰিম, নে একাষৰীয়া হৈ থমকি বৈ যাব লাগিব? সেইবোৰ কথা ভাবি-চিন্তিয়েই গোৱালপাৰাৰ পৰা লৈ যোৱা মোৰ কিতাপৰ বাকচবোৰ খোলাই নাছিলোঁ। বিলাসীপাৰা কলেজ লাইব্ৰেৰীৰ পৰা আনি মাথোন কেইখনমান ফিলছফিৰ কিতাপ পঢ়িয়েই মগজুটোক মামৰে ধৰিবলৈ নিদিয়াকৈ ৰাখি থৈছিলোঁ।

বিলাসীপাৰা কলেজত খোপনি লোৱাৰ কিছুদিনৰ আগতে মোৰ পুৰণি অনুজপ্ৰতিম বন্ধু ড° দিলীপ বৰুৱাই মোলৈ লেখিছিল, "আমাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত 'ৰীডাৰ' পদটোৰ কাৰণে প্ৰাৰ্থী বিচাৰি জাননী দিয়া হৈছে। বাহিৰৰ দেশবোৰত যোগ্য মানুহক বিচাৰি আনি 'প্ৰফেচাৰ' পদত নিয়োগ কৰে। আপুনি যদি জাননীখনৰ সঁহাৰি জনাই আবেদন কৰে, তেনেহ'লে আপুনি নিশ্চয় অনায়াসে নিযুক্তি পাব। আৰু সময়ত নিশ্চয় 'প্ৰফেচাৰ' হ'বগৈ পাৰিব।" মই চিন্তা কৰিছিলোঁ, মোৰ প্ৰাথমিক অৰ্হতা (primary discipline)-ৰ কথাবাৰ লৈ; মানুহ হ'লোঁ ইংৰাজীৰ এম. এ., কামটো হ'লগৈ অসমীয়া বিভাগৰ স্নাতকোত্তৰ মহলাৰ। ড° বৰুৱাৰ চিঠিখন পাই চকু-কাণ মুদি দৰখাস্ত এখন পঠিয়াই দিলোঁ। পোনৰবাৰ কাৰ্যকৰী সমিতিৰ বৈঠকত কিবা অপুদমতীয়া কথা ওলাই বাচনি সমিতিৰ অনুমোদন বাতিল হ'ল। উভতি চাই ভাবিছোঁ, সেইবাৰো যে মনোনয়নটোকে পাইছিলোঁ—সেয়াও সোঁতৰ বিপৰীত গতিহে আছিল। মনত পৰে, দুগৰাকী বিশেষজ্ঞৰ ভিতৰত এগৰাকীৰ কপট প্ৰশ্নবাণ। দুটা-এটা প্ৰাসংগিক প্ৰশ্ন কৰি মোক ধৰাশায়ী কৰিব নোৱাৰি সিজনে অলপ আওপকীয়া ধৰণেৰে সুধিছিল, "পুৰণি অসমীয়া সাহিত্যৰ বিষয়ে একো নেজানে বুলিয়েই উত্তৰটো পোৱা যাব, নহয় জানো?" মই অনুভৱ কৰিবলৈ বাধ্য হৈছিলোঁ, সিগৰাকীয়ে সৌজন্যবোধৰ ৩৮° ডিগ্ৰী অক্ষৰেখাডাল অলপ চেৰাই গৈছে! গতিকে, চুঙা চাই সোপা দি ক'লোঁ, "হয়, ঠিক যেনেকৈ বহুতৰ পৰা উত্তৰ পোৱা যাব—আধুনিক অসমীয়া সাহিত্যৰ বিষয়ে একো নেজানে!" মোৰ নিজৰে বেয়া লাগিছিল, সেইজন বিশেষজ্ঞক তেনেকৈ ক'বলগীয়াত পৰিছিলোঁ কাৰণে। কাৰণ, সিগৰাকীৰ পাণ্ডিত্যৰ প্ৰতি মোৰ শ্ৰদ্ধা যথেষ্ট গভীৰ আছিল। আজিও অটুট হৈয়েই আছে। যি কি নহওক, দ্বিতীয়বাৰ জাননী ওলালত আকৌ সঁহাৰি দিলোঁ। সেইবাৰ কোনো অঘটন নঘটিল। আজি মোৰ মনত পৰিছে, ড° দিলীপ বৰুৱা আৰু উপাচাৰ্য জিতেন্দ্ৰনাথ দাস—দুয়োজনৰে কথা। উপাচাৰ্য দাসদেৱৰ প্ৰতি মোৰ শ্ৰদ্ধাৰ পুৰণি উহটো হ'ল, সিজনে তাহানিখনেই 'আৱাহন'ৰ পাতত ধাৰাবাহিক ৰূপত লেখা 'ধন-বিজ্ঞানৰ ক-খ' খন। মাজে মাজে এতিয়াও ভাবোঁ, ইংৰাজী

'ইকনমিক্স'ৰ প্ৰতিশব্দটো 'অৰ্থনীতি' নহয়—'ধন বিজ্ঞান'হে।৮
পোনৰটো ধাৰ কৰি অনা পৰিভাষাৰ নিদৰ্শন, পাচৰটো ভিতৰৰ পৰা
উজাৰ খাই অহা ভাষাৰ নমুনা। যাওক সেইবোৰ কথা। মই
মুকলিকৈয়ে ক'ব পাৰোঁ, এই দুগৰাকী মোৰ শুভানুধ্যায়ীৰ
আনুকূল্যৰ অবিহনে মই নিশ্চয় অসমীয়া ভাষা-সাহিত্যৰ ধাৰ নিছিগা
সেৱা কৰাৰ সুযোগটো কোনোকালেই নেপালোহেঁতেন। সেই
দুজনেই মোৰ কাৰণে জীৱনৰ এখন বহল চোতাল চিকুণাই দিলে।

এইদৰেই ১৯৭৩ চনৰ চেপ্তেম্বৰ মাহত মোৰ পঢ়াশলীয়া জীৱনৰে
চিনাকি ডিব্ৰুগড় চহৰত খলি পুতিলোঁহি। পোনতে চিৰিংচাপৰিত
ভেৰোণীয়া ঘৰ এটা ল'লোঁ। ট্ৰাক এখনত মোৰ মালবস্তু আৰু
কিতাপৰ বাকচবোৰ লৈ মোৰ পিচে পিচে আহিল, গোৱালপাৰা
কলেজত পঢ়ি উত্তীৰ্ণ হোৱা দুজন ছাত্ৰ—ৰাধাচৰণ ৰাভা আৰু সুলোচন
ৰাভা, যি দুজনৰ মোৰ প্ৰতি থকা মৰমৰ কথা এই জীৱনত পাহৰিব
নোৱাৰিম। মোৰ ঘৰ উলিয়াব নোৱাৰি, তেওঁলোক মিলন নগৰত
ওলালগৈ। ভাবিলে, কাৰোবাক সুধি লোৱা ভাল হ'ব। ৰাতি পুৱাবৰ
সময়ত কোনো সাৰ পাই উঠা নাই। চকুত পৰিল, মুকলি পথাৰখনৰ
সিপাৰে এটা ঘৰৰ দুৱাৰ মুকলি। গৈয়েই দেখিলে, আগফালে দেৱালত
এখন নাম-ফলি। তাত লিখা আছে—লীলা গগৈ, অসমীয়া বিভাগ,
ডিব্ৰুগড় বিশ্ববিদ্যালয়। তেওঁলোকে সৰুকৈ মাত দিলে, "বাইদেউ
বাৰু এইফালে মাত দিবনে?" অলপ পাচতে গা'ত এখন এৰী-চাদৰ
ছাটি মাৰি ওলাই আহিল—বাইদেউৰ সলনি ভিনিদেউ। তেখেতৰ
পৰাই চিৰিংচাপৰি কোনখিনিত আৰু মই লোৱা ঘৰটোৰ ভূ লৈ
চিৰিংচাপৰিত ওলালহি। তেতিয়াহে তেওঁলোকে গম পালে, নাম-
ফলিখনৰ নামটোৰ গৰাকিনী বাইদেউ নহয়—গৰাকীয়নীহে; আচল
গৰাকী সেই বিয়াগোম মানুহজনেই, যিজনে তেওঁলোকক মোৰ
ঘৰটোৰ ভূ দি পঠিয়ালে।

ওচৰ-অতীতৰ কথাবোৰ বেচিকৈ নকওঁ। ভুল কৰি ব'তে-ত'তে
উজুটি খোৱাৰ সম্ভাৱনা। তদুপৰি, দহ বছৰৰ ভিতৰৰা এখন সমূহীয়া
জুমৰ পোহৰ-ছবি চাই ক'বলৈ টান—সেই মানুহজুমৰ কোনজন মানুহ
নিৰপেক্ষ বিচাৰত সঁচাসঁচিকৈয়ে ধুনীয়া আৰু কোনজন মানুহ অলপ
আগঢ়া। কাৰণ, সেই মানুহজাকৰ গঢ়-গতিবোৰতকৈ সাজপাৰৰ

পৰিপাটিতাইহে পোনতে চকু টানি নিব। অথচ, একে ধৰণৰ বেঁচি পুৰণি পোহৰ-ছবি এখনত সাজপাৰৰ বিসংগতিয়ে গঢ়-গতিৰ সঠিক উমানটোক অকণো আগচি নধৰে। কাৰণ, সকলোৰে সাজপাৰত সমান আঁৰ! গতিকে, সমূহীয়াকৈ কৈ থওঁ, এতিয়ালৈকে এই যে পোন্ধৰটা বছৰ ডিব্ৰুগড়ত কটালোঁ, সেই সময়ছোৱাত বিশ্ববিদ্যালয়-খনলৈ প্ৰতিটো বছৰেই দুটা বছৰ কটাই যাবলৈ অহা প্ৰতিটো চামৰ ছাত্ৰ ছাত্ৰীবোৰৰ পৰা অশেষ আৰু অনিৰ্বচনীয় মৰম-শ্ৰদ্ধা লভিলোঁ; মোৰ সতীৰ্থসকলৰ—বিশেষকৈ অসমীয়া বিভাগৰ—সকলোৰে পৰা অফুৰন্ত মৰম-সহানুভূতি লভি আনন্দৰ গৰাকী হ'লোঁ; মোৰ সহযোগী বিষয়া-কৰ্মচাৰীসকলৰ পৰা আৰম্ভ কৰি ড্ৰাইভাৰ-পিয়ন-চকীদাৰলৈকে সকলোৰে শুভেচ্ছা-সদিচ্ছাৰ অনন্ত বাৰিধাৰাত স্নান কৰিলোঁ। তথাপি, এটা কথা নক'লে আসৈ মতা হ'ব। সময় যিমানে দীঘলীয়া হৈ আহিছে, সিমানে দুই-এটা তিতা অভিজ্ঞতা পোৱাৰ সুৰুঙাটোও বহল হৈ আহিছে। সোঁৱৰণী হিচাপে সেইবোৰ সাঁচি থোৱাৰ হেঁপাহ মোৰ নাই। জীৱনৰ পঢ়াশালিত কিন্তু এষাৰ কথা পাহৰিব নোৱাৰাকৈ শিকিলোঁ: পৃথিৱীত অতি কম মানুহ আছে, যি পুবেদি ওলোৱা বেলিটো আৰু পশ্চিমত লাহ দিয়া বেলিটো—দুয়োটাকে একেটা বেলি বুলি ঠাৱৰাব জানে! সেই কথাষাৰ নেজানে কাৰণেই সৰহভাগ মানুহে এদিন যিডাল জখলাৰে বগাই ওপৰলৈ উঠিছিল সেইডালকে আন এদিন দৈয়াই পেলাবলৈ, যিজনে এদিন কিবা উপকাৰ সাধিছিল সিজনকে আন এদিন গোপনে নিন্দা কৰিবলৈ অথবা সিজনৰ অহিত চিন্তিবলৈ হোঁহকা-পিছলা নকৰে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত তেনেকুৱা দুই-এজনক ভুলতে লগ নোপোৱাকৈ থকা নাই। কিন্তু, সেইবোৰ দুৰ্লভ অভিজ্ঞতাই মোৰ আনুভূতিক জীৱনটোক ক'ব নোৱাৰাকৈয়ে চহকী কৰি থৈ গৈছে।

ডিব্ৰুগড় বিশ্ববিদ্যালয়লৈ আহি মোৰ সহকৰ্মী হিচাপে লগ পালোঁ, কেইবাজনো গুণী অসমীয়া ভাষা-সাহিত্যৰ নিষ্ঠাবান পূজাৰীক। আহিয়েই লগ পোৱা মোৰ চাৰিজন সহকৰ্মী হ'ল: ড° কেশৱানন্দ দেৱগোস্বামী, ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, ড° শৈলেন ভৰালী আৰু ড° নগেন শইকীয়া। ড° লীলা গগৈ তেতিয়া বিভাগৰ পৰা আঁতৰি ডিব্ৰুগড় বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰণয়ন আৰু সমন্বয়

সমিতিৰ সম্পাদক বাব লৈ বিশেষ দায়িত্বৰ অধিকাৰী হৈ থাকিব-লগীয়া হৈছিল। ড° গোস্বামী আৰু ড° ভৰালী—দুয়োগৰাকী তাহানি কটন কলেজত মোৰ পোনপটীয়া ছাত্ৰ আছিল। ড° শইকীয়া তেতিয়ালৈকে ডক্টৰেট উপাধি পিন্ধাত অনাগ্ৰহী হৈয়েই আছিল; পাচলৈ মোৰ তত্ত্বাৱধানতেই উপাধিটোৰ অভিমুখে গৱেষণাত লিপ্ত হৈ পৰিছিল। ড° দেৱগোস্বামীৰ লগত মোৰ সম্বন্ধটো আছিল বঙলা ভাষাত বোলে 'গুৰুভাই'—সেইটিৰ লেখীয়া; আমি দুয়ো ড° নেওগৰ অধীনত ডক্টৰেট উপাধি সংগ্ৰহ কৰিছিলোঁ—অগা-পিচাকৈ। এই আটাইকেয়োজনৰে অকুণ্ঠ পৰিশ্ৰম আৰু একনিষ্ঠ সহযোগিতাৰ ওপৰত নিৰ্ভৰ কৰি মই বিভাগটোৰ সম্প্ৰসাৰণ আৰু কৰ্মপৰিসৰৰ নতুন আয়তন সংগ্ৰহৰ কামত ব্যস্ত হৈ পৰিছিলোঁ। লগে লগে মই নিজৰ বৰীয়াকৈয়ো কেইবাখনো কিতাপ ওপৰাওপৰিকৈ লেখি উলিয়ালোঁ। সিবিলাকৰ পাণ্ডুলিপি প্ৰস্তুতিৰ কামত আটাইতকৈ নিৰ্ভৰযোগ্য সহায় লাভ কৰিছিলোঁ, বিভাগীয় কৰ্মসচিব দেৱকুমাৰ গগৈৰ পৰা। এটা কথা মন কৰিছোঁ, অসমত এবিধ মানুহৰ ভীষণ নাটনি। সেয়া হ'ল, পাণ্ডুলিপি যুগুতাই দিব পৰা উপযুক্ত নকলকাৰ। কিছুমানৰ আখৰ লাকুবন্ধা ধৰণৰ, কিছুমানৰ আখৰ-জোঁটনি ত্ৰুটিযুক্ত, আৰু কিছুমানৰ ডাঙৰ দোষ—খোদাৰ ওপৰত খোদগিৰি কৰা ধৃষ্টতা। দেৱ-কুমাৰ গগৈ তিনিওটা দোষৰ পৰা সম্পূৰ্ণ মুক্ত।

এনেতে পাটিঅলাৰ পাঞ্জাৱী বিশ্ববিদ্যালয়ত পাঞ্জাৱৰ ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াৰ অক্লান্ত চেষ্টাত মহাপুৰুষ শংকৰদেৱ আসন প্ৰতিষ্ঠিত হ'ল। কিন্তু, সেই আসনত বহুওৱাৰ উপযুক্ত প্ৰাধ্যাপক এগৰাকী অসমত নোলাল। পাচত অৱশ্যে ড° নেওগ সিখনৰ অধিকাৰী হ'লগৈ। কিন্তু, তালৈ নবৈ ৰাজ্যপাল চৌধুৰীদেৱে সাময়িকভাৱে এগৰাকী সহ-প্ৰাধ্যাপক নিযুক্ত কৰাই কামৰ দিশ-নিৰ্ণয়ৰ কথাষাৰ পাতিলে। মানুহ বিচাৰি তেখেতে উপাচাৰ্য জিতেন্দ্ৰনাথ দাসদেৱলৈ লিখিলে। তেখেতে মোক সুধিলে, কোনোবা চকুত পৰে নেকি? মই ড° দেৱগোস্বামীলৈ আঙুলিয়াই দেখুৱালোঁ। সময়ত তেখেতে সেই কামৰ ভাৰ লৈ গ'লগৈ। তালৈ গৈ তেখেতে শিখ ধৰ্মৰ এখন প্ৰধান গ্ৰন্থ 'জপুজী'খন অসমীয়া ভাষালৈ পদবন্ধত ভাঙি উলিয়ালে। সময়ত সেইখন মোলৈ পঠিয়ালে—বোলে

ইংৰাজীলৈ ভাঙি দিব লাগে, অসমীয়া পদ-ভাঙনিখৰ চাই। মইো ইংৰাজী verse form-ত সিখন ভাঙি উলিয়াবলৈ ল'লোঁ। কামটো শেষ কৰি উঠিলোঁ, ১৯৭৬ চনৰ ৪ এপ্ৰিলৰ দিনা। মই বিশ্বাস কৰোঁ-নকৰোঁ স্বকীয়া কথা, 'জপুজী'খন হেনো বাৰুকৈয়ে কালিকা লগা পুথি। পাচত ড° দেৱগোস্বামীয়ে মোক খবৰটো দিছিল, সেইখনৰ পুনৰীক্ষকজনেও হেনো সেইখন পুনৰীক্ষণ কৰিবলৈ লৈয়েই হৃদযন্ত্ৰটো থমকি ৰৈ যোৱা ৰোগটোৰ লগত সখী পাতিছিল।

মোৰো তেনেকুৱা কিবা এটাই হৈছিল। সেইদিনাখনেই আবেলি ডেৰমান বজাত ফাতেহা-দোৱাজ-দাহাম উপলক্ষে বিশ্ববিদ্যালয়ৰ চৌহদতে এখন ৰাজহুৱা সভা তথা আলোচনা-চক্ৰ আহ্বান কৰা হৈছিল। মই 'জপুজী'খন শেষ কৰি উঠি চাহ এপিয়লা খাওঁ বুলি ভাবিছোঁহে, এনেতে মোৰ ডাক পৰিল—সভালৈ যাব লাগে। সভাৰ সভাপতিত্ব কৰাৰ ভাৰটোও মোৰ ওপৰতে আছিল। গতিকে, চাহ-পিয়লাৰ লোভ সামৰি সভাঘৰ পালোঁগৈ। সভাৰ কাম পোনৰ-ডোখৰ ভালেই চলিছিল। হঠাৎ কি হ'ল ক'ব নোৱাৰোঁ, মই অনুভৱ কৰিলোঁ মোৰ চশ্‌মাজোৰৰ কাঁচ দুখন যেন অস্বচ্ছ হৈ উঠিছে! ধাৰণা হ'ল, মই আন কাৰোবাৰ চশ্‌মা পিন্ধিছোঁ। জানোচা লেপেটা কাঢ়ি বহি থকাৰ কাৰণেই ভৰি দুখন সিৰামুৰি দি ধৰিছে, সেইবুলি ভাবি ভৰি দুখন মেলি দিলোঁ। কিন্তু, অৱস্থাৰ উন্নতি নহ'ল। বাহিৰলৈ ওলাই গ'লোঁ। এটা চুৰট হুপি অলপ স্বস্তি অনুভৱ কৰিলোঁ। লগে লগে উভতি আহিলোঁ। পাঁচ মিনিটমান পাৰ হৈ যোৱাৰ পাচত মই দেখিলোঁ, মানুহৰ মুখবোৰ অস্পষ্ট হৈ উঠিছে। যেনিয়েই চকু ঘূৰালোঁ তেনিয়েই দেখিলোঁ, আটাইবোৰ বস্তুৱেই যেন মাজতে থিয়কৈ এডাল ৰেখা টানি দুয়োটা ফালৰ এফাল ওপৰত আৰু এফাল তলত ৰৈছে। ভূমিৰেখাডাল যেন অসমান হৈ পৰিছে। মোৰ কথাবোৰো খেলিমেলি হৈ গ'ল। কাৰ নাম কি বুলি ক'লোঁ, তাৰ সামঞ্জস্য নোহোৱা হৈ পৰিল। আটাই-বোৰেই ভাবিলে, মই অলপ ৰঙিয়াল মেজাজত আছোঁ। কোনোবা এজনে মোৰ কাণে কাণে কিবা এষাৰ ক'লে, মোৰ কাণখনে একোৱেই নুশুনিলে। তাৰ পাচত মোৰ মাথোন এটা কথাই মনত পৰে, মোৰ মূৰটো যেন গলধনৰ ওপৰত সোলোকঢোলোক হৈ পৰিল—ঠিক

যেনিবা নট-নটী, স্থলকি পৰাৰ পাচত 'ষ্টেজ'ৰ ওপৰত সোলোক-ঢোলোককৈ থিয় হৈ থকা 'টেবুল-ফেন' এখন। তাৰ পাচত মই হেনো ঢলি পৰিলোঁ।

মোক লৰালৰিকৈ অসম মেডিকেল কলেজলৈ লৈ যোৱা হ'ল। বাটত হেনো বিশ্ববিদ্যালয়ৰ প্ৰশাসনিক বিষয়া বীৰেন বৰাই মোৰ নাড়ীৰ উমান লৈছিল, প্ৰায় দহ মিনিটমান সময় কোনো স্পন্দনেই নাছিল। মেডিকেল কলেজত মোক ডাঃ বি. এচ. বৰুৱাই চালে। পাচত তেওঁৰ চিনাকিটো পাইছিলোঁ, এসময়ত তেওঁ মোৰ ছাত্ৰ আছিল—কটন কলেজত। ঘৰ গৌৰীপুৰত। তেওঁ হেনো মোৰ কাণৰ ওচৰত চিঞৰি চিঞৰি মোক মাতি চাইছিল; কিন্তু মোৰ পৰা কোনো সঁহাৰি পোৱা নাছিল। মোৰ সোঁ ভৰিখনৰ অনামিকা আঙুলিটো ভাগি যোৱাকৈ মুচৰি চাইছিল, আলপিনেৰে হেনো খুচিও চাইছিল, মোৰ কোনো সঁহাৰিয়েই পোৱা নাছিল। ইতিমধ্যে, ড° দিলীপ বৰুৱাই মোৰ পৰিবাৰক লৈ মেডিকেল কলেজ পোৱাইছিলগৈ। মোৰ পৰিবাৰে ডাক্তৰগৰাকীক সুধিলে, 'মোৰ অৱস্থাটো কেনে দেখিছে! ডাক্তৰে হেনো উত্তৰ দিছিল, "ঈশ্বৰৰ ওপৰতেই নিৰ্ভৰ কৰে।"

ঈশ্বৰৰ ওপৰতেই নিৰ্ভৰ কৰিছিল। ফাতেহা-দোৱাজ-দাহাম উপলক্ষে গোট খোৱা ডিব্ৰুগড়ৰ মুছলিম ৰাইজে মৰমতে মোৰ নামত কেইবাটাও মছজিদত দোৱা পঢ়িছিল, মোনাজাত কৰিছিল।

নিশা দুই বজাত জ্ঞান পাইছিলোঁ—সম্পূৰ্ণ ১১ ঘণ্টাৰ পাচত। চকু মেলি দেখিছিলোঁ, মোৰ পৰিবাৰ মোৰ ওচৰতে থিয় দি আছিল। তেওঁৰ কপালৰ সেন্দুৰৰ ফোঁটটো জলজলকৈ মোৰ চকুত পৰিছিল। মই তেওঁক সময়টো সুধি লৈয়েই আকৌ গভীৰ টোপনিত মগ্ন হৈ পৰিছিলোঁ। পাচত শুনিছিলোঁ, সেই ৰাতি হেনো মই ঘণ্টাৰ পাচত ঘণ্টা ধৰি অনৰ্গল কবিতা আবৃত্তি কৰিছিলোঁ—টোপনিৰ মাজতেই। কেইবাজনো কনিষ্ঠ চিকিৎসকে হেনো মোৰ মুখৰ আবৃত্তি শুনি শুনিয়েই ওৰেটো ৰাতি মোৰ ওচৰত কটাই দিছিল। তেওঁলোকৰ ভিতৰত এজন আছিল, কেইবাখনো উপন্যাসৰ লেখক ডাঃ বীৰেন ডেকা। মই মন কৰিছোঁ, সেই ৰাতিয়েই মোৰ মনৰ কুঠৰীৰ পৰা অসংখ্য কবিতাৰ স্মৃতি কোনোবাকালে হেৰাই

গুচি গ'ল। এটা কথা মনত আছে, সেই ৰাতি মই এনে এটা ধাৰ নিছিগা সপোন দেখিছিলোঁ, যিটোৰ বৰ্ণনা দিবলৈ মই অক্ষম। যেন মোৰ মূৰৰ ভিতৰলৈ বৈ আহিছিল, এটা গম্ভীৰ নীল জলপ্ৰপাতৰ অনন্তসুন্দৰ প্ৰবাহ। তাতকৈ অধিক বৰ্ণনা দিয়াৰ শক্তি মোৰ নাই।

১৭ দিন যোৱাৰ পাচত মই মেডিকেল কলেজৰ পৰা মুক্তি পালোঁ। কিন্তু, আনৰিয়া অৱস্থাত এই অনুভূতিটোৱে মোৰ লগ নেৰিছিল, মোৰ মূৰৰ ভিতৰৰ চিলিঙিখনৰ পৰা কিবা এটা যেন সুলকি পৰি তলত এনেয়ে ওপঙি আছে। আৰু অনুভৱ কৰিছিলোঁ, মূৰৰ ভিতৰত যেন এডোখৰ ডেকৃডেকীয়া ঘা—মাজে মাজে তাৰ পোৰণিটোৱে মোক অস্থিৰ কৰি তুলিছিল। লগতে সেই সময়-ছোৱাত মোক অদ্ভুত এটা ভয়ে হেঁচি ধৰিছিলহি, মোৰ স্মৃতি-শক্তিটোও একেবাৰে বিলুপ্ত হৈ পৰিছিল। তাৰ ভিতৰতে মই হেনো মোৰ পৰিবাৰক 'আকাশ বাণী'ত দিবলৈ ৰামস্বামী মুদালিয়াৰৰ সম্পৰ্কে কথিকা এটাৰ কথাখিনি শ্ৰুতলিপি দিছিলোঁ। মোৰ কিন্তু আজিলৈকে মনত নাই—তেনেকুৱা কিবা এটা কৰাৰ কথা। মোৰ পৰিবাৰে হেনো পুৰণি 'হিন্দুস্থান ইয়েৰ বুক'ত মই কোৱা প্ৰাসংগিক চন-তাৰিখবোৰ বিচাৰি চাইছিল। মিলি যোৱা দেখি সান্ত্বনা লভিছিল, মোৰ মগজুটো নষ্ট হৈ যোৱা নাই।

মেডিকেল কলেজতে মৃত্যুৰ দুৱাৰদলিৰ পৰা উভতি অহাৰ দুদিন-মান পাচতেই মই ৰিণিকি ৰিণিকিকৈ গম পালোঁ, মোৰ অসুখটো কি হৈছিল। মোৰ সহকৰ্মী ড° সত্যেন গোস্বামীয়ে মোক তাৰ আভাস দিছিল। সেয়া হেনো হৃদযন্ত্ৰটো স্তব্ধ হোৱাৰ সমগোত্ৰীয় মস্তিষ্কযন্ত্ৰটো স্তব্ধ হৈ যোৱাৰ ঘটনা। তেতিয়া মোৰ মনত পৰিছিল, তাৰ এটাপ সিফালেই সন্ন্যাস নামৰ ৰোগটো। কথাষাৰ জানি মই উচপ্ খাই উঠিছিলোঁ, মোৰ নিজৰ জীৱনটোৰ কথা ভাবি নহয়—মোৰ পৰিয়ালটোৰ পাৰ হৈ যোৱা বিপদটোৰ কথাষাৰহে ভাবি। এটা কথা কৈ থওঁ, ডিব্ৰুগড়ৰ ভিতৰত মোৰ বাবে আটাইতকৈ লোভনীয় ঠাইডোখৰ হ'ল, চৌকিডিঙি শ্মশানখন। জীৱনত মই বহুতো ঠাইৰ বহুতো শ্মশান দেখা পাইছোঁ, কিন্তু এইখনৰ দৰে পৰিষ্কাৰ-পৰিচ্ছন্ন শ্মশান দ্বিতীয় এখন ক'তোৱেই দেখা নাই। মই যে ডিব্ৰুগড়তেই

নিশাজীকৈ বহিলোঁহি, তাৰ অন্তৰালত অন্য কেইবাটাও ভজভূজিৰ লগতে এইবাৰ কথাৰ ভৱটোও যথেষ্ট আছিল।

অৱশ্যে, চৰণেহে জানে মৰণৰ ঠাই। মই যে ডিব্ৰুগড়তেই আছোঁহি বুলিয়েই ইয়াতে শেষৰ নিশাহটো পেলাম, সেইবাৰ কথাৰ নিশ্চয়তা কোনে দিব পাৰে! মেডিকেল কলেজৰ ৪নং ৱাৰ্ডত থকা দিনকেইটাৰে এদিনৰ ৰাতিটোৰ কথা মনত পৰে। সেই ৰাতি হঠাৎ সাৰ পাই গম ল'লোঁ, মোৰ কাষৰ বিচনাখনত ৰাককৈয়ে উহ্ মিহ্ লাগিছে। ডাক্তৰে নাৰ্চক কোৱা শুনিলোঁ, অক্সিজেনৰ চিলিণ্ডাৰ লাগে। চিলিণ্ডাৰ আনি নাকত নলিচাডাল লগাই দি গম পালে, চিলিণ্ডাৰটো দেখোন উদং হৈ আছে। অলপ পাচতে আন এটা চিলিণ্ডাৰ আনি থান-থিত লগাই দেখিলে, সেইটোত যান্ত্ৰিক বিজুতি! তাৰ সাফৰখন খুলিবই নোৱাৰি। তৃতীয় এটা চিলিণ্ডাৰ বিচাৰি ৱাৰ্ড-বয়বোৰে ঢাপলি মেলিলে। অক্সিজেনেৰে ভৰপূৰ সেই চিলিণ্ডাৰটো আনি দেখিলে মানুহজনৰ নাকৰ পাহি দুটা জঁয় পৰি গৈছে। সিজনে তেতিয়া আৰু নাকেৰে একোকে উজাব নোৱাৰে—হেজাৰো নলী-নলিচা লগাওক! এজন কনিষ্ঠ চিকিৎসকে মোক কৈ থৈ গ'ল, "আপুনি শুই থাকক।" পুৱা সাৰ পাই উঠি দেখিলোঁ, মোৰ দুয়োকাষৰ দুয়োখন বিচনাই উদং। নাৰ্চক সুধিলোঁ, "এইজনৰ আকৌ কি হ'ল?" উত্তৰ পালোঁ, তেওঁ হেনো ইজনতকৈয়ো আগতে গ'লগৈ। মই মাজৰ বিচনাখনতে শুই থাকিলোঁ—পুৱা সাৰ পাই উঠিবলৈ! অতদিনে আটায়ে জানিছিল, মোৰ অধিকাৰত থকা বিচনাখনহে কালিকা লগা—তেতিয়ালৈকে সেইখন বিচনাত হেনো একেটা মাহতে তিনিজনে সাৰ পাব জনা নাছিল।

সেই সময়ৰ অসম মেডিকেল কলেজৰ দুটা কথা মোৰ মনত আছে। প্ৰথম কথাটো হ'ল, তেতিয়াৰ দিনৰ মেডিকেল শিক্ষাদানৰ প্ৰায়োগিক শ্ৰেণীবোৰ। নিতৌ অধ্যাপকসকলে ৰোগীক সমুখত লৈ ছাত্ৰ-ছাত্ৰীবোৰক ৰোগৰ বিষয়ে বৰ প্ৰাঞ্জলকৈ ৰোগৰ নিদান, লক্ষণ আৰু বিকাৰসমূহ তন্ন তন্নকৈ ব্যাখ্যা কৰা দেখা পাইছিলোঁ। এদিন ডাঃ বি. এচ. বৰুৱাই মোৰ কাষৰ বিচনাৰ ৰোগীজনক আগত লৈ অস্থি-সংস্থানৰ বিষয়ে বুজাই আছিল। মেডিকেলৰ ছাত্ৰ নোহোৱাকৈয়ে কথাবোৰ মায়া বুজি গৈছিলোঁ। পেয়িং কেবিনলৈ স্থানান্তৰিত হোৱাৰ

পাচত লক্ষ্য কৰিছিলোঁ, পুৱা চাৰে ন বজামানৰ পৰা ডাক্তৰসকলৰ লানি নিছিগা সোঁত আৰু তেখেতসকলৰ পাচে পাচে পাঁচ-ছ'জনকৈ ছাত্ৰ-ছাত্ৰীৰ একোটা জুম। আজিকালি দেখিছোঁ, সেই দিশটোৰ চকুত পৰা ধৰণৰ অৱনতি ঘটিছে। দ্বিতীয় কথাটো হ'ল, ৰাতিপুৱা ৫নং ৱাৰ্ডৰ বাৰাণ্ডাৰ পৰা দেখি থকা এটা দৃশ্য। ৰাতিপুৱা শাৰী পাতি পাতি হোষ্টেলৰ পৰা ওলাই অহা নাৰ্চসকলৰ শোভাযাত্ৰা। সকলোৰে সাজপাৰবোৰ আটকধুনীয়াকৈ পৰিপাটি। সেই দৃশ্যটো দেখা পাই মোক এদিন সহযোগী এজনে কৈছিল, "কেনেকুৱা লাগিছে জানে? যেনিবা অসংখ্য পাখিলগা পৰুৱা—গাঁতৰ ভিতৰৰ পৰা ওলায়েই আছে, ওলায়েই আছে।" ক'ব নোৱাৰোঁ, সেই মানুহজন যদি ভিতৰি ভিতৰি কবি আছিল।

মেডিকেল কলেজৰ পৰা মুক্তি পালোঁ যদিও আৰোগ্য হ'বলৈ মোৰ বহুদিন লাগিছিল। হঠাৎ একোদিনা ৰক্তচাপ বাঢ়ি গৈ ২০০-ৰ ওচৰ পায়গৈ আৰু কেতিয়াবা তাকো চেৰাই যায়। তেতিয়া মই বিখ্যাত চিকিৎসাবিদ্ ডাঃ মথুৰানাথ ভট্টাচাৰ্যদেৱৰ ওচৰ চাপিলোঁ। তেখেতে মোক তন্ন তন্নকৈ পৰীক্ষা কৰি উঠি মোক এটা নতুন ঔষধৰ বিধান দিলে। ঔষধটোৰ প্ৰথম বড়িটো খাই উঠিয়েই অনুভৱ কৰিলোঁ, মোৰ মূৰৰ ভিতৰৰ গিজগিজনিটো নোহোৱা হৈ গ'ল। সেই ঔষধটোৰ নাম আছিল, Cyclospasmol। অসম মেডিকেল কলেজে মোৰ অসুখটোৰ নাম কৈছিল, Transient Cerebral Ischaemia; ডাঃ ভট্টাচাৰ্যই সিদ্ধান্ত কৰিলে, সেয়া Hypertensive Encephalopathy-ৰেই অভিব্যঞ্জনা। যি কি নহওক, ডাঃ ভট্টাচাৰ্যৰ চিকিৎসাত মই লাহে লাহে হেৰোৱা স্বাস্থ্য ঘূৰাই পালোঁ। ডাঃ ভট্টাচাৰ্যৰ ওচৰত মই চিৰজীৱনলৈ কৃতজ্ঞ। আৰু এটা কথা। মোক ইমান দীঘলীয়া কাল চিকিৎসা কৰাৰ বিনিময়তো তেখেতে মোৰ পৰা ফুটা কড়ি এটাও নল'লে। প্ৰত্যেকবাৰেই তেখেতক মই তেখেতৰ ফিজ্‌টো যাচিছিলোঁ, নল'লে যে নল'লেই, বৰং তেখেতৰ ফালৰ পৰাহে মোক ইটো-সিটো নমুনাৰ ঔষধ মোক দি পঠিয়াইছিল। মই তেখেতৰ ভতিজাক অধ্যাপক প্ৰফুল্ল ভট্টাচাৰ্যৰ পৰা এবাৰ কথাৰ গম পাইছিলোঁ। তেখেতে যেতিয়া কোনোবা ৰোগীক নমুনাৰ ঔষধ যাচি দিয়ে, তেতিয়া জানিব লাগিব—সিজনৰ পৰা তেখেতে চিকিৎসা-সেৱাৰ ফিজ্‌টো নলয়।

তাৰ পাচত, দুটা বছৰ মই একো কৰিব পৰা নাছিলোঁ। কেৱল তাৰ আগৰ ছোৱা সময়ত কই থোৱা কঠিয়াখিনিৰ শইচ বোৰ ছপাই আনিছিলোঁ। মোৰ গৱেষণা-গ্ৰন্থখন বিশ্ববিদ্যালয়ে আটোমটোকাৰীকৈ ছপাই উলিয়ালে। বাক্কোনে-চাটোনে 'নৱ-জীৱন প্ৰেছ'ৰ সেইখন পুথি নিশ্চয়কৈ ছপাশালৰ এক সুন্দৰ কীৰ্তি। কেৱল আজিলৈকে মোৰ এটা দুখ বৈ গ'ল, সেইখন বজাৰত মেলিবৰ বাবে বিশ্ববিদ্যালয়ৰ ফালৰ পৰা এখন বিজ্ঞাপনেৰেও আলপৈচান ধৰা নহ'ল—জানোচা ক'ৰবাত সিখনে কিবা প্ৰশংসাৰ কুটা কঢ়িয়ায়! কিন্তু, সেই নাম-যহৰ গৰাকী মই নহ'লোহেঁতেন। হ'লহেঁতেন ডিব্ৰুগড় বিশ্ববিদ্যালয়! আন এখন পুথি ছপা হৈ ওলাইছিল, 'ৰমন্যাসবাদ'। নকলেও হ'ব, সেইখন ইংৰাজী সাহিত্যৰ ৰমন্যাসিক কবিসকলৰ কাব্যকৃতি-সম্পৰ্কীয় মোৰ নিজৰ ৰবীয়া অধ্যয়ন। সেইখন লেখিবলৈ উদগনি যোগাইছিল, সেই সময়ৰ ৬ষ্ঠ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকলে। মই দেখিছিলোঁ তেওঁলোক আহুকালত পৰে, চা-চিনাকি নথকা ইংৰাজ কবিবোৰক লৈ। উত্তৰ-কাকতবোৰ চাওঁতেও মোৰ ধাৰণা উপজিছিল, ইংৰাজীতে সেইসকল কবিৰ কবিতা-সম্পৰ্কীয় আলোচনাবোৰ পঢ়িও সেতুখন বিচাৰি নেপায়, যিখনেদি তেওঁলোকৰ অনুপ্ৰেৰণাবোৰ আহি আমাৰ কবিসকলক লগ ধৰিছিলহি। সেইকাৰণেই, মই সেই পুথিখনত সংশ্লিষ্ট হ'বলগীয়া সকলোবোৰ ইংৰাজী শব্দ খহাই পেলাইছিলোঁ; খাঁজি দিছিলোঁ, সিবোৰৰ সলনি অসমীয়া প্ৰতিশব্দৰ বাখৰ। তাৰে বহুবোৰ মোৰ নিজৰ কল্পনাৰ নিয়াৰিত কাটি-কুটি ন-কৈ গঢ় দি লৈছিলোঁ। সেইকাৰণেই, সেই কিতাপখন মোৰ নিজৰ দৃষ্টিত আটাইতকৈ প্ৰিয়। মাজে মাজে মন যায়, সেইখন ইংৰাজীলৈ ভাঙি উলিয়াবৰ। আৰু এখন পুথি ইংৰাজীলৈ ভাঙি উলিয়াইছিলোঁ টাই-খামতি ভাষাত লেখা দুখন পুথিৰ স্বৰ্গীয় বিমলা বৰুৱাই অসমীয়ালৈ ভাঙি দিয়া খচৰা দুটাৰ খেও ধৰি। সেই দুখন মানৰ আক্ৰমণৰ দুজন ব্ৰহ্মদেশীয় পণ্ডিতে থৈ যোৱা চাক্ষুষ ঘটনাৰ টোকা। সেইখনৰে নাম, 'Weissalisa'।

১৯৭৬ চনৰ পোনৰ ভাগত বিজ্ঞপ্তি ওলাল, অসমীয়া বিভাগৰ প্ৰাধ্যাপক পদৰ প্ৰাৰ্থীসকলৰ পৰা আবেদন বিচৰা হৈছে। স্বাভাৱিকতে, ময়ো এজন সেই পদৰ প্ৰাৰ্থী হ'লোঁ। সেইবাৰৰ সাক্ষাৎকাৰত

বিশেষজ্ঞ আছিল, ড° নেওগ আৰু ড° শৰ্মা—দুয়োজনেই মোৰ গুৰু। গতিকে, মোৰ ভাগ্যত কিবা বিষ্ট ঘটিওৱা পৰিছিল, দুজনা গুৰুৰ দৃষ্টিয়ে সেয়া মচি নিলে। মে' মাহৰ পৰা মই প্ৰাধ্যাপক ( Professor ) পদত নিযুক্ত হ'লোঁ। কিছুদিনৰ পাচতে উপাচাৰ্য জিতেন্দ্ৰনাথ দাসদেৱৰ অনুমোদনক্ৰমে মই সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আসনখনৰো দ্বিতীয়জন অধিকাৰী হ'লোঁ। মোৰ আগতে সিখন আসনত সমাসীন হৈছিল প্ৰাধ্যাপক পৰাগ চলিহা।

এইছোৱা সময়ত মই মোৰ সহকৰ্মীসকলৰ পৰা পোৱা সহৃদয় সহায়-সহানুভূতিখিনিৰ কথা পাহৰিব নোৱাৰোঁ। বিশেষকৈ ড° কেশৱানন্দ দেৱগোস্বামী, ড° সত্যেন গোস্বামী আৰু ড° নগেন শইকীয়াই মোৰ বৰীয়া বহুখিনি দায়িত্বৰ ভাৰ তেখেতসকলৰ নিজৰ কান্ধত তুলি লৈছিল। মোৰ ইমানটো ডাঙৰ অসুখ হৈ গ'ল, অথচ ক'তো এবাৰ কথাও শুনিবলগীয়া নহ'ল—পাঠদানৰ কিবা নাটনি ঘটিছে। এইখিনি সময়তে অসমীয়া বিভাগৰ পৰা প্ৰত্যেক বছৰতো কিছুমান গৱেষণামূলক পুথি আৰু দুষ্প্ৰাপ্য পুথিৰ সম্পাদিত সংস্কৰণ প্ৰকাশনৰ এখন আঁচনিৰ পাতনি মেলা হয়। প্ৰসংগক্ৰমে কৈ থওঁ, সময়ত এই আঁচনিৰ আধাৰতে বহু কেইখন পুথি প্ৰকাশ কৰি উলিওৱা হয়। মোৰ আগৰজনা বিভাগীয় প্ৰধান প্ৰাধ্যাপক চলিহাই আৰম্ভ কৰি থৈ যোৱা সাঁচিপতীয়া পুথিৰ পুথিভঁৰালটোও এইছোৱা সময়তে যথেষ্ট চহকী কৰি তোলা হয়। এটা সাংস্কৃতিক সংগ্ৰহালয় প্ৰতিষ্ঠা-কৰণ এইছোৱা সময়ৰে এটা নতুন পদক্ষেপ। এই সকলোবোৰ ৰক্ষণাবেক্ষণৰ সম্পূৰ্ণ দায়িত্ব কান্ধ পাতি লৈছিল বিভাগীয় কৰ্মসচিব দেৱকুমাৰ গগৈয়ে। আৰু, এইছোৱা সময়তে মোৰ তত্ত্বাৱধানত ডক্টৰেট ডিগ্ৰীৰ অভিমুখে পোনতে গৱেষণা কৰিবলৈ লয়, প্ৰহ্লাদকুমাৰ বৰুৱাই। তেওঁ গৱেষণা কৰা বিষয়টো আছিল, 'A critical study of significant Women Characters in Assamese Creative Literature'।

কামৰ মাজত এইদৰে বুৰ গৈ থকা সময়ছোৱাতে আকৌ এবাৰ পুৰণি ৰোগটো উক্ দি উঠিল। ক'ব নোৱাৰোঁ, সেইটো এটা নতুন ৰোগৰহে আক্ৰমণ আছিল নেকি! হয়তো এনেও হ'ব পাৰে, সেইটো পুৰণি ৰোগটোৰে নতুন ৰূপান্তৰ। তাৰিখটো আছিল ১৯৭৮ চনৰ

১৪ নৱেম্বৰ। গুৱাহাটীৰ অসম প্ৰকাশন পৰিষদৰ সচিব চন্দ্ৰপ্ৰসাদ শইকীয়াৰ দপ্তৰত সেই বছৰৰ প্ৰকাশন পৰিষদ পুৰস্কাৰৰ বিজেতাগৰাকীৰ নাম থিৰাং কৰাৰ কামত ব্যস্ত আছিলোঁ। বিভিন্ন সমীক্ষকে মনোনীত কৰা লেখকসকলৰ নামবোৰ নীলমণি ফুকনে কৈ গৈছিল আৰু মই এখন কাগজত সেই নামবোৰ লিখি গৈছিলোঁ। হঠাৎ অনুভৱ কৰিলোঁ, আগৰবাৰ হোৱা অসুখৰ লক্ষণবোৰৰ পুনৰাবৃত্তি ঘটিছে। লৰালৰিকৈ মই মোৰ কোটৰ জেপৰ পৰা সদায় লগত লৈ ফুৰোৱা ঔষধৰ বড়ি তিনিটা—Cyclospasmol, Serepax আৰু Adolphane প্ৰত্যেকৰে একোটাকৈ—উলিয়াই লৈ একেলগে গিলি দিলোঁ। এনেতে এজনে চাহ-বিস্কুট দি গ'লহি। চাহপিয়লা একে শোহাই খাই উঠি, মই প্ৰায় যন্ত্ৰচালিতৰ দৰে দীঘলীয়া কোঠাটোৰ আনটো মূৰত থকা চোফাকেইখনৰ ওচৰ পালোঁগৈ। শইকীয়াই মোক পাচত কৈছিল, মই হেনো অতি বিকট ধৰণেৰে কেইবাবাৰো চিঞৰি উঠিছিলোঁ। আৰু কৈছিল, সেই কাগজখিলাৰ কথা—য'ত মই নামবোৰ লিখি গৈছিলোঁ। লেখাখিনি হেনো ভূতৰ হাতৰ আখৰৰ লেখীয়া হৈ উঠিছিল—কাৰো সেয়া পঢ়াৰ সাধ্য নাই। মই হেনো এনেদৰে ছটফটাই উঠিছিলোঁ যে চাৰি-পাঁচজনে ধৰিও মোক ৰখাব পৰা নাছিল। অৱশেষত, মই সংজ্ঞাহীন হৈ পৰিছিলোঁ। মোক লৰালৰিকৈ গুৱাহাটী মেডিকেল কলেজলৈ স্থানান্তৰিত কৰা হ'ল। সম্পূৰ্ণ ৯ ঘণ্টা পাৰ হোৱাৰ পাচত মাজৰাতিহে মই মোৰ জ্ঞান ঘূৰাই পালোঁ। সেইবাৰ মই গুৱাহাটী মেডিকেল কলেজত ১৬ দিন চিকিৎসাধীন হৈ থাকিলোঁ। কিন্তু, মোৰ ৰোগৰ সঠিক নিদান কোনেও নিৰ্ণয় কৰিব নোৱাৰিলে। মোৰ কলেজীয়া দিনৰ বন্ধু ডাঃ ব্ৰজ গোস্বামীয়ে মোক পুংখানুপুংখৰূপে পৰীক্ষা কৰিলে। কিন্তু, একোৱেই বিচাৰি নেপালে। হ'লেও, তেখেতে মোক এটা বৰ ভাল উপদেশ দিলে। মোৰ দাঁতকেইটা অলপ ৰঙচুৱা দেখি সুধিলে, "আপুনি তামোল বেচি খায় নেকি? বহু সময়ত এইবোৰ অসুখ তামোল-ছালি খায়ো বাঢ়ে। মই কওঁ, শুনক। আপুনি ইচ্ছা কৰিলে অকণমান ড্ৰিংক কৰিবও পাৰে, চুৰটো খাব পাৰে দিনটোত দহোটা-মান। কিন্তু, মৰিব খুজিলে তামোল এখন খাই দিব—কামটো হৈ যাব।" মই অলপ অবাক হৈ গ'লোঁ। মই জানিছিলোঁ, তামোলেই

আটাইতকৈ কম অপকাৰী, তাতকৈ অলপ বেচি অপকাৰী চুৰট খোৱা, আৰু আটাইতকৈ বেচি অপকাৰী মদ খোৱা। তেখেতে ক'লে, "ওঁ-হো, নহয়। ক্রমটো ওলোটাহে। তামোলত বস্তু এটা থাকে, তাৰ নাম Arecaine। সেইটোৱে নিমিষতে স্নায়ুবোৰ সংকুচিত কৰি পেলায়। ফলত, নিমিষতে ৰক্তচাপ বাঢ়ি যায়।" মই সুন্দৰকৈ পতিয়ন গ'লোঁ। তেতিয়াৰ পৰা আজিলৈকে তামোল খোৱা নাই। চুৰটো এৰি দিছিলোঁ। তাৰ সলনি 'চিউয়িং-গাম' খাবলৈ লৈছিলোঁ। লাভৰ ভিতৰত দাঁতবোৰ ঘূণে ধৰিলে। গতিকে, আকৌ দিনটোত দুটা খাবলৈ ল'লোঁ। তাৰ পাচত চাৰিটা, তাৰ পাচত দহোটা, তাৰ পাচত কুৰিটা এনেকুৱা হ'লগৈ। মুঠতে, চুৰট খাবলৈ বহুতবাৰ এৰিলোঁ।

সেইবাৰ গুৱাহাটীত পাচৰ সময়ছোৱা পেয়িং কেবিনত কটালোঁ। মোৰ পুৰণি বান্ধৱী নিৰুপমা বৰগোহাঁঞিয়ে মোৰ খবৰ নিয়মীয়াকৈ লৈছিল। এদিন তেখেতে মোক সৰু টোকা বহী এটা দি ক'লে, "এই কেইদিন অন্য আৰু কি কৰিব! একো নকৰাকৈ থাকিলেও আমনি লাগিব। গতিকে, কবিতা কেইটামানকে লিখক—এই বহীটো দি থৈ গ'লো।" সঁচাসঁচিকৈয়ে লিখি উলিয়ালোঁ কেইটামান কবিতা—সেইকেইটাৰ প্ৰথম দুটা আজিকালি যাক বোলে 'তাৎক্ষণিক কবিতা' সেই ধৰণৰ, তাৎক্ষণিক কফি'ৰ লেখীয়া! পাচত সেইকেইটা মোৰ 'ৰূপৰ টিলিঙাৰ মাত'খনৰ দুৱাৰদলিতে থাপি থ'লোঁ।

তাৰ পাচত, ঘন ঘনকৈ আৰু দুবাৰ একেটা বেমাৰৰ জুতি ল'লোঁ। মোৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালীকেইটা শংকিত হৈ উঠিল। কোনো কোনোৱে কৈছিল, কোনোবাই মন্ত্ৰ-তন্ত্ৰ কৰিছে নেকি! মই পিচে সেইবোৰ কথাত পতিয়ন নগলোঁ। মোৰ পৰিবাৰেও বিশ্বাস নকৰিলে। মোৰ কথাবাৰ স্পষ্ট, জয়প্ৰকাশ নাৰায়ণে যে শেষ-জীৱনত তাবিজ আৰু ডোল-কঁহাতবোৰ ডিঙিত আঁৰি লৈছিল, তেতিয়াৰে পৰা সেই 'ৰঙচুৱা কেৰাৰী'জনৰ প্ৰতি থকা মোৰ আকৰ্ষণটো হেৰুৱাই পেলাইছিলোঁ। তাৰে আঁত ধৰি দুজন-এজনে ইংগিত এটা দিলে, জানোচা মৃগী! মই এদিন ডাঃ ভট্টাচাৰ্যক কথাষাৰ সুধিলোঁ। তেখেতে মোক আশ্বাস দি ক'লে, "নহয়।" মই নিজেও 'মেটিৰিয়া মেডিকা' এখন সংগ্ৰহ

কৰি পঢ়ি চালোঁ। Ischaemia, Jackson's disease Grand mal, Epilepsy—ইবোৰৰ কোনোটোৱে লক্ষণবোৰ খাপ্ খাই নপৰে দেখোন। ডাঃ ভট্টাচাৰ্যই এদিন মোক পৰামৰ্শ এটা দিলে, "অসুখ-টোৰ লগত একেলগে বাস কৰিবলৈ শিকাটোৰ বাহিৰে উপায় নাই।" আঁখজা যেন লাগিলেও সঁচাসঁচিকৈয়ে সেইটো এটা ভাল চূড়ান্ত-পৰামৰ্শ আছিল। শৰৎচন্দ্ৰ সিংহই কোৱা কথাষাৰৰ লেখীয়া বাস্তৱ বুদ্ধিযুক্ত চূড়ান্ত-পৰামৰ্শ আছিল সেয়া, "অসমীয়া মানুহে বানপানীৰ লগত একেলগে বাস কৰিবলৈ শিকিব লাগিব।" তাৰ বিকল্পটো আমাৰ দৰে মানুহৰ শক্তি আৰু সীমাৰ ভিতৰত নাই। তথাপি, মোৰ পৰিবাৰে তেখেতক সুধিলে, "অন্য ক'ৰবাত দেখুৱাই কিবা লাভ হ'ব পাৰে নেকি?" তেখেতে উত্তৰ দিলে, "বাহিৰত এটা বস্তু কৰাই চাব পাৰে—Catachalmin test। সেইটো ইয়াত কৰাৰ সুবিধা নাই।" তাৰ পাচত, তেখেতে মোক বস্তুটো বুজাই দিলে আৰু ক'লে, সাধাৰণতে এইটো বস্তুৱে আমনি দিয়ে এনেকুৱা অসুখত ভোগা হেজাৰজনৰ মাজত মাথোন এজনক। মই সুধিলোঁ, "সেইটো অসুখত ভুগিছোঁ বুলি প্ৰমাণ হ'লে, প্ৰতিকাৰটো কি? দৰৱ-পাতিয়ে ঢুকি পাবগৈ নহয়।" তেখেতে উত্তৰ দিলে, "কাটি পেলাব লাগিব।"

মোৰ সেইছোৱা সময়ৰ অসুখটোৰ বিষয়ে দীঘলীয়াকৈয়ে লেখিলোঁ। কাৰো আগত মোৰ বেমাৰটো চহকী হৈ উঠা কথাষাৰ যহাবলৈ নহয়। বহুতে অৱশ্যে সেইটো নকৰা নহয়। এবাৰ মোৰ অসুখৰ কথাটো বাতৰি-কাকতত ওলাওঁতে মোৰ এগৰাকী বন্ধুৰ চকুত টোপনি নহা হৈছিল। কাৰণ, তেওঁৰো অসুখ; অথচ বাতৰিটো বাতৰি-কাকতত ওলোৱা নাই! গতিকে, বাতৰি-যোগনিয়াৰজনক ভালকৈ এজাউৰি দিলে—কোনোবা এজনক কটকী পাচি। পাচত যেনিবা বাতৰি-কাকতত চমুকৈ ওলাল। তেতিয়াহে গম পালোঁ, বাতৰি-কাকতত কাৰোবাৰ বেমাৰ-আজাৰৰ খবৰ ওলালে সিজন ডাঙৰ মানুহৰ লেখত পৰে! মোৰ অসুখৰ কথাখিনি মই যে অলপ দীঘলীয়াকৈ লেখিলোঁ, সেয়া তেনেকুৱা ডাঙৰ মানুহৰ খলপাত উঠাৰ উদ্দেশ্যেৰে নহয়। উদ্দেশ্যটো হ'ল, চিৰাচৰিত ধৰণৰ ব্যাধি (classical cases of discase)-ৰ বহিৰ্ভুক্ত অসুখ এটাৰে অসুখীয়া মানুহ এজনৰ নিজৰ মুখেৰে সেই অসুখটোৰ লক্ষণবোৰ মুকলিকৈ যোগান ধৰা। তাৰ

এটা প্ৰয়োজন আছে। তেনেকুৱা আনুপুংখিক বৰ্ণনাই বহু সময়ত ভৱিষ্যত চিকিৎসা-বিজ্ঞানৰ অগ্ৰৱৰ্তী গৱেষণাক সহায় কৰাৰ সম্ভাৱনা। উমানটো পাইছিলোঁ, পাচত চিকিৎসাৰ কাৰণে বিলাতলৈ গৈ। ডাঃ আই. ডি. মেলভিল ( Dr Ian D. Melville ) নামৰ এগৰাকী Institute of Neurological Science-ৰ স্নায়ুৰোগ বিশেষজ্ঞই ডা° ভট্টাচাৰ্যলৈ পঠোৱা ৰিপোৰ্টটোত লেখিছিল, “I am glad that he could provide such a detailed account of the 1976 and 1978 illnesses.” তাৰ পাচত, ডাঃ এইচ. এল. ফ্ৰেজাৰ (Dr. H. L. Fraser) নামৰ এগৰাকী Glasgow Stabhill Hospital-ৰ হৃদ্‌ৰোগ বিশেষজ্ঞই মই সিজনক দিয়া টোকাটো পঢ়ি উঠি মোক সুধিছিল, “Do you have any objection if I publish your note in the British Medical Journal? I propose to invite opinions from different experts. There seems to be some departures from the classical cases.” মই তেখেতক ১৯৭৬ চনৰ আক্ৰমণটোৰ সময়ত অজ্ঞান অৱস্থাত দেখা পোৱা সপোনটোৰো বিতং বিৱৰণ দিছিলোঁ। জানোচা অসুখটো মনস্তাত্ত্বিক ধৰণৰে!—সেই কথাষাৰ ভাবিয়েই।

১৯৭৮ চনৰ শেষৰ ফালেই মোৰ ঘৰত অপ্ৰত্যাশিতভাৱে দুজন অতিথি ওলাইছিলহি। এজন স্কটলেণ্ডৰ পৰা আহিছিল—মোৰ অতি ওচৰ-সম্পৰ্কীয় খুলশাল্লি। তেওঁৰ সম্পূৰ্ণ নামটো হ'ল, ডাঃ অনিমেশ দাস। তেওঁৰ দেউতাক এসময়ত বগৰীবাৰী অসামৰিক চিকিৎসালয়ৰ স্বাস্থ্য-বিষয়া আছিল; নাম ডাঃ ভুবনমোহন দাস—মোৰ খুৰা-শহুৰ। মোৰ মনত পৰে, ১৯৬১ চনৰ মাজ ভাগত অনিমেশ উচ্চ শিক্ষাৰ্থে বিলাতমুৱা হৈছিল। তেওঁৰ জন্মপত্ৰিকাখনত এষাৰ কথা সিখনৰ ৰচয়িতা অখ্যাতনামা জ্যোতিষীজনে লিখিছিল কোন-কাহানিবাই এইদৰে: “জাতকৰ বিবাহ হ'ব পশ্চিমদেশীয় কোনো উজ্জ্বল গৌৰবৰ্ণা পাত্ৰীৰ লগত।” মই পঢ়িবলৈ পাইছিলোঁ সেই জন্মপত্ৰিকা—তেওঁ বিলাতমুৱা হোৱাৰ কিছুদিন আগতেই। সময়ত সেই ভৱিষ্যত-বাণী আখৰে আখৰে ফলিয়ালে। তেওঁ বৰ্তমান গ্লাছগো চহৰত এজন জি. পি.—মানে জেনেৰেল প্ৰেক্‌টিশ্যনাৰ। তেওঁ তাতে এগৰাকী স্কটিছ ছোৱালী বিয়া কৰাইছে; নামটো আ'ন ( Anne )।

অনিমেশ যিদিনা আমাৰ ঘৰলৈ আহিছিল, গীতাই—মানে মোৰ পৰিয়ালে তেওঁক মোৰ অসুখটোৰ বিষয়ে ক'লে আৰু সুধিলে, মোক বাৰু ভেলোৰৰ বিখ্যাত খৃষ্টান হস্পিটেলত দেখুৱাই অহাটো কেনে দেখে! অনিমেষে উত্তৰ দিলে, "তাতকৈ বৰং এটা কাম কৰিলে বেচি ভাল হয় নেকি! তোমালোক দুয়ো বিলাতলৈকে ব'লা।" গীতাই ক'লে, "ভেলোৰলৈ যাবলৈকে চিন্তা কৰিছোঁ। আৰু তুমি কৈছা, বিলাতলৈ যোৱাৰ কথা! তাকো আকৌ মাথোন এজন নহয়—দুজনকৈ। সম্ভৱ নেকি আমাৰ নিচিনা মানুহৰ পক্ষে?" অনিমেষে ক'লে, "মই কওঁ, শুনা। ভেলোৰলৈ গ'লে তোমালোকৰ যিমান খৰচ পৰিব, বিলাতলৈ গ'লে অৱশেষত একেই পৰিবগৈ। চিকিৎসাটো মই বিনামূলীয়াকৈ কৰাই দিম। ভেলোৰত থকা-খোৱা আৰু চিকিৎসাৰ খৰচেৰে সৈতে কিমান বেচি পৰিবগৈ, তুমি চিন্তা কৰি চাবা।" গীতাই ক'লে, "সেইবোৰ বৰং বাদ দিয়া। বৰং, তোমাৰ ভিনিদেৱেৰাক চাই-মেলি দৰৱ এটাকে লিখি দি থৈ যোৱাঁ।" সঁচাসঁচিকৈয়ে তেওঁ মোক ঠিক দৰৱ এটাই দি থৈ গৈছিল; নিজে গুৱাহাটীৰ পৰা কিনি ২০০টা বড়িৰ দুটা বটল মোলৈ পঠাই দিছিল। মোলৈ লিখি পঠাই-ছিল, "অনুমানৰ ওপৰত নিৰ্ভৰ কৰিয়েই দিছোঁ।" দৰৱটোৰ নামটো মই পাহৰিলোঁ। দৰৱটো খাইছিলোঁ, এমাহমান; পেটৰ অসুখৰ আহুকাল পাই এৰি দিলোঁ।

গীতাক মই এদিন ক'লোঁ, "ভেলোৰ, বিলাত—এইবোৰৰ কথা মনৰ পৰা বাদ দিয়া। এনেকৈয়ে অসুখটোৰ লগত একেলগে বাস কৰিবলৈ শিকাটোৱেই ভাল হ'ব। তাকে নকৰিলে মানুহটোৱেই বন্ধকত যাম।" ঠিক সেই সময়তে এদিন গম পালোঁ, মোৰ জীৱন-বীমাকেইটা বোলে কোন-কাহানিবাই বাতিল হ'ল! বাতিল হোৱা সুবুলি বিনচ্ হোৱা বুলি ক'লেহে আচল কথাটোৰ ওচৰ চপা হয়। গোৱালপাৰা কলেজত কাম কৰি থকা সময়ছোৱাৰ শেষৰ ফালৰ কথা—মোৰ মাহিলি দৰমহাৰ পৰা কাটি ৰখা কিস্তি কেইটামান বোলে নপঠিয়ালেই! কুঁজৰ মূৰত কিল, গোৱালপাৰাত মই লোকে লোৱা ঋণৰ জামিনদাৰ হোৱাৰ বাবে সেয়া ময়েই পৰিশোধ কৰিব লাগে বুলি আইন-আদালতৰ জাননীও পাবলৈ ধৰিলোঁ। বুজিলোঁ, বিপদ আৰু গৰু-গাড়ী সেইদৰে জাক পাতিয়েই আহে। তাৰ লগতে

আৰু এবাৰ কথা গোট খালেহি—সেইটো সময়তে। অশলাগী মানুহৰ হৈ অ'ত-ত'ত ইটো-সিটো সাক্ষীবাদী দিও অলপ-অচৰপ অপযশ কিনিলোঁ। কোনোবা ক'ৰবাত ডালত উঠিলগৈ, কাঠি চেলেকাৰ মৰণ মিলিল!

লক্ষ্য কৰিছোঁ, মোৰ জীৱনৰ সন্ধিক্ষণবোৰত সম্পূৰ্ণ অপ্ৰত্যাশিত-ভাৱে একোজন দ্ৰষ্টা-জ্যোতিষীৰ আগমন ঘটে। সেইবাৰো তাৰ পুনৰাবৃত্তি ঘটিল। মোক বিচাৰি ওলালহি, লছমন সিং নামৰ গোৱালপাৰাত এবাৰ লগ পোৱা জ্যোতিষীগৰাকী। এইজনে আকৌ পইচা-পাতি একো নলয়। নোসোধাকৈয়ে মাথোন মুখখনলৈ চাই কৈ যায়। গোৱালপাৰাত থাকোঁতে মোক কৈছিল, "আপোনাক সময়ত ডিব্ৰুগড়ত লগ পামগৈ।" তেতিয়ালৈকে মই ডিব্ৰুগড়লৈ অহাৰ কথা সপোনতো ভবা নাছিলোঁ। সেইবেলি মোৰ পৰিবাৰক কাগজ অকণমান লৈ হাতত দি কৈছিল, "এই কাগজখিলা হাতৰ মুঠিত লওকচোন। তাৰ পাচত আপোনাৰ ডাঙৰ মনোবাঞ্ছা এটাৰ কথা ভাবক।" তেওঁ ভাবিলে, 'পঢ়া-শুনা কৰিলোঁ। পৰীক্ষাটো দিয়া নহ'লগৈ। মই যদি এম এ. পৰীক্ষাটো কেনেবাকৈ দি আহিব পাৰিলোঁগৈহেঁতেন! দিলে বাৰু উত্তীৰ্ণ হ'ব পাৰিলোহেঁতেন নে?' অলপ পৰৰ পাচত জ্যোতিষীগৰাকীয়ে তেওঁৰ হাতৰ মুঠিটো মেলি কাগজখিলাৰ ওপৰত চকু ফুৰাবলৈ ক'লে। তেওঁ সেইদৰে তাৰ ওপৰত চকু ফুৰাই দেখিলে দুটা ইংৰাজী আখৰ—M আৰু A! তেওঁ অবাক হৈ গ'ল। জ্যোতিষীজনে হাঁহি এটা মাৰি ক'লে, "হ'বই।" ডিব্ৰুগড়লৈ অহাৰ পাচত তেওঁ কিতাপ-পত্ৰ আকৌ মেলি ল'লে। সময়ত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ত ফিলছফিৰ এম. এ পৰীক্ষাটো দিবলৈ ওলাল। এনেতে এদিন মোৰ ৰ'জ মামী আহিছিল, আমাৰ ঘৰত দুদিনমানৰ কাৰণে ফুৰি যাবলৈ। গীতাই অতদিনে নিদিয়া পৰীক্ষাটো দিবলৈ ওলোৱা বুলি শুনি মামীয়ে অতি আনন্দ প্ৰকাশ কৰিলে। লগতে ক'লে, "তুমি চিন্তা কৰিছা নেকি ঘৰখন এৰি যাবলৈ? চিন্তা নকৰিবা, মই তোমাৰ ঘৰখন আৰু ল'ৰা-ছোৱালী-কেইটা মই ৰখি দিম।" সেয়া ১৯৭৪ চনৰ কথা। মামীয়ে ঘৰ ৰখি দিলে, গীতাই পৰীক্ষাটো দি আহিলেগৈ। প্ৰাৰম্ভিক পৰীক্ষা-টোত উত্তীৰ্ণ হৈ চূড়ান্ত পৰীক্ষাটোতো পাচৰ বছৰতে উত্তীৰ্ণ হ'ল।

এনেকৈয়ে লছ্মন সিঙৰ ভৱিষ্যত-বাণী ফলিয়ালে। আন বহুতবে ক্ষেত্ৰতো যে ফলিয়াইছিল, তাৰ প্ৰমাণ তেওঁৰ জোলোঙাটোত থকা পকা বন্ধোৱা বহী এখনত লৈ ফুৰে। গোৱালপাৰাত মই সেইখনৰ পাতবোৰ লুটিয়াই চাইছিলোঁ। প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ হাতৰ লেখা, "এওঁ মোক কৈছিল, ফিৰোজ গান্ধীৰ লগত বিয়া হ'ব।" ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ প্ৰধান ন্যায়মূৰ্তিৰ লেখা, "এওঁ মোক কৈছিল, অমুক চনৰ তমুক তাৰিখে ইমান বজাত মোৰ ল'ৰাটো ৰাজআলিৰ দুৰ্ঘটনা এটাত ঢুকাব। সেইটোৱেই ঘটিল।"

সেই লছ্মন সিঙে মোক দেখা পায়েই ক'বলৈ ধৰিলে, "আপুনি খুবেই ভুগিলে, নহয় জানো? বিলাতলৈ যোৱা-নোযোৱাৰ কথা ভাবিছে। যাব লাগিব। পিচে, কলিকতাত তিনি দিন নহ'লে তিনি সপ্তাহ পলম হ'ব—কাগজ-পত্ৰ নোপোৱাৰ কাৰণে। কিন্তু, ২১ মে'ত উৰিব।" অলপ পাচতে গীতা ওলাই আহিলতে ক'লে, "দেখোন আপোনাৰো যোৱাৰ যোগ পৰিছে! আপুনিও যাব লাগিব —বিলাতলৈ। একেলগে যাব লাগিব। নিৰ্ঘাত যাব লাগিব।" তাৰ পাচত মোলৈ চাই কৈ গ'ল, "কিন্তু, যিটো কাৰণে যোৱাৰ আয়োজন, সেইটোৰ কাৰণে মিছামিছিকৈয়ে যোৱা। একো বেমাৰ বিচাৰি নেপায়। কোনো কটা-ছিঙাও নহয়। আপোনাক ইয়াতো বহুত মানুহে সহায় কৰিব। তাত ইয়াতকৈয়ো বেচি মানুহ ওলাব—সহায় কৰিবলৈ। তাৰ পাচত, সেই জ্যোতিষীজনে মোক এটা অচিনাকি পাথৰ দিলে। তাৰ নাম চুলেমান। ক'লে, "আঙঠি এটা গঢ়াই এই চুলেমানটো পিন্ধি থাকিব, সোঁ হাতৰ অনামিকা আঙুলি-টোত।" বিনিময়ত মই তেখেতক এখন দামী 'Holy Bible' উপহাৰ দিলোঁ।

উভতি চাই ভাবোঁ, ১৯৭৬ চনৰ পৰা ১৯৭৮ চনৰ শেষলৈকে সেইছোৱা সময় মোৰ জীৱনৰ কি সময় আছিল বাৰু! লেখক হিচাপে মই হ'লোঁ ছন্দৰ কাৰবাৰী। গতি আৰু যতিৰ লগতেই মোৰ কাৰবাৰ। দুয়োটাৰে দোমোজাত অৰ্ধযতি বুলি এটা বস্তু আছে। সেয়া থমকি ৰোৱা, অথচ গৈ থকা। সেইখিনিতে শেষ হৈ অহা উশাহখিনি নিশাহ এটা এৰি আকৌ উশাহ সলাই পাচৰ পদটো টানিবলগীয়া

হয়। সেই সময়ছোৱাত মোৰ জীৱনছন্দৰ সেই অৰ্ধযতিটোৱেই ভুমুকি মাৰি গৈছিলহি।

মই তেতিয়া চিন্তা কৰিছিলোঁ, স্বাস্থ্য আৰু মন মেৰামতিৰ কাৰণে বিলাতলৈ যোৱা-নোযোৱাৰ কথা, যাব পৰা আৰু যাব নোৱৰাৰ কথা। ভাবিছিলোঁ, জ্যোতিষী লছ্‌মন সিঙে হয়তো তাৰিখটো ঠিকেই দেখিলে ; কিন্তু চনটো নেদেখিলেই। ক'তা, মোক তো কোন চনৰ ২১ মে' তাৰিখ—সেয়া দেখোন নক'লেই।

## ॥ বিমান পথেৰে বিলাতলৈ ॥

"বিলেত দেশটা মাটির
সে ত' সোণা রূপার নয় ;
সেথা আকাশেতে সূর্য্যি উঠে,
মেঘে বৃষ্টি হয়।'
—দ্বিজেন্দ্রলাল রায়

অনিমেষে চিঠিৰ উপৰি চিঠি লিখিবলৈ ধৰিলে, আমি দুয়ো যাব লাগে বিলাতলৈকে—ভেলোৰ-টেলোৰ সেইবোৰ ক'লৈকো নহয়! মে'-জুন মাহত বিলাতৰ বতৰ ভাল হয়—সেইটো সময়ত যোৱাই ভাল। গীতাই কুটুৰিলে, "ব'লা, তালৈকে যাওঁ।" বিলাত চোৱাৰ হেঁপাহ নহয়। বৰং বিলাতে মোৰ লাটৰ বাহিৰ হৈ পৰা মোৰ স্বাস্থ্যটো চাই দিয়াৰ আকাংক্ষা এটাহে। কোনোবা এটা মুহূৰ্তত কৈ পেলালোঁ, "যাম বাৰু। তাৰ আগতে টকা-পইচা অলপ যোগাৰ কৰি লওঁ।" ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সেই সময়ৰ ৰাজনীতি-বিজ্ঞানৰ বিভাগীয় প্ৰধান ডঃ তৰুণ বসুৰ ঘৰলৈ গৈছিলোঁ, সৌজন্যমূলক দেখা এটা দি আহিবৰ কাৰণে। কথা-প্ৰসংগত সিজনে ক'লে, "হ্যাঁ, একবাৰ গিয়ে আসুন। এসব অসুখ-বিসুখ তাদেৰ দেশে কিচ্ছুই নয়, তুড়ি মেৰে উড়িয়ে দেবে। কাটা-ছেঁড়া কিচ্ছুই নয়, শুধু দু-একটা নল-টল দিয়ে এদিক-সেদিকেৰ ছিদ্ৰ-টিদ্ৰগুলোঁ সামান্য পৰিষ্কাৰ কৰে দেওয়া —ব্যস্, হয়ে গেলো। সংগে দেশটাও ঘুৰে এলেন। মন্দ কি বলুন।" যেনেকৈহে ক'লে, যেন মাথোন এটা পাক মাৰি অহা। ডঃ বসু বছৰত ছ'মাহ-আঠ মাহ বিদেশতে থাকেগৈ। চকুচৰহাৰ দলে কৈছিল, হয়তো চি-আই-এ!

কিন্তু, যাত্ৰা বুলিলেই যোত্ৰও তো লাগে। ক'ব নোৱাৰোঁ, ক'ৰ পৰা সেয়া কেনেকৈ যোগাৰ হ'ল। 'বাণী প্ৰকাশ'ৰ স্বত্বাধিকাৰী অম্বিকাপদ চৌধুৰীয়ে 'ৰমন্যাসবাদ'খনৰ ৰয়েলটিৰ বাবদ পাবলগীয়া টকা ১৬০০্ পঠাই দিলে। মোৰ পুৰণি প্ৰবন্ধ কেইটামান একেকঠিকৈ থ্ পাই এখন কিতাপৰ আকাৰ দিছিলোঁ। ডঃ সত্যেন গোস্বামীৰ

সৌজন্যত 'নিউ বুক ষ্টল'ৰ পৰা সেইখন প্ৰকাশনৰ আগতীয়া বানচ হিচাপে টকা ৫০০০্ দিলে। মোৰ শালপতি ডঃ মমেন সৰকাৰেও টকা ২০০০্ দিলে। ভৱিষ্য নিধিৰ পৰাও কিছু ঋণ ল'লোঁ। অৱশেষত, মোৰ পুৰণি ১৯৬৪ মডেলৰ 'এম্বেছেডৰ' গাড়ীখন বেচি দিয়াৰ কথাবাৰ ভাবিলোঁ। সেইখন মোৰ প্ৰথমবাৰৰ অসুখৰ পাচতে লৈছিলোঁ। বিশ্ববিদ্যালয়লৈ আহ-যাহ কৰিবৰ কাৰণে। লৈছিলোঁ দহ হেজাৰ টকাত। বন্দোৱস্ত কৰি দিছিল অধ্যাপক প্ৰফুল্ল ভট্টাচাৰ্যই। গাড়ীখন লাহে লাহে আৰু ৬০০০্ মান টকা খৰচ কৰি আহুকাল নোহোৱা কৰি আনিছিলোঁ। স্বাস্থ্যৰ কাৰণেই নিজে চলাবলৈ ভয় কৰিছিলোঁ। গতিকে, মাজে মাজে মোৰ তাহানি গোৱালপাৰাত মোৰে প্ৰতিবেশী জ্ঞানেন পাটগিৰি নামৰ মানুহ এজনে কোৱা গাজত লগা কথা এষাৰ মনত পৰিছিল, "মানুহক তিনি প্ৰকাৰে শত্ৰুতা কৰিব পাৰি। সৰ্ব্বসুৰা শত্ৰুতা কৰিবলৈ হ'লে, সিজনক তাল এটা দি থৈ আহিব। গাখীৰ, ঘিঁউ আৰু গুৰ-চেনি কিনোতেই সিজনৰ এটা তালৰ পাঁচ গুণ দাম খৰচ পৰিব। মজলীয়া বিধৰ শত্ৰুতা কৰিবলৈ হ'লে, দুহাত বাগৰা পুৰণি মটৰগাড়ী এখন গঁতাই দিব। আজি বোলে বল-বিয়েৰিং, কাইলৈ বোলে শ্লিপ বহুওৱা, পৰহিলৈ বোলে টায়াৰ-টিউব চাৰিওটা নতুনকৈ লগা, তাৰ পাচদিনা বোলে ৰংটো বেয়া লাগি নতুনকৈ ৰং দিওৱা—চাওঁতে চাওঁতে এখন পুৰণি গাড়ীতে তিনিখন নতুন গাড়ীৰ দাম খৰচ হৈ যাব। আৰু ডাঙৰ শত্ৰুতা কৰিবলৈ হ'লে, এম. এল. এ. হ'বলৈ উচটাই দিয়ক। এইবাৰ বোলে কেনেবাকৈহে হাৰিল, অহাবাৰ জিকিবই। জিকোঁ-জিকোঁ হোৱাৰ পানীমিঠৈ বান্ধি থাকোঁতেই দেউলীয়া হৈ যাব।" তেওঁৰ কথা শুনি মই মোৰ 'ভক্সহল' নামৰ পুৰণি বিলাতী গাড়ীখন ১৮০০্ টকাত বেচি দিছিলোঁ। সেইখন থকা হ'লে মই এতিয়া কমেও এটা লাখটকীয়া সম্পত্তিৰ গৰাকী হৈ থাকিলোহেঁতেন। এইবাৰ এইখন ৬৪-মডেলৰ 'এম্বেছেডৰ' এদিন এজনক ৮০০০্ টকাতে বেচি দিলোঁ। সেইখন মোৰ গেৰেজৰ পৰা কিনোতাজনে লৈ যোৱাৰ সময়ত মোৰ সৰুটো ল'ৰা টিংকুৱে সেইখনলৈ সতৃষ্ণ নয়নেৰে চাই মুখৰ ভিতৰতে বিৰ্‌বিৰাই উঠিছিল—ASE 407। তাৰ সেই চাৱনিটো আৰু সেই বিৰ্‌বিৰণিটো মই আজিলৈকে পাহৰিব পৰা নাই। সেয়া মনত পেলালেই চাঁট্‌কৈ

মোৰ মনত পৰি যায়, 'গাওঁবুঢ়া' নাটকৰ জেতুকীয়ে চিঞৰি উঠা দৃশ্যটোলৈ। তাই চিঞৰি উঠিছিল, "বুপাই, মোৰ বাটিটো নিয়ে এতিয়া! আজি মই কিহেৰে উমলিম?" সেই গাড়ীখন তাৰ কাৰণে জেতুকীৰ খুৰী-বাটিটোৰ লেখীয়াই বৰ মৰমৰ আছিল, উমলি থকাৰ সমল আছিল। এদিন দেখিছিলোঁ, গেৰেজত সোমাই সি সেইখনক মনে মনে চুমা খাইছে! সি সেইখনতে ড্ৰাইভিং শিকিছিল।

বহুত দূৰলৈ আঁতৰি গুচি গ'লোঁগৈ, যা-যোগাৰৰ কথা ক'বলৈ নৈ। এনেকৈয়ে বিলাতলৈ যাবলৈ প্ৰস্তুত হৈছিলোঁ। ক'ৰবালৈ যাবলৈ ওলালেই খুচুৰা খৰচৰ নতুন সুৰুঙা অনেক ওলায়। সেইবোৰৰ মুখত সীহৰ টোপাল গলাই জোন দি ৰাং-পানী ঢালি থাকোঁতেই ভাগৰি পৰিছিলোঁ। এনেতে জিতেন ওলাইছিলহি নগাওঁৰ পৰা। মোক তেওঁ টকা ডেৰ হেজাৰ দি ক'লে, "আমাৰ নগাওঁৰ কলেজকেইখনৰ শিক্ষকসকলে আপোনালৈ দি পঠাইছে—শুভেচ্ছাৰ চিনস্বৰূপে আৰু আৰোগ্য কামনাৰে।" মই দোধোৰমোধোৰত পৰিলোঁ। মই জানো, শিক্ষকৰ আৰ্জনৰ ধন কিমান পৱিত্ৰ! ভাবিলোঁ, তেখেতসকলে নো এইদৰে কষ্টৰ ধনৰ এমুঠি মোলৈ পঠাব লাগে নে? জিতেনে ক'লে, "আপুনি গ্ৰহণ নকৰিলে, তেখেতসকলে মনত কষ্ট পাব।" জিতেনৰ খট-বান্ধ এৰাব নোৱাৰি ল'লোঁ।

যোৱাৰ দিনটো আৰু বেচি ওচৰ চাপি আহিল। এদিন অধিবক্তা বিমান বৰুৱাৰ পত্নী তুলতুল বৰুৱা হাতত এটা নতুন অ'ভাৰকোট লৈ গীতাৰ ওচৰ পালেহি। আৰু তেওঁ হাঁহি হাঁহি গীতাক ক'লে, "বাইদেউ, মোৰ তো কোনো কালেই বিলাতলৈ যোৱা নহ'ব। মই এইটো অ'ভাৰকোট অলপতে নতুনকৈ চিলোৱাইছিলোঁ। আপোনাৰ লগতে ইয়েই বিলাতত ফুৰি আহকগৈ।" এনেকুৱাবোৰ কথাকেই বোলে শুভেচ্ছা। সেই উভৈনদী শুভেচ্ছাৰ ভৰা গাগৰিটো লৈয়েই আমি দুয়ো এদিন বিলাত অভিমুখে কলিকতালৈ চাবুৱা বিমান-কোঠৰ পৰা আকাশী-জাহাজত উঠি যাত্ৰা কৰিলোঁ। সেইদিনা আছিল ১৯৭৯ চনৰ ১৪ মে'।

কলিকতাত 'অসম ভৱন'ৰ আলহী হৈয়েই আমি ওচৰতে থকা 'মাৰ্কাৰি ট্ৰেভেলচ'ৰ অফিচলৈ গ'লোঁ। ইতিমধ্যে, ভাৰতৰ পৰা

বাহিৰলৈ ওলাই যোৱাৰ পাৰপত্ৰ দুখন সংগ্ৰহ কৰা হৈ গৈছিল। সেই দুখনৰ দৌলতত্তে আমি টিকেট দুখন ল'ব পাৰিম। 'মাৰ্কাৰি ট্ৰেভেলচ'ৰ প্ৰধান কৰ্মকৰ্তাগৰাকীয়ে আমাক চমজাই দিলে, চিত্ৰা সেন নামৰ মহিলা এগৰাকীৰ তত্বাৱধানত। ইফালে আমি আমাৰ ল'ৰা-ছোৱালীকেইটাক চমজাই থৈ আহিছিলোঁ, অনিলৰ হাতত—শিৱসাগৰত থকা মোৰ মা'ৰ ওচৰত থাকিবৰ বাবে লৈ যাবলৈ। ডাঙৰজনী ছোৱালী মুনক থৈ আহিছিলোঁ, মাহীদেউৰ তত্বাৱধানত। তাইৰ তেতিয়া উচ্চ মাধ্যমিক স্কুলৰ শেষ পৰীক্ষাৰ সময় হৈছিল। পৰীক্ষা দিয়াৰ পাচতে তায়ো যাবগৈ শিৱসাগৰলৈ।

চিত্ৰা সেন নামৰ মহিলা গৰাকীয়ে তেওঁৰ অতি অমায়িক আচৰণেৰে আৰু প্ৰখৰ বুদ্ধিমত্তাৰে আমাৰ দুয়োকো নিমিষতে মুগ্ধ কৰি পেলালে। তেওঁ আমাক ১৬ তাৰিখৰ দিনা টিকেট ল'বলৈ মাতিলে। ১৬ তাৰিখে টিকেট দুটা ল'লোঁ। প্ৰতিখন টিকেটৰ দাম ৭,৪৫০৲ টকা—যোৱা আৰু উভতি অহা দুয়োটা ভ্ৰমণৰ বাবদ। তাৰ ওপৰত 'টেক্স' লাগিল, গাইপতি ৮৩২৲ টকাকৈ। মুঠ ৮,২৮২৲ টকাকৈ দুয়োজনৰ টিকেটৰ দাম হলগৈ সৰ্বমুঠ ১৬,৫৬৪৲ টকা। এতিয়াৰ সময় হোৱা হ'লে, তাৰ দুগুণ পৰিলেহেঁতেন। তাৰ পাচত, চিত্ৰা সেনৰ উপদেশ অনুযায়ী ৰিজাৰ্ভ বেংকলৈ গৈ আমাৰ দুয়োৰো বাবে ৪০০ পাউণ্ডৰ বিনিময়-মুদ্ৰা 'ট্ৰেভেলাৰ্চ চে'ক' কেইখনমানৰ ৰূপত সংগ্ৰহ কৰিলোঁ। উভতি চাই ভাবিছোঁ, 'ট্ৰেভেলাৰ্চ চে'ক' আটাইবোৰ অকল মোৰ চহীতে লৈ ডাঙৰ ভুল এটাই কৰিছিলোঁ। কাৰণ, মই যদি ক'ৰবাত কেনেবাকৈ অসুখত পৰি সংজ্ঞাহীন হৈ পৰিলোহেঁতেন, তেনেহ'লে গীতাই তাৰ এখনো ভঙাব নোৱাৰিলেহেঁতেন। তাৰ বাবে বহুত কাঠ-খেৰ পুৰিব লাগিলহেঁতেন। আৰু এটা কথা, আমি দুয়োজন অৱশ্যে ১০০০ পাউণ্ড বিনিময়-ধনৰ গৰাকী হোৱা সত্বেও সিমান বেচি পাউণ্ড ল'বলৈ মোৰ হাতত এই দেশৰ টকাই নাছিল। কিছুমানৰ জেপবোৰ আকৌ এই দেশৰ টকাৰে গেৰেলা হৈ থাকে; কিন্তু লোকৰ দেশত খৰচ কৰিব পৰাকৈ সেইখিনি পাউণ্ড বা ডলাৰলৈ সলাই ল'বলৈহে সুৰুঙা নেপায়। তেনেকুৱা এজন মানুহ পাইছিলোঁ, ৰিজাৰ্ভ বেংকৰ দীঘলী-বাটত। তেওঁৰ নামটো মনত আছে, স্নিগ্ধ সৰকাৰ। তেওঁ মোৰ পাছে পাচে ফুৰিছিল, মনমোহা

প্ৰস্তাৱ এটা লৈ। বোলে, মই নোলোৱা ৬০০ পাউণ্ডৰ বিনিময়-মূল্য তেওঁকে কিনি দি কৃতাৰ্থ কৰিব লাগে। পাকে-প্ৰকাৰে এইবাৰ কথাও কৈছিল, তাৰ বাবে এহেজাৰ টকা তেওঁ মোক এনেয়ে বেচিকৈ দিব। ফুটাই কৈছিল, "আপুনি নেলোৱা পাউণ্ডকেইটা অথলে যাব।" মোৰ পৰিবাৰে চকুৰ ঠাৰেৰেই মোক ক'লে, "সেইবোৰত নোসোমোৱাই ভাল।" মই চিন্তা কৰিলোঁ, তেওঁ কোৱাৰ দৰে পাউণ্ডকেইটা অথলে যাব জানো? নেষায়, বৰং এক পাউণ্ডত তেতিয়াৰ হাৰত ১৭·৩০ টকাকৈ মোৰ দেশৰ দহ হেজাৰ টকা বিদেশৰ বজাৰত খৰচ হৈ যোৱাৰ সলনি সাঁচতীয়া হৈ ৰৈ যাব। হয়তো সিন্ধুৰ বুকুত বিন্দুৰ গৌৰৱ একোৱেই নাই। তথাপি, তাৰো কিবা সামান্য মহিমা নিশ্চয় আছে। সেই কথাবাৰ চিন্তা কৰিয়েই স্নিগ্ধ সৰকাৰৰ স্নিগ্ধ হাতেৰে আগবঢাই দিয়া হেজাৰটা টকাৰ উমসনা স্পৰ্শেৰে মোৰ জেপটো উমাল কৰি তুলিবলৈ মন নকৰিলোঁ। মই তেওঁৰ প্ৰস্তাৱটো গ্ৰহণ নকৰিলোঁ।

১৭ তাৰিখে বৃটিছ চৰকাৰৰ ডেপুটি হাই কমিছনাৰৰ দপ্তৰলৈ গ'লোঁ। তাতে বিনামেঘে বজ্ৰপাত হ'ল। ইমিগ্ৰেচন অফিচাৰৰ বিষয় খোৱা বিষয়া গ্ৰীণলে' নামৰ চাহাবটোৱে মোক সিটো মুলুকৰ প্ৰবাসাজ্ঞা ( visa ) দিবলৈ অসম্মতি প্ৰকাশ কৰিলে। তাৰ ধাৰণা, সস্ত্ৰীক যাম যেতিয়া, আমি তাৰ বিলাতত খলি পুতি ৰৈ যোৱাৰ আশংকা। মই তাক ক'লোঁ, "মই কেৱল চিকিৎসাৰ কাৰণেহে তোমালোকৰ দেশলৈ ওলাইছোঁ।" সি কোনো প্ৰকাৰেই মান্তি নহ'ল। বৰং, তাক আৰু এটা ভয়ে আগুৰি ধৰিলেহি, মই তাৰ দেশত বিনামূলীয়া চিকিৎসা লৈ সেই দেশৰ কষ্টোপাৰ্জিত ভোগৰ কাঁহীত ভাগ বহুৱামগৈ! সি আমাক বাট আগচি ধৰিলে যি ধৰিলেই। সি মুকলিকৈয়ে ক'লে, "But such medical treatments are now-a-days available even in your country as well." ভাবিলোঁ, নেযাওঁ যা তোৰ দেশত ভুমুকি মাৰিবলৈ। আমি ঘূৰি 'অসম ভৱন' পালোঁহি।

সেইদিনা আবেলি মোৰ তাহানিখনৰ কলিকতীয়া মামা যোগেশ্বৰ হাজৰিকাৰ পৰামৰ্শ এটা লোৱাৰ কথা ভাবিছিলোঁ। কাৰণ, এইবোৰ কথাত তেখেত সন্ধিৰ বাঁহ বুদ্ধিৰে কটাত ওস্তাদ। চিত্ৰা সেনে অৱশ্যে পৰামৰ্শ দিছিল, "প্ৰবাসাজ্ঞা নোহোৱাকৈয়ে গুচি যাওকগৈ।

বহুতেই যায়। আধা বাটৰ পৰা কোনো ঘূৰি অহা দেখা নাই। ঘিৎ্বো পালেগৈ আপোনাৰ খুলশাজিয়ে দিয়া চিঠিখনৰ ওপৰতে নিৰ্ভৰ কৰি তেওঁলোকে আপোনালোকক প্ৰৱেশ-অনুমতিপত্ৰ দিবলৈ অকণো দ্বিধা নকৰে।" মই অনিমেশলৈ এখন cable কৰি পঠিয়ালোঁ। যোৱা-নোযোৱা খাতাং হোৱাই নাই; ভিছা'ৰ জঞ্জাল মৰা নাই। আবেলি গীতাই 'অসম ভৱন'ৰ পৰিচাৰক এজনক সুধিলে, যোগেশ্বৰ হাজৰিকাই কোনটো সময়ত তাত ভুমুকি মাৰেহি? তেওঁ উত্তৰ দিলে, "তেখেতক তো আজি লগ পোৱা মস্কিল হ'ব। তেখেত তো এতিয়া ইয়াতেই আছে—মুখ্যমন্ত্ৰীক লৈ ব্যস্ত হৈ।" মুখ্যমন্ত্ৰী! ক'ৰ, অসমৰ নে পশ্চিম বংগৰ? উত্তৰ পালে, অসমৰ গৰাকীয়েই। দিল্লীলৈ যোৱাৰ বাটত 'অসম ভৱন'তে মুখ্যমন্ত্ৰী গোলাপ বৰবৰাই আবেলিটোৰ বাবে জিৰণি লৈছেহি। গীতাই প্ৰায় ঢপলিয়াই আহি মোক খবৰটো দিলেহি। মই ক'লোঁ, জাকে বিচাৰোঁতে দেখোন খালৈয়েই পালোঁ। মুখ্যমন্ত্ৰী বৰবৰা মোৰ পুৰণি চিনাকি। গতিকে, তেখেতক লগ ধৰাত অসুবিধা নহ'ল। মোৰ সমস্যাটোৰ কথা ক'লোঁ। তেখেতে ক'লে, "মই বাৰু ডেপুটি হাইকমিছনাৰলৈ এখন চিঠি লিখি দিওঁ। আপোনাৰ অসুবিধা হ'ব নালাগে।" তেখেতৰ একান্ত সচিব আৰ. এন চৌধুৰীয়ে মোৰ সমুখতে এখন ধুনীয়া অনুৰোধ-পত্ৰ মকাবিলা কৰি দিলে। সেইখনতে বৰবৰাই চহী এটা কৰি এটা লেফাফাত সুমুৱাই মোৰ হাতত দিলে। বৰবৰাৰ শলাগ লোৱাৰ ভাষা মোৰ নাই। আৰু এটা কথা, কোন বুৰ্বকে বাৰু লিখি থৈ গৈছিল 'পথে নাৰী বিৱৰ্জিতা' কথাষাৰ?

গধূলি মোৰ সেই তাহানিকলীয়া মামা যোগেশ্বৰ হাজৰিকাৰ ঘৰলৈ গ'লোঁ। এচপ্লেনে'ড্ ইষ্টৰ পাঁচ মহলীয়া ঘৰ এটাৰ চাদৰ ওপৰত বগীতামৰ মুধচ্ লগোৱা ঘৰটো। অকোৱা-পকোৱা লোহাৰ ৰে'লিং দিয়া খটখটিটো বগাই ঘৰৰ ভিতৰ সোমালোঁগৈ। হাজৰিকাই তেতিয়া জিৰণি লৈছিল। পোনতে মই তেখেতৰ পৰিবাৰৰ লগত চিনাকি হ'লোঁ। মামাৰ উপযুক্ত মামী। তাৰ পাচত, সকলো কথা ভাঙি-পাতি ক'লোঁ; চিঠিখনো দেখুৱালোঁ। আচল কথাষাৰ ক'লোঁ, "চীফ মিনিষ্টাৰে দিয়া চিঠিখনে যদি কাম নিদিয়ে, তেন্তে আপুনি মোক সহায় কৰি দিব লাগিব, আপোনাৰ নিজস্ব উপায়েৰে।"

তেখেতে উত্তৰ দিলে, "আপুনি চিন্তাই নকৰিব। সেইখন এখন ডকুমেণ্ট্। সেইখন অগ্ৰাহ্য কৰাৰ প্ৰশ্নই নুঠে।" মই ক'লোঁ, "তথাপি যদি—।" হাজৰিকাই মোৰ মুখৰ কথা কাঢ়ি নি ক'লে, "যদি অগ্ৰাহ্য কৰে, তেনেহ'লে কথা গহীন হ'ব। মই কৈছোঁৱেই, এইখন চিঠি নহয় - ডকুমেণ্ট্।"

সেইখন সঁচাসঁচিকৈয়ে 'ডকুমেণ্ট্' আছিল। পাচদিনা সেই 'ডকুমেণ্ট'খন লৈ বৃটিছ 'ডেপুটি কন্সুলেট'ৰ অফিচলৈ গ'লোঁ। ৰিচেপ্শ্যনিষ্ট্ জন ( John )ক ক'লোঁ, ডেপুটি হাই কমিছনাৰক মই চিঠি এখন দিবলৈ আহিছোঁ। চিঠিখন তেওঁ মোৰ হাতৰ পৰা লৈ খটখটিৰ কাষতে ওপৰৰ পৰা জৰী লগাই ওলোমাই থোৱা পাচি এটাত থৈ জৰীডাল জোকাৰি দিলে। লগে লগে সেই পাচিটো ওপৰলৈ তুলি নিলে। কুৰি মিনিটমানৰ পাচতে গ্ৰীণ্লে' নামৰ ইমিগ্ৰেচন অফিচাৰটো ওপৰলৈ উঠি যোৱা দেখিলোঁ। অলপ পাচতে নামি অহাও দেখিলোঁ। তাৰ চাগৈ ভীষণ খং উঠিছিল, 'ডকুমেণ্ট'ৰ খুন্দাটো খাই। 'অক্সফোৰ্ড ডিক্সনেৰী'ত আছে শব্দটোৰ এটা সচৰাচৰ অচল অৰ্থ admonition, warning—মানে ককৰ্থনা, ভৎৰ্সনা অথবা গঞ্জনা।

অৱশেষত, আমি দুয়ো দুখন 'ভিছা' পালোঁ।

আমাৰ মন ফৰকাল হৈ পৰিল।

২১ মে'ৰ দিনাখন ৰাতি চাৰে সাতমান বজাত 'পূৰ্বোদয় প্ৰেছ'ৰ গুৰুপদ চৌধুৰী, সিজনৰ আলহী তীৰ্থ ফুকন, আৰু উমেশ ডেকা—তিনিওজনে আমাক দমদম বিমান-কোঠত আগবঢ়াই থৈ আহিল। 'এয়াৰ ইণ্ডিয়া'ৰ বোয়িং বিমান এখনত ৰাতি চাৰে ন বজাত বোম্বাই অভিমুখে যাবলৈ উঠিলোঁগৈ। ২৫ মিনিটৰ পাচতে বিমান-যানখন উৰিল। মাজনিশা বোম্বাই পালোঁগৈ। 'এয়াৰ ইণ্ডিয়া'ৰ ৰিচেপ্-শ্যনিষ্ট্ এজনে আমাক আন্তৰ্জাতিক প্ৰস্থান-কক্ষৰ লাউঞ্জত বহুৱাই দিলেগৈ। ৰাতিৰ আহাৰ বিমানৰ ভিতৰতে কৰিছিলোঁ। গম পালোঁ, আমাৰ লণ্ডন-অভিমুখী বিমান-যাত্ৰা 'এয়াৰ ইণ্ডিয়া'ৰ চিৰাচৰিত নিয়মেৰেই কেইঘণ্টামান পলম হ'ব। লাউঞ্জতে টোপনিয়াই ল'লোঁ, তিনিটামান কিস্তিত। ২২ মে'ৰ দিনা ৰাতিপুৱা চাৰে সাত বজাত ৭৪৭-বোয়িং এয়াৰ-বাছ এখনত উঠিলোঁগৈ। আমাৰ দুয়োৰো

আসন পৰিল, বাওঁপিনৰ ঘূৰণীয়া কাঁচৰ খিৰিকি এখনৰ কাষত ; গীতাই ক'লে, "তুমিয়েই বহঁা, খিৰিকি-কাষত।" আচলতে তেওঁৰ মনে মনে ভীষণ ভয় লাগিছিল—জানোচা ক'ৰবাত টুলুপ্‌কৈ সৰি পৰে! মোৰ মনত পৰিছিল ক'ৰবাত পঢ়া সেই বিৰাট এয়াৰ-বাছ খনৰ আকাৰ-প্ৰকাৰৰ আনুপুংখিক হিচাপটো। তেওঁক নক'লোঁ সেই হিচাপটো—জানোচা কেনেবাকৈ ভয়টো আৰু বেচি ভয়াবহ হৈ উঠে! হিচাপটো এনেকুৱা : দীঘলে ২৩২ ফুট মূৰৰ পৰা ফিছালৈকে ; বহলে ২০ ফুট আৰু কেই-ইঞ্চিমান ; মাটিত পৰি থাকোঁতে হেনো ৬৩ ফুট ওখ হৈ থাকে ; ডেউকা দুখনৰ প্ৰতিখন হেনো ১৯৬ ফুটকৈ দীঘল। যাত্ৰীৰ আসন থাকে ৩৫৩-খন ; প্ৰত্যেকটো শাৰী ভগোৱা থাকে তিনিটা চকলত—দুয়োকাষে দুখনকৈ আৰু মাজত কোনোবা-খিনিত আটাইতকৈ সৰহীয়া শাৰীত ৬খন, ক'ৰবাত ৪খন আৰু ক'ৰবাত এখনো নাই। তলৰ মহলাৰ পেটত সুমুৱাই নিয়াৰ ব্যৱস্থা থাকে ৪০ হেজাৰ পাউণ্ড ওজনৰ মালবস্তু। নিৰ্দিষ্ট সময়তকৈ ৪ ঘণ্টা পলম কৰি পুৱা ৭ বাজি ৫৫ মিনিটত সেই বিমানখনে চাণ্টাক্ৰুজ বিমান-কোঠ এৰি আকাশলৈ উৰা মাৰিলে। অলপ পাচতে চকুত পৰিল, তলত সেইখন ডাঠ সেউজীয়া ৰঙৰ আৰব সাগৰ। দেখা পাইছিলোঁ, সাগৰৰ ঢৌৱে পাৰৰ উপকূলৰ মাটি কোবাই গৈছিলহি। চকুৰ নিমিষতে, সাগৰ আৰু মাটিৰ সেই ৰহস্যময় যুদ্ধ-দৃশ্য মচ খাই গ'ল। অনুভৱ কৰিলোঁ, ভাৰতৰ মাটি আৰু বায়ুমণ্ডল পাৰ হৈ অচিনাকিৰ দিগন্তত সোমাই পৰিছোঁ। মাথোন কেইমিনিট মানৰ পাচতে আনকি তলৰ সেই সাগৰখনো নেদেখা হৈ পৰিলোঁ। থাকিল মাথোন কেউকাষে ফৰকাল আকাশখনৰ নিৰ্মল নীল। তাৰ মাজেদিয়েই আকাশ ফালি গৈ আছিল ঘণ্টাত প্ৰায় ৬২৫ মাইল বেগেৰে আমাৰ সেই বিৰাট বিমানখন। বোম্বাইৰ লাউঞ্জত মিছা-মিছিকৈয়ে ৮ ঘণ্টা সময় জোৰকৈ টোপনিয়াই আৰু মাজে মাজে হাত-ভৰি টঙাই ল'বলৈ খোজকাঢ়ি কটোৱাৰ পাচত সেই নীলাৰ মাজত গতিৰ প্ৰশান্তিয়ে মোৰ চকুহালত সঁচাসঁচিকৈয়ে টোপনিৰ মায়া সানি দিছিলহি। কাণ দুখনত আসনৰ লগতে মেৰিয়াই থোৱা ৰবৰৰ নলিচাডালৰ মূৰ দুটা গুজি ল'লোঁ। গান শুনিব পাৰি—সেই ৰবৰৰ নলিচাডালেৰে আহি থকা গানৰ গুণগুণনি। ওচৰতে

থকা বুতাম তিনিটাৰ এটা টিপি দিলে আছে ভাৰতীয় বোলছবিৰ গান, আন এটা টিপি দিলে আছে য়ুৰোপীয় পপ-সংগীত, আৰু তৃতীয়টো টিপি দিলে আছে উচ্চাংগ সংগীত—সৰহভাগেই য়ুৰোপীয়, বিঠোফেন-মোজাৰ্ট জাতীয়। মই শুনিবলৈ ল'লোঁ; লতাৰ মুখৰ সুৰীয়া সুৰ।

বুৰ্বকৰ দৰে শুবলৈ মন নগ'ল। ইয়াৰ ভিতৰতে বিমানখনৰ এজনী শুশ্ৰূষাকাৰিণীয়ে—শংকৰৰ লেখাত পঢ়া 'প্লেনেৰ চাকৰাণী'—সুধি গৈছিলহি, "Vegetarian or non-vegetarian, please?" গীতাই উত্তৰ দিছিল, পোনৰ বিধ। মোৰ কথাবাৰ্তা খাতাং, কাৰো ওচৰত শৰণ-ভজন লৈ মই ক'তো মোৰ জাতটো বিচাৰি লোৱা নাই; জাতটোৱেহে মোক বিচাৰি লৈছহি মোৰ কেঁচুৱা কালত, মই যেতিয়া তাক চিনিয়েই পোৱা নাছিলোঁ। তেতিয়াৰে পৰা সি মোৰ মনৰ গা'তে লাগি আছে, বিশ্বাসৰ এটা কুমজেলেকুৱা হৈ। তাক খেদাবলৈ ভূত জাৰিব লাগিব, ভাতৰ লগৰ আঞ্জাত ইটো-সিটো খালেই সি নেযায়গৈ! তদুপৰি, সেইখন 'এয়াৰ ইণ্ডিয়া'ৰ বিমান। বাৰাণসী-আলিগড়ৰ ঘোপা চকুৰ বিষয়ে সি সদায় সজাগ। যাওক সেইবোৰ কথা। জা-জলপান খাই উঠি বিমানৰ ভিতৰৰ প্ৰশস্ত লে'ন দুটাৰে এপাক ঘূৰি আহিলোঁ। 'এয়াৰ-বাছ'বোৰৰ এইটোৱেই সুবিধা—বহি থকা আসনৰ সমুখৰ পিনে ভৰি দুখন মেলি দিবলৈ, শাৰী পাতি থকা আসনবোৰৰ চকল তিনিটাৰ মাজত খোজকাঢ়ি সিৰামুৰিয়ে ধৰা ভৰি দুখন অলপ টঙাই ল'বলৈ যথেষ্ট পৰিমাণৰ শূন্য ঠাইৰ ব্যৱস্থা আছে। তুপৰীয়া পোলাও বিৰিয়ানি ইত্যাদিৰে মধ্যাহ্ন-ভোজনৰ পৰ্বটো সকলোৱে সমাপ্ত কৰিলে। আমাৰ কাষতে দেখিলোঁ, এগৰাকী গুজৰাটী মহিলাই নিজৰ টিফিন-কেৰিয়াৰটো মেলি ল'লে। এনেতে আমাৰ সমুখত দূৰে দূৰে থকা তিনিখন ৰূপালী পৰ্দাত তিনিখন বোলছবি আৰম্ভ হ'ল। চলমান ছবি তিনিখনৰ যেই সেই এখন ৰঢ়িয়াকৈ চাব পাৰি; কাণৰ বিন্ধাত ৰবৰৰ নলিচাঙালৰ গুটি দুটা গুজি লৈ কাষৰ বুতাম এটা টিপি চাব খোজা ছবিখনৰ লগত শুনি থকা মাতবোলটো মিলাই ল'লেই ছবিখন বোলছবিলৈ ৰূপান্তৰিত হৈ পৰে। মই পিচে সেই দিন-দুপৰত মেটিনী-শ্বো নেচালোঁ। ষ্টুৱাৰ্ডে সুৰীয়া খিৰিকিকাঁচৰ আগত পৰ্দাবোৰো পেলাই থৈ গৈছিল। গতিকে,

বাহিৰলৈয়ো চাব নোৱাৰি—চাব খুজি পৰ্দাখন আঁতৰাই পোহৰৰ জলমলনিয়ে ছবিবোৰ খেলিমেলি কৰি দিয়াৰ সম্ভাৱনা। সাতে-পাঁচে লঘু কিবা এটাকে পঢ়িবলৈ লৈছিলোঁ। মনত নাই কি পঢ়িছিলোঁ। হয়তো 'এয়াৰ ইণ্ডিয়া'ৰ আটকধুনীয়া আলোচনী 'স্বাগত'খন। পঢ়া নহয়—চকু ফুৰোৱা আৰু ছিলমিলকৈ টোপনি যোৱা।

ভাত-ঘুমটিৰ জাল গহীন হৈ আহোঁতে নৌ-আহোঁতেই হঠাৎ অনুভৱ কৰিলোঁ, অলপ জাৰ লাগিছে। সিমানপৰে চমু বোলছবিবোৰ শেষ হৈ গৈছে। খিৰিকিৰ পৰ্দাখন টানি বাহিৰলৈ চাই পঠিওৱাৰ লগে লগে অন্তৰখন উলাহে নধৰা হৈ পৰিল। আমাৰ বিমানখন যেন ফচ্‌ফচীয়া কিছুমান কমোৱা তুলাৰ মাজেদিহে বাট ফালি ফালি গৈ আছে। মই গীতাক ক'লোঁ, "আমি নিশ্চয় আল্‌্চ পৰ্বতৰ ওপৰত আছোঁ। বাহিৰলৈ চোৱা, সোবোৰ গাখীৰৰ ফেনৰ লেখীয়া বৰফৰ কুঁৱলীৰ খেল। তাৰ তলত চাগে পৃথিৱীৰ দ্বিতীয়টো ওখ পাহাৰ।" তেওঁ উত্তৰ দিলে, "তুমিয়েই চোৱাঁ। মই নেচাওঁ।" পাচত কৈছিল, তেওঁৰ হেনো কিছুদিন আগতে সেই আল্‌্চ পৰ্বতৰ ওপৰত হোৱা বিমান-দুৰ্ঘটনাত ভাৰতৰ পৰমাণু-বিজ্ঞানী ড° ভাবাৰ অকাল-মৃত্যুৰ কথা মনত পৰিছিল। পাচত ক'বলৈ নথৈ তেতিয়াই কোৱা হ'লে, মই নিশ্চয় ক'লোহেঁতেন, "তাতকৈ দেৱদুৰ্লভ সুন্দৰ মৃত্যু আৰু কি হ'ব পাৰে!" অমৰ দেৱতায়ো মৰণৰ বাঞ্ছা কৰাৰ সম্ভাৱনা থকা সেই মনোৰম দৃশ্যটো মই হেঁপাহ পলুৱাই চালোঁ। সেই সময়ত আমাৰ বিমানখন অন্ততঃ ৩০ হেজাৰ ফুট ওপৰেদি উৰিছিল।

অলপ পাচতে সেই উচ্চতা নিমিষে নিমিষে টুটি আহিল। মই চিনি পালোঁ। ৰোম মহানগৰী ঘেৰি থোৱা পাহাৰ সাতোটা। অৱশেষত স্পষ্টকৈ চকুত পৰিল, প্ৰাচীন ৰোমৰ বিখ্যাত amphi-theatreটোৰ জৰাজীৰ্ণ ৰূপ। তাৰ পাচতে বিমানখনে চোঁ মাৰি ৰোমৰ মাটি চুলেহি। মাইকত ঘোষণা কৰা হ'ল, "ৰোম পালোঁহি। বিমান ইয়াত এঘন্টা থমকিব। কোনোবাই ইচ্ছা কৰিলে বিমানৰ পৰা নামি বিমান-কোঠৰ আস্থানটোলৈয়ো যাব পাৰে। কিন্তু, পাছপোৰ্টখন লগত নিবলৈ নেপাহৰিব।" মই নামি গ'লোঁ। তলত মাখোন বিমানখনৰ পাখিৰ ছাঁ লৈ অলপ খোজকাঢ়ি য়ুৰোপৰ মাটি চুই চোৱাৰ অনুভূতিটো ল'লোঁ। মোৰ ৰভীত যদিও তেতিয়া আবেলিৰ

সময়, বাহিৰৰ চোকা ৰ'দজাকে কিন্তু সোঁৱৰাই দিলে—মাথোন এই-মাত্ৰ দুপৰীয়াটো শেষ হৈছে। ঘড়ীৰ সময় আৰু বেলিৰ সময় দুয়োটাৰে মাজত দেখোন অমিল। মনতে পৰা নাছিল, আমি যে পশ্চিমলৈ আহি আছোঁ আৰু পৃথিৱীখনো যে পশ্চিমৰ পৰা পুবলৈ ঘূৰি আছে!

ইতিমধ্যে বিমান-কোঠৰ ইটালিয়ান ঝাড়ুদাৰবোৰে হাতত ঝাড়ুৰ সলনি বিজুলীশক্তিৰে চলা হুভাৰ (Hoover) কেইটামান লৈ বিমান-খনৰ ওপৰলৈ উঠি আহি নিমিষতে তাৰ মজিয়াখন সাৰি থৈ গ'লহি। অতদিনে শুনি আহিছিলোঁ, ইটালিয়ান ভাষাটো হেনো শুনিবলৈ পৃথিৱীৰ ভিতৰতে মিঠা। নিজৰ কাণেৰে সেই ভাষাৰ কথা-বতৰাবোৰ শুনি মোৰ কিন্তু মুঠেই মিঠা যেন নেলাগিল সেই ভাষাটো। কোনটো ভাষা যে মিঠা, কোনটো ভাষা টেঙা—ক'বলৈকে টান। তাৰ উমান লওঁতে, লওঁতাজনক যে সংস্কাৰবুদ্ধিয়ে আমনি নকৰেহি—তাকেই বা বুকু ডাঠি কওঁ কেনেকৈ! মোৰ নিজৰ ধাৰণা: ফৰাচী ভাষাটো ফচ্‌ফচীয়া মিঠা, বাংলা ভাষাটো তজ্‌বজীয়া মিঠা, আৰু আমাৰ অসমীয়া ভাষাটো তুলতুলীয়া মিঠা। ফৰাচী ভাষাত ফুলৰ প্ৰতি-শব্দটো হ'ল, oiseau—য'ত আছে পাঁচোটা স্বৰধ্বনি আৰু এটা ব্যঞ্জনধ্বনি। বাংলা ভাষাত আছে তৰল ব্যঞ্জনধ্বনিৰ পয়োভৰ; আৰু অসমীয়াত যেন অনুনাসিক ধ্বনি আৰু উমাল ধ্বনিৰ ভৰুণ উলহমালহ। এটা যেনিবা আপেলৰ লেখীয়া, আনটো যেনিবা এচকল মালদহী আম, আৰু শেষৰটো যেনিবা সোণাপুৰৰ সুমথিৰা। সেইবোৰ আগ-গুৰি নোহোৱা কথা ভাবি থাকোঁতেই আকাশী-জাহাজে আকৌ পাখি মেলিলে।

এটা সময়ত মোৰ চকুত পৰিল, তলত এখন সাগৰ। নাও-জাহাজেৰে উপচি আছে। কাষেদি যোৱা এয়াৰ-হোষ্টেছক সুধিলোঁ, আমি বাৰু ইংলিচ চেনেল পালোঁহি নেকি? তাই কেইবাৰাৰো বাহিৰলৈ জুমি চায়ো ক'ব নোৱাৰিলে, সেইভৰা ক'ৰ পানী! ভাবিলোঁ, তাইৰ কাঠৰ মূৰটোত ঘিঁউৰ চিটিকনি বুলিবলৈ একোৱেই নাই। ঠেক পানীভৰা দেখিয়েই তাই ক'ব পাৰিব লাগিছিল, সেয়া মই অনুমান কৰা প্ৰণালীটোৱেই। তাই কাঠৰ মূৰটোৰ ভিতৰত খেপিয়াই থাকোঁতেই মাইকে ঘোষণা কৰিলে কথাখাৰ—"আৰু

কেইমিনিটমানৰ পাচতে হিথ্‌ৰো পামগৈ।"  কলিকতাৰটো যেনেকৈ দমদম, গুৱাহাটীৰটো যেনেকৈ বৰঝাৰ, লণ্ডনৰটোও তেনেকৈ হিথ্‌ৰো। তাৰ হিচাপবোৰো ক'ৰবাত পঢ়িছিলোঁ—তাৰ ওপৰত চকু ফুৰোৱা মানে তবধ মানিবলগীয়া। প্ৰতি মিনিটত হেনো এখনকৈ বিমান আকাশলৈ উৰা মাৰে আৰু তাৰ পাচৰ মিনিটতে একোখন বিমান মাটিত পৰেহি। সেয়া তিনিটা ৰাণ-ৱে'ৰ ব্যস্ততাৰ এটা গড় হিচাপহে। ১৯৭৮ চনৰ কোনোবা এটা তাৰিখত হেনো ঘণ্টাত ৭৮খনকৈ বিমান চলাচল কৰাৰ আচল হিচাপটোৱে সেই গড় হিচাপটোকো তল পেলাইছিল। যাত্ৰীৰ হিচাপটোও একে ধৰণৰ তবধ মানিবলগীয়া। বছৰত হেনো ২ কোটি ৭০ লাখ মানুহ হিথ্‌ৰোৰ দুৱাৰেদি বৃটেইন আৰু অৱশিষ্ট পৃথিৱীৰ মাজত অহা-যোৱা কৰে। সেই বিষয়তো এটা স্মৰণীয় অভিলেখ স্থাপিত হৈছিল—১৯৭৮ চনৰ ৮ জুন তাৰিখৰ দিনা। সেই তাৰিখে হেনো ২৪ ঘণ্টাৰ ভিতৰত হিথ্‌ৰোইদি অহা-যোৱা কৰা যাত্ৰীৰ সংখ্যাটো আছিল ১,০৬,৩৬১ জন! গড় হিচাপে বছৰত হেনো দুই কোটি সত্তৰ লাখ যাত্ৰী হিথ্‌ৰো'ৰ দুৱাৰেদি অহা-যোৱা কৰে। আচৰিত কথা, ক'তো কোনো খেলিমেলি নেলাগে।

সেই হিথ্‌ৰোতে আমাৰ বিমানখন নামিলগৈ, মোৰ হাতত থকা ঘড়ীটোৰ সময়মতে ৰাতি ৮ বাজি ৫৫ মিনিটত। কিন্তু, লণ্ডনৰ সময়-মতে তেতিয়া আবেলি ৩ বাজি ১৫ মিনিটহে গৈছিল। মোৰ ঘড়ীটোৰ ভাৰতীয় সময় বিলাতৰ সময়লৈ সলাই ল'লোঁ। বিমানৰ দুৱাৰমুখত থিয় হৈ দেখিলোঁ, বিমান-কোঠৰ ভিতৰলৈ যোৱাৰ ব্যৱস্থাটো বেলেগ। খট্‌খটিৰে নামি যাবও নালাগে, দুয়োকাষে ৰেলিং দিয়া দলঙেৰে খোজকাঢ়ি পাৰ পাবগৈয়ো নালাগে; মাথোন পোনে পোনে এটা ডাঠ পানী-কাপোৰৰ বিয়াগোম চুঙাৰ ভিতৰেদি সোমাই বাহিৰ ওলাবগৈ লাগে। বিমানখনৰ দুৱাৰত ওপৰ-মহলাৰ পৰা আহি লিপিট্‌ খাই ধৰা সেই আকাশী-সুৰংগটোৱেদি সোমাই ইমিগ্ৰেচন ডিপাৰ্টমেণ্টৰ কাউণ্টাৰলানিৰ সমুখত ওলালোঁগৈ। আমি দুয়ো দুখন বেলেগ কিন্তু প্ৰায় ওচৰাওচৰিকৈ থকা কাউণ্টাৰৰ আগত থিয় দিলোঁগৈ। মোৰ সমুখৰ বিষয়াজনক মই মোৰ পাছপোৰ্ট আৰু ভিছা দুখন দেখুৱালোঁ। তেওঁ সোধা তিনি-চাৰিটামান প্ৰশ্নৰ উত্তৰ দিয়াৰ পাচতে সুধিলে,

"May I know your profession ?" মই ক'লোঁ, "A teacher. I'am serving as a Professor in one University." উত্তৰটো শুনিয়েই তেওঁ কাগজ-পত্ৰবোৰ সামৰি মোৰ ফালে এনেকুৱা এটা চাৱনিৰে চালে, যেন তেওঁ মোক প্ৰশ্নটো সুধি জগৰহে লগালে। ফুটাই ক'লে, "Sir, please don't mind for having asked you all these questions. You may go." মই অবাক হৈ গ'লোঁ, তেওঁৰ সেই অভাবিত মাত্ৰাৰ ভদ্ৰতা দেখি। মই ক'লোঁ, "But my wife is there in front of the other counter." লগে লগে তেওঁ সিজন বিষয়াক কিবা এটা ক'লেগৈ। সিজনে গীতাকো নিমিষতে বিদায় দিলে। মই তেতিয়া তেওঁক সুধিলোঁ, "May I know, where shall I find my luggages ?" তেওঁ ক'লে, "Please come with me. I'll show you." তেওঁৰ লগতে কেইবাটাও খটখটিৰে উঠি-নামি কেইবাটাও কোঠা পাৰ হৈ ঠাইডোখৰ পালোঁগৈ। তেওঁক মই অসংখ্য ধন্যবাদ জনালোঁ। আমাৰ চুটকে'চ্ দুটা তৎক্ষণাৎ পালোঁ। মোৰ সহযাত্ৰী কোনোজনেই তেতিয়ালৈকে clearance পোৱা নাছিল। কোঠাটোৰ বাহিৰ ওলায়েই দেখিলোঁ, অনিমেশ আমাৰ কাৰণে বৈ আছে। আমাৰ বিমান হেনো নিৰ্দিষ্ট সময়তকৈ চাৰি ঘণ্টা পলমকৈ পাইছেহি। অনিমেশে পোনতে গীতাক, তাৰ পাছতে মোক সাৱট মাৰি ধৰিলে। তাৰ পাচত চুটকে'চ্ দুটাৰে ট্ৰলীখন ঠেলি ঠেলি অনিমেশে ক'লে, "খুব সোনকালে clearance দিলে আপোনালোকক। কিয়, ক'ব পাৰে নে, ভিনিদেউ ?" মই উত্তৰ দিলোঁ, "নোৱাৰোঁ। কিয়, কোৱাচোন।" তেওঁ আকৌ ক'লে, "আপোনাক নিশ্চয় সুধিছিল, আপোনাৰ profession কি ?" মই ক'লোঁ, "ওঁ। কিন্তু, তাৰ লগত সোনকালে clearance দিয়াৰ সম্পৰ্কটো কি ?" অনিমেশে বুজাই ক'লে, "ডাঙৰ সম্পৰ্ক। এই দেশত তিনিবিধ মানুহক সৰ্বোচ্চ সন্মান যাচে। এক, ইউনিভাৰ্চিটিৰ প্ৰফেচাৰ। দুই, হাস্পাতালৰ নাৰ্ছ। তিনি, কল-কাৰখানাৰ শ্ৰমিক। তাৰ পাচতহে বাকীবোৰ।" কাহানিও শুনিবলৈ নোপোৱা কথা শুনিলোঁ, অনিমেশৰ মুখত সেইখন দেশৰ মানুহবোৰৰ বিষয়ে। মনৰ পৰা কলিকতাত গ্ৰীণলৈ নামৰ চাহাবটোৱে দিয়া জুলুমখিনিৰ

শেষ টিণকণো মচ খাই গ'ল। কিমান বেচি ভদ্র, কিমান বেচি সভ্য এই দেশৰ মানুহবোৰ! পোনতে লগ পোৱা এই দেশৰ মানুহজনৰ সেই অমায়িক ব্যৱহাৰ মোৰ মনৰ পটত গভীৰভাৱে মুদ্রিত হৈ গ'ল।

তাৰ পাচত, বিমান-কোঠৰ বাহিৰ ওলাই অনিমেশৰ গাড়ীত উঠিলোঁগৈ। গাড়ীত উঠাৰ লগে লগে অনিমেশে safety-belt নামৰ গাদীখনতে লাগি থকা পেটি একোডাল আমাৰ গা'ত বান্ধি দিলে। লগতে শিকায়ো দিলে—কেনেকৈ বান্ধিব লাগে। ক'লে, "ইয়াৰ গাড়ীবোৰত উঠিলে এইডাল বান্ধি ল'বই লাগিব। কাৰণ, ইয়াৰ গাড়ীবোৰ ঘণ্টাত কমেও ৭০ মাইলকৈ চলে। বে'ল্ট বান্ধি নল'লে বিপদ। গাড়ী ৰ'লেই হামখুৰি খাই পৰাৰ সম্ভাৱনা।"

তাৰ পাচত, অনিমেশৰ গাড়ী লণ্ডনৰ চহৰতলীয়েদি যাবলৈ ধৰিলে—গ্লাছগো অভিমুখে। গীতাই অনিমেশক সুধিলে, "আমি এতিয়া লণ্ডনৰ মাজেদি গৈছোঁ নেকি?" অনিমেশে উত্তৰ দিলে, "মাজেদি নহয়—দাঁতিয়েদি। লণ্ডন আজি নেদেখুৱাওঁ—পাচত দেখুৱাম।" এনেতে আমাৰ চকুত পৰিল, আমাৰ আগে আগে গৈ থকা গাড়ীখন কাষলৈ গৈ থমকি ৰ'ল। তাৰ পৰা এজন মানুহ নামি আহিল। তেওঁ সেই গাড়ীখনৰ পৰা দুই মিনিটৰ আগতে কাগজৰ মুঠি এটা বাটলুগুটি কৰি বাটৰ কাষৰ লেম্প-প'ষ্ট এটাত হাতে ঢুকি পোৱাকৈ ওলোমাই থোৱা টিনৰ পাত্র এটালৈ দলি মাৰি পঠিয়াইছিল। কাগজৰ বাটলুগুটিটো পাত্রটোত নপৰি বাটৰ ওপৰতে পৰিছিল। মানুহজনে উভতি আহি সেই কাগজৰ অকণমানি মুঠিটো বুটলি লৈ হালধীয়া ৰঙৰ সেই টিনৰ পাত্রটোত ভৰাই থৈ আকৌ দৌৰ মাৰি গাড়ীত উঠিলগৈ। মই আচৰিত হৈ গ'লোঁ—দেশখনক তেনেহ'লে কোনেও এইকণ লেতেৰা হ'বলৈয়ো নিদিয়ে। অনিমেশে ক'লে, "নিদিয়ে, ভিনিদেউ—মুঠেই নিদিয়ে। গোটেইটো বাটতে দেখি যাব এনেকুৱা হেজাৰ হেজাৰ লিটাৰিন (Litterine)। দহ হাতমানৰ আঁতৰে আঁতৰে আঁৰি থোৱা থাকে সেইবোৰ। সময়ে সময়ে আৱৰ্জনা চাফা কৰা গাড়ীয়ে সেইবোৰ উদং কৰি লৈ গুচি যায়। সেইকাৰণেই, বৃটেইনত মহামাৰী বোলা বস্তুটো আজিকালি অচিন।" মোৰ মনত পৰিছিল, সেই মহামাৰীটোৰ সময়ৰ, ১৩৪৮-৪৯ চনৰ লণ্ডনৰ ছবিখন

কোনোবা এখন চিনেমাত দেখিছিলোঁ। আৰু আজিৰ বৃটেইন ক'ত উপনীত হৈছেহি? সক হ'লেও সেইটো কিন্তু মোৰ বাবে এক পাহৰিব নোৱৰা অভিজ্ঞতা। বিলাতলৈ নোযোৱা হ'লে উৰুঙাকৈ বুজাতে থাকিলোহেঁতেন সেই কথাষাৰৰ আচল আৰু গভীৰ অৰ্থটো, যি কথাষাৰ ৫ম শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতেই পঢ়িবলৈ পাইছিলোঁ, 'পৰিচ্ছন্নতাই ঐশ্বৰিকতা'। ইংৰাজী কথাষাৰৰ চলন্তি অসমীয়া ভাঙনিটো—'নিৰ্মলতাই ঈশ্বৰপৰায়ণতা'—তাৰ দূৰ-সুদূৰৰহে প্ৰতি-ধ্বনি। এইখন সেই দেশ, য'ত সক ল'ৰা-ছোৱালীয়ে খোৱা লজেন্স-টফি মেৰিয়াই থোৱা কাগজখনতো লিখা থাকে, "Keep your country clean. This is your country."—এনেবোৰ কথা! গ্ৰে'ট ব্ৰুটেইনত দুমাহ থাকিলোঁ। ক'তো এখিলা কাগজৰ টুকুৰা এটাও বাট-ঘাট ফুলনি-ঘাঁহনি লেতেৰা কৰি পৰি থকা দেখা নেপালোঁ।

ৰাতি ১১ বজাত আমি প্ৰে'ছটন নামৰ এখন চহৰ পালোঁগৈ। হঠাৎ, অনিমেশৰ গাড়ী এটা পদূলিত থমকি ৰ'লগৈ। লগে লগে সেই সাত সাগৰ তেৰ নদীৰ পাৰৰ দেশত অসমীয়া মাত এষাৰ শুনিবলৈ পালোঁ, "আহক। আমি গধূলিৰে পৰা বৈ আছোঁ।" অনিমেশে আমাৰ লগত চিনাকি কৰি দিলে—ডাঃ নৃপেন শইকীয়া আৰু তেওঁৰ সহধৰ্মিনী ডাঃ বিভ্ৰা শইকীয়া। দুষাৰ-এষাৰ কথা পতাৰ পাচতে দুয়ো আমাক 'ডাইনিং ৰুম' পোৱালেগৈ। ভাবিছিলোঁ, চাহ-জলপানৰ যোগাৰ। সঁচাসঁচিকৈয়ে ভোক লাগিছিল। আমাৰ দেশৰ সময়মতে তেতিয়া জানো ৰাতি দুই বজা নাছিল: চকুহাল টোপনিয়ে টানি টানি নিছিল। ভাতৰ কাঁহী দেখি মনটো ভাল লাগি গ'ল। আচৰিত লাগি গ'ল, যেতিয়া দেখিলোঁ মাছৰ আঞ্জাৰ বাটি এটা আৰু খৰিচাৰ থোপা এটাও পিৰিচ এখনত আগবঢ়াই দিছে শ্ৰীমতী শইকীয়াই তেওঁৰ ডাক্তৰী হাতেৰে। এপদ নতুন ব্যঞ্জনবো জুতি ল'লোঁ, Braised lamb ভেৰা-পোৱালিৰ মঙহৰ আঞ্জা। এঘণ্টাৰ পাচতে ৰাতি-দুপুৰত অনিমেশৰ গাড়ীয়ে আকৌ চাপলি মেলিলে।

ভয় লাগিছিল, জানোচা অনিমেশক একেবাহে গাড়ী চলাই যাওঁতে ক'ৰবাত টোপনিয়ে হেঁচি ধৰেহি। অনিমেশক সকীয়াই

দিলোঁ। আৰু গাড়ী লাহে লাহে চলাবলৈ ক'লোঁ। অনিমেষে উত্তৰ দিলে, "ভয় নাই, ভিনিদেউ! বাটলৈ চাওক, সত্তৰ-আশী মাইলৰ আঁতৰে আঁতৰে বাটৰ ৰং সলাই থোৱা আছে। টোপনি আহিব খুজিলেও, টোপনিটো সলনি হোৱা ৰংটোৱে ভাঙি দিয়ে। আৰু, লাহে লাহে চলোৱাৰ কথাবাৰ! এয়া চাওক, স্পীডোমিটাৰত কাঁটাডাল এতিয়াও সত্তৰৰ ঘৰতে আছে। ইয়াতকৈ আৰু অলপ লাহে লাহে চলালেই পুলিচে ধৰিব। দুৰ্ঘটনা বোলা বস্তুটোও এই দেশত প্ৰায় অচিনাকি। কাৰণ, সমুখৰ ফালৰ পৰা গাড়ী নাহে। পাচফালৰ পৰাও গাড়ীয়ে খুন্দা নেমাৰেহি। কাৰণ, চাৰিটা track-ত চাৰিটা স্পীড্। মোৰ track-টোৰ স্পীড্ ঘণ্টাত ৭০ মাইলকৈ। ৮০-৯০ মাইলৰ ঘৰত সোমালেই দ্বিতীয়টো track-লৈ যাব লাগিব। তাৰ বেচি হ'লেই তৃতীয়টো track-লৈ যোৱাৰ নিয়ম। ১১০-ৰ পৰা ১২০ মাইলৰ স্পীড্ দিলে একেবাৰে সিমূৰৰ track-টোত সোমাবগৈ লাগিব। মই মন্তব্য দিলোঁ, "তাৰ মানে চাৰিটা পটিত চাৰিটা গতি। একেবাৰে শেষৰটো ধুমুহাৰ কাৰণে। নহয় জানো?" তেওঁ মূৰ দুপিয়ালে।

অনিমেষক মই সুধি পেলালোঁ, "এই যে গতিৰ নিচাটো। তোমাৰ বাৰু কেতিয়াবা ভয় নেলাগেনে?" অনিমেষে ক'লে, "নালাগে। জোকাৰণি বোলা বস্তুটো পাইছে জানো?" মই ক'লোঁ, "নাই পোৱা। আচলতে তোমাৰ হাতখন চাফা।" অনিমেষে গীতালৈ চাই ক'লে, "বুজিছ, গীতা বাইদেউ! চিঠি লিখিবলগীয়া থাকিলে, গাড়ীতেই লিখিবি। মিছামিছিকৈয়ে ঘৰত সময় নষ্ট নকৰিবি।" সেয়া তেওঁৰ ষায়েকলৈ গতিৰ লগত খাপ খুৱাই লোৱাৰ উপদেশ। দুদিনমানৰ পাচতে ময়ো সেই গতিৰ চিকাৰ হৈ পৰিলোঁ —'গতি নাই গতিৰ বাহিৰে'! মোৰ জীৱনত দিনপঞ্জী বোলা বস্তুটো সেই কেইদিনেই ৰাখিছিলোঁ। আহিবৰ সময়ত—নহয়, সেই বছৰৰ আৰম্ভণিতে—'ৰাণী মন্দিৰ'ৰ সূৰ্য হাজৰিকাই মোক এটা 'জিপ্-ফাষ্ট্নাৰ' লগোৱা বহীৰ লেখীয়া মানিবেগ উপহাৰ দিছিল, ভিতৰত এখন ডায়েৰীৰ সৈতে। সেই ডায়েৰীখনৰ কথাবোৰৰ সৰহভাগেই চলন্ত গাড়ীৰ ওপৰতে লিখিছিলোঁ। অতদিনে সেই লেখাবোৰ দুনাই পঢ়িয়েই চোৱা নাছিলোঁ।

মই এনেমতি মাৰি ল'লোঁ। সাৰ পাই দেখা পালোঁ, অনিমেশৰ গাড়ী 'ফ্লাই-অ'ভাৰ'ৰ ওপৰেদি গৈয়েই আছে, ঘণ্টাত ৭০ মাইলৰ একেটা বেগেৰে। উভতি চাই আজি অকলে অকলে হাঁহিছোঁ। গুৱাহাটীৰ চান্দমাৰীত থকা ফ্লাই-অ'ভাৰটো যে এজন মন্ত্ৰীয়ে ফিটা কাটি মুকলি কৰিছিল—সেই কথাবাৰ মনত পৰাৰ কাৰণে। লণ্ডনৰ পৰা গ্লাছগো'লৈ প্ৰায় ৬৮০ মাইলজোৰা ৰাষ্ট্ৰীয় ৰাজপথৰ ফ্লাই-অ'ভাৰটো মুকলি কৰিবলৈ বাৰু কেইহেজাৰ মন্ত্ৰী লাগিলহেঁতেন! মাজতে গীতাই অনিমেশক সোধা শুনিবলৈ পালোঁ, "সেইটো কিহৰ কাৰখানা অ' ?" সেইবুলি তেওঁ মস্ত এটা চৌহদলৈ আঙুলিয়াই দেখুৱাইছিল। অনিমেশে ক'লে, "এইডোখৰ ঠাইৰ নাম River shore। সেইটো হ'ল, এটা Junk Yard। তাতে পুৰণি গাড়ীবোৰ মস্ত এটা হাতুৰীৰে খুন্দি চেপেটা কৰি পেলায়।" গীতাই সুধিলে, "পুৰণি মানে কিমান বছৰৰ পুৰণি ? আৰু সেইবোৰ খুন্দি কি কৰিব ?" অনিমেশে তেওঁক জনালে, গ্ৰে'ট বৃটেইনৰ ৰাস্তাত পাঁচ বছৰতকৈ বেচি পুৰণি গাড়ী নচলেই। মই মাত দিলোঁ, "সেইবোৰ খুন্দি পিঠা কৰি পেলোৱাৰ পাচত চাগৈ লপথপীয়া লোহাখিনি বজাৰত বিক্ৰি কৰে।" অনিমেশে মূৰ দুপিয়ালে।

অৱশেষত, অনিমেশৰ গাড়ী গ্লাছগো পালেহি। সেয়া মই ভাৰতৰ পৰা পঠোৱা চিঠিবোৰৰ ঠিকনাটো : 27, Tweedsmuir/ Bishopbriggs/Glasgow G-64—অনিমেশৰ ঘৰ। সমুখত জপনা-জেওৰাৰ জঞ্জাল নাই। আছে মাথোন ফুল আৰু ফুল! মনত পৰি গৈছিল, সেই বৰ্ণনাটো :

> "Ten thousand saw I at a glance
> Tossing their heads in sprightly dance."

গোটেই চুবুৰীটোৰ সেই উমৈহতীয়া ফুলনিখনৰ মাজে মাজে মাথোন একোশাৰী এবেগেতীয়া লোহাৰ সৰু সৰু শলা নাইবা আলাসতে ওলমি থকা একোডালকৈ লোহাৰ দীঘলীয়া কামি—দেখাত তেনেই লাহী। সেইখিনিৰেই পদূলিমুখত একোঘৰ গিৰিহঁতৰ নিজৰ ৰবীয়া মাটিৰ সীমা। কাৰো প্ৰয়োজন নাই কোনো জেওৰা-জপনাৰ। কাৰণ, সেইখন দেশত আমাৰ এইফালৰ দৰে ফুলগছ খাবলৈ বাটৰ দাঁতিয়ে দাঁতিয়ে গৰু-ছাগলী চৰি নুফুৰে।

সেই দেশৰ ঘড়ীত তেতিয়া পাচদিনা বাতি পুৱাৰ সময় তিনি বাজিছে। আৰু তেতিয়া আমাৰ ডিব্ৰুগড়ৰ ঘৰটোৰ আগ-চোতালত চাগৈ ফৰকাল পুৱা চাবে আঠমান বজাৰ ফংফঙীয়া এজাক ব'দ উজাৰ খাই পৰিছে! গ্লাছগো'ত কিন্তু ডাঠ কুঁৱলীমিহলি এজাক হাড়কঁপোৱা বতাহ বলিবলৈ লৈছে। মোৰ খুলশালিৰ সহধৰ্মিণী স্কটিছ ছোৱালী Anne (স্কটিছ উচ্চাৰণটো প্ৰায় আ'নৰ লেখীয়া—দেউতাকে সেইবুলিয়েই মাতে) বাহিৰলৈ ওলাই আহিল, মুখত এমোকোৰা হাঁহি লৈ। মোক হাতখনত খামুচি ধৰি আৰু গীতাক কঁকালত ধৰি ভিতৰলৈ লৈ গ'ল, "Come inside, Bhindeu! come inside, Baideu! Don't stay in the wind. You'll catch cold." জাৰ লাগিলহেঁতেন যদিও জাৰৰ ভাবটো উৰি গুচি গ'ল আ'নৰ সেই উমাল অভ্যৰ্থনাত।

## ॥ স্কটলেণ্ডৰ দিনপঞ্জী ॥

"Till a' the seas gang dry, my dear,
And the rocks melt, wi' the sun ;
I will luve thee still, my dear,
While the sands o' life shall run."

—Robert Burns

এয়া ১৯৭৯ চনৰ ২৩ মে'ৰ কথা। শেষৰাতি গুই পুৱা চাৰে দহ বজাতহে সাৰ পালোঁ। কিন্তু, পলমকৈ উঠিলোঁ নে সোনকালেই উঠিলোঁ—সেই কথাষাৰ ক'বলৈ টান। অনিমেশে তাৰ বৈজ্ঞানিক ব্যাখ্যাটো আমাৰ দুয়োকো সুন্দৰকৈ ক'লে। আমি মানুহবোৰ য'তেই কি নেথাকোঁ লাগিলে, তাৰে সময়ৰ গতিৰ লগত ক'ব নোৱৰাকৈয়ে জীৱনযাত্ৰাৰ ছন্দটো মিলাই লওঁ। তাৰ মাজতে কেতিয়াবা যদি অন্য ক'ৰবালৈ গৈ সময়ৰ কিবা বঢ়া-টুটাৰ পৰিস্থিতিত পৰোঁগৈ, তেতিয়াই সেই ছন্দমিলটো হেৰুৱাই পেলাওঁ; নতুন সময়ৰ গতি আৰু জীৱনৰ অভ্যস্ত ধাৰা দুটা একেটা তালত বান্ধি লওঁতে সময় লাগে। ইতিমধ্যেই মই মোৰ ঘড়ীত চাৰে পাঁচ ঘণ্টা সময় কমাই লৈছোঁ। ভাৰতীয় সময়টো যদি মোৰ ঘড়ীত থাকিলহেঁতেন, তেনেহ'লে ক'ব লাগিলহেঁতেন আবেলি চাৰি বজাতহে সাৰ পালোঁ। সেয়েহে চকুত পোৰণিয়ে ধৰা নাই। আৰু এটা কথা, এই মে'-জুন মাহত স্কটলেণ্ডৰ আকাশত বেলিটো বহুত পৰলৈকে থাকে; দিনবোৰ বৰ দীঘলীয়া হয়—চাৰে চাৰি বজাতে ৰাতি পুৱায় আৰু গধূলি আৰম্ভ হয় ৰাতি দহ বজাত। কাৰণ, স্কটলেণ্ড বুলিলে প্ৰায় উত্তৰ মেৰু বুলিয়েই ক'ব পাৰি।

তেতিয়া হেনো স্কটলেণ্ডত জহকালিৰ বতৰ। অথচ, আমি অনুভৱ কৰিছোঁ—যেন মাঘমহীয়া জাৰকালি। সঁচাসঁচিকৈয়ে যেতিয়া জাৰকালি পৰে, তেতিয়া বাৰু কি হয়! গোটেইখন বৰফে ঢাকি পেলায়, বেলিটো তেতিয়া হেনো দুঘণ্টা-ডেৰ ঘণ্টামানহে থাকে, অনিমেশ আৰু আন'ৰ ল'ৰা-ছোৱালীকেইটা—সিঁহতৰ নাম Seanne

( চ'ন ), Bhaity ( ভাইটি ) আৰু Rhona ( ৰোণা )—বাতিয়েই স্কুললৈ যায় আৰু ৰাতিৰ আন্ধাৰতহে উভতি আহে। সেই সময়-ছোৱা কিন্তু ইংলেণ্ডৰ ফালে বঢ়িয়া উমাল হৈ থাকে। ক'বলৈ পাহৰিছোঁ, ইংলেণ্ড বুলিলে স্কটলেণ্ডকো সামৰি থোৱা দেশখন সুবুজায়। বহুতে সেই কথাষাৰ পাহৰি স্কটলেণ্ড আৰু স্কটিছৰ বিষয়ে কিবা কওঁতে ইংলেণ্ড আৰু ইংলিচ বুলি কয়। গীতায়ো সেই ভুলটো বহুতবাৰ কৰিছিল। বাৰে বাৰে আ'নে শুধৰাই দিছিল, "Baideu, you mean Scottish, ain't it ?" আ'নৰ মুখত সেই গড়-হিচাপৰ স্কটিছ জাত্যাভিমানটো মই অতি আমোদ আৰু প্ৰশংসামিহলি অনুভূতিৰে উপভোগ কৰিছিলোঁ। ইয়াৰ আচল উৎসটো ক'ত, মই অলপ-অচৰপকৈ আগৰে পৰা জানিছিলোঁ। পাঁচ কোটি মানুহৰ দেশ গ্ৰে'ট বৃটেইন, তাৰে ৬০ নে ৭০ লাখহে স্কটিছ। অথচ, বৃটেইনৰ ওপৰেদি যি দুখন মহাসমৰ এতিয়াৰ স্কটিছবিলাকৰ স্মৰণকালত মূৰৰ ওপৰেদি পাৰ হৈ গৈছে, সেই মহাসমৰত গ্ৰে'ট বৃটেইনে—তাতকৈয়ো পচন্দৰ শব্দটো সংযুক্ত যুক্তৰাজ্য ( United Kingdom )—হেনো ইংলেণ্ডৰ তুলনাত স্কটলেণ্ডৰ পৰা আনুপাতিক হিচাপত বহু বেচি মানুহৰ মূৰৰ লাওখোলা আৰু বুকুৰ তেজ যুদ্ধক্ষেত্ৰত উছৰ্গা কৰিলেগৈ। কথাষাৰ ক ত পঢ়িছিলোঁ জানো—জে. ডি. মেকিৰ 'History of Scotland' খনত বোধকৰো! ঠিক তেনেকুৱা এটা অভিযোগ আমাৰ দেশতো পঞ্চনদীৰ পাৰৰ মানুহখিনিৰ মুখতো শুন-মুশুনকৈ শুনিছিলোঁ, সৌ সিদিনালৈকে। আ'নক মই জোকাই চাইছিলোঁ, উইনষ্টল চাৰ্চিলৰ প্ৰশংসা কৰি। উত্তৰত আ'নে চাৰ্চিলৰ নামটো মহান পুৰুষৰ তালিকৰ পৰা মুহূৰ্ততে খাৰিজ কৰি দিছিল, "Nobody will remember him. His is already a forgotten name." !

অনিমেশৰ ল'ৰা-ছোৱালীকেইটা ভাবিব নোৱৰাকৈ শান্ত। সিহঁতক গধূলিহে লগ পাওঁ। সিহঁতৰ লগত গধূলিটো শিশুমনৰ কথা পাতি কটালোঁ। ডাঙৰ ল'ৰাটোৰ পঢ়া-শুনাতেই ধাউতি। মই মন কৰিলোঁ, সি গধূলি সময়খিনি বাহিৰা কিতাপ পঢ়িয়েই কটায়। ভাইটি নামৰ সৰুটো ল'ৰা তজ্‌বজীয়া। আৰু আটাইতকৈ সৰু ৰোণা আছিল আলসুৱা, মৰম লগাকৈ ধুনীয়া আৰু বেচ্ লাজকুৰীয়া

ছোৱালী। তাই কিজানি এতিয়ামানে তাইৰ বালিঘড়ীৰ গঢ় (hour-glass figure) টোৰে বহুত স্কটিছ ডেকাল'ৰাৰ মূৰত বা-মাৰলিৰ চৌ সৃষ্টি কৰিছে। তাত দেখিছিলোঁ, ল'ৰা-ছোৱালীয়ে ঘৰলৈ কিতাপ-পত্ৰ নানে—স্কুলতে পঢ়ে। আমাৰ এইকালৰ দৰে সিহঁতে ঘৰুৱা শিক্ষকৰ বাবেও হাবাথুৰি খাব নালাগে।

সেইদিনা আবেলি অনিমেশৰ লগত বিছপব্ৰিগ্‌চ চুবুৰীটোৰ বজাৰ-কেন্দ্ৰ ( Shopping Centre ) লৈ ওলাই গ'লোঁ। এটা দীঘলীয়া ঘৰ; তাতে ছ'টা আহল-বহল কোঠালি। স্কটলেণ্ডত চুবুৰী (Community) বুলিলেই এনেকুৱা বজাৰ-কেন্দ্ৰ, এটা স্কুল আৰু এটা গীৰ্জা থকাটো চৰকাৰৰ ফালৰ পৰা হেনো বাধ্যতামূলক। বজাৰ-কেন্দ্ৰত থকা পাঁচখন দোকান হ'ল: Mardware, Laundry, Bakery, Butchery আৰু Stationery। আমাৰ অসমৰ ফালে এনেকুৱা পাঁচখন দোকান একেটা ঘৰতে থকা হ'লে, নামবোৰ কোনোবাই এনেকুৱাকৈ থ'লেহেঁতেন নাইবা মহেই থলোঁহেঁতেন— সানমিহলি, বজকালয়, জা-জলপান, তেজী থাৱন, আৰু কাপ-মৈলাম। ক'বলৈ পাহৰিছোঁ, বিছপব্ৰিগ্‌চত থকা ছয় নম্বৰ দোকানখন আছিল চৰকাৰী—মানে ডাকঘৰ। বৌলেও হিলৰ দেশত সেই দোকানখন। নেথাকি ক'ত থাকিব। মই কেইখনমান 'এয়াৰ-লেটাৰ' কিনিলোঁ। তাৰ আগতে মই তাৰ কাষতে থকা এটা বেংকৰ কাউণ্টাৰলৈ গৈ 'ট্ৰেভেলাৰ্চ চেক্' কেইখনমান ভঙাই লৈছিলোঁ। অনিমেশেও সেই বেংকতে কেইপাউণ্ডমানৰ চেক্ এখন ভঙাই ল'লে। মই ভাবিছিলোঁ, অনিমেশৰ ধন থোৱা বেংক চাগৈ সেইটোৱেই। পিচে নহয়। স্কটলেণ্ডত মোৰ প্ৰথম অভিজ্ঞতাটো হ'ল, সেই দেশত বেংকৰ সেৱা। কোনো মানুহেই তাত মানিবেগ লৈ নুফুৰে। প্ৰত্যেকৰে জেপে জেপে থাকে মাথোন একোটা নোদোকা চেক্-বহী। তেওঁলোকৰ চেক্ ভঙাই দিবলৈ চুবুৰীয়ে-চুবুৰীয়ে সিঁচৰতি হৈ আছে, অসংখ্য বেংক-কাউণ্টাৰ। বজাৰবিলাকত যে উভৈনদীকৈ আছে—প্ৰায় প্ৰতিখন দোকানৰ কাষতে একোটাকৈ বেংক-কাউণ্টাৰ—একোজনী ছোৱালী আৰু এটা নগদ পাউণ্ডৰ পেৰা। গ্ৰে'ট বৃটেইনৰ কোন চহৰৰ কোন বেংকৰ কোনটো শাখাত আপোনাৰ কিমান ধন জমা আছে, কোনেও নোসোধে। চেক্ কাটি দিলেই তাৰ বিপৰীতে সিমানখিনি নগদ ধন

আপোনাক উলিয়াই দিব। প্ৰত্যেকৰে মাহিলি বেতন-বানচ পোনে পোনে বেংকলৈ গুচি যায়। বেংকে প্ৰত্যেকৰে নিৰ্দেশ-পত্ৰ চাই সেই অনুক্ৰমে কাক কেনেকৈ দিবলগীয়া আছে—ঘৰৰ দামৰ কিস্তি, মটৰ-গাড়ীৰ দামৰ কিস্তি ইত্যাদি—সিটো পক্ষৰ হিচাপলৈ লগে লগে বদলি কৰি দিয়ে। এনেকৈ যে কোনেও নিজৰ জমাৰ ধন নগদ ৰূপত বেচিকৈ চুবলৈ নেপায়, তাৰ ফলত প্ৰত্যেকৰে জমাৰ ধনে বেংকৰ হিচাপ-বহীতে সৰহীয়াকৈ পোৱালি মেলি থাকে। মোৰ মনত পৰিছিল, মাৰ্ক্সৰ কথা এষাৰ। শ্ৰমিকে যে শ্ৰমৰ মজুৰী সপ্তাহৰ মূৰকত পায়, তাৰ ফলত পুঁজিপতিয়ে শ্ৰমিকৰ পৰা লোৱা অদৃশ্য ধাৰৰ ধনে সপ্তাহটোৰ ভিতৰতে পোৱালি মেলে। সেইটোৱেই হেনো পুঁজিবাদৰ শোষণ-যন্ত্ৰটোৰ পোনৰ খট্‌খটিটো। এতিয়া কল্যাণকামী ৰাষ্ট্ৰৰ বেংক ব্যৱস্থাত সেই অদৃশ্য লাভৰ ধনৰ গৰাকী হৈ পৰিছে, প্ৰত্যেকজন চেক্-বহীৰ গৰাকী। কোনেও কাৰো মাথিৰ মূৰৰ ঘিউখিনি কাঢ়ি নিয়াৰ সুযোগ নেপায়। আৰু, সেইকাৰণেই কাৰোবাৰ জেপত পাঁচ পাউণ্ডমানতকৈ বেচি এনেয়ে সোমাই থকাৰ মানে হ'ল, ইচ্ছা কৰি সেইকেইটা পাউণ্ডক পোৱালি দিব নোৱৰাকৈ বন্ধা কৰি থোৱা।

তাহানি স্কুলত পঢ়ি থাকোঁতে এখন দোকানত এফাঁকি কথা ধুনীয়াকৈ বন্ধাই থোৱা চকুত পৰিছিল, 'উঠনা মানে উঠি গৈ থকা। এতেকে কোনো ভাল মানুহেই সেইটো খট্‌খটিত নুঠে'। সেই জ্ঞাননীথনত লওঁতাৰ কথাষাৰহে আছিল। বিলাতলৈ গৈ দিওঁতাৰ ফালৰ কথাষাৰ টলকিব পাৰিলোঁ। বৃটেইনৰ প্ৰত্যেকজন মানুহেই নিজৰ আৰ্জনৰ ধন চাবলৈ গ'লে বেংকক উঠনা দিয়ে। গতিকে, তেওঁৰ ধনে পোৱালি জগায়েই থাকে। অৱশেষত, পোৱালিয়েও পোৱালি দিবলৈ ধৰে।

বহুত দূৰলৈ আঁতৰি আহিলোঁ। এইবোৰ কথা বিতংকৈ পাচত ক'ম। তাৰ আগেয়ে দেশখনৰ আন কথা কিছুমান কৈ লওঁ। সেইদিনা 'বজাৰ-ঘৰ'ৰ পৰা ওলাই অন্য এটা ঘৰ চালোঁ। এটা অনুষ্ঠানৰ ঘৰ। অনুষ্ঠানটো চৰকাৰী। তাৰ নাম হ'ল, Home for Underprivileged Children—মানে যথেষ্ট সা-সুবিধা নোপোৱা ল'ৰা-ছোৱালীৰ বাবে সজোৱা ঘৰ। এনেকুৱা ঘৰবোৰ সেইবোৰ ল'ৰা-ছোৱালীৰ কাৰণে, যিবিলাকৰ মাক-বাপেকৰ কোনোবাজনে অসুখত

ছুৰি আতৰি থাকিবলগীয়া হৈছে নাইবা মাক-বাপেক হালেই মৃত্যু বৰণ কৰিছে। সহজ ভাষাত ক'বলৈ হ'লে, মাউৰা ল'ৰা-ছোৱালীৰ আশ্ৰয়-ঘৰ। চাওঁতা নোহোৱাবোৰো মাউৰাৰ লেখতে পৰে। সেই ঘৰটোৰ নাম-ফলিখন দেখিয়েই বহুত কথাৰ উমান পাই গ'লোঁ, গ্ৰেট-বৃটেইনত জনকল্যাণ ৰাষ্ট্ৰৰ আদৰ্শটো ক'ত থমকিছেগৈ।

সেইদিনা ক্লাইড্ নদীৰ তলেদি যোৱা সুৰংগ-পথেদি ছুবাৰ অহা-যোৱা কৰিলোঁ। কিন্তু, তাহানিখনেই ভূগোলত পঢ়া সেই বিখ্যাত নদীখন হ'লে নেদেখিলোঁৱেই। যি কি নহওক, কিছু সময় ফুৰি-চাকি লৈ ঘৰলৈ উভতি আহিছিলোঁ। ভাবিছিলোঁ, সোনকালে শুম। কিন্তু, সিমান সোনকালে টোপনি নাহিল। ৰাতি যদিও যথেষ্ট হৈছিল, তথাপি গমেই পোৱা নাছিলোঁ। কাৰণ, ৰাতি ভালেমান হোৱা সত্বেও, বেলিটো মাৰ যাবই খোজা নাছিল। ৰাতি শুবৰ সময়ত শোৱনি-কোঠাৰ পৰ্দাবোৰ টানি দিছিলোঁ, যাতে কেনিও অকণো পোহৰ সোমাব নোৱাৰে।

পাচদিনা ২৪ তাৰিখে মাথোন ঘৰুৱা কথা পাতিয়েই কটাই দিলোঁ বুলি ক'ব পাৰি। আবেলি অনিমেশৰ লগত East End-ৰ ফালে ফুৰিবলৈ ওলাই গ'লোঁ। তাতে কিছুমান আটকধুনীয়া ঘৰ দেখা পালোঁ। সেইবোৰেই হেনো 'মডেল হাউচ'। এটা কথা গম পালোঁ, সেইখন দেশত কোনোও নিজৰ ৰবীয়াকৈ ঘৰ-দুৱাৰ সাজিবলৈ লৈ জীৱনৰ এপোৱা সময় অনাহকতে খৰচ নকৰে। ঘৰ-মাটি দোকানত কিস্তিৰ বন্দোবস্তত কিনিবলৈ পোৱা যায়। দোকানলৈ গৈ সুধিলেই হ'ল, "ঘৰ কিনিব খুজিছোঁ। ফটো চাওঁ।" লগে লগে দোকানীয়ে জাপে-জাপে ফটো উলিয়াই দিব—লগতে অঞ্চলটোৰ বিৱৰণ আৰু ঘৰটোৰ পৰিসৰ আৰু সা-সুবিধাৰ বৰ্ণনা। দোকানত প্ৰপত্ৰ এখন পূৰাই চহী কৰি দিলেই হ'ল। লগে লগে দোকানীয়ে ঘৰটোৰ ঘাই-দুৱাৰৰ চাবি ছুটা শোধাই দিব। সেই-দিনাখনৰ পৰা ঘৰটো আধাআধি আপোনাৰ হৈ গ'ল। আমাৰ দেশত ভাৰাঘৰৰ বাবদ মাহিলি যিটো ভাৰা দি থাকিব লাগে, সিমানখিনি ধনেই মাহিলি কিস্তি বুলি দি থাকক—তাকে গা'ত নলগাকৈ বেংকৰ পৰা পোনে পোনে কাটি পঠিওৱাৰ বন্দোবস্ত—দামটো আদায় হৈ যোৱাৰ লগে লগে, ঘৰটোৰ পূৰাপূৰি গৰাকী আপুনিয়েই

হৈ পাৰিল। ইচ্ছা কৰিলে প্ৰথমজন আবাসিকক তেওঁ তেওঁয়ালৈকে আদায় দিয়া ধনৰ একাংশ নগদ দি বাকীখিনি কিস্তি হিচাপে আদায় কৰাৰ চৰ্তত আধা-পুৰণি ঘৰো কম দামৰ বিনিময়ত একেদৰে কিনি ল'ব পাৰি। মই চিন্তা কৰিছিলোঁ, আমাৰ দেশত এইটো ব্যৱস্থা নথকাৰ কাৰণেই বহুত মানুহেই আধা-বয়সতে পকা চুলি লৈ মৰে। গুৱাহাটীৰ চেনিকুঠিত এজন নামজ্বলা মানুহে এটা ঘৰ ভাৰালৈ লৈ ওৰেটো জীৱন তাতে কটাইছিল। ভাৰাৰ টকাৰে ঘৰ-মাটিৰ দুগুণ দাম কোন কাহানিবাই পূৰ হৈছিল, কিন্তু সেই মানুহজন ঘৰটোৰ ভাৰাতীয়াৰ পৰা গৰাকীলৈ ৰূপান্তৰিত নহ'ল।

কথাবাৰ পাহৰাৰ লেখীয়াই হৈছে, মই যে সেই দেশলৈ গৈছিলোঁ—মোৰ স্বাস্থ্যটো মেৰামতি কৰিবৰ কাৰণে। ২৫ তাৰিখৰ পৰা সেই কামটো আৰম্ভ হ'ল। এমাহৰ আগতে মই ভাৰতত থকোঁতেই তাৰিখটো নিৰ্দিষ্ট কৰা হৈছিল—সেইদিনা ৰাতিপুৱা ১০ বাজি ৫ মিনিট যাওঁতে মোক Institute of Neurological Sciences-ৰ এজন বিশেষজ্ঞ ডাক্তৰে মোৰ স্বাস্থ্য পোনতে পৰীক্ষা কৰিব। গতিকে, সেইদিনা দহ বাজিবলৈ কেইমিনিটমান থাকোঁতে অনিমেষে মোক সেই চিকিৎসালয়টো পোৱালেগৈ। লগে লগে এগৰাকী আইৰিছ নাৰ্ছে মোৰ লগত চা-চিনাকি হৈ কথাৰ লাচতে সুধিলে, "By the by, have you brought your urine sample ?" মই উত্তৰ দিলোঁ, "Sorry, I didn't get any advice of the kind." তেওঁ তেতিয়া ক'লে, "Don't worry. Please come with me." মই বস্তুটোৰ নমুনা এটা বটলত দি থৈ ওলাই আহিলোঁ। লগে লগে এগৰাকী auxiliary nurse-য়ে মোৰ দেহৰ ওজনটো ল'লেগৈ। সেই কামটো শেষ হওঁতে নৌ-হওঁতেই আগৰ বস্তুটোৰ ৰিপোৰ্ট লেবৰেটৰীৰ পৰা আহি পালেহিয়েই—NADC। দুয়োগৰাকী নাৰ্ছৰ নম্ৰতাই মোক মুগ্ধ কৰিলে। তাৰ পাচতে, দেৱাল-ঘড়ীৰ কাঁটা দুডালে ১০ বাজি ৫ মিনিটৰ সময়টো দেখুওৱাৰ লগে লগে Dr. Ian D. Melville-ৰ চেম্বাৰৰ দুৱাৰখন মেল খালে। Dr. Melville-এ মোৰ পিনে চাই ক'লে, "Please come in, Dr. Bora !" মই আগবাঢ়ি গৈ শুভ-সম্ভাষণ জনালোঁ।

ভিতৰলৈ সোমায়েই দেখিলোঁ, আৰু এজন ডাক্তৰ বহি আছে।

সিজনৰ লগতো শুভ-সম্ভাষণ বিনিময় কৰিলোঁ। তাৰ পাচত, ডাঃ মেলভিলে মোৰ অসুখটোৰ চমু বুৰঞ্জী এটা বিচাৰিলে। মই চমুকৈ নকৈ, বৰং বিতংকৈয়ে ক'লোঁ। সেয়া শুনি উঠি তেওঁ মোক প্ৰথম প্ৰশ্নটো কৰিলে, "Do you find any difficulty in language control?" মই উত্তৰ দিলোঁ, "Not so much. But at times I just grope for words." তেওঁ তেতিয়া আকৌ সুধিলে, "Is that a serious problem for you?" মই উত্তৰ দিলোঁ, "I don't feel it to be so. Within minutes I am enabled to overcome the same." তাৰ পাচত, তেওঁ মোৰ clinical examination কৰিবলৈ ল'লে। মই মন কৰিলোঁ, মোৰ ৰক্ত-চাপৰ জোখ লওঁতে দুয়োখন হাতত দুবাৰ বেলেগে বেলেগে ল'লে। মোকে সুধি পেলালে, "Is it your normal B.P.—180 by 110?" মই ক'লোঁ, "Not at all. Even today in the morning it was just 140 by 90." তেওঁ চিন্তা কৰা যেন দেখা পাই মই ক'লোঁ, "May be, the rise is due to excitement of coming to you." তেওঁ হাঁহিলে—হয়তো সেইটোৱেই। তাৰ পাচত, তেওঁ Fundascope কৰিলে; আৰু সেই পৰীক্ষাত Grade I complaint এটা পালে— মোৰ বাওঁ চকুটোত। অনুমান কৰিলে, মোৰ অলপ hypertension আছে। মুকলিকৈয়ে মোক ক'লে, "Here is good news for you. Nothing sinister is there." তাৰ পচত, তেওঁ মোৰ চাৰিখন ৰশ্মিৰেখা ছবি—এখন বুকুৰ আৰু তিনিখন মূৰৰ—ল'বলৈ ক'লে। সেয়া লোৱা হ'লত, মোৰ EEG ( Electroencephalogram ) ল'বৰ কাৰণে আন এটা কোঠালৈ পঠালে। সঁচাকৈ ক'বলৈ হ'লে, মোৰ বৃটেইনলৈ অহাৰ আচল কাৰণটো আছিল এইটোৱেই। ভাৰতত এই পৰীক্ষাটো তেতিয়ালৈকে যথেষ্ট ব্যয়সাধ্য আছিল আৰু বৰ সহজলভ্য নাছিল। কোঠাটোত সোমাই দেখিলোঁ, এজনী ছোৱালীও মোৰ লগে লগেই তাত উপস্থিত হৈছেহি। মই ভাবিলোঁ, মোৰ চাগৈ প্ৰতীক্ষা কৰাৰ পাল পৰিল। কিন্তু, মোক প্ৰায় অবাক কৰি টেক্‌নিচিয়ানজনে ছোৱালীজনীক ক'লে, "Please come at 1.p.m. We are a bit busy today. Besides, there is shortage of staff.

As far as we are concerned, we go by order of arrival." মোৰ মনটো ক্ষকাল লাগি গ'ল। শুনি থকা কথাবোৰ মিছা, এই দেশত বৰ্ণ বৈষম্য বোলা বস্তুটো নাই। যি কি নহওক, মোৰ EEG লোৱা কামটো আৰম্ভ হ'ল। যন্ত্ৰৰ নিৰ্দেশত মই ক'ব নোৱৰাকৈয়ে টোপনিত ঢলি পৰোঁ, সাৰ পাওঁ আৰু সজাগ হৈ পৰোঁ। সম্পূৰ্ণ তুঘণ্টাৰ পাচত পৰীক্ষাটো শেষ হ'ল। মোক কোৱা হ'ল, এইটো পৰীক্ষাৰ ফলাফলৰ ওপৰতে নিৰ্ভৰ কৰিব, মোৰ isotope scanning লাগিব নে নাই।

অনিমেষে ক'লে, EEG-ৰ ৰিপোৰ্টটো পাবলৈ কেইদিনমান বাট চাব লাগিব। গতিকে ঠিক হ'ল, আমি অলপ ফুৰা-চকা কৰিম। অনিমেষহঁতৰ তুখন মটৰগাড়ী—এখন আ'নে চলায়, আনখন অনিমেষে। মোক অনিমেষে সুধিলে, "ভিনিদেউ, কি চাব—কওঁক।" মই ক'লোঁ, "তোমাৰ যি ইচ্ছা। মোৰ কেৱল সৰু ইচ্ছা এটা আছে, তুয়োবিধ মানুহ চোৱাৰ, মজিয়াৰ পৰা মূধচলৈ কিমান দূৰ—সেয়া জনাব।" সেইবাবে ঠিক হ'ল, পোনতে এটা বেচ ধনী পৰিয়ালৰ ঘৰলৈ যাওঁ। অনিমেষৰ এগৰাকী সহকৰ্মিনী আছিল. নাম Dr. Agnes Malcolm। কাম-কাজ নকৰিলেও চলে। জানোচা ডাক্তৰী বিদ্যাটোত মামৰে খায়, সেইবুলিয়েই কাম এটা লোৱা। তেৱোঁ অনিমেষৰ দৰেই G.P.—মানে General Practitioner। কথাষাৰ ওলাল যেতিয়া, বৃটেইনৰ স্বাস্থ্যৰক্ষা-ব্যৱস্থাটো কেনেকুৱা, সেই বিষয়ে যিখিনি জানিব পাৰিছোঁ—সেয়া অলপ কৈ লওঁ। দেশখনৰ আটাই-বোৰ ঠাই কিছুমান স্বাস্থ্যবিভাগীয় অঞ্চলত ভাগ কৰি লোৱা হৈছে। সেইবোৰৰ দায়িত্ব একোজন G. P.-ৰ ওপৰত ন্যস্ত। সাধাৰণতে এনেকুৱা অঞ্চল একোটাত নিম্নতম ১৬০০ আৰু উচ্চতম ২০০০ জন সম্ভাব্য ৰোগী থাকে। এওঁলোকৰ কাৰোবাৰ মূৰটো অকণমান কামুৰিলেই অথবা পেটটো অকণমান চিকুটি ধৰিলেই G.P. জনলৈ খবৰ আহে—'ভিজিট' এটা দিবগৈ লাগে। কিন্তু, ভিজিট দিয়াৰ বাবে ডাক্তৰক ৰোগীৰ ফালৰ পৰা ফুটাকড়ি এটাও যাচিব নালাগে। আকৌ, দৰৱ-পাতি যিখিনি লাগে, সেয়া 'কেমিষ্ট' (আমাৰ ইয়াৰ ফাৰ্মেচিষ্টৰ লেখীয়া)-ৰ দোকানলৈ গৈ প্ৰেক্ৰিপশ্যনখন দেখুৱালেই হ'ল, দৰৱৰ টোপোলাটো বান্ধি-বুন্ধি ৰোগীৰ ফালৰ কিনোতাজনক দি

দিব। পইচা-পাতিও নলয়, চহী এটাও নাৰাখে। প্ৰেক্টিশনাৰৰ ৰখাৰ প্ৰশ্নটো যে হুঠেই। দামটো চৰকাৰে দিব। সিফালে ডাক্তৰৰ ঘৰত ডাক্তৰৰ পৰিয়াৰে যে দিনটো ৰোগীৰ call বিলাকৰ খবৰ ৰাখি থয় বাৰে বাৰে টেলিফোনৰ ওচৰলৈ গৈ, ডাক্তৰণীয়ে এটা সাপ্তাহিক বানচ পায়—২৫ পাউণ্ডকৈ; আমি ভাত থাকোঁতেই সেয়া বাঢ়ি ৩৫ পাউণ্ড হৈছিলগৈ। থোৰতে ক'বলৈ হ'লে, এইখিনিয়েই আছিল বিলাতৰ স্বাস্থ্যৰক্ষাৰ চৰকাৰী ব্যৱস্থা। কোনোবাই ইচ্ছা কৰিলে, বিশেষজ্ঞৰ ওচৰ চাপিব পাৰে। কিন্তু, তাৰ বিনিময়ত ভৰিব লাগিব, হেজাৰ হেজাৰ পাউণ্ড। সেইটো ফালৰ খা-খবৰ মই সংগ্ৰহ নকৰিলোঁ।

কিন্তু, সেই দেশৰ চহা আৰু চহকী দুয়োবিধ মানুহৰ ঘৰ-দুৱাৰ চাবৰ মন এটা আছিল। অনিমেশে তাৰে এটা প্ৰথম দিনাখনেই পূৰণ কৰিলে। আমাৰ দুয়োকো তেওঁ ব্ৰুক'ফিল্ড্ নামৰ ঠাই এডোখৰলৈ লৈ গ'ল। তাতে ডাঃ এগনেচ্ মেলক'ম ( Dr. Agnes Malcolm ) নামৰ এগৰাকী মহিলা-ডাক্তৰৰ ঘৰ। তেওঁ তেতিয়া অনিমেশৰ সহকাৰিণী ডাক্তৰ হৈ আছিল। যিমানহে তেওঁৰ ঐশ্বৰ্য-বিভূতি, চাকৰী কৰাটো মাথোন এটা বিলাস। কাম-বন নকৰি বহি থাকিলে বেয়া লাগে কাৰণেই চাকৰীটো কৰি সময় কটোৱা। তেওঁ বোলে অকলেই প্ৰায় চাৰে তিনি শ'মান মটৰগাড়ীৰ গৰাকীয়নী। তেওঁ চিনাকি কৰি দিলে, ভনীয়েক কুমাৰী মোৰাগ্ মেলক'ম ( Miss Morag Malcolm )-ৰ লগত। তেওঁ দুখ প্ৰকাশ কৰিলে, ককায়েকজনৰ লগত মোক চিনাকি কৰি দিব নোৱৰাৰ কাৰণে। সেইদিনা তেওঁ ওপৰ-মহলাত য়ুৰোপৰ এগৰাকী চেম্পিয়ন ব্ৰীজ্-খেলুৱৈৰ লগত তাচ খেলি আছিল। সিজনো বোলে পাঁচ শ'মান মটৰগাড়ীৰ গৰাকী। অৱশ্যে, তেওঁলোকৰ সা-সম্পত্তিৰ সেই হিচাপটো তেওঁ নিজে মোক ন-চহকীৰ দৰে যহাই কোৱা নাছিল। কৈছিল, অনিমেশেহে। মই যেতিয়া তেওঁৰ লগত গীতাক চিনাকি কৰি দিছিলোঁ, তেতিয়া তেওঁ জঁাপ মাৰি উঠিছিল, "Ah, Gita! I have read its English version done by Isherwood. It is simply great." কথাই কথাই ওলাল তেওঁ সংগ্ৰহ কৰা পুৰণি শিল্প-সম্পদবোৰৰ দুটামান

কথা। মই চাব খুজিলত, মোক কাষৰ কোঠাটোলৈ লৈ গ'ল। সংগৃহীত বস্তুবোৰৰ শিল্পগত মূল্যৰ কথা অনুমান কৰি মোৰ চকু থিৰ হৈ গ'ল। কোনোবাটো হয়তো ৰাণী এলিজাবেথৰ দিনৰ—ৰূপৰ পানপাত্ৰ। কোনোবাটো হয়তো ভাৰতীয় ৰজা এজনৰ—সোণৰ ধোঁৱাখোৱা এটা। সেইবোৰৰ বৰ্ণনা মই পাহৰি গ'লোঁ। মনত আছে কেৱল তেওঁৰ দুষ্প্ৰাপ্য গছ-গছনিৰ বাগানখনৰ কথা। মই হঠাৎ ক'লোঁ, "One thing I have a desire to see. I have come across the description of a sycamore tree, but I am still to see the same." তেওঁ মোক দেখুৱাই দিলেগৈ, এজোপা চিকাম'ৰ গছ—ডিমক পাতৰ লেখীয়া কণী-চানেকীয়া বহল পাতে ছানি থোৱা এজোপা মসৃণ দেহৰ ধুনীয়া গছ। মই গাই দিছিলোঁ,

"Here, under this dark sycamore, and view
These plots of cottage-ground, these orchard-tufts,
Which at this season, with their unripe fruits,
Are clad in one green hue, and lose themselves
"Mid groves and copses."

তেওঁ সঁহাৰি জনাইছিল, "Ah, that's it!" মোৰ মনত ৰৈ গ'ল সেই প্ৰতিভাশালী মহিলা গৰাকীৰ স্মৃতি। মনে মনে কৈ উঠিছিলোঁ, "An intellectually sharp and aesthetically sophisticated lady indeed." মোৰ দিনপঞ্জীখনত লিখি থৈ দিছোঁ, সেই কথাষাৰ।

তেওঁলোকৰ পৰা বিদায় লৈ উভতি আহোঁতে কেইবাটাও মনত ৰৈ যোৱা বস্তু দেখিলোঁ। এঠাইত দেখিলোঁ, প্ৰায় দুই-চাৰি হেজাৰ আৰোহী নোহোৱা গাড়ীৰ এখন পোহাৰ। মই অনিমেষক সুধিলোঁ, "নীলাম কৰিব নেকি?" তেওঁ মোক ক'লে, "নহয়, ভিনিদেউ! ওচৰতে সেইটো গ্ৰাছগো বিমান-ঘাটি। এইবোৰ ৰাতিপুৱাই সদায় কামলৈ ওলাই যোৱা মানুহৰ গাড়ী। গধূলি যেতিয়া উভতি আহিব, তেতিয়াই এই গাড়ীবোৰ ইয়াৰ পৰা নোহোৱা হৈ পৰিব।" আমাৰ ফালে এইদৰে গৰাকী নোহোৱা কৰি কোনোবাই ৰ'ডে-ভ'ডে গাড়ী থৈ যাব পাৰিলেহেঁতেন জানো? মাথোন কেইদিনমানৰ আগৰ কথা।

অনিমেশৰ ভায়েক, অনিমেষে তেওঁৰ গাড়ীখন অফিচৰ আগতে ৰৈ দিছিল। গধূলি অফিচৰ পৰা ওলাই দেখিলে, গাড়ীৰ ভিতৰত কপ্‌কপীয়াকৈ লাগি থকা ৰেকর্ড-প্লেয়াৰটো উধাও!

এটা ভাল বস্তু দেখা পালোঁ। বাটৰ দাঁতিত এজন বুঢ়া মানুহ ৰৈ আছিল। তেওঁৰ জেকেটটো টিক্‌টিককৈ হালধীয়া, টুপীটো তেনেই নীলা, আৰু হাতত এখন ঢাল! সেই ঢালখনত লিখা আছিল, STOP! আমাৰ গাড়ীখন গৈ থাকোঁতেই তেওঁ আমাক সেই ঢালখন দেখুৱাই আগচি ধৰিলে। গাড়ীখন অনিমেষে ৰখাই দিলে। দেখিলোঁ, সেই মানুহজনে বাটৰ সিপাৰৰ পৰা কেইটামান সৰু সৰু ল'ৰা-ছোৱালী ইটো পাৰলৈ হাঁহি হাঁহি আগবঢ়াই আনিলে। মই ভাবিছিলোঁ, মানুহজনৰ মূৰটোত কিবা লেঠা আছে। পিচে নহয়। অনিমেষে ক'লে, "ভিনিদেউ, এনেকুৱা মানুহবোৰৰ নাম Lollypop man। পেন্সন পোৱা মানুহবোৰেই এই কামটো পায়। স্কুলবোৰ ছুটী হ'বৰ সময়ত এওঁলোক বাটৰ মূৰে মূৰে ৰৈ থাকে। কাপোৰ-কানি উজ্জ্বল হালধীয়া দেখিলেই এওঁলোকক চিনি পোৱা যায়। এওঁলোকৰ ক্ষমতা ট্ৰেফিক-পুলিচৰ নিচিনা। আৰু সৰু সৰু ল'ৰা-ছোৱালীক বাট পাৰ হোৱাত সহায় কৰি দিয়াটোৱেই এওঁলোকৰ কাম।" মই সেই মানুহজনৰ ছবিখন আজিও পাহৰিব পৰা নাই। সঁচাকৈয়ে সেই দেশৰ চৰকাৰে সৰু ল'ৰা-ছোৱালীবোৰৰ কাৰণে বঢ়িয়াকৈ কিছুমান ককাদেউতা বিচাৰি উলিয়াইছে! লগতে তেওঁ-লোকৰ এটা লোভ লগা উমৈহতীয়া নাম!

তাৰ পাচদিনা ২৬ মে'। সেইদিনা অনিমেশৰ বন্ধৰ দিন। তাৰ মানে সেইদিনা দেওবাৰ। লগতে সেইদিনা ভাইটিৰ জন্মদিন। মই ভাবিলোঁ, সেই জন্মদিনত মই তাক কি দিব পাৰোঁ? এটা ইংৰাজী কবিতাকে টাইপ কৰি উলিয়ালোঁ। সেইটোকে উপহাৰ দিলোঁ। আবেলি অনিমেষে আমাৰ দুয়োকো ইংলেণ্ড-স্কটলেণ্ডৰ সীমা-মূৰিয়ালি ঠাই চাওাবলেণ্ডলৈ লৈ গ'ল। ওৰেটো বাট অপূৰ্ব প্ৰাকৃতিক দৃশ্য চাই গ'লোঁ। যান্ত্ৰিক দৃশ্যবোৰো কম মনোৰম আৰু আকৰ্ষণীয় নহয়। এঠাইত পৰ্বতীয়া ঠাই এডোখৰ পাৰ হওঁতে আমাৰ গাড়ী টিলা এটাত উঠিছিলগৈ। পাচলৈ চাই দেখিলোঁ, নামনিৰ আঁকোৰা-পকোৰা বাটত হেজাৰ হেজাৰ গাড়ী। যেন সেইবোৰ গাড়ী নহয়—ওখিপৰুৱাহে

জানি। অনিমেশৰ পৰা খবৰ এটা জানিলোঁ, বৃটেইনত হেনো ৩ কোটি প্ৰাপ্তবয়স্ক বৃটিছ নাগৰিকৰ ২ কোটিৰো অধিক গাড়ী আছে। অনিমেশৰ নিজৰো দুখন গাড়ী আছে। এখন তেওঁৰ মেম আ'নে চলায়। কথা-প্ৰসংগত ওলাল, গোটেইখন দেশৰ সকলোবোৰ পটিৰ মাজত থকা cat's eye নামৰ বস্তুটোৰ কথা। আন্ধাৰত সেইবোৰ বিজুলী-চাকি হৈ জ্বলি থাকে। অথচ, মই মন কৰিছিলোঁ, এটা পটি সলাই কাষৰ পটিটোলৈ যাওঁতে গাড়ীবোৰ সেই চাকিবোৰৰ ওপৰেদি নিৰ্বিবাদে পাৰ হৈ গুচি যায়! প্ৰশ্ন জাগিছিল, সেই বাল্‌ব্-বোৰৰ কাঁচখন বাৰু কিহৰ—অতবোৰ গাড়ীৰ চেপা খায়ো যে নেভাগে! গম ল'বলৈ অনিমেশৰ গাড়ীখন এঠাইত বাটৰ মাজতে ৰখোৱালোঁ। নামি গৈ তাৰে এটা চালোঁ। দেখোন সেইটো বাল্‌বেই নহয়! ৰবৰৰ নিচিনা সোপোকা সাঁচ এটাত খাঁজি থোৱা আছে দুয়োকালে দুটা পাথৰ! গাড়ীৰ হে'ডলাইটৰ পোহৰ পৰিলেই সেই দুটা জিকমিকাই উঠে। আকৌ, সাঁচটো একোটাকৈ ফাঁকৰ ভিতৰত খাঁজি থোৱা থাকে। গাড়ীৰ চকা উঠাৰ লগে লগে সাঁচবোৰ হেঁচা খাই ফাঁকৰ ভিতৰত সোমাই পৰে। আৰু এটা কথা গম পালোঁ, বস্তুটোৰ আৱিষ্কাৰকজনে হেনো পেটেণ্টৰ বাবদ ৰয়েলটি পায়, প্ৰতি বছৰে কেইবা নিযুত পাউণ্ড! মাৰ্কিন চৰকাৰেও হেনো বস্তুটো তেওঁলোকৰ ৰাজআলিবোৰত লগোৱাৰ কথা চিন্তা কৰি আছে। মাথোন ৰয়েলটিৰ হাৰ তেতিয়ালৈকে নিৰ্ণীত হোৱা নাছিল! কাৰণ, অংকটোৱে কেইবাকোটিৰো পাৰ ভাঙি যোৱাৰ সম্ভাৱনা।

সামাজিক বনানীকৰণ এতিয়া ভাৰতৰ প্ৰায় সকলোৰে মুখে মুখে। কিন্তু, সেই ১৯৭৯ চনতে বস্তুটো বৃটেইনত বিকশিত হৈ উঠিছিল, বহু বেচি পৰিপাটিকৈ। বাটত দেখিছিলোঁ, ঠায়ে ঠায়ে ওখ-চাপৰ গছৰ কেইবাটাকৈয়ো লানি। বছৰত একোবাৰকৈ আটাইতকৈ বেচি বয়সীয়া গছবোৰ কাটি পেলোৱা হয়, আৰু তাৰ লগে লগে কটা যোৱা গছবোৰৰ আগে আগে সিমানজোপা গছৰ পুলি কই দিয়া হয়। তেনেকৈয়ে, বছৰৰ পাচত বছৰ ধৰি একোখন ঠাইৰ গছৰ সংখ্যা নিৰ্দিষ্ট কৰি ৰখা হয়। জধে-মধে সৰহীয়াকৈ অথবা তাকৰীয়াকৈ কই বৰ্ষুণৰ অভ্যস্ত গতিটোক কোনেও আমনি নকৰে। তাৰ পাচত, কয়লা নগৰী New Castle-ত ভুমুকিয়াই গ'লোঁ।

চাওঁবলেও পাওঁতে সেইদিনা গধূলি হৈছিলগৈ। অৱশেষত, আমি seaham নামৰ সৰু চহৰখনৰ ভিতৰুৱা Ryhope নামৰ চুবুৰীটো পালোঁগৈ। তাতে মোৰ তাহানিকালৰ বন্ধু ডাঃ অৰুণ ঠাকুৰীয়াৰ ঘৰত এৰাতি থাকিলোঁ। ডাঃ ঠাকুৰীয়াৰ সৈতে কটন কলেজৰ একেটা মেচতে আছিলোঁ। পৰিবাৰৰ নাম সত্যব্ৰতী ওৰফে টুলু ঠাকুৰীয়া। লৰা-ছোৱালী এহাল। নাম দুটা বঢ়িয়া মজাৰ— ইংৰাজী নামেৰেও পোনাব পাৰি, অসমীয়া নামেৰেও। ল'ৰাটোৰ নাম ৰবীন ( Robin ), ছোৱালীজনীৰ নাম ঋতা ( Rita )। হালেই ধুনীয়া ইংৰাজী কয়—অসমীয়াহে নেজানে। সেই ৰাতি ডাঃ ঠাকুৰীয়াৰ ভায়েক ডাঃ সত্যেন ঠাকুৰীয়াকো সস্ত্ৰীক লগ পালোঁ—তাহানি কটন কলেজত তেওঁ মোৰ ছাত্ৰ আছিল; বিয়া কৰাইছে বিলাততে— স্পে'নিছ ছোৱালী, নামটো পু'ৰী ( Pourie )।

পাচদিনা ৰাতিপুৱা ডাঃ ঠাকুৰীয়াই আমাক সাগৰৰ পাৰলৈ ফুৰাবলৈ লৈ গ'ল। উত্তৰ মহাসাগৰ। সাগৰ দেখিছোঁ—কেইবাখনো। কিন্তু, সিমান শান্ত সাগৰ দেখা নাছিলোঁ। সেইদিনা হেনো আৰু বেচি শান্ত হৈ পৰিছিল। কাৰণ, আমি গৈ পাবৰ সময়ত ভাটা পৰিছিল। অলপ দূৰতে আকাশত এজাক গঙাচিলনী ( sea gull ) ৰনাই ফুৰিছিল। সাগৰৰ পানীৰে মুখখন কুলকুলিয়াই ল'লোঁ। ফটোও তুলিলোঁ। আমাৰ পাচফালে উপকূলৰ এটা শিলৰ কাঁকত এখন কজলা ৰঙৰ ধুনীয়া মটৰগাড়ী পৰি আছিল। মই ভাবিছিলোঁ, নিশ্চয় কিবা ডাঙৰ দুৰ্ঘটনাৰ পৰিণতি। পিচে নহয়। অনিমেষে ক'লে, "নহয়, ভিনিদেউ! কোনোবাই মনে মনে পেলাই থৈ গৈছেহি, Junk Yard-ত দি পইচা ভৰি চেপেটা কৰাব লাগে বুলি।" মই ক'লোঁ, "কিন্তু গাড়ীখন দেখোন তেনেই নতুন।" অনিমেষে ক'লে, "ইয়াৰ মতে পুৰণি। পাঁচ বছৰ পাৰ হ'লেই গাড়ী পুৰণি হৈ যায়। গাড়ীখনলৈ চাওঁক, ধৰা পৰে বুলি নাম্বাৰ-প্লে'ট্ দুয়োখন সোলোকাই লৈ গৈছে।" ভাবিলোঁ। এই স্বাৰ্থক হ'মছৰ দেশত নাম্বাৰ-প্লে'ট্ সোলোকাই নিলেও গৰাকীক অনায়াসে বিচাৰি উলিয়াব পাৰে—মাথোন বিচাৰি উলিয়াই লাজ দিব খুজিলে। মই গাড়ীখনৰ সৈতে ঠাইডোখৰৰ ফটো এখন ল'লোঁ। কাৰণ, ইমান বয়সীয়া পুৰণি গাড়ীবোৰেই আমাৰ দেশত বেচ চ'ৰা দামত

বিক্রি হয়—'ঘৰেইন গাড়ী' বুজি। আৰু কেইবাখনো কটো লোৱা হ'ল।

তাৰ পাচত, আমি Seaham Hall-ৰ ফাললৈ গ'লোঁ। এসময়ত সেইটো কবি বায়ৰণৰ ঘৰ আছিল। তাৰে এটা কোঠাত বায়ৰণৰ বিয়া হৈছিল কুমাৰী মিলবেংকৰ লগত। চৌহদত সোমোৱাৰ লগে লগে এজন ওখ-পাখ পহৰীয়া ( Security Guard ) আৰু এটা প্ৰকাণ্ড আলছেছিয়ানে আমাৰ বাট আগচি ধৰিলেহি। চৌহদটো হেনো ব্যক্তিগত সম্পত্তি—বাহিৰা মানুহৰ প্ৰবেশ নিষেধ। অনিমেশে পহৰীয়াজনক বুজাই ক'লে যে, আমি বিদেশী ভ্ৰমণকাৰী আৰু আমাৰ ইচ্ছা তেওঁৰে সৈতে ঘৰটোৰ কেইখনমান ছবি তোলা। লগে লগে তেওঁ ৰঙিয়াল মানুহজন হৈ পৰিল। তেওঁ আমাক চৌহদৰ ভিতৰলৈ লৈ গ'ল। ঘৰটোৰ দুৱাৰমুখৰ ওচৰতে দেৱালৰ গাত মাৰ্বল পাথৰৰ ফলি এখনত আন কথাবোৰৰ লগতে এইষাৰ কথাও পঢ়িবলৈ পালোঁ: "And in the drawing room upstairs Lord Byron the poet was married to Miss Ann Isabella Millbanke on the 2nd January, 1815." চাবৰ মন গ'ল, সেই ইতিহাসমণ্ডিত কোঠাটো।

হঠাৎ অনিমেশে পহৰীয়াজনক জনালে, 'এই মানুহজন এজন কবি। সেইকাৰণেই, বায়ৰণৰ জীৱনৰ লগত জড়িত ইটোসিটো কথা লৈ ইমান আগ্ৰহী।' পহৰীয়াজনে মোৰ মুখলৈ এবাৰ চালে। তাৰ পাচত, তেওঁ আৰু কোনো প্ৰতিবোধৰ ভাব নেদেখুৱালে; বৰং দুৱাৰখন মেলি ঘৰটোৰ ভিতৰখন চাবলৈ দিলে। মাথোন আমাক সতৰ্ক কৰি দিলে, তিনি মহলাৰ সেই কোঠাটোলৈ—যিটো কোঠাত বায়ৰণে বিয়া কৰিছিল—নোযোৱাই ভাল। মই সুধি পেলালোঁ, "কিয় ?" তেওঁ উত্তৰ দিলে, "It's still a haunted room." লেডী মিলবেংকৰ প্ৰেতাত্মাটো হেনো তাতেই থাকে। সেই ঘৰটোত হেনো মাজতে seaham hospital বহুৱাইছিল। পিচে, নাৰ্ছ বিলাকক হেনো নিতৌ ভূতে ধৰিছিল। তাকে তদন্ত কৰিবলৈ হেনো পুলিচ আহিছিল। পিচে পুলিচকো ভূতে ধৰিছিল—পলাইহে সাৰিব পাৰিলে। সেই তেতিয়াৰে পৰা হাস্পাতাল উঠি গ'ল। কথাবোৰ শুনি মোৰ হাঁহি

উঠি গ'ল। মই পহৰীয়াজনক সুধি দিলোঁ,—"Are not you afraid of the ghosts ?" তেওঁ উত্তৰ দিলে, "Who am I, you think ? I am as well one of them."—'মোকে নো কি বুলি ভাবিছা ? ময়োতো সিহঁতৰে এজন।' বুলি খলখলাই হাঁহিবলৈ ধৰিলে।

আমি ঘৰৰ ভিতৰলৈ সোমাই গ'লোঁ। মোৰ মনত পৰিছিল, বায়ৰণৰ কবিতাৰ দুটা-এটা ছত্ৰ আৰু তেওঁৰ বিষয়ে তাহানি পঢ়া কথাবোৰ। সেই বায়ৰণ, যাৰ বিষয়ে মহাকবি গ্যেটেই একেষাৰ কথাৰে হাতী মাৰি ভুককাত ভৰাইছিল, "Here is a man fighting to free society from cant, language from banality and the poet from ivory tower."—'এয়া এজন মানুহ যিজনে সমাজক মুকলি কৰিছিল শূন্যগৰ্ভ শ্লোগানৰ পৰা, ভাষাক তুচ্ছতাৰ পৰা আৰু কবিক গজদন্তমিনাৰৰ পৰা।' সেই ঘৰটো আছিল, সেই ৰূপহী মহিলাগৰাকীৰ—যাৰ বৰ্ণনাটো তেওঁ স্থানান্তৰত এইদৰে দিছিল :

'She walks in Beauty, like the night
Of cloudless climes and starry skies…'

য'ত তেওঁৰ বিয়া হৈছিল, সেই কোঠাটোলৈ পহৰীয়াজনে মাথোন মোকহে সোমাবলৈ দিলে। কাৰণ, মই তেওঁৰ দৃষ্টিত এজন কবিলৈ ৰূপান্তৰিত হৈ পৰিছিলোঁ। তেওঁ কৈছিল, বায়ৰণে হেনো সেই কোঠাটোত লেডী মিলবেংকৰ মুখলৈ চাই বিয়াৰ মন্ত্ৰটো পাহৰি গৈছিল। মোৰ মনত পৰি গৈছিল, বিয়াৰ মন্ত্ৰটো নহয়—নিজৰ নামটো। আঁদ্ৰে মৰোৱাই লেখি থৈ গৈছে, বায়ৰণৰ জীৱনীখনত : "The bride said, 'I Ann Isabella', firm as a rock, but the bridegroom 'hitched' over 'I George Gordon'." কাৰণ, বায়ৰণে হেনো কইনাৰ কাপোৰসাজ 'Slate coloured' হৈ পৰা দেখিছিল ; আৰু তাৰ পৰিণতিস্বৰূপে বায়ৰণে ফুটাই ক'ব পৰা নাছিল—'With all my worldly goods I thee endow' ! বায়ৰণে তেওঁৰ 'The Dream' নামৰ কবিতাটোত সেই কথাবাৰকে আনৰ গা'ত আঁউজি কৈ গৈছে—এইদৰে :

'…and he spoke'
The fitting vows, but heard not his own words,
And all things reel'd around him.'

কাক ভূতে পাইছিল, ক'ব নোৱাৰোঁ। কবি বায়ৰণক নে লেড়ী মিলবেংকক ? নে মোক ? অনিমেষে সেই কোঠাটোত মোৰ এখন ফটো লৈছিল। সেই ফটোখনত মোৰ মূৰ্তিটো কঁপা-কঁপা ছঁয়ামঁয়া।

ওলাই আহোঁতেই অনিমেষে মোক কৈছিল, "পহৰীয়াটোক এই আধা পাউণ্ড বকৃচিচ বুলি দিব। সি বহুত অনুগ্ৰহ কৰিছে, যাকে তাকে নিদিয়ে।" মই আগবাঢ়ি গৈ সেই দেশৰ সেই আধলিটো তেওঁৰ হাতত দি ক'লোঁ, "Excuse me, here is a small gift just for a quaff of beer." তেওঁ সেইটো হাত পাতি লৈ ক'লে, "Yes, I'll enjoy it in your name this evening." তেওঁ খুব ফূৰ্তি পালে।

অলপ পাচতে আমি যিটো বাটৰে ওলাই আহিলোঁ, তাৰে এচুকত এখন কাঠৰ ফলি দেখা পালোঁ। তাত লিখা আছিল: Byron's Walk। একো বস্তু নাই, মাথোন এটা আলিবাট আৰু এখন ঘাঁহনি। তাকে ধুনীয়াকৈ সজাই থৈ দিছে, এটা অতি মধুৰ সোঁৱৰণী হিচাপে! মই মন কৰিলোঁ, বৃটিছ জাতিটোৱে সৰুসুৰা সোঁৱৰণি-চিনবোৰকে বৰ আলফুলকৈ ৰাখিব জানে। অলপতে খবৰ এটা পঢ়িছিলোঁ, মৌলানা আজাদৰ ওপজা ঘৰটো এতিয়া হেনো এটা ঘোঁৰাৰ দানাৰ বস্তা থোৱা এটা গুদাম হ'ল! যি কি নহওক, মই অনিমেশক ক'লোঁ, "মোৰ এখন অকলশৰীয়া ফটো ল'বানে ?" তেওঁ মোক থিয় হ'বলৈ ক'লে। মই থিয় হ'লোঁগৈ বাটৰ দাঁতিত। মোৰ ভৰিৰ তলত আছিল আমাৰ কণ্‌ঠৈ ফুলবোৰৰ লেখীয়া কিছুমান বনৰীয়া কেলেণ্ডুলা ফুল।

উভতি আহোঁতে এঠাইত দেখিলোঁ এটা চৌহদ আৰু এখন নাম-ফলি, য'ত লিখা আছিল Refinery—শোধনাগাৰ। অনিমেশক সুধিলোঁ, শোধনাগাৰটো কোনফালে আছে। অনিমেষে উত্তৰ দিছিল, "সাত মাইল মাটিৰ তলত। ওপৰত উত্তৰ মহাসাগৰ। পাৰত থকা গাঁতটোৰে সোমাই ডেৰ মাইলমান সাগৰতলিটো মূৰত লৈ খোজকাঢ়ি যোৱাৰ পাচতে শোধনাগাৰটো। ব্ৰীটিছ জাতিটোৱে আৰু আগৰ দৰে পেট্ৰোলৰ কাৰণে হাবাথুৰি খাব নালাগে। অকল উত্তৰ মহাসাগৰৰ সাগৰতলিত পোৱা তেলৰ পুঞ্জেৰে আৰু ৯৭ বছৰৰ চাহিদা পূৰণ হ'ব।" সেই সময়তে 'টাইমছ্‌' কাকতত এখন 'সম্পাদকলৈ চিঠি' ওলাইছিল।

কই পঢ়িছিলোঁ। কোনোবা এজন চৌদি আৰবৰ শেখে অভিযোগ কৰিছিল, বৃটেইনত হেনো আগৰ দৰে আতিথেয়তাটো নাই। যিজনৰ আগত অভিযোগটো কৰিছিল, তেওঁ বোলে জোকৰ মুখত চূণ দি কৈছিল, "Nothing do we expect in return any longer." উত্তৰটো উত্তৰ মহাসাগৰৰ গৰ্ভৰ পৰাই ওলাইছিল।

পাচদিনা ২৮ মে' তাৰিখে ডাঃ ঠাকুৰীয়া দম্পতিৰ পৰা বিদায় লৈ আকৌ গ্লাছগো অভিমুখে যাত্ৰা কৰিলোঁ। অহা বাটেদি নহয়, বেলেগ এটা বাটেদি। অলপ পাচতে আমি উইণ্ডাৰমিয়েৰ (Windermere) জিলাত সোমালোঁ। কবি ৱৰ্ডচৱৰ্থৰ দেশ। কেউকাষে পাহাৰ—শিলং-গুৱাহাটী বাটটোৰ লেখীয়া। উইণ্ডাৰমিয়েৰতে আমি ৰ'লোঁ। খোজকাঢ়ি উইণ্ডাৰমিয়েৰ হ্ৰদৰ পিনলৈ গ'লোঁ। মুঠতে ছমাইলমান বাট খচকিলোঁ। কিন্‌কিনিয়া বৰষুণ দিছিল। এখন ৰেস্তোৰাঁত সোমালোঁ। তাৰ পাচতে উজ্জ্বল ৰ'দ দিবলৈ ধৰিলে। আমাৰ চকুৰ আগত উদ্ভাসিত হৈ উঠিল, বিৰাট উইণ্ডাৰমিয়েৰ হ্ৰদ, তিনিফালে কপলা পাহাৰ, এফালে সেউজীয়া ঘাঁহনিৰ স'তে বিস্তীৰ্ণ অধিত্যকা আৰু পানীৰ বুকুত শ শ পালতৰা নাও (Yacnt)। লোকে লোকাৰণ্য হৈ আছিল, সেই দহ মাইল দীঘলীয়া হ্ৰদৰ পাৰটো। আবেলি সময়ত উভতিলোঁ। চকুত পৰিল, হাবিৰ ফাললৈ সোমাই যোৱা এটা ধুনীয়া আলিবাট—কাষতে ফলি এখনত লিখা আছে: Dorothy's Walk। মোৰ মনত পৰি গ'ল, ৱৰ্ডচৱাৰ্থৰ বিখ্যাত ভনিয়েকজনীৰ কথা, 'Dorothy's Journal'খনৰ কথা, আৰু ৱৰ্ডচৱৰ্থে লেখা সেই বিখ্যাত কবিতাৰ চৰণসমূহ:

> "and in thy voice I catch
> The language of my former heart, and read
> My former pleasure in the shooting lights
> Of thy wild eyes."

মোৰ কাণত গুণগুণাই উঠিছিল, তাহানি আমাক কটন কলেজত ৱৰ্ডচৱৰ্থৰ কবিতা পঢ়োৱা অধ্যাপক হৰেন চৌধুৰীৰ কণ্ঠস্বৰ। কি সুন্দৰকৈ, কি মৰ্মস্পৰ্শী ধৰণেৰে আমাক সেই বিখ্যাত 'টিনটাৰ্ণ এবি' কবিতাটো পঢ়াইছিল সেই নাতিখ্যাত অধ্যাপকজনে! আৰু ডৰোথিৰ 'জাৰ্ণেল'খনৰ একাংশ আমাৰ আই. এ. মহলাত পঢ়াইছিল

অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্যই। তেতিয়া যদি ‘কেছেট’ কৰি থোৱাৰ ব্যৱস্থাটো থাকিলহেঁতেন, সেই কথাবোৰ ৰেকৰ্ড কৰি থ’লোঁহেঁতেন।

যি কি নহওক, আবেলি ৫মান বজাত সেই মহাকবি গৰাকীৰ শেষ-জীৱনৰ আশ্ৰয়স্থল ৰাইডেল মাউণ্ট (Rydal Mount)-ৰ বঙলাটো চালোঁগৈ। ভিতৰত সোমাব নোৱাৰিলোঁ। বাহিৰত ভৰাপিটা বৰষুণ দি আছিল আৰু বঙলাটোৰ দুৱাৰ বন্ধ হৈ গৈছিল। সেই ঘৰটোত তেওঁ আৰু তেওঁৰ পৰিয়ালে হেনো ১৮১৩ চনৰ পৰা ১৮৩০ চনলৈকে পৰম আনন্দেৰে কটাইছিল। এবাৰ তাতে তেওঁক বৃটেইনৰ ৰাণীয়ে দেখা কৰি গৈছিলহি। কবি-পত্নীৰ লগত তেওঁ হেনো ওচৰতে থকা জলপ্ৰপাতৰ অপূৰ্ব দৃশ্যশোভা চাবলৈ গৈছিল। ৱৰ্ডচৱৰ্থৰ কৱিতাত সেই ‘sounding cataract’-টোৰ সৌন্দৰ্য-বৰ্ণনা পঢ়িছোঁ। তালৈ যাবলৈ আমাৰ সময়ৰ নাটনি হ’ল। সময় নহ’ল, উভতি চাই আজি তাৰ কথা এইদৰে ক’বলৈ “The sounding cataract haunted me like a passion.” তাৰ সলনি উভতি অহাৰ বাটত, আৰু আধা মাইলমান পাৰ হৈয়েই, গ্ৰাচমিয়েৰত থকা Dove Cottage-টোৰ আগতে খন্তেক থমকি ৰ’লোঁ। নামি গৈ বৰষুণৰ মাজতে সেই ওক কাঠেৰে সজা কবি-তীৰ্থৰ দেৱালখনত হাত বুলাই চালোঁ। অনিমেষে তাৰ সমুখত বৰষুণত তিতি থকা আমাৰ দুজনৰ ফটো এখন ল’লে। জানিছিলোঁ, ওচৰতে ৱৰ্ডচৱৰ্থ মিউজিয়ামটো আৰু গ্ৰাচময়েৰ গীৰ্জাৰ চৌহদত কবিৰ সমাধি আছে। বাহিৰৰ পৰা ভুমুকিয়াই নো কি কৰিমগৈ। যাবলৈ নহ’ল।

সেইদিনাৰ পৰা হঠাৎ গোটেইখন দেশতে পেট্ৰোলৰ ৰেছনিং আৰম্ভ হৈছিল। পেট্ৰ’লৰ কথা ওলাওঁতেই এষাৰ কথা কৈ থওঁ। বৃটেইনৰ পেট্ৰোল ডিপোবিলাকত ভিন ভিন ধৰণৰ পেট্ৰোল থাকে। কোনোবাটো ডিপোত ৯০% পেট্ৰোলিয়াম, কোনোবাটো ডিপোত ৮০% পেট্ৰোলিয়াম আৰু কোনোবাটো ডিপোত ৭০% পেট্ৰোলিয়াম যোগান ধৰা হয়। ভিন ভিন গাড়ীৰ যন্ত্ৰপাতি ভিন ভিন শতকৰা হাৰৰ পেট্ৰোলিয়ামেৰে চলে। আকৌ, তাৰ পাম্পবিলাকৰ পৰা পেট্ৰোল লওঁতাজনে নিজেই ভৰাই লয়—কোনেও এটোপাল সৰহকৈ নলয়। নিজে লৈ নিজেই ডিপোলৈ গৈ দামটো দি আহে।

মাজতে কেইদিনমান জিৰণিয়েই ল'লোঁ। জিৰণি লোৱা মানে সেই কেইদিন বিকাৰতাত্বিক পৰীক্ষা (pathological test) বোৰৰ হয়তোবা তেজৰ নমুনা দিয়া, নহ'লেবা ওৰেদিন উপবাসে থকা ইত্যাদি নানা আনুষ্ঠানিক কাম সম্পাদন কৰা। সেইবোৰৰ কথা কৈ আমনি নলগাওঁ। সেই কেইদিন ঘৰতে বহি, ওচৰে-পাঁজৰে খোজকাঢ়ি, টি. ভি.-ৰ ছবি চাই বিলাতৰ বিষয়ে যিবোৰ সকমুৰা কথা সংগ্ৰহ কৰিছিলোঁ, তাৰে অলপ আভাস দিওঁ।

আমাৰ দেশত তেতিয়ালৈকে কেৱল দুই-চাৰিখন মহানগৰীৰ বাহিৰে ক'তোৱেই টেলিভিশ্যন নাছিলেই। দিল্লী, কলিকতা, বোম্বাই আৰু মাদ্ৰাজ—মাথোন এই চাৰিখন মহানগৰীতেই টেলিভিশ্যন কেন্দ্ৰ আছিল। বিলাতলৈ গৈ দেখিছিলোঁ, ঘৰে ঘৰে কোঠাই কোঠাই টি. ভি. ছেট। চেনেলৰ পৰিমাণো চাৰিটা। গতিকে, বস্তুটো এতিয়া আমাৰ ইয়াত হোৱাৰ দৰে সি 'বুৰ্বকৰ বাকচ' হৈ পৰা নাছিল। তদুপৰি, সংস্থাটোও চৰকাৰ-নিয়ন্ত্ৰিত নহয়। গতিকে, টি. ভি. চাই মনটো চহকী আৰু মুকলি কৰি ল'ব পাৰি। এখন দলিল-ছবি চাইছিলোঁ। শিৰোনামটো আছিল, 'Multiracials'। আচলতে সেইখন Enoch Powell নামৰ উগ্ৰ বৰ্ণ বৈষম্যবাদী বুলি কুখ্যাতি লাভ কৰা মানুহজনৰ সৈতে এটা সাক্ষাৎকাৰ। পাৰেলৰ দুষ্কৃতিবিলাকৰ গল্প ভাৰতত থাকোঁতেই শুনিছিলোঁ। ভাবিলোঁ, চোৱা যাওক শুনা যাওক তাৰ অন্তৰংগ কাহিনী। চাই উঠি কিন্তু তাৰ প্ৰতি থকা মোৰ ধাৰণা বাৰুকৈয়ে সলনি হ'ল। সি ক'লে, ভাৰতীয় মানুহবিলাকক সি গা'ৰ ছালখন ক'লা হোৱাৰ কাৰণে অলপো ঘৃণা নকৰে। ছালখনো আচলতে ক'লা নহয়েই—জলকাইৰঙীহে। কিন্তু, ভাৰতীয়বোৰৰ মন আৰু কাণ্ড-কাৰখানা কিছুমানেহে তাৰ মনত বিস্বাদৰ সৃষ্টি কৰিছে। বাটে-ঘাটে বিয়াৰ শোভাযাত্ৰা উলিয়াই যেতিয়াই তেতিয়াই শান্তিভংগ কৰাই নহয়, সিহঁতে এখন নিকৰুদ্ধ সমাজো গঢ়ি তুলিছে বিলাত দেশখনত। তদুপৰি, ভাৰতীয়বিলাকৰ নাৰী জাতিৰ প্ৰতি থকা বিৰূপ ধাৰণাটোও সমস্যাটো সৃষ্টি হোৱাৰ বাবে দায়ী। সেইখন যেনিবা দুয়োকালে ধাৰ থকা তৰোৱাল। একালে সিহঁতে কোনো বগা চামবাৰু সিহঁতৰ তিৰোতাসকলৰ লগত কথা এষাৰ পতাটোও পচন্দ নকৰে। আনকালে সিহঁতে মনে মনে বুজিছ নাৰীসকলক লাজ-

চৰমৰ মূৰ খোৱা প্ৰায়-বিবস্ত্ৰা বুলিয়েই ভাবে। মই চিন্তা কৰি দেখিলোঁ, তাৰ অভিযোগবোৰ সবহ ক্ষেত্ৰতে আখৰে আখৰে সঁচা।

এদিন তাৰ সকলোবোৰ বাতৰি-কাকত আৰু টেলিভিজনত এটা খবৰ অতি ৰজনজনাকৈ প্ৰচাৰ হৈছিল। ডেভিদ টেইলৰ নামৰ এটা ৮ বছৰীয়া ল'ৰাক ভুল চিকিৎসা কৰি তাৰ মগজুটো ঘুণীয়া কৰাৰ কাৰণে আদালতে ডাক্তৰজনৰ বিৰুদ্ধে ৩ লাখ ১০ হেজাৰ পাউণ্ডৰ ক্ষতিপূৰণ আদায়ৰ আদেশ দিছিল। আধুনিক কালৰ বৃটিছ বুৰঞ্জীত হেনো সেইটোৱেই ক্ষতিপূৰণৰ আটাইতকৈ ডাঙৰ অংক। ডেভিদৰ অসুখ হৈছিল মেনিঞ্জাইটিছ; চিকিৎসা কৰিলে মেলেৰিয়া নে কিবা; পৰিণতি হ'লগৈ কোনোকালেই ভাল কৰিব নোৱৰা মৃগী। বিচাৰপতি শিষে মন্তব্য দিছিল—"It is as if, at the age of 12 months, a shutter came down preventing any further development." সেইকাৰণে, পাৰিবাৰিক চিকিৎসক ডাঃ উইলিয়াম গ্লাছক সেই বিপুল পৰিমাণৰ ক্ষতিপূৰণ শোধাবলৈ নিৰ্দেশ দিয়া হৈছিল, ৯টা বিভিন্ন শিতানত। সেই হিচাপটো লিখি থৈছিলোঁ, তাৰ আদালতবোৰ কিমান সহানুভূতিশীল আৰু ন্যায়নিষ্ঠ—সেই কথাষাৰ কেতিয়াবা মনত পেলাবলৈ। বিভিন্ন শিতানত ক্ষতিপূৰণৰ অংকবোৰ আছিল এই ধৰণৰ :—

| | | | | |
|---|---|---|---|---|
| ১. | ডেভিদৰ দুখ আৰু কষ্ট | ... | পাউণ্ড | ৬০,০০০ |
| ২. | ভৱিষ্যত ব্যৱস্থা—পিতৃ-মাতৃৰ মৃত্যুৰ পাচত ধাত্ৰী নিয়োগ আৰু নিজস্ব ঘৰ | ... | | ১,০৪,৫০০ |
| ৩. | সম্ভাব্য আৰ্জনৰ বাট নষ্টকৰণ | ... | | ৫০,০০০ |
| ৪ | ডেভিদৰ পিতৃ-মাতৃৰ দ্বাৰা অতীত আৰু ভৱিষ্যতৰ সেৱাদান | .. | | ৫২,০০০ |
| ৫. | বৰ্তমানে ডেভিদক ৰাখিবৰ বাবে পিতৃ-মাতৃয়ে ব্যৱস্থা কৰা বিশেষ বঙলা ঘৰটোৰ দাম | ... | | ১৫,০০০ |
| ৬. | ডেভিদৰ বাবে প্ৰয়োজনীয় এখন দ্বিতীয় মটৰগাড়ী | ... | | ৯,৩০০ |
| ৭. | এখন চকা লাগোৱা চকী | ... | | ৫০০ |

৮. অতদিনে পৰিয়ালটোৰ বহন

কৰিবলগীয়া দুখ-কষ্টৰ ক্ষতিপূৰণ ... ১,২০০

৯. সুদ ... ১৭,০০০

পাচত দেখিছিলোঁ, বিলাতত ডাক্তৰৰ দায়িত্ব প্ৰায় অকল্পনীয়। কামৰ সময়ত কোনোবা ডাক্তৰ যদি নিজৰ মেজৰ সমুখত নেথাকে আৰু তাৰ কাৰণে যদি কেতিয়াবা কোনোবা হৃদ্‌ৰোগীৰ আকস্মিক মৃত্যু ঘটে, তেনেহ'লে ডাক্তৰৰ ভাগ্যত নিৰ্ঘাত কাৰাদণ্ড। বিলাতৰ বাতৰি-কাকত আৰু টেলিভিজনৰ দৈনিক খবৰবোৰৰ চৰিত্ৰ এনেকুৱাই। তাত কেৱল একেখন মুখৰ দীঘলীয়া-বক্তৃতা আৰু একোচাম মানুহৰ অপমৃত্যুৰ খবৰ পৰিৱেশন নকৰে।

সেই জিৰণিৰ দিনকেইটাতে এদিন আ'নৰ লগত 'চুপাৰ মাৰ্কেট'লৈ গৈছিলোঁ; সেইখন মফস্বল চহৰৰহে 'চুপাৰ মাৰ্কেট'; অথচ, আজি-কালি দিল্লীত হোৱাখনৰে সমান। কিন্তু দিল্লীৰ খনত যিমানবোৰ দোকানী আছে, তাৰ এশ ভাগৰ এভাগো নাই। দোকানী বুলিবলৈ পাঁচজনীমান ছোৱালী দুৱাৰমুখতে থাকে। কিনোতাবোৰে এস্কেলেটৰ (escalator)-ত ইটো মহলাৰ পৰা সিটো মহলালৈ উঠি নামি বগাই ফুৰি শাক-পাচলিৰ পৰা কিতাপ-পত্ৰলৈকে, মাছ-মঙহৰ পৰা কাপোৰ-কানিলৈকে বাচি বাচি ট্ৰলী ( Trolley )-ত জাপি জাপি দুৱাৰমুখ পোৱায়হি। তাতে সেইবোৰ এটা এটাকৈ চলন্ত কাঁহী ( moving tray ) এখনত তুলি দিব লাগে, তাৰ পাচত সেয়া আপোনাআপুনি গৈ থাকিব আৰু কম্পিউটাৰত হিচাপবোৰ হৈ থাকিব। কিনিব খোজা বস্তুবোৰ 'ট্ৰলী'ত নুতুলি নিজৰ হাত-মোনাত সুমুৱাই আনিলেই shop lifting মানে 'হাত-লৰ' হোৱাৰ জগৰত পৰিব লাগিব। প্ৰতিটো মহলাতে ঠায়ে ঠায়ে close-circuit T.V.-ৰ Radar Screen আঁৰি থোৱা থাকে; সেয়া দেখিলেই তলৰ বেচোঁতা ছোৱালীকেইজনীয়ে তেনেকুৱা 'হাত-লৰ চোৰ'ক পুলিচৰ হাতত গঁতাই দিয়ে। যাওক সেইবাৰ কথা, মোৰ নিজৰ জ্ঞান-ভাণ্ডাৰ চহকী হোৱাৰ কথা দুটা কওঁ। আ'নে শাক-পাচলিৰ দোকানত বৰ বেঙেনা কেইটামান লৈছিল। মই ক'লোঁ, Brinjal-বোৰ ধুনীয়া—বং আৰু আকাৰ দুয়োটাই। আ'নে সুধিলে, "Brinjal ? What's that ?" মই ক'লোঁ, "Those longish things just now you picked

up." আ'নে হাঁহিলে, সেইবোৰ হেনো aubergene। আকৌ দৈ গাখীৰৰ গিলাচ ছুটামান কিনিবৰ সময়ত মোক সুধিলে, "Do you like taking yogurt?" সেইবাৰ মই হাঁহিলোঁ, ক'লোঁ— আমাৰ ফালে তাৰ নাম curd! এনেকৈয়ে মোৰ ইংৰাজী শব্দ-ভাণ্ডাৰত ছুটা নতুন শব্দ সোমাই তাক চহকী কৰি তুলিলে। তাহানি 'ৰাজভাষা'ত থকা শব্দবোৰৰ ইটো-সিটো নানান খেলিমেলি। কত-জনৰ মুখত এতিয়াও ছেগা-চোৰোকাকৈ শুনো, নৈশ-ভোজনৰ ভুল প্ৰতিশব্দটো—supper! আৰু মধ্যাহ্ন-ভোজনৰ ভুল প্ৰতিশব্দটো —dinner! অনিমেশৰ ঘৰত এদিন খালোঁ, haddock মাছৰ টেঙাৰ আঞ্জা। মেমে ৰন্ধা আঞ্জাত টেঙা দিছিল rhubub নামৰ এবিধ শাকৰ ঠোৰ। Haddock মাছবোৰ আমাৰ আৰি মাছৰ লেখীয়া! এদিন খালোঁ, Herring মাছ। ইংৰাজী প্ৰবচনটোলৈ মনত পৰিছিল, 'Neither fish nor flesh but a red-herring'। Red-herring-টো বেলেগ একো নহয়—ধোঁৱাৰ ওপৰত থৈ মাছৰ গা'ত ফুটফুটীয়া ৰঙচুৱা কৰি তোলা herring হে। সেই দেশৰ মানুহে আন কথা পাহৰি সেই মাছবোৰ টকালি পাৰি খায়। সেই-কাৰণেই, অস্বস্তিকৰ আচল কথাৰ পৰা মনটো আনফালে ঢাল খুৱাব খুজিলেই তাৰ মানুহে red-herring-অৰ কথা উলিয়ায়। প্ৰবচনটোৰ আচল অৰ্থ হ'ল—বিষয়ৰ পৰা ফালৰি কাটি যোৱা।

ফালৰি কাটি যোৱাৰ পৰা উভতি আহোঁ। আ'নে আন এদিনাখন ৰান্ধিছিল, Bream মাছৰ আঞ্জা। মোৰ কিন্তু তাৰ জুতিটোৱেই আটাইতকৈ ভাল লাগিছিল—চিতল মাছৰ কোলথিৰ লেখীয়া সেইবিধ মাছৰ কোলথিবোৰ। খৰিয়া মাছ যদি চিতল মাছৰ ক্ষুদ্ৰ সংস্কৰণ, Bream তেনেহ'লে তাৰেই বৃহৎ সংস্কৰণ। ইতিমধ্যে গম পালোঁ, আ'নৰ হাতৰ ডাইলখন প্ৰবাসী অসমীয়া ডাক্তৰবোৰৰ মাজত বিখ্যাত। এদিন মন কৰিলোঁ, আ'নে ভাত ৰান্ধিবলৈ লৈ চাউলখিনি পলিথিনৰ মোনাৰ পৰা পোনে পোনে পানীত উবুৰিয়াই দি উতলাবলৈ লৈছে। মই সুধিলোঁ, ধান-পতান চালিব নেলাগে নেকি? আ'নে ক'লে, "These are from India. So prior-washing is not required." তেতিয়াহে গম পালোঁ, ভাৰতীয় চাউল ডালৰ ভালখিনি বিদেশ পায়গৈ—শিল-কপৰামিহলি বেয়া চাউলখিনিহে

আমাৰ বজাৰত বিক্ৰি হয়। চাউল দেখি সীতাই এদিন পায়স ৰান্ধিবলৈ ল'লে। কিন্তু, তাৰ গাখীৰবোৰ ইমান বেচি ঘন যে নিমিষতে পায়সখিনি কবাল বান্ধিলে। সেই কেইদিন অনিমেষৰ ঘৰত গাখীৰৰ উভৈনদী হৈছিল। আলহী আছে দেখি ওচৰ-চুবুৰীয়া ঘৰৰ পৰা তিনি-চাৰি বটলকৈ গাখীৰ নিয়মীয়াকৈ এনেয়ে আহিছিল। তাত ৰাতিপুৱাই চৰকাৰৰ ঘৰৰ পৰা দুবটলকৈ গাখীৰ সন্তানকৈয়ো সন্তা দৰত যোগান ধৰে। খাই টুকুৰাব নোৱৰাখিনি দৈ কৰে; আৰু সেইবোৰ দৈ নহয়—যেনিবা এবিধ কে'ক্!

এদিন ৰাতিপুৱা অকলে অকলে খোজকাঢ়ি ওচৰৰ Kirkintuloch (কিৰ্কিনটিলখ্) নামৰ এখন গাঁৱৰ ফাললৈ ওলাই গৈছিলোঁ। Wester hill নামৰ ঠাইটুকুৰা পাইছিলোঁগৈ। উভতি আহোঁতে এজোপা গছৰ তলত উমলি থকা ল'ৰা-ছোৱালী এজুমে কিৰিলিয়াই উঠা শুনিলোঁ, "Blackie, Blackie!" বুজিলোঁ, সিহঁতে কোনোদিনা সিহঁতৰ গাঁৱত মোৰ নিচিনা ক'লা চাহাব আগতে দেখা নাই! ময়ো চিঞৰি চিঞৰি সিহঁতক জোকাবলৈ লাগিলোঁ, "Whity, Whity!" এনেতে এজন বয়সীয়া মানুহ আহি সিহঁতৰ মুখবোৰত সোপা দি ধৰিলেহি। মানুহজনে মোৰ পিনে চাই শুভ-সম্ভাষণ জনালে। ময়ো মোৰ ফালৰ পৰা প্ৰতি-সম্ভাষণ জনালোঁ। মানুহজনে আগবাঢি আহি মোক সুধিলে, মই নো কোন ঠাইৰ পৰা আহিছোঁ! মই ক'লোঁ, ভাৰতৰ পৰা। তেওঁ তেতিয়া ক'লে, "You mean from Hindostan?" মই সুধিলোঁ, "So you know Hindostan?" তেওঁ হাঁহি হাঁহি ক'লে, "Yes, Hindostan and Pakistan. So faraway countries." মনে মনে চাপৈ কৈছিল, "তুমি কাকো নক'বাগৈ, আমাৰ ল'ৰা-ছোৱালীবোৰে ভুলতে মানুহৰ ছালখনৰ ওপৰত চকু দিয়ে!" পাচদিনা অনিমেষৰ গাড়ীত কিৰ্কিনটিলখৰ লগতে আৰু দুখন গাঁও—চেম্পছি (Champse) আৰু লেন্‌জি (Lenzie) দেখুৱাই আনিলেগৈ। গাঁও আৰু চহৰৰ পাৰ্থক্য কোনখিনিত, সেয়া ধৰিবকে নোৱাৰি। পাৰ্থক্যটো মাথোন ইতিহাসতেই আছে। আৰু আছে গছ-গছনি থকা-নথকাৰ ওপৰত। চহৰ হওক গাঁও হওক—সকলোতে একেই নিৰ্জনতা। স্কটলেণ্ড আৰু ইংলেণ্ড—দুয়োখন ৰাজ্যৰ ক'তোৱেই

এদিনো এখন মটৰগাড়ীৰ 'হৰ্ণ' মুশুনিলোঁ, মাজবাটত ৰে'লগাড়ীৰ উকিও মুশুনিলোঁ। ক'বলৈ পাহৰিছোঁ, স্কটলেগুত অনিমেশৰ ঘৰৰ পাচফালেই ৰে'লৰ লাইন; আৰু ইংলেগুত ডাঃ ঠাকুৰীয়াৰ ঘৰৰ পাচফালেও তেনেকুৱা ৰে'লৰ লাইন। কোনোবাই ক'ৰবাত মটৰ-গাড়ীৰ 'হৰ্ণ' বজালে, চাৰিওপিনে মন্তব্যৰ উজান উঠিলেহেঁতেন: 'Uncultured indeed!' মুঠৰ ওপৰত, দেশখনত বাহিৰৰ কোলাহলৰ শব্দটো জোখা হ'লে পোৱা গ'লহেঁতেন, গড়ে ৫০ ডেচিবেলতকৈয়ো কম; ৰাতি সেয়া শূন্যটোৰ ওচৰে-পাঁজৰে থকা কিবা ডেচিবেল। স্কটলেগু যেতিয়া শোৱে, সেয়া যেনিবা ৰাজআলি ঢাকি থোৱা এটা বৰফৰ চামনিহে। প্ৰসংগক্ৰমে কৈ থওঁ, যেতিয়া এচিকটা বৰফৰ চামনি আঁতৰাই মাটিৰ তলৰ পৰা ঘাঁহৰ আগ এটাই ভূমুকি মাৰেহি, তেতিয়া কাৰো কাণত নপৰা শব্দটোৰ জোখ বোলে মাথোন এক ডেচিবেল!

এৰাতি কাণ্ড এটা ঘটিছিল। তেতিয়া প্ৰায় মাজৰাতি- চাৰে এঘাৰমান বাজিছিল। অথচ, বাহিৰত দিনৰ পোহৰ শেষ হোৱা নাছিল। গীতাই খিৰিকিৰ ডাঠ পৰ্দাবোৰ টানি শুই পৰিছিল। আৰু মই 'টেবুল লেম্প'টো জ্বলাই চিঠি লিখি আছিলোঁ। গীতাই আপত্তি কৰিছিল, পোহৰত টোপনি ধৰা নাই বুলি। গতিকে, মই সেইদিনাৰ বাতৰি-কাকতখনেৰে বিচনাৰ ফাললৈ আঁৰ কৰি 'টেবুল 'লেম্প'টো অলপীয়াকৈ ঢাকি দিছিলোঁ। অলপ পাচতে কাগজ পোৰাৰ গোন্ধ এটা পালোঁ। চিঠিৰ পৰা মূৰ তুলি চায়েই দেখিলোঁ, কাগজখন ভমক্কৈ জ্বলি উঠিল। কোনোমতেহে মুমুৰালোঁ। গোটেই কোঠাটো ধোঁৱাৰে ধূঁৱলিকুঁৱলী হৈ উঠিছিল। তেতিয়াহে মই গম পালোঁ, বিজুলি-চাকিৰ ভল্টেজ্ কিমান বেচি, বাটৰ কাষৰ লাইটবোৰ কিয় সিমান ৰঙচুৱা দেখি! বিলাতখন মাটিৰ দেশ— সঁচা কথা। কিন্তু, তাৰ নিৰ্জনতা, হাড়কঁপোৱা জাৰ আৰু বিজুলী-চাকিৰ পোহৰ—আটাইবোৰেই মাটিৰ দেশৰ নহয় নেকি!

## ॥ স্কচ্ছ্ উলৰ লেখীয়া উমাল ॥

"But here there is no light,
Save what from heaven is with the breezes blown
Through verdurous glooms and winding mossy ways."
—John Keats

তাৰ পাচত জুন মাহ আৰম্ভ হ'ল। ২ তাৰিখটো আছিল শনিবাৰ। সেইদিনা অনিমেষে আমাক স্কটলেণ্ডৰ দ্বিতীয় মহানগৰী এডিনবৰা (Edinburgh) দেখুৱাবলৈ লৈ গ'ল। ৰেছনিং হোৱাৰ পাচৰে পৰা কেইদিনমানৰ কাৰণে পেট্ৰোলৰ নাটনিয়ে বাককৈয়ে দেখা দিছিল। কেইবাটাও ডিপোত নিৰাশ হোৱাৰ পাচত আমি ভাবিছিলোঁ, ভ্ৰমণটো বাতিলেই কৰিব লাগিব। সৌভাগ্যক্ৰমে, অনিমেষে চিকিৎসা কৰা পাঞ্জাৱী এজনক আমি লগ পাই গ'লোঁ। তেওঁ আকৌ চাৰ্ভিছ ষ্টেশ্যন এটাৰ গৰাকী। খাতিৰ কৰি তেওঁ অনিমেষক ৩ গেলন পেট্ৰোল আনি দিলেহি। সেইখিনি পালত সমস্যাটো দূৰ হ'ল।

এঘণ্টা মানৰ পাচতে আমি এডিনবৰা পালোঁগৈ। চহৰখনত সোমায়েই অনিমেষে আমাক তেওঁৰ এগৰাকী সদ্যবিধৱা বন্ধু-পত্নী ৰিস্তা গৌড়ৰ ঘৰলৈ লৈ গ'ল। অনিমেষৰ লগতে আমিও তেওঁক সমবেদনা জ্ঞাপন কৰিলোঁ। তেওঁ আমাক লবালবিকৈ অলপ পোলাও আৰু মটৰমাহৰ আঞ্জা বান্ধি খুৱালে। বিদায় ল'বৰ সময়ত অনিমেষে তেওঁক ২৫ পাউণ্ডৰ সহায় এটা যাচিলে। শ্ৰীমতী গৌড়ক গীতাই সুধিছিল, ইয়াৰ পাচত তেওঁ ভাৰতলৈ উভতি যাবগৈ নেকি? তেওঁ যিটো উত্তৰ দিলে, সেয়া শুনিময়ো সিদ্ধান্ত কৰিবলৈ বাধ্য হৈছিলোঁ, এইখনেই তেনেহ'লে দ্বিতীয় স্বৰ্গ! তেওঁ বোলে তেওঁৰ স্বামীয়ে জীৱনকালত যিখিনি উপাৰ্জন কৰি পৰিয়ালটোক পোহপাল দি গৈছিল, তাৰ এটা পইচাও হেৰফেৰ নোহোৱাকৈ ৰজাঘৰৰ পৰা পৰিয়াল পেঞ্চন বুলি পাই থাকিব। তদুপৰি, তেওঁৰ ল'ৰা-ছোৱালী-হালেও পঢ়া-শুনা এৰিবলগীয়া নহয়। কাৰণ, বিলাতত স্কুললৈ যোৱা

প্ৰত্যেক ল'ৰা-ছোৱালীয়ে সপ্তাহত ২৫।৩০ পাউণ্ডকৈ নিয়মীয়া বানচ পায়—তেওঁ যে স্কুললৈ গৈ চৰকাৰক অনুগ্ৰহ কৰিবলৈ পাহৰা নাই, সেই কথাষাৰৰ বিবেচনাতেই। শ্ৰীমতী গৌড়ে কৈছিল, "দেশলৈ উভতি যোৱা মানেই মৰিবলৈ হেঁপাহ কৰা। নেখাই-নবৈ মৰিবহে লাগিব তালৈ গৈ।" অনিমেষে বাটে বাটে মোক কৈ গ'ল, কল্যাণ-কৰ ৰাষ্ট্ৰখনৰ আৰু বহু বিধি-ব্যৱস্থাৰ কথা। বিলাতত কোনোবা ৫ বছৰমান থাকিলেই, সেই দেশৰ নাগৰিক হওক-নহওক, এনেবোৰ সা-সুবিধাৰ অধিকাৰী হৈ পৰে—আইনসংগত ভাবেই। মই অনিমেশক উচ্ছাসতে কৈ পেলালোঁ, "হেৰা, তুমি কোনো ভুল নকৰিবা। পাৰা যদি তুমি নাগৰিকত্বটো গ্ৰহণ কৰি লোৱাঁ। দৰখাস্ত কৰিলেই নেপাবা জানো?" অনিমেষে ক'লে, "চাওঁ।" এতিয়া তেওঁ বিলাতৰে নাগৰিক।

ৰিস্তা গৌড়ৰ ঘৰৰ পৰা আমি এডিনবৰাৰ প্ৰসিদ্ধ দুৰ্গটো চাবলৈ ওলাই গ'লোঁ। পোনতে অনিমেষৰ গাড়ী দুৰ্গটোৰ প্ৰবেশ-পথৰ বাওঁফালে থকা আধুনিক parking place-ত সোমালগৈ। আচলতে সেইটো এটা সাত মহলীয়া ঘৰ—মাটিৰ ওপৰত চাৰি মহলা, মাটিৰ তলত তিনি মহলা। গোটেই ঘৰটোৰ কেউকাষে এটা বাটৰ ঘেৰ: ঘেৰটো এটা শংখৰ গা'ত থকা আঁকডালৰ লেখীয়া। ওপৰমুৱা হৈ গৈ থাকিলে মূধচ পায়গৈ, নামনিমুৱা হৈ গৈ থাকিলে সেইদৰে তলি পায়গৈ। বাটটোৰ সমুখতে প্ৰতি মহলাতে ৮০।৯০ টাকৈ গাড়ী থ'ব পৰা কুঠৰী। আমি পোনতে ওপৰলৈ উঠি গ'লোঁ, কুঠৰী এটাও খালী হৈ থকা নাই। নামি আহিলোঁ; মাটিৰ তলৰ মহলা এটাত কেইটামান কুঠৰী খালী হৈ আছিল। তাৰে এটাত গাড়ী সুমুৱাই অনিমেষে টিকেট এটা ল'লে। আজিকালি আমাৰ গুৱাহাটীতো এনেকুৱা টিকেট দিয়াৰ উজান উঠিছে। বোলে, সেই বাটৰ দাঁতিবোৰেই পৌৰ-সভাৰ 'থমকি ৰোৱা ঠাই'। পৌৰ-সভাৰ কাম-কাজ যে যুগৰ বাটত থমকিয়েই আছে—তাৰে সেইবোৰ বাস্তৱ স্বীকাৰোক্তি।

দুৰ্গটোৰ ভিতৰৰ বাটটো ৰঙচুৱা ইটাৰে বন্ধোৱা। ইটাবোৰ দেখি মোৰ মনত ধাৰণা এটা খেলাই গৈছিল, সেইবোৰ যেন একালৰ স্কটলেণ্ডৰ বুকুৰ তেজ—আজিও বিবিঙি আছে! ভিতৰত এটা অকণ-মানি আটকধুনীয়া গীৰ্জা আছে। গীৰ্জাটোৰ নাম St. Margaret

Chapel; আমি তিনিও সেই গীৰ্জাটোৰ ভিতৰলৈ সোমাই গ'লোঁ। ভিতৰত দহ-বাৰজন মানুহ সোমাই আছিল। এঠাইত দেখিলোঁ, এখন বাইবেল পুথি মুকলি কৰি থোৱা আছে। দৰ্শকসকলৰ এজনে আমাক ক'লে, "That's the page of the Book, Marie Queen of Scots had been reading before she was taken awav for execution." মই ওচৰ চাপি গ'লোঁ। দেখিলোঁ, পুৰণি এংলোচেক্সন ভাষাত লিখা বাইবেল। তাহানি এম. এ. পঢ়োঁতে ভাষাটো অলপ-অচৰপ শিকিছিলোঁ। সেই ভাষাৰ আখৰবোৰ আৰু উচ্চাৰণবোৰ বেলেগ। মই পঢ়ি গ'লোঁ: 'এন অংগিন ইজ. য়েল্‌বা থিঙা। ছে গোডাম্ ইল মিহটিগ.। স্বা স্বা ব্রিটাৰ কুৰেঞ্চিছ. ফয়ৰ, স্বা স্বা আলমছিন ছিনাম্।' মই পঢ়ি যোৱা দেখি কেইবাজনো দৰ্শক ওচৰ চাপি আহিল। তেওঁলোক অলপ আচৰিত হৈছিল, যিটো ভাষা তেওঁলোকৰ বাবেই অচিন হৈ পৰিল, সেই বিভক্তি-প্ৰত্যয়েৰে কণ্টকিত ভাষাটো মই বিদেশী মানুহ-টোৱে পঢ়ি যোৱা দেখি। গীতায়ো নেজানিছিল, মই সেই ভাষাটো জানো বুলি। পৃষ্ঠাটো মই আধুনিক ইংৰাজীলৈ তৰ্জমা কৰি দিলোঁ। মানুহকেইজনৰ চকুবোৰ অলপ চলচলীয়া হৈ উঠিছিল, ফাচীৰ আগ-মুহূৰ্তত স্বাধীন স্কটলেণ্ডৰ শেষ ৰাণীগৰাকীয়ে পঢ়া বাইবেলৰ সেই পৃষ্ঠাটোৰ কথাখিনি শুনি উঠি। মোৰ নিজৰো বেজাৰ লাগিছিল, স্কটিছ ইতিহাসৰ সেই পৃষ্ঠাটোৰ কথা মনত পেলাই। সেই কথাবোৰ J. D. Mackie-ৰ 'History of Scotland' খনত সুন্দৰকৈ লিখি থোৱা আছে। কিতাপখন বহুদিনৰ আগতেই মই পঢ়িছিলোঁ। হঠাৎ মোৰ চকু পৰিল, বাইবেলখনৰ কাষতে থোৱা সৰু কাৰ্ড এটাত। তাত লিখা আছিল, "Probably buried at Dunformik Abbey in 1230. Bought for £. 6 in 1887." সেয়া সেইখন বাইবেলৰ ইতিহাস।

সেই গীৰ্জাটোৰ পৰা ওলাই আমি ওচৰতে থকা মিউজিয়ামটোত সোমালোঁ। তাত কেইবাটাও নেদেখা বস্তু দেখিলোঁ। এটা হ'ল, টিপু চুলতানৰ গা'ৰ চাপকনটো—সেইটো হেনো তেওঁৰ মৃতদেহৰ পৰা সোলোকাই আনিছিল। মোৰ বেলেগ এটা অনুভূতি উপজিছিল, এয়া তেওঁলোকৰ মুৰজীৰ আনটো পিঠি—বাওঁফালৰ পিঠি! টিপু

চুলতানৰ মৃতদেহৰ পৰা লুণ্ঠন কৰি অনা আন কেইপদমান বস্তু হ'ল : সোণৰ সূতাৰে বনকৰা এখন চাদৰ, কাপোৰেৰে মেৰিয়াই থোৱা ডিঙিৰ তাবিজটো আৰু এডাল যাঠি। তিনিখন তৰোৱাল আৰু এখন সৰু ছবিও দেখা পাইছিলোঁ। কাষৰ আঁন এটা কোঠাত দেখা পাইছিলোঁ, Prince Charles Edward Stewart-অৰ গা'ৰ কানি-কাপোৰবোৰ। লগতে দেখিলোঁ, ঘোঁৰাৰ ৰেকাব ছুটা। সেই ছুটা আকৌ কাল'ডেন যুদ্ধ ( Battle of Culloden )-ত মৃত্যুবৰণ কৰা এজন বীৰপুৰুষৰ।

সেই তুৰ্গৰ চোতালৰ পৰা চাই পঠিয়ালোঁ, নগৰখনলৈ। নগৰখন দেখিলোঁ আবেলি পৰৰ সোণালী কুঁৱলীত বুৰ গৈ আছে ; তাৰ সিপাৰে মহাসাগৰ। মই অলপ অকলশৰীয়াকৈ এঠাইত বহি ল'লোঁ—ভাগৰ লা'গছিল। গীতা আৰু অনিমেশ ইফালে-সিফালে ঘূৰি তাহানি-কলীয়া বৰতোপ-হিলৈ ইত্যাদি চাই আছিলগৈ। গীতাই হেনো হঠাৎ মন কৰিলে, এটা লাহুদাং চেহেৰাৰ চাহাব তেওঁৰ পাচে পাচে আহি আছে। মুখামুখি হ'লতে চাহাবে তেওঁক সুধিলে, "কিৎনা বাজা হ্যায় ?' গীতাই তেওঁক সময়টো কৈয়েই ওভোতাই সুধিলে, "Do you know Hindi ?" চাহাবে উত্তৰ দিলে, "Only that much. Once I had been to India. It was during the wars" তেওঁ ওচৰ চাপি আহি গীতাৰ কাপোৰসাজলৈ চাই সুধিলে, "What do you call it, this long-flowing skirt." গীতাই উত্তৰ দিলে, "মেখেলা।" তাৰ পাচত চাহাবে তেওঁৰ পৰা বিদায় ল'লে।

তুৰ্গটো এৰিয়েই আমি Meadow নামৰ চহৰখনৰ মাজ ঠাই এখনত বহা মেলা চাবলৈ গ'লোঁ। তালৈ গৈ দেখিলোঁ, চাৰিওপিনে নাচ-গানৰ কলকোলাহল। লোকে লোকাৰণ্য। এফালে দেখিলোঁ, পপ্-সংগীতৰ জোৱাৰ বৈছে। ঘাঁহনিৰ ওপৰত মুকলিকৈয়ে ডেকা-গাভৰুবিলাকে জোৰ পাতি পাতি উমলি আছে। এঠাইত দেখিলোঁ, এজনী গাভৰু ছোৱালী এজন ডেকাল'ৰাৰ বোকোচাত উঠি উৰাই-ঘূৰাই হাঁহিছে। হালৰে মুখত জীৱন বিচাৰি পোৱাৰ আনন্দ। আন এফালে দেখিলোঁ, কাঠৰ ঘোঁৰাৰ ঘূৰণ-দোলা আৰু পুতলা ৰে'লগাড়ীৰ অহা-যোৱা। চাই খুব ভাল লাগিছিল সেই যৌৱনৰ

উচ্ছলতা আৰু কৈশোৰৰ মধুময়তা—দুয়োটাৰে অনাহূত অভিব্যক্তি। তাৰ পৰা ওলাই আহিয়েই দেখা পালোঁ, আমাৰ বিপৰীত কালৰ পৰা এহাল দম্পতি আহি আছে। দুয়োজনেই দেখিবলৈ অতি ধুনীয়া। এনেতে দেখিলোঁ, মেলাৰ পৰা দুজন ভাৰতীয় ডেকা গাম্ভীৰ্যহীন খোজেৰে ওলাই আহি মানুহহালৰ আগেদিয়েই পাৰ হৈ গ'ল। পাৰ হ'বৰ সময়ত সিহঁতে মহিলাগৰাকীক খুব সম্ভৱ ইচ্ছা কৰিয়েই কিলাকুটিৰে খুন্দিয়াই থৈ গ'ল। তথাপি সিহঁতে মাত এষাৰো নিদিলে- সৌজন্যসূচক ক্ষমা এটা খুজি। মানুহহাল খঙত ৰঙা পৰি উঠিল। মই অনুভৱ কৰিলোঁ, তেওঁলোকে আমাৰ মুখৰ কালে সপ্ৰশ্ন দৃষ্টিৰে চাইছে—'তোমালোকো নিশ্চয় ভাৰতীয়। এইটোৱেই নেকি তোমালোক ভাৰতীয়বোৰৰ ভদ্ৰতাৰ নমুনা?' মই তেওঁলোকলৈ চাই উচ্চাৰণ কৰিলোঁ, "Good Afternoon. How do you do?" নিমিষতে দুয়োৰো মুখত কোমল হাঁহিৰ ৰেখা বৈ যোৱা দেখিলোঁ; মোকো তেওঁলোকে প্ৰতি-সম্ভাষণ জনালে। তেওঁলোকক সিদ্ধান্ত কৰিবলৈ সময় নিদিলোঁ, ভাৰতীয় মানুহ আটাইবোৰেই অভদ্ৰ! আজি যে বিলাতত ভাৰতীয়-বিৰোধী মনোভংগী এটা গঢ় লৈ উঠিছে, তাৰ অন্তৰালত বৰ্ণবৈষম্যৰ প্ৰেৰণাই কাম কৰা নাই। কাম কৰিছে, আমাৰ ইয়াৰ পৰা যোৱা এচাম ভাৰতীয়ৰ লেতেৰা স্বভাৱে। এটা জাতিয়ে নিজৰ দেশখন সজাই-পৰাই ধুনীয়া কৰি লৈছে, জীৱন-যাপনৰ এটা সুন্দৰ মূল্যবোধ তৈয়াৰী কৰি লৈছে, সেইবোৰত ঘা লগাবলৈ সিহঁতে কিয় এৰি দিব? মই নিজ চকুৰে দেখিছিলোঁ, এডিনবৰাৰ সেই মেলাখনত এজন ভাৰতীয় মানুহে কল এটা খাই বাকলিটো ঘাঁহনিৰ ওপৰত দলিয়াই পেলাই দিছে। মই শুনিছিলোঁ, ইংলেণ্ডৰ কিছুমান ঠাইত ভাৰতীয় উপ-মহাদেশৰ মানুহৰ চুবুৰী গঢ়ি উঠিছে। সিবোৰৰ একোটা ঘৰত হেনো ৩০ টালৈকে মানুহ পাল পাতি শোৱে, একেলগে আড্ডা দিয়ে আৰু মাজে-সময়ে 'shop-lifting' কৰি বগাঘৰৰ ভাত খায়গৈ।

এডিনবৰাত আমি এটা বৰ মনত থাকিবলগীয়া বস্তু দেখিলোঁ। মেলা বহা ঠাইখনৰ পৰা অলপ দূৰলৈ গৈয়েই দেখিলোঁ, সেই বস্তুটো। প্ৰকৃতিৰ অদ্ভুত খেয়ালৰ নিদৰ্শন। চাৰিজোপা লঠঙা গছ। বাঢ়ি বাঢ়ি ওপৰলৈ উঠি আটাইকেইজোপাৰে মূৰকেইটা একে ঠাইতে থুপ

খাইছেগৈ। যেন সেই কেইজোপা চাৰিটা হাতীদাঁতহে—জোঙা আগকেইটা কোনোবাই মুৰে মুৰে লগ খুৱাই থৈছে। আৰু মাজৰ খালী ঠাইখিনিৰে সৈতে সেয়া এখন দৰা-কইনা নোওৱা বেই এখনৰ লেখীয়া হৈ আছে। মই আৰু গীতা সেইখনৰ ভিতৰলৈ সোমাই গ'লোঁ; অনিমেষে তাৰে ফটো এখন লৈ থ'লে। চাহাবৰ দেশৰ মানুহে বস্তুটোৰ নাম থৈছে, Jaw-bone—মানে দাঁতৰ কোৱাৰিটোত আঁকা চাৰিসিৰীয়া হাড়ডোখৰ। ক'বলৈ পাহৰিছোঁ, সময়ৰ হাতবুলনিত চাৰিওজোপা গছ কেতিয়াবাই মৰিল। তথাপি, আটাই কেইজোপা শিল হৈ জীয়াই আছে। এজোপাত দেখিলোঁ, এখন সৰু ফলি। তাত লিখি থোৱা আছে: Zetland and Fair Isle knitting stand. Edinburgh Exhibition 1886। এশ বছৰৰ আগৰ শিল হৈ পৰা সেই বেইখনৰ ভিতৰত থিয় হৈ ফটো তোলাইছিলোঁ—আমি সময়ৰ সামৰে খোৱা একুৰি বছৰৰ পুৰণি এহাল দৰা-কইনাই!

তাৰ পৰা আমি এডিনবৰাৰ ৰাজপ্ৰাসাদলৈ লৰা-ধপৰাকৈ গ'লোঁ। মাজে মাজে বৃটেইনৰ ৰাণীয়ে হেনো সেই প্ৰাসাদত এমাহ-দুমাহ কটাই যায়হি। সেই সময়ত ৰাণী লণ্ডনতে আছিল। গতিকে, সেই সময়ছোৱাত ৰাজপ্ৰাসাদৰ ভিতৰলৈ গৈ চোৱাত বিশেষ একো বাধা নেথাকে। আমি সোমাই যাওঁতেই গম পালোঁ, দুপনাখন বন্ধ হ'বলৈ বেচি পৰ নাই। ভিতৰত আমি মাথোন এটা কোঠাহে চাবলৈ পালোঁ। তাত ৰাণীৰ ৰাজছত্ৰা অয়-অলংকাৰবোৰ কাঁচৰ বাকচত সুমুৱাই থোৱা আছিল। প্ৰথমেই চকুত পৰিছিল, ৰাণীৰ মুকুটটো। বৃটেইনৰ মুদ্ৰাবিলাকত থকা সংশ্লিষ্ট সময়ৰ ৰজা অথবা ৰাণীৰ মূৰটোৰ ছবিখনত সেইটো মুকুটৰে প্ৰতিচ্ছবি থাকে। মুকুটটো এখন নীলা দলিচাৰ ওপৰত জিলিকি আছিল আৰু তাক পহৰা দি আছিল, দুজন বন্দুকধাৰী সৈন্যই। অন্যান্য অলংকাৰ সমূহৰ ভিতৰত মোৰ মনত ৰৈ গ'ল, ৰাণীয়ে পিন্ধা হাৰডালত থকা লকেটটোৰ কথা। লকেটটোৰ পাচফালে এটা হাতীদাঁতৰ ঘোৰা দেখা পাইছিলোঁ—অতি সূক্ষ্ম কাৰুকাৰ্যপূৰ্ণ শিল্পবস্তু। তাৰ ওপৰতে সোণ আৰু হীৰাৰ সূক্ষ্মতৰ কাৰুকাৰ্য—চকুত চমক লাগি যায়।

তাতকৈয়ো বহু বেচি মূল্যবান বস্তু দেখি গৈছিলোঁ, এডিনবৰা চহৰলৈ সোমোৱাৰ বাটত। তাৰ নাম হ'ল, Grey Friar's

Bobby—এটা কুকুৰৰ সমাধিতীৰ্থ। এডিনবৰাৰ ওচৰতে Pentland Hills নামৰ সৰু গাঁও এখন আছে। তাতে জন গ্ৰে' নামৰ এজন ভেৰাৰখীয়া আছিল। সপ্তাহত এবাৰকৈ তেওঁ এডিনবৰাত বজাৰ কৰি গৈছিলহি। কুকুৰটোৰ নাম ববি। . সিও এডিনবৰাত ঘূৰি-চাকি গৈছিলহি তাৰ গৰাকীৰ লগত। এদিন ভেৰাৰখীয়া গ্ৰে' বাটতে ছুৰ্ঘটনা হৈ মৰিল। তেওঁক ওচৰতে থকা গীৰ্জা এটাৰ অন্তৰ্গত কবৰখানাত সমাধিস্থ কৰা হ'ল। ববিক কিন্তু কোনেও ঘৰলৈ ওভোতাই নিব নোৱাৰিলে। সি তাৰ গৰাকীৰ কবৰটো পহৰা দি থাকিবলৈ ল'লে। যেয়ে দেখিছিল সেয়ে মন কৰিছিল, তাৰ দুয়োগালেদি চকুপানী বৈ থাকে। চৈধ্য বছৰ এইদৰেই গ'ল। এদিন সকলোৱে দেখিলে, তাৰ গৰাকীৰ কবৰটোতে মূৰ থৈ সিও মৰিল। লগে লগে সেই কবৰখানাতে ভেৰাৰখীয়া গ্ৰে'ৰ কবৰটোৰ কাষতে সকলোৱে তাক কবৰ এটা খান্দি সমাধিস্থ কৰিলে। বাইজে পঁচা তুলি তাৰ চেহেৰা-পাটিৰে লেখীয়া এটা ব্ৰোঞ্জৰ প্ৰতিমূৰ্তি গঢ়োৱালে আৰু তাৰ কবৰৰ ওপৰতে স্থাপন কৰিলে। Gray Friar's Bobby হ'ল, সেই প্ৰভুভক্ত কুকুৰটোৰে প্ৰতিমূৰ্তি।

প্ৰসংগক্ৰমে এবাৰ কথা কৈ থওঁ, বিলাতৰ মানুহে কুকুৰ-মেকুৰী আদি পোহনীয়া জন্তুক অদ্ভুত মৰমৰ চকুৰে চায়। আমি তাত থকা সময়তে ঘটা এটা সৰু ঘটনাৰ কথা মনত পৰে। পোনৰ ফালে এদিন বজাৰলৈ যাওঁতে চকুত পৰিছিল, বজাৰৰ সমুখতে থৈ যোৱা গাড়ী-বিলাকত নানা ধৰণৰ একোটাকৈ কুকুৰ কোঁপাই-জোপাই বহি থাকে। বন্ধ খিৰিকিবোৰেৰে জুমি চোৱাৰ উপায় সিহঁতৰ নাই। এনেতে এদিন চকুত পৰিল· স্থানীয় দৈনিক কাকত এখনৰ সম্পাদকলৈ চিঠি শিতানৰ চিঠি এখন। লেখোঁতাজনে প্ৰশ্ন এটা তুলিছিল, পোহনীয়া কুকুৰবিলাকক এইদৰে শাস্তি দিয়াটো কিমান দূৰ সমীচীন? সিহঁতে জানো অক্সিজেন বোলা বস্তুটো নিবিচাৰে? কেতিয়াবা কোনোবা কুকুৰ অক্সিজেনৰ অভাৱত গাড়ীৰ ভিতৰতে ·মৰি থাকিলে কোন দোষী হ'ব? মই ভাবিলোঁ, বেঁচ তো ভাবপ্ৰৱণ এই লেখোঁতাজন! কুকুৰৰ মৰমতে পমি মৰে এতিয়া এইজন! পিচে নহয়, দুদিনমানৰ পাচতে সেই কাকতখনতে আন এজনে ব্যৱহাৰিক সমাধান দাঙি-ধৰিলে। কুকুৰটো লগতো নিব নেলাগে, স্বাস্থ্য-বিভাগেও সিহঁতৰ

বাবে বাজহুৱা খৰচেৰে Kennel সাজিব নেলাগে ; কুকুৰৰ গৰাকীবোৰে নামি যাবৰ সময়ত পাচফালৰ খিৰিকি দুখন মাথোন আধা বেগেতমান নমাই থৈ গ'লেই হ'ল। বতাহো চলাচল কৰি থাকিব, গাড়ীৰ ভিতৰ লুকা চোৰেও সেইখিনেদি হাত সুমুৱাব নোৱাৰে। পাচদিনাৰ পৰা সেই নিয়মটো আটাইবোৰ কুকুৰৰ গৰাকীয়ে পালন কৰা হ'ল। মই এখন গাড়ীৰ কাষেদি পাৰ হৈ গৈছিলোঁ। মোৰ ফালে চাই এটা কুকুৰে তাৰ টিক্‌-টিক্‌কৈ ৰঙা জিভাখন উলিয়াই দেখুৱাইছিল— খিৰিকিৰ ওপৰৰ সেই কণমানি ফাঁকটোৰে! ময়ো তাৰ ফালে চাই এবাৰ [illegible]াৰি দিলোঁ। সি মূৰটো ভুপিয়াই দিলে, তাৰ কাণ দুখন নচুৱাই লৈ।

বিলাতলৈ গৈয়েই মোৰ কুকুৰলৈ থকা ভয়টো ভাগিল। তাত কোনেও বাঘ-তেল খুৱাই জধেমেধে কুকুৰ নোপোহে। প্ৰত্যেকটো কুকুৰেই দস্তুৰমতে প্ৰশিক্ষিত। একো একোটা কুকুৰ সকসুৰা একোটা বাঘ ; অথচ, কাৰো গা'ত এনেয়ে জঁপিয়াই নপৰেগৈ। গোটেই বৃটিছ জাতিটোৱেই কুকুৰ বোলা প্ৰাণীটোৰ মৰমতে মৰে। Ryhope-ত ডাঃ ঠাকুৰীয়াৰ ঘৰত উঠোঁতে দেখা পোৱা এটা ঘটনাৰ কথা মনত পৰে। ঠাকুৰীয়াৰ এটা বৰ ধুনীয়া কুকুৰ আছিল—দেখাত প্ৰকাণ্ড, নামটো Luddy। এদিন বাহিৰ-চোতালত উমলি থাকোঁতে কেনেবাকৈ গাড়ী এখনৰ আগত পৰিছিলগৈ। চকাৰ তলত নপৰিল। সেই গাড়ীখনেই নহয়, পাচে পাচে অহা ১০০ খনমান গাড়ী থমকি বৈ গ'ল। আৰোহীজনে গাড়ীৰ পৰা নামি কুকুৰটো বুকুৰ মাজত আথেবেথে লৈ ডাঃ ঠাকুৰীয়াৰ চৌহদলৈ সোমাই আহিল। সুধিলে, তেওঁ এতিয়া কি ক্ষতিপূৰণ দিব? ঠাকুৰীয়াই চাই-মেলি দেখিলে Luddy-ৰ একো হোৱা নাই। মানুহজনে প্ৰস্তাৱ দিলে, তেওঁ পশু-চিকিৎসালয়ত দেখুৱাই আনিবগৈ খোজে। ডাঃ ঠাকুৰীয়াই ক'লে, "Please don't worry. Believe me, it has sustained no injury. I myself am a doctor. No injury whatever is caused." মানুহজন তেতিয়াহে গ'লগৈ। পাচ-দিনাখন মানুহজনে Luddy-লৈ কিবাকিবি খোৱাবস্তু লৈ আহিছিল।

অন্য এদিনৰ কথা মনত পৰে। সেই Ryhope-ৰে কথা। এদিন আমি ওলাই গৈছিলোঁ, এজন শ্ৰমিকৰ ঘৰলৈ। কয়লা-খনিত কাম

কৰা শ্ৰমিক। তেওঁৰ পৰিবাৰে সপ্তাহত দুদিনমান আহি কিবা এটা বানচৰ বিনিময়ত লাচনি-পাচনি কৰি দি যায়হি। নিয়মীয়া বন বুলিবলৈ মাথোন দুটা: Luddy-ৰ গঁৰালটো চাফচিকুণ কৰি থৈ যোৱা আৰু তাৰ গা'টো ধুৱাই-পখলাই দি যোৱা। সেই সূত্ৰেই শ্ৰমিকজনৰ ঘৰত ভুমুকি মাৰি অহাৰ সুযোগ ঘটিছিল। তেওঁলোক দুয়ো জুহালৰ কাষত বহি আছিল; ওচৰতে কুকুৰটো—মস্ত বিয়াগোম কুকুৰ। তাক দেখি গীতাই উচপ্ খাই উঠিছিল। প্ৰায় দৌৰ মাৰি বাহিৰ-চোতাল পাইছিলগৈ। মানুহজনে তেওঁক আশ্বাস দি কেইবাবাৰো কৈছিল, "Won't harm you. It's a pet···a pet, you know." বুজিবলৈ সময় লৈছিল, গীতাই। pet মানে আলফুলীয়া ঘৰুৱা অধিকাৰী। গোটেইখন দেশতে কুকুৰৰ উমৈহতীয়া নাম সেইটো। বিলাতত কোনোবাই ক'ৰবালৈ দুই-তিনি দিনৰ বাবে ওলাই যাওঁতে কুকুৰটো লগত নিয়াত অসুবিধা থাকিলে, তাক কোনোবা এটা pet-kennel-ত থৈ যায়। মই সেইবোৰকে কুকুৰৰ হোটেল আখ্যা দি থৈছোঁ। মোৰ 'নীলা ধুতুৰাৰ ফুল' নামৰ কবিতাটোত সেইবোৰ pet-kennel-কে মনৰ চকুৰ আগত থৈ লেখিছিলোঁ:

'আমাৰ এইফালে বাৰু নেসাজে কোনেও কিয় কুকুৰৰ হোটেল'! বিলাতৰ কুকুৰৰ কথা ঢেৰ আছে—ক'লে এখন সুকীয়া কিতাপেই হ'বগৈ। তথাপি, তৃতীয় এটা কুকুৰৰ কথা ক'ম বুলি ভাবিছোঁ। তাকে অলপ পাচত ক'ম। এতিয়া এডিনবৰালৈকে উভতি যাওঁ।

এডিনবৰালৈ নহয়—এডিনবৰাৰ পৰা উভতি অহাৰ কথালৈহে উভতি যাওঁ। উভতি অহাৰ বাটত দুখন ইতিহাস প্ৰসিদ্ধ ঠাই চাই আহিলোঁ। এটা মালভূমি–চাৰিওপিনে বঙচুৱা মাটি। সেই মালভূমিটোৰ ওপৰতে নৰ্দাম্ব্ৰিয়াৰ ৰজা আৰ্থাৰৰ বাসস্থান আছিল। তাৰ পৰা অলপদূৰ গৈয়েই Holyrood palace—এটা নাতিবৃহৎ ৰাজপ্ৰাসাদ। সময় থাকিলেহে এইবোৰ বস্তু ভালকৈ চাব পাৰি। সেইদিনা ৰাতিলৈ ডাঃ দেবদাস গোস্বামী আৰু তেওঁৰ পৰিবাৰ ডাঃ পাৰ্বতী গোস্বামীৰ ঘৰত নিমন্ত্ৰণ আছিল।

পাচদিনা দেওবাৰ। জুনৰ ৩ তাৰিখ। সেইদিনাৰ পৰা মোৰ স্বাস্থ্য-পৰীক্ষাৰ দ্বিতীয় পৰ্যায়টো আৰম্ভ হ'ল। Catacholamine-

test নামৰ এটা আমনি লগা urine test-অৰ প্ৰাথমিক কামবোৰ ওবেদিন চলিল। মোৰ ক্ষেত্ৰত সেইটো বৰ প্ৰয়োজনীয় আছিল; তাৰ সহায়ত Pheochromocytoma নিৰূপণ কৰা হয়। তাৰ পাচদিনা ডাঃ মেলভিলৰ ৰিপোৰ্টৰ নকল এটা পালোঁ। এটা কথা এইখিনিতে কৈ থওঁ, বিলাতৰ কোনো ডাক্তৰেই কাৰো বেমাৰ চাই উঠি তাৰ ফলাফল কোনো ৰোগীকেই নকয়। মাথোন কৰ্কট ৰোগৰ বেলিকাহে তাৰ ব্যতিক্ৰম। ডাক্তৰে ছেগ বুজি ৰোগীজনৰ মনটো প্ৰস্তুত কৰি শেষত কয়গৈ, "I think you should enjoy the next one and half year. Better, you enjoy it to the brim. I am sorry to say, you have developed cancer. Well, after all, life is dowered with death."—এই ধৰণৰ সান্ত্বনাসূচক দুটামান কথা।

৪ জুনৰ পৰা ৯ জুনলৈকে জিৰণিয়েই ল'লোঁ। সেই কেইদিন আ'নৰ লগত অনেক ঘৰুৱা কথা পাতিলোঁ। মন কৰিলোঁ, স্কটিছ ছোৱালী আৰু ইংলিছ ছোৱালীবোৰৰ মাজত এটা মৌল প্ৰভেদ আছে। কথা-প্ৰসংগত মই স্কটলেণ্ড আৰু ইংলেণ্ডত বাঢ়ি অহা কিশোৰ-মানসৰ বিকৃতি সম্পৰ্কীয় বিষয়টো উলিয়াইছিলোঁ। আ'নে বঢ়িয়াকৈ ক'লে, working mother-বোৰে ল'ৰা-ছোৱালীৰ প্ৰতি মন-কাণ দিবলৈ সময়েই নেপায়। তদুপৰি, চাকৰীৰ বজাৰখনো মহঙা। অৱশ্যে, চৰকাৰৰ ঘৰৰ পৰা বেকাৰৰ বাবে পেন্সনৰ নাটনি নাই। মই সেই কেইদিনৰ কাকত পঢ়ি এটা খবৰ বুটলিছিলোঁ, বৃটেইনত কাম কৰাৰ মৌল অধিকাৰটো কথাত নহ'লেও কামত মানি লোৱা হৈছে। উচ্চ-শিক্ষা বোলা বস্তুটো এনেদৰে পৰিকল্পনা কৰা হৈছে যে, পৰীক্ষাত উত্তীৰ্ণ হোৱা প্ৰত্যেকজনৰ কাৰণেই চাকৰীৰ বজাৰত এটা চাকৰী সাজু হৈ আছে। ধৰা যাওক, এটা নতুন কাৰখানা গঢ়ি তুলিবলৈ লোৱা হৈছে। তাৰ বাবে প্ৰয়োজনীয় বিশেষজ্ঞ য'ত যিমান লাগিব—সিবোৰৰ বিশদ তালিকা শিক্ষা-বিভাগলৈ গুচি যাব। শিক্ষা-বিভাগেও বিভিন্ন শিক্ষানুষ্ঠানত সেইবোৰ বিষয়ৰ বাবে ঠিক সিমানখিনি আসনৰেই ব্যৱস্থা কৰিব!

এদিন এটা বঢ়িয়া ঘটনা ঘটিছিল। আ'ন আৰু গীতা ক'ৰবালৈ যাবলৈ ওলাইছিল। ঘৰৰ ৰখীয়া হৈ থাকিব লাগিব মই। আ'নক

সুধিলোঁ, "Should I keep the door shut?" আঁনে উত্তৰ দিলে, "If you like, keep it ajar." মই আকৌ সুধিলোঁ, "But, suppose I get fast asleep. You might be knocking at the door only to find me unawake." তেওঁ হাঁহি হাঁহি ক'লে, "In that case, keep it open." মোৰ সমস্যাটো ক'লোঁ, "But then the burglars might take a good chance." এইবাৰ তেওঁ হাঁহি সামৰিব নোৱৰা হ'ল। ক'লে, "Bhindeu, burglars have no time to waste in such silly business. They'll rather take out a train and vanish into thin air." ময়ো হাঁহি দিলোঁ। ক'লোঁ, "Then really they trace their ancestry to Robin Hood! I think, he was not Scottish." মন কৰিলোঁ, দেশখনৰ মানুহে ঘৰৰ ঘাই দুৱাৰখন মাথোন ভেজা এটা দি বন্ধ কৰি থ'ব পৰাতেই সন্তুষ্ট। তলা-চাবিৰ কাৰবাৰ বৰ বেচি নাই।

এখন অলপীয়া কিটিপ্‌ থকা ঘাই দুৱাৰ দেখিছিলোঁ। ডাঃ প্ৰণৱ ঠাকুৰৰ ঘৰত। অনিমেষে দুৱাৰমুখতে থকা Toy Bank-ৰ লেখীয়া বাকচ এটাৰ আগলৈ গৈ ক'লে, "ডাঃ ঠাকুৰ, আমি আহিছোঁ।" বাকচটোৰ পৰা লগে লগে মাতটো ওলাল, "আহক।" সিমানেই নহয়, লগে লগে দুৱাৰখনো মুকলি হৈ গ'ল। সেয়া আছিল, দূৰ-নিয়ন্ত্ৰণৰ কাৰবাৰ। ডাঃ ঠাকুৰ আৰু তেওঁৰ পৰিবাৰ ভেৰোণিকা তেতিয়া ওপৰ মহলাত বহি আছিল। দুৱাৰখন মুকলি হোৱাৰ লগে লগে খটখটিৰে আমি ওপৰলৈ উঠি গ'লোঁ। ডাঃ ঠাকুৰৰ আচল ঘৰ ডিব্ৰুগড়ত—চৌকিডিঙি খেলপথাৰৰ পূবৰ চুকটোত। শাহুৱেককো লগ পালোঁ। অতুল সম্পত্তিৰ গৰাকিনী।

আৰু বহুতকে লগ পাইছিলোঁ, গ্লাছগো'ত। এদিন এম. এছ. আলি নামৰ এজন গৱেষক-ছাত্ৰৰ ঘৰলৈ গৈছিলোঁ। তেওঁৰ ঘৰ মোৰ শহুৰৰ ঘৰৰ নগৰখনত। ধুবুৰীৰ বিদ্যাপাৰাত। তেওঁ তাত operational statistics-ৰ ওপৰত গৱেষণা কৰিছিল—কামটো শেষ হৈছিল। অতদিনে তেওঁ নিশ্চয় 'ডক্টৰেট্' উপাধিটো ঘটিছে। তেওঁ তাত সপৰিবাৰে আছিলগৈ। শ্ৰীমতীৰ নাম শেফালী; আৰু অকণমানি ছোৱালীজনীৰ নাম জুবি। শেফালীয়ে তাতে কাৰখানা

এটাত চাকৰি এটা গোটাই লৈছিল। যি কি নহওক, তেওঁলোকৰ ঘৰৰ পৰা উভতি আহোঁতে এটা Pub-ৰ পৰা কেইজনমানক ঢলংপলংকৈ ওলাই অহা দেখা পাইছিলোঁ। এটা কথা মন কৰিলোঁ, তাৰ মানুহে মদ খায়—কিন্তু কস্মিনকালেও মদে মানুহ খাবলৈ নেপায়। সেইবাবেই বাটে-ঘাটে কিৰিলিয়াই ফুৰা মানুহো ক'তোৱেই দেখা নেপালোঁ। আনহাতে, সুহুৰিয়াই-কিৰিলিয়াই ফুৰাটোও মদৰ জুতিলওঁতাজনৰ কাৰণে বৰ সুখদায়ক নহয়। পুলিচে পালেই থানা পোৱাবগৈ। তাতে পুলিচৰ ডাক্তৰে দুটা সৰু বটলত সিজনৰ তেজৰ নমুনা ল'ব। এটা বটল 'চীল-মোহৰ' মাৰি সিজনৰ হাতত দিব। লগতে ক'ব, "কাইলৈ অমুক আদালতত হাজিৰ হ'বগৈ।" যদি সেই তেজৰ নমুনাত শতকৰা ৫০ ভাগতকৈ অধিক সুৰাসাৰ (alcohol) পায়, তেনেহ'লে গাড়ী চলাই যোৱাজনৰ কমেও ছ'মাহলৈ গাড়ী চলোৱা বন্ধ, আৰু খোজকাঢ়ি যাওঁতাৰ বেলিকা সৰু এটা জৰিমনা—চাৰি-পাঁচ বটল মদৰ দাম এনেয়ে ভৰা। আৰু যদি কোনোৱাই কয়, সিমান বেচি মদ খোৱা নাছিল, তেনেহ'লে আদালতে ক'ব, "আপোনাৰ হাতত দিয়া তেজৰ নমুনাৰ বটলটো উলিয়াওক।"

১০ জুনৰ দিনা মই Glasgow Stobhill Hospital-ত ভৰ্তি হ'লোঁগৈ। পোনতে জেনেৰেল ৱাৰ্ডৰ ২২নং বিচনাখন দিলে। গণি চালোঁ, ১৭ গৰাকী নাৰ্চ আছে সেই ৱাৰ্ডটোত। তেওঁলোকৰ এজনে আহি মোৰ বিচনাখন ধুনীয়াকৈ পাৰি দিলেহি। মোৰ লগত নিয়া বস্তুবোৰৰ তালিকা এখন কৰি লৈ গ'ল। তাৰ পাচত সুধিলেহি, "Do you have any restriction in your diet-habit?" মই হাঁহি হাঁহি উত্তৰ দিলোঁ, "Excepting legs of chairs and tables, I eat everything. By the by, I don't relish eating beef so much." তেওঁ খুব স্ফূৰ্তি পালে। তাৰ পাচত, মই মোৰ লগত নিয়া Dr. Christiaan Barnard-ৰ 'One Life' শিৰোনামাৰ কিতাপখন উলিয়াই ল'লোঁ। সেইখন তাতে কিনিছিলোঁ, আ'নৰ লগত কিতাপৰ দোকান এখনলৈ গৈ। ২০০টা মান পৃষ্ঠা ঘৰতে পঢ়িছিলোঁ—বাকীখিনি পঢ়িবলৈ ল'লোঁ, হাস্পাতালৰ নিস্তব্ধতাত। অলপ পাচতে Dr. Lynda—উপাধিটো মনত নাই—নামৰ ওখ-পাখ এগৰাকী অতি ধুনীয়া মহিলা-ডাক্তৰে মোৰ

ওলালৈ আহি মোৰ বেমাৰৰ বুৰঞ্জীটো ল'লে। তাৰ পাচত আহিল Dr. A. P. Rae; তেওঁ মোৰ শৰীৰৰ প্ৰাথমিক পৰীক্ষাটো কৰিলে।

তাৰ পাচদিনা Dr. H. R. L. Fraser নামৰ হৃদৰোগ-বিশেষজ্ঞ গৰাকীয়ে মোৰ বেমাৰৰ বুৰঞ্জী খৰচি মাৰি ল'লে। তেখেতে মোক ক'লে, "There seems to be some departures from classical cases of disease." তাৰ পাচত, মোৰ তেজ-পৰীক্ষাৰ জাউৰি উঠিল। সাতবাৰ মান কাঁচৰ চুঙাত ভৰাই মোৰ শৰীৰৰ পৰা চুঙাই চুঙাই তেজ নিলেহি। তাৰ ভিতৰতে এগৰাকী নাৰ্চে মোৰ E. C. G.-ও কৰি নিলেহি। আমাৰ ফালে এইবোৰ নাৰ্চে কৰাটো দূৰতে থাওক, MBBS ডাক্তৰবো আটাইবোৰে নোৱাৰে। দুটা কথা শুনি অৱশ্যে বৰ আনন্দ পাইছিলোঁ। এক, ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজৰ নামটো বিলাতত পৰিচিত। দুই, মোক যিজনে চিকিৎসা কৰিছিল—সেইজন ডাঃ মথুৰানাথ ভট্টাচাৰ্যৰ নামটোও সমানে পৰিচিত। এই দুটা পৰিচিত নামৰ খেও ধৰি তাৰ ডাক্তৰসকলে মোৰ ৰোগটো অলপ শ্ৰদ্ধেয় বুলিয়েই বিবেচনা কৰিছিল!

এদিন পাচতে মোক সেইটো ৱাৰ্ডৰ কাষতে থকা একমাত্ৰ এজনীয়া ৰোগীৰ কোঠাটোলৈ স্থানান্তৰিত কৰিছিল। জেনেৰেল ৱাৰ্ডৰ লগত সেই কোঠাটোৰ পাৰ্থক্য ইমানেই যে, তাত ক'লা-বগা পৰ্দাৰ টেলিভিশ্যনটোৰ বাহিৰেও এটা ৰঙীন ছবিৰ পৰ্দা থকা টেলিভিশ্যন আছিল; আৰু সেইটোৰ দূৰ-নিয়ন্ত্ৰণৰ ব্যৱস্থাও আছিল। মূৰ-শিতানত চাৰিটা বস্তু থাকে: এটা থাৰ্মোমিটাৰ, এটা অক্সিজেনৰ নলিচা, আৰু দুটা কিবাকিবি—নাম দুটা পাহৰিলোঁ। এবাৰ কথাই মনত আছে, বিলাতৰ হাস্পাতালত কোনো ৰোগীয়েই অক্সিজেনৰ নাটনিত নমৰে। তদুপৰি, বিচনাতে শুই শুই পঢ়িব পৰাকৈ মূৰ-শিতানৰ ওপৰতে ভালকৈ 'শ্বেড্' দি থোৱা এটা বাল্‌ব্ থাকে; তাৰ আকৌ তিনিটা চুইচ্—একেটা বাল্‌বৰে পোহৰ ইচ্ছামতে বঢ়াব-টুটাব পাৰি। বিচনাখনো চুইচ্ টিপি আৰামী চকীৰ দৰে উঠাব-নমাব পাৰি। ক'বলৈ পাহৰিছোঁ, হাস্পাতালত ভৰ্তি হ'বৰ দিনাখনেই মোৰ বাঁও হাতৰ সক গাঁঠিত এডাল প্লাষ্টিকৰ বেণ্ড বান্ধি দিছিল। সেই বেণ্ডালৰ ভিতৰত থকা চিটা এডালত মোৰ নাম, এটা নম্বৰ, আৰু

ডাঃ ক্রে'জাৰৰ নাম লিখি থোৱা আছিল। সেইডালৰ গুণ বহুত। যেনিবা হঠাৎ মই মূৰ্চ্ছিত হৈ পৰিলোঁ, লগে লগে সেইডালৰ ওপৰত চকু ফুৰায়েই নাৰ্চে walkie-talkie এটাত কথাৰাৰ কৈ ডাক্তৰক খবৰটো দিব। ডাক্তৰজন য'তেই নেথাকক কিয়, দহ মিনিটৰ ভিতৰতে ঢপলিয়াই মোৰ ওচৰ পাবহি। ডাক্তৰজন যদি কেতিয়াবা ছ'মাইল পৰিসীমাৰ বাহিৰলৈ যায়, তেতিয়া এজন ডাক্তৰক দায়িত্বটো দি থৈ যায়। সেই দায়িত্বটোৰ নাম ল'কাম (Locum)। তাত সাধাৰণতে বেচিভাগ ডাক্তৰেই আন চাকৰিয়ালৰ দৰে পাঁচদিনীয়া সপ্তাহ উপভোগ কৰিবলৈ বিচাৰে। গতিকে, আমাৰ ভাৰতীয় ডাক্তৰবোৰে Locum-duty লৈ শনিবাৰে-দেওবাৰে কিছু উপকৰণ পাউণ্ড ঘটি লয়। অক্সিজেনৰ অভাৱত যেনেকৈ কোনো ৰোগীয়েই নমৰে, শেষ-মুহূৰ্তত ডাক্তৰৰ পৰিচৰ্যা নোপোৱাকৈয়ো তেনেকৈ কোনো ৰোগী নমৰে।

এটা কথা মন কৰিছিলোঁ, জেনেৰেল ৱাৰ্ডবোৰতো আবুৰ বোলা বস্তুটো অকণো দুৰ্লভ নহয়। চুইছ এটা টিপি দিলেই বিচনাখনৰ চাৰিওফালে এটা ডাঠ বগা কাপোৰৰ ঘেৰ নিমিষতে তৈয়াৰী হৈ যায়। প্ৰত্যেকজন ৰোগীক কিবা পৰীক্ষা কৰিবলগীয়া হ'লেই ডাক্তৰে সেই ঘেৰটো কেউকাষে তৰি লয়। মোৰ বেলিকা এজনীয়া কোঠাত সেইকণ কষ্টও কৰিব নেলাগে। অসুবিধা বুলিবলৈ মাথোন এটা। তাৰ হাস্পাতালবোৰৰ গা-ধোৱা ঘৰবোৰত ভিতৰে-বাহিৰে কেনিও কোনো শলখা বোলা বস্তুটো নেথাকে। মাজে-সময়ে লাজত মূৰ দোঁ-খাবলগীয়া হয়। এজনীয়া কোঠাত তাৰো জইন মৰিছিল, যদিও তাতো কোনো শলখা নাছিল।

মই যে এজনীয়া কোঠাটো মোৰ ৰবীয়াকৈ পাইছিলোঁ, তাৰ অন্তৰালৰ ৰহস্যটো হঠাৎ এদিন গম পাই গৈছিলোঁ। এদিন এগৰাকী নাৰ্চ—নামটো যিমান দূৰ মনত পৰে ক্ৰিশ্চিনা (Christiana)-মোৰ কোঠাটোত অতি সন্তৰ্পণে সোমাই আহিছিল। মই পৰি আছিলোঁ। মোৰ ফালে চাই ক'লে, "I'm terribly afraid of you." মই অবাক হৈ সুধিলোঁ, "Why? What makes you afraid of me?" তেওঁ ধুনীয়া হাঁহি এটা মাৰি ক'লে, "Because you're so nulligible." হাস্পাতাললৈ আহি গম পাইছিলোঁ, ক'টিছ

প্ৰধনটো ধৰিব নোৱাৰি বহু কথা বুজিবলৈ টান হয়। মই ধৰিব পৰা নাছিলোঁ, nulligible টো কি। গতিকে, উবাওতে সুধিলোঁ, "How have you come to know of it?" তেওঁ উত্তৰ দিলে, "Because you're a professor. Your ticket says." তেতিয়াহে বুজিলোঁ, nulligible-টো যে knowledgeable-ৰে এক ৰূপভেদ। লাজ লাগি গ'ল—ময়ো যে প্ৰফেচাৰ। তেওঁ তাৰ পাচত ক'লে, "That's why you're getting this solitary and single-seated room." তেতিয়ালৈকে উবহী গহ্বৰ এৰ নেপাই ভাবি থৈছিলোঁ, মোৰ ছালৰ ৰংটো ক'লা হোৱাৰ কাৰণেই চাগৈ মোক সেইদৰে আচুতীয়াকৈ থৈছে!

বড়াৰ-টুটাৰ পৰা বিজুলী-চাকিৰ পোহৰ আৰু কোলাহলশূন্যতা —দুয়োটা বস্তুৱেই মোক সেইকেইদিন কিতাপ পঢ়াত মন বহুৱাই দিলে। One Life-খন পঢ়ি শেষ কৰিলোঁ। Peter Pan খনো। মনে মনে থিৰাং কৰি থলোঁ, ঘৰলৈ উলটি গৈ সেইখন অসমীয়ালৈ ভাঙি উলিয়াম—ল'ৰা-ছোৱালীৰ উপযোগীকৈ। সেইখন মোক আ'নে উপহাৰ দিছিল। মোৰ মন গৈছিল, মে'টাৰলিংকৰ 'মন্না ভান্না'খন এবাৰ পঢ়ি চাবলৈ। মোৰ কথামতে আ'নে লাইব্ৰেৰীত বিচাৰিলেগৈ। গ্লাছগো'ৰ লাইব্ৰেৰীত নাছিল। প্ৰতিশ্ৰুতি দিলে, দুদিনমানৰ ভিতৰতে অন্য কোনোবা লাইব্ৰেৰীৰ পৰা অনাই দিব। আচৰিত কথা, গধূলি ডাকত আ'নে কাৰ্ড এটা পালে, কিতাপখন অন্য এটা লাইব্ৰেৰীৰ পৰা ধাৰলৈ আনি থৈ দিছেহি। সেই কাৰ্ডটো মই আজিলৈকে থৈ দিছোঁ, সেই দেশৰ লাইব্ৰেৰী-ব্যৱস্থাৰ দক্ষতাৰ দলিল স্বৰূপে। বিলাতত মানুহৰ আনুকূল্যৰ লগতে বতৰেও সহায় কৰে, পঢ়া-শুনা কৰাত। বেগেতে ভাগৰ নেলাগে। আমাৰ দেশত একেলেথাৰিয়ে ছ'ঘণ্টা সময়ো পঢ়িব নোৱাৰি; তাত কিন্তু সেইটো কাম ওঠৰ ঘণ্টালৈকে কৰিব পাৰি! কথাষাৰ পঢ়িছিলোঁ, পণ্ডিত নেহৰুৰ কোনোবা এটা লেখাত। সেই কেইদিনতে গম পালোঁ, কথাষাৰ আখৰে আখৰে সঁচা। আৰু যেনিবা অলপ-অচৰপ ভাগৰ লাগিলেই, নাৰ্চৰ আলপৈচানে সেইখিনিও মচি দিয়েছি। এদিন মই পঢ়ি থাকোঁতেই অকণমানকৈ এবাৰ হামিয়াইছিলোঁ। অলপ পাচতে এগৰাকী নাৰ্চ—নামটো বোধকৰো মাৰ্গেৰেট আছিল—মোৰ

কোঠাত ওলালহি। সুধিলে; "I think, you feel like having a cup of coffee!" মই ক'বলৈহে পালোঁ, "Yes, but would it be possible to get it at this odd hour?" তেওঁ পাচফালে লুকুৱাই অনা কফিৰ পিয়লাটো মোৰ সন্মুখত উলিয়াই দি ক'লে, "Look, I've already brought one for you" মই আচৰিত মানিলোঁ। আচলতে তেওঁ Close Circuit T.V. Screen-ত দেখি আছিল, মই যে হামিয়াইছিলোঁ।

এদিন এটা মজাৰ ঘটনা ঘটিছিল। হঠাৎ মই আগদিনা গধূলি মন কৰিলোঁ, মোৰ সোঁ-ফালৰ খিৰিকিখনৰ পিনে বেলিটো বুৰ যাবলৈ লৈছে। অথচ, ৰাতিপুৱাও দেখোন বেলিটো সেইখন খিৰিকিৰ ফালেই উদয় হৈছিল! ভাবিলোঁ, কিবা ভুল কৰিলোঁ নেকি? পাচদিনা ৰাতিপুৱা দেখিলোঁ, মই ভুল কৰা নাছিলোঁ। মোৰ কপালখনত নিশ্চয় চিন্তাৰ বলিৰেখা স্পষ্ট হৈ উঠিছিল; অলপ পাচতে নার্চ এগৰাকী মোৰ কোঠাত সোমালহি। ক'লে, "It seems you are worried about something. Could I help you in any way!" মই উত্তৰ দিলোঁ, "I have been thinking which way lies the east and which way the west." তেওঁ ক'লে, "That is very simple." তেওঁ কিন্তু অলপ থমকি বৈ বিমোৰত পৰি ওলাই গ'ল। অলপ পাচতে উভতি আহি ক'লেহি, "Alright, please don't worry. I'll tell you tomorrow." মই হাঁহি হাঁহি ক'লোঁ, "Tomorrow? I shall also be able to tell you tomorrow." আচল কথাটো আছিল, গ্লাছগো'ৰ আকাশ উত্তৰ মেৰুৰ আকাশ। আকাশপথত বেলিটোৰ ভ্ৰমণ-পৰিক্ৰমা তলৰ মাটিৰ পৰা চাই পঠিয়ালে ধেনুভিৰীয়া যেন লাগে; য'ৰ পৰা তাৰ যাত্ৰা তাতে তাৰ সামৰণি। পূব আৰু পশ্চিম দুয়োটা ওচৰাওচৰি বিন্দু, উত্তৰ মেৰুত দুয়োটা যেনেকৈ একেটা বিন্দু। মোৰ মনত পৰিছিল, তাহানি Readers' Digest-ত পঢ়া এটা ধুনীয়া সাঁথৰলৈ। 'এজন মানুহে হাতত এটা বন্দুক লৈ ১০ মাইল দক্ষিণলৈ গৈ ১০ মাইল পশ্চিমলৈ গ'ল। তাতে এটা ভালুক মাৰি ১০ মাইল উত্তৰলৈ গৈয়েই ঘৰ পালেগৈ। ভালুকটোৰ গা'ৰ বৰণ কি?' উত্তৰটো হ'ব, তাৰ গাৰ বং বগা। কাৰণ, অন্য কোনো ঠাইতে সম্ভৱ নহয়—

চতুৰ্ভুজৰ সমানি ত্ৰিভুজ এটা আঁকি এইদৰে উত্তৰ দি শেষ কৰা গৈছিলো ; আৰু সেই ত্ৰিভুজটোৰ ৰেখা তিনিডাল অনিবাৰ্যভাৱে সমতলৰ ওপৰত আঁকা নহয়। সাঁথৰটো আছিল ভূগোলৰ অংকৰ নহয়।

প্ৰাহগোত থৈছিল হাস্পাতালত কটোৱা সেই দিনকেইটাত মই পূবৰ মানুহটো পশ্চিমৰ মানুহবোৰৰ মন-দিগন্তৰ ওচৰ চাপি গৈছিলোঁ, উত্তৰায়ণৰ মহিমা-স্পৰ্শত। মাথোন এদিন মোক এজন মোৰ সহযোগীয়ে প্ৰশ্ন কৰিছিল, “Fxcuse me ! are you a Nepali ?” মই উত্তৰ দিছিলোঁ, “Not so. But very near. I am an Indian.” তেওঁ অলপ চিন্তাত পৰিছিল। সেই কেইদিন মই বাকীবোৰ ৰোগীৰ দৰেই য়ুৰোপীয় খাদ্য খাইছিলোঁ। মোৰ গা'টো ফৰকাল লাগি আছিল, উচ্চ কেলৰীৰ কম পৰিমাণৰ খাদ্য খাই। কি কি খাইছিলোঁ, তাৰ তালিকাখন দিব নোৱাৰোঁ। এৰাৰ কথা কিন্তু মোৰ মনত আছে, তাৰ মানুহবোৰ হেনো হাস্পাতাললৈ যায় দুটা বস্তুৰ আকৰ্ষণত - ‘Delicious dishes and awfully beautiful nurses’। স্বীকাৰ কৰিব লাগিব, তাৰ নাৰ্চবোৰ দেখিবলৈ অসম্ভৱ ধুনীয়া আৰু অনুপম বাংঢালী। আৰু কথাই-বতৰাই আচৰণে-বিচৰণে প্ৰত্যেকজনীয়েই একো একোজনী ফ্লোৰেন্স নাইটিংগেল। মোৰ তেনেকুৱাই লাগিছিল। বিচাৰি পাইছিলোঁ কাৰণটো, কিয় সেই জাতিটোৱে নাৰ্চক সিমান সম্মানৰ চকুৰে চায়! কিয় সেই দেশৰ কোনো গাড়ীচালকে আগৰ গাড়ীখনৰ পাচফালে নাৰ্চৰ বগা টুপীটো দেখা পালে, সেই গাড়ীখন পাচ পেলাই আগবাঢ়ি যাবলৈ চেষ্টা নকৰে! পাচত গম পাইছিলোঁ, সেই দেশৰ কোনোবা ডাক্তৰে কোনোবা নাৰ্চৰ পাণিগ্ৰহণ কৰিবলৈ পালে, তেওঁৰ জনমটো সাৰ্থক হৈ যোৱা যেন পায়! আনৰ চকুতো ডাক্তৰজনৰো মান-সম্মান বাঢ়ি কোনোবাখিনি পায়গৈ। জুতিলগা খাদ্যৰ কথা কওঁ। তেওঁলোকে প্ৰত্যেকজন ৰোগীৰ খোৱা-লোৱাৰ ওপৰত অতি সতৰ্ক দৃষ্টি ৰাখে যেন পাইছিলোঁ। মোক মাজে মাজে কৈ যায়হি, “We've brought something special for you.” দেখিলোঁ, এদিন থ'লেহি Chinese diet ! Chow-min chicken আৰু অন্যান্য আনুষংগিক। আৰু এদিন দিলেহি Mexican dish ! Pizza বোলা বস্তুটো

খাবলৈ পাইছিলোঁ। এদিন। সেইদিনা নতুন বস্তুৰ জুতি ল'লোঁ। আটাইতকৈ আচৰিত হৈছিলোঁ, এটা দেওবাৰে। সেইদিনা এগৰাকী নাৰ্চে কৈ গ'লহি, "We'll give you a sweet surprise today. We've brought something very very special for you." অলপ পাচতে উলিয়ালেহি, Indian Polao আৰু Chicken Biriyani. গোটেই কোঠাটো মচলাৰ গোন্ধেৰে মলমলাই উঠিছিল। ভাবিলোঁ, বহুত দিনৰ মূৰত ভাতৰ জুতি ল'ম। এনেতে নাৰ্চগৰাকী সোমাই আহিল। পাচে পাচে আৰু তিনি-চাৰিগৰাকী। মই খাবলৈ আৰম্ভ কৰিছিলোঁহে। এজনীয়ে চিঞৰি উঠিল, "Ah, such a good smell ! Let me taste a little !"—এইবুলি কৈয়েই তেওঁ আঙুলি এটা মোৰ বাটিটোত দিলে জুবুৰিয়াই। তাৰ পাচত, তেওঁ আঙুলিটো চুঁহিবলৈ ধৰিলে। তাৰ পাচতে আকৌ ডুবাৰমান। বাকী কেইগৰাকীও উবুৰি খাই পৰিলহি—মোৰ খোৱা পাতৰ ওপৰত। অৱশেষত, আনন্দত কিৰিলি পাৰি আটাইকেয়োজনী ওলাই গ'লগৈ। মই নোখোৱাকৈ নেথাকিলোঁ—মেমৰ আঙুলিয়ে অকণমান চুৱা কৰিলে যদি কৰিলে। এদিন খাইছিলোঁ, Rice krispies আৰু Yogurt—মানে হুৰুম আৰু দৈ। মোৰ সেইদিনা ড° লীলা গগৈলৈ মনত পৰিছিল।

আৰু এটা সৰু অভিজ্ঞতা। হাস্পাতালৰ বিচনা-পাটিবোৰ দিনটোত দুবাৰকৈ সলায়। আমাৰ ফালৰ হাস্পাতালবোৰত কথাষাৰ ভাবিবই নোৱাৰি। এদিন ৰাতিপুৱা নতুন বিচনাখন পাৰি দিয়াৰ পাচতে মই সেইখনত বহি লৈ পুৱাৰ কাকতখন পঢ়ি আছিলোঁ। হঠাৎ এগৰাকী নাৰ্চ সোমাই আহি মোক পুৱাৰ সম্ভাষণ জনালেহি। মোৰ কোঠাটো আৰু বেচি পৰিপাটি কৰি উঠি তেওঁ মোৰ ওচৰ পালেহি। অতি আলফুলকৈ তেওঁ মোৰ হাত দুখন কাগজখনেৰে সৈতে বে'ডকভাৰখনৰ ওপৰৰ পৰা দাঙি দিলেহি। মই দেখি অবাক মানিলোঁ, কাগজখনৰ আখৰবোৰ ৰৰফৰ দৰে বগা ধকধকীয়া বে'ড-কভাৰখনত ছপা হৈ গৈছে—ছিলমিলকৈ পঢ়িব পাৰি! কুঁৱলীৰ বতাহ সোমাই আহিছিল খিৰিকিখনেদি ; কাগজখনৰ ছপা আখৰবোৰো আগদিনাৰ শেষৰাতিৰ। হয়তো দুয়োটা কাৰণ মিলিয়েই সেই আচৰিত কাণ্ডটো ঘটিছিল। লাজতে মৰি যোৱা যেন লাগিছিল। আটাইবোৰ

ইণ্ডিয়ানবে বদনাম নহ'বতো। মই ক'লোঁ; "I am so sorry. I didn't know that it would be so sticky." নার্চগৰাকীয়ে ক'লে, "Don't worry. I'll change the thing right now." তেওঁ দৌৰি গৈ এখন নতুন বে'ড-কভাৰ লৈ আনি সলাই দিলেহি।

হাস্পাতালৰ সেইবোৰ অভিজ্ঞতাৰ কথা কিমান ক'ম! মোৰ তো ওৰেটো জীৱনৰ এটা চকলৰ প্ৰায় গোটেইখিনিয়েই এটা হাস্পাতাল! বহুতবাৰ জুতি লৈছোঁ হাস্পাতালৰ বিচনাৰ—ডিব্ৰুগড়ত, গুৱাহাটীত আৰু দিল্লীত। কিন্তু, সিমান চাফচিকুণ বিচনা ক'তোৱেই দেখা নাই। আনকি, আজিকালি ঠায়ে ঠায়ে গজি উঠা প্ৰাইভেট ক্লিনিকবোৰতো। তুলনামূলকভাৱে ডিব্ৰুগড় অসম মেডিকেল কলেজৰ বিচনাবোৰ দিল্লীৰ বোৰতকৈ কেইবাগুণো বেচি চাফা; গুৱাহাটী মেডিকেল কলেজৰ আলপৈচান বেচি ভাল; আৰু দিল্লীত বিশেষজ্ঞৰ পয়োভৰ বেচি, কিন্তু বিচনাবোৰ অধইচ্।

যাওক সেইবোৰ যোগ-বিয়োগৰ কথা। গ্লাছগো'ৰ হাস্পাতালত এটা বস্তুৰ যে অভাৱ নাই – তাৰে চুটামান কথা কওঁ। বস্তুটো হ'ল, এক্স-ৰে' প্লে'ট্। এদিন মোৰ বুকুৰ এক্স-ৰে' এখন লৈছিল। ছবিখন লোৱাৰ পাচতে টেক্নিচিয়ানজনে ক'লে, "Please wait for 5 minutes. Let me see if it has come out properly." ৫ মিনিটৰ পাচতে মোক ক'লে, "Would you please help me again ? That has gone awry. A bit hazy." মই আকৌ উশাহ-নিশাহ বন্ধ কৰি থিয় হ'লোঁগৈ নেদেখা পোহৰখিনিৰ সমুখত। তেওঁ মোক সেইবাৰো আকৌ ৫ মিনিট ৰ'ববলৈ ক'লে। আকৌ ৫ মিনিটৰ পাচতে ক'লে, "Please don't mind giving you trouble. I feel that too a bit unclear." তৃতীয়বাৰ প্লে'টখন চাই উঠি ক'লে, "It has come out fine. I am sorry for giving you trouble." যেন তেওঁ মোৰ জগৰহে লগালে, ছবিখন ভালকৈ উঠাবলৈ লৈ। আমাৰ ফালে বাৰু কি হ'লহেঁতেন! ক'লেহেঁতেন, "হ'ব দিয়ক এইখনেৰেই। সেই চাইজৰ প্লে'ট পোৱাই মস্কিল।"

আন এদিন মোৰ I. V. Pyaelograph লৈছিল। মোৰ শৰীৰত কিবা এবিধ নীল ৰঙৰ পানী ভৰাই দি ৫ মিনিটৰ অন্তৰে অন্তৰে তিনি ঘণ্টা ধৰি একোখন এক্স-ৰে' লৈছিল। এজন ডাক্তৰ মোৰ হাতৰ শিৰত

বেজী এটা খোচ মাৰি থিয় হৈ আছিল; কিন্তু অঘটন ঘটিলেই ঔষধখিনি সুমুৱাই দিব। মই চাই আছিলোঁ, ভিন ভিন তিনিশমানকী নার্চ এক্স-ৰে' প্লেটবোৰ লৈ অহা-যোৱা কৰি আছিল। মোৰ কাষত অনেক যন্ত্ৰ-পাতি। সেইখিনিৰ কাৰণেই মোক সেই বিশেষ কোঠাটোলৈ নিয়া। তাত সাধাৰণতে বেমাৰী এক্স-ৰে' থকা কোঠাটোলৈ যাব নেলাগে; বৰং আগুৱাব-পিচুৱাব পৰা, এতলীয়া মাইবা একতীয়া কৰিব পৰা বিচনা এখনেৰে সৈতে এক্স-ৰে' যন্ত্ৰটোহে আহে ৰোগীৰ কাষলৈ। মোৰটো অলপ জটিল ধৰণৰ ছবি লোৱা কথা বুলিয়েই কোঠাটোৰ পৰা মোক সেই পৰীক্ষাগাৰলৈ লৈ গৈছিল। তিনি ঘণ্টাৰ পাচত মহিলা-টেকনিচিয়ান গৰাকীয়ে মোক অভিনন্দন জনাই ক'লে, "Thank God ! you have survived." মই সুধিলোঁ, "Was it so dangerous ?" তেওঁ ক'লে, "Yes, one patient died yesterday. It was here in this place. I must admire your courage." তাৰ পাচত তেওঁ মোৰ গা'ত তেওঁৰ গাউনটোকে পিন্ধাই দি ক'লে, "Please go to the adjacent toilet and empty your bladder. Don't walk fast." মই তালৈ গৈ দেখিলোঁ, মোৰ দেহৰ পৰা ওলাই গৈছে সৰু পানী নহয়—অজস্ৰ ঘন নীলা চিয়াঁহী! উভতি আহিলত তেওঁ মোক সুধিলে, "Getting cold ?" মই কি কৈছিলোঁ, মনত নাই। মোৰ টোপনি আহিছিল। আবেলি ডাঃ ফ্ৰে'জাৰ আহিছিল। মোৰ বিচনাখনতে বহি লৈ তেখেতে মোক বৰ অন্তৰংগ ধৰণেৰে কৈছিল, "If it is detected that there is something wrong with pheochromocytoma, just a minor operation will be necessary. A specialist in the field is ready at hand." অৱশ্যে, সেয়া নেলাগিল।

এনেকৈয়ে চিকিৎসা চলি আছিল। আৰু প্ৰত্যেক দিনেই অনিমেষ, আ'ন আৰু গীতাই দিনটোত মোক দুবাৰকৈ দেখা কৰি গৈছিলহি। এদিন তেজপুৰৰ ডাঃ ৰথীন গোস্বামী, তেখেতৰ পৰিবাৰ ডা° লক্ষ্মী গোস্বামী, আৰু তেখেতৰ শালপতি তথা মোৰ প্ৰাক্তন ছাত্ৰ ড° তৰুণ দাস নামৰ লণ্ডন নিবাসী ইঞ্জিনীয়াৰ—তিনিও মোক মাত লগাই গৈছিলহি। ডাঃ গোস্বামীয়ে মোক এটা খবৰ দিছিল; লণ্ডনৰ

School Of Tropical Diseases And Medicineৰ বিভাগ কৰ্ণাৰত ভাৰতীয় ছাত্ৰৰ গৱেষণা-পত্ৰ এখনো নাই; অথচ, আফ্ৰিকানবোৰৰ সেখাৰ আছে। গতিকে, মোৰ কালৰ পৰা সিদ্ধান্ত কৰিছিলোঁ, আমাৰ বেমাৰবোৰ বহু সময়ত বৃটিছ ডাক্তৰসকলৰ বাবে যথেষ্ট অচিন।

মাজে মাজে আ'ন আৰু গীতাই কৈ গৈছিলহি, তেওঁলোক ক'ত কেনেকৈ ফুৰি আহিছেগৈ। এদিন আ'নে ক'লে, "I took Baideu yesterday to Bannockburn. I am sorry, I could not take you to that place." মই ক'লোঁ, "You must have shown her the huge statue of an equestrienne" আ'ন অলপ আচৰিত হৈ গ'ল। সুধিলে, "Yes, I did. But how did you know." মই ক'লোঁ, "There must have been a plaque underneath, where this date is given 1314 A.D." আ'ন আৰু বেচি আচৰিত হ'ল। সুধিলে, "Did Animesh take you there? But he never told me." মই তেতিয়াহে ভেদ ভাঙি ক'লোঁ, "No, he didn't. But I had to read these things in my schooldays. Battle of Bennockburn, Robert Bruce, 1314 A.D.—all these." তেতিয়া আ'নে উশাহটো টানি লৈ মন্তব্য দিলে, "Bhindeu, you know so many unnecessary things." উভতি চাই ভাবিছোঁ, মন্তব্যটো মোৰ ওপৰত নাছিল—আমাৰ দেশৰ শিক্ষা-ব্যৱস্থাটোৰ ওপৰতহে আছিল। কোনো দৰকাৰ নাই সেই চন-তাৰিখবোৰ মুখস্থ কৰি ৰখা—প্ৰয়োজন হ'লে, প্ৰসংগ-পুথি এখনৰ পাত লুটিয়ালেই হৈ যায়। তেওঁলোকৰ দেশত দেখিছিলোঁ, প্ৰত্যেকেই মেট্ৰিকুলেটৰ সমপৰ্যায় পৰীক্ষা পাছ কৰা মানুহ; কিন্তু তাৰ ওপৰত মহলাৰ মানুহৰ সংখ্যা অতি সামান্য। আমাৰ দেশত গ্ৰেজুৱেটৰ সংখ্যা বিশাল, 'অনাখৰী' মানুহৰ সংখ্যা তাৰ তিনিগুণ। দুয়োবিধৰে উদ্ভৈনদী।

আন এদিনৰ কথা। অনিমেশ আৰু গীতা গৈছিল হাস্পাতাললৈ। গীতাই ক'লে, "কালি এডোখৰ ঠাইলৈ গৈছিলোঁ। ভাবিব নোৱাৰিবা, কি যে অপূৰ্ব ধুনীয়া ঠাই! মই ভাবিছিলোঁ, সেইজোপাও এজোপা গছ। সম্মুখত শাৰী শাৰী পাইন গছ।

ওচৰলৈ গৈহে গম পালোঁ, গছ নহয়—এটা সৰু হোটেল। চাৰখন গছৰ পাতেৰে ছাটি থোৱাৰ নিচিনা লাগে। তাত বোলে নতুন দৰা-কইনাবোৰে হনিমূন কৰেগৈ।" মই বাধা দি ক'লোঁ. "চব বুজি পালোঁ বাৰু। ঠাইডোখৰৰ নামটো কি?" তেওঁ উত্তৰ দিলে, "ট্ৰোছাকৃছ।" মই উচ্ছ্বসিত হৈ ক'লোঁ, "বাঃ! Trosachs চাই আহিলাগৈ। কি অপূৰ্ব ধুনীয়া বুলি কৈ গৈছে ৱৰ্ডচৱৰ্থে—

"With watchful eyes
Feed it 'mid Nature's old felicities,
Rocks, rivers and smooth lakes more clear than glass
Untouched, unbreathed upon···"

সকলোৱেই পাহৰি যায় তালৈ গৈ—"Life is but at tale of morning grass withered at eve." চাবলৈ গৈ ভাল কৰিলা। মোলৈ ৰ'লে চোৱা নহ'লগৈহেঁতেন।" অনিমেশে দুখ কৰিলে—মোকো নিব নোৱাৰাৰ কাৰণে। ক'লে, "এদিন আপোনাক দেখুৱাই আনিমগৈ।" মোৰ মনলৈ আহিছিল, চালোঁৱেইতো ৱৰ্ডচৱৰ্থৰ প্ৰকৃতি-ৰাজ্য—ৰাইডেলত, গ্ৰাচমিয়েৰত। শিতানত নীলচীয়া পাহাৰ, তলত আকাশ-নীলা হ্ৰদবোৰৰ পানী, আৰু মাইলৰ পাচত মাইলজোৰা পাতল-সেউজীয়া, গভীৰ-সেউজীয়া, কজলা-ঘাঁহনিৰ উপত্যকা-অধিত্যকা। হয়তো ট্ৰোছাকৃছ, তাতোকৈ ধুনীয়া! নেদেখিলোঁ, ভালেই হ'ল। সেয়া সপোন হিচাপেই পুহি থ'বলৈ প্ৰেৰণা লভিলোঁ। আজিও সি সপোন হৈয়েই আছে।

তাৰ মাজতে এটা মজাৰ কাণ্ড ঘটিছিল। এদিন ডাঃ ই. এইছ. মেক্‌লাৰেণ (Dr. E. H. McLaren) নামৰ ডাঃ ফ্ৰে'জাৰৰ সহকাৰী ডাক্তৰজনে মোক কথা এষাৰ ক'লেহি, অত্যন্ত নম্ৰ অনুৰোধৰ সুৰত, "আমাৰ লগৰে ডাক্তৰ এজনৰখুব অসুখ। তেওঁক এদিন এটা বৰ জটিল পৰীক্ষা কৰিবলগীয়া হৈছে। জেনেৰেল ৱাৰ্ডতো বিচনা নাই। ইফালে তেওঁক ওপৰ-মহলালৈ নিলেও যন্ত্ৰ-পাতিবোৰ তালৈ নিবলৈ অসুবিধা। গতিকে, আপুনি যদি অকণমান সহায় কৰে! ওপৰত এটা অকলশৰীয়া কোঠা আছে। এৰাতি তাতে কটোৱাত বাৰু

আপোনাৰ অসুবিধা হ'ব নেকি ? জানো, মোৰ অনুৰোধটো অন্যায়েই হৈছে।" ভাবিলোঁ, এই বিলাত দেশখনত কোনে যে কাক 'অনুৰোধ' কৰে। অলপ পাচতে মোৰ সক বাকচটো ওপৰ পালেগৈ। মোকো লৈ গ'ল। গৈ দেখিলোঁ, সেইটো দেখোন ফিমেল ৱাৰ্ডৰ লগতে লাগি থকা অকলশৰীয়া কোঠা। আনকালৰ দৰে বাৰাণ্ডাত খোজকাঢ়ি ফুৰা এটা দিনৰ কাৰণে বন্ধ হৈ গ'ল। মোক এগৰাকী নাৰ্চে চাহ-জলপান দিবৰ সময়ত সুধি গ'লহি— আনকালৰ দৰেই, "How d'ye do ?" মই হাঁহি হাঁহি উত্তৰ দিলোঁ, "I get transformed." তেওঁ হাঁহিলে, "Really ? Wonderful indeed !" মই সেইদিনা ওৰেটো দিন বাতৰি-কাকতকে পঢ়িলোঁ।

তাৰ বাতৰি-কাকতবোৰ যেনিবা একোখন কিতাপেই—৪০/৫০ পৃষ্ঠাকৈ থাকে। এটা খবৰ পঢ়িলোঁ, গ্লাছগো'ৰ কোনোবা এটা 'চুইমিং পুল'ত এজনী ছোৱালীয়ে কেইবাদিনো সাঁতুৰিছিলগৈ। এদিন তাই মন কৰিলে, তাইৰ সোণালী চুলিকোছা সেউজীয়া হৈ আহিছে। অনুসন্ধান কৰোঁতে ওলাই পৰিল, সেই কৃত্ৰিম পুখুৰীটোৰ পানী তপতাবলৈ ব্যৱহাৰ কৰা বিদ্যুৎ-প্ৰৱাহী তামাৰ শলাকেইডালৰ ৰাসায়নিক প্ৰতিক্ৰিয়াৰ ফলতেই ঘটনাটো ঘটিবলৈ পালে। কথাষাৰাৰ লগত জড়িত ক্ষতিপূৰণৰ প্ৰশ্নটো আদালতৰ ওচৰ পাইছেগৈ। অন্য এটা খবৰ পঢ়িলোঁ, এজন মানুহ সমস্যা এটাত পৰিছে, তেওঁৰ ঘূণীয়া ভৰি এখনৰ পৰা কাটি পেলোৱা বাকীডোখৰ ভৰিক লৈ। সেই অকামিলা অংশটোও জানো কালিলৈকে মানুহজনৰ দেহৰে এটা খণ্ডৰূপ নাছিল ? তেনেহ'লে সেই মনুষ্য-দেহাংশক জানো যতে-ত'তে খালে-ডোঙে পেলাই থৈ আহিবগৈ পাৰি ? কবৰখানাতো এটা জীয়া মানুহৰ মৰা দেহাংশ কবৰ দিয়া অসম্ভৱ। গতিকে, মানুহজনে খিৰাং কৰিছে, সেই আধাডোখৰ ভৰি তেওঁ নিজৰ বাৰীতে পুতি থ'ব। ওচৰ-চুবুৰীয়াই আদালতত গোচৰ তৰিলে। আদালতে ৰায় দিছে, মানুহজনে নিজৰ বাৰীতে সেই পুতো এৰিব নোৱৰা বস্তুটো পুতি থ'ব পাৰে; কিন্তু স্বাস্থ্যজনিত কাৰণত সেইটো তিনি ফুটতকৈ কম দ গাঁতত পুতিব নোৱাৰিব। এইবোৰেই হ'ল, বিলাতৰ বাতৰি-কাকতত পৰিবেশন কৰা খবৰৰ নমুনা।

সেইখন দেশলৈ গৈ এটা বিশ্ববিশ্রুত অনুষ্ঠানৰ খবৰ গোটালোঁ, যিটোৰ খবৰ আগতে কোনোদিনেই পোৱা নাছিলোঁ। সেয়া হ'ল, ব্লু-ক্ৰচ্ চোচাইটিৰ খবৰ। ৰে'ড্-ক্ৰচ্ চোচাইটি মানুহৰ অমংগলীয়া সময়ৰ বন্ধু। ব্লু-ক্ৰচ্ চোচাইটি তেনেকৈ পশু-পক্ষীৰ অমংগলীয়া সময়ৰ ত্ৰাণকৰ্তা। পোনতে ১ম মহাসমৰৰ সময়ত ঘোঁৰাৰ দুখমোচন কৰিবৰ বাবেই সেই আন্তঃ য়ুৰোপীয় অনুষ্ঠানটোৰ জন্ম হৈছিল। এতিয়া সি ৰে'ড-ক্ৰচৰ লেখীয়াকৈয়ে আন্তৰ্জাতিক অনুষ্ঠান হৈ পৰিছে আৰু তাৰ কামৰ পৰিসৰ শান্তিৰ সময়লৈকো প্ৰসাৰিত হৈছে। পেন্সন-প্ৰাপ্ত লোক, নিম্ন মজুৰীৰ শ্ৰমিক আৰু বেকাৰ নাগৰিকৰ পোহনীয়া পশু-পক্ষীক বিনামূলীয়া চিকিৎসাৰ যোগান ধৰা হয়—সেইটো অনুষ্ঠানৰে দাক্ষিণ্যত। দুটা সঁচা কাহিনী পঢ়িছিলোঁ। পোনৰটো এটা মেকুৰীৰ বিষয়ে। বিলাতত দেখিছিলোঁ। চুৱা-পাতনিৰ সলনি একোটা ক'লা ৰঙৰ ডাঠ পলিথিনৰ মোনা থাকে—প্ৰতিটো ঘৰৰে পাচ-চোতালত। সেই মোনাটোৰ নাম disposal bag; সপ্তাহত একোদিনা চুবুৰীয়ে চুবুৰীয়ে এখন মস্ত বিয়াগোম ট্ৰাক ওলায়হি। লগত অহা কৰ্মীবোৰে ঘৰে ঘৰে পিটপিটাই পেলনীয়া বস্তুৰে ভৰপূৰ হৈ থকা disposal bag-বোৰ দি গাড়ীত তোলেগৈ; যাওঁতে নতুন disposal bag এটা থৈ যায়—পাচৰ সপ্তাহৰ পেলনীয়া বস্তু পেলাবলৈ। ট্ৰাকৰ ওপৰত এটা Rubbish-Crusher-এ তেনেকুৱা মোনাবোৰ হেঁচি চেপেটা কৰি পেলায়। সেই মোনাবোৰ জাপ জাপকৈ জাপি নিলে, গাড়ীখনত ঠাই ওলায় বেচি। এদিন পিচে কেইটামান মোনা তেনেকৈ চেপেটা কৰিবলৈ লওঁতেই এটা মেকুৰীৰ মাত শুনি তৎক্ষণাত চালকজনে যন্ত্ৰটো বন্ধ কৰি দিলে। সেই মেকুৰীটো ব্লু-ক্ৰচৰ 'অনাথ আশ্ৰম' পালেগৈ। পাচৰটো কাহিনী এটা আলেচেছিয়ান কুকুৰৰ। সেই কুকুৰটোক ঘৰৰ গৰাকীয়ে ঘৰৰ ভিতৰতে বন্ধ কৰি থৈ কোনোবা ফালে গৈছিল—উভতি আহিবলৈকে পাহৰিছিল। আলচেছিয়ানটোৱে সাদিন নে দহদিন একো নোখোৱাকৈয়ে কটালে। উপায় নেপাই শেষত সি দুৱাৰ-খিৰিকিৰ পৰ্দাবোৰকে হেনো খাবলৈ আৰম্ভ কৰিলে। ঘটনাটো ব্লু-ক্ৰচৰ দৃষ্টিগোচৰ হ'ল। ব্লু-ক্ৰচৰ মানুহে দুৱাৰ ভাঙি সেই মৃতপ্ৰায় জন্তুটোক নি পশু-চিকিৎসালয় পোৱালেগৈ।

বিলাতৰ মানুহে যে কুকুৰক ইমান মৰম কৰে, তাৰ কাৰণটো আৱিষ্কাৰ কৰিছিলোঁ, ইৰ্‌ছিল হাস্পাতালতে। তাত দিনৰ ভাগত টেলিভিজনৰ এটা চেনেলত আদালতৰ গুৰুত্বপূৰ্ণ বিচাৰবোৰৰ গোটা-পটীয়া প্ৰচাৰ উপভোগ কৰিব পাৰি। এদিন দেখিছিলোঁ, এহাল দম্পতিৰ বিচাৰকাৰ্যৰ বিৱৰণী। মানুহ হালৰ ল'ৰা-ছোৱালী নাছিল। গতিকে, মানুহ হালে এজনী অকণমানী ছোৱালী চুৰ কৰি আনিছিল। এদিন পুলিচ সিহঁতৰ ঘৰত ওলাইছিলহি। সেইদিনা সিহঁতে সেই ছোৱালীজনীক এটা আলমাৰীৰ ভিতৰত লুকুৱাই থৈ কথমপি সাৰিব পাৰিলে। কিন্তু, সিহঁতে প্ৰমাদ গণিলে। গতিকে, সিহঁতে তাইক এটা দুৰ্গৰ চোতালৰ পৰা তাইক পেৰাম্বুলেটৰ এখনত তুলি তললৈ ঠেলি পঠিয়াই মাৰি পেলাবলৈ থিৰাং কৰিলে। অৱশেষত, সিহঁতে এদিন ভাবি থোৱামতেই কামটো কৰি বেগাবেগিকৈ আঁতৰি গুচি গ'ল। পেৰাম্বুলেটৰখন এঢলীয়া কাষ এটাৰে দুৰ্গটোৰ পৰা নিজে নিজে নামি যোৱা দেখা পায়েই এটা কুকুৰে জঁাপ মাৰি তাৰ ফিটা এডাল কামুৰি ধৰিলেগৈ। কুকুৰটো তেনেভাবেই ৰৈ থাকিল। অন্য এটা কুকুৰে ঘটনাটো দেখা পালে। সি দৌৰি গৈ অলপ দূৰত থকা পুলিচ চাৰ্জেণ্ট এজনৰ লংপেণ্টটো কামুৰি তেওঁক ওলমি থকা পেৰাম্বুলেটৰখনৰ ওচৰলৈ টানি আনিলেগৈ। ছোৱালীজনীয়েও ৰক্ষা পালে, দোষী দম্পতিটোও ধৰা পৰিল। বিচাৰৰ সময়ত গোটেই ঘটনাটো পুনৰাভিনয় কৰি দেখুৱাইছিল। আমাৰ কুকুৰবোৰো সিমান পাকৈত নহয়, মানুহবোৰো কুকুৰৰ প্ৰতি সিমান সহানুভূতিশীল নহয়। সেইকাৰণেই, আমাৰ দেশত ব্লু-ক্ৰচৰ নামটোকে শুনিবলৈ পোৱা নাযায়।

হাস্পাতালৰ কথা আৰু বহুতো আছিল। সেইবোৰ লিখি কথা বেচি দীঘলীয়া নকৰোঁ। ২৭ জুনৰ দিনা পুৱা ডাঃ ক্ৰে'জাৰ মোৰ বিচনাখনত বহি পৰিলহি। মোক ক'লে, "We tried our best ; but found nothing serious abcut you. Maybe, you have fully recovered from your ailment. Almost, we can say, yours is a case of just essential hypertension. I am sending a full report to Dr. M. N. Bhattacharyya within a day or·two." তাৰ

পাচত অলপ টলকা মাৰি বৈ মোক সুধিলে, "I think, you will be spending some more days in Scotland." মই ক'লোঁ, সোনকালেই যামগৈ। যোৱাৰ বাটত লণ্ডনত ছুদিনমান বৈ যাম। তেওঁ ক'লে, "That's fine, there are many things in London. But London has lost some of its earlier beauty. Now a days, you will find it somewhat sizzling with crowd."

সেইদিনাই মই হাস্পাতালৰ পৰা বিদায় ল'লোঁ—আবেলিপৰত। অনিমেষে মোক এটা সৰু টোপালা আনি দিলেহি—চকোলে'ট আৰু টফিৰ। মোক তেওঁ ক'লে, "এই দেশৰ এটা সৰু নিয়ম, হাস্পাতালৰপৰা বিদায় ল'বৰ সময়ত নাৰ্চবোৰক ছুটা-এটা চকোলে'ট দি যাব লাগে।" ময়ো আগবাঢ়ি গৈ বিদায় ল'লোঁ, সেই ফ্লোৰেন্স নাইটিংগেলৰ দলটোৰ পৰা, "Here is a small packet of some sweets for you." তেওঁলোকৰ চকুবোৰ অলপ ঢুলঢুলীয়া হৈ পৰিছিল। ভাবিবই পৰা নাছিলোঁ, সেই কেইদিনৰ ভিতৰতে যে তেওঁলোকে মোক সিমান আপোন কৰি লৈছিল!

কেইজনমান ৰোগীকো মাত লগাই বিদায় ল'লোঁ। তাৰে ছুজনৰ কথা মই বহুতদিনলৈকে পাহৰিব নোৱাৰোঁ। এজনে মোক সুধিছিল, মই অসমৰ কোনখন ঠাইত থাকোঁ। মই ডিব্ৰুগড়ত থাকোঁ বুলি ক'লত তেওঁ আকৌ সুধিছিল, "Is the place near Moran?" মই কৈছিলোঁ, "Yes, it is so." তেওঁ তেতিয়া ক'লে, "I know a bit of your language. গৰমপানী—ফুৰিব, ফুৰিব!" তেওঁ হেনো যুদ্ধৰ সময়ত অসম দেখিছিল। মৰাণতে ৰাতি পুৱাইছিল। এখন চাহৰ দোকানত সোমাইছিলগৈ। পানীৰ কেট্‌লি এটা দি মুখ-হাত ধুবলৈ কেট্‌লিটো দাঙিব খোজোঁতেই—"Everyone shouted aloud গৰম পানী—ফুৰিব, ফুৰিব। They were so kind to me!" আনজনে সময় পালেই মোৰ ওচৰলৈ আহি সুহুৰিয়াই-সুহুৰিয়াই য়ুৰোপীয় সংগীতৰ একোটা অংশ শুনাই গৈছিলহি। তেওঁ ভাবি লৈছিল, য়ুৰোপীয় সংগীতৰ ভাল চমজদাৰ! কাৰণ, তেওঁৰ সুহুৰি শুনিয়েই মই ক'ব পাৰিছিলোঁ—এইটো বিঠোকনৰ আৰু এইটো মোজাৰ্টৰ ইত্যাদি।

তেওঁ হেনো 'ভায়োলিন' বজায়! মই তেওঁ কোৱা দোকানখনৰ পৰাই এটা mouth organ কিনি আনিছিলোঁ—টিংকুলৈ, মানে মোৰ সকটো ল'ৰালৈ।

তাৰ পাচত, আৰু মাথোন তিনিটা দিন। 'গ্লাচ্‌গো'ৰ পৰা বিদায় ল'বৰ সময় হ'লহি। ২৮ জুনৰ ওবেটো দিন জিৰণিয়েই ল'লোঁ। ষ্টব্‌হিল হাস্পাতালে মোৰ ভৰিৰ নখৰ পৰা মূৰৰ চুলিলৈকে চাই বেমাৰ বিচাৰি নেপালে—সঁচা কথা। কিন্তু, মোৰ মনটো সঁজাল কৰি দিলে, ফৰকাল কৰি দিলে। অনিমেশ সপৰিয়ালে ইটালিলৈ যোৱাৰ কথা আছিল। আমাৰ কাৰণেই বন্ধ হৈ থকাৰ কথা গম পালোঁ। মই ক'লোঁ উভতি যাবগৈ পাৰিম—তেওঁলোকে তেওঁলোকৰ পৰিকল্পিত ভ্ৰমণটো স্থগিত কৰিব নেলাগে। পাচদিনা গ্লাচগো নগৰখন ভালকৈ চাই ল'লোঁ। আৰু জানো এইবোৰ ঠাই দ্বিতীয়বাৰ চাবলৈ আহিব পাৰিম! সেইদিনাই আ'নৰ দেউতাক-মাকক মাত এষাৰ দি আহিলোঁগৈ। ৰীতিমতে মিতিৰ খোৱা বুলি ক'ব পাৰি।

৩০ জুনৰ দিনা আবেলি আমি ডাঃ অক্ষয় ঠাকুৰীয়াৰ ঘৰ অভিমুখে ওলালোঁ। তাতে দুদিন কটাই লণ্ডনলৈ যামগৈ—সেইটোৱেই আছিল আমাৰ পৰিকল্পনা। আ'নে মুনইঁতলৈ বুলি কেইবাটাও সৰু উপহাৰ গীতাৰ হাতত দিলে। জংকি আৰু টিংকুলৈ দুটা ধুনীয়া চুৱেটাৰ। স্বচ্ছ উলেৰে গোঁথা। আমাৰ দুয়োকো উবুৰিয়াই দিলে, বিদায় বেলাৰ মৰম—স্বচ্ছ্ উ'লতকৈয়ো উমাল। সময় যিমানে আগবাঢ়ি যায়, সেই উমটোও সিমানে মিঠা হৈ গৈ থাকে।

## ॥ ছুঁয়ামুয়াকৈ ইংলেণ্ডখনো ॥

'যত বড়ো হোক ইন্দ্রধনু সে
সুদূর-আকাশে আঁকা ;
আমি ভালোবাসি মোর ধরণীর
প্রজাপতিটির পাখা ।'

—ৰবীন্দ্রনাথ ঠাকুৰ

স্কটলেণ্ডৰ পৰা আমি ইংলেণ্ডৰ সমতললৈ নামি আহিছিলোঁ। সিদ্ধান্ত কৰি থৈছিলোঁ, আমি ৰাইহ'পত ডাঃ অক্ষয় ঠাকুৰীয়াৰ ঘৰত কেইদিনমানৰ কাৰণে থমকি ৰ'মগৈ। বাটতে অনিমেষে সুধিলে, স্কটলেণ্ডৰ পাউণ্ডৰ নোটবোৰ ইংলেণ্ডত চলা পাউণ্ডৰ নোটলৈ সলাই ল'লোঁ নে নাই! মই নেজানিছিলোঁৱেই, স্কটলেণ্ডৰ নোট যে ইংলেণ্ডত অচল। অনিমেষৰ পৰাই গম পালোঁ: দেশখন যদিও একেখনেই তথাপি দুয়োখন ৰাজ্যৰ দুটা বেলেগ বেংক। দুয়োটা স্বতন্ত্ৰীয়া বেংক—এটা হ'ল বেংক অব ইংলেণ্ড, আনটো বেংক অব স্কটলেণ্ড। মই চিন্তাতে পৰিছিলোঁ। অনিমেষে আশ্বাস দিলে, সেইটোৰ ব্যৱস্থাটো তেওঁ কৰি দিব।

ইংলেণ্ডত সোমোৱাৰ অলপ পাচতে আমি চাহ খাবৰ বাবে এখন ৰেস্তোঁৰাত সোমালোঁ। অনিমেষে এটা বন্ধ থাৰ্মোফ্লাস্কৰ লগতে লাগি থকা সৰু বাকচৰ ওপৰত থকা ফাঁক এটাৰে পেনি কেইটামান সুমুৱাই দি, ফ্লাস্কটোৰ তলৰ পিনে থকা লাহী নলী এটাৰ মুখত খালী পিয়লা এটা ধৰিলে। লগে লগে গাখীৰ-চেনি মিহলোৱা চাহ এপিয়লা ওলাই আহিল। এপিয়লা-এপিয়লাকৈ তেওঁ আমাৰ তিনিওৰে কাৰণে তিনি পিয়লা চাহ এইদৰে বাকি লৈ আমাৰ দুয়োজনকে দুপিয়লা দি এপিয়লা নিজেও ল'লে। স্কটলেণ্ডৰ ৰেস্তোঁৰাতো চাহ খাইছোঁ; কিন্তু তাত একেকোবেই গাখীৰ-চেনি মিহলি হৈ থকা চাহ বাকি ল'ব নোৱাৰি। দোকানীক হাতে হাতে দামটো দি ফ্লাস্কৰ পৰা মাথোন ফিকা চাহটোপাহে বাকি ল'ব পাৰি। গাখীৰ বেলেগ এটা ফ্লাস্কৰ পৰা বাকি লৈ তাতে

মিহলাই ল'ব লাগে। চেনিও আনি ল'ব লাগে, আন এটা পাত্রৰ পৰা। দুয়োখন ৰাজ্যৰ মাজত এনেবোৰ সকসুৰা পাৰ্থক্য লৈয়েই গোটেইখন এখন যঁজা দেশ—যুক্তৰাজ্য ( United Kingdom )। মানুহবোৰৰ মাজতো আচাৰ-আচৰণৰ গভীৰ পাৰ্থক্য—অলপ টলকি চালেই উমান পোৱা যায়। স্কটলেণ্ডৰ মানুহবোৰ কথাই-বতৰাই ভংভঙীয়া—মনবোৰ মুকলি! মন কৰিছিলোঁ, কাৰোবাৰ লগত মুখামুখি হ'বলৈ পাওঁতে-নেপাওঁতেই সিজনে আগ ধৰি সম্ভাষণ জনোৱা কামটো শেষেই কৰে। ইংলেণ্ডৰ মানুহবোৰৰ কিন্তু মুখবোৰ জানিবা বেজী-সূতাৰে চিলাই কৰিহে থোৱা; আগবাঢ়ি কাৰো লগত কোনো কথা ভুলতো নেপাতে। কোনোবাই আগে-ভাগে কাৰোবাক উমাল সম্ভাষণ জনালেও, সিজনৰ সঁহাৰিটো যথেষ্ট কুহুমীয়া যেন লাগে।

এঠাইত আমি নামিলোঁ। গাঁৱলীয়া ঠাই। আমি মাটিৰ ওপৰতে থকা 'টয়লেট'লৈ গ'লোঁ। ক'বলৈ পাহৰিছোঁ, বিলাতত 'টয়লেট'বোৰ সচৰাচৰ থাকে মাটিৰ তলত। সুৰংগটোৰে সোমাই গ'লেই পোৱা যায় একোটা পৰিপাটি 'চেলুন'—চুলিকটা নাপিতৰ ঘৰ নহয়, মানুহ গোট খাব পৰা সৰু কোঠা এটা। দুয়োকাষে থাকে দুশাৰী বন্ধ দুৱাৰৰ 'টয়লেট'—পুৰুষ আৰু মহিলাৰ বাবে আচুতীয়াকৈ। সিবোৰৰ প্ৰত্যেকটোৰে দুৱাৰমুখত আঁৰি থোৱা থাকে একোটা সৰু বাকচ। তাৰ ফাঁকেৰে পেনি এটা সুমুৱাই দিলেই দুৱাৰখন আপোনাআপুনি মুকলি হৈ যায়। পাচত ওলাই আহি দাপোণত মুখ চাই আপোন ৰূপত মুগ্ধ হৈ ল'ব পাৰি। পানী-চুনি ব্যৱহাৰ কৰিও ৰুমাল-গামোচা বিচাৰি ফুৰিব নেলাগে। পানীৰে তিতি থকা হাতখন 'ড্ৰায়াৰ' এটাৰ সমুখত ধৰি বুতাম এটা টিপি দিলেই হ'ল; নিমিষতে ভিতৰৰ পৰা ওলাই অহা গৰম বতাহে হাতখন শুকুৱাই দিব!

সেই যে গাঁওখনৰ বাটৰ দাতিলৈ এক পলকৰ কাৰণে নামি গৈছিলোঁ, তাৰ পাচতে কিছুদূৰ গৈয়েই মোৰ চকুহালৰ সমুখত মোৰ অসুখটোৰ চিনাকি খেলিমেলিটো অনুভৱ কৰিলোঁ। অনিমেষে মোক কিবাকিবি সুধিছিল, মই ভালকৈ উত্তৰ দিব পৰা নাছিলোঁ। গাড়ীতে দুঘণ্টামান শুলোঁ। শুই উঠি কিছু সুস্থ অনুভৱ কৰিলোঁ। অলপ পৰৰ পাচতে ডাঃ ঠাকুৰীয়াৰ ঘৰ পালোঁগৈ। মোক অসুস্থ যেন দেখি ওপৰ-মহলাৰ শোৱনি-কোঠালৈ লৈ গ'ল। কিন্তু, আধা ঘণ্টামানৰ

পাচতে মোক অজ্ঞান অৱস্থাত হাস্পাতাললৈ স্থানান্তৰিত কৰা হ'ল। চাওবলেও জেনেৰেল হস্পিটেলৰ Consultant Physician ডাঃ জি. এল. হাৰ্লো ( Dr. G. L. Harlow )-ই মোৰ চিকিৎসাৰ ভাৰ লৈয়েই দেখিলেহি, মই দেখোন সিজনৰ লগত সুস্থ মানুহৰ দৰে কথা পাতিলোঁ। সিজনে নিজৰ ৰবীয়াকৈ জুলাই মাহৰ প্ৰথম দুদিন মোৰ স্বাস্থ্য পৰীক্ষা কৰিলে। ডাঃ মেলভিল আৰু ডাঃ ক্ৰে'জাৰৰ ৰিপোৰ্ট দুটাও চালে। গীতাৰ লগতো মোৰ আগৰ তিনিওটা অসুস্থতাৰ কাহিনী সম্পৰ্কে কথা পাতি কিছুমান সিদ্ধান্তলৈ আহিল। তেখেতে তেখেতৰ দীঘলীয়া ৰিপোৰ্টত কেইবাটাও কথা লিখিলে। প্ৰথম, "he was subsequently found to be having a generalised jerking of his limbs, the description of which does not conform to true grand mal clonic movements."। দ্বিতীয়, "the words *convulsions and epilepsy* do not seem to have been established.··· there seems to be no indication for treatment on the basis of possible epilepsy."। তৃতীয়, "With regard to the possibility of hysteria I am not aware of any justification for this diagnosis."। উভতি চাই ভাবিছোঁ, এই ডাক্তৰগৰাকীয়েই পোনতে সেইপিনে আঙুলিয়াই দেখুৱাইছিল, যিটো ৰোগৰ নিদান পাচত ডাঃ হৰিপ্ৰসাদ বৰুৱাই স্পষ্টকৈ নিৰূপণ কৰিলে, আৰু যিজনৰ চিকিৎসাতে মই সময়ত আৰোগ্য হৈ উঠিলোঁ। প্ৰসংগক্ৰমে কৈ থওঁ, ডাঃ বৰুৱাই যদিও সুদীৰ্ঘকাল ধৰি মোৰ চিকিৎসা কৰিলে, মই তেখেতক এটা ফুটা কড়িও গ্ৰহণ কৰাব নোৱাৰিলোঁ। আৰু এটা কথা। সিজনক যদি মই আগতে বিচাৰি পালোঁহেঁতেন, মই নিশ্চয় বাৰে বাৰে মোৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালীকেইটাক উচপ, খুওৱাৰ দোষত দোষী হ'ব নেলাগিলহেঁতেন। তাতকৈয়ো ডাঙৰ কথা, স্বাস্থ্যটো মেৰামতিৰ মৰীচিকা খেদি নিশ্চয় সাত সাগৰ তেৰ নদীৰ সিপাৰৰ দেশখনতো নোলালোঁহেঁতেন।

যি কি নহওক, জুলাইৰ ৩ তাৰিখে আবেলি চাওবলেও হাস্পাতালৰ বিচনা এৰিলোঁ। আহিবৰ সময়ত উভতি চাই মন কৰিছিলোঁ, সেই জিলা চিকিৎসালয়খনেই আমাৰ অসম মেডিকেল

কলেজখনৰ একেকাটোডকৈ সৰহ ঠাই জুৰি আছে। গ্লাচগো লৈ মনত পৰিছিল। তাৰ ষ্টব্‌হিল হাস্পাতালটো ডেৰ শ বছৰতকৈয়ো পুৰণি। অথচ, সময়ে সময়ে ইটো-সিটো সলাই থকা ঘৰবোৰ মন কৰিলে মাথোন অতি বেচি ডেৰ কুৰি বছৰৰহে পুৰণি যেন লাগে। প্ৰতিটো ৱাৰ্ডৰ সমুখত দুই ফাৰ্লংমান জোৰা একোখন ঘাঁহনি। পুৱা-গধূলি খোজকাঢ়ি স্বাস্থ্য-চৰ্চা কৰাত বাধা নাই। চাওঁতেলেও আৰু গ্লাচগো দুয়োখন ঠাইৰে হাস্পাতালত একোটা বেলেগ ৱাৰ্ড মোৰ চকুত পৰিছিল। ৱাৰ্ডটোৰ নাম Geriatrics—মানে বাৰ্ধক্যাশ্ৰম! বিলাতত আটাইতকৈ দুখলগা বয়সটো হ'ল, বাৰ্ধক্যৰ কালছোৱা। ল'ৰা-ছোৱালী আটাইবোৰ আঁতৰি যায়গৈ; সিহঁতে আনকি বাপেক-মাকৰ জন্মদিনৰ তাৰিখটো মনত পেলাবলৈয়ো আজৰি নেপায়। আটাইতকৈ মজাৰ কথাটো হ'ল, তেওঁলোকে সেই কথাবাৰ ভাবি বেজাৰ কৰাৰ সুৰুঙা নেপায়। পৌৰ সভাক পুতেকহঁতে ধন দি থয়, কেলেণ্ডাৰ চাই মেয়ৰে যাতে বুঢ়াক বা বুঢ়ীক ফুলৰ থোপা এটা দি আহেগৈ - বোলে Many more happy returns! বুঢ়া বা বুঢ়ীয়ে দিনটো সেইষাৰ কথাকে সুঁৱৰি আনন্দ লভে। নাৰ্চবিলাকেও কাণে কাণে কৈ যায়হি: "আপোনাক আজি হেনো সংবৰ্ধনা জনাই থাবলৈ স্বয়ং মেয়ৰ আহিছিল! কোনে বাৰু আপোনাক ঈৰ্ষা নকৰিব!" মোৰ চকুত পৰিছিল, এদিন তেনেকৈ কোনোবা এজন ফুলৰ মস্ত থোপা লৈ Geriatrics-ৰ ভিতৰলৈ সোমাই গৈছিল। হ'বও পাৰে নহ'বও পাৰে—হয়তো সেইদিনা পুতেকহঁতে খবৰ ল'বলৈ নহা কাৰোবাৰ জন্মদিন পৰিছিল!

জুলাইৰ ৫ তাৰিখে ডাঃ ঠাকুৰীয়াৰ ল'ৰা ৰবীনৰ জন্মদিন আছিল। সেইদিনা কিন্তু পাঁচ নে ছয় বছৰত ভৰি দিয়া ৰবীনৰ জন্মদিনটো তাৰ লগৰ সমনীয়াবোৰে সুন্দৰকৈ পাতি গৈছিলহি। সেইদিনা ডাঃ ঠাকুৰীয়াই নিজেই বন্ধা-বঢ়া কৰাত লাগি দিছিল।

ডাঃ ঠাকুৰীয়াৰ Luddy নামৰ মৰম লগা কুকুৰটোৰ কথা আগতে কৈছোঁ। ডাঃ ঠাকুৰীয়াৰ সেই কুকুৰটোৰ আলপৈচান ধৰা মানুহজনীৰ কথাও কৈছোঁ। নামটো ক'বলৈ পাহৰিছিলোঁ। এতিয়া মনত পৰিছে। নামটো আছিল Jean.। ৰবীনৰ জন্মদিনৰ দিনাখনেই তেওঁ আমাক তেওঁৰ 'দুখীয়া-পঁজা'টো এদিন সময় পালে চাই আহিবলৈ

মাতি থৈ গৈছিল। আমি সেই নিমন্ত্ৰণৰ সঁহাৰি দিছিলোঁ, জুলাইৰ ৬ তাৰিখৰ দিনা। ডাঃ ঠাকুৰীয়াৰ ঘৰৰ পৰা ছয়-সাত মাইলৰ বাট— Seaham বোলা ঠাইখনত। গৈ দেখিলোঁ, শ্ৰমিক পৰিয়াল হ'লেও, তেওঁলোকৰ অৱস্থাটো আমাৰ বহুতো নিম্ন-মধ্যবিত্ত পৰিয়ালৰ অৱস্থাতকৈ ভাল। Jean-ৰ মাকৰ লগতো চা-চিনাকি হ'ল। মোৰ প্ৰশ্নৰ উত্তৰত বুঢ়ীয়ে কৈছিল, Jean-এই হেনো তেওঁক সুন্দৰকৈ চোৱা-চিতা কৰে। তাৰ মাজতে Jean-এ মোকে গীতাকে জনালে, মাকক সেইদৰে চোৱাৰ কাৰণে চৰকাৰৰ ঘৰৰ পৰা তেওঁ এটা বিশেষ বানচ পায়। বৰ বেচি নহ'লেও, তাৰে হাত-খৰচৰ ধনখিনি উপকৰাকৈ ওলায়! প্ৰশ্ন কৰি গম পালোঁ, তেওঁ যদি মাকক চাবলৈ মাস্তি নহ'ল-হেঁতেন বা সময় নেপালেহেঁতেন, তেনেহ'লে অন্য কাৰোবাক সৰহীয়া বেতন দি হ'লেও মাকৰ আল ধৰিবলৈ চৰকাৰ বাধ্য থাকিলহেঁতেন! কল্যাণকামী ৰাষ্ট্ৰৰ আৰু এটা ৰূপ মোৰ চকুৰ আগত উদ্ভাসিত হৈ উঠিছিল। জীৱনজোৰা শ্ৰম আৰু সততাৰে সেই মানুহজনীয়ে যিখিনি সেৱা দেশখনলৈ আগবঢ়াই আহিলে, জীৱনৰ গধূলি পৰত ৰাষ্ট্ৰই তেওঁৰ সেইখিনি সেৱাৰ কথা পাহৰি গ'লে অকৃতজ্ঞতাৰ দোষে চুব। বিলাতত কোনো মানুহেই আওমৰণে মৰিব নোৱাৰে। সেইকাৰণেই 'জৰা. মৃত্যু আৰু ব্যাধি'— মানুহৰ এই তিনিওটা দুৰ্ভাগ্যৰ দিশৰ ওপৰতে চৰকাৰৰ ইমান চকু। অকল শাৰীৰিক যন্ত্ৰণাৰে অপনয়ন নহয়, কোনোপ্ৰকাৰৰ মানসিক ক্ষোভৰ সম্ভাৱনাও অপনোদন কৰিব পৰাতেই ব্যৱস্থাবোৰৰ পৰিপূৰ্ণ সাৰ্থকতা। জীৱনজোৰা শ্ৰমৰ অন্তত সেই বৃদ্ধা শ্ৰমিক-পত্নীগৰাকীয়ে যে তেওঁৰ জীয়েকৰ পৰা দৈনন্দিন শুশ্ৰূষাৰ ৰূপত কোনো ধৰণৰ শ্ৰম বিনামূলীয়াকৈ কাঢ়ি লৈছে বুলি ভাবিব নালাগে, বৰং আপোন শ্ৰমৰ উদ্বৃত্ত মূল্য ৰাজহুৱা সঞ্চয়কোষত ভৱিষ্যতৰ বাবে প্ৰয়োজনীয় সঞ্চয়ন ধাৰাবাহিক ৰূপত বিনিয়োগ কৰিয়েই প্ৰাপ্তি হিচাপে প্ৰাপ্যখিনিকেই পাই থকাৰ আনন্দ লভিব পাৰে। তাৰ বাবে কাৰো ওচৰত অনাহকতে কৃতজ্ঞ হোৱাৰ অৱকাশ নাই—আছে অতীতৰ শ্ৰম আৰু সেৱাৰ গৌৰৱেৰে বৰ্তমানৰ ভাগীৰথীত আপোনাকে আপুনি পখালি লোৱাৰ স্নিগ্ধতা। সেইদিনাই উদ্ধাৰ কৰিছিলোঁ মাৰ্ক্সৰ সেই সুদূৰপ্ৰসাৰী কথাষাৰৰ আচল মৰ্মাৰ্থ, 'কেৱল ইংলেণ্ড, ফ্ৰান্স আৰু জাৰ্মেনীৰ লেখীয়া দেশকেই-

খনতেই বিপ্লৱ সফল হ'ব।' মৌন হ্ৰণৰ হ'লেও, সেই বিপ্লৱটো মুঠেই উকণ্ঠা নহয়। মাৰ্ক্সে তেওঁৰ 'ডাচ কেপিটেল'ত ব্যৱহাৰ কৰা স্বভীক্ষ্ণ শোষণৰ বিৰোৰ অফুৰন্ত তথ্য-পাতি ইংলেণ্ডৰ মাটিৰ পৰা, ভূ-গৰ্ভ খনিৰ পৰা খান্দি উলিয়াইছিল, সিবোৰৰ দূৰ-সুদূৰৰ প্ৰতিধ্বনি অথবা ছিলমিল চিটিকনিও আজি আৰু বিচাৰি পাবলৈ নাই।

ডাঃ ঠাকুৰীয়াৰ ঘৰটোৰ বাহিৰ-দেৱালখন আছিল ৰঙচুৱা ইটাৰ। সুধিবলৈ নহ'ল, সেইটো যদি আগতে Ryhope ৰে'লৰ ষ্টেছনৰ সম্পত্তি আছিল। ঠিকনাটো তেনেকুৱাই—2, East Station House; তদুপৰি, আমি যিটো শোৱনি-কোঠা পাইছিলোঁ ওপৰ-মহলাত, সেইটোৰ কাষেদিয়েই ৰে'লৰ লাইনটোৰ ওপৰেদি দিনটোত কেইবাখনো ৰেল'গাড়ী অহা-যোৱা কৰিছিল। Jean-ৰ ঘৰৰ পৰা উভতি আহিয়েই কোঠাটোত সোমাইছিলোঁ। ঠিক সেই সময়তে এখন গাড়ী পাৰ হৈ গৈছিল। মই ৰে'লগাড়ীখনৰ পাচফালে চাই পঠিয়াইছিলোঁ। হঠাৎ মোৰ চকু পৰিছিল, অদূৰতে থকা এজাক গৰুৰ ওপৰত। দেখিলোঁ, কেইবাটাও চৌহদৰ ভিতৰত কেইবাখনো চৰণীয়া পথাৰ। গৰুজাকে এটা চৌহদৰ ভিতৰতে ঘাঁহ খাই চৰি ফুৰিছিল। পাচত গম পাইছিলোঁ, ডাঃ ঠাকুৰীয়াই কৈছিল, গৰুজাক হেনো পাচদিনা সেইটো চৌহদৰ ভিতৰৰ পৰা কাষৰ চৌহদটোত চৰিবগৈ। তাৰ পাচদিনা আন এখনত। এইদৰে সিহঁত এখন-এখনকৈ সাতখন চৰণীয়া পথাৰৰ সাতোটা চৌহদ ঘূৰি প্ৰথম দিনাৰ চৌহদত আকৌ সোমাবহি। মাজতে সেইটো গোহালি-ঘৰ—পুৱা গাখীৰ খীৰাবৰ সময়ত আৰু কেতিয়াবা বৰষুণৰ বতৰত সেই গৰুজাক তালৈ স্নুমুৱাই আনে। আনবোৰ দিনত সিহঁতে প্ৰতিটো সপ্তাহতে গজি উঠা নতুন ঘাঁহেৰে উদৰ পূৰণ কৰি চৰি ফুৰে। মই অনুমান কৰিলোঁ, মাৰ্কিন ভাষাৰ 'Ranch' বোলা বস্তুটো এই 'Cattle-Farm'ৰে বৃহৎ সংস্কৰণ।

এইবোৰ কথা ভাবি থাকোঁতেই মনত পৰিল শিৱসাগৰত মোৰ মা'ৰ লগত থৈ অহা ল'ৰা-ছোৱালী কেইটালৈ। টিংকুৱে চিঠি লিখি জনাইছিল। মোৰ মাজুজনী ভনী নিকৰ বিয়া ঠিক কৰিছে—৬ জুলাইৰ দিনা। আৰু লিখিছিল, "তোমালোকৰ সন্মতিলৈ বাট নেচালোঁ। তোমাৰ হৈ আমিয়েই সন্মতি দিছোঁ। বিয়া দেৱগাঁৱত

মণি খুবাৰ চবকাৰী খবৰ পৰাই পত্তা হ'ব।" মনত পৰি গ'ল সেইদিনাই ৬ জুলাই। বাইহ'পত তেতিয়া বৰকাল আবেলি। দেৰগাঁৱৰ সময়ত ঘড়ীৰ কাটাই তেতিয়া পাঁচ ঘণ্টা বঢ়াই দেখুৱাইছে। মুনে জনাইছিল, আন এখন চিঠিৰে—"দবাৰ নাম খগেন বৰুৱা। মানুহজন ধুনীয়া। ঘৰ যোৰহাটৰ কৰঙাত। মাক আৰু দেউতাক দুয়োজনেই মুক্তি-যুঁজাৰু।" সেই চিঠি দুখনে মোৰ মন আনন্দেৰে ভৰাই তুলিছিল।

পাচদিনা ৭ জুলাই। ডাঃ ঠাকুৰীয়াৰ ঘৰলৈ সেইদিনা মোৰ পুৰণি চিনাকি কেইবাজনো ডাক্তৰ আহি গোট খাইছিলহি। দুজন মোৰ কটন কলেজৰ দিনবোৰৰ পুৰণি ছাত্ৰ—ডাঃ মানৱ চৌধুৰী আৰু ডাঃ অনিল মেধি। এজনৰ লগত নতুনকৈ চিনাকি হ'লোঁ। নাম ডাঃ নবেন শইকীয়া। আৰু এজনক লগ পালোঁ। নামটো কৈ বাকীবোৰ কথা নক'লে। মুখখন মোৰ মনত পৰিল। পুৰণি সোঁৱৰণীটো উজাৰ খাই উঠিল। তাহানি এওঁকে কটন কলেজৰ টি. এম হোষ্টেলত পৰীয়ে আমনি কৰিছিলহি। বিলাতত এতিয়া জাক-জাক আধা-আধি পৰীৰ মাজতে জীৱন কটাইছেহি। কোনেও আমনি কৰা নাই। কাৰণ, তেওঁ মাজতে ভাৰতলৈ উভতি গৈ ৰক্ষা-কবচ পিন্ধি আহিল কোনো ভুল নকৰাকৈ। ডা° নবেন শইকীয়াই আমাক নিমন্ত্ৰণ কৰিলে তেওঁৰ ঘৰত এসাজ খাই আহিবলৈ। পাচ-দিনাই গ'লোঁ, তেওঁৰ উড্‌লেণ্ড (Woodland)-ত থকা ঘৰলৈ। তেওঁৰ পৰিবাৰো ডাক্তৰ—শ্ৰীমতী ৰীতা শইকীয়া। খাবলৈ লৈ আচৰিত হৈ গ'লোঁ, কাঁহীৰ দাতিত যেতিয়া দেখিলোঁ আলফুলকৈ দিয়া এমুঠি খাৰলি। উত্তৰ লক্ষীমপুৰৰ খাৰলিৰ টোপোলা বিলাত পাইছিলগৈ। তাতকৈয়ো আচৰিত হৈছিলোঁ, তেওঁৰ শোৱনি-কোঠাৰ শ্বেল্‌ফত থকা কেইখনমান ৰচা বচা ইংৰাজী কিতাপৰ মাজত এখন অসমীয়া কিতাপ দেখি। কিতাপখন আছিল মোৰ 'ডন কুইকচোট্‌'!

তাৰ পাচদিনা আমি নিমন্ত্ৰণ ৰক্ষা কৰিলোঁগৈ কিলিংৱৰ্থ (Killingworth) নামৰ মফচল-চহৰখনত থকা ডাঃ অনিল মেধিৰ ঘৰত। বাইহ'পৰ পৰা প্ৰায় ২০/২৫ মাইলৰ বাট। বাটত টাইন (Tyne) নদীৰ তলেদি যোৱা সুৰংগ পাৰ হ'লোঁ। সুৰংগটো ১·২ মাইল—মানে ১ মাইল ৩৫২ গজ দীঘল। সেইপিনেদি পাৰ হৈ

যাওঁতে ঘাটৈক দিয়াৰ নিচিনাকৈ ২০ পেন্সৰ 'ঘাট' এটা দি যাব লাগে। মোৰ মনত পৰিছিল, তাহানি দিখৌৰ পকা দলং পাৰ হৈ যাওঁতে ঘাটৰ মূৰত গাড়ীবোৰৰ পৰা আধলি এটাৰ 'ঘাট' ল'বলৈ খাপ পাতি বৈ থকা ন-আলিৰ সকটি ঘাটৈৰ মুখখনলৈ। যাওক সেই কথা। কিলিংৱৰ্থ জৰ্জ ষ্টিফেনছনৰ জন্মভূমি। কিলিংৱৰ্থত সেই ইতিহাসপ্ৰসিদ্ধ বস্তুটো তুড়ালু বে'লৰ চিৰিত আতোলতোলকৈ সজাই থৈ দিছে, যিটো বস্তুৰ নাম ষ্টিফেনছনে নিজেই থৈছিল 'ৰকেট'— পৃথিৱীৰ প্ৰথমটো বে'লৰ ইঞ্জিন! ডাৰ্লিংটনৰ পৰা সেই ইঞ্জিনটো যেতিয়া বে'লৰ চিৰি তুড়ালৰ ওপৰেদি প্ৰায় দহ মাইলৰ বাট ডেৰ ঘণ্টা সময়তে পাৰ হৈ গৈছিল, তেতিয়া বহুতে ভাবিছিল, সেইটো নিশ্চয় এটা ভূত! এতিয়া সেই ইঞ্জিনটো তুলি থোৱা সৰু চিৰি তুড়ালৰ বাহিৰে গোটেইখনতে তুৰৱি বন। কিলিংৱৰ্থৰ ওচৰতে এখন সৰু গাঁও আছে। নাম ৱাছিংটন। আমেৰিকাৰ জন্মদাতা জৰ্জ ৱাছিংটনৰ জন্মভূমি। কিছুদিনৰ আগতে হেনো মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি জিমি কাৰ্টাৰে তাত তীৰ্থ কৰি গৈছিলহি। আমিও তাত খন্তেক ভূমুকি মাৰি আহিলোঁ।

১০ জুলাইৰ দিনা আমি Seaham-ৰ এখন চুপাৰ মাৰ্কেটলৈ গ'লোঁ। বজাৰৰ পৰা সৰুসুৰা বস্তু কেইটামান কিনিলোঁ। লগতে এটা Two-in-one আৰু এটা Grinder and Liquidiser। উভতি আহোঁতে ডাঃ ঠাকুৰীয়াৰ ঘৰৰ ওচৰতে থকা Albion's Inn নামৰ Pub এটা চকুত পৰিল। চেক্সপীয়েৰৰ বহুতো নাটকত Inn আৰু Pub-ৰ কথা পাইছিলোঁ। মই ডাঃ ঠাকুৰীয়াক ক'লোঁ, "বেয়া হ'ব নেকি ইয়াতো এদিন ভূমুকি মাৰিলে?" ডাঃ ঠাকুৰীয়াই ক'লে, "আহিব খুজিছে যদি, আজি গধূলিয়েই আহিম।" গধূলি আমি ওলালোঁ। গীতাই ক'লে, "ময়ো যাওঁ।" মই তেওঁক ক'লোঁ, "Pub মানে তুমিনো কি বুলি ভাবিছা? Public-house-ৰেই সংক্ষিপ্ত ৰূপ। তাত কেৱল আপং খোৱা মানুহ গোট খায়—মেল-মিটিং কৰিবলৈ গোট নেখায়।" তেওঁ তেতিয়া মোক সুধিলে, "তুমি হবলা তাত মদ খাবাগৈ!" মই ক'লোঁ, "আলবৎ। মদখোৱা মানুহৰ লগত কথাই যদি নেপাতা, মানুহৰ মনৰ খবৰেই বা পাবা কেনেকৈ? মই জানিব খুজিছোঁ, এই জাতিটো কেৱল হাঁহি-ধেমালিৰ নৈতে ওপঙি

ফুৰিছে, নে সিহঁতৰ মনৰ তলিত দুখ-বেজাৰৰ কিবা গেদেৰি আছে ?”
ডাঃ ঠাকুৰীয়াই ক'লে, “এলাওক দিয়ক। কোনো ক্ষতি নাই।
আটাইবোৰ নহ'লেও, সৰহভাগেই চিনাকি মানুহ।”

সেই চৰাইখানাত সোমালোঁগৈ। কিন্তু, তাত চেক্সপীয়েৰৰ যুগৰ কোনো ফলষ্টাফকেই লগ নেপালোঁ। মাথোন কেইজনমান মানুহ। যেনিবা গধূলি কোনোবা ৰেষ্টোঁৰাত চাহ এপিয়লা খাই যাবলৈহে সোমাইছে। মই আৰু ডাঃ ঠাকুৰীয়ায়ো ল'লোঁ, দুগিলাচ শ্বেম্পেন (Champagne)। গীতাৰ হাততো কিবা এটা নিদিলে, কথাটো আপচু হয়। মই ক'লোঁ, Let her enjoy something soft.” দোকানীজনে ক'লে, “I've something really good. I mean Martinee.” তেওঁ মাৰ্টিনিৰ জুতিটোকে ল'লে। ইফালে সিফালে ঘূৰি দুজনমানৰ লগত চিনাকি হ'লোঁ। এজনকেই পালোঁ, চকুহালত অলপ ৰং ধৰিছে। তেওঁ আমাকো দুগিলাচ আগবঢ়াই দিলে, নিজৰ দাক্ষিণ্যেৰে। গীতাকো দিব খুজিছিল। মই বাধা দি ক'লোঁ, “The Indian lady won't be able to stand it.” গতিকে, তেওঁ আমাক লৈয়েই ইণ্ডিয়াখনৰ স্বাস্থ্যপান কৰিলে। কিছু সময়ৰ পাচত অনুভৱ কৰিলোঁ, মনৰ খবৰ দিবলৈ কোনোৱেই প্ৰস্তুত নহয়। আটাইবোৰ একোটা গডৰে'জৰ তলা! গতিকে বেচিপৰ নেথাকিলোঁ, উভতি আহিলোঁ।

পাচদিনা ১১ তাৰিখে আমি বিলিংহাম (Bilingham)-ত থকা ডাঃ মানৱ চৌধুৰীৰ ঘৰলৈ গ'লোঁ, সেই ৰাতিৰ নিমন্ত্ৰণ খাবলৈ। তেওঁৰ পৰিবাৰৰ নাম Patricia। অকণমাণি দুজনী ছোৱালী—অনিতা আৰু এম্বিয়া, মাকৰ দৰেই দুয়োজনী ধুনীয়া। তাত আধুনিকতম ইংৰাজী গানৰ কেছে'ট কেইটামান শুনিলোঁ। তাৰে কেইটামান মোৰ খুব ভাল লাগিল। মোৰ মুখত সেইকেইটাৰ প্ৰশংসা শুনি মোৰ এসময়ৰ ছাত্ৰ ডাঃ চৌধুৰীয়ে ক'লে, “মই বাক বাচকবনীয়া গান কেইটামানৰ কেছে'ট এটা নিজেই কৰি আপোনাক কাইলৈ দি থৈ আহিমগৈ।” পাচদিনা সঁচাসঁচিকৈয়ে দি থৈ গৈছিলহি। সেই কেছে'টটো আজিও মোৰ হাতত আছে।

১৩ তাৰিখে আমি ৰাইহ'প এৰি লণ্ডনলৈ অহাৰ দিন ঠিক কৰিছিলোঁ। গতিকে, ১২ তাৰিখে আবেলি আমি ডাঃ ঠাকুৰীয়াক

প্ৰতিবেশী 3, East Station Houseৰ Frank Torjensen (ফ্ৰেংক্ টোৰজেনছেন্) নামৰ নৰওৱেদেশীয় মানুহগৰাকীৰ ঘৰত মাত এবাৰ দি আহিবলৈ গ'লোঁ। ইতিমধ্যে, তেওঁৰ লগত চিনাকি হৈ গৈছিল। গৈয়েই আমি বাককৈয়ে অপ্ৰস্তুত হ'লোঁ। দেখিলোঁ, Mrs. Torjensen আৰু এগৰাকী অলপ বয়সীয়া মহিলাই পৰস্পৰৰ ডিঙিত সাৱটি ধৰি কান্দি আছে। নৰওৱেজিয়ান ভদ্ৰলোকজন আমাৰ লগতে ঘৰৰ ভিতৰলৈ সোমাই গৈছিল। কথাবাৰ তেওঁ ভাঙি ক'লে, "My mother-in-law has come to give us some consolation. We are moving towards a misfortune,. My wife was ill for the last few months. Today the doctor has declared that she is having Leukoemia. Sure death, you know, within two years." মই তবধ মানিলোঁ তেওঁলোকৰ সহ্যশক্তি দেখি। ইতিমধ্যে, তেওঁৰ শাহুৱেক ভিতৰলৈ সোমাই গ'ল। Mrs Torjensen-এ চকুহাল মচি আমাৰ লগত কথা পাতিবলৈ ল'ব খুজিলে। আমি তেওঁক সান্ত্বনা দিবলৈয়ো একো নাই। আমি গুচি আহিব খুজিলোঁ। তেওঁ ক'লে, "If you don't mind, please sit fer a while and listen some songs. I have a very rare collection of discs. Some old Norwegian songs, old Rumanian songs and modern Irish songs." উপায় নোহোৱাত শুনিবলৈ ল'লোঁ। তাৰে এখনত চিনাকি সুৰ এটাৰ এছোৱা শুনি শিয়ৰি উঠিলোঁ। গীতাই গাই উঠিল; 'মোৰে ভাৰতৰে, মোৰে সপোনৰে'! সম্পূৰ্ণ ৰেকৰ্ডখন শুনি উঠি সেইছোৱা দুনাই শুনিলোঁ।

পাচদিনা আবেলি বাইহ'প এৰিম। অথচ, সেই নৰওৱেদেশীয় পুৰণি ধৰণৰ বেহেলাত তোলা সুৰটো কেছে'ট কৰি লৈ আহিবৰ মন গৈছিল। আন একো কাৰণত নহয়, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ সৃজনী প্ৰতিভাই যে ক'ৰ সুৰ কেনেকৈ বুটলি আনি থলুৱা সুৰৰ লগত মিহলি কৰি কি এক অনুপম সুৰৰ বহঘৰাটো সৃষ্টি কৰিছিল—সেই কথাষাৰ মনত ৰাখিবৰ কাৰণে। টোৰজেনচেনে মোক ক'লে, 'পুৱালৈ ৰেকৰ্ড কৰি লৈ যাবহি। সেইটো ১৩শ শতিকাৰ নৰওৱেদেশীয় লোকগীতৰ সুৰ।' পাচদিনা ৰাতিপুৱা সেইটোৰ লগতে আৰু

কেইটামান যন্ত্ৰসংগীতৰ কণত আৰম্ভ ১৮শ শতিকাৰ এটা ৰুমানিয়ান গীতৰ সুৰ আৰু ১৮শ শতিকাৰে এটা আইৰিছ গীতৰ সুৰ মই কেছেটত তুলি থ'লোঁ। নৰওৱেজিয়ান সুৰটো বজাইছিল Torleiv Bolstad নামৰ এজন শিল্পীয়ে। ৰেকৰ্ডখনত সুৰটোৰ বৰ্ণনা আছিল এনেদৰে : Seven Nyhur Kwartet/Varstjena, Vals, Fele 3 : 19। মই তাৰ অৰ্থটো নেজানো। কে'ছেটটো যতনে থৈ দিছোঁ। ৰুমানিয়ান সুৰটোৰ শিল্পী Gheorge Lamfir আৰু আইৰিছ শিল্পীজনৰ নাম James Galway। গ্লাচগো'ত থাকোঁতে মই তাৰ ৰাজহুৱা পুথিভঁৰালৰ পৰা দুদিন দুখন কিতাপ অনাই পঢ়িবলৈ সুযোগ পাইছিলোঁ। এখন হ'ল, মে'টাৰলিংকৰ 'মন্না ভান্না'; আনখন নোয়েল কাৱাৰ্ডৰ 'Cavalcade'। সেই দুখনৰ পৰা বহু কথা মোৰ টোকা-বহীত টুকি আনিছিলোঁ। 'Cavalcade' আৰু 'Monna Vanna' পঢ়িবলৈ নোপোৱা হ'লে, মই 'নাট্যশিল্পী জ্যোতিপ্ৰসাদ' নামৰ দীঘলীয়া তুলনামূলক আলোচনাযুক্ত প্ৰবন্ধটো কোনোকালেই লেখি উলিয়াব নোৱাৰিলোঁহেঁতেন। মোৰ সেই কেছে'টটো এদিন সংগীতজ্ঞ বীৰেন ফুকনৰ আগত বজাই শুনোৱাৰ ইচ্ছা এটা আছে। কাৰণটো ইয়াত নিলিখোঁ।

অৱশেষত, ১৩ জুলাইৰ আবেলি ডাঃ ঠাকুৰীয়া সপৰিয়ালে ওলাল আমাক লণ্ডনত থৈ আহিবলৈ। বাটত বাৰ্ণচলি ( Barnsley ) নামৰ মফচল-চহৰ এখনত থকা ৰমাকান্ত ভাৰাটিয়া নামৰ এজন ভাৰতীয় মানুহৰ ঘৰত সোমাইছিলোঁ। তাৰ পাচত, য়ৰ্কশ্বায়াৰ (Yorkshire) চহৰৰ কাষেদি বৈ যোৱা উৰ ( Ure ) নদীত খেলি ফুৰা মটৰ-বোট সমূহৰ সমাৱেশ চালোঁ। তাৰ পাচত, লীড্‌চ ( Leeds ) চহৰতো উৰুঙাকৈ সোমাই আহিলোঁ। গধূলি লণ্ডন পালোঁগৈ। পোনতে ডাঃ ঠাকুৰীয়া আৰু অনিমেশৰ উমৈহতীয়া বন্ধু ডাঃ নীলমণি শিকদাৰৰ ঘৰত ৰাতিৰ আহাৰ খালোঁ। তাৰ পাচত, আগতে বন্দোৱস্ত কৰি থোৱা মতে ড° তৰুণ দাস ওলাইহি। মোৰ প্ৰাক্তন ছাত্ৰজনে আমাক তেওঁৰ 84 Kingsbridge Road ঠিকনাৰ ঘৰটো পোৱালেগৈ। তেওঁৰ পৰিবাৰ শ্ৰীমতী মুকুট দাসৰ লগত আমাক চিনাকি কৰি দিলে। মুহূৰ্ততে তেওঁৰ মধুৰ ব্যক্তিত্বই মোৰ মনত এটা স্থায়ী চাব বহুৱাই দিলে। অত্যন্ত উৎসাহী, প্ৰাণোচ্ছল, নিৰহংকাৰিণী আৰু

আত্মবিশ্বাসেৰে পৰিপূৰ্ণ সেই মানুহজনী লৈ ড° তৰুণ দাসৰ জীৱনটো সঁচাসঁচিকৈয়ে সুখী। ক'বলৈ পাহৰিছোঁ, ঘৰলৈ লৈ যাবৰ সময়ত আমাক টেম্‌ছ (Thames) নদীৰ তলেদি Dartland Tunnel টোৱেদি লৈ গৈছিল, যিটো একালত পৃথিৱীৰ অপূৰ্ব বিস্ময়েই আছিল। আজি আৰু সি বিস্ময় হৈ থকা নাই। কাৰণ, গোটেই বিলাতখনেই নদীবোৰৰ পাৰাপাৰ সুৰংগপথময় হৈ পৰিল।

জুলাইৰ ১৪ তাৰিখটো মোৰ মনত থাকিব। সেইদিনা লণ্ডন চোৱাৰ ব্যস্ততাতেই কটালোঁ। পোনতে চালোঁ, বিখ্যাত ৰিজেণ্ট পাৰ্ক। তাত দেখিছিলোঁ, গান-বাজনাৰ দল এটা। বেগু্‌ আৰু পাইপৰ তালে তালে হাফপেণ্ট-ফুল মোজা পিন্ধা এজন গাঠলু চেহেৰাৰ ডেকাই গান গাই থকা দেখি মোৰ হাঁহি উঠিছিল। ওচৰৰ দোকান এখনৰ পৰা কিনি অনা পেকেট-লাঞ্চৰ টোপোলা এটাৰ পৰা আমি সেই পাৰ্কখনতে দুপৰীয়াৰ আহাৰ খাই ল'লোঁ। কাগজৰ বন্ধ গিলাচত লৈ যোৱা গৰম চাহখিনিও তাতে খালোঁ। তাৰ পাচত ওলালোঁ, বাকিংহাম ৰাজপ্ৰাসাদ চাবলৈ। ছবিখনৰ লগত চিনাকি যদিও, ভবা নাছিলোঁ—সঁচাসঁচিকৈয়ে যে ৰাজকাৰেং বোলা অট্টালিকা এটা সিমান নিৰলংকাৰ হ'ব পাৰে! তাৰ পাচত, আমি আৰু কেইটামান বস্তু চালোঁ: পাৰ্লিয়ামেণ্ট ভৱন, হোৱাইট হল, ট্ৰাফালগাৰ স্কোৱাৰ আৰু ৰাছেল স্কোৱাৰ। ট্ৰাফালগাৰ স্কোৱাৰত সৰু ঘটনা এটা ঘটিছিল। ঠাইডোখৰ হ'ল, দহোটা ৰাজপথৰ সন্ধিস্থল। স্বাভাৱিকতে মানুহ আৰু গাড়ীৰে ঠাহ খাই থাকে। আলি-দোমোজাৰ সেউজীয়া-নীলা-ৰঙা চাকিৰ সংকেত নেচাই খোজ দিলেই বিপদ ঘটাৰ সম্ভাৱনা। ৰঙা চাকিৰ পাচত নীলা চাকি জ্বলি উঠাৰ লগে লগে সেইটো বাটৰ গাড়ীবোৰৰ সকলো ড্ৰাইভাৰ ব্ৰেক এৰিবলৈ প্ৰস্তুত। এনেতে গীতা সোমালগৈ বাটৰ মাজত। কলিকতা বা গুৱাহাটী হোৱা হ'লে, সেইদিনা তেওঁৰ পৈত্ৰিক প্ৰাণটো তাতে উদ্ধাৰ হ'লহেঁতেন। তেওঁ হুঁহকি যাব খোজোঁতেই কেইবাখনো গাড়ীৰ ড্ৰাইভাৰে তেওঁক হাঁহি হাঁহি আশ্বাস দিলে, "Yes, cross the road. We shall be waiting, don't hurry." ক'ব নোৱাৰোঁ, তেওঁলোকে যদি চিনি পাইছিল, এই বিদেশিনী কোনোবা 'লাহে-লাহে'ৰ দেশৰ পৰা লণ্ডনত ওলাইছেহি—খৰকৈ খোজ দিলে ক'ৰবাত উজুটি খাব!

আমি সিপাৰ পালোঁগৈ। নেলছনৰ মূৰ্তিটোৰ তলত হেজাৰ-হেজাৰ পাৰ চৰাই উবুৰি খাই পৰিছেহি তেতিয়া। পাহৰিব নোৱৰা দৃশ্য সেইটো। অকল পাৰ চৰাইৰ বিৰাট সমাৱেশ চাবলৈকে কেউকাষৰ বে'লিঙত আঁউজি থাকেহি হেজাৰ-হেজাৰ মানুহ।

ইতিমধ্যে, তৰুণ দাস আমাৰ লগ এৰি ক'ৰবাত কিবা এটা 'ইণ্টাৰভিউ' দিবলৈ গ'ল। ক'লে, "আপোনালোক তাতে বৈ থাকিব পাৰ চৰাই চাই। মই আধা ঘণ্টাৰ পাচতে পামহি।" মই সুধিলোঁ, "যদি তুমি উভতি আহোঁতে পলম হয়! ইণ্টাৰভিউৰ কথা নহয় জানো?" তেওঁৰ উত্তৰ দিলে, "পামহিয়েই। ইয়াৰ ইণ্টাৰভিউবোৰ আমাৰ ফালৰ নিচিনা নহয়।" তেওঁ গ'লগৈ। মই চিন্তা কৰিবলৈ ধৰিলোঁ: আজি কি হয়—ঠিক নাই! তৰুণ দাস তো গ'লগৈ ইণ্টাৰভিউ দিবলৈ। এতিয়া তেওঁৰ পাল পৰোঁতে ৰাতি নহ'লেই ৰক্ষা! আচৰিত কথা, চল্লিশ মিনিটমানৰ পাচতে তেওঁ উভতি আহি লগ ধৰিলেহি। মই সুধিলোঁ, "কি হ'ল, ইণ্টাৰভিউ নহ'ল নেকি?" তেওঁ উত্তৰ দিলে, "হ'ল। দিলোঁ। খবৰ পাম পৰহিলৈ।" বাকীখিনি কথাও গম পালোঁ। তেওঁক সময় দিছিল, ২ বাজি ১৫ মিনিটত। তেওঁৰ পাচৰ প্ৰাৰ্থীজন ৰ'ল; তেওঁক ঠিক ২ বাজি ১৫ মিনিটত ভিতৰলৈ মাতিলে। আধা ঘণ্টাৰ পাচত তেওঁক বিদায় দি আনজনক মাতি পঠিয়ালে। মোৰ মনত পৰিছিল, আ'নৰ মুখৰ কথা এষাৰ: "Bhindeu, in this country time is the costliest commodity." ভাবিব নোৱৰাকৈ আখৰে আখৰে সঁচা। তিনি দিনৰ পাচত তৰুণ দাসলৈ চিঠিখন আহিছিল, সৰহীয়া দৰমহাৰ চাকৰীটো তেওঁৱেই পাইছে। আমেৰিকালৈ যাব লাগিব।

যি কি নহওক, আমি সেইদিনা আৰু মাত্ৰ এটা বস্তু চাবলৈহে সময় হ'ব। কোনটো চাম—বৃটিছ মিউজিয়াম নে মাডাম টুচ্যো (Madam Tussaud)ৰ জীৱন্ত মূৰ্তিবোৰ। বহু সময়ত চাবলৈ অহা মানুহবোৰকে মূৰ্তি বুলি ভুল হয় আৰু সঁচা মূৰ্তিবোৰকে থৰ হৈ থকা কোনোবা দৰ্শক যেন লাগি যায়। তাত ভাৰতীয় মানুহৰ মূৰ্তি বুলিবলৈ এজনৰ মূৰ্তিহে দেখিলোঁ—গান্ধীজীৰ। তেজ-মঙহৰ ৰূপত গান্ধীজীক মই মোৰ জীৱনকালত দেখা নেপালোঁ। সেইদিনা আচল দৈ-ৰ জুতিটো ঘোলৰ চক চেলেকিয়েই ল'লোঁ—পৰৰ দেশত!

পণ্ডিত নেহৰুৰ মূৰ্তিটো হেনো তেতিয়া গঢ়িছে আছিল। সেয়া দেখা হ'লে ক'ব পাৰিলোহেঁতেন—দৈ আৰু ঘোলৰ মাজত পাৰ্থক্য ঠিক কিমানখিনি!

উভতি আহোঁতে আমি চেপেলহাম কমন (Chapalham common)-ৰ কাষেদি আহিলোঁ। বিৰাট মুকলি পথাৰ। যেনিবা কলিকতাৰ 'গড়েৰ মাঠ'! ৰাতি ভাত খালোঁ, মোৰ স্কুলীয়া দিনৰ বন্ধু ডাঃ লীলা বৰা আৰু গীতাৰ তাহানিকালৰ বান্ধৱী শ্ৰীমতী মা'তুৰ ঘৰত।

পাচদিনা দেওবাৰ ১৫ জুলাই। সেইদিনাও লণ্ডনৰ আন কিছুমান দৰ্শনীয় ঠাই চালোঁ। ৰিচ্‌মণ্ড্‌ পাৰ্ক (Richmond Park) চোৱাৰ কথা নাছিল। হঠাৎ সোমাই পৰিলোঁ। ঠাইখনৰ নাম মই ৰবীন হুডৰ কাহিনীত পাইছিলোঁ। তৰুণ দাসক সুধিলোঁ, "এইখনেই নহয় জানো ৰবীন হুডৰ অৰণ্যখন?" তেওঁ যেতিয়া 'হয়' বুলি উত্তৰ দিলে, মই তেতিয়া ক'লোঁ, "ব'লা, চাই যাওঁ।" ৰবীন হুডৰ অৰণ্য এতিয়া আৰু নাই। তথাপি চকুত পৰিল, শ শ হৰিণা পহু চৰি ফুৰিছে। মোৰ তেতিয়া মনত পৰিছিল, উহগুৱাৰমিয়াৰলৈ। মনত পৰিছিল, Dorothy's Walk নামৰ বাটটোৰ কাষত ৰং মনে মুখত ঘাঁহ লৈ চৰি ফুৰা হৰিণাজাকলৈ। সিহঁত আৰু ইহঁতৰ ভিতৰত কিবা এটা পাৰ্থক্য আছে। কিন্তু, কি সেই পাৰ্থক্য—মই নিজেই ক'ব নোৱাৰোঁ। হয়তো কুঁৱলী আৰু ৰ'দৰ পাৰ্থক্য! পাৰ্কখনৰ কাষেদি টেম্‌চ নদী বৈ গৈছে।

ৰিচ্‌মণ্ড্‌ পাৰ্কৰ পাচত কিউ গাৰ্ডেন (Kew Garden)-ত সোমাই পৰিলোঁ। সেইখন বিশ্ববিখ্যাত এখন উদ্ভিদ্‌-উদ্যান। ইংলেণ্ডৰ মানুহে তাৰ বতৰত দেখিবলৈ নোপোৱা গছ-গছনি গুল্ম-লতা কৃত্ৰিম উপায়েৰে জীয়াই দি ৰাখিছে। ক'ব পাৰি, সেইখন জীৱন্ত গছ-লতাৰ মিউজিয়াম। তাত থকা hot house-টো চাবলগীয়া। কাঁচৰ প্ৰকাণ্ড ঘৰ এটাৰ ভিতৰত গৰম দেশবোৰৰ গছ-গছনি জীয়াই ৰাখিছে। এঠাইত দেখিলোঁ, এজোপা তামোল গছ—তাত থোকাথোকে তামোল লাগি আছে। গছজোপাৰ গা'ত পাণ এজোপা বগাই আছে। দেখিলোঁ, কেইবাটাও সঁচৰ কল গছ, কেইবাজোপাও ভিন ভিন জাতিৰ বাঁহ গছ আৰু কেইজোপামান অমিতা গছ। কল আৰু

অমিতা লাগি আছে। আন এঠাইত দেখিলোঁ: বগা লাও, জাতি লাও, তিয়ঁহ, চিৰাল আৰু বাঙী। আমাৰ ফালে ভাল ভাল ৰাবীচো আটাইবোৰ একেলগে সিমান উভৈনদীকৈ দেখা নেযায়। আকৌ এঠাইত দেখিলোঁ, তিতা কেৰেলাৰ গছ একোপাত ছুটামান কেৰেলা পকি ফাটি আছে। গৰমত ঘামি উঠিলোঁ। গৰম কোটটো সোলোকাই হাতত ল'লোঁ। টাইডালৰ গাঁথিটোও ঢিলা কৰি ল'লোঁ। তাৰ মাজতে দেখিলোঁ, চুকে চুকে কিছুমান ল'ৰা-ছোৱালী; টোকা-বহী লৈ কিবাকিবি টুকিছে নাইবা ড্ৰইং-বহী লৈ ইটো-সিটো আঁকিছে! তেওঁলোকে 'ৰিছাৰ্চ' কৰিছে। জুইজ্বলা গৰমত থাকিব নোৱাৰি বাহিৰলৈ ওলাই আহিলোঁ। সেমেকা বতাহত কঁপি উঠিলোঁ। লৰালৰিকৈ কোটটো আকৌ পিন্ধি ল'লোঁ।

বাহিৰলৈ ওলায়েই তৰুণ দাসে ক'লে, "সৌ ঘৰটোলৈ যাও ব'লক। তাত এপাহ প্ৰকাণ্ড পদুম ফুল আছে। দেশ-বিদেশৰ পৰা বহুত মানুহ অকল সেইপাহ চাবলৈকে আহে।" মই তাৰ বৰ্ণনাটো শুনি ক'লো, "Nymphia Lotus নেকি? তাত বাৰু এটা ফৰমূলা লিখি থোৱা আছে নেকি—P∞A∞G∞?" গৈ দেখিলোঁ, হয় সেইপাহ ফুলেই, কাঠৰ ফলি এখনত ফৰমুলাটোও সেইদৰেই লিখা আছে। আচল কথা হ'ল, তাহানি কটন কলেজত পঢ়ি থাকোঁতে এদিন অধ্যাপক অতুল দত্তৰ 'A Texbook of Botany'খনত পাইছিলোঁ, সেই ফৰমূলাটো। মই আচৰিত হৈ গৈছিলোঁ, উদ্ভিদ-বিজ্ঞানতো তেনেহ'লে ফৰমূলা থাকে। মোৰ পৃষ্ঠাটোও মনত ৰৈ গৈছিল, কিতাপখনৰ য'ত সেই কথাবাৰ আছিল।

তৰুণ দাসক মই ক'লোঁ, "হাইড্ পাৰ্ক দেখুৱাই আনিবাগৈ, ব'লা।" তেওঁ আমাক লৈ গ'ল সেই ঠাইডোখৰলৈ। যেনিবা আমাৰ ফালৰ দেওবৰীয়া হাট এখনহে—বক্তাৰ উজান উঠিছিল। সৰহভাগেই ধৰ্মসম্বন্ধীয় বক্তৃতা দি আছিল। এজন নিগ্ৰো বক্তাই পেকিং-বাকচ এটাত উঠি হাঁহি হাঁহি নেশ্যনেল পাৰ্টিৰ বৰ্ণবৈষম্য সম্পৰ্কীয় নীতিৰ নিন্দা কৰি আছিল। থমকি অলপ পৰ শুনিলোঁ। পাগত উঠাগৈ নাই। এজনৰ কথাবোৰ শুনি চালোঁ। মাৰ্ক্সবাদী বক্তা—বৃটিছ গণতন্ত্ৰৰ মূৰ চোবোৱাৰ ইচ্ছা। আন এজনৰ ওচৰত ৰ'লোঁ গৈ। সিজন নৈৰাজ্যবাদী। প্ৰত্যেকৰে ওচৰে ওচৰে একোমজু

মানুহে—খোঁচাহি কিলিবিলিয়ে উখলমাখল লগাই আছিল। যি কি নহওক, মই বৰ মুগ্ধ নহ'লো কাৰো বক্তৃতা শুনি। উভতি আহিলোঁ, ৰিজেন্ট পাৰ্কৰ কাষেদি। চকুত পৰিছিল, হালে হালে ডেকা-গাভৰু ডিঙিত ধৰাধৰিকৈ ঘাঁহনিত শুই আছে। নেলছন স্কোৱাৰতো আগতিয়া দেখা পাইছিলোঁ, আমাৰ ওচৰতে বেঞ্চিত আউজি লৈ এজন ডেকাই এজনী গাভৰুক অতি আবেগেৰে সাৱটি ধৰি চুমা খাইছে। সিহঁতৰ জীৱনত লুক-চাক বোলা বস্তুটোৱেই নাই। ক'ৰবাত তাহানি পঢ়িছিলোঁ, চাৰ্চিলে হেনো এবাৰ দেৱাংগভূষণ বস্ত্ৰ পিন্ধিয়েই গা-ধোৱা ঘৰৰ পৰা ওলাই আহি চ'ৰাঘৰলৈ সোমাই অহা ৰুজভেল্টক কৰমৰ্দন কৰিছিলগৈ। অপ্ৰস্তুত হৈ পৰা ৰুজভেল্টক তেওঁ হেনো কৈছিল, "We Britishers have nothing to hide from our friends."

সেই চাৰ্চিল আৰু বৰ্তমান কালৰ মাৰ্গাৰেট থেচাৰৰ চৰকাৰী কাৰ্যালয় ১০নং ডাউনি ষ্ট্ৰীটৰ ঘৰটোও চাই আহিলোঁগৈ। বাকিংহাম ৰাজপ্ৰাসাদ যিদৰে অতি নিৰলংকাৰ, এইটোও সেই তেনেকুৱাই। দুয়োকাষে আটাইকেয়োটা কেইবাগৰাকীও ঘাই মন্ত্ৰীৰ—স্বৰাষ্ট্ৰ, বৈদেশিক আৰু বিত্ত বিভাগৰ—কাৰ্যালয় তথা বাসভৱন। ভাবিবই পৰা নাছিলোঁ, সিবোৰৰ চোতালৰ লেখীয়া পদূলিটো যে সকলোৰে বাবে ইমান মুকলি হ'ব পাৰে! পদূলিমুখত কেৱল এজন পুলিচ চাৰ্জেণ্ট মাৰ্বলৰ মূৰ্তি এটাৰ দৰে থৰ হৈ থিয় দি আছিল। বহুপৰৰ মূৰত একোবাৰ চকুৰ পচাৰ নেদেখা হ'লে, তেওঁক মাডাম টুচোৱে গঢ়া এটা মূৰ্তি বুলিয়েই ঠাৱৰালোঁহেঁতেন। মোৰ দুষ্ট বুদ্ধি এটা খেলাই গৈছিলহি। মই তেওঁৰ কাষতে থৰ হৈ থিয় দিলোঁগৈ। তৰুণ দাসক ক'লোঁ, "ছবি এখন লোৱাঁ।" তৰুণ দাসে ছ'বখন তুলিলে। পিচে, তৰুণ দাসে তোলা ছবিবোৰৰ এখনো মোৰ হাতত নপৰিলহি। হয়তো পাচত আমেৰিকালৈ যোৱা খপজপনিত কেনেবাকৈ তেওঁৰ হাততে হেৰাল!

তাৰ পাচত, আমাক সেইদিনা তেওঁ Tower of London-টো দেখুৱালেগৈ। কাষেদি বৈ গৈছে, টেম্‌চ নদী আৰু অদূৰত টেম্‌চৰ ওপৰৰ সেই বিখ্যাত দলংখন, যিখন দলঙৰ মাজৰ খোৱা তাহানি জিখৌৰ দলংখনৰ মাজছোৱা দণ্ডাৰ লেখীয়াকৈ দাঙিব পাৰি। অৱশ্যে,

অলপ বেলেগ। মাজৰ হোৱা মাথোন আগ ছুটা ছিঙি ওপৰলৈ তুলি নিনিয়ে। বৰং, মাজতে ছুটুকুৰাকৈ ছিঙি ছুভাল হাতীৰ শুঁৰৰ নিচিনাকৈ ওপৰলৈ তুলি নিয়ে। তলেদি তেতিয়া জাহাজবোৰ খতি-খুন নোহোৱাকৈ পাৰ হৈ যায়। টাৱাৰ অব্ লণ্ডন চাই থাকোঁতে মোৰ মনত পৰিছিল, চাৰিটা শতিকাৰ অসংখ্য বন্দীৰ ডিঙিবোৰেদি উজাৰ খাই অহা তপত তেজনিয়াহবোৰৰ কথা। মনত পৰিছিল, ৰাণী এলিজাবেথৰ প্ৰেম-নিবেদন প্ৰত্যাখ্যান কৰি বন্দীত্ব যাপন কৰা ছাৰ ৱাল্টাৰ ৰেলে'ৰ ছবিখন। ভিতৰলৈ সোমাই চাবলৈ মন নগ'ল। ছুৰ্গসদৃশ সেই বিৰাট কাৰাগাৰটোলৈ অকোৱা-পকোৱা ধৰণেৰে লাহে লাহে উঠি যোৱা বগুচুৱা বাটটো মাথোন খচকি চালোঁ। আৰু বেচি নেচালোঁ। সেই বিলাতৰ তাহানিখনৰ তিহাৰ কাৰাগাৰ। উভতিলোঁ। উভতি আহোঁতে ৱেষ্টমিনষ্টাৰ ব্ৰিজ্ খন পাৰ হবৰ সময়ত চাই পঠিয়াইছিলোঁ, পাৰ্লিয়ামেণ্ট ভৱনৰ চূড়াত থকা চাৰিওফালৰ পৰা দেখা পোৱা বিগ্ বেন ( Big Ben ) নামৰ ঘড়ীটোলৈ, য'ত জিলিকি থাকে শূন্য দ্ৰাঘিমাৰ সময়। বুঢ়া সময়ে মোক যেন মাত লগাই কৈছিল, "তহঁতৰ দেশত এইমাত্ৰ আজিৰ দিনটো মোৰ হাতৰ আঁজলিলৈ খহি পৰিছে। উভতি যাগৈ, তোৰ পাৰপত্ৰত আৰু তো বেচিদিন ইয়াত খলি পুতি থকাৰ ব্যৱস্থা নাই।"

১৬ তাৰিখে এজন চৈধ্য বছৰ হেৰাই থকা ল'ৰাক বিচাৰি পালোঁ। ডিব্ৰুগড়ৰ যিটো চুবুৰীত আমি তেতিয়া আছিলোঁ, সেই উদয়পুৰৰ পৰা তপন শৰ্মা নামৰ ল'ৰা এটা বিলাতলৈ কেৱল যোৱাৰ খৰচটো লৈ ঘৰ এৰি গুলাই গৈছিল। তেতিয়া সেই ল'ৰাটোৱে আনকি প্ৰবেশিকাৰ ডেওনাখনো পাৰ হোৱা নাছিল। জলপথে-স্থলপথে নানা ঠাই ঘূৰি-পকি বিলাত পাইছিলগৈ। পোনতে চিঠিপত্ৰ দিছিল, পাচলৈ নিদিয়া হ'ল। ল'ৰাটোৰ নাম আছিল তপন শৰ্মা। বিলাতলৈ যোৱা বহুতৰে পৰা খবৰ ল'লোঁ। কোনেও কোনো খবৰ আনি দিব নোৱাৰিলে। আমি গুলাই আহিবৰ সময়ত মাকে গীতাক কৈছিলহি, "আন একো নালাগে। মাথোন এইখিনি খবৰ আনি দিলেই তোমালোকৰ ওচৰত চিৰদিন ঋণী হৈ থাকিম—সি কেতিয়া কেনেকৈ মৰিল!" কথাষাৰ আমাৰ মনত আছিল। মই হাম্পাতালত থকা সময়ছোৱাত গীতাই বহুতো প্ৰবাসী অসমীয়াৰ ওচৰতে খবৰ

ক'লে। কোনেও ক'ব নোৱাৰিলে, তেতিয়াও জীয়াই আছে নে নাই! আমি গ্লাচ্‌গো এৰাৰ আগদিনা এক অপ্ৰত্যাশিত সূত্ৰৰ পৰা খবৰ এটা পালোঁ—আছে, তপন শৰ্মা আছে। তেওঁৰ টেলিফোনৰ নম্বৰটো 01-794-8892।

সেইদিনা আবেলিপৰত গীতাই সেই নম্বৰত ফোন কৰিলে। বহু কথা কটাকটিৰ পাচত বৰফ গলিল। ক'লে, "আপোনালোক বাৰু আহিব নালাগে। ময়েই যাম। ফোনৰ নম্বৰ যেতিয়া পাইছে, ঠিকনাটোও নিশ্চয় পাইছে: 47, Balsize Square, London NW3।" গধূলি তেওঁ ওলালহি। আচলতে, তেওঁৰ ঘৰৰ ওপৰত অভিমান উপজিছিল। মাজতে মই তেওঁক ক'লোঁ, "তোমাৰ কথা আটাইবোৰ মই এই Two-in-one-টোত ৰেকৰ্ড কৰি লৈছোঁ। এতিয়া তুমি তেওঁলোকক কিবা ক'বা নেকি তোমাৰ নিজৰ মুখেৰে?" ভঙা ভঙা অসমীয়াৰে ক'লে—সম্পূৰ্ণ ১৪টা বছৰ কোনো অসমীয়াৰ লগত কোনো সংশ্ৰৱ নাই, অসমীয়া পাহৰি যোৱাটোৱেই স্বাভাৱিক—"মা, মই ভালে আছোঁ। মই এবাৰ যাম।" মই ক'লোঁ, "তোমাৰ girl-friendজনীৰ ছবি এখন দিবা। তোমাৰ মাৰাক দেখুৱামগৈ, ভাল পাব।" তেওঁ ক'লে, "ছাৰ, মই সিমানদূৰলৈকে যোৱা নাই।" পাচদিনা তেওঁ আমাক এটা গ্ৰীক হোটেলত ডিনাৰ খুৱালে—খুব ধুমধামকৈ। কথাষাৰ কৈ থওঁ, ডেৰ মাহ মানৰ পাচতে এদিন মাজৰাতি লণ্ডনৰ পৰা ফোন-কল পালোঁ। তপন শৰ্মাৰ মাত, "ছাৰ, মীনাইঁতক ক'ব—মই এই সপ্তাহতে ডিব্ৰুগড়লৈ গৈছোঁ।" সেই যে আহিছিল, তাৰ পাচত দুবাৰ নে তিনিবাৰ আহিছিল। মোৰ ডাঙৰ ছোৱালী মুনৰ বিয়াও খাই গ'লহি। তাৰ কেইদিনমানৰ আগতে এজনী অসমীয়া ছোৱালীও বিয়া কৰালে। অপৰূপ ধুনীয়া। মেমডকৈয়ো।

১৭ তাৰিখে প্ৰায় এনেয়ে কটালোঁ। যেনিবা 'কিনা হাঁহৰ ঠোটলৈকে মঙহ' বুলি ক'ৰবালৈ ওলালোহেঁতেনেই—কিমান নো চাব পাৰিলোহেঁতেন! বাংগালী মুকুটে গীতাক ক'লে, "বাইদেউ, ব'লক এবাৰ টিউব-ট্ৰেইনত উঠিব।" ময়ো ওলাই গ'লোঁ। Oxford Circus নামৰ গাঁওৰ ভিতৰৰ ষ্টেচনটো পালোঁগৈ। টিকেট ল'লোঁ। খুচুৰা পেনিকেইটা ট্ৰে' এখনত আপোনাআপুনি ওলাই আহিল।

গেটখনতো চেকাৰ বাবু নাই। যন্ত্ৰ এটাত টিকেটখন সুমুৱাই দিলোঁ। গেটখনো মুকলি হৈ গ'ল, টিকেটটোও সিপাৰৰ যন্ত্ৰৰ মুখত ওলালগৈ। পাৰ হৈ গ'লোঁ, গেটখনো বন্ধ হৈ গ'ল। যন্ত্ৰটো দেখিবলৈ এডাল ঘূৰি থকা ফিটাৰ লেখীয়া। প্লেটফৰ্মতো বেচি মানুহ নাই। গাড়ী আহিল, থমকিল, কাঁচৰ দুৱাৰ আপোনাআপুনি দুফাল হৈ মেল খালে। আৰু আমি খৰধৰকৈ সোমালোঁ কি নোসোমালোঁ, দুৱাৰ দুখন দুয়োফালৰ পৰা চলি আহি জাপ খাই গ'ল আৰু গাড়ীয়েও গা লৰালে। কেইমিনিটমানৰ পাচতে Tottenham নামৰ ষ্টেচন পাই আমি নামি গ'লোঁ। তাৰ পাচত, এস্কেলেটৰত উঠি আমি গাঁতৰ মুখ পালোঁগৈ। পাহৰিলোঁ, আমি ক'ত চিটি-বাছত উঠিছিলোঁ– গ্লাচগো'ত নে সেইদিনা লণ্ডনতে! সোমাওঁতেই টিকেট ল'ব লাগে। উঠিয়েই বহিবলৈ পোৱা যায়। সেইদিনা গধূলি তৰুণ দাসে আমাক পিকাডিলি চাৰ্কাচ ( Picadilly Circus ) দেখুৱাই আনিলেগৈ। নিয়ন-উজ্জল মায়াপুৰী সেই ঠাইডোখৰ।

কোনোবা এজনে—কোনে কৈছিল, মনত নাই—এদিন গীতাক বিলাতৰ ঐশ্বৰ্যবোৰৰ কথা বৰ্ণাই উঠি কৈছিল, "পৃথিৱীৰ আৰু ক'তো নাই ঐশ্বৰ্যৰ এই পয়োভৰ। ভাৰতত তো ভাবিবই নোৱাৰি।" অলপ অভদ্ৰৰ দৰেই মই সিজনৰ সমুখতে গীতাক কৈছিলোঁ, "কাৰণ এনেকুৱা ডকাইত জাতি এটা পৃথিৱীৰ আৰু ক'তোৱেই নাই। গোটেই উনবিংশ শতিকাটো ইহঁতে কেৱল ডকাইতিয়েই কৰিলে। কোহিনুৰ হীৰাখণ্ডৰ পৰা টিপু চুলতানৰ মৃতদেহৰ বাখৰ খটোৱা চাপকনটোলৈকে।" যোগ দিয়া নাছিলোঁ, আৰু এষাৰ কথা: তাজমহলটোও তুলি আনিলেহেঁতেন, যদি কেনেবাকৈ খান্দি আনিব পাৰিলেহেঁতেন।

১৮ তাৰিখে ৰাতিপুৱাই দুঃসংবাদ। বাটৰ কাষত থৈ দিয়া আন কেইবাখনো গাড়ীৰ লগতে তৰুণ দাসৰ গাড়ীখনো আন এখন গাড়ীয়ে কেনেবাকৈ খুন্দিয়াই থৈ গ'ল। আবেলি বীমা কোম্পানীৰ মানুহে তদন্ত কৰি লগে লগে ক্ষতিপূৰণ দি যাবহি। ক'ত জানো এখন কাৰ্টুন ছবি দেখিছিলোঁ, জাৰ্মানীত মটৰ-দুৰ্ঘটনা এটা হোৱাৰ লগে লগে তাত আঠজন মানুহ গোট খাইছেহি: এজন যাজক ( Chaplain ), এজন পুলিচ চিপাহী, এজন উকীল, এজন ডাক্তৰ, এজন ইন্সিওৰেন্স এজেন্ট, এজন সন্তমৃত-পৰীক্ষক ( Coroner ), এজন

বাতৰি যোগনিয়াৰ ( Correspondent ) আৰু এগৰাকী নাৰ্চ। কাৰ্টুনখনৰ শিৰোনামাটো আছিল, Within Five Minutes! তৰুণ দাসৰ গাড়ীখনৰ দুৰ্ঘটনা ( accident ) নাছিল—এটা দুৰ্দৃষ্ট ( mishap ) হে আছিল। প্ৰশ্ন হ'ল, হিথ্ৰো লৈ যাম কেনেকৈ? তৰুণ দাসে ক'লে, "মোৰ এজন আইৰিছ বন্ধুৱে থৈ আহিবগৈ। তেওঁৰ নাম মিঃ ব্ৰিয়ান ( Mr. Brian )।"

তিনি বজাৰ লগে লগে মিঃ ব্ৰিয়ানৰ গাড়ী তৰুণ দাসৰ ঘৰৰ আগত ৰ'লহি। আমি সকলোৰে পৰা বিদায় লৈ গাড়ীখনত উঠিলোঁহি। দহ মিনিটমানৰ ভিতৰতে আমি হিথ্ৰো পালোঁগৈ। মাল-বস্তুবোৰ জুখিবলৈ দিওঁতে ভাবি আছিলোঁ, জানোচা অতিৰিক্ত কিবা দিবলগীয়া হ'ল। ওচৰতে থিয় হৈ আনফালে চাই থকা মিঃ ব্ৰিয়ানে চকুৰ ঠাৰেৰে মোক তেওঁৰ ভৰিৰ ফাললৈ চাবলৈ ক'লে। চাই মোৰ হাঁহি উঠি গ'ল। দেখিলোঁ, তেওঁৰ এপাট জোতাৰ আগটো দেখোন পাল্লাৰ তলত। পাল্লাখন দাঙি ধৰিছে। সেইটোৱেই আইৰিছ চৰিত্ৰ—কোনেও নেদেখা আসন্ন বিপদটোৰ গোন্ধ আগতীয়াকৈ পায়, ব্যৱস্থাও ল'ব জানে খৰতকীয়াকৈ। সময়ত দেখিলোঁ, লাউঞ্জৰ সমুখতে থকা দুখন প্ৰকাণ্ড দুৱাৰৰ এখন খোল খালে। মই উঠিব খোজোঁতেই মিঃ ব্ৰিয়ানে ক'লে, "Don't hurry, that is theirs. For us, the other one Second class people of the Commonwealth we happen to be." লগে লগে দুষ্ট ধৰণেৰে মিচিকি হাঁহি এটা মাৰি দিলে। সেই হাঁহিটোৰ সকলো-খিনি ব্যঞ্জনা মোৰ মগজুত বিৰিঙি উঠিবলৈ নৌ-পাওঁতেই 'কমনৱেল্‌থ' বুলি লিখি থোৱা দুৱাৰখনো মেল খাই গ'ল। মিঃ ব্ৰিয়ানৰ পৰা বিদায় লৈ দীঘলীয়া চৰাঘৰ এটা পালোঁগৈ। 'এয়াৰ ইণ্ডিয়া'ৰ প্ৰস্থান-পথ বোলে ১৯নং দুৱাৰখনেদি। দেখিলোঁ, বহুতো যাত্ৰী conveyer's belt এডালত উঠি আপোনাআপুনি গৈ আছে। খোজকঢ়াৰ কষ্ট নকৰি আমিও তাতে উঠি দিলোঁ। মুহূৰ্ততে সিমূৰ পালোঁগৈ।

নিৰ্দিষ্ট সময়ত আমি বিমানখনত উঠিলোঁগৈ। অলপ সৰু, আন্তৰ্জাতিক উৰণৰ বাবে। ভৰি দুখন মেলিবলৈ বৰ বেচি খালী ঠাই নাই। বোলছবি ইত্যাদি দেখুওৱাৰো ব্যৱস্থা নাই। খোৱা-বোৱাখিনি

অৱশ্যে ভাল। সময়ত সেইখন ৰাণ-ৱে'ত উঠিলগৈ। উভতি চাই দেখিলোঁ, পাচপিনে আৰু দুখন বিমান। আমাৰ বিমানখনে দোপ এটা লৈ আকাশৰ পিনে উৰা মাৰিলে। চাই দেখিলোঁ, আমাৰ পাচে পাচে অহা বিমান দুখনো উৰিল।

কিছু সময়ৰ পাচতে অনুমান কৰিব পাৰিলোঁ, আমি উভতি অহা আকাশী বাটটো এইবেলি বেলেগ। আৰু এটা কথা অনুমান কৰিব পাৰিলোঁ, যদিও বিমানখনৰ গতিটো আগৰ বাৰৰ 'এয়াৰ বাছ'খনতকৈ কম হ'লেও বেচি নহয়। তথাপি সময়বোৰ যেন সোনকালে পাৰ হৈ গৈছে। কাৰণ, বিমানখন আহিছিল পূবলৈ আৰু সময়ৰ হিচাপত খেলিমেলি লগাই মূৰৰ ওপৰৰ বেলিটো গৈছিল পূবৰ পৰা পশ্চিমলৈ বেচি খৰকৈ। সিবাৰ ঘড়ীৰ কাটাত সময় বিয়োগ কৰিছিলোঁ; এইবাৰ যোঁগ কৰি গৈছিলোঁ। আবেলিৰ চাহ-জলপান খাই ভোক নৌ-লাগোঁতেই ৰাতিৰ আহাৰ খাবৰ সময় হ'লহিয়েই। ইতিমধ্যে, আমাৰ বিমানখন চুইজাৰলেণ্ডৰ ৰাজধানী বার্ণ নগৰীত নামিছিলহি। তাৰ পাচত, আকৌ পাখি মেলিলে ৰাতিৰ আকাশ ফালি। শেষনিশা কায়ৰোত ৰ'লহি। মোৰ চকুহাল টোপনিয়ে হেঁচি ধৰিছিল। জড়িমাসনা চকুহাল এবাৰ পিৰামিড এটাৰ ওপৰেদি ফুৰি আহিল। ভালকৈ এঘুমটি মাৰোঁ বুলি লওঁতেই এয়াৰ-হোষ্টেছে জগাই দিলেহি: "Breakfast Please!" মোৰ সময় নসলোৱা ঘড়ীত তেতিয়া ৰাতি দুইমানহে বাজিছিল। বোম্বাইৰ চাণ্টা ক্রুজ বিমান-বন্দৰত আমি এঘণ্টামান থমকিলোঁ। ভালকৈ ভৰি মেলিব নোৱাৰি, দুয়োখন ভৰিয়েই যেন অলপ উখহি উঠিছিল। বোম্বাইতে আমাক আন এখন বিমানত তুলিলেগৈ।ময়ো ঘড়ীৰ কাঁটাৰ সময় স্থানীয় সময়ৰ লগত মিলাই আগবঢ়াই দিলোঁ। তাৰ পাচত, পুৱা ১০.৫৫ বজাত দমদম পালোঁহি। 'কাষ্টমাছ'ৰ কৰ-কাটল শোধাবলৈ বুলি বিমান-বন্দৰৰ ভিতৰতে থকা বেংকৰ কাষত থিয় দিলোঁগৈ। পাউণ্ডৰ নোটবোৰ টকালৈ ভঙাব লাগে।

তাতে এজনে মোক সুধিলে, "বিলাতী মদৰ বটল দুটামান আনিছে নেকি?" মই উত্তৰ দিলোঁ, "উঁ-হো, নাই অনা।" মোক তেওঁ হাঁহি এটা মাৰি ক'লে, "মহাশয়, আপোনাৰ দৰে বুৰ্বক মানুহ আৰু দেখা নাই। নেজানে নেকি, প্লে'নত যে duty-free বিলাতী মদ

পোৱা যায়। ছুটামান বটল লৈ আহিলে এইবোৰ কাষ্টমছৰ ঝামেলা মুহূৰ্ততে কৰ্পূৰৰ দৰে উবি নোহোৱা হৈ গ'লহেঁতেন।" মই অলপ তভক মাৰি ক'লোঁ, "পাচৰ বাৰ চেষ্টা কৰি চাম ৱাক।"

এনেতে চকুত পৰিল, 'পূৰ্বোদয় প্ৰেছ'ৰ গুৰুপদ চৌধুৰী আৰু মোৰ সহকৰ্মী ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী হাঁহি হাঁহি ওলাইছেহি—আমাক আগবঢ়াই নিবলৈ।

দুৰাতি কলিকতাতে থাকিলোঁ।

মলক গুইন গুইন হৈ পৰাৰ সাহসটো মোৰ নাছিল।

## ॥ মোহনাত এৰা জীৱনৰ মৈ ॥

"Grow old along with me!
The best is yet to be,
The last of life, for which the first was made."
—Robert Browning

ক'ব নোৱাৰাকৈয়ে, মাজতে এইছোৱা অচিনাকিৰ দেশত ছুদিন ফুৰি অহাৰ খুচুৰা খবৰেৰে ভৰুণ সৰুসুৰা এখন ভ্ৰমণ-কাহিনীয়েই লেখি পেলালোঁ। কিন্তু, এই যে জীৱনৰ ধূলিৰ বাটত খোজকাঢ়ি ইটো-সিটো দৰিদ্ৰ সফলতাৰ চৰাইখানাত সোমাই নাইবা ইফালে-সিফালে খুন্দা-খুন্দলি খাই ফুৰি ফুৰা মোৰ পৰবাসী আত্মাটো, তাৰ খুচুৰা খবৰেৰে আচল ভ্ৰমণ-কাহিনীটো দেখোন একোৱেই লেখি উলিয়াব নোৱাৰিলোঁ!

লেখি উলিয়াওঁ কেনেকৈ?

জীৱিকা-নিৰ্বাহ কৰাটোকেই দেখোন জীৱন-যাপন কৰা বুলি ভুল কৰি বহি আছোঁ! জীৱিকাটোকেই জীৱন বুলি খামুচি লওঁতে দেখোন পৃথিৱীৰ হাটত জীৱনৰ মোনাৰ ধন গোটেইখিনি খুচুৰা খৰচেৰেই উজাৰ কৰি পেলালোঁ। ভাবিবলৈয়ো টান সেই অপচয়ৰ কাহিনীটো মোৰ নিজৰ হৈয়েই থাওক।

ভাবিছোঁ, ছুটামান চৰাইখানাৰ খবৰেই টুকি থৈ দিওঁ। এতিয়াৰ সময়ছোৱা যদিও আত্ম-বিজ্ঞাপনৰ সময়, তথাপি এইখিনি সেইটো পটিয়েদি যাবলৈ দিয়াটো মোৰ মনৰ অভিপ্ৰায় নহয়। ইমানকে ক'ব পাৰোঁ, সেইবোৰ তাৰিখত মোৰ মনৰ চোতালত ফৰকাল আনন্দৰ একোচেৰেঙা ৰ'দ উপচি পৰিছিলহি। সেই ৰ দচেৰেঙা অনুভৱ কৰাৰ সময়ছোৱা আছিল, ১৯৮১ চনৰ পৰা ১৯৮৬ চনলৈকে। মাজে মাজে আমনি কৰিবলৈ পাহৰা নাছিল, মোৰ বিলাততো মেৰামতি নোহোৱা স্বাস্থ্যটোৰ ছুটা-এটা জেউৰে।

সেয়া ১৯৮১ চনৰ জানুৱাৰী মাহৰ ১৮ আৰু ১৯ তাৰিখ। অসম সাহিত্য সভাৰ নিমন্ত্ৰণক্ৰমে যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত

বাগ্মীবৰ নীলমণি ফুকন বক্তৃতা' চাৰিটা দিছিলোঁ। সেই বক্তৃতাটোৰ বিষয় আছিল, 'অসমীয়া লিপিৰ ক্রমবিকাশ'। কোনো অহংকাৰ নকৰাকৈ ক'ব পাৰোঁ, সেই বক্তৃতাটোত মই অসমীয়া লিপিতত্ত্বৰ বিষয়ে কেইটামান নতুন কথা কোৱাৰ প্রয়াস কৰিছিলোঁ। মই নিজেই নেজানো, সেইখিনি কথা কেনেকৈ মোৰ মগজুত জনা-জনা যেন হৈ খেলাই গৈছিলহি। তুয়োদিনাই সভাত পৌৰোহিত্য কৰিছিল, সাহিত্যাচার্য মিত্রদেৱ মহন্ত প্রভুৱে। মোৰ বক্তৃতাটোৰ শেষত তেখেতে বাকীবোৰ কথাৰ লগতে এষাৰ কথা কৈছিল, যিষাৰ শুনি মোৰ চকুপানী ওলাইছিল, এই জীৱনৰ পৰম প্রসাদ লাভ কৰাৰ আনন্দত। তেখেতে কৈছিল, "আজি মো'ৰ পুত্ৰলাভ হ'ল। মই মোৰ সকলোখিনি পুণ্যৰ অধিকাৰী তেওঁকে পাতিলোঁ। মই মোৰ পৰমায়ুৰ বাকী থকা গোটেইখিনি তেওঁকে দিলোঁ।" মই সেই মঞ্চৰ ওপৰতে সিজনাৰ ওচৰত আঁঠু লৈ দিলোঁ। মাজে মাজে আজিও মোৰ সেই মুহূর্তটোলৈ মনত পৰে। ভাবোঁ, বহু জনমৰ পুণ্যৰ ফলতহে তেনেকুৱা আশীর্বাদৰ ভাগীৰথীত স্নান কৰাৰ সৌভাগ্য ঘটে। মোৰ সেইদিনা মনত পৰিছিল, বহুত দিনৰ আগতে কটন কলেজত পঢ়ি থকা সময়তে অধ্যক্ষ হেম বৰুৱাই মোক কোৱা কথা এষাৰলৈ, যিষাৰ কথা মোৰ নিজৰ মুখেৰে দোহাৰিবলৈ ভয় লাগে। তেখেতে মোক সাৱটি ধৰি কৈছিল, "মই বিচাৰি ফুৰা মানুহজন তোমাতে বিচাৰি পালোঁ।" মই সেই মানুহজন হ'ব নোৱাৰিলোঁ। মহন্তপ্রভুৰ প্ৰাণভৰা আশীর্বাদে মানুহটোক আকৌ এবাৰ জীৱনৰ চলন-শক্তিটোৰ যোগান ধৰিলে।

'বাগ্মীবৰ নীলমণি ফুকন স্মাৰক বক্তৃতা'টো অসম সাহিত্য সভাৰ সেই সময়ৰ প্ৰধান সম্পাদক নগেন শইকীয়াৰ উদ্যোগত সুন্দৰকৈ আৰু পৰিপাটিকৈ ছপা হৈ ওলাল। 'The Evolution of Assamese Script' শিতানেৰে সিখন পুথিৰে খেও ধৰি মই বিশ্ববিদ্যালয় অনুদান আয়োগৰ দ্বাৰা ১৯৮২-৮৪ চনৰ বাবে 'ৰাষ্ট্ৰীয় মহাসদস্য' ( National Fellow ) মনোনীত হ'লোঁ। প্রসংগক্রমে কৈ থওঁ, বিশ্ববিদ্যালয় অনুদান আয়োগে একোটা সময়-পৰিধিত গোটেই ভাৰতবৰ্ষত মুঠতে ৫জন কলা বিভাগৰ আৰু ৫জন বিজ্ঞান বিভাগৰ প্ৰাধ্যাপকক ৰাষ্ট্ৰীয় প্ৰাধ্যাপক ( National

Professor)-ৰ মৰ্যাদাৰে ৰাষ্ট্ৰীয় মহাসদস্য ( সদস্য-মহীয়ান ? ) হিচাপে মনোনীত কৰে। সেইবাৰৰ তালিকাত—আৰু এতিয়ালৈকে পৰৱৰ্তী কালৰ তালিকাতো—পূৰ্ব-ভাৰতত মাথোন মোৰেই নামটো সোমাইছিল। সেই বিপুল সম্মানৰ অধিকাৰী মই হওঁনে নহওঁ, হয়তো সেয়া তৰ্কাতীত মুঠেই নহয়। হয়তো হ'বও পাৰে, বিশ্ববিদ্যালয় অনুদান আয়োগে জকাইচুকীয়া পণ্ডিত বুলিয়েই মোক অলপ বেচি মৰমেৰে মনত পেলাইছিল।

সেই খিতাপটো দিওঁতে আয়োগে আমাৰ বিশ্ববিদ্যালয়ক চৰ্ত এটা বান্ধি দিছিল, সেই দুবছৰলৈ মই মোৰ বেতনসহ ছুটি উপভোগ কৰিম। কিন্তু বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ ওচৰত মই ছুটি নি'বচাৰিলোঁ। বৰং, সেই সময়ছোৱা মই তিনিগৰাকী গৱেষকৰ গৱেষণাৰ গুৰি ধৰাতেই ব্যস্ত থাকিলোঁ। ফলস্বৰূপে, ১৯৮২ চনৰ ২৫ জুন তাৰিখে একেদিনাখনেই মোৰ তত্ত্বাৱধানত গৱেষণা কৰি থকা তিনিজন ডক্টৰেট উপাধি-প্ৰাৰ্থীৰ গৱেষণা-গ্ৰন্থকেইখন পি-এইছ্-ডি উপাধি প্ৰদানৰ বাবে গৃহীত হৈছিল। নেজানো, একেদিনাই তিনিজনে একেলগে একেজন উপদেষ্টাৰ তত্ত্বাৱধানত ডক্টৰেট উপাধি পোৱাৰ অভিলেখ আছে নে নাই। তাৰে এজন হ'ল, ড° লীলা গগৈ। সিজনৰ বিষয়টো আছিল, 'A critical study of Assamese Buranji Literature with special reference to certain unpublished manuscripts.'। সম্প্ৰতি সিখন পুথিৰ ৰূপত ছপা হৈ ওলাইছে। সিখনৰ নামটো থৈছে, 'Buranjis, Historical Literature of Assam'। অন্য এজন হ'ল, ড° নগেন শইকীয়া। সিজনৰ বিষয়টো আছিল, 'A critical study of Social and Intellectual Background of Modern Assamese Literature (1826-1903)'। অলপতে সেইখনো পুথি হৈ ওলাইছে। সিখনৰো নামটো চমু, 'Background of Modern Assamese Literature'। তৃতীয়জন হ'ল, ড° প্ৰহ্লাদ কুমাৰ বৰুৱা। তেওঁৰ বিষয়টো আছিল, 'A critical study of significant women characters in Assamese creative Literature till 1970'। এতিয়ালৈকে সিখন কিতাপ হৈ ওলোৱা নাই। ওলালে, সিখনো যে মূল্যবান পুথি বুলি পৰিগণিত হ'ব—মোৰ সেই বিষয়ে সন্দেহ নাই।

কোনোবা এজন ৰসিকে বাংলা কিতাপ এখনত যেমেলীয়াকৈ লিখিছিল, 'গৱেষণা মানে গো+এষণা। সহজ ভাষাত ক'বলৈ হ'লে, গৰু বিচৰা।' তিনিওজনে যে কিতাপৰ হাবিয়ে-বননিয়ে নজনা কথাৰ গৰু বিচাৰি অশেষ কষ্ট কৰিবলগীয়া হৈছিল, সেয়া জনা কথা। মোৰ ভাগৰ কামটো আছিল, কেতিয়াবা ক'ৰবাত উমান পালে সেই সকলক সন্ধান দিয়া—সৌ হাবিখনত বিৰিণা বনৰ আগ ছুটামান কঁপি থকা দেখা পাইছিলোঁ। আৰু কেতিয়াবা গৰুজাক বিচাৰি আনি গোহালিত বান্ধোতে মনত পেলাই দিয়া—এইটো খুটাত এৰাল নিদি সৌটো খুটাত এৰাল দিলেহে সুচল হ'ব। ড° গগৈ আৰু ড° শইকীয়া দুয়ো পৈণত লেখক হিচাপে জিলিকিয়েই আছিল। প্ৰহ্লাদ অৱশ্যে তেতিয়াও লেখক হৈ ঠন ধৰি উঠা নাছিল। সেইকাৰণে তেওঁক কেতিয়াবা ডুডাল-এডাল এৰালৰ জৰীও বটিয়াই দিবলগীয়া হৈছিল।

কষ্ট কৰিবলগীয়া হৈছিল, ড° নীহাৰৰঞ্জন মজুমদাৰৰ লগত। তেওঁৰ বিষয়টো আছিল ভাৰতীয় গৱেষণাক্ষেত্ৰতে প্ৰায়-অচিনাকি বিষয়, "Studies in Quantitative Linguistics with a Broad Survey of Modern Assamese Literature'। বিষয়টোৰ আধাখিনি পৰিসংখ্যা-বিজ্ঞানৰ ভিতৰুৱা। সেইকাৰণে, ৰায়চুৰৰ ৰৱিশংকৰ বিশ্ববিদ্যালয়ৰ পৰিসংখ্যা-বিজ্ঞানৰ প্ৰাধ্যাপক ড° হৰিৰাম সিং আছিল মোৰ লগৰীয়া সহ-তত্ত্বাৱধায়ক। সেইখনৰ তত্ত্বাৱধান লওতে মই নিজেও পৰিসংখ্যা-বিজ্ঞানৰ কিছু কথা শিকি ল'বলগীয়া হৈছিল। তাহানি গোৱালপাৰা কলেজত অৰ্থনীতিৰ অনাৰ্ছৰ ছাত্ৰ-ছাত্ৰীক পৰিসংখ্যা-বিজ্ঞানৰ প্ৰাথমিক কথাখিনি পঢ়ুৱাবৰ সময়ত পোৱা অভিজ্ঞতাখিনিয়ে মোক নতুন কথাখিনি শিকাত বাৰুকৈয়ে সহায় কৰিছিল। যি কি নহওক, সেইখন গৱেষণা-গ্ৰন্থ পি-এইচ্. ডি উপাধিৰ কাৰণে গৃহীত হৈছিল, ১৯৮৬ চনৰ ৬ ডিচেম্বৰ তাৰিখে।

তাৰো উজনিত মোৰ নামটো সংযোজিত কৰিছিলোঁ, অসমৰ শৈক্ষিক বুৰঞ্জীৰ এটা তাৎপৰ্যপূৰ্ণ সোণালী অধ্যায়ৰ লগত। তেতিয়ালৈকে অসমীয়া ভাষাটো মাধ্যম হিচাপে স্নাতকোত্তৰ পৰ্যায়লৈকেহে স্বীকৃত হৈ আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে হৌহকা-

পিছলা কৰি থকাৰ সময়তে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ গৱেষণা পৰিষদে আনৰ লগতে মোৰো কিছু উদ্যোগত কথাষাৰ নিষ্পত্তি কৰিছিল, যুক্তিযুক্ত ক্ষেত্ৰত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিবিষয়ক গৱেষণা-গ্ৰন্থ অসমীয়া মাধ্যমতো দাখিল কৰিবলৈ দিয়া হ'ব। এনেতে তিনিচুকীয়া কলেজৰ বাংলা বিভাগৰ অধ্যাপক মণীন্দ্ৰচন্দ্ৰ নাথে মোক লগ ধৰিলেহি, যোলে সিজনে অসমীয়া মাধ্যমতে গৱেষণা কৰাৰ কথা চিন্তা কৰিছে—বিষয় এটা বিচাৰি দিব লাগে। তাৰ পাচত, তেখেত মনপুতি লাগিল গৱেষণা কৰিবলৈ। বিষয়টো আছিল, "আধুনিক অসমীয়া কবিতা: পাঁচজন প্ৰধান কবিৰ বিশেষ উল্লেখনেৰে'। ১৯৮৫ চনৰ ৬ মাৰ্চ তাৰিখে সেই গৱেষণা-গ্ৰন্থখন ডক্টৰেট্ উপাধিৰ বাবে গৃহীত হ'ল। অসমীয়া ভাষাৰেও যে গৱেষণা কৰিব পাৰি, এতিয়ালৈকে পাণ্ডুলিপি হৈ থকা সেই গ্ৰন্থখন তাৰে প্ৰথম নিদৰ্শন।

এইখিনিকে লৈয়েই মোৰ সিজুগছৰ ফুলনিখন। মাটিৰ নহয়—লেখা-পঢ়াৰ জগতখনৰ।

গৱেষণা বোলা বস্তুটোৰ সম্বন্ধ মগজুৰ খৰাং মাটিৰ লগত। তেনে-কুৱা খৰাং মাটিৰ মলা মোৰ নিজৰ বৰীয়াকৈ দুটা সজাই তুলিছিলোঁ: এটা ছন্দতত্ত্বৰ আৰু আনটো লিপিতত্ত্বৰ। কাষে কাষে সৰুসুৰা আৰু কিছুমান মলাত সাহিত্য-সমালোচনাৰ আৰু তুলনামূলক সাহিত্যৰো সিজুগছ ৰুইছিলোঁ। সিজুগছৰ সৌন্দৰ্য ফুলত নহয়—ঠাল-ঠেঙুলি-বোৰৰ গঢ়-গতিত। আৰু তাৰ মাধুৰ্যটো অনুভৱ কৰিব পাৰি, ইজোপা-সিজোপাৰ দুটা এটা ঠাঁৰি ভাঙি। সেউজীয়া ছালৰ তলৰ পৰা এটোপ-দুটোপ গাখীৰৰ দৰে বগা ঘনিল এঠাৰ টোপাল সৰি পৰে তেতিয়া। নতুন মালীক সেই কথাষাৰ শিকাই দিব পৰাতো পুৰণি মালীৰ কৃতিত্ব। আৰ মুখে তাৰ মুখে সেইষাৰ কথাই ৰজনজনাই উঠে। ফুলৰ বজাৰত পুৰণি মালীৰ যশ-গৌৰৱ এনেয়ে বিয়পি পৰে। তাতে যদি সিজনৰ নিজৰ মলাটোতো সিজুগছৰ কাঁইটৰ গুৰিয়ে গুৰিয়ে কণ কণ ৰঙচুৱা ফুল ফুলিবলৈ লয়।

বতৰৰ ফুলগছ ৰুবলৈ এৰিলোঁ যদিও, কেতিয়াবা বতৰ-নেওচা ফুলৰ গছ ৰোৱাৰ অভ্যাসটো এৰিব পৰা নাই। সৃষ্টিধৰ্মী লেখাৰ সম্বন্ধ হৃদয়ৰ পলসুৱা মাটিৰ লগত। মুকুলি মুফুলিও মোৰ ফুলনিত দুপাহ-এপাহ মৰমলগা ফুল জকমকাই ফুলে। মই মন কৰিছোঁ,

মোৰ স্কুলনিত সেই ফুলবোৰ কৰণিত চপাই খণ্ড পৰাকৈ ফুলে দহ বছৰৰ অন্তৰে অন্তৰে। ১৯৬০ চনৰ সেই কৰণিটো থৈছিলোঁ, 'জাতিস্মৰ'ত। ১৯৭০ চনত দ্বিতীয়টো কৰণি সজালোঁ, 'এই নদীয়েদি'খনেৰে। এইছোৱা সময়ৰ প্ৰথম কৰণিটো হ'ল, ১৯৮১ চনত সজাই উলিওৱা 'ৰূপৰ টিলিঙাৰ মাত'খন। তাৰ পাচতে নিয়ম ভাঙি। ১৯৮৭ চনত সজাই উলিওৱা 'আলি-দোমোজাৰ চৰকু পৰা'খন। একেটা বছৰতে মোৰ বিভিন্ন সময়ৰ বাচনিত উঠা কবিতাবোৰ সজাই উলিয়ালোঁ, মোৰ 'নীলা ধুতুৰাৰ ফুল'খন। মোৰ সেই তাকৰীয়া কবিতাবোৰৰ কিছুমান মই নিজে ইংৰাজীলৈ ভাঙি বিভিন্ন বাহিৰৰ পৰা প্ৰকাশিত আলোচনী তথা সংকলনত অন্তৰ্ভুক্ত কৰাত সহায় কৰিছোঁ। সুজাতা প্ৰিয়ংবদাই মোৰ ভালেমান কবিতা ওড়িয়াকে ধৰি আন কেইবাটাও ভাষালৈ ভাঙি প্ৰকাশ কৰিছে। তদুপৰি. মোৰ কিছুমান কবিতা ঊৰ্ধেন্দু দাস আৰু আনন্দ মুখোপাধ্যায়ে বাংলা ভাষালৈ, বাবুভাই পেটেলে গুজৰাটী ভাষালৈ, নৱাৰুণ বৰ্মা আৰু তৰুণ আজাদ ডেকাই হিন্দীলৈ আৰু এৰিক্ ষ্টাইনাছে চুইডিছ্ ভাষালৈ ভাঙি প্ৰকাশ কৰিছে। কোনোবা এজনে তাহানিয়েই চীনা ভাষালৈয়ো মোৰ 'মধুমালতীৰ চিঠি'খন ভাঙিছিল। সিজনাৰ নামটো মোৰ মনত নপৰে। যি কি নহওক, হয়তো সেইবোৰৰে খেও ধৰি কেৰালাৰ আ'চান মেমোৰিয়েল এছোচিয়েশ্যনে ১৯৮৩ চনত মোলৈ সময়ছোৱাৰ এজন শ্ৰেষ্ঠ ভাৰতীয় কবিৰ স্বীকৃতিৰে মহাকবি আ'চান স্মাৰক বঁটা আগবঢ়ায়। সেই বঁটাটো প্ৰতি বছৰে মালয়ালম সাহিত্যৰ মহাকবিত্ৰয়ৰ প্ৰধানগৰাকী কুমাৰণ আ'চানৰ জন্মদিবসত যি কোনো এটা আধুনিক ভাৰতীয় ভাষাৰ কবিক যাচে। সেই পাঁচ হেজাৰটকীয়া পুৰস্কাৰ.টা মোলৈ যচাৰ আগৰবাৰ কবি শংখ ঘোষলৈ যাচিছিল। তেৱেঁা সেই পুৰস্কাৰটো মোৰ লগতে একেদিনাই একেখন সভাতে গ্ৰহণ কৰিছিল। মোৰ সেয়া দ্বিতীয়বাৰ কেৰালা-ভ্ৰমণ। মোৰ মনত পৰে, সেই নাৰিকলবনৰ দেশত মহাকবিগৰাকীৰ জন্মস্থান কায়িক্কাৰাত পৰম্পৰাগত ৰীতিৰে আপ্যায়ন কৰা ভোজসভাখনলৈ। ভাতখিনি বাঢ়ি দিছিলহি, মাটিৰ মজিয়াত পাৰি থোৱা আমাৰ কলপাতৰ লেখীয়া এবিধ সুগন্ধি পাতত। সেই পাতখিলাৰ কেউকাষে আছিল কণ কণ খুৰীবাটি প্ৰায়

পঁচিশটা - প্ৰত্যেকটোতে সুগৰাহমান ভাতৰ জোখাৰে একোখনকৈ ভিন্ন স্বাদৰ ব্যঞ্জন। এজনে শিকাই দিছিলহি, বাওঁহাতৰ পৰা যেন্নভিৰীয়াকৈ সজাই থোৱা বাটিবোৰৰ পৰা এবিধ এবিধকৈ লৈ খাই নিব লাগে। জুতিটো তেতিয়াহে ধুনীয়াকৈ পোৱা যায়। মহাকবি ওপজা ঘৰটোও চাইছিলোঁগৈ। সাধাৰণ মাটিৰে বেৰ লেপি থোৱা এটা সৰু পঁজা—মাথোন দুটা কোঠা। এতিয়া তাত কৰিব এগৰাকী সম্পৰ্কীয়া বৃদ্ধা থাকে। পাচদিনা ত্ৰিবান্দ্ৰম চহৰত ৰাতিলৈ ভোজ দিছিল তেতিয়াৰ মুখ্যমন্ত্ৰী করুণাকৰণে তেওঁৰ চৰকাৰী বাসভৱনত। নিমন্ত্ৰিত হৈছিলোঁ, শংখ ঘোষ, মই আৰু কেইজনমান কৰ্মকৰ্তা। উভতি আহিবৰ দিনা এজন হোটেলৰ কৰ্মচাৰীয়ে মোৰ VIP চুটকে'ছত 'ষ্টিকাৰ' এটা থাপ মাৰি বছুৱাই দিছিলহি। পঢ়ি চালোঁ, ইংৰাজীত লেখা 'Geeth'—তাৰ মানে 'গীত'। দন্ত্য বৰ্ণ হ'লেই তাত একোটা minus 'h' জোঁট লগাই দিয়ে। আমি বহুতেই সেইধাৰ নেজানো ঃ চাহাবে যে Dacca-টো উচ্চাৰণ কৰিছিল 'ঢাকা'; আৰু আজিকালি বি. বি চি.-য়ে নতুন বানানৰ Dhaka-টো পঢ়ে 'দাকা' বুলি।

ভাষাতত্ত্ব চৰ্চা নকৰোঁ। ইংৰাজী ভাষাৰ উচ্চাৰণৰ মহিমাও বৰ্ণনা নকৰোঁ। স্কটলেণ্ডত শুনিছিলোঁ, Church-টো 'কাৰ্ক' বুলি; আৰু চাণ্ডাৰলেণ্ডত Bus-টো 'বুছ্' বুলি। সেইবোৰ মনত পৰে। সংস্কৃত ভাষাৰ উচ্চাৰণত জানো আমি উজুটি নেখাওঁ। ভাবিছিলোঁ, উচ্চাৰণতেই যেতিয়া আমাৰ ইমানবোৰ খেলিমেলি লাগে, অৰ্থ বুজাতো তাতকৈ বেচি খেলিমেলি লাগে। সেইবোৰ শিপা নোহোৱা কথা খেলিমেলিকৈ ভাবি থাকোঁতেই মনৰ খিৰিকিয়েদি ভুমুকি মাৰি গৈছিলহি, সংস্কৃত 'গীতা'খন অসমীয়ালৈ কবিতাৰ ভাষাৰে ভাঙি উলিওৱাৰ সপোন এটাই। সেইখন মই কিয় লেখিছিলোঁ, কেনেকৈ লেখিছিলোঁ—সেইবোৰ কথা মই স্থানান্তৰত 'মই কিয় লিখোঁ' নামৰ প্ৰবন্ধটোত লেখিছোঁ। এবাৰ কথা যোগ দি থ'ব পাৰোঁ—সিখনৰ প্ৰথম অধ্যায়টো মই অসম সাহিত্য সভাৰ উদ্যোগত ১৯৮৪ চনৰ ২৪ আৰু ২৫ ডিচেম্বৰত বৰঙাবাৰীত অনুষ্ঠিত কবি-সম্মিলনত আবৃত্তি কৰি শুনাইছিলোঁ। মোৰ কেইবাজনো সতীৰ্থ কবিয়ে সেই অধ্যায়টোৰ ভাঙনি ৰূপটো ভাল পালে। ডিব্ৰুগড়ৰ

উভতি আহিছিলোঁ, ইচ্ছা এটা পুহি—ভাঙিব জানো পাৰিম গোটেই-খন। অৱশেষত, অলপ আজৰি পাই ভাঙিলোঁ। পঢ়িলোঁ, মই নিজে আৱিষ্কাৰ কৰি লোৱা এটা নতুন সাঁচত ঢালি। সেইখন ভাঙি গৈ থাকোঁতেই শিকি শিকি গ'লোঁ, জীৱনটোৰ মুখামুখি হোৱাৰ সৰু-ডাঙৰ মন্ত্ৰবোৰ। ভাঙি গ'লোঁ, একাধাৰে সংস্কৃতিৰ শ্লোক আৰু জীৱনৰো জটলগা বহুতো অৰ্বাচীন মৰ্মব্যথাৰ অনেক জটিল গ্ৰন্থি। শিকি পেলালোঁ, জীৱনৰ নৈত ভাহি অহা জাঁজৰিবোৰকো নৈখনৰেই স্ফূৰ্তিৰ সম্পত্তি বুলি ভাবিবলৈ।

সেই যে বৰঙাবাৰীলৈ গৈছিলোঁ, সেয়াও মোৰ জীৱনৰ এটা ডাঙৰ অভিজ্ঞতা। কোনেও নেদেখাকৈ মই বৰঙাবাৰী হাইস্কুলৰ কাষতে থকা কলকলতাৰ সমাধিভূমিৰ চৌহদত সোমাই সন্মুখত আঁঠু লৈছিলোঁগৈ। অনুভৱ কৰিছিলোঁ, মৰণেৰে জীৱনৰ চাকিগছি জ্বলাই থৈ যোৱা সেই শ্বহীদগৰাকীৰ অনুপম দেশপ্ৰেমৰ উম। উভতি আহি আকৌ শুনিছিলোঁ, অসংখ্য কবিৰ পাচত স্বৰচিত কবিতা গাবলৈ লোৱা আৰু এজন কবিৰ কণ্ঠস্বৰ। নামটো সুধি জানিছিলোঁ, তেওঁৰ নাম নীলিম কুমাৰ। সেইখন কবি-সন্মিলনত নীলিম কুমাৰৰ দৰে আৰু কেইবাজনো নতুন সুৰৰ সন্ধান দিয়া কবিক আৱিষ্কাৰ কৰি-ছিলোঁ। মনে মনে মই প্ৰাৰ্থনা কৰিছিলোঁ, "হে ঈশ্বৰ! এওঁলোকক যেন কোনোখন সত্ৰৰ অগ্ৰজ কবিয়ে শৰণ-ভজন দিবলৈ নেপায়।" তেওঁলোকৰ কেইবাজনেও আহি মোক অত্যন্ত আপোনভাৱেৰে মাত দিছিলহি। মই উচপ্ খাই উঠিছিলোঁ, তেওঁলোকে মোকো কিবা কবিৰ লেখীয়া জন্তু বুলি স্বীকৃতি দিছেহি নেকি! মোক তো কবিৰ জগতৰ ইজন-সিজন অনেক চন্তৰীয়ে প্ৰাপ্তবয়স্কৰ প্ৰবেশ-নিষেধ বুলিহে বাট ভেটি ধৰাৰ উমানহে পাওঁ। উমান পাইছিলোঁ, কোনে কেনেকৈ মোৰে ওচৰত বাৰেমতৰা শিকি আঁতৰি গৈছিল। সেইদিনা মোৰ বিশ্বাস উপজিছিল, সেই তৰুণ কবিসকলৰ কেইজনমানে তেওঁলোকৰ মনৰ মণিকোঠাত ঠাই আঁজৰাই দিছে। মোৰ মনত পৰে, কবিৰ জগতলৈ সোমাই অহা কবি ৰাজেন বৰদলৈয়ে মোক কৈছিল, "আমি এখন কবি-মঞ্চ তৈয়াৰী কৰিম. আপুনি তাত সূত্ৰধাৰৰ ভূমিকা পালন কৰিব লাগিব।" মই ক'ব খুজিও ক'ব নোৱাৰিলোঁ, 'মোৰ যে আবেলি হ'বৰে হ'ল।'

মই মন কৰিছোঁ, মাজে মাজে মোৰ ভিতৰত থকা সামাজিক দায়বদ্ধ মানুহটো সাৰ পাই উঠে। সাৰ পাই উঠিছিল, অসমজোৰা আন্দোলনৰ বিৰাট জাগৰণৰ সময়তো। ১৯৭৯ চনৰ ৩ ডিচেম্বৰৰ কথা। ৰাতি ৯ বজাত 'আকাশ-বাণী'ৰ ইংৰাজী বাতৰি শুনি আছিলোঁ। স্তব্ধ হৈ গৈছিলোঁ, কেন্দ্ৰৰ এগৰাকী যুৱগধুৰ মন্ত্ৰীৰ দাম্ভিক সতৰ্কবাণী শুনি। বোলে, অসমৰ 'উৎপাত'বোৰ বন্ধ নকৰিলে, যদি কোনোবাই ৰে'লৰ ডবাবোৰ আগচি ধৰি অসমলৈ চাউল-ডাইল-আলু-পিঁয়াজ আহিবলৈ নিদিয়ে, তেতিয়া দেখোন অসমৰ মানুহবোৰ খাবলৈ নোপোৱা হৈ দুৰ্ভিক্ষতে মৰিব! লগে লগে মই টাইপ-ৰাইটাৰটো উলিয়াই লৈ লেখি উলিয়ালোঁ সেই দীঘলীয়া প্ৰবন্ধটো, যিটো প্ৰবন্ধ 'Between the two Innings in Assam' শিৰোনামাৰে 'Assam Tribune' কাকতৰ ১৩ ডিচেম্বৰ সংখ্যাত প্ৰকাশিত হৈছিল। মই সেই অসম ভাৰতবৰ্ষৰ বাহিৰৰ কোনোবা দেশ বুলি ভাবি থকা মন্ত্ৰীটোৰ কথা সুঁৱৰি লেখিছিলোঁ, 'His threat is loaded with two logical corollaries of far reaching implications, which perhaps he is blissfully oblvious ot. First, the people of Assam may not be prevented from striking a retaliatory measure by stopping the flow of even a pint of crude oil through the pipeline that feeds the heartland refineries. Sccondly, they have been given a right to drive out all foreign nationals on their own initiative, since they cannot be expected to feed any extra mouth than what the local food-crop permits. It is time that such leaders in Delhi throw off the blinkers from their eyes and learn to see beyond their nose." ইত্যাদি। পাচত, মই স্বস্তি পাইছিলোঁ, যিদিনা শুনিছিলোঁ সদৌ অসম ছাত্ৰ সংস্থাই তেনেকুৱা এটা সিদ্ধান্তকে গ্ৰহণ কৰিছিল। ক'ব নোৱাৰোঁ, যদি কোনোবাই মোৰ সেই কথাখিনিত অন্ধকাৰৰ বিৰুদ্ধে পোহৰৰ অস্ত্ৰ বিচাৰি পাইছিল। কিন্তু, মোৰ কালৰ পৰা ক'ব পাৰোঁ, মই সেই সময়ৰ অসমীয়া মানুহৰ নাড়ীৰ—খবৰ-উমান যথেষ্ট

বাংগতীয়াকৈয়ে ধৰিব পাৰিছিলোঁ। মই কেৱল বুজি পোৱা নাছিলোঁ, অৱশিষ্ট ভাৰতবৰ্ষৰ কাৰণে ভাৰতীয় হৈ থকা অসমীয়াখিনিতকৈ বিদেশী অনুপ্ৰবেশকাৰীবোৰ বেচি আপোন। আজিও বুজি পোৱা নাই।

কেইবাটাও কবিতা লেখিছিলোঁ, সেই সময়ছোৱাতে। খৰ্গেশ্বৰ তালুকদাৰ শ্বহীদ হোৱাৰ বাতৰিটো পাই লেখি উলিয়াইছিলোঁ, মোৰ 'সংকল্প' নামৰ কবিতাটো। লেখিছিলোঁ—

'পুৱতী নিশাৰ আন্ধাৰৰ নিচিনাকৈ
বিয়পি পৰিছে কথাষাৰ
মঞ্জৰ পৰা আত্মালৈ সৰি পৰিছে
ফুলকলি যেন জীৱন তাৰ
চিকমিকাই উঠিছে দেশখনৰ মাটি
ক্ষৰিত ৰক্তেৰে তাৰ পৱিত্ৰ দেহৰ'

আৰু দুটা কবিতা লেখিছিলোঁ: 'উট' আৰু 'জাননী: জুহালকাষৰ'। খুব সম্ভৱ, সেই দুটাও বেয়া কবিতা লেখা নাছিলোঁ।

এটা সময়ত অসম আন্দোলনৰ সকলোবোৰ ঘাই নেতা আৰু পালি নেতা কাৰাৰুদ্ধ হৈ পৰিছিল। সেই সময়টোতে মোৰ ডাক পৰিছিল, অসমৰ বাহিৰত প্ৰচাৰকাৰ্য চলাবলৈ যোৱা দুটা দলৰ ভিতৰত এটা দলৰ মুখপাত্ৰ হৈ উত্তৰ-ভাৰতলৈ যোৱাৰ বাবে। মাজ-ৰাতি টেলিফোনযোগে পাইছিলোঁ, সেই অনুৰোধ। মোৰ গা বৰ ভাল নাছিল যদিও ততালিকে সম্মতি-জ্ঞাপন কৰিছিলোঁ। লগে লগে পাচৰ কথাষাৰ শুনিলোঁ, "আপুনি পৰহিলৈকে আহক। তাৰ পাচদিনাই যাত্ৰা কৰিব লাগিব। প্লে'নৰ টিকেট কাইলৈ পুৱাই কাটিম।" মই ওলালোঁ। যিখন দেশৰ প্ৰথম নগৰীখনৰ সকলো নাগৰিক একোটা উকি শুনিয়েই ৰাজপথলৈ ওলাই পৰিছিল কাৰ্ফ্যুৰ জঁাজৰি উটুৱাই নিবলৈ, সেইখন দেশৰ মানুহ হৈ দেশৰ ৰাজধানীত দুটা কথা ক'বৰ বাবে ওলাই যাবলৈ ইতস্ততঃ কৰাটো জানো কাৰোবাৰ পক্ষে শোভা পায়?

মোৰ লগত গৈছিল গুৱাহাটীৰ পৰা মোৰ এসময়ৰ ছাত্ৰ আৰু সৌ সিদিনাৰ ৰাজহ মন্ত্ৰী থানেশ্বৰ বড়ো আৰু অনিল জৈন নামৰ এজন ছাত্ৰ। ১৯৮০ চনৰ মে'-জুন মাহৰ কথা সেইবোৰ। পোনতে ২৯ মে' তাৰিখে দিল্লীৰ 'অসম ভৱন'ৰ সমুখতে থকা প্ৰাংগনত এখন সাংবাদিক মেল

আহ্বান কৰিছিলোঁ। অসম আন্দোলনৰ মূলকথাবোৰ ব্যাখ্যা কৰাৰ পাচতে প্ৰশ্নৰ ধাৰাৰ উঠিছিল। তাৰ আভাস এটা দিওঁ। এজনে অকস্মাৎ উঠিছিল, "I charge that your Assam movement is a secessionist movement." মই ওভোতাই সুধিলোঁ, "What makes you come to such a conclusion ?" তেওঁ উত্তৰ দিলে, আৰু এটা খণ্ডাল প্ৰশ্নৰে, "Is not it a fact that you have been driving out all the U. P. tea-garden labourers from Assam ?" মই নজনাৰ ভাও ধৰি আকৌ সুধিলোঁ, "Did anyone complain to you in that way ?" তেওঁ উত্তপ্ত কণ্ঠেৰে উত্তৰ দিলে, "The Prime Minister has said it." মই তেতিয়া মোৰ উত্তৰটো দিলোঁ, "I throw a gauntlet to the Prime Minister, let her prove first of all that there is even one single U. P. tea-garden labourer serving in Assam tea-gardens." তেওঁ মনে মনে থাকিল। অন্য এজন সাংবাদিকে লগে লগে প্ৰশ্ন কৰি বহিল, "But she said in Tamilnadu that you are driving out all the Tamilians from Assam ?" মই একে উশাহতে উত্তৰ দিলোঁ, "As per 1971 census, there are only 2,547 Tamilians residing in Assam. Do you want to believe that such a huge movement is at all necessary to drive them out ?" তাৰ পাচতে এজনে মোক জব্দ কৰাৰ অভিপ্ৰায়েৰে কঠিন প্ৰশ্ন এটা কৰিছিল, "Do you want to say that the Prime Minister is a liar ?" মই চুঙা চাই সোপা দি কৈছিলোঁ, "We ordinary human mortals can speak truth or lie. But the Prime Pinister of a country does not enjoy the right of making a choice of the kind." এইদৰে আৰু কেইবাটাও বিষয় লৈ চুপাতি মাৰিলোঁ। কথাকেইটা গভীৰতাৰে প্ৰতিষ্ঠা কৰিলোঁ : আন্দোলনটো সংবিধানৰ চাৰি খুটাৰ ভিতৰতে চলিছে, আন্দোলনটো তেওঁলোকে কোৱাৰ দৰে সৈথীয়াকৈ CIA প্ৰণোদিত নহয় আৰু সি বিদেশীৰ বিৰুদ্ধেহে—ভাৰতবাসী কোনো বহিৰাগতৰ বিৰুদ্ধে নহয়। পাচদিনাখন

কথাখিনি নিৰ্ভেজাল ধৰণেৰে সবিস্তাৰে প্ৰচাৰিত হৈছিল 'ইণ্ডিয়ান এক্সপ্ৰেছ', 'টাইমছ অব ইণ্ডিয়া', 'পেট্ৰিয়ট', 'দ্য হিন্দু' আৰু 'হিন্দুস্থান টাইমছ'—আটাইকেয়োখনৰে প্ৰথম পৃষ্ঠাত। পাচদিনাখনো কেইবা-খন কাকতত ওলাইছিল, কেইবাটাও আচুতীয়া সাক্ষাৎকাৰৰ বিস্তাৰিত ব্যাখ্যা।

কেইবাগৰাকীও বিৰোধী দলৰ নেতাক বেলেগে বেলেগে লগ ধৰি উঠি আমি চণ্ডীগড়লৈ ওলালোঁ। আমাৰ লগতে জোনটি বৰাও ওলাল। তাত আমি Bed and Breakfast-ৰ যোগান ধৰা ঘৰত উঠিলোঁগৈ। বেলেগে বজাৰ কৰাৰ ধনৰ বিনিময়ত ঘৰৰ মালিকজনে আমাক ৰাতি-বাতি খুউৱাবো ব্যৱস্থা কৰি দিলে। পাচদিনা ৰাতিপুৱা উঠিহে 'মই গম পাইছিলোঁ, ওবে ৰাতি বোলে ঘৰটো পুলিচে ঘেৰি থৈছিল। থানেশ্বৰ বড়োহঁত উজাগৰেই থাকিল গোটেই ৰাতিটো, কেতিয়া বগা ঘৰত সুমুৱায়গৈ—তাৰ প্ৰহৰ গণি। পাচদিনা এটা হোটেলত সাংবাদিক মেল আহ্বান কৰিছিলোঁ। ব্যাখ্যা কৰিবলগীয়া কথাখিনি ময়েই ব্যাখ্যা কৰি দিলোঁ। জাউৰি-জাউৰিয়ে প্ৰশ্নবো মুখামুখি হ'লোঁ। এগৰাকী মহিলা-সাংবাদিকৰ মুখখন বৰ চোকা আছিল। তেওঁকো পতিয়ন নিয়াব পাৰি নিজেই সন্তুষ্ট হৈছিলোঁ। সন্তুষ্ট হৈছিলোঁ, 'দ্য ট্ৰিবিউন' নামৰ কাকতখনৰ ৫ জুনৰ সংখ্যাত কথাবোৰ ফটফটীয়াকৈ তুলি ধৰা দেখি। 'সম্পাদকীয়'ও ওলাইছিল সহানুভূতিশীল মন্তব্যেৰে। আৰু সিখনৰ সম্পাদকগৰাকী আছিল, বিখ্যাত সাংবাদিক প্ৰেম ভাটিয়া। সেইদিনাও ৰাতি সেই ঘৰটোত পুলিচৰ ঘিটঘিটনি আছিল। মাথোন তাৰ পৰিমাণটো কম আৰু যথেষ্ট সহনীয় ধৰণৰ আছিল।

সেইবোৰ কথা মই দোহাৰিব খোজা নাই। এবাৰ কথা মাথোন কৈ থওঁ, দেশৰ ডাক যেতিয়াই শুনিছোঁ, জ্ঞান-বিশ্বাসেৰে যেতিয়াই ঢুকি পাইছোঁ সেয়া মোৰ দেশৰেই বিপন্ন সময়ৰ ডাক, তেতিয়াই মই মোৰ সমস্ত আত্মাৰে তাৰ সঁহাৰি দিছোঁ। বিস্ময় মানো—যেতিয়া দেখা পাওঁ, ইজনে-সিজনে ক'ৰবাত কোনোবাদিনা সমদল এটাত ভাগ লৈছিল বুলিয়েই যে আজি ইটো-সিটো প্ৰতিদান বিচাৰি মান-অভিমানৰ ওৰা পাতে। মোৰ নিজৰ কথা ক'বলৈ হ'লে, ভুল হওক শুদ্ধ হওক, নৈতিক কৰ্তব্যৰ প্ৰেৰণাতহে লোকৰ পথাৰতো হাল

বাইছিলোঁগৈ। মোৰ সমনীয়া লেখক বহুতেই তাৰ পৰা আঁতৰত আছিল বুলিও সেইসকললৈ মোৰ শ্ৰদ্ধা-সন্মানৰ অকণমানো বঢ়া-টুটা নঘটিল। মোৰ জীৱন-দৰ্শন হিচাপে মই অস্তিত্ববাদী ধ্যান-ধাৰণাবোৰত দোৰ্ঘোৰ নহ'লেও বহু পৰিমাণে বিশ্বাসী। মই বিশ্বাস কৰোঁ, মোৰ ৰবীয়া যি কোনো দুটা বিকল্পৰ মাজত এটাৰ মনোনয়নেৰে মোৰ কাষৰ মানুহবোৰকো সেই মূল্যবোধটোৰ প্ৰতি দায়বদ্ধ কৰি তোলোঁ। লা ৰচফুকোৱে সোঁৱৰাই থৈছে, মানুহে যদি কবি-সাহিত্যিকৰ লেখাত ইমানদৰে প্ৰেমৰ কথা পঢ়িবলৈ নেপালেহেঁতেন, তেনেহ'লে হয়তো মানুহে প্ৰেমত পৰিবই নেজানিলেহেঁতেন। লেখক হিচাপে মোৰ দায়িত্ব সিমানতে শেষ। প্ৰয়োজন হ'লে মই আলিবাটলৈয়ো ওলাই যাম, কিন্তু কাৰো তামিঘৰাত মই নোসোমাওঁগৈ। মোৰ এই মনোনয়নটো আজিৰ নহয়—১৯৫১ চনৰে। সময়ৰ খটখটি যিমানে বগাই আহিছে, সিমানে ইয়াৰ প্ৰতি মোৰ আনুগত্যটো বাঢ়ি আহিছে। মোৰ 'সমাজবাদৰ কথা'খন সেই কথাষাৰৰে ফলশ্ৰুতি।

মোৰ অক্ষমতাবোৰৰ সম্পৰ্কে মই আত্মবীক্ষণৰ অধিকাৰী নোহোৱাকৈয়ো যথেষ্ট পৰিমাণে সজাগ। মই মোৰ আপোন চৰিত্ৰৰ অন্ধ বিন্দুবোৰৰ বিষয়ে যিদৰে অলপ অবহিত, মোৰ প্ৰতিৰোধ-ক্ষমতাৰ দুৰ্ভেদ্য অংশবোৰৰ সম্পৰ্কেও সিদৰে কিঞ্চিৎ সচেতন। মোৰ চৰিত্ৰৰ এক ডাঙৰ দুৰ্বলতা হ'ল, সাংসাৰিক জীৱনৰ কথা মই একোৱেই নেজানো। মোৰ ক্ষেত্ৰত এইষাৰ কথা একেবাৰে সঁচা, মই নেজানো যে খুচুৰা খৰচৰ চোৰাং গতি। সীমিত আয়ৰ ভিতৰতে ভৱিষ্যতৰ মুখামুখি হ'ব পৰাকৈ সামান্য সঞ্চয় কৰাৰ সদগুণটো মোৰ নাই। কিন্তু, মোৰ বন্ধু স্থানটো অত্যন্ত উত্তম। চলাৰ পথত মই যেতিয়াই কিবা বিপদৰ মুখামুখি হৈছোঁ। তেতিয়াই মোৰ সেই অসংখ্য বন্ধুৰ দল আনকি সক্ৰিয় সহায়ৰ হাত লৈয়ো আগবাঢ়ি আহিছে। জীৱনৰ বাটত লগ পোৱা মোৰ তেনেকুৱা কেইজনমান শুভাকাংক্ষী অনুজ-প্ৰতিম বন্ধু—ড° নগেন শইকীয়া, জিয়াউৰ ৰহমান, চেনিৰাম ৰবা, শিবতোষ বসু, অমৰ বৰ্মণ, আজাদ বেহাতী, যোগেন কলিতা আৰু দিবাকৰ বড়ো। কোনোবাজন লক্ষপতি, কোনোবাজন প্ৰায়-কপৰ্দক-হীন, কোনোবাজন মাথোন চৰকাৰী চাকৰিয়াল। জীৱনৰ নানা স্তৰৰ, নানা বৰ্ণৰ মানুহ মোৰ সেই অনুজপ্ৰতিম বন্ধুৰ দল। মোৰ নিজৰ

ৰবীয়া সক এটা ঘৰ সাজি উলিওৱা, মোৰ ডাঙৰ ছোৱালীজনীৰ বিয়া পতা, দিল্লীত মোৰ স্বাস্থ্যৰ মেৰামতি কৰা ইত্যাদি এটা কামো মই সুকলমে কৰি উঠিব নোৱাৰিলোহেঁতেন—জীৱনৰ বাটত যদি এওঁলোকৰ কাকোৱেই লগ নেপালোঁহেঁতেন।

প্ৰসংগক্ৰমে এটা কথা কৈ থ'বৰ মন গৈছে। মই আটাইতকৈ বেচি বিব্ৰত অনুভৱ কৰোঁ, মোৰ পৰিবাৰে যেতিয়া মোক ভুলতে সোধে সচৰাচৰ নোসোধা কথাষাৰ, "মাহটোত মুঠ দৰমহা বুলি তুমি বাৰু কিমানকৈ পোৱা ?" মই মোৰ প্ৰাথমিক দৰমহাটোৰ বাহিৰে বাকী বানচবোৰ কিমানকৈ পাওঁ, তাৰে কিমান কেনি কটা-কুটা যায়—সেইবোৰৰ কথা একোৱেই নেজানো। মোৰ দৰমহাৰ বিলখনত মাথোন চহী এটা কৰি মোৰ বিভাগীয় পিয়ন অনিল কাকতিৰ হাতত মোৰ কলেজীয়া জীৱনৰ সহপাঠী আৰু এতিয়া বিশ্ববিদ্যালয়ৰ সহকাৰী পঞ্জীয়ক কুমুদেশ্বৰ শৰ্মাৰ অফিচলৈ পঠিয়াই দিওঁ। হিচাব-ৰক্ষক নীল কোঁচে সংখ্যাবোৰ য'ত যেনেকৈ পূৰাব লাগে, সেইদৰে পূৰাই-মেলি পাবলগীয়া দৰমহাটো বেংকত মোৰ নামত জমা কৰাই দিয়ে। মই যে কিমান কৃতজ্ঞ, বেআইনী কামৰ দায়িত্ব কান্ধ পাতি লোৱা এই মানুহগৰাকীৰ ওচৰত !

মোৰ অন্য এটা দুৰ্বলতা হ'ল, মোৰ ভমককৈ জ্বলি উঠা খংটো। সেই চণ্ডালটোৰ বশৱৰ্তী হৈ মই তাহানিখন বহুত বস্তু নষ্ট কৰিছোঁ। তাহানি গুৱাহাটীত শিলপুখুৰীৰ সমুখৰ 'ধলপুৰ ভৱন'ত থাকোঁতে এবাৰ মোৰ পৰিবাৰে মোৰ কথা ফুটোঁ-ফুটোঁ হোৱা বয়সৰ মোৰ ডাঙৰ ছোৱালী মুনক উমলি থাকিবলৈ 'Lust for Life' কিতাপখন দিছিল। কলেজৰ পৰা উভতি আহিয়েই দেখিলোঁ, তাই দুটামান পাত ফালিলে। লগে লগে মই খঙত সেই কিতাপখন টানি আনি ছিঙিবা কৰি পেলালোঁ। মুহূৰ্ততে মোৰ জ্ঞান হ'ল, মই কিয় খং কৰিলোঁ ? তাই জানো মোৰ ঘৰত মাথোন কেইটামান বছৰৰ আলহী নহয় ! এতিয়া কেতিয়াবা কিবা কথাত খং উঠিলে, মই সাঁচি থোৱা সেই কিতাপখন চাই যাওঁহি—খংটো লগে লগে মুমাই যায় ! গোৱালপাৰাত থাকোঁতে এবাৰ মই ৰেডিঅ'ত কিবা এটা কথিকা শুনি আছিলোঁ। মোৰ পৰিবাৰে ৰেডিঅ'টো বন্ধ কৰি থ'বলৈ ক'লে। লগে লগে মই সেই দামী ৰেডিঅ'টো বন্ধ কৰি তাঁৰ ছুডাল খুলি চোতাললৈ

দলি মাৰি পঠিয়ালোঁ। ৰেডিঅ'টো চুচুৰ্মৈ হৈ থাকিল। পাচত চিন্তা কৰি চালোঁ, হয়তো মোৰ পৰিবাৰৰ মুৰ কামুৰিছিল। সেই-কাৰণেই, সাধাৰণ অনুৰোধ এটা কৰিছিল আৰু মোৰ সঁহাৰিটো আগ্নেয়গিৰিৰ বিস্ফোৰণ নহৈয়ো পাৰিলেহেঁতেন। এতিয়া মোৰ সেই খংটো দমন কৰিব জনা হৈ আছিলোঁ। মাথোন সভাই-সমিতিয়ে কোনোবাই অধলা কথা কৈ সভাৰ পৰিৱেশ নষ্ট কৰিলে ছুষাৰ-এষাৰ শুনাই দিওঁ।

মোৰ আটাইতকৈ ডাঙৰ দুৰ্বলতাটো হ'ল, মই পেটত কথা লুকুৱাই ৰাখিব নেজানো। অলপতে ক'ৰবাত পঢ়িছিলোঁ, কোনোবা এজনে হেনো তেওঁৰ পুতেকে পৰীক্ষাত সুন্দৰকৈ 'পাছ' কৰা সত্বেও ফূৰ্তি কৰিব পৰা নাছিল। সুধিছিল, "যাচোন যা, অমুকৰ ল'ৰাটো 'ফেইল' কৰিলে নে নাই—খবৰটো লৈ আহগৈ।" খবৰ লৈ পুতেক উলটিল—"ওঁ-হো, তাৰ ভাগ্য বেয়া। বেচেৰা এইবাৰ ফেইল হ'ল!" বপেকে তেতিয়াহে পুতেক 'পাছ' কৰা খবৰটো শুনি কিৰিলিয়াই উঠিল। আকৌ এবাৰ কোনোবা এগৰাকী শাহুৱেকে বোৱাৰীয়েকৰ গিৰিয়েক মৰিলতো দুখ কৰিবলৈ সময় বিচাৰি পোৱা নাছিল। কথাষাৰ শুনি এটা চকু মলচি ক'লে, "এইবাৰ চাম. বোৱাৰীৰ দেমাক। বৰ বাঢ়িছিল ভাই!" জীৱনৰ বাটে-ঘাটে এনেকুৱা মানুহৰ সাঁচতে গঢ়া ছুই-এজন কপট বন্ধুক লগ নোপোৱাকৈ থকা নাই। বুৰ্বকৰ দৰে সিবিলাককো মোৰ ছুটা-এটা সৰুসুৰা সফলতাৰ কথা লুকুৱাই নৰখাকৈ কৈ দিওঁ। পাচতহে উমান পাওঁ, গাখীৰখিনি কিয় ফাটিল!

তথাপি, ভাগ্যবাদী মই মুঠেই নহওঁ। জীৱনৰ মূল্যবোধ-সম্পৰ্কীয় কথাবোৰ লৈ মই ক'তো আপোচ কৰি পোৱা নাই। কিছুমান কথাত মই ভয়ানক ধৰণেৰে জেদী। অলপ খাতিৰ কৰিয়েই ল'ব পৰা বস্তুও মই কোনোদিনে কাৰো পৰা লোৱা নাই। সম্পাদকে নিজে চিঠি দি নিবিচাৰিলে মই কালৈকো একো নপঠিয়াওঁ। এখন ভাল আলোচনীত মই আজিলৈকে এটা খুচুৰা প্ৰবন্ধ অথবা কবিতাও লেখি পোৱা নাই—অকল এইটো কাৰণতে। আৰু মই যাক ভাল পাওঁ, তেওঁৰ কাৰণে মই জীৱনটো দিবলৈয়ো প্ৰস্তুত। এজন সম্পাদক —চন্দ্ৰপ্ৰসাদ শইকীয়া; তেখেতে যদি কিবা বিচাৰি লেখে, মই দঙোবন কাতি কৰি সিজনৰ কাকতলৈ লেখি পঠিয়াওঁ। আৰু এটা

কথা, মই আটাইতকৈ সেইবোৰ মানুহকেই বেচি ঘৃণা কৰোঁ, যিবোৰ মানুহ কন্দীবাজ, যিবোৰে মোৰ সমুখত আনন্দ বিষয়ে আঁৰৰ পৰা নিন্দা কৰি ভাল পায়। খুব সম্ভৱ, এইকেইটাই মোৰ চৰিত্ৰৰ সবল অংশ।

এইবোৰ লাহী আৰু মিহি, শকত আৰু খহটা সূতা বাটি উলিওৱা জৰীডালেৰেই মোৰ জীৱনটো কঠিনে-কোমলে মেৰ খাই আছে। সিমানখিনিয়েই ক'ব পাৰোঁ। তাতকৈ বেচি ক'ব পৰাকৈ আত্মবীক্ষণৰ শক্তি মোৰ নাই। সময়ে মোৰ পৰা মোৰ বহুতো শক্তি কাঢ়ি লৈ গৈছে। মোৰ শ্ৰমশক্তি টুটি আহিছে। মোৰ স্মৰণশক্তিটোও টুটি অহাৰ উমান পাইছোঁ। লেখাতো দেখিছোঁ, পাচৰ শব্দটোৰ একাংশ ভাগি আহি আগৰ শব্দটোৰ শেষত অৰ্থবিহীন কিবা এটা হৈ সোমাই পৰিছে। সময়ৰ উপলা নদীত জুৰিৰ জিৰজিৰণিবোৰৰ সলনি যেন শ্লথগতি ধীৰ প্ৰৱাহ এটাহে আছে। হয়তোবা সেইটোকেই বাৰ্ধক্যৰ প্ৰথম উকমুকনি বুলি কয়। তাহানি দেউতাই মোলৈ লেখা শেষৰ-কালৰ এখন চিঠিত লেখিছিল, "চাওঁতে চাওঁতে মোৰ জীৱনৰ গধূলিয়েই হ'ল।" চিঠিখন পঢ়ি উঠি কিয় জানো মোৰ চকুহাল চলচলীয়া হৈ উঠিছিল। হয়তো মোৰ দেউতা নেলেখা কবিতাৰ কবি আছিল। সেই একেষাৰ কথাৰেই বহুত কথাৰ আভাস দিছিল: একোৱেই কৰি যাব নোৱাৰিলোঁ বুলি ভবাৰ এটা দুৰণিবটীয়া উমান।

জীৱনৰ গধূলিপৰত দেউতা ঘৰলৈ উভতি গৈছিল। আৰু মই জীৱনৰ আবেলিপৰত মোৰ চিনাকি গাঁৱৰ পৰা জীৱনৰ কুকুৰা বতাহত উৰি আহি থিতাপি ল'লোঁহি ডিবৰুপৰীয়া জীৰ্ণ চহৰত। তাৰো কৃতিত্বটো মোৰ নিজৰ নহয়। গীতাই হঠাৎ সন্ধান পাইছিল মাটি-ডোখৰৰ কথা তেওঁৰ এগৰাকী মাহীয়েক—চৌকিডিঙিৰ জানকী মাহীৰ পৰা। গীতাই নিজে গোৱালপাৰালৈ গৈ তাত থকা মোৰ ঘৰ আৰু মাটিডৰা বেচি থৈ টকাৰ সৰু টোপোলা এটা লৈ উভতি আহিল। কলিকতাৰ শিবতোষ বসুৱে আনি দিলেহি 'নিউ বুক এজেন্সি'ৰ পৰা মই লেখা দুখন পাঠ্যপুথি 'সাহিত্য কাকলি' আৰু 'সাহিত্য জেউতি'ৰ বাবদ পাবলগীয়া 'ৰয়েলটি'ৰ এটা কিস্তিৰ ধন। যেনেকৈয়ে মোৰ জীৱন ফুকন নগৰৰ মাটিডৰা হ'ল। ঘৰটো সাজিবলৈ ল'লোঁ, মোৰ অনুজপ্ৰতিম বন্ধু চেনিৰাম ৰবাৰ উৎসাহ-উৎপাতত। সিজনে মই ক'ব

নোৱাৰাকৈয়ে মোৰ মাটিত ঘৰ সজাৰ সঁজুলিবোৰ দ'মাই দিলেছি। লগতে ঘৰ সজা ঠিকাদাৰ বাবুজীক। কিন্তু, ঘৰৰ ভিতৰত মূৰটো গুজিব পৰা হ'লগৈ, প্ৰায় তিনি বছৰৰ পাচত। সেইকণো হ'লগৈ, মোৰ ডাঙৰজনী ছোৱালী মুনৰ বিয়াৰ সময়তহে। তাইৰ বিয়াৰ তাৰিখটো আছিল ১৯৮৬ চনৰ ৬ মাৰ্চ।

ইয়াৰ ভিতৰতে মই ককাদেউতা হৈ পৰিছোঁ। অগা-পিচাকৈ ওপজা দুটা নাতিল'ৰা। নাম থৈছোঁ, পোহৰ আৰু নিয়ৰ। পোহৰে সদায় মোৰ পঢ়া-কোঠাটোত ভূমুকি মাৰি যায়হি। মোক নেপালেই চিঞৰি উঠে, 'নাই!' আৰু মই যেতিয়া থাকোঁ, সি মোৰ কিতাপৰ আলমাৰীটো চুই প্ৰতিখন কিতাপ আঙুলিয়াই কৈ যায়, 'এইছ্-এইছ্!' তাৰ পাচতে পঢ়া শেষ হৈ যায়। নিয়ৰে কেৱল মোক দেখিলেই হাঁহি এটা মাৰি পিঠিখন দাঙি দিয়ে। ক'বলৈ পাহৰিছোঁ, মোৰ জোঁৱাইৰ নাম শংকৰ দাস। নামতে নহয়, কামতো শংকৰ। সংগীত লৈয়েই ব্যস্ত থাকে; যন্ত্ৰ-সংগীতৰ অনেক যন্ত্ৰৰ যন্ত্ৰী। তাৰ মূৰটোত বাজি থাকে মাথোন সুৰৰ তন্ত্ৰী। সেইটোৱেই মোৰ আটাইতকৈ ডাঙৰ rerdymade son! মাজে মাজে সি মোক সুৰ দিবলৈ গান বিচাৰে। দিছোঁ, কেইবাটাও। ভাবিছোঁ, তালৈ কিছু গান লেখিম। পোহৰৰ আৰু নিয়ৰৰ নামত দুখন সৰু ল'ৰা-ছোৱালীৰ পুথি লেখি উলিয়ালোঁ। সময় হ'লে, পোহৰলৈ ওলাব। ছবিবোৰ আঁকি দিবলৈ দিছোঁ, মোৰ সৰুটো ল'ৰা টিংকুক।

দেউতাক হিচাপে মই তেনেই অকামিলা। মই সিহঁতক ভালকৈ বাট পোনাই দিব নোৱাৰিলোঁ। সেয়া সিহঁতৰ মাকৰ ওপৰতে এৰি দিছোঁ। মই দেখোন সময়েই নেপাওঁ, মোৰ নিজৰ হুতাশনীয়া কিতাপৰ ভোকটো পলুৱাই উঠি। সময় নেপাওঁ, মোৰ কিতাপবোৰ থান-থিত লগাই থ'বলৈ। মোৰ লেখাৰ মেজখন থানবান হৈ থকা কিতাপেৰে পোত খাই থাকে। কোনোবাই সুধিলে উত্তৰ দিওঁ, "লেখিবলৈ লওঁতে ডিকেন্সে মেজৰ তলত ভৰিৰ ওচৰত এপাচি গেলি-পচি গোন্ধ ওলোৱা আপেল থৈ লৈছিল।" মোৰো স্বভাৱটো সেই-টোৰ ওচৰেদিয়েই যোৱা, যদিও মই ডিকেন্সৰ লেখীয়া মহামহীৰুহ নহওঁ। অৱশ্যে, মিছা বিনয় দেখুৱায়ো নকওঁ, লেখক হিচাপে মই বাটৰ দুবৰি!

১৯৮৬ চনৰ নৱেম্বৰ মাহৰে কথা। হঠাৎ খবৰ পালোঁ, অসম সাহিত্য সভাই মোক পাঠশালাত বহিবলগীয়া ত্ৰিপঞ্চাশত্তম অধিবেশনৰ সভাপতি নিৰ্বাচিত কৰিছে। সেই আসনখনৰ অধিকাৰী হোৱাটো মোৰ স্বপ্নৰো অগোচৰ আছিল। মই বিশ্বাস কৰোঁ. সেইখন অসমীয়া মানুহৰ হৃদয়-কাৰেঙৰ সোণৰ সিংহাসন। বন্ধু-বান্ধৱ আৰু শুভানুধ্যায়ীৰ অভিনন্দনে মোক বুৰাই পেলালে। সদৌ অসম শিখ সংস্থাৰ পৰা তাঁৰযোগে পোৱা অভিনন্দন-বাৰ্তাই মোলৈ কঢ়িয়াই আনিলে মোৰ 'চামুৰাই'ৰ সোঁৱৰণী। চিৰকাল মনত থাকিব, আউনিআটীয় সত্ৰাধিকাৰ প্ৰভুৱে কটকী ধৰি মোলৈ পঠিওৱা বকুল ফুলৰ মালাধাৰ আৰু নিৰ্মালিৰ টোপোলাটোৰ স্মৃতি। সেয়া মই বৰ আটোমটোকাৰীকৈ আজিলৈকে সাঁচি থৈছোঁ।

অভিভাষণখন লেখি উলিয়ালোঁ। প্ৰাণ উবুৰিয়াই লেখিছিলোঁ। কিন্তু, দ্বিতীয়বাৰ চকু ফুৰাই চাবলৈ নেপালোঁ। ১৯৮৭ চনৰ জানুৱাৰী মাহৰ প্ৰথমছোৱাৰ কথা। পাচদিনা ৰাতিপুৱাই গোলাঘাটলৈ যাম। গোলাঘাট সাহিত্য সভাই মোক সংবৰ্ধনা জনাবৰ বাবে বিপুল আয়োজন কৰিছিল। কিন্তু, সেই ৰাতিয়েই মই ভীষণ অসুস্থ হৈ পৰিলোঁ। পাচদিনা ডাঃ অজিত শৰ্মাই মোক চালেহি। পোনতে মাথোন পেটৰ বিষ বুলিয়েই ভাবিছিল। তেখেতে পৰামৰ্শ দিলে, এজন বিশেষজ্ঞৰ ওচৰ চপা ভাল। এনেতে মোৰ বন্ধু কৈলাশ শৰ্মা আহি ওলাইছিলহি। তেখেতে মোৰ অৱস্থাটো দেখি তেখেতৰ চিনাকি ডাঃ যতীন্দ্ৰনাথ ভাগৱতীক লৈ আনিলেগৈ। তেখেত শল্য-চিকিৎসক; স্বাভাৱিকতে, তেখেতে মোৰ গা'ত হাত দিয়েই উমান পাইছিল, অসুখটো ভেষজ-চিকিৎসাৰ অতীত হৈ পৰিছে। তেখেতো মোৰ পৰা কিবা ফিজেই ল'বলৈ মান্তি নহ'ল। কেইবাদিনো মোক চালেহি; দৰৱ-বেজী ইত্যাদিও নিজৰ সংগ্ৰহৰ পৰা বহুখিনি দিলে। অৱশেষত ১৩ জানুৱাৰীৰ দিনা অসম মেডিকেল কলেজত ভৰ্তি হ'লোঁগৈ। সেই যে চক্ৰবেহুত সোমালোঁ, ওলাব নোৱৰা হ'লোঁ। মোৰ এসময়ৰ সহপাঠী মেডিকেল কলেজৰ অধ্যক্ষ ডাঃ মহম্মদ আলী চৌধুৰীয়ে অৱশেষত মোক পৰামৰ্শ দিলে, দিল্লীৰ All India Institute of Medical Seiences লৈ এবাৰ গৈ অহা ভাল হ'ব। মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তয়ো ব্যক্তিগতভাৱে মোৰ আৰোগ্য কামনা

কৰি তাঁৰ-বাৰ্তা পঠিয়ালে আৰু ডাঃ আলী চৌধুৰীৰ পৰা মোৰ অসুখৰ বিত্তং খবৰ ল'লে।

পাঠশালা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা এটা সক দলে মোক দেখা কৰি গ'ল'হি। অভ্যৰ্থনা সমিতিৰ সম্পাদক সতীশ চৌধুৰীয়ে মোক সুধিলে, "অধিবেশন পিচুৱাব লাগিব নেকি?" মই ক'লোঁ, "সেইবোৰ চিন্তা নকৰিব। ইমানবোৰ মানুহৰ আশীৰ্বাদ অথলে যাব নে? মই নিশ্চয় সোনকালেই আৰোগ্য হৈ পাঠশালাত ওলামগৈ।' ৯ ফেব্ৰুৱাৰীৰ দিনা ডাঃ আলি চৌধুৰীয়ে মোক অধিবেশনলৈ যাব পৰা কৰি দি মেডিকেল কলেজৰ পৰা মুক্তি দিলে। লগতে লিখি দিলে, 'দিল্লীৰ A. I. I. M. S-ত দেখুওৱাৰ পৰামৰ্শ দিয়া হৈছে।' ১১ তাৰিখে মই সপৰিয়ালে বিমানযোগে গুৱাহাটীলৈ যাত্ৰা কৰি মোৰ শালপতি ডাঃ যোগেন ভূঞাৰ চৰকাৰী বাসভৱনত উঠিলোঁগৈ। তাত এনিশা অসুখটোৱে অলপ কুকং-কাৰাং কৰিছিল। দীপকে—তেৱেঁা ডাক্তৰ, ডাঃ ভূঞাৰ ল'ৰা—বেজী এটা দি বিষটোৰ চোক কমাই থ'লে। যি কি নহওক, ১৩ তাৰিখে পাঠশালা পালোঁগৈ। মন্ত্ৰী পবিন্দ্ৰ ডেকাৰ ব্যক্তিগত তত্ত্বাৱধানত নতুনকৈ সজা ডাক-বঙলাটোত আমিয়েই প্ৰথম অতিথি হলোঁগৈ। পাঠশালাৰ আতিথেয়তা মোৰ জীৱনৰ সুখ-স্মৃতিবোৰৰ ভিতৰত মধুৰতম।

১৪, ১৫ আৰু ১৬ ফেব্ৰুৱাৰী—তিনিও দিনেই মোৰ অসুখটোৱে মোক অকণো আমনি নকৰিলে। মানুহৰ আশীৰ্বাদে যে মৰণ-পথৰ যাত্ৰীকো জীৱনলৈ আকৌ হাতবাউল দি আনিব পাৰে—তাৰ প্ৰমাণ পাঠশালাতেই পালোঁ। সেই কেইদিনত মই মৰ্মে মৰ্মে অনুভৱ কৰিছিলোঁ, বহু জনমৰ পুণ্যৰ ফলতহে মই অসমীয়া জাতিৰ এই অনুপম মৰম-অঞ্জলিৰ গৰাকী হ'ব পাৰিছোঁ। জীৱনৰ শেষ দিনলৈকে মনত থাকিব, পাঠশালাবাসীৰ হিয়া উবুৰিয়াই দিয়া মৰমৰ অত্যাচাৰ। অসমীয়া জাতিয়ে যাচিব পৰা সৰ্বোচ্চ সন্মানৰ আসনখন মোৰ প্ৰাপ্যৰ অতীত প্ৰাপ্তি। এই জাতিৰ প্ৰতি সামান্যতম দায়িত্ব স্খলনৰ দোষত যদি কেতিয়াবা দোষী হ'বলগীয়া হওঁ, মোৰ আত্মা চিৰকাল ধৰি নৰকৰ পূতিগন্ধ-আৱৰ্জনাৰ মাজত পচি ৰ'ব। সেইকাৰণেই, মোৰ সাধ্য অনুসৰি আজিকালি লেখা-পঢ়া লৈয়েই ব্যস্ত থাকোঁ। স্বাস্থ্য-ৰক্ষাৰ অনুশাসন নেমানিও মই মাজনিশা পাৰ হৈ নোযোৱালৈকে

লেখা-পঢ়া কৰোঁ আৰু বৈছজালি শুনোঁ-নুশুনে তেই সাৰ পাই উঠি মেজৰ কাষ চাপোঁ। মোৰ শেষতম কবিতাকেইটাৰ এটাত আপোনা-আপুনি মনৰ তলিৰ পৰা উজাৰ খাই অহা কথাবাৰ এইদৰে বন্দী হৈ পৰিছে, মাথোন ভাৰেই আঁত ধৰি—

"পাৰোঁ যদি আহিম উভতি ৰণুৱা ঘোঁৰাত উঠি
স্বৰ্গ বুলি ভাবি ল'লোঁ যিখন দেশক
আহিম উভতি সেই স্বৰ্গ লৈকে
মৰি মৰি উপজিম যুঁজ কৰি জয়ী হ'বল'ই
আৰু যদি হ'ব লাগে সুৰৰ পূজাৰী
জীৱনৰ যতমানে প্ৰমূল্য সাধনা
ৰাখিলে মলিন কৰি যিবোৰ সুৰৰ ভুলে
আহিম উভতি
সেইবোৰ সুৰবে চানেকি
নেৰাখি অকনো ভুল ৰূপ দিবল'ই'

যুক্তি-তৰ্কৰ শাসন নমনা এই কথাবোৰৰ অন্তৰালত আছে পাঠশালাৰ পাঠৰ প্ৰেৰণা আৰু অসমীয়া জাতিৰ আশীৰ্বাদ।

পাঠশালাৰ এটা মুহূৰ্তৰ কথা পাহৰিব নোৱাৰিম। সভাঘৰৰ ভিতৰলৈ মোক সুৱাগুৰি তুলি নিবৰ সময়ত হেজাৰ হেজাৰ মানুহে থিয় হৈ মোক যেতিয়া সম্মানৰ অঞ্জলি যাচিছিল,—তেতিয়া মোৰ নিজকে অত্যন্ত সৰু যেন লাগিছিল, মোৰ ভৰি দুখন অযোগ্যতাৰ ভৰ লৈ কঁপি উঠিছিল। মঞ্চৰ ওপৰত উঠি যে'তিয়া দেখা পাইছিলোঁ মোৰ কলেজীয়া জীৱনৰ গুৰু ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱো অন্যান্য বিশিষ্ট অতিথিসকলৰ লগতে থিয় হৈ দিছে, তেতিয়া মই তেখেতৰ ওচৰ চাপি তেখেতক সেৱা কৰি ভৰিৰ ধূলি লৈছিলোঁ। মোক পাচত এজন ডেকাই প্ৰশ্ন কৰিছিল "ছাৰ, আমি অবাক হৈছিলোঁ, আপোনাক ড° শৰ্মা ছাৰৰ ওচৰত মূৰ দোঁৱাই সেৱা কৰা দেখি!" মই ওভোতাই সুধিছিলোঁ, "কিয়, কিবা ভুল হৈছিল নেকি?" তেওঁ উত্তৰ দিছিল, "কিন্তু, অসম সাহিত্য সভাৰ সভাপতিজন সেই মুহূৰ্তটোত জানো সকলোৰে সকলোতকৈ মূধচৰ মানুহজন নাছিল?' মই তেতিয়া তেওঁক ক'লোঁ, "শুনা তেনেহ'লে। যিবাৰ কথা আন ক'তোৱেই সিমান ফটফটীয়াকৈ ক'ব নোৱাৰিলোঁ হেঁতেন, সেই কথাবাৰ

তাৰে পৰাই ক'লোঁ। সভাপতিৰ অভিভাষণত আঁৰিৰ নোৱৰা কথা এয়াৰ মই মৌন ভাষাৰে সেইখন মঞ্চৰ পৰাই কৈছিলোঁ—গুৰুক সম্মান দেখুওৱাত কুণ্ঠিত কোনো জাতিয়ে জীৱনৰ মন্ত্ৰ বিচাৰি নেপায়।" এই মানুহজন—ড° সত্যেন্দ্ৰনাথ শৰ্মা মানুহজন! তেখেতে এবেলি মই গুৱাহাটী মেডিকেল কলেজত মই জ্ঞানহীন অৱস্থাত শুই থাকোঁতে মোৰ গালে-মূৰে হাত ফুৰাই দিছিলগৈ। মই তেখেতৰ হাত দুখনত কিবা এটা সুগন্ধি অনুভৱ কৰিছিলোঁ। লাহে লাহে মই জ্ঞান পাই উঠিছিলোঁ। মই দেখিছিলোঁ, তেখেতে মোৰ পিনে করুণ দৃষ্টিৰে চাই আছে।

'জাহানাৰাৰ আত্মকাহিনী'ত পঢ়িছিলোঁ, সম্ৰাট ছা'জাহানক দিল্লীৰ কোনোবা এজন ফকীৰে তলুৱাত এটা আপেল ঘঁহি শুঙি চাবলৈ কৈছিল। সম্ৰাটে শুঙি চাইছিল, অপূৰ্ব সুন্দৰ এটা গোন্ধ! ফকীৰে কৈ থৈ গৈছিল, "জাহাপনা, যিমান দিনলৈকে আপোনাৰ হাতৰ তলুৱাত সেই গোন্ধটো জীয়াই থাকিব, সিমান দিনলৈকে আপোনাৰ জীৱন-শলিতা জ্বলি থাকিব।" আগ্ৰা দুৰ্গত বন্দী হৈ থাকোঁতে হেনো এদিন ছা'জাহানে চিঞৰি উঠিছিল, "জাহানাৰা, সেই গোন্ধটো আৰু নাই।" জাহানাৰায়ো সম্ৰাটৰ হাতখন শুঙি চালে—সঁচাসঁচিকৈয়ে নাই! গল্পটো সঁচা-মিছা কোনটো—নেজানো। কিন্তু, তেনেকুৱা কোমল মিঠা গোন্ধ এটা বহুতৰে হাতৰ তলুৱাত পাইছোঁ। সেইবোৰ আতৰৰ গোন্ধ নহয়।

আৰু সেই ডেকাজন যিজনে প্ৰশ্নটো সুধিছিল! খুব সুখী হৈছিলোঁ, মই যেতিয়া শুনিছিলোঁ বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ মহলাৰ পৰীক্ষাত তেওঁ ১ম শ্ৰেণীৰ ১ম স্থান অধিকাৰ কৰিছে বুলি। মই জানো, তেওঁ জীৱনৰ মন্ত্ৰ গুণগুণাব জানিছে। এনেকুৱা ল'ৰা-ছোৱালীবোৰ দেখা পালেই মই উচপ্ খাই উঠোঁ, জানোচা তেওঁক নি কোনোবা ভুৱা প্ৰফেটে শৰণ-ভজন দি আপোন বাটেৰে বৈ যোৱাৰ সুঁতিটো ভেটা দি আগচি ধৰে।

পাঠশালাৰ পৰা উভতি আহি গুৱাহাটীৰ শেৰালিহঁতৰ ঘৰত জিৰণি লোৱাৰ দিনা ৰাতি তেওঁৰ ল'ৰা দীপকে মোক এটাৰ পাচত এটাকৈ চাৰিটা বেজী দিবলগীয়া হৈছিল। পাচদিনা ড° নগেন শইকীয়া ওলাইছিলগৈ। মোক তেওঁ সুধিলে, "আপুনি ক'লৈ যাব

বুলি ভাবিছে ?” মই ক'লোঁ, “কিয়, ডিব্রুগড়লৈ।” তেওঁ সুধিলে, “কিন্তু, চিকিৎসাটো ?” মই উত্তৰ দিলোঁ, “হ'ব লাহে লাহে। টকা-পইচাও তো গোটাব লাগিব।” তেওঁ তেতিয়া হাঁহি হাঁহি ক'লে, “সেইবোৰ মিছা কথা। আপুনি কাইলৈকে দিল্লীলৈ যাওকগৈ। এয়া লওক, ১৭,০০০ টকাৰ এইখন চেক্—মুখ্যমন্ত্ৰী মহন্তই মুখ্যমন্ত্ৰীৰ পুঁজিৰ পৰা আপোনালৈ দি পঠিয়াইছে মোৰ হাতত।” মই অভিভূত হৈ গ'লোঁ। মই তো কাকো কোৱা নাছিলোঁ। ড° শইকীয়াই মোৰ বিস্ময়-তন্দ্ৰা ভাঙি আকৌ ক'লে, “যদি এনেকুৱা হয়, আপোনাৰ চিকিৎসাৰ বাবে আৰু ধন লাগে—। আমি আছোঁৱেই দেখোন। আপুনি চিন্তা নকৰিব।” পাচদিনা ডাঃ ভাগৱতীয়েও মোক দেখা কৰি একেটা পৰামৰ্শকেই দিলে—দিল্লীত দেখুৱাবলৈ যোৱাই ভাল, বেমাৰটো পুহি ৰাখিব নালাগে। ক'বলৈ পাহৰিছোঁ, অসম চৰকাৰৰ সৌজন্যত ডাঃ ভাগৱতীও ডিব্রুগড়ৰ পৰা মোৰ লগতে পাঠশালালৈ গৈছিল।

অৱশেষত, দিল্লীত A. I. I. M. S-ত দেখুৱালোঁগৈ। পোনতে ডাঃ ৰাকেশ টেণ্ডনে চাবলৈ ল'লে। CAT scanner-ত কেইবা-বাৰো পৰীক্ষা কৰাৰ পাচত ধৰা পৰিল, bile duct-ত এটা শিল। মোৰ মনত আছে, CAT (Computerised Atomic Tomography)-ত scanning কৰা ডাক্তৰজনৰ কি ফুৰ্তি, শিলটো ধৰা পেলাই। যেনিবা পুলিচৰ হাতত্হে ফেৰাৰ হৈ ফুৰা চোৰ এটা ধৰা পৰিল। কেইবাজনো ডাক্তৰক আনি দেখুৱালেহি, মোৰ পেটত থকা সেই চোৰ-শিলটো। ডাঃ টেণ্ডনে ক'লে, “অস্ত্ৰোপচাৰ কৰিব নালাগে। মুখেদি শিলটো উলিয়াব পৰা যাব।” ERCP নামৰ সেই চিকিৎসাটো কৰা জাপানী যন্ত্ৰটোৰে প্ৰথম দিনা প্ৰদৰ্শনী চিকিৎসা যি দুজন ৰোগীৰ কৰিছিল, তেওঁলোক দুয়োজনেই হেনো আছিল অসমীয়া। এজন আছিল জখলাবন্ধাৰ, আনজন বোৰহাটৰ। নাম দুটাও কৈছিল ডাঃ টেণ্ডনে—পাহৰিলোঁ। মই সেই যন্ত্ৰটোৰে চিকিৎসিত ১২৬নং ৰোগী। গতিকে, মই আৰোগ্য হোৱাটো নিশ্চিত।

সেয়া এক যমৰ ঘৰৰ যন্ত্ৰণা। পোনতে মোক উবুৰি হৈ শুই পৰিবলৈ দিলে। তাৰ পাচত, পিঠিটোত আলফুলকৈ হেঁচা মাৰি

ধৰিলেছি ওপৰৰ পৰা নামি অহা বিয়াগোম এডোখৰ আহল-বহল আৰু চেপেটা লোহাৰ পাতে। মুখেদি সুমুৱাই দিলে এডাল ৰবৰৰ নলী; তাৰ ভিতৰত অকণমানি এটা বাল্‌ব, এখন ছুৰিকটাৰী আৰু এডাল চেপেনা। কাষতে থকা এটা যন্ত্ৰৰ পৰ্দাত দেখা পোৱা ছবি চাই পেটটো ঘূলুকিও চোৰ-শিলটোক বিচাৰি নেপালে। এঘণ্টামানৰ পাচত হেঁচা মাৰি ধৰি থকা লোহাচটা আঁতৰাই নিলে। তিনি দিনমানৰ পাচত আকৌ চেষ্টা - একেটা পদ্ধতিৰেই। পাচবেলা আকৌ অলপ বেলেগ ধৰণেৰে চেষ্টা কৰাৰ কথা উঠিল। কিবা বিজুতি পাই মোক লৰালৰিকৈ এখন বিচনাত তুলিলেগৈ। মোৰ লগত মোৰ সৰুটো ভাই মাখন—তাৰ পোচাকী নামটো প্ৰভাত বৰা—গৈছিল। সিয়েই মোক সেই কেইদিন ইনষ্টিটিউটলৈ অহা-যোৱা কৰাত লগ দিছিল। লগত আছিল, যোগেন কলিতা। সেইদিনা ৰাতিটো মোক তাতে ৰখাটো থিৰাং হ'লত সি 'অসম ভৱন'লৈ গ'লগৈ ৰাতি মোৰ ওচৰত থাকিবৰ বাবে সাজু হৈ আহিবলৈ। লগতে মোৰো কাপোৰ-কানি দুডোখৰ মান লৈ আহিবগৈ।

দুঘণ্টামানৰ পাচত ড° শইকীয়াক লগত লৈ মাখন উভতি আহিল। আহি দেখিলে, মোৰ অৱস্থা শোচনীয়। মই হোলোকা-হোলোকে তেজ বতিয়াবলৈ লৈছোঁ। তেজেৰে মজলীয়া ধৰণৰ বাল্টি এটা ওপচ খাই উঠিছে। ডা° টেগুলে ক'লে, তৎক্ষণাৎ অস্ত্ৰোপচাৰ কৰিব লাগিব—অন্য বিকল্প নাই। সেইদিনা আছিল ১৯৮৭ চনৰ ১১ মাৰ্চ।

মই চহী কৰি দিলোঁ কাকতখনত, মোৰ মৃত্যুৰ বাবে কোনো দায়ী নহ'ব। শুই শুয়েই কাকতখন ওপৰমুৱাকৈ ধৰি চহী কৰি দিলোঁ। ড° শইকীয়াক কোনোবা এজন চাৰ্জনে ক'লে, তেজৰ যোগান ধৰিব লাগিব। মোক তেজ দিবলৈ ওলালহি, দিল্লীৰ অসম ভৱন'ৰ কেইবাজনো সৰু-ডাঙৰ কৰ্মচাৰী। দিবাকৰ বড়োৱে হেনো কৈছিল, "ব'লক। মোৰ গা'ৰ পৰা যিমান বটল তেজ লাগে, উলিয়াই দিম। কেৱল যেনেতেনে বাচি থাকিবৰ বাবে প্ৰয়োজনীয় তেজখিনি ৰাখি থ'লেই হ'ব।" এই ডেকাল'ৰাজনৰ ওচৰত মই ওৰে জীৱনটোলৈ ঋণী। ইতিমধ্যে ডাঃ টেগুনে ক'লেছি—তেজখিনি তেওঁ সংগ্ৰহ কৰি আনিলে। মোক ছিলমোহৰ মাৰি থোৱা তেজৰ ছ'টা পেকেট দেখুৱাই সিজনে

ক'লে, "এয়া চাওক, আপোনাৰ গ্ৰুপৰ তেজ। আপুনি চিন্তা নকৰিব।" তাৰ পাচত, ৰাতি ৮৩০ মান বজাত মোক জৰুৰী অস্ত্রোপচাৰৰ বাবে কাষতে থকা 'অপাৰেশ্যন থিয়েটাৰ'লৈ নিবলৈ ওলাল। মোৰ চকুত পৰিল, মাখন আৰু ভ' শইকীয়া দুয়োৰে চকু দুহাল চলচলীয়া হৈ উঠিছে। মই হাঁহি হাঁহি দুয়োকে একেবাৰ কথাৰে ক'লে, "উভতি আহিম। কোন ভয় নাই।" ক'ব পৰা মোৰ বুকুলৈ সেই সাহসটো আহিছিল—মই নিজেই নেজানো। মোৰ ভিতৰলৈ লৈ গ'ল। জানোচা মোৰ বমি হৈ থকা তেজৰ পৰা কিবা সংক্রমণ ঘটে, বোধকৰোঁ সেইবাবেই মোৰ য'ত শুৱাই দিলেগৈ, সেয়া সচৰাচৰ দেখা বিচনা নাছিল—আছিল এটা ধুনীয়া পেৰেওনি।

অস্ত্রোপচাৰ কৰাৰ দায়িত্ব লৈছিল, সুবিখ্যাত অস্ত্র-চিকিৎসাবিদ ডাঃ বি এল. কাপুৰে। তেখেতে মোৰ গা'ত হাত ফুৰাই সুধিলে, "Are you afraid ?" মই উত্তৰ দিলোঁ, "It will be a pleasure to die when you will be by my side with your knife in hand." তেখেতে আশ্বাস দিলে, "Don't worry. You are sure to survive." তেনেকুৱাতে মই চকুৰ ঠাৰেৰে মই শুই থকা পেৰেওনিটো দেখুৱাই ক'লোঁ, "They say, without crucifixion there can be no resurrection." তেখেতে অলপ থমকি ৰৈ ক'লে, "There *shall* be resurrection." তাৰ পাচত, তেখেতে মোৰ দেহত চাৰিটা ভিন ভিন 'অপাৰেশ্যন' কৰিলে। পোনতে হেনো শিলটো উলিয়াই আনিলে। সেইটোৰ আকাৰ হেনো ১৫×০'৫ চেন্টিমিটাৰ আছিল। শিলটো অলপ স্বচ্ছ কাঁচৰ লেখীয়া আছিল। সেইকাৰণেই, সি ৰঞ্জন-ৰশ্মিৰ পোহৰকো ফাঁকি দি ধৰা নপৰাকৈ সাৰিব পাৰিছিল। দ্বিতীয়তে, মোৰ পেটৰ ভিতৰত অগ্ন্যাশয় (Pancreas)-ৰ কাষত আৱিষ্কৃত হ'ল এটা টেমুনা। সেইটো কাটি গুচাই পেলালে। কিন্তু, লগে লগে জনাৰ উপায় নাই—সেইটো নিৰীহ নে উৎপতীয়া। তৃতীয়তে, যদি সেইটো উৎপতীয়া, তেনেহ'লে অন্ততঃ আঠ-ন মাহ বাচি থাকিব পৰাকৈ সেই ফালেদি যোৱা বাটটোক তেনে ধৰণেৰেই থৈ আৰু এটা কাষৰীয়া বাট (by-way) চিকুণাই দিলে। চতুর্থতে, গ্ৰহণীমুখ (duodenum)ত জাপানী যন্ত্রটোৰে লগোৱা ঘা'বোৰ বাটি দিলে।

সম্পূৰ্ণ পাঁচ ঘণ্টা লাগিল, পেটটো মুকলি কৰাৰ পৰা সেইটো জপাই টোপোলা বান্ধি শেষ কৰালৈকে। পাচত মাখনে কৈছিল, সেই গোটেইখিনি সময় ডাঃ টেগুন হেনো মোৰ ওচৰতে থিয় দি আছিল থৰ হৈ। তেখেতেই হেনো মোৰ টেমুনাটো লৈ লেবৰেটৰীত দি আহিছিলগৈ biopsy কৰিবৰ কাৰণে। পাচতো তেখেতেই জনাইছিল, সি বোলে উৎপতীয়া নাছিল।

তাৰ পাচত, সম্পূৰ্ণ ২১ দিন পাৰ হৈ গ'ল। তেতিয়াহে আমি দিল্লী এৰিলোঁ। কেৰেলাতকৈ গুটি দীঘল হ'ল। খাওঁতে-বওঁতে, আহোঁতে-যাওঁতে আৰু ডাক্তৰৰ হতুৱাই নিতৌ ঘা পখালি লোৱাওঁতে ভালেখিনি ভৰিলোঁ। সেই ২১ দিন আৰু তাৰো আগতে ২০ দিন ধৰি মাখনে মোৰ যি আলপৈচান ধৰিলে, মোক যি ধৰণেৰে প্ৰতিটো খোজতে সহায় কৰিলে—তাৰ তুলনা নাই। কোনেও কোনো সহোদৰৰ কাৰণে সেইদৰে ৰাতিক দিন আৰু দিনক ৰাতি কৰি নোতোলে। মই তাৰ ওচৰত জীৱনলৈ ঋণী। সি আৰু ড° নগেন শইকীয়া দুয়ো মিলি মোক মৃত্যুৰ দুৱাৰদলিৰ পৰা ওভোতাই আনিলে। মই তো সাৰ নোপোৱাকৈ শুয়েই থাকিলোঁহেঁতেন! মই তেতিয়া দুখ-কষ্টৰ অতীত হৈ পৰিলোঁহেঁতেন। কিন্তু, মোৰ পৰিয়ালটোৱে হয়তো দুখ-কষ্টৰ জুহালৰ কাষত বহি দিন কটাবলগীয়া হ'লহেঁতেন। অৱশ্যে, ময়েই বা কোন সেয়া লাঘৱ কৰিবলৈ!

উভতি আহিলোঁ। তাৰ মাজতে এটা মিঠা সোঁৱৰণী সাঁচিলোঁ।

এদিনৰ কথা। মই মোৰ ঘৰৰ বাৰাণ্ডাত থিয় হৈ আছোঁ। হঠাৎ, বাটেদি যোৱা মোৰ পৰা পুৰণি বাতৰি কাগজবোৰ কিনি কিনি নিয়া ফেৰীৱালাজন থমকি ৰৈ গ'ল। মোক সুধিলে, "বাবু, আপ্‌কা ক্যা হুৱা? এইসা হালত কৈসে হুৱা?" মই মোৰ পেটটো উদঙাই ধৰি দেখুৱাই ক'লোঁ, "য়ে হুৱা। দেহ্‌লী মে ডাগদৰ লোগ হমাৰা পেট কাট দালা।" ফেৰীৱালাজন জপনাখন ঠেলি মোৰ বাৰাণ্ডাত উঠিলহি। তেওঁ কৈ গ'ল, 'মই চিনিবই পৰা নাছিলোঁ আপোনাক। আপোনাৰ তো ছুটিৰ প্ৰয়োজন হ'ব দীঘলীয়া সময়লৈ। টকা-পইচাৰো চাগৈ ভয়ানক নাটনি হৈছে!' মই কলোঁ, ছুটিৰ কাৰণে কোনো অসুবিধা হোৱা নাই। টকা-পইচাৰ অৱশ্যে নাটনি হৈছে। অলপ ধেমালি কৰিয়েই ক'লোঁ, "অভী তো দশগো ৰূপয়েকে লিয়ে

সোচ্‌না পৰতা হায়। আয়েগা ফিৰ আচ্ছা দিন।" তেওঁ মোক চ'ৰাঘৰলৈ মাতি ক'লে, 'অলপ ভিতৰলৈ সোমাই আহকচোন।' মই সোমাই গ'লোঁ। তেওঁ মোক সাউতকৈ জেপৰ পৰা সাতখন এশ' টকীয়া নোট উলিয়াই মোৰ হাতত গুজি দি, ক'লে, "আপ্‌কা তো তন্‌খা-উন্‌খা ভী নহী মিলা হোগা হায়। ঘৰ চলানা তো মুস্কিল হো গয়া শায়দ। আপ্‌কা হাথ্‌মে ৰখ দীজিয়ে। সমঝ লীজিয়ে, আপ হমাৰা বেংক হায়। হমাৰা হাথ্‌মে ঔৰ হায়। কাল দে'কৰ জাউগা।" মই মস্কিলত পৰি গ'লোঁ। তেওঁ নেৰে—ভয় খাব নালাগে। দু'মাহ পাচত ঘূৰাই দিলেও হ'ব। মই ক'লোঁ, দা-দৰমহা পাই আছোঁ। মোৰ অসুবিধা হোৱা নাই। তেওঁ শেষ প্ৰস্তাৱ দিলে,' তেনেহ'লে এই কেইমাহ গাখীৰ খাব এইখিনিৰে।' তথাপি, মই নেৰাখিলত, তেওঁ অতি গধুৰ মনেৰে সেইদিনা গুলাই গ'ল।

দুদিন পাচত তেওঁ আকৌ আহিল। পিঠিত কাগজৰ থৈলাটো লৈ চ'ৰাঘৰলৈ একেকোবেই সোমাই আহিল। কেইবাজনো আলহী বহি থকা দেখি তেওঁ মোক মাজৰ কোঠাটোলৈ মাতি ক'লে, "বাবু, জৰা আইয়ে তো। সিৰ্ফ দো মিনিট।" মই পৰ্দাখন ঠেলি সোমাই গ'লোঁ। কথা নাই বতৰা নাই, তেওঁ জেপৰ পৰা টকা ৩০০ উলিয়াই মোৰ হাতত দিলে আৰু ক'লে, 'এয়া ৰাখি নথ'লে বৰ বেয়া পাম। টানে-আপদে লাগিব পাৰে। মই সেইদিনা আপোনাক চিনিবই পৰা নাছিলোঁ।' মই দেখিলোঁ, বাহিৰৰ কোঠাত মানুহ বহি আছে— আচল কথা বুজাবলৈ সময় লাগিব। তেওঁ আকৌ ক'লে, "কোঈ ফিকৰ ন কীজিয়ে, জব্‌ আপ্‌কা তন্‌খা মিলেগা, তব্‌ ৱাপস দীজিয়ে।" মই তেওঁৰ সেই নোটকেইখন জেপত ভৰাই লৈ তেওঁক ধন্যবাদ যাচিলোঁ। তেওঁ গ'লগৈ। এমাহ পাচত তেওঁ যেতিয়া বাটেদি গৈ আছিল, মই তেওঁক মাতিলোঁ। তেওঁকো বহুৱাই লৈ ৩০০ টকা উলিয়াই আনি তেওঁৰ হাতত দি কলোঁ, 'বহুত কামত আহিল এই টকাকেইটা। সেইবাবে অসংখ্য ধন্যবাদ। কালি দৰমহা পালোঁ, এই মাহটো চলি যাব পাৰিম।' আচলতে গোটেই কথাখিনি সাজি কৈছিলোঁ। তেওঁক চাহ-জলপান খুৱাই লৈ সুধিলোঁ, "আপ্‌কা শুভ নাম?" তেওঁ ক'লে, "বচ্ছা ছাহ।"—মানেটো ভাঙি উলিয়ালে হয়গৈ, শিশু সম্ৰাট। মই সেই সম্ৰাটৰ বন্ধু হৈ পৰিলোঁ। বন্ধু আহে মাজে মাজে মোৰ ঘৰলৈ। সুখ-দুখৰ কথা পাতি উভতি যায়গৈ।

লাহে লাহে মই আলন্নিয়া হৈ আছিলোঁ। ইয়াৰ ভিতৰতে গম পালোঁ, মোৰ অভিভাষণখন হৈ এটা মহলত ৰাককৈয়ে উমাৰ সৃষ্টি হৈছে। মই নোকোৱা কথাও মোৰ মুখত আঁৰি এজনে স্বদেশপ্ৰেমৰ চল বোৱাই দিলে। এজনে আকৌ মোৰ মূৰত 'কচাই' আখ্যাটো পিন্ধালে, ঠিক সেইটো মুহূৰ্ত্ততে যেতিয়া মোক এজন 'কচাই'-এ তেওঁৰ হাতৰ কটাৰীখন চলায়েই মোক মৃত্যুৰ দুৱাৰদলিৰ পৰা ওভোতাই অনাত ব্যস্ত আছিল! কোনো খেদ নাই, 'পথীসৱ উৰয় যেন পথা অনুসাৰে!' মোৰ তেতিয়া মনত পৰিছিল সেই সাধুটো, যিটোৰ কথা অলপ আগতে কৈ আছিলোঁ। সেই কথাষাৰ—"এইবাৰ চাম, ঘোৱাৰীৰ দেমাক। বৰ বাঢ়িছিল তাই!"

এজনে কৈছিল, মোৰ কালৰ পৰা প্ৰতিবাদ কৰিব লাগে। মই সিজনক উত্তৰ দিছিলোঁ, "ক্রুচেভৰ তৰোৱাল ৰণৰ পথাৰৰ কাৰণেহে—ৰাজআলিৰ কাষৰ খালে-ডোঙে ঘূৰাই ফুৰিবৰ কাৰণে নহয়।"

মোৰ হেৰোৱা স্বাস্থ্যটো উদ্ধাৰ কৰোঁতে যথেষ্ট দিন লাগিল। মোৰ যে স্বাস্থ্যটো বাৰে বাৰে ভাগি পৰে, তাৰ বাবে দায়ী মই নিজেই। কোনোকালেই মই কোনো কচৰৎ-ব্যায়াম-যোগ আদিৰ অনুশীলন কৰি পোৱা নাই। সিমানেই নহয়, মই বহু সময়ত স্বাস্থ্যৰ ওপৰত ইটো-সিটো অত্যাচাৰ কৰি আহিছোঁ। মদ-ভাং নেখাওঁ যদিও, চুৰট আৰু চাহ অলপ অতিৰিক্ত পৰিমাণেই খাওঁ। দেহৰ শ্ৰম নকৰোঁ যদিও, মগজুৰ শ্ৰম অলপ বেচিকৈয়ে কৰোঁ! দিনত অলপ শোওঁ যদিও, ৰাতিৰ মমবাতিভাল দুয়োটা মূৰৰ পৰাই পোৰোঁ! তথাপি, অসম সাহিত্য সভাৰ হাইলাকান্দি অধিবেশনৰ আগে আগে মোৰ হেৰোৱা স্বাস্থ্যটো প্ৰায় ঘূৰাই পাইছিলোঁ। তালৈ যাওঁতে মোৰ সংগ দিছিল মোৰ অনুজপ্ৰতিম বন্ধু জিয়াউৰ ৰহমানে। পাঠশালাৰ দৰে তাতো উঠিছিলোঁগৈ নতুনকৈ সাজি উলিওৱা আলগাপুৰৰ ডাক-বঙলাত প্ৰথম-জন অতিথি হৈ। চহৰৰ কোলাহলৰ পৰা ৬ মাইলমান আঁতৰৰ নিৰ্জন পৰিৱেশৰ গাঁৱৰ সৌন্দৰ্যস্বৰূপ সেই ডাক-বঙলাটোৱে মোৰ সকলোখিনি ভালপোৱা নিমিষতে আদায় কৰি লৈছিল। তাৰ লগতে মিহলি হৈ পৰিছিল মন্ত্ৰী ছাইদুল আলম চৌধুৰীৰ নিৰ্মল অতিথিসেৱাৰ মধুময়তা। মোক 'কচাই' আখ্যা দিয়া মানুহমুঠিৰ কথা শুনি ভাবিছিলোঁ, হাইলাকান্দিয়ে হয়তো মোক ভুল বুজি মোৰ প্ৰতি বিৰূপ হৈ আছে। ক'তা, তাৰ মানুহে তো মোৰ অভিভাষণৰ মৰ্মকথা ভুলকৈ পঢ়া

নাছিল। বৰং, এজনে মুখৰ ওপৰতে স্পষ্টকৈ ঘোষণা কৰিছিল, মই কোৱা কথাখিনি আখৰে আখৰে সঁচা। সেই মানুহজনৰ কথাই মোক মুগ্ধ কৰি দিছিল।" সিজনৰ পৰিকাৰ চিন্তাশক্তি অনুপম। মই বুজি পাইছিলোঁ, দেশজুৰি 'গড্ডলিকা-প্ৰৱাহ'ৰ চল বিয়পা নাই। সেই বিশ্বাসৰে খেও ধৰি মই মূল অধিবেশনৰ আগদিনা দিনৰ এক বজাৰ পৰা ৰাতি তিনি বজালৈকে বিষয় বাচনী সভাৰ পৌৰোহিত্য কৰিও অকণো ভাগৰি পৰা নাছিলোঁ। হাঁহিমুখে মই মোৰ দায়িত্ব সম্পাদন কৰি উঠি পাচদিনা পুৱা ৫ বজাত ডাক-বঙলাটোৰ পৰা ৬ বজাত পতাকা উত্তোলন কৰিছিলোঁহি। সেয়া মোৰ জীৱনৰ এক অবিস্মৰণীয় অভিজ্ঞতা, মোৰ শৰীৰ-মানসৰ সহনশক্তিৰ এক অবিশ্বাস্য অভিলেখস্বৰূপ।

ওচৰ-অতীতৰ বিষয়ে মই আৰু একো নেলেখোঁ। উচিতো নহয় আৰু বেচি লেখা।

এতিয়া মই বহুতো দায়িত্বৰ পৰা মুক্ত হৈ লেখা-পঢ়াৰ কামত নিজকে উৎসৰ্গ কৰিব পাৰিছোঁ, অলপ বেচি একাগ্ৰতাৰে। মাজে মাজে মাথোন অলপ আমনি পাওঁ 'পাতনি' লেখি দিয়াৰ দায়িত্ব ল'বলগীয়া হৈ। নহ'লেও চলে সেই ফোটটো পিন্ধোৱাৰ। কিন্তু, সিযে দস্তুৰ হৈ পৰিছে। এজন আহিছিল কেইদিনমানৰ আগতে। সেইদিনা 'এনাস্থেচিয়া' প্ৰয়োগ কৰি ডাঃ ৰঞ্জিত বৰুৱাই মোৰ ভগা হাতখন জোৰা দি মেডিকেল কলেজৰ বিচনাত শুৱাই থৈছিল। মোৰ ডাঙৰ ল'ৰা জংকিয়ে 'কবি'জনক ক'লে, মোৰ দুৰ্ঘটনা হোৱাৰ কথা। তেওঁ তেতিয়া জংকিক সুধিলে, "কোনখন হাত ভাগিছে?" জংকিয়ে উত্তৰ দিলে, "বাঁও হাতখন।" সেই 'কবি'জনে তাৰ হাতত পাণ্ডুলিপিটো গুজি দি ক'লে "দেউতাৰাৰ বাঁও হাতখন ভাগিছে যদি, কোনো কথা নাই। সিখন হাতেৰে লিখি দিব পাৰিব।" পাচদিনা কথাষাৰ শুনি অবাক হৈ গ'লোঁ, সেই গঁড়ৰ ছালৰ লেখীয়া কল্পনা-শক্তিৰ অধিকাৰী 'কবি'জনৰ কথা ভাবি। কেতিয়াবা আকৌ কোনো কোনোজন কবিৰ মুখামুখি হৈ মোৰ অভিভূত হোৱাৰ আৰু অনুতাপ কৰাবো পাল পৰে। এজন আহিছিল সিজনৰ আগতে। দহোবাৰ কাতি কৰি হ'লেও কিবা এষাৰ লিখি দিবই লাগিব। লেখি দিলোঁ, সেই অসংখ্য বৰ্ণাশুদ্ধি থকা কিতাপখনত সৰু কথা এষাৰ: কুঁহীৰ ভিতৰত থকা কুহুমটোও এটা চৰায়েই—যদিও তাৰ গা'ত পাখিবোৰ গজি উঠা নাই; তেওঁ সেইষাৰ কথাকেই দুৱাৰদলিতে আঁৰি ভুল

বানানৰ আৰু ভুল গাঁথনিৰ কিতাপখন ছপাই উলিয়ালে। মোকো দিলেহি তাৰে এখন। অনুতাপ হৈছিল, মই যদি কিতাপখনৰ ভাষাটো পোনাই দিলোঁহেঁতেন! কথাবাৰ নিজৰ জীৱনৰ গা'ত আঁউজাই লৈ চিন্তা কৰিছিলোঁ, ময়ো তো আজিলৈকে চৰাই হৈছোঁ বুলি ভাবি মাথোন উমাল কুহুম এটা হৈয়েই ৰৈছোঁ।

শেষত এবাৰ কথা কওঁ, মোৰ জীৱনৰ বিষয়ে। মাজে মাজে অনুভৱ কৰোঁ, জীৱনৰ বাটত মই বৰ অকলশৰীয়া। মোক যে সেই ভাৱনাটোৱে হেঁচি ধৰেহি, মই নিজকে নিজেই সোধোঁ—সেয়া বাৰু কিবা আত্মনিগ্ৰহ-ৰুচি ( masochism )-ৰ প্ৰকাশ নেকি? মই ভাবিবলৈ টান পাওঁ, তেনেকুৱা ধৰণৰ কিবা বুলি। থাকিলে থাকিব পাৰে, তাৰ অলপ চিটিকনি। যিয়েই কি নহওক, সেইবোৰ মুহূৰ্তত মোৰ জৰ্জৰিত আত্মাই সান্ত্বনা বিচাৰে। কিন্তু, সি বিচাৰি নেপায় সেই সান্ত্বনাৰ কোনো আভাস। বৰং, তাৰ লগত—সেই নিঃসংগানুভূতিৰ লগত—সখী পাতেহি, সাংসাৰিক জীৱনৰ মানুহ হিচাপে মোৰ বহু ব্যৰ্থতা আৰু সিবিলাকৰ পৰা ওপজা এক অপৰাধ-কুটৈষাৰ অনুভূতিয়ে। মোৰ ল'ৰা-ছোৱালীকেইটাৰ সহজাত প্ৰতিভাসমূহ সুসংগঠিত ৰূপত অভিব্যক্ত হোৱাত মই যথোচিত আলপৈচান ধৰাত ব্যৰ্থ হৈছোঁ।

এটা কথা সঁচা, সিহঁতৰ কোনোজনেই মোৰ পৰিচিত পথেদি নাহিল। মাথোন মোৰ ডাঙৰ ল'ৰাটো জংকি আহিবলৈ লৈছিল। সিও থমকি ৰৈ গ'ল; অসুখে তাক জুকলা কৰিলে। বাকী আটাইকেয়োটা বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰী। সিহঁতৰ মনোভংগীৰ লগত মোৰ মনোভংগীৰ আচল পাৰ্থক্যটোৰ উমান পাওঁ, সৰুসুৰা কথাবোৰত। সিহঁতে 'দূৰদৰ্শন'ত ছবি চাই ভাল পায় সাম্প্ৰতিক কালৰ। মুখবোৰ দেখিয়েই কৈ যাব পাৰে, কোনজন আৰু কোনজনী কোন! মই নোৱাৰোঁ। মই ছবি চাওঁ তাহানি কালৰ আৰু মাজনিশা দেখুওৱা বিদেশী পৰিচালক কাৰোবাৰ। সিহঁতে শুনি ভাল পায়, 'পপ্' অথবা 'জাজ্'। মই ভাল পাওঁ, খেয়াল অথবা বিঠোফেনৰ চিম্ফনী। মই মানুহটো যেন অতীত আৰু অনাগতৰ এখন সাঁকো। স্মৃতি আৰু স্বপ্ন লৈয়েই মই ব্যস্ত। আৰু সিহঁতৰ বাবে সঁচা মাথোন বৰ্তমানৰ নয়ানজুলি; দুয়োপাৰে দুটা অচিন-অচিন থিয়গৰা। সিহঁতৰ চকুত মই এটা পুৰণি মানুহ। আৰু সিহঁতৰ বয়সৰ অন্য বন্ধুতৰ চকুত হয়তোবা মই দস্তুৰমতে অপ্ৰাসংগিক!

## লেখা-লেখা খেলাৰ খেলিমেলি

লেখক-জীৱনৰ সোঁৱৰণী লাগে। ক'ব পৰা দিওঁ বাৰু। লেখক বোলা মানুহজন দেখোন মই হ'বগৈয়ে পৰা নাই—আজিও। খুব বেচি, লেখা-লেখা খেলা খেলি আছোঁ। এই লেখা-লেখা খেল খেলা আৰু প্ৰেমিক-প্ৰেমিক ভাও দিয়া—দুয়োটাই একে ধৰণৰ বস্তু। দ্বিতীয়টোৰ বিৰল অভিজ্ঞতা এটা তাহানি কলিকতাত এম এ পঢ়ি থকা সময়তে সংগ্ৰহ কৰিছিলোঁ। গতিকে, তাৰ সোঁৱৰণীতে আঁউজি লৈ প্ৰথমটোৰ কথা কওঁ। তাকে নকৰি উপায় নাই। কাৰণ, লেখক-জীৱনহে নেলাগে—ভাত-পানী খাই কটোৱা জীৱনটোকে লৈ মোৰ দুটা বস্তুৰ নাটনি। দিনপঞ্জী আৰু হিচাপৰ বহী। বহুত চেষ্টা আৰু সংকল্প কৰিও এই দুটাৰ এটাও লিখিব নেজানিলোঁ। সদায় মাথোন প্ৰথম পৃষ্ঠাতে বৈ যায়।

কলিকতাত এবছৰ কাল উকলি যোৱাৰ পাচতে মোৰ এগৰাকী বান্ধৱী কলিকতালৈ আহিল। এই বান্ধৱীগৰাকী মোৰ আৰু তেতিয়ালৈকে মোৰ আচল বান্ধৱীৰ উমৈহতীয়া বান্ধৱী। ইতিমধ্যে মোৰ আচল বান্ধৱীৰ হুকুম পালোঁ—আমাৰ বান্ধৱীৰ সকসুৰা আলে-আহুকালৰ লেঠা মৰাত কিবা লাচনি-পাচনি কৰি দিবলগীয়া হ'লে, মই যেন অকণো কোৰামুঠীয়া নহওঁ। গতিকে, মোৰ এই বান্ধৱীৰ ওচৰলৈ মাজে-সময়ে গৈ অহাটো মোৰ কামৰ ভিতৰুৱা হৈ পৰিল। বিনা জাননীৰে লগ ধৰিবলৈ গ'লে, তেওঁ ওপৰ-মহলাত খবৰ পাই তলৰ মহলালৈ নামি আহোঁতে সময় লাগে। তলৰ 'লগপোৱা কোঠা'লৈ নামি আহে-আহে মানে লগ পোৱাৰ আধাঘণ্টীয়া সময়েই উকলি যায়। তেওঁ এদিন ক'লে, "আপুনি এটা কাম কৰিব। দেওবাৰে দেওবাৰে আহিব।" কাৰণটো সুধিবলৈ নহ'ল।

এটা দেওবাৰে গ'লোঁ। দেখিলোঁ, 'লগ পোৱা কোঠা'টো লগ পাবলৈ অহা মানুহেৰে ঠাহ খাই আছে। বান্ধৱী সমুখত অলপ এখন খালী চকী লৈ মোলৈ বুলি বৈ আছে। বান্ধৱীয়ে তেওঁৰ লগৰ বান্ধৱীজাকক এজনী এজনীকৈ তেওঁলোক প্ৰত্যেকৰে বন্ধুৰ মূল্যবান

সময় নষ্ট কৰি মোৰ ওচৰলৈ মাতি আনি মোৰ লগত চিনাকি কৰি দিবলৈ ধৰিলে, "এইজনী আৰতি মজুমদাৰ। আৰু এইজনী—।" কিন্তু মই? চিনাকি নিদিয়াকৈয়ে চিনি পালে। প্ৰত্যেকেই একোটা ৰসজ্ঞ 'মিষ্টি' হাঁহিৰে মোৰ সম্ভাষণ জনালে। উভতি গৈ প্ৰত্যেকেই আকৌ নিজৰ নিজৰ বন্ধুৰ মুখামুখিকৈ বহিল। তাৰ পাচত, আমি কথা পাতিবলৈ ল'লোঁ। বান্ধৱীয়ে ক'লে, "ৰ'ব কথাটো বৰ মজাৰ হৈছে। মই ইহঁতক কৈ থৈছোঁ, আপুনিয়েই মোৰ প্ৰেমিক। গতিকে, অভিনয়ত যেন ছন্দপতন নহয়।" মই ততালিকে মান্তি হৈ গ'লোঁ। কাৰণ, মোৰ বান্ধৱী দৰাচলতে নিৰহ-নিপানী বন্ধুত্বৰেই অধিকাৰিণী। আজিও। বাকীখিনি লেখাৰ প্ৰয়োজন নাই। সেইখিনিৰ লগত লেখক-জীৱনৰ সম্পৰ্ক নাই।

এই বান্ধৱীয়ে যেতিয়াই দেখিছিল, প্ৰেমিকৰ ভাওত মোৰ কিবা ছন্দপতন ঘটিছে—তেতিয়াই তেওঁ মোৰ ছন্দৰ ভুল শুধৰাই দিবলৈ নেপাহৰিছিল। এটা কথা অকপটে স্বীকাৰ কৰি থওঁ, এই খেমেলীয়া বান্ধৱীৰ সংস্পৰ্শলৈ নহা হ'লে, মই যে কলিকতাৰ 'গিল্টি সোণা'ৰ বজাৰত কেনেবাকৈ বিপন্ন হৈ নপৰিলোঁহেঁতেন—তাৰ কোনো নিশ্চয়তা নিশ্চয় নাছিল। কলিকতীয়া প্ৰেমৰ বজাৰখন তেতিয়া আছিল এনেকুৱা, অনামী কবিৰ চকুৰে দেখা—

বনলতা বক্সী,
ক্লাসে দিয়ে প্ৰক্সী,
ইনি উনি দু'জনায়
চলে যান সিনেমায়,
মেট্ৰো বা ৰক্সী।

আমাৰ অভিনয়ৰ কথা মই যেনেকৈ মোৰ আপোনজনক জনাই থৈছিলোঁ, তেৱোঁ তেনেকৈ তেওঁৰ আপোনজনক—যদি কোনোবা আছিল—জনাই থ'বলৈ পাহৰা নাছিল। গতিকে,আমি কোনোজনেই অভিনয় আৰু বাস্তৱ দুয়োটাকে একাকাৰ কৰি পেলোৱাৰ প্ৰশ্ন উঠা নাছিল। অকল সেয়ে নহয়, আনকি সি প্লেটোনিক পৰ্যায়ৰ প্ৰান্ত-সীমাও চুবগৈ পৰা নাছিল।

এই খেলাৰ অভিজ্ঞতাই মোক জীৱনৰ দুটা অতি মূল্যবান পাঠ শিকাই থৈ গৈছিল। এক, খেলা বুলিলেই লাগে সুগভীৰ

নৈর্ব্যক্তিকতা আৰু ক্লান্তিহীন অনুশীলন। লেখাৰ খেলাতো। খেলা মানেই আচল জীৱনৰ নির্লিপ্ত প্রস্তুতি। খ্যাতনামা অভিনেতা ককেলিনে নাটঘৰত মৃত্যুৰ অভিনয় কৰিবলৈ লৈ নাটঘৰতে চিৰকাললৈ টোপনি গৈছিল। তেওঁ পাহৰি গৈছিল, জীৱনৰ আখৰা কৰা আৰু জীৱন-যাপন কৰা—দুটা স্বকীয়া বস্তু। দুই, লেখাৰ খেলাৰ পৰা খেলাৰ সিপাৰৰ লেখালৈ শত যোজনৰ বাট—অনামী কবিৰ বনলতা বক্সীৰ পৰা জীৱনানন্দৰ বনলতা সেনলৈ যিমান দূৰ, সিমান। কোনো ছন্দপতন তাত কোনেও ক্ষমা নকৰে। খেলা আৰু লেখা দুয়োটাৰে ধুঁৱলিকুঁৱলী সীমান্ততে মই তেনেকৈ বেনামী সমালোচকৰ ভ্ৰূ-কুঞ্চনত গ্লানিৰ মুখামুখি হৈছিলোঁ। আজি আৰু সেইবোৰ কথাৰ দুষ্ট সোঁৱৰণী নতুনকৈ অৱতাৰণা নকৰোঁ। কাৰণ, পুৰণি দিনৰ সেইবোৰ আপোন মনৰ তিক্ততা আৰু বন্ধুজনৰ বিক্ততাৰ সকলোঁ সাঁচ স্মৃতিৰ ফলিৰ পৰা মচি পেলালোঁ।

খেলাৰ জগতত আৰ্হি বোলা বস্তু এটাৰ দাম বৰ মহঙা। এই আৰ্হিবোৰৰ যোগান ধৰে, স্মৃতিৰ কোঠাত খাঁজ খাই থকা কোনো অগ্রসূৰীৰ ভাল লাগি যোৱা ইটো-সিটো সৃষ্টি কর্মৰ আসঞ্জনশীল প্রতীতিয়ে। মোৰ অগ্রজপ্রতিম চৈয়দ আব্দুল মালিকে এদিন মোক নিজৰ কবিতাৰ সংকলন এটা উলিয়াবলৈ লোৱাৰ কথা কৈছিল। মই সুধিছিলোঁ, 'মোৰ স্বৰ্গ' কবিতাটো অন্তর্ভুক্ত কৰিছে নে নাই। তেখেতে উত্তৰ দিছিল, "মোৰ স্বৰ্গ! এতিয়া বিচাৰি পাওঁ নে নেপাওঁ জানো!" মই তেখেতক ক'লোঁ, "নেপালে ক'ব। মোৰ মুখস্থ আছে গোটেই কবিতাটো। গাই শুনাব পাৰোঁ, আপোনাৰ আগত।" কিছু অংশ গাই শুনালোঁ, সেই মুহূর্ততে। সেই কবিতাটো, যিটো কবিতা মই হাইস্কুলীয়া ছাত্ৰ হৈ থাকোঁতেই 'বাঁহীৰ' পাতত পঢ়িছিলোঁ আৰু যাৰ প্রতিটো চৰণ মোৰ স্মৃতিৰ কোঠাত আপোনা-আপুনি সঞ্চিত হৈ বৈ গৈছিল। সেই ছয় পৃষ্ঠাজোৰা কবিতাটোৰে সৈতে মালিক ককাইটিৰ 'স্বাক্ষৰ' ছপা হৈ ওলাল। মোৰ জীৱনত গ্রহণ কৰিবলৈ পোৱা আটাইতকৈ মূল্যবান স্নেহৰ অঞ্জলি 'স্বাক্ষৰ'ৰ উছৰ্গা-পত্ৰখন। কি অনাবিল স্নেহেৰে লেখা সেই কথা কেইষাৰ: "মোৰ হৃদয়ৰ ভাগি থানবান হোৱা দাপোণত মই চাবলৈ বিচাৰোঁ এখন অক্ষত, সুন্দৰ পৃথিৱী: আৰু তোমাৰ হৃদয়ৰ অক্ষত, অম্লান

দাপোণত তুমি দেখা পোৱা এখন ক্ষত-বিক্ষত, বিশৃংখল, খানবান হোৱা পৃথিৱী। নেজানো আমি কোনজন বেচি ছুৰ্ভগীয়া!" এইখিনি কথাই মোক ক'ত কেতিয়া কেনেকৈ মোৰ গৈ থকাৰ বাটত কিমান অনুপ্ৰেৰণাৰ যোগান ধৰি আহিছে, তাৰ লেখ দি শেষ কৰিব নোৱাৰোঁ।

তেনেকুৱা মৰম-উমাল আশীৰ্বাদ-অনুপ্ৰেৰণা মোৰ জীৱনলৈ অতি কমেই আহিছে। মনত পৰে, তাহানি হাইস্কুলৰ ৯ম শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতে, শিৱসাগৰৰ জ্ঞানোদ্দীপিকা সভাৰ বাৰ্ষিক অধিবেশনত পঠিত মোৰ 'বিংশ শতিকাৰ কবিতা' শিতামৰ ৰচনাখন শুনি উঠি কবি শৈলধৰ ৰাজখোৱাই ৰাজহুৱাকৈ ঢালি দিয়া এজোলোকা আশীৰ্বাদেৰে মোক বুৰাই পেলাইছিল। মোৰ অগ্ৰজতুল্য কুল গগৈয়ে হোষ্টেললৈ উভতি আহি মোক কৈছিল, "তুমি নকৰা বুলি জানো। তথাপি তোমাক কৈ থওঁ, তুমি অহংকাৰ নকৰিবা। মাথোন তুমি ধৰি ল'বা, তোমাৰ দায়িত্ব বাঢ়িল।" কলেজীয়া জীৱনত তেনেকুৱা অনুপ্ৰেৰণাৰ উম আকৌ এবাৰ পাইছিলোঁ, কবি-সাহিত্যিক হেম বৰুৱাৰ পৰা। তেতিয়া তেখেত বি. বৰুৱা কলেজৰ অধ্যক্ষ আৰু মই কটন কলেজৰ ছাত্ৰ। এদিন তেখেতে মোক মাতি পঠিয়ালে। গ'লোঁ; তেখেত তেতিয়া পশু চিকিৎসালয়ৰ ওচৰৰ সৰু ভাৰাঘৰ এটাত আছিল। মোৰ লগত আছিল, মোৰ সহপাঠী বন্ধু হীৰা শইকীয়া। অধ্যক্ষ বৰুৱাই মোৰ 'ল সা.গু' নামৰ কবিতাটোৰ কথা কৈ মোক সাৰটি ধৰিলে। তাৰ পাচত আৰু এষাৰ কথা ক'লে। সেইষাৰ কথায়ো মোৰ জীৱনৰ স্ফূৰ্তি সলাই দিলে। ঠিক কৰিলোঁ, লেখা-মেলাৰেই সাধনা কৰিম—মাটি আৰু মানুহৰ বিষয়ে। তাৰ পাচৰ পৰাই লেখাৰ খেলা নিয়মীয়াকৈ খেলিবলৈ ল'লোঁ। মই এথোপা মাটিৰ দ'ম আছিলোঁ; হেম বৰুৱায়েই মোক মানুহৰ মূৰ্তিলৈ ৰূপান্তৰিত কৰি আনিলে। মোৰ সকলো ধ্যান-ধাৰণা, সিদ্ধান্ত-সাধনাৰ অন্তৰালত প্ৰচ্ছন্ন হৈ আছে, এই মানুহজনৰ নিঃসীম প্ৰেৰণা। সেইবাবে, কোনোবাই হেম বৰুৱাৰ বিষয়ে উন্নাসিক মন্তব্য কৰিলে, সহ্য কৰিবলৈ টান পাওঁ। কিছুদিন আগতে এজনে তেনেকৈ মন্তব্য কৰি মোক শুনালে, "যেয়ে যি কওঁক লাগিলে, অসমীয়া সাহিত্যত শিথিলবন্ধী গদ্যশৈলীৰ প্ৰৱৰ্তক হেম বৰুৱা।" মোৰ মুখৰ ৰংটো দেখি

তেওঁ আৰু একো নক'লে। মই মানুহটো এনেয়ে ক'লা; আৰু বেচি ক'লা পৰি চাগে তেনেই লোহোৰা এখনৰ তলিটো যেন হৈ পৰিছিলোঁ। সেই নিশা মোৰ টোপনি অহা নাছিল। গোটেই নিশাটো লুকাচৰ 'অন ষ্টাইল'খন ছুনাই পাঢ়ি কটালোঁ; লগতে ৱাল্টাৰ পেটাৰৰ 'এপ্রিচিয়েশুনছ'ৰ শৈলী সম্পৰ্কীয় অধ্যায়টোৰ কথাখিনি। জানোচা সিজনে সঁচা টেকেলি এটাকে ভাঙিলে!

মহৎজনৰ অনুপ্রেৰণাৰ পৰশমণিয়ে হেনো তুচ্ছ এটি পৰশেৰে শিলকো সোণ কৰি তোলে। সোণ হ'ব নোৱাৰিলোঁ; অৱশ্যে গিল্টি কৰা সোণৰঙী হৈ আছিলোঁ নেকি, খেলাৰ জগতৰ পৰা বিদায় লৈ হ'ব খোজাৰ জগতখনলৈ তাৰ সীমাৰেখা নেওচি সোমাই অহাৰ লগে লগে। ক'ত সেই প্রেমিক-প্রেমিক ভাও দিয়াৰ দুষ্টামি-মিহলি আনন্দ আৰু ক'ত তাৰ অনুগামী আচল প্ৰেমৰ গাৰ্হস্থ্য ব্যঞ্জনাৰ পূৰ্ণতা-শূন্যতা, ঘাত-প্রতিঘাত আৰু স্বপ্নাৱেশ-স্বপ্নভংগৰ বিচিত্ৰ উৰ্মিৰ মিশ্রিত কলৰোল! লেখা মানে জীৱনৰ লগত আপোনাকে বান্ধি অনাৰ দুৰপনেয় লক্ষ্যৰ অভিমুখী তীৰ্থযাত্রা। লাগে জীৱনবীক্ষা, লাগে জীৱনৰ অংশীদাৰ হোৱাৰ নিঃসীম সাধনা; আৰু জীৱন মানে অকলশৰীয়া ঘনচিৰিকা চৰাইৰ বাহ নহয়।

জীৱিকাৰ উপায়ৰূপে বাচি ল'লোঁ অধ্যাপকৰ বৃত্তি। মই তেতিয়া তেজপুৰৰ দৰং কলেজত। ১৯৫৪ চন। পৰিচিত হ'লোঁ, এজন অসামান্য প্রতিভাসম্পন্ন ব্যক্তিৰ সৈতে। স্কটিছ চাৰ্চ কলেজৰ ইংৰাজী বিভাগৰ ভূতপূৰ্ব অধ্যাপক, তেজপুৰ উকীল সংস্থাৰ এগৰাকী প্ৰবীণ অধিবক্তা, সাহিত্যৰ সূক্ষ্মজ্ঞানী এজন ৰসপিপাসু আৰু এগৰাকী স্বনামধন্য অপেশাদাৰ মঞ্চাভিনেতা। বহুতে পাহৰি পেলোৱা এই মানুহজনৰ নাম আছিল, অন্নদাকুমাৰ পদ্মপতি। এবাৰ তেখেত মোৰ এটা ইংৰাজী বাক্যৰ গাঁথনিত অভাবিতৰূপে সন্তুষ্ট হৈছিল। সেইটোৱেই মোৰ কাল হৈ পৰিছিল। তেখেতক কেনেবাকৈ ক'ৰবাত লগ পাই যোৱাৰ ভয়ত মই ওলাব নোৱৰা হ'লোঁ। লগ পালেই উলিয়াব এনেকুৱা ধৰণৰ কথা এবাৰ, "তুমি ক'ব পাৰিবা। অমুক চৰিত্ৰটো ক'ত আছিল জানো! ...কি কলা, ও'নীলৰ 'আণ্ডাৰ দ্য এলম ট্রীজ'খনত? ঠিক কৈছা, এতিয়া মোৰ মনত পৰিছে। আৰু তাৰ লগৰটো? মই কৈছোঁ, ৰ'বা।" এদিন সুধিলে, "ৰোমা ৰোলাঁ্যাৰ 'জঁ ক্রিষ্টফ' পঢ়িছা নহয়! তাত

'পোৱা নাই জানো অমুক কথাবাৰ? খাটি কথা লেখি থৈ গৈছে, বোলঁ্যাই।" সাহস নহ'ল, 'জঁ ক্রিষ্টফ' তেতিয়ালৈকে পঢ়া নাই বুলি ক'বলৈ। পাচদিনাই কলেজ লাইব্রেৰীৰ পৰা আনি পঢ়িবলৈ ল'লোঁ, সেই বিৰাটকায় উপন্যাসখন। এই মানুহজনৰ পৰাই শিকি ল'লোঁ, চৰিত্রবিলাকৰ নামৰ শুদ্ধ উচ্চাৰণ: এন্টইনেট্ আচলতে আঁটোৱাট্, চেবাইন আচলতে চাবোঁ ইত্যাদি।

এদিন তেখেতে মোক ক'লে, "তোমালোকৰ এই টি. এছ. ইলিয়টৰ কবিতা মই পঢ়া নাই। দিবাচোন এখন ইলিয়টৰ কিতাপ। পঢ়ি চাবৰ মন গৈছে।" দিলোঁ, মোৰ হাতত থকা 'ৱেষ্ট্‌ লেণ্ড'খন আৰু দুখনমান তাৰ টীকাভাষ্য। পাচদিনা গম পালোঁ, পকা মজিয়াত শুই শুই তেখেতে পুৱতী নিশালৈকে পঢ়িলে ইলিয়টৰ কবিতা। কিতাপখন ওভোতাই দিবৰ দিনা মোক মাথোন ক'লে, "সঁচাকৈয়ে ভাল।" মই এক তীব্র প্রেৰণা লাভ কৰিলোঁ, তেনেকৈ পঢ়াৰ আৰু চিৰায়ত সাহিত্যখিনি পঢ়ি লোৱাৰ। তেজপুৰতে পঢ়িলোঁ, বিৰাটকায় শ্রেষ্ঠ গ্রন্থবোৰ—'ব্রাদার্ছ কাৰামোজভ', 'ৱাৰ এণ্ড পীচ্', 'আনা কাৰেনিনা', 'ফৰছাইট ছাগা', 'ক্রাইম এণ্ড পানিছমেণ্ট' ইত্যাদি। নক'লেও হ'ব, দৰং কলেজৰ লাইব্রেৰী এই বিষয়ত অসম্ভৱ ধৰণেৰে চহকী আছিল। আৰু এটা কথা, সেই ধৰণৰ কিতাপবোৰ পঢ়া মানেই ৰাতি টোপনি খতি কৰা। সেই তেতিয়াৰে পৰা যাক বোলে 'মাজনিশাৰ শলিতা পুৰি লেখা-পঢ়া কৰা'—সেই কামটো কৰিবলৈ শিকিলোঁ।

কিন্তু, কি পালোঁ? জীৱনবীক্ষা বোলা বস্তুটো? উঁ-হোঁ, নেপালোঁ। কিতাপ পঢ়ি আলোচনী-বাতৰি কাকতৰ পিঠিৰ উকণ্ঠা সমালোচক হৈ চিনাকি নামৰ গৰাকী হ'ব পাৰি; কিন্তু লেখক হোৱাৰ পাৰপত্র সংগ্রহ কৰিব নোৱাৰি। ভোক্তা আৰু স্রষ্টাৰ মাজত এটা প্রভেদ আছে। জীৱনৰ কথা যদি সৃষ্টিৰ চোতাললৈ বুটলি আনিব পাৰিছিলোঁ, তেনেহ'লে সেয়া অন্য ক'ৰবাৰ পৰা—কিতাপৰ পাতৰ পৰা নহয়। সেইবোৰ সৰুসুৰা কথা নষ্টালজিয়াৰ ৰূপ লৈ মোৰ মনৰ গোপন কোণত সঁচতীয়া হৈ সোমাই আছিল। মোৰ দেউতাৰ জন্মভূমি শিৱসাগৰ নগৰৰ অদূৰত যিখন গাঁও, সেইখন গাঁৱৰ প্রথম মেট্রিকুলেট্, মোৰ দেউতা আৰু দ্বিতীয়জন মই। ইমানেই পিচপৰা

আছিল সেই গাঁওখন। এতিয়া তাৰ সমুখত থকা পথাৰখনত—যিখনৰ নাম ৰূপহী পথাৰ—ৰাতি জুই জ্বলে, মাটিৰ গৰ্ভৰ পৰা উজাৰ খাই অহা হেজাৰ হেজাৰ ঘনফুটৰ বাষ্পৰাশিৰ জুই। ভুৰভুৰাই বিয়পি নেথাকে তাত তাহানিখনৰ দৰে নিয়ৰকদম আৰু সুৱাগমণিৰ প্ৰাণ কাঢ়ি নিয়া সুন্দৰ সুবাস। সেইবোৰ সোঁৱৰণীৰে চিটিকনি পৰিছে মোৰ 'এখন চহৰ গজিল' নামৰ কবিতাটোত। দেউতাৰ চৰকাৰী চাকৰি জীৱনত আমিও দেউতাৰ লগে লগে চহৰৰ পৰা চহৰলৈ বদলি হৈ ফুৰোঁতে বিভিন্ন মেজাজৰ বিভিন্ন সমাজত ডাঙৰ-দীঘল হৈছিলোঁ। সেইকালৰ চৰকাৰী চাকৰিয়ালৰ সমাজখন আছিল, নিম্ন মধ্যবিত্তৰ বাঙালী সংস্কৃতিৰে প্ৰভাৱিত। বদলি হৈ ইখনৰ পৰা সিখন চহৰলৈ যোৱাৰ মাজৰ সময়খিনিহে—এমাহ অথবা খুব বেচি তিনি মাহ—আমি কটাইছিলোঁগৈ আমাৰ গাঁৱৰ ঘৰত। মাথোন সেইখিনি সময়তেই খলুৱা সংস্কৃতিৰ আস্বাদটো লভিবৰ এধানমান সুযোগ পাইছিলোঁ। তাতো বঞ্চনা! জানোচা বোকা-পানী খচকি আমাৰ পানীলগা জ্বৰ হয়, সেই ভয়তেই আমাৰ আপোন মানুহবোৰে আমাক গাঁৱৰ জীৱন আচলকৈ উপভোগ কৰিবলৈ নিদিছিলেই। তাৰ মাজতেই এবাৰ মই কোনেও নজনাকৈ মোৰ মাজুগৰাকী বৰ-মা'ৰ লগত আঘোণমহীয়া পথাৰ পাইছিলোঁগৈ। দেখাক দেখি মোৰো মন গ'ল, ডাঙৰি কঢ়িয়াবৰ। বহু খট্-বান্ধ কৰি উঠাৰ মূৰকত বৰ-মা'ই মোকো এভাৰ সৰু চাই ডাঙৰি বান্ধি দিলে। ডাঙৰি মানে জেওৰা-খৰি এডালৰ দুয়োমূৰে মাথোন দুথৰ ধানৰ মুঠি। তাকে লৈ কিৰিলি পাৰি উভতি আহিছিলোঁ। উভতি অহাৰ লগে লগে বন্ধ হৈ গৈছিল, পথাৰ খচকি পোৱাৰ আনন্দ, পথাৰৰ আলতীয়া মাটি খান্দি চেঁচোৰ বিচাৰি চোবাই ফুৰাৰ আনন্দ।

অৱশেষত, দীঘলীয়াকৈ গাঁৱত থকাৰ সৌভাগ্য ঘটিছিল, হাইস্কুলৰ ৭ম শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতে। সেইটো বছৰতে গাঁৱৰ জীৱনৰ সোৱাদ নিঃশেষে গ্ৰহণ কৰিছিলোঁ। মোৰ ডাঙৰগৰাকী বৰ-মা'ৰ ওচৰত মোৰ এখন ওপৰঞ্চি পঢ়াশালি বহিছিল—ছুটিৰ দিনবোৰত আৰু আজৰি পৰত। বৰ-মা'ৰ নাম আছিল, বভাহী। কামতো। মোৰ কামটো আছিল বৰ-মা'ক সময় বুজি কীৰ্ত্তন-পুথিৰ পদ আওৰাই শুনোৱা। মই পঢ়ি যাওঁ, বৰ-মা'ই লগে লগে গাই যায়। মই বান্ধনি ঘৰৰ দুৱাৰমুখতে চাৰি এখনত বহি লওঁ, বৰ-মা'ই জুহালৰ জুইকুৰা

বঢ়াই বঢ়াই আকাৰ, কোঠাটোতে সোমাই লৈ আগুৱাই যায়। খোকোজা লাগিলে হাতত থকা কাঠৰ কলমটোৰে কাষতে থোৱা কাঁহৰ চৰিয়াটোত থৈ থৈ দিয়ে। মই আকৌ সেইফাঁকি আওৰাই দিওঁ। দেওবাৰে দুপৰীয়া শুনো—আনবোৰ বাৰে মই স্কুলত থাকোঁগৈ সেই সময়ছোৱাত—বতাহী বৰ-মা'ই আমাৰ ঘৰৰ সমুখৰ নামঘৰত আই-সকলৰ আগত পুথি পঢ়িছে। নামৰ পৰা উভতি আহিলে বৰ-মা'ক সোধোঁ, সেইদিনা কোনছোৱা পঢ়িছিল। বৰ-মা'ই পুথিখন ঠিক ঠাইতে মেলি মোক দেখুৱাই দিয়ে, 'এইছোৱা'। অথচ, বৰ-মা' আছিল তেনেই অনাখৰী!

আৰু এখন অনিয়মীয়া কিন্তু গোপন পঢ়াশালি বহিছিল, সুমলা বাইদেউক লৈ—দিনৰ বেলিকা তাঁতৰ শালত আৰু ৰাতি কেতিয়াবা সকলো শুবলৈ যোৱাৰ পাচত টিপচাকিৰ পোহৰত ঢেঁকীশালত। পঢ়ি শুনাবু লাগে, 'কুমৰ হৰণ'। সুমলা বাইদেৱে মোৰ উকা পাঠৰ লগে লগে গুণ্ গুণ্ কৈ গাই যায়। সুমলা বাইদেউক মোৰ কিবা উধা-উধা যেন লাগিছিল। এদিন সুমলা বাইদেউৰ বিয়া হৈ গ'ল। পুৱে বগাডাঁৰ দিওঁতে-নিদিওঁতেই গৰু-গাড়ীত উঠি দূৰৰ গাঁৱলৈ গ'লগৈ। সেই প্ৰথম দেখিছিলোঁ, বৰ-মা'ৰ চকুত চকুপানী।

আকৌ এদিন। ব'হাগৰ বিহুৰ সময়ত। বৰ-মা'ক দেখিছিলোঁ, বাৰে বাৰে বাটলৈ ওলাই দূৰলৈ চাই পঠিয়ায়। তাৰ দুমাহ আগতেই সুমলা বাইদেউৰ মৃত্যু ঘটিছিল। বৰ-মা'ই জানিছিল, সেই অকাল মৃত্যুৰ কথা। তথাপি, সেইদিনা ক'ৰবাত গৰু-গাড়ীৰ টিলিঙা বজা শুনিলেই পদূলিলৈ ওলাই আহিছিল, জানোচা সুমলা বাইদেৱেই আহিছে! অৱশেষত, এখন গৰু-গাড়ী আহি সেইখিনিতে অলপ সময় এনেয়ে থমকি ৰৈছিলহি। বতাহী বৰ-মা উৰা মাৰি যোৱাৰ দৰে পদূলিলৈকে ওলাই গ'ল। বৰ-মা পদূলিমুখ নৌ-পাওঁতেই গৰু-গাড়ীখন আকৌ চলিবলৈ ধৰিলে। মই দেখিলোঁ, বৰ-মাৰ দুয়োটা চকুৰ পাহি পানীৰে উপচি উঠিছে। সুধিলোঁ, "বৰ-মা! কি হ'ল?" বৰ-মা'ই উত্তৰ দিলে, "সুমলা নাহিল। দেখাৰ নিচিনা লাগিছিল দেখোন।" বহুত দিনৰ পাচত এই দৃশ্যটোৱেই মোৰ এটা কবিতাত, য'ত মোৰ দেউতা ওপজা গাঁওখনৰ বহুতো দৃশ্য সিঁচৰতি হৈ আছে—সেই 'চিনাকি গাঁৱৰ বাট' নামৰ কবিতাটোত—ভুমুকিয়াই

গৈছিলহি :

মাথোন স্থমলা নাহে যদিও অহাৰ কথা
আইতাকে চাই থাকে দুৰ্বণিত চকু থাপি
চকু-লো মলচি চায় বাট কিয় ধুঁৱলিকুঁৱলী

মৃতকক জীৱন্তৰ দৰে ছঁয়ামমাকৈ দেখা পোৱাৰ এই মনৰ ভিতৰৰ খেলিমেলিটোৰে নাম মাৰ্কিন মনস্তত্ত্ববিদে থৈছে, psi psychology। এই খেলিমেলিটোৰ লগত দ্বিতীয়বাৰ চাক্ষুষ পৰিচয় ঘটিছিল, স্বৰ্গীয় বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ লয়াছ´ বুক ষ্টলত। দত্তবৰুৱায়ো চলচলীয়া চকুৰে ধাৰাপাত কিনিবলৈ আহি বিনাদামৰ ধাৰাপাতখন লৈ উভতি যোৱা ল'ৰাটোলৈ চাই আপোন মনেৰে কৈ উঠিছিল, "ঠিক ইমান-টোৱেই। মাথোন চাৰি অনা ⋯ ⋯ !" তাৰ বৰ্ণনা এটা সাঁচি থোৱা আছে, মোৰ 'অপ্ৰকাশ' নামৰ কবিতাটোত।

এইবোৰ একোৱেই জীৱনবীক্ষা বোলা গুৰুগম্ভীৰ শব্দটোৱে সামৰি থোৱা অৰ্থটোৰ ভিতৰুৱা নহয়। ইমানকে ক'ব পাৰোঁ, এইবোৰ মাথোন জীৱনৰ লগত মোৰ সৰুসুৰা পৰিচয়। সেইকণ পৰিচয়েৰে লেখক হৈ সাহিত্যৰ সোণৰ দেউল বান্ধিব নোৱাৰি। ভুলটো কোনোবাখিনিতে হৈ আছিল। প্ৰেমিক-প্ৰেমিক খেলাৰ নিৰ্লিপ্ততাৰে পাচত যিটো জীৱনত প্ৰেমৰ প্ৰয়োজন, তাত প্ৰেমৰ যোগান ধৰাত ছন্দপতন নঘটাটোৱেই অস্বাভাৱিক। তাতকৈ বৰং বহুত ভাল, 'ইনি উনি দু'জনায়, চলে যান সিনেমায়' ধৰণৰ কলিকতীয়া প্ৰেমৰ মাজত হেৰাই যোৱা। তেতিয়া অন্ততঃ আচল জীৱনত ৰাতি দুই বজালৈকে চাকিৰ শলিতা পুৰি কিতাপ পঢ়াৰ জ্বালাৰে আপোনজনৰ জীৱন দুৰ্বহ কৰি তোলাৰ কাৰণ হ'ব নেলাগিলহেঁতেন। লেখা-লেখা খেলাৰ অভিজ্ঞতাৰে লেখক হোৱাৰ বাসনা লৈ খেলাৰ শেষত মাথোন ৰিনিকি ৰিনিকি পাণ্ডিত্য কৰিব পাৰি, লেখক হ'ব পৰা সাহিত্যৰ লগত চিনাকি হ'ব নোৱাৰি। লেখা-লেখা খেলি উঠি একেচাটেই লেখক হ'ব খুজিলেও, অন্য কিছুমান কল-কজাৰ জ্ঞানখিনিও আয়ত্ত কৰিব পাৰিব লাগে—বিশেষকৈ পাৰম্পৰিক চাটুবাদৰ প্ৰয়োজন পূৰাব পৰাকৈ এটা গোষ্ঠী গঢ়ি তোলাৰ জ্ঞান। সেয়া নেজানিলে জানি থোৱাৰ প্ৰয়োজন : লেখক জন্ম হয়—গঢ় লৈ নুঠে। মই জানো, মই জন্ম নহ'লোঁ।

প্ৰকাশ ১০ বছৰ ১২ম সংখ্যা, ১৯৮৫

# মোৰ প্ৰথম গ্ৰন্থ

মোৰ প্ৰথম গ্ৰন্থখন মোৰ নিজৰ সৃষ্টি নহয়, আনৰ। মই মাথোন আমাৰ ভাষালৈ ভাঙি উলিওৱা গ্ৰন্থ। গ্ৰন্থ বুলি ক'বলৈ লাজ লাগে। ছপা কিতাপ বুলি ক'লেই যথেষ্ট। এই কিতাপখন লেখি উলিওৱা আৰু ছপাই উলিওৱাৰ অন্তৰালত মোৰ জীৱনৰ দুটা মধুৰ কাহিনী বিজড়িত হৈ আছে। সুঁৱৰিবলৈ ল'লেই মন আনন্দেৰে উপচি উঠে।

তেতিয়া ১৯৫১ চন। বি এ পৰীক্ষাটো দি উঠিছোঁ। ইংৰাজীত অনাৰ্চৰ ছাত্ৰ হৈ পৰীক্ষা দিছোঁ। স্বাভাৱিকতে, কথাটো খাটাং আছিল—ইংৰাজীতেই স্নাতকোত্তৰৰ পাঠ ল'ব লাগিব। কিন্তু, তেতিয়ালৈকে গুৱাহাটী বিশ্ববিদ্যালয়ত ইংৰাজী বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণী খোলা নাই। গতিকে, প্ৰশ্নটোৰ মুখামুখি হৈছিলোঁ—তাৰ পাচত ক'ত পঢ়িমগৈ। ভাবিলোঁ, ঘৰলৈ যোৱাৰ আগতে কটন কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ ড° বাণীকান্ত কাকতি ছাৰক কথাষাৰ সুধি যোৱা ভাল হ'ব। দেউতাক অন্ততঃ পতিয়ন নিয়াবলৈ সুবিধা হ'ব—অমুকটো বিশ্ববিদ্যালয়লৈ যোৱাটোৱেই এজন ডাঙৰ মানুহৰ উপদেশ। ছাৰ তেতিয়া বিহাবাৰীৰ ঘৰৰ বাৰাণ্ডাত বহি আছিল। মই বাৰাণ্ডাত ভৰি দিয়াৰ লগে লগে তেখেতে মোক সুধিলে, "কি হে, গুৰু-ভক্তি দেখুৱাবলৈ আহিছা নেকি?" মই ভাবিলোঁ, ছাৰৰ মেজাজ আজি বৰ ভাল। মই উত্তৰ দিলোঁ, "হয়, ছাৰ! লগতে এটা কথা সুধি যাবলৈ আহিলোঁ।" ছাৰে প্ৰসন্ন হাঁহি এটা মাৰি ক'লে, "কোৱাচোন।" মই কৈ গ'লোঁ, "ছাৰ! অনাৰ্চ দিছোঁ। ইংৰাজীতে। অনাৰ্চটো পাম। কিন্তু, তাৰ পাচত ক'ত পঢ়া ভাল হ'ব? আপোনাৰ উপদেশ লৈ যাওঁ বুলি আহিলোঁ।" লগে লগে কাকতি ছাৰে তেখেতৰ চিৰ পৰিচিত ক্ষয়ংকৰী হাঁহিটো – যাক কয়, devastating smile—উজাৰ কৰি উত্তৰ দিলে, "ৰ'বাচোন, তুমি তো ফেইল কৰিবাই। তাৰ পাচত, 'চুইচাইড্' কৰিবলৈ মন যাব নহয়! সেইটোৰ ব্যৱস্থা কৰি লোৱাচোন।" মই উচপ্ খাই উঠিলোঁ। তথাপি, মৰণত শৰণ দি ক'বলৈ ধৰিলোঁ, "নহয়, ছাৰ! মই পাছ কৰিমেই। অনাৰ্চো পাম। গতিকে, আপুনি মোক—।" ছাৰৰ হাঁহি-খলকনিয়ে কিন্তু থমকিবই

নজনা হ'ল। ভয়ো লাগিল। যদি সঁচাসঁচিকৈয়ে—! ছাৰৰ মোলৈ কিবা এটা মায়া উপজিল। ক'লে, "এটা কাম কৰঁা, বুজিছা। কিবা ভাল ইংৰাজী কিতাপ এখন অসমীয়ালৈ ভাঙিবলৈ লোৱঁা। ৰিজাল্টটো যি হয়, হ'ব। অন্ততঃ 'চুইচাইড্'টো মুলতুবী ৰাখিব পাৰিবা! ফেইল হোৱাৰ পাচতো বাকীখিনি শেষ কৰি থৈ যাবৰ মন যাব।" ইত্যাদি, ইত্যাদি।

শিৱসাগৰৰ ঘৰলৈ আহি ভাঙিবলৈ লাগি গ'লোঁ, জোনাথন চুইফ্‌টৰ 'গালিভাৰ্ছ ট্ৰেভেলছ'খন। তেতিয়া জহকালি। আমাৰ ঘৰটোৰ মূধচখন আছিল বগীতামৰ। তেতিয়ালৈকে চিলিঙি দিয়া হোৱা নাছিল। গতিকে, দিনত জুই জ্বলে। আমাৰ গোহালি ঘৰটোৰ কাষতে এজোপা তামোল গছ আছিল। দিনত গৰু-গাই নেথাকে। তাতে চকী-মেজ পাৰি, তামোল গছজোপাৰ বতাহকণকে লৈ সাহিত্য-চৰ্চা কৰিবলৈ লাগি গ'লোঁ। চাওঁতে চাওঁতে 'গালিভাৰ্ছ ট্ৰেভেলছ'ৰ প্ৰথম দুটা খণ্ড ভাঙি উলিওৱা হ'ল। দেউতাক সুধি আকৌ দুদিনমানৰ কাৰণে গুৱাহাটী পালোঁহি।

পাণ্ডুলিপিৰ টোপোলাটো লৈ আকৌ কাকতি ছাৰৰ ঘৰ ওলালোঁগৈ। ক'লোঁ, "ছাৰ! আপোনাৰ কথামতেই এইখন তৰ্জমা কৰি আনিছোঁ, গালিভাৰৰ ভ্ৰমণ কাহিনী। আজি কিন্তু মোক ক'বই লাগিব, ক'ত পঢ়িমগৈ।" দেখিলোঁ, আকৌ সেই ক্ষয়ংকৰী হাঁহিটো। চোকটো অৱশ্যে আগৰবাৰতকৈ কম। ক'লে, "ৰ'বাচোন। ছপাৰ বন্দোৱস্ত এটা কৰঁা। ফেইল তো কৰিবাই। ছপা হৈ থাকিলে মন যাব, একেবাৰে ছপা কিতাপখন চায়েই যাওঁ। তেতিয়াহ'লে, পাচলৈ থওঁতে থওঁতে মৰা নহ'বগৈয়ে।" সুযোগ বুজি ক'লোঁ, "তেনেহ'লে, ছাৰ। এখন পাতনি লেখি দিব।" ছাৰে উত্তৰ দিলে, "সেইখন তুমিয়েই লেখি ল'বা। চৰ্চাও হ'ব, বদনামৰো হাত সাৰিবা। নহ'লে সকলোৱে ক'ব—মিছামিছি কথা কিছুমান লেখাই আনিছে বাণী বাবুৰ পৰা!"

তাৰ পাচত, মই খট্-বান্ধ লগালোঁ—আচল প্ৰশ্নটোৰ উত্তৰ বিচাৰি। শেষত তেখেতে ক'লে, "যদি ৫০০ কিতাপ পঢ়ি থাৰ্ড ক্লাছ পাবৰ মন, তেনেহ'লে কলিকতালৈ যোৱঁা। আৰু যদি ৪৫খন কিতাপ পঢ়িয়েই ফাৰ্ষ্ট ক্লাছ ল'ব খুজিছা, '—' বিশ্ববিদ্যালয়লৈ

যোৱাঁ।” মই তেখেতৰ মুখলৈ চালোঁ। মুখখন গহীন। তেখেতে কৈ গ’ল, “কিন্তু, কলিকতালৈ গ’লে কিছু কথা শিকিব পাৰিবা। প্রফেছাৰবোৰো জ্ঞানী মানুহ। লাইব্রেৰীটোও দামী।” মই ঘপ্‌কৈ ক’লোঁ, ‘ছাৰ! মই তেনেহ’লে কলিকতালৈকে যাম।” ছাৰে ক’লে “কিন্তু, থার্ড ক্লাছৰ মস্কিলটো আছে। চাকৰি পোৱা টান!”

কলিকতাত নাম লগালোঁগৈ। ‘প্রভিজনেল’ ভৰ্তিকৰণ; কাৰণ, ৰিজাল্ট তেতিয়াও ওলোৱা নাই। এদিন ‘কফি হাউচ’ত বহি কফি খাই আছোঁ। হঠাৎ এজন মানুহ মোৰ ওচৰত বহিলহি। মানুহজন অলপ খোনা। মানুহজনে মোৰ পৰিচয় সুধি ক’বলৈ ধৰিলে, “আচ্ছা, মই এটা কথা ভাবিছোঁ। আপুনি ক’ব দেই, কথাটো কেনেকুৱা দেখে! মই কলিকতাতে এটা অসমীয়া কিতাপৰ প্রকাশন-প্রতিষ্ঠান খুলিব খুজিছোঁ। লাভবান হ’বনে বাৰু?” মই উত্তৰ দিলোঁ, “নোহোৱাৰ তো কাৰণ নাই।” তেখেতে হাঁহি এটা মাৰি ক’লে, “কিন্তু কিতাপ?” মই তেখেতক জনালোঁ, আপাততঃ ময়েই এখন দিব পাৰোঁ; লাগিলে কিছুদিনৰ পাচতে আৰু এখন দিম। তেখেতে ক’লে, “তেনেহ’লে তো আচল সমস্যাটোৰেই সমাধান হ’ল। ঠিক আছে, আপোনাৰ কিতাপেৰেই আৰম্ভ কৰিম।” সেই মানুহজনেই অৰুণ পুৰকায়স্থ। শ্রীভূমি পাবলিছিং কোম্পানীৰ প্রতিষ্ঠাতা। তেতিয়া চফল ডেকা—বিয়া-বাৰু কৰোৱা নাই। মানুহজনৰ মধুৰ ব্যক্তিত্বই মুহূৰ্ততে মোৰ মন-প্রাণ কাঢ়ি ল’লে। আজিলৈকে কাঢ়ি থৈছে। মোৰ ‘গালিভাৰ’-খনেৰেই তেখেতৰ শ্রীভূমিৰ আৰম্ভণি। আজি সেই শ্রীভূমি অসমীয়া কিতাপৰ বজাৰৰ এটা অতি পৰিচিত নাম—প্রায় ৩০০খন অসমীয়া কিতাপৰ প্রকাশক; আৰু এটা সময়ত ‘আমাৰ প্রতিনিধি’খনৰ প্রকাশক। শ্রীভূমিৰ দ্বিতীয়খন পুথি মোৰ ‘ডন কুইকচোট্’।

ওপৰাওপৰিকৈ দুয়োখন পুথি প্রকাশ হৈ ওলাইছিল, ১৯৫২-ৰ শেষছোৱাত আৰু ১৯৫৩-ৰ প্রথমছোৱাত। ‘গালিভাৰ’ৰ ছবি আঁকি দিছিল, সাধন লাহিড়ী নামৰ এজন তৰুণ চিত্রশিল্পীয়ে। ‘ডন কুইকচোট’ৰ বেটুপাত আৰু ভিতৰৰ ছবিবোৰ বিখ্যাত শিল্পী হেমন্ত মিশ্রৰ কুশল হাতৰ।

এদিন এটা ঘটনা ঘটিছিল। তাৰো সোঁৱৰণী ‘গালিভাৰ’ৰ সৈতে গাঁথা। ড° প্রিয়ৰঞ্জন সেনৰ ক্লাছ চলি আছিল। একেবাৰে শেষৰখন

বেঞ্চত বহি মই মোৰ বন্ধু নন্দগোপালৰ লগত আনৰ কাণত নপৰা মাতেৰে কথা পাতি আছিলোঁ। কথা পতা মানে তেওঁক এখন বাংলা চিঠিৰ খচৰা কৰি দিছিলোঁ। তেওঁৰ প্ৰেমিকাৰ চিঠি পঢ়ি উঠি বকলমত সেই চিঠিৰ উত্তৰ লেখি দিছিলোঁ। ক্লাছ শেষ হওঁতে-নহওঁতেই, ড° সেনে গম্ভীৰ মাতেৰে মোলৈ চাই ক'লে, "You please see me when the class is over." মোৰ বুকুখন ধপ্‌ধপাই উঠিল। নন্দগোপালে ক'লে, "খেয়ে ফেলেছি ৰে, খেয়ে ফেলেছি। আমাৰ জন্যিই তুই এখন থার্ড ক্লাস পাবি।" মূৰটো চোবালেই; চোবাই উঠি অনুতাপ কৰিলে কি হ'ব!

কঁপি-জপি মই 'কমন ৰুম' পালোঁগৈ। জিভাখন এছলা কাঠ হৈ পৰিছে। জানোচা মন গলাবই পাৰোঁ, এইবুলি ভাবি বাংলাতেই ক'লোঁ "স্যৰ, আপনি আমায় ডেকেছিলেন?" কিন্তু, ইকি অপ্ৰত্যাশিত কথাষাৰ শুনিলোঁ, 'ডেকেছিলাম। তুমি নাকি দু'টো বই লিখেছ? তোমাৰই লেখা, না?"—'মাতিছিলোঁ। তুমি বোলে দুখন কিতাপ লিখিছা? তুমিয়েই লিখা, নহয় জানো?' মই স্বস্তিৰ নিশ্বাস পেলাই ক'লোঁ, "হয়, ছাৰ!" তাৰ পাচত, নিজৰ্ ল'ৰাটো হৈ মূৰ খজুৱালোঁ। ছাৰে ক'লে, "হ্যাঁ, সেদিন দেখলাম এক জায়গায়।"—'ওঁ, সেইদিনা দেখিলোঁ এঠাইত।" তাৰ পাচত, সেই পণ্ডিত ৰাজনীতিবিদ্ অধ্যাপকগৰাকীয়ে তেখেতৰ উচ্চ শক্তিযুক্ত চশ্‌মাজোৰৰ মাজেদি মোলৈ চাই ক'লে, "এসব কিছুই থাকবে না। থাকবে শুধু ওসব—দুই-এক ছত্ৰ লেখা।" মানে, এইবোৰ একোৱেই নাথাকে। থাকিব মাথোন সেইবোৰ—দুই-এফাঁকি লেখা। মই বিমূঢ় হৈ গ'লোঁ। ক'ৰ কোন অসমীয়া ল'ৰা এটাই দুখন সৰু পুথি লেখিছে—যিটো কাম সিজনে বাওঁ হাতেৰেই কৰিব পাৰে দুই-চাৰি ৰাতিৰ ভিতৰতে—তাৰ খবৰ ৰাখিছে, এই সাহিত্যিক-অধ্যাপকজনে! মই সিদিনালৈকে ভাবি থৈছিলোঁ, যাঠিটাৰে এজাক ল'ৰা-ছোৱালীৰ মাজৰ এটা মোৰ মাথোন ৰোল-নম্বৰটোকেই তেখেতে জানিলে জানিব পাৰে। তাতকৈ সৰহীয়া মোৰ বিষয়ে কিবা জনাৰ সম্ভাৱনা তেখেতৰ একোৱেই নাই। মই ক'ব নোৱৰাকৈয়ে তেখেতৰ চৰণ দুখন স্পৰ্শ কৰি প্ৰণাম জনালোঁ। তেখেতে মোৰ মূৰত হাত থৈ ক'লে, "লেখি

থাকোঁ। এনেকৈয়ে।" আজিও সেই কণ্ঠস্বৰ মোৰ কাণত বাজিয়েই আছে।

মই কমন ৰুমৰ পৰা ওলাই আহিলোঁ। দুৱাৰমুখতে নন্দগোপাল বৈ আছিল। সুধিলে, কি ঘটিল! মই ক'লোঁ, "তোৰ অঞ্জুৰ চিঠিৰ চেয়েও মিষ্টি।" সেই চিঠিখনতকৈয়ো মিঠা সেই সোঁৱৰণী। দুজন যাঠি ফুট ওখ ব্ৰবডিংনাগিয়ানৰ মৰম-আশীৰ্বাদেৰে ধন্য মোৰ মোৰ পোনৰখন গ্ৰন্থ মাথোন ছ'ফুট ওখ 'গালিভাৰ'!

প্ৰকাশ ১ম বছৰ ৮ম সংখ্যা, ১৯৮৪

# মই কিয় লিখোঁ

"কাৰণ, মই লেখিব পাৰোঁ,'—মোৰ এজন চিনাকি কবি-বন্ধুৱে কৈছিল এখন লেখক-সমাৰোহত, "সেইকাৰণেই মই লিখোঁ।" ময়ো যদি তেনেকৈয়ে ক'ব পাৰিলোহেঁতেন। নোৱাৰোঁ, সাহস নহয়। কেইবাটাও কাৰণত। প্ৰথম কাৰণটো হ'ল, মই লিখা কথাবোৰ লেখা হৈ উঠিল নে নাই—সেয়া মই নিজেই নেজানো। বৈষ্ণৱী বিনয় নহয়—অকপট স্বীকাৰোক্তি। যিদিনাই মই লিখা কথাবোৰে লেখাৰ চোতাল গচকিবগৈ, সিদিনাই মোৰ লিখাৰ প্ৰয়োজন শেষ হৈ যাব। লিখক, মানে লেখাকৰে চানেকি চাই আখৰখিনি পাতত তুলি যায়। লেখকে মনৰ কথাবোৰ পাটত বহুৱায়। লেখক যদি হ'ব পাৰিলোহেঁতেন, তেতিয়া দেখোন মনৰ কথাবোৰহে নেলাগে, বিশ্বখনৰে কথাবোৰ আপোনাআপুনি আহি মোৰ কলমৰ আগত থমকি ৰ'লহি-হেঁতেন! এই যে লিখি উঠি কটাকুটি কৰা, ইটো শব্দ সোলোকাই সিটো শব্দ আদৰি অনা, পদ্যই লিখিম নে গদ্যই লিখিম থিৰাং কৰিব নোৱৰা—সেইবোৰে তেতিয়া মোক মুঠেই আমনি নকৰিলেহেঁতেন। তাৰ মানে, এতিয়ালৈকে মই লেখক হোৱাৰ পানী-যুঁৱলিতে থিয় হৈ আছোঁ! দ্বিতীয় কাৰণটো হ'ল, মই কেইবাধৰণৰো কিবাকিবি লিখোঁ। কবিতা বুলি শব্দৰ ক্ৰম সলাই কথাৰ খেলিমেলি কৰোঁ; সমালোচনা বুলি আনৰ লেখাৰ জুতি-বিজুতিৰ খবৰ দিওঁ; প্ৰবন্ধ বুলি তৰ্কৰ জখলা বগাই সতৰ্ক যুক্তিৰ যোগান ধৰোঁ। এতিয়া বাৰু মই কেনেকৈ কওঁ, এই সকলোবোৰ বস্তু একেটা কাৰণতে লিখোঁ!

মাথোন দুটা কথা মোৰ জ্ঞান-বিশ্বাসেৰে ন দি ক'ব পাৰোঁ। এক, মই কাকো কিবা উপদেশ দিবলৈ নিলিখোঁ। দুই, লিখিবৰ সময়ত কলমৰ বাহিৰে কাৰো গোলাম হৈ নিলিখোঁ। আৰু এটা কথা তিনি নম্বৰ বুলি ছঁয়াময়াকৈ আঁৰি থ'ব পাৰোঁ। একান্তভাৱেই মোৰ নিজৰ সমস্যাবোৰক ৰাজহুৱা সমস্যা কৰি তুলিবলৈয়ো মই নিলিখোঁ।

মই এইকাৰণেই লেখোঁ যে, নেলেখাকৈ মই থাকিব নোৱাৰোঁ। কোনোবাই সুধি দিব পাৰে, তেনেহ'লে নিচা নেকি? চুৰট খোৱা, মদ খোৱাৰ নিচিনা? উঁ-হো, সেই ধৰণৰ কোনো নিচা নহয়। নিচা

বুলি ক'লে, তাৰ পাচফালে কোনো উদ্দেশ্যৰ প্ৰেৰণা নেথাকে। মোৰ বেলিকা লেখাৰ ব্যস্ততাটো যদিও নিচাৰ লেখীয়া, তাৰ পাচফালে কিবা এটা উদ্দেশ্যৰ তাড়না অথবা প্ৰেৰণা আছে। মই নিজেই নেজানো, সেই উদ্দেশ্যটো কি ? মই বিশ্বাস কৰোঁ, পৃথিৱীলৈ আহি প্ৰত্যেকেই কিবা নহয় কিবা এটা কৰণীয় কামৰ বোজা কান্ধ পাতি ল'বলগীয়া হয়। কোনো সন্ন্যাসীক তো কোনেও ক'ব নেলাগে, তুমি ধৰ্ম-কৰ্মৰ বাটেৰে গৈ থাকিবা বুলি ! কোনো ৰাজনীতিবিদক তো কোনেও এইদৰে কোৱা কাৰণেই তেওঁ ৰাজনীতিৰ কামত ব্যস্ত নেথাকে, তুমি চেষ্টা কৰা মানুহৰ জীৱনৰ মান বঢ়াবলৈ ! নিজে কান্ধ পাতি লোৱা সেই কৰণীয় কামৰ লিপ্ততাটোৱেই হ'ল, এটা মনোনয়ন, এটা choice ; মানে জীৱন কটাই দিবলৈ এটা বাট বিচাৰি লোৱা। মোৰ কাৰণে লেখিবলৈ লোৱাটো এটা মনোনয়ন। বাকীখিনি অন্বেষণ। মই বিশ্বাস কৰোঁ, লিখি লিখি লেখাৰ আখৰা কৰি গৈ থাকিলেই কোনোবাদিনা কেনেবাকৈ লেখক হৈ যাবগৈ পাৰোঁ। আৰু বিশ্বাস কৰোঁ, জীৱিকা আৰু জীৱন দুটা স্বকীয়া বস্তু। কোনো মানুহেই জন্মৰ লগে লগে সন্ন্যাসী অথবা শিল্পী হৈ নাহে। সকলোৱেই আখৰা কৰিব লাগে। আখৰাৰ শেষত যিটো বস্তু হাতৰ মুঠিত পোৱা যায়, সেয়া হ'ল এটা মানৱীয় প্ৰমূল্য—যি প্ৰমূল্যই গোটেই মানুহ জাতিটোকে অনাগত দিনবোৰৰ কিছুমান বিকল্পৰ প্ৰতিও দায়বদ্ধ কৰি তোলে। জীৱন আৰু জীৱিকাৰ খেলিমেলি লগাই দুয়োটাকে একাকাৰ কৰি পেলালেই সন্ন্যাসী যেনেকৈ হৈ পৰিব পাৰে বাজীকৰ, ৰাজনীতিবিদ্ যেনেকৈ হৈ পৰিব পাৰে তস্কৰ, লেখকো তেনেকৈ হৈ পৰিব পাৰে দালাল নাইবা অন্য এটা বাটেদি মাথোন শব্দৰ ৰান্ধনি।

এই যে লেখাৰ লগত লিপ্ততাটোৰ মনোনয়ন, মই কিয় তাকেই বাচি ল'লোঁ। খুব সম্ভৱ, মই অন্য সকলো কামতে অকামিলা। মই বজাৰ-সমাৰ কৰিব নেজানো, ঘৰৰ আগফালৰ ভগা জেওৰাখন বাতিব নেজানো, চোলাৰ বুতাম সুলকিলে আকৌ লগাব নেজানো, গান বুলি সুহুৰিয়াবও নেজানো, ছবি বুলি কাউৰী এটাও আঁকিব নেজানো। খুব সম্ভৱ, স্বৰ্গদেৱ গদাধৰ সিংহই মোৰ লেখীয়া মানুহ কিছুমানৰ হতুৱায়েই ধোদৰ আলি বন্ধাইছিল। এটা কথা স্বীকাৰ নকৰোঁ, মোৰ এই সকলোবোৰ নজনাৰ কাৰণটো একমাত্ৰ ময়েই। বৰং ক'ব খোজোঁ,

মোৰ চাৰিওফালৰ পৰিৱেশ আৰু মই ওপজা সময়ছোৱাও বাৰুকৈয়ে দায়ী। তাহানি মাকুম স্কুলত ২য় শ্ৰেণীৰ ছাত্ৰ হৈ থকা দিনৰ দুটা কথা মনত পৰে। শিক্ষকে আমাক ছবি আঁকিবলৈ দিছিল, এটা কাউৰী। আঁকিলোঁ ঠিকেই . ভাবিলোঁ ৰং খুৱাই দিওঁ। ৰঙৰ বাকচৰ পৰা এডাল পেন্সিল বাচি লৈ ঘঁহি ঘঁহি কাউৰীটো চিকুণ কৰি তুলিলোঁ। টিক্-টিক্কৈ ৰঙা কাউৰীটো মোৰ পচন্দ হ'লেও শিক্ষকে মোক সুধিছিল, "হেৰ', ক'ত দেখিছিলি ৰঙা কাউৰী?" তেতিয়াহে মোৰ খবৰ হ'ল, দেখা তো মনত নপৰে। আকৌ, এদিন দুপৰীয়া ৰাগ টানিছিলোঁ, গংগাধৰ বৰঠাকুৰৰ গীত "ব'হাগী লুইতৰ ৰূপোৱালী পানীত—।" তাৰ পাচত, ৰমকজমক সেই কলিটো পাইছিলোঁগৈ— "ঘামি-জামি আহিলা প্ৰিয়া/লাহৰী প্ৰিয়া মোৰ তেনেই কুমলীয়া!" আলহীৰ লগত কথা পাতি থকা দেউতাই সিটো কোঠাৰ পৰা ডাবি মাৰি পঠিয়ালৈ, "হেৰ', সেইবোৰ কি গাইছ?" ছবি অঁকা, গান গোৱা—এইবোৰ সেই তেতিয়াই চাঙত উঠিল। তাৰ পাচত, এতিয়া আটাইতকৈ অস্বস্তি বোধ কৰোঁ জাতীয়-সংগীত গাবৰ সময় হ'লে। মই এটা কাঠৰ খুটাৰ দৰে ঠৰঙা হৈ থিয় দি সময়খিনি কটাই দিওঁ। মনে মনে ভাবোঁ, সময় কিমান সলনি হৈ গ'ল! কোনেও তো ভুল বুলি নকয়, পিকাচোৰ ছবি! মানুহ, যন্ত্ৰ-পাতি, চৰাই-চিৰিকতি— আটাইবোৰ তেজৰঙী ৰঙা। আৰু ভূপেন হাজৰিকাৰ সেই বিহুসুৰীয়া গানবোৰ! কোনেও তো নকয় সেই গানবোৰ শুনি—অসভ্যটো ক'ৰবাৰ বুলি। নিজৰ কথা ক'ব পাৰোঁ; সেই ছবি চাই, সেই গান শুনি মই তাৰ মাজত হেৰাই যাওঁ। গান গাব নোৱৰাৰ দুখটো পান লেখি মই পূৰাই লওঁ। আৰু, মই মোৰ চিনাকি সঁজুলিৰে অতীত বিৰহৰ ৰূপ দিওঁ কবিতা নাম দি—এনেকৈ, ঠিক এনেকৈ :

মন গ'ল সুধিবৰ নিজকে নিজেই মই বাৰু গালোঁ কাৰ গান
ফুল তৰা নাৰী আৰু আকাশৰ সীমা চুই প্ৰশস্ত নদীৰ
স্মৃতিৰ কুঠৰী পোহৰাই থোৱা ছবিময় গান সেইবোৰ
সেই ছবি সেই গান জীৱনৰে প্ৰতিধ্বনি অমল অধীৰ
বিশ্বাস নকৰোঁ মই তোমালোক সকলোৰে
মনবোৰ মাথোঁ গঁড়ছাল চকুবোৰ চুঙা-বাদুলিৰ

[ কল্যাণ খৰমান ]

কবিতা বোলা বস্তুটো বক্তব্য নহয়। যিবোৰ বস্তু কথাৰ ভাষাৰে' লেখিব নোৱাৰি, সেইবোৰ বস্তুকেই মই কবিতা বুলি লেখোঁ। পানী যেতিয়া শুকাই আহে, তেতিয়াই অতদিনে পানীৰ তলত বুৰ গৈ থকা পাৰৰ কোমল মাটিত অ'ত-তত পানীৰ বুৰবুৰণি উঠে। লাহে লাহে সেই বোকা-মাটিখিনি কঠিন হৈ আহে। তেতিয়া সেই বুৰবুৰণিৰ বিন্ধাবোৰেদি নতুন বনৰ গজালিয়ে ভূমুকি মাৰেহি। জিভা মেলি গজি উঠা বন দুদিনমানৰ পাচতে ঠন ধৰি লিহিৰি লিহিৰি বন হৈ পৰে। মোৰ কবিতাবোৰো তেনেকৈয়ে লেখোঁ নেকি! অ'ত অকণমান দুখৰ ৰাঙলী ঘা, ত'ত এচেৰেঙা হাঁহিৰ চিটিকনি, তাত এটা নোপোৱাৰ উজুটি, ইয়াত এচকল সপোনৰ মিঠা জুতি—এই সকলোবোৰ মোৰ মনৰ গাগৰিত সাঁচতীয়া হৈ বৈ যায়। কেতিয়াবা যেতিয়া মাজনিশালৈ দিনৰ জুমুৰিবোৰ নোহোৱা হৈ যায়, তেতিয়াই অনুভূতিৰ জলঙাৰে কবিতাৰ নিচিনা আধা-চিনাকি কথাবোৰে বুৰবুৰণি কাঢ়ি মনৰ পাৰত ভূমুকি মাৰেহি। তেতিয়া মই নেলেখি নোৱাৰোঁ। লেখাৰ ভাষাত সেই অনুভূতিটো অথবা অনুভূতিবোৰ বন্দী কৰিব নোৱাৰিলেই একো নোৱৰাৰ ব্যথাই মোক আমনি কৰে। এই আমনিৰ পৰা ৰক্ষা পাবলৈকে মই লেখোঁ।

আৰু মই লেখোঁ, কেনেবাকৈ কিজানিবা ক'ৰবাত কৃপণ বুলি পৰিচিত হৈ যাওঁ, সেই সম্ভাৱনাটোৰ পৰা ৰক্ষা পৰিবৰ কাৰণে। মই লেখোঁ, সৰু সৰু মানুহৰ ছবিবোৰ মোৰ মনৰ চকুৰ আগত থৈ। ভ্ৰূ কোঁচ খাই থকা পণ্ডিত-পাঠকলৈ বুলি মই নেলেখোঁ—অন্ততঃ কবিতা। মই জনা কথাবোৰ, মই পোৱা অভিজ্ঞতাবোৰ মোৰ চাৰিওপিনৰ অপণ্ডিত মানুহমুঠিৰ মনৰ চোতালত মেলি ধৰিবলৈকে লেখোঁ। মই বিশ্বাস কৰোঁ, কেৱল চপালেই নহয় মেলি ধৰিবও লাগে। তাকে নকৰাজনেই কৃপণ। মোৰ ধাৰণা, কৃপণ হৈ চহকী বোলোৱাতকৈ ডাঙৰ দাৰিদ্ৰ্য আৰু একোৱেই নাই। সেইকাৰণেই, মই বহুত কিবাকিবি—যিবোৰৰ লগত চিনাকি হৈ মোৰ নিজৰে ভাল লাগিছে—অনুবাদ কৰিছোঁ। ওমলাঘৰলৈ বুলি ইখন-সিখন পুথি ভাঙিছোঁ। যিবোৰে বয়সৰ ডেওনা পাৰ হৈ সময়ৰ নাটনিতে বিচাৰি-বিচাৰিও নিবিচৰা হৈ গ'ল, তেওঁলোকলৈয়ো কিবাকিবি ভাঙিছোঁ। তথাপি, এটা বস্তুৰ যোগান ধৰাত মই বৰ কৃপণ। বস্তুটো হ'ল,

অশ্লীলতা। অশ্লীল কথা ক'তো মই এষাৰো লেখা নাই। অকল অশ্লীলতা নহয়। স্থূলতাকো মই ঘৃণা কৰোঁ। সেইকাৰণেই, মই মোৰ অভিজ্ঞতাৰ বাহিৰৰ কোনো বস্তুকেই মোৰ লেখাৰ জগতলৈ সুৱাগুৰি তুলি নানো।

মই মন গ'লেহে লেখোঁ। মন নগ'লে নেলেখোঁ। মন যোৱা-নোযোৱাটো নিৰ্ভৰ কৰে অনেক কথাৰ ওপৰত। জীৱনটোৰ আধাখিনি নহ'লেও তিনি ভাগৰ এভাগ দেখোন শোওঁতেই গ'ল। তাতে আকৌ মন যোৱা-নোযোৱাৰ প্ৰশ্ন। সময়ৰ টুকুৰাত দুটা-এটা চহী থৈ যাবলৈহে আজৰি। আৰু মোৰ সমুখত কোনোবাই যেন চকু টিপিয়াই সুধিছেহি, "চহীকেইটা যে দিছা, ক'ত দিছা? কিয় দিছা? কোৱাচোন।" ক'ত থ'লোঁ, কিয় থ'লোঁ—ভালকৈ ভবাই নাছিলোঁ। মাথোন জানো—ক'ত থ'ব নোৱাৰিলোঁ আৰু কিয় নোৱাৰিলোঁ। আজৰি বুলিবলৈ সময় পাইছোঁ, মাজে মাজে হাস্পতালৰ বিচনাত আনৰিয়া হৈ অহা সময়খিনিত। মোৰ কেইবাটাও মই নিজে প্ৰসন্ন হ'ব পৰা কবিতা হাস্পতালতে লেখা। 'যাত্ৰা', 'যুগে যুগে মৰিয়ম' ইত্যাদি তেনেকুৱা আজৰিৰ উম থকা কবিতা। জীৱন আৰু মৰণৰ অচিন্ত্য ভেদাভেদৰ উপকূল হাস্পতালতেই দেখিছোঁ, আটাইতকৈ বেচি ফটফটীয়াকৈ। এবাৰ দেখিছিলোঁ, মোৰ কাষৰ বিচনাখনৰ ৰোগীজন ৰাতিপুৱালৈ নাই। তেওঁলৈ হেনো ৰাতি তিনিবাৰ তিনিটা অক্সিজেনৰ ঢোল আনিছিল। প্ৰথম ঢোলটোত অক্সিজেনেই নাই। দ্বিতীয় ঢোলটোৰ ঠিলাটো খুলিবই নোৱাৰিলে—যান্ত্ৰিক বিজুতি। তৃতীয় ঢোলটো আহিয়েই নাপালে—বিচাৰি ফুৰোঁতেই বিচৰাৰ প্ৰয়োজন উকলি গ'ল। এই ছবিখন মোৰ কবিতাত বন্দী কৰি থ'ব নোৱাৰিলোঁ—তিনিবাৰ চেষ্টা কৰিও। তিনিওবাৰ সি ৰঙা কাউৰী হৈ উৰি গুচি গ'ল। তাত ৰং দিব লাগিছিল, আচলতে চুটিগল্পৰ। কিন্তু, মই যে চুটিগল্প লেখিব নেজানিলোঁৱেই।

গল্প-উপন্যাস লেখিব নেজানিলেও, অন্য যিবোৰ লেখিবলৈ মন যায় আৰু অলপ-অচৰপ লেখিবও জানো, সেইবোৰ লেখিও এটা বেলেগ ধৰণৰ আৰাম আছে। সেইকাৰণেও লেখোঁ। প্ৰত্যেকটো লেখাই—কবিতাই হওক, প্ৰবন্ধই হওক—যেনিবা একো-একোখন উত্তৰলৈ আশা নকৰা চিঠি। চিনাকি-অচিনাকি আনকি এতিয়াও জন্ম

নোহোৱা মানুহবোৰলৈ লেখা চিঠি! পঢ়িলা যদি পঢ়িলা, নপঢ়িলা যদি নাই। মোৰ একো ক্ষতি নাই। মোৰ লাভ, বহুত 'তুমি'লৈ একেলগে একেখন চিঠি লেখি পেলালোঁ। ডাক-টিকিটো নেলাগিল, সময়ো খৰচ নহ'ল। মোৰ কাৰণে টানবো টান—তিনিটা কাম বৰ টান। টুথ-পে'ষ্টৰ টিউবৰ মুখেদি সৰহকৈ ওলাই অহা পে'ষ্টখিনি ওভোতাই আকৌ টিউবটোত হেঁচা মাৰি সুমুৱাই থোৱা টান। ধুতি পিন্ধি ৰাতি বিচনাত শুবলৈ টান। আৰু কাৰোবাৰ পৰা পোৱা কিবা ডাঙৰ উপকাৰৰ জোখাৰে শলাগ লোৱাৰ ভাষা বিচাৰি পোৱা আটাইতকৈ টান। পোনৰটো চেষ্টা কৰা নাই। মাজৰটো চেষ্টা কৰি হাৰ মানিলোঁ। শেষৰটো লেখাৰ মাজেদিয়েই আওপকীয়াকৈ কৰি আহিছোঁ। কাকো এই সিদ্ধান্ত কৰাৰ সুযোগ দিয়া নাই—মই অতি কৃতঘ্ন। মোৰ লেখাৰ মাজেদি প্ৰকাশ কৰি আহিছোঁ—মই যে সঁচাসঁচিকৈয়ে কৃতজ্ঞ!

ভাল পালোঁ পৃথিৱীক ভাল পালে মোকো পৃথিৱীয়ে
প্ৰাপ্যৰ অধিক সি যে প্ৰাপ্তি মোৰ

—মোৰ কেইবাটাও কবিতাত এইষাৰ কথা দোহাৰিছোঁ। মানুহৰ পৰা মই যি পাইছোঁ, তাৰ এটা অনুচ্চ কৃতজ্ঞতা জনাবৰ কাৰণেও মই লেখোঁ।

কোনোবাই সুধি দিব পাৰে, "জানিলোঁ বাৰু কবিতা লেখাৰ কাৰণটো। কিন্তু, এই যে বকলাবকলে সমালোচনাবোৰ লেখা, সেইবোৰ কিয় লেখা?" প্ৰশ্নটো কল্পনা কৰাৰ লগে লগে মোৰ ঢেকিয়াল ফুকনৰ সেই কথাষাৰ মনত পৰি গ'ল, "যি সময়ত অসম হাবি গুচি ফলনি হ'ব, নৈত ডোঙা গুচি ভাপ-নাও হ'ব, ঘৰ বাঁহৰ গুচি শিল ইটাৰ হ'ব···সেই সময়, হে পৰমপিতা জগদীশ্বৰ, শীঘ্ৰে ঘটোৱা।" সেই সকলোবোৰ আখৰে-আখৰে ঘটিল। আমি মানুহখিনি কিন্তু একে ঠাইতে থাকিলোঁ। তাহানিও ভাওনা চাই থাকোঁতে মাজে মাজে চিঞৰিছিলোঁ—'আগৰ মানুহ বহি যাওক'; এতিয়াও তেনেকৈয়ে চিঞৰোঁ। কত লেখকে ঘৰৰ খাই বনৰ ম'হ খেদি ফুৰিছে। আমি কি কৰোঁ? আমাৰ গোষ্ঠীৰ ভিতৰৰ নোহোৱা কাৰোবাক আগবাঢ়ি যোৱা দেখিলেই তেওঁক সমালোচনা কৰি মূৰত টাঙোন শোধাই দিওঁ। মই ভাবোঁ, এনেকুৱা লেখক সকলৰ গুণবোৰ

বখানি দোষ-ক্ৰুটিবো মাথোন আঙুলিয়াই দিব লাগে। সেইকাৰণেই মই সমালোচনা লেখোঁ। স্বীকাৰ কৰক-নকৰক, মই তেনেকুৱা কেইবাজনো নতুন লেখকক সাহসৰ যোগান ধৰিছিলোঁ। কোনোবাই আত্মশ্লাঘা বুলি ক'লেও, মই নিৰুপায়। মই মাথোন উভতি চাবলৈ ক'ম।

মাজে মাজে অনুভৱ কৰোঁ, মোক যেন কিহবাই লম্ভিছেহি। সি যেন মোক চকু ঘোপা কৰি কয়হি, "লেখ। নহ'লে মৰিবি। তইঁতৰ পৰিচয় পৃথিৱীৰ পৰা মচ খাই যাব। সকলোৱে ক'ব, তহঁত এনেয়ে আহিছিলি।" মোৰ চাৰিওপিনে চকু ফুৰাই দেখোঁ, বহুতেই লেখি আছে আৰু বহুতেই লেখি থৈ গৈছে। সেইখিনিকে লৈয়েই পৃথিৱীত আমাৰ পৰিচয়। ময়োতো মোৰ পাচৰ প্ৰজন্মৰ মানুহখিনিৰ কাৰণে মোৰ আগৰ প্ৰজন্মৰ সেই বহুতেই মোৰ বাবে থৈ যোৱা আমাৰ উমৈহতীয়া পৰিচয়টো ম্লান নোহোৱাকৈ থৈ যোৱাৰ দায়িত্ব এটা ক'ব নোৱৰাকৈয়ে বহন কৰিছোঁ। কিবা এটা লেখি থৈ যাবই লাগিব, যিটো বস্তুত সোমাই থাকিব মই ভালপোৱা মানুহখিনিৰ মুখৰ ভাষাৰ পৰিচয়। তেতিয়াই মই মোৰ লেখাৰ কাৰণে কোনেও নেলেখা সাহিত্যৰূপৰ সন্ধান লওঁ। অলপ নিলাজৰ দৰেই এটা কথা কাণে কাণে ক'ব পাৰোঁ, মই এনেকৈয়ে মোৰ 'গীতা'খন লেখি উলিওৱাৰ প্ৰেৰণা এটা সেই ভূতটোৰ পৰাই পাইছিলোঁ। কোনো লুক-ঢাক নোহোৱাকৈ ক'ব পাৰোঁ, ভাৰতৰ অন্য কেইবাটাও ভাষাত পদ্যত লেখা 'ভগৱদ্গীতা'ৰ ভাঙনি থাকিলেও, মুক্তক ছন্দত লেখা 'ভগৱদ্গীতা'ৰ কোনো ভাঙনি কোনোটা ভাৰতীয় ভাষাতে নাই। দুখ লাগিছে, এইষাৰ কথা মই নিজেই ক'বলগীয়া হোৱাৰ কাৰণে। মূলৰ কথাখিনি যি কোনো অসমীয়া মানুহে বুজি পোৱাকৈ লেখিবৰ চেষ্টা কৰিছিলোঁ! আৰু চেষ্টা কৰিছিলোঁ, আমাৰ যুগৰ সৰ্বশ্ৰেষ্ঠ কাব্যৰূপটোৰ আধাৰত সেই কথাখিনি ক্ষয়-ক্ষতি নোহোৱাকৈ বন্দী কৰি থ'বৰ কাৰণে। কোনোবাই বিশ্বাস কৰে-নকৰে নেজানো, তিনি মাহ ধৰি একেৰাহে লেখি গৈছিলোঁ। সেই তিনি মাহলৈ মোক ভূতে পাইছিল। বিভিন্ন টীকা-ভাষ্য পঢ়ি অৰ্থ উদ্ধাৰ কৰি, কথাখিনি কবিতাৰ ভাষালৈ চপাই আনিছিলোঁ। আজিলৈকে কোনো পণ্ডিতৰ মুখৰ পৰা এষাৰ মন্তব্যও নেপালোঁ, কোনো কাকত-আলোচনীতো

সাধাৰণ সমীক্ষণ এটাও নোলাল। তাৰ বাবে ক্ষোভ নাই। কাৰণ, সেই শ্লোকটো মই ভাঙিবলৈ পাহৰা নাছিলোঁ :

আছে মাথো অধিকাৰ কপালৰ ঘাম মচা একান্ত কৰ্মৰ,
নকৰিবা একো বাঞ্ছা ফলৰ প্ৰাপ্তিৰ কৰ্মৰ অন্তৰ ;
নেলাগে থাকিব কোনো ফলাকাংক্ষা একো হেঁপাহৰ,
আপুনি ফলিব ফল
কামৰ বেলিকা মাথো নপৰিলে চিটিকনি এলাহ ভাবৰ।

মই মোৰ পৰিশ্ৰমৰ সৰ্বশ্ৰেষ্ঠ পুৰস্কাৰ পাইছোঁ। এজনে লিখিছিল, "আপোনাৰ 'গীতা' পঢ়ি গম পালোঁ, খোদা একেজনেই।" আন এজনে লিখিছিল, "আমি বড়ো ভাষালৈ 'গীতা'খানি ভাঙিবলৈ লৈছোঁ। আপোনাৰ খনকে ভাঙিবলৈ সিদ্ধান্ত কৰিছোঁ। অনুমতি লাগে।" যাক বোলে ধৰ্মীয় প্ৰেৰণা, তেনেকুৱা কোনো প্ৰেৰণাৰে এই পুথিখন লেখা নাছিলোঁ। লেখিছিলোঁ সম্পূৰ্ণ সাহিত্যিক প্ৰেৰণাৰ অধীন হৈ। অথচ, বহু প্ৰৌঢ়জনৰ পৰাও চিঠি পাইছোঁ, শেষ বয়সত এইখনে অকণমান শান্তি দিছে বুলি। এনেবোৰ চিঠিয়েই মোক আৰু লেখিবলৈ প্ৰেৰণা যোগায়। সেইবাবেই মই লেখোঁ, আৰু লেখি গৈ আছোঁ। জীৱনৰ শেষৰ দিনাখনো যদি সৰু এটা কবিতা লেখি থৈ যাব পাৰোঁ, তেনেহ'লে জানি যাম—মই জীৱন যাপন কৰি গ'লোঁ, কেৱল জীৱিকাই নিৰ্বাহ নকৰিলোঁ। যমৰ আগত সেই কথাষাৰ ক'বলৈ সমৰ্থ হ'বৰ কাৰণেই মই লেখোঁ।

সাপ্তাহিক জনমভূমি, ১৯৮৭। আকাশবাণীতো প্ৰচাৰিত।

## পৰিশিষ্ট—১

### 'ঘাঠিৰ ধামখুমীয়াত' সম্পৰ্কীয়

১৯৬০ চনৰ ৪ জুলাইত কটন ছাত্ৰাবাসত গুলী-বৰ্ষণৰ সম্পৰ্কত এই সম্পাদকলৈ চিঠিখন 'আসাম ট্ৰিবিউন' কাকতৰ ৮ জুলাই সংখ্যাত মোৰ ব্যক্তিগত নামত প্ৰকাশিত হৈছিল, যাৰ পৰিণতিস্বৰূপে অৱশেষত কটন কলেজৰ অধ্যাপক পদৰ পৰা বিদায় ল'বলৈ বাধ্য হৈছিলোঁ। চিঠিখনৰ শিৰোনামা আছিল, 'Police Firing at Gauhati':

Now that the prominent men in public life have demanded a judicial inquiry into the police violence on the innocent students inside the hostels of Cotton College, I venture to suggest that immediate suspension of some topmost police officers including the Inspector General and the D I. G. at Gauhati is indispensable for the smooth passage of proper inquiry. Anything short of this will not be able to meet the ends of justice. Because, certain petty constables and the S. P., Sri Pabbi, alone are not solely responsible. There are ample reasons to believe that this brutal murder is a dellberate and pre-planned one These topmost officials moved in a way that we had forecast a tragedy of this kind either inside the Cotton hottel or inside the University hostel.

A letter written by several Professors of Cotton College published in yout 3rd July issue drew pointed attention to the doubtful behaviour displayed by the police. Unfortunately, the Chief Mihister could not appreciate the gravity of the situation, which should have been appreciated merely on this consideration that the Professors of a Government College do not rush to the Press with a flimsy complaint in the normal course. Rather, we discovered to our dismay and surprise that police pickets remained as usual around the hostels even after this mild protest on the

part of the responsible Professors of the College. In this connection, I can authenticate the facts that certain police officials accompanied by a magistrate threatened the Superintendent of the First Mess that if the students do not behave like good boys, the hostels shall be taken over by the police. This uncalled for threat was made as early as on June 29. Again, on July 2, at 9 a. m., one high official of police threatened the students loitering in the verandahs of the New Arts Building in a very offensive maner with a loaded revolver in his hand. Such instances can be multiplied. In the face of such threats, all the boarders behaved in the most disciplined manner anticipating an incident of the kind.

But the fact remains, Sri Lala B. K. De, D. I. G was sent to Gauhati with a clear mission to crush the spine of Assamese nationalism. Besides the posting of this particular D. I. G. at Gauhati, other tranfers were made. People have reasons to believe that these police officers are partisans in the State Language controversy, and they moved in a manner that a situation was artificially created where their stand for imposition of curfew may be vindicated and thereby the passage of the State Language Bill can be throttled before it is brought to the legislature. When all their plans were about to be frustrated by the formation of Peace Committees in the different wards of Gauhati and subsequently near-normalcy returned to the civic life, the police came out to execute their alternative plan. The firing was decided upon long before they arrived at the scene. Because, within five minutes it was discovered that all roads leading to the college hostels had been cordoned off. All telegraphic and telephonic connections were snapped to gag the public communication with higher authorities. The police never behaved so smartly when there was actual disturbance. I can testify that Section 144

was never implemented even at night. The police tolerated even to the extent of giving indulgence to the gatherings of mob on the street ! But they viewed with alarm that peace was restored on the night of July 3. So the I. G. P., D. I. G. and their lackeys basking under the sunshine of the Chief Minister created a situation, where central intervention might be justified.

I wonder, if the Chief Minister could not anticipate that attempts were made by these partisan police officials to get his Government policy frustrated. Certainly he was aware that these officials, particularly the I. G. P., moved in a way that can deliver a fatal blow over the student community of Assam, because they happen to be the sanest, most reasonable and most organized element of society. The Chief Minister was sounded about all these developments, directly and indirectly, in his police department, by responsible citizens of Gauhati long ago. On the face of all these facts, Sri Chaliha who is also responsible of the education portfolio, forfeits the moral right to be the Chief Minister of Assam, unless he immediately suspends all these top officials of Assam police, unless he orders a personal trial of these culprits for their committing, aiding and abetting cold-blooded murder, and unless he gives compensation to the relatives of these victims of police fury and muddleheaded policy of himself.

সময়ৰ মূৰকত, অসমৰ শিক্ষা সচিবে মোক অভিযুক্ত কৰি যিখন চিঠি দিছিল, সেইখনৰ প্ৰতিলিপি। এই ৰেজিষ্ট্ৰী চিঠিখন মোৰ হাতত পৰিছিলহি ১২ দিনৰ পাচত ২১ ছেপ্তেম্বৰ তাৰিখে ঃ

You, Sri Mahendra Nath Bora, Lecturer, Cotton College, Gauhati, are hereby required to show cause under Rule 55 of the Civil Services ( Classification, Control and Approval ) Rules, read with Art. 311 of the Constitution of India why you should not be removed from service or punished otherwise on account of the following charge. You should

